# মহেশ্বৰ নেওগ ৰচনাৱলী

## দ্বিতীয় খণ্ড



ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদ

চন্দ্ৰপ্ৰকাশ ঃ টিহু আৰু গুৱাহাটী

MAHESWAR NEOG RACHANAVALI, Complete works of Dr. Maheswar Neog. vol. II, compiled by Dr. Maheswar Neog Publications Trust and Published on behalf of the Trust by Rajendra Mohan Sarma, Chandra Prakash Tihu and Guwahati, January, 1993. Price : two hundred and fifty Rupees only.

মহেশ্বৰ নেওগ ৰচনাৱলী, ২য় খণ্ড

প্ৰথম সংস্কৰণ, ১৯৯৩

প্ৰকাশক

মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ হৈ

শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা

চন্দ্ৰ প্ৰকাশ

তিহু : গুৱাহাটী ১

মূল্য -২৫০.০০ টকা

মুদ্ৰক :

তপোবন প্ৰেছ

কুমাৰপাৰা, গুৱাহাটী-১

# প্ৰকাশন ন্যাস পৰিষদৰ একাষাৰ

একো একোজন মানুহ কেতিয়াবা একোটি জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হয়। এই ৰূপান্তৰ ঘটে মানুহগৰাকীৰ চিন্তা, কল্পনা, বৌদ্ধিক অৰ্হতা, সৃষ্টিশীল প্ৰতিভা আৰু ইবিলাক স্বাভাৱিকভাৱে অভিব্যক্ত হোৱা তেওঁৰ কামৰ মাজেদি। সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি জাতীয় একাডেমিলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ড° মহেশ্বৰ নেওগ। অক্ষমতাৰ ঈৰ্ষাত ভোগাসকলে কথাষাৰ সহিবলৈ টান পাব পাৰে, কিন্তু সত্যতা অপ্ৰমাণ কৰিব নোৱাৰে। কাৰণ বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকাৰিত্ব লাভ কৰোঁতা ড° নেওগৰ এচৰলৈকে অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ প্ৰশ্নবোৰে শেষ উত্তৰ বিচাৰি যাব লগীয়া হয়। এসময়ত বেজবৰুৱা যিদৰে অসমীয়া ভাষা-সাহিত্যৰ অলিখিত 'ডিক্টেটৰ'-স্বৰূপ হৈ পৰিছিল, এতিয়া ড° নেওগ তেনেদৰে অলিখিত সৰ্বাধিনায়কস্বৰূপ হৈ পৰিল। এই আসন ড° নেওগে বাঞ্ছা কৰি লোৱা নাই, আনেও আনুষ্ঠানিকভাৱে দান কৰা নাই; কিন্তু অসমৰ সাম্প্ৰতিক কালৰ বৌদ্ধিক-জীৱনৰ লগত জড়িত প্ৰত্যেকেই অন্তৰেৰে ড° নেওগক সেই আসনতে দেখে।

ড° নেওগৰ বিচৰণৰ ক্ষেত্ৰখন বৰ বহল। পুৰণি শিলালিপি-তাম্ৰলিপিৰ পৰা আধুনিক কবিতালৈকে, শাস্ত্ৰীয় নৃত্য-গীতৰ পৰা লোক শিল্পলৈকে, প্ৰাগৈতিহাসিক ভাস্কৰ্য-স্থাপত্যৰ পৰা আধুনিক চিত্ৰ শৈলীলৈকে, ভাষাতত্ত্বৰ পৰা নৃতত্ত্বলৈকে, প্ৰাচ্যতত্ত্বৰপৰা আধুনিক নন্দন-তত্ত্বলৈকে, ইতিহাসৰ পৰা দৰ্শন আৰু ধৰ্মলৈকে - এই সকলোতে ড° নেওগৰ বিচৰণ অনায়াস আৰু স্বাভাৱিক। কেৱল সেয়ে নহয়, এই ক্ষেত্ৰসমূহৰ গুৰুত্বপূৰ্ণ সকলোবোৰ বিষয়ে বিজ্ঞানসম্মত বিশ্লেষণ কৰিব

পৰা বিৰল ক্ষমতাৰো তেখেত গৰাকী। কিন্তু এই পণ্ডিত গৰাকীৰ অধ্যয়নৰ ঘাই বিশিষ্টতা হ'ল এয়ে যে ভাষা, সাহিত্য, সংস্কৃতি, নৃতত্ত্ব, ইতিহাসৰ তেখেতৰ সকলো অধ্যয়ন অসমৰ লগত সম্পৰ্কিত; তেখেতৰ সকলো অধ্যয়নৰ লগত অসমৰ প্ৰাসংগিকতা অবিচ্ছেদ্যভাৱে জড়িত। প্ৰাচ্যতত্ত্ব অধ্যয়নৰ দৰে ড° নেওগে নিজৰ অধ্যয়নৰ মাজেদি "অসমতত্ত্ব অধ্যয়ন"ৰ ভেটি এটি সকলোৰে অজ্ঞাতেই স্থাপন কৰি দিছে। এই ভেটিটো চিনি উলিয়াই "অসম-তত্ত্ব" অধ্যয়নৰ সৌধ নিৰ্মাণ কৰি লোৱাৰ দায়িত্ব আমাৰ জাতীয় বৌদ্ধিক জীৱনে গ্ৰহণ কৰিব লাগিব।

গ্ৰন্থাকাৰে প্ৰকাশিত ৰচনাৱলীৰ উপৰিও দেশ-বিদেশৰ বিভিন্ন পত্ৰ-পত্ৰিকাত ড° নেওগৰ অনেক মূল্যবান ৰচনা সিঁচৰতি হৈ আছে। তাৰে অনেক পত্ৰিকাৰ সংবাদ অসমত এতিয়া অনেকেই লোৱা নাই আৰু পোৱাও নাই। ড° নেওগৰ এনে অনেক মূল্যবান ৰচনা সম্প্ৰতি দুৰ্লভ হৈ পৰিছে। আৰু অধিক দিন গ'লে অনেক ৰচনাৰ সন্ধান পাবলৈও হয়তো নোপোৱা হ'ব।

ড° নেওগৰ দৰে এগৰাকী জাতীয় পণ্ডিতৰ সকলো ৰচনাৰ সংগ্ৰহ, সংৰক্ষণ আৰু মুদ্ৰণ বা পুনৰ্মুদ্ৰণৰ উদ্দেশ্যে ১৯৮২ খ্ৰীষ্টাব্দৰ ১৬ মেই তাৰিখে ডিব্ৰুগড়ত "ড° মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস-পৰিষদ" গঠন কৰা হয়। ১৯৮৩ খ্ৰীষ্টাব্দৰ ২ জুলাই তাৰিখে ড° নেওগে তেখেতৰ চিঠি-পত্ৰ, ডায়েৰি, টোকাবহী সমন্বিত প্ৰকাশিত-অপ্ৰকাশিত সকলো লেখাৰ স্বত্ব ন্যাস পৰিষদক বিধিগতভাৱে অৰ্পণ কৰে।

"ড° মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস-পৰিষদে প্ৰথমতে অসমীয়া গ্ৰন্থসমূহ সংগ্ৰহ কৰি একো একোটি খণ্ডত প্ৰকাশ কৰিবলৈ আৰু এনে খণ্ড সমূহত অন্তৰ্ভুক্ত গ্ৰন্থসমূহ গাই-গুটীয়াকৈও প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্ত অনুসৰিয়েই ড° নেওগৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ, পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি, সত্ৰীয়া নৃত্য অসমীয়া গীতি-সাহিত্য, অসমীয়া সাহিত্যৰ ৰূপৰেখা আৰু আধুনিক

অসমীয়া সাহিত্য এই কেইখনি গ্ৰন্থৰে "মহেশ্বৰ নেওগ ৰচনাৱলী" প্ৰথম খণ্ড প্ৰকাশ কৰিবলৈ আৰু অন্তৰ্ভুক্ত গ্ৰন্থ সমূহ গুটীয়াকৈও উলিয়াবলৈ ব্যৱস্থা গ্ৰহণ কৰা হয়।

ড° মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস পৰিষদৰ হৈ ৰচনাৱলীৰ দ্বিতীয় খণ্ড আৰু তৃতীয় খণ্ডত সন্নিবিষ্ট গ্ৰন্থসমূহ গুটীয়াভাৱে প্ৰকাশ কৰিবলৈ আগবাঢ়ি আহে "চন্দ্ৰপ্ৰকাশ" (টিহু আৰু গুৱাহাটীৰ) স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা। এই উদ্দেশ্যে শ্ৰীশৰ্মাৰ লগত হোৱা ন্যাস-পৰিষদৰ চুক্তি অনুসৰি ৰচনাৱলীৰ এই দ্বিতীয় খণ্ড তিনিবছৰৰ আগতেই প্ৰকাশ হ'ব লাগিছিল। কিন্তু বিভিন্ন অসুবিধাৰ ফলত পলম হ'লেও গ্ৰন্থখনি প্ৰকাশ হৈ ওলাল। সি নিশ্চয় আনন্দৰ কথা। এই ছেগতে শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মাৰ প্ৰতি আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

ড° নেওগে যি সজ উদ্দেশ্য চকুৰ আগত ৰাখি প্ৰকাশন ন্যাস-পৰিষদ গঠনত সম্মতি দি ন্যাস-পৰিষদত তেখেতৰ সমস্ত ৰচনাৱলীৰ স্বত্ব অৰ্পণ কৰিছে, সেই উদ্দেশ্য পূৰণৰ বাবে ন্যাস-পৰিষদ প্ৰতিশ্ৰুতিবদ্ধ আৰু দায়বদ্ধ। আমি আশা কৰিছো ভৱিষ্যতে ন্যাস পৰিষদে সম্পূৰ্ণ নিজা ধৰীয়াকৈ মুদ্ৰণৰ দায়িত্ব বহন কৰিবলৈ সক্ষম হ'ব। এই ছেগতে প্ৰকাশন ন্যাস-পৰিষদৰ পক্ষৰ পৰা ড° নেওগ দেৱলৈ জ্ঞাপন কৰিছো সশ্ৰদ্ধ শুভেচ্ছা। আমি আশা কৰিছো তেখেতে সুন্দৰ স্বাস্থ্যৰে শতাধিক বৰ্ষ পৰমায়ু লাভ কৰিব আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ভঁৰাল নন লখিমীৰে ভৰাই তুলিব। ড° মহেশ্বৰ নেওগ হৈ ৰওক উত্তৰ পুৰুষৰ বাবে চিৰ সেউজীয়া অনুপ্ৰেৰণাৰ উৎস।

ইতি

**নগেন শইকীয়া**

সম্পাদক,

ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস-পৰিষদ

১ জানুৱাৰী ১৯৯৩

আশ্ৰয় ।। ডিব্ৰুগড়-৩

# সূচী-পত্ৰ

## জীৱনৰ দীঘ আৰু বাণি

## ৰক্তকমল

## আৱৰ্ত্তন



## ত্ৰিকল্প



## ডাৱৰৰ সিপাৰে ধুনীয়া দেশ

# ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ

'মেলিলোঁ প্ৰথম চকু / তোমাৰ কোলাতে আই / জীৱনৰ প্ৰথম পুৱাত' বুলি যি চমকা মাটি ছুই আঁঠু ল'ব পাৰোঁ, তাৰ কথা বন্ধু-বান্ধৱৰ কথাত নানাভাৱে প্ৰকাশ পায়—'আপুনি ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণলৈ যাবনেকি?' 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণক আপুনি বহুত দিন দেখা নাইনেকি? আপোনাৰ মনত নপৰেনেকি?' মোৰ জনমভূমি গাঁওখনৰ নাম কোনোবাই পাহৰি গ'লেও 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ' বিভূষাটি কিন্তু বন্ধু-বান্ধৱসকলে পাহৰি নাযায়, কাৰণ সেই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডখনক লৈ ৰচনা কৰা মোৰ ককাইদেউৰ বিখ্যাত 'মোৰ গাঁও' কবিতাটোৰ এটা ছত্ৰই সেই মাটিচমকাৰ স্মৃতি ছন্দোময় কৰি ধৰি ৰাখিছে: 'কমাৰফদীয়া! এই / সৰু গাঁওখনি মোৰ / ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ।' আৰু কতযে কি তাৰ মহিমা, কাৰণ 'দুটি চকু মেলিয়েই / ইয়াতে পোনতে দেখোঁ / বিনন্দীয়া সৃষ্টিৰ পোহৰ।' আজি শূন্যত বিলীন হোৱা তাৰ সৰলতা, পাৰ ভাঙি যোৱা স্নেহ-দয়া, হৃদয়ময়তা—সকলোটি লৈ 'বিশ্বৰ সৌন্দৰ্য-খনি! / জন্মভূমি, তই মাথোঁ / এচমকা ব্ৰহ্মাণ্ডৰ হিয়া।' সেই বিগত-গৌৰৱ কমাৰফদীয়াৰ হকে ককাইদেউৰ 'মোৰ গাঁও' কবিতা এধাৰি চকুলো মাথোন। গাঁওখনৰ বুৰঞ্জীৰ সাক্ষী যেন, গাঁওখনিৰ মাতৃ যেন 'গন্তীন দিখউ নই / আজিও বইছে ধীৰে,— / কত দিন-গইছে উকলি!' এই দিখৌ নৈয়েই বছৰি পলস দি আলু-বেঙেনাৰেপৰা পূৰা-অঁকা-খাগৰি কুঁহিয়াৰলৈকে যোগাই, নানা তৰহৰ মাছ খুৱাই কমাৰফদীয়াৰ জীৱনক জীপ দিয়ে। তাৰ পানীতে সাঁতুৰি-নাদুৰি ল'ৰা-ছোৱালীয়ে, ডেকা-গাভৰুৱে জীৱনৰ আনন্দ উপভোগ কৰে।

'মোৰ গাঁও'অতকৈও ককাইদেউৰ 'বিহুতী' নামৰ আন তিনিটা কবিতাইহে কমাৰফদীয়াৰ পাৰিপাৰ্শ্বিক ঐশ্বৰ্য কীৰ্তন কৰিছে অধিক সুন্দৰকৈ। সেই কবিতা তিনিটাৰ যদিও মূল অনুপ্ৰেৰণা হ'ল ইংৰাজ মহাকবি টেনিছনৰ 'মেই কুইন'হে, সি তেজপিয়াৰ দৰে কবিৰ অন্তৰ চুহি লৈ তেওঁৰ হতুৱাই নিজৰ আদি বাস-ভূমিৰ প্ৰভা-মণ্ডলৰ কথা কোৱাইছে। কবিয়ে বিহুতীৰ মুখে খৰালিৰ দিখৌৰ পাৰৰ বালি গুৱনি কৰা জাও-বনৰ কথা সুঁৱৰিছে: 'দিখৌৰ পাৰৰ সেই, জাওবনে মনে মনে / বসন্তৰ বাতবিটি আহোঁতে গুপুতে....।' কমাৰ-ফদীয়াৰ সমুখৰ দিখৌৰ সমান্তৰালে এমাইলমান দূৰেদি বৈ যোৱা 'লাহী কঁকালেৰে দৰিকা নই'ৰ শোভা আকৌ আন প্ৰকৃতিৰ: 'দৰিকা পাৰৰ সউ, ওপৰ গৰাত মোৰ / ঘন উলুবনে ঢকা....।' সেই উলুৱনিতে গৰখীয়া ল'ৰাই ধেতোৰ বিচাৰি চ'লাথ কৰে আৰু তাৰ মাজতে আহি পৰে বৰশীত খোটেঁাতে আছাৰ মাৰি দিলে দৰিকাৰ লুঠুৰি পাভ, ৰাঙলী বছা মাছ। দিখৌ আৰু দৰিকাৰ মাজত শাৰী পতা গাঁৱৰ ঘৰবোৰ এৰি বহল পথাৰ। সেই পথা-ৰৰ সোঁ মাজত পৰি আছে টেঙ্কি-আলি, যাৰ নাম বনৰীয়া বন-গীতত অভিলিখিত হৈছে: 'ন আলি বন্ধালে / নজন কোঁৱৰে / টেঙ্কি-আলি বন্ধালে কোনে?' টেঙ্কি-আলি দক্ষিণৰ দিশে শিৱসাগৰ বৰপুখুৰীৰ ফালে গৈ গৈ তাহানিৰ বৰৈ চুৱলীয়া পানীফুকনে বীৰত্ব প্ৰদৰ্শন কৰা ধাই-আলিত লাগিছেগৈ। য'ত এই লগা-লগি হৈছে সেইখিনিতে পুৰণি, বোধহয় ৰজাদিনীয়া, এখনি গাঁও—কুকুৰা-পুহীয়া। এই গাঁৱৰে স্বনামধন্য সন্তান ডক্টৰ মৰিতুল ইছলাম বৰা। কমাৰ-ফদীয়াৰ আমাৰ ঘৰৰপৰা মুকলি পথাৰৰ ওপৰে কুকুৰা-পুহীয়া গাঁৱলৈ এমাইলৰ বহুতখিনি অধিক হ'ব। কিন্তু আমি পাটীত পৰি সাৰ পোৱা ধল পুৱাতে কুকুৰা-পুহীয়াৰ কুকুৰাৰ ডাক আমাৰ কাণত পৰেহি। বিহুতীয়েও সেই কথা স্মৰণ কৰিছে: 'লক্ষ্মা ক'ত, ক'ত

বুলি, কুকুৰা-পুহীয়া গাঁও / এৰি কুকুৰাৰ ডাক নউ আহোঁতেই / চিকুণ পুৱাৰ আৰু উমলগা টোপনিত / জুতিৰে আইতা, তুমি শুই থাকোঁতেই····।'

টেক্সি-আলি আৰু দবিকাক সংযোগ কৰি আগৰ কালৰেপৰা গৰু-বাটিৰ দৰে এটা আলিবাট। নাম তাৰ আমনি আলি, কাৰণ আলিটোৱে ছুই গৈছিল আমাৰ আজোককাৰ বাৰীৰ শাৰী পতা আম গছবোৰক। আমাৰ বংশ কোঁৱৰপুৰ মৌজাৰ অন্তৰ্গত সেই বাৰীত থাকোঁতেই আজোককা ৰতিকান্তই ৰজাঘৰীয়া বৰবৰাৰ বিষয় খাইছিল আৰু সেই সময়তে মান-ভগন, মানৰ দিন আৰু শেহত পুৰন্দৰসিংহ স্বৰ্গদেৱে লালবন্দীকৈ দেশ চলাবলৈ লোৱা সময়ত তেওঁক ৰজাই তৰুৱা সেনাৰ নেওগ পাতিছিল। "অৰুনোদই"ত এটি উল্লেখৰপৰা বুজা যায়—১৮৫৪ চনলৈকে ৰতিকান্ত নেওগ কোঁৱৰ-পুৰৰ সেই ঠাইতে আছিল, কমাৰফদীয়াত ঠাই লোৱাহি নাছিল।

ককাইদেউৰ 'বিহুতী'য়ে অঞ্চলটিৰ এটুকুৰা ৰসাল ঠাইৰ স্মৃতি বহন কৰি আছে। সেয়া হ'ল ছোৱালী-বিহু পতা নিকুঞ্জ যেন বজাবাৰী পথাৰ: 'আৰু বেলি বিহুটিত / বজাবাৰী পথাৰত / ৰঙ-ধেমালিকে আমি কতনো কৰিলো; / নাচনীৰ ঘাই হই / বজাই গগনা-পেঁপা / ঢোলৰ ছেৱত অই কতনো নাছিলো!' সেই বিহু-তলিলৈ সোমাই যোৱা বাটটিও বিচিত্ৰ—পদ্ম বৰা বোলা গাঁৱৰ এমূৰৰ এঘৰৰ দীঘলীয়া পদূলিৰ কাষে কাষে নাহৰ গছৰ ফুলেৰে ওপচা শাৰী, কাষৰত কেতেকী ফুলৰ ফেঁটী সাপ মতলীয়া কৰা জোপোহা আৰু আন আন বনৰীয়া বনফুলৰ শোভা—যেন সেই বাটটিৰ কথাকে 'বিহুতী'ৰ কবিয়ে মনত পেলাইছে: 'মাধইমালতী লতা এজুপিয়ে / ৰচিছে হাবিয়ে বাট; / তৰহে তৰহে কেতেকী তগৰ / আমোলমোলায় তাত; ওপৰে নাহৰ এজাবৰ ফুল / বহুতলৈ শোভা পায়।' তেনে হেন ৰম্য পথেদি গৈ পোৱা বিহু-তলিৰ ছোৱালী-

বিহু 'শিল দ'ল ভাঙি আহি / কতনো ডেকাই চালে !' কতইবা তাত ফান্দত পৰিছিল ! কিল-কীৰ্তন পাইছিল !

বছৰৰ কত উছৱ-মহোৎসৱে কমাৰকদীয়াক মতলীয়া কৰি যায়—খৰিৰ ধুঁৱা মেজি, কলথহুৰাৰ ভেলা-ঘৰেৰে, গাঁৱৰ ডেকাৰ মাল-যুঁজেৰে, দুৱণিৰ পথাৰৰ ম'হ-যুঁজ, গৰ-যুঁজেৰে পিঠাপনাৰ ন জলপানেৰে মাঘৰ বিহু ; বকুলতলৰ থিয় শিলটোত হাত দি ভিতৰ সোমোৱা বাজতুৱা নামঘৰৰ বৰসবাহ, ভাওনা আৰু পিছৰ কালৰ থিয়েটাৰ অভিনয়। সবাতোকৈ চৰা কিন্তু ব'হাগৰ বিহু—গৰুক নোওৱা, বিহু-পিঠা খুউৱা আৰু গোন্ধত মলমলাই থকা ন ভৰা-পথা পিন্ধোৱাৰে ; গধূলি-নিশা উত্ৰাৱল বিহু-তলিৰ বিহু আৰু চোতালে চোতালে ঢোল-তাল, পেঁপা-গগনাৰ হুচৰিৰে ; কণি-যুঁজ, কড়ি-খেল তাচ-পঁচিৰে ; ন কাপোৰ, ন ফুলাম বিহুৱানেৰে ; গছে পতি লগা থেৰেজু-বৰ্হমথুৰিৰে, কুলি, কেতেকী, সখীয়তীৰ আৰু সহস্ৰ বিহগৰ বিহু বুলি উখল-মাখলেৰে। এইদৰে, এইদৰেই 'অতি চেনেহৰে বহাগৰ বিহুটি / টিকাত চাপৰ মাৰি যায় !' তল ভৰি ৰাঙলী ফুল আৰু তুলা সিঁচা 'দিখৌৰে পাৰৰে' নাৰায়ণশিমলু'ৰেপৰা কপৌ-কেতেকী, তগৰ গুলঞ্চলৈকে সকলো ফুল, ফুল, ফুলেৰে ফুলাম।

দিখৌ মৈক পুৰণি বুৰঞ্জীত বাশিষ্ঠী গংগা বোলা হৈছে। ইয়াৰ পাৰতেই হেনো এদিন বশিষ্ঠ মুনিৰ আশ্ৰম আছিল। ইয়াতে ইন্দ্ৰ দেৱতা আৰু শ্যামা বিদ্যাধৰীৰ হৈছিল লীলা-খেলা। "যোগিনী-তন্ত্ৰ"ই আকৌ দিখৌক বুলিছে 'তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী'। মোৰ কাৰণেতো দিখৌ তীৰ্থই—য'ত সদায় স্নান কৰি শৰীৰ পৱিত্ৰ ৰাখিবলৈ ল'ৰালিতে শিকিছিলোঁ—দিখৌ নৈৰ ঘুলিত ধঁৰিয়ালৰ বাহ বুলি জানিও। ঋতুৱে ঋতুৱে তাৰ কত কি গঢ় ! শৰত কালত দিখৌৰ ৰূপ দেখি গুৰুজনৰ কথাত বিশ্বাস কৰিবৰ মন যায়—'শৰত সমান নাহি সুখ-কাল।' এই সময়তে বিখ্যাত 'ৰামুণ পৰি মৰা দিখৌৰ গৰা'ৰ

ঠাইত আমাৰ ঘৰৰ সমুখত দিখৌৰ নতুন বালি নতুন এক সৃষ্টিৰ দৰে দিখৌৰ বুকুৰপৰা ওলাই পৰে। এই সময়তে নাৰ-বাট মাছৰ উজান উঠে। একোটা উজাৰত একো লাখ ৰূপ যেন ৰূপোৱালী মাছ বালিত আছাৰ খাই পৰেহি। নতুন নিকা বালিত নেজ জোকাবি জোকাবি প্ৰথম দেখা দিয়েহি চিত্ৰলেখাৰ লেখীয়াকৈ নে কোনোবা ৰাজকুঁৱৰীৰ দৰে খঞ্জনী পখী—বালিমাহী। ভাবোঁ, বালি-ডৰাৰ মাক দিখৌৰ পানী একাষৰীয়া হ'লেই তাৰ যতন ল'বলৈ যেন আহে এই মাহীহঁত! সেই সময়তে ল'ৰালিৰ ডাঙৰ সম্পত্তি যেন বালিৰ বুকুৰপৰা লিহিৰিপতীয়া জাও-বনবোৰ মূৰ তুলি গজি উঠে, বালিডৰাৰ এক অংশ সেউজীয়া হৈ পৰে; আমাৰ ধেমালিৰ বহল ঠাই হয়—বালি দ'ল সজা, আন কি, মাজুলীৰপৰা খেৰ কাটি বৰনাৱেৰে আনি খেৰকটীয়াহঁতে থোৱা থাকবোৰৰ আঁৰত লুকা-ভাকুও খেলা। খৰালিৰ দিখৌৰ বালিতে কত নাৱৰীয়া আহি ফু মাৰি ভাত ৰান্ধি খাই যায়, নিশা বঞ্চে। কেতিয়াবা আউনীঅটীয়া কৰ-তোলা ভকত আহি ছৈ-ঘৰ সাজি বাহৰ পাতি এমাহ-দুমাহ ৰয়। ব'হাগৰ গৰু-বিহুৰ দিনা গা ধুউৱা গৰুৰ গাত 'লাও খা' 'বেঙেনা খা' কৰা লাও, বেঙেনা, হালধিৰ চকলে দিখৌৰ বালিত ফুল বাছে। কিন্তু বাৰিষা আহিলেহে দিখৌৱে উগ্ৰ তাণ্ডৱ ৰূপ লয়, কত ঠাইত গৰা খহাই গছ-গছনি ভাঙি আনে; ফেনে-ফোটোকাৰে ঘোঁৰা পানী ওফন্দি উঠে। দুই পাৰে চৰকাৰে বান্ধি দিয়া মথাউৰিৰ বাবেহে কমাৰফদীয়া আৰু আন গাঁওবোৰ দিখৌৰ বানৰ-পৰা ৰক্ষা পৰে। কিন্তু এই সময়তে গাঁৱৰ পাছফালে থকা বহল পথাৰথনৰ বিৰাট অঞ্চলটো দিচাং-দৰিকাৰ পানী মিহলি হৈ বগাকৈ ঢাকি পেলায়হি। সি এক অদ্ভুত দৃশ্য ধল-পানীৰ। আমাৰ ঘৰৰ ওচৰৰপৰা দেখা পোৱা সেই পানী চাবলৈ যাবলৈ কিন্তু আমাৰ সম্পূৰ্ণ বাধা আই-বোপাইৰপৰা। কিন্তু ধল-পানীৰ সেই দৃশ্যই দূৰৰে-

পৰা মোৰ সৰু মনটোক নিমন্ত্ৰণ কৰিয়ে থাকে—পিছে মিছাতে।

'দিনৰ চাৰি পৰ মনিছৰ, নিশাৰ চাৰি পৰ দেৱতাৰ',—আই-ভাই কৈয়ে থাকে। দেৱযোনি প্ৰাণীসকল আমি নেদেখাকৈয়ে আমাৰ চাৰিফালে ঘূৰে—'পকা থেকেৰাৰ দৰে তেজে-ফুটা মুখখনি / চুলিস্থূপি বগলিৰ দৰে' লৈ বুঢ়া ডাঙৰীয়া, 'আমৰ তলতে টুক্ টুক্ চাপৰি বোৱা' যখিনী-ছোৱালী, 'পোতা পুখুৰীত বাক' আদি সকলো ভয়ৰ নহয়, ল'ৰালিৰ ভাবৰ লগৰীয়া। আৰু আমাৰ বাৰীৰ চুকৰ পুখুৰীৰ পাৰতে জোৰটাৰ জলাই লৈ পথাৰৰ ফালে চাপলি মেলা ধন-গুলৈকতো সাঁজৰ বেলাৰপৰা পঁুৱতীলৈকে কেতিয়াবা দেখা পাওঁই।

এনেকুৱা, এনেকুৱাই প্ৰাকৃতিক পৰিৱেশ যেন নদী-মাতৃক ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণৰ।

# গতি আৰু স্মৃতি

পৃথিৱীৰ প্ৰথম পোহৰ দেখাৰেপৰা বৰ দীঘলীয়া এটা বাট টুক টুককৈ খোজ কাঢ়ি আহিলোঁ। এই দূৰণিবটীয়া বাটছোৱাৰ প্ৰথম কোনটো বিন্দু মনত পৰে, তাক স্মৃতিপথৰপৰা তুলি আনিবৰ যত্ন কৰোঁ। সাধাৰণতে সকলো লোকৰ আটাইতকৈ পুৰণি, আদিম স্মৃতিকণা হেনো কিবা নহয় কিবা এটা গতিৰ লগত মিহলি হৈ থাকে। মোৰো তেনেই হৈছে। তেতিয়া বোধ হয় মোৰ দুই-তিনি বছৰমানহে বয়স হৈছিল। আইৰ কোলাৰপৰা তেতিয়াও ননমাৰ প্ৰবৃত্তি। আমাৰ ঘৰৰ কমাৰ ফদীয়াৰপৰা শিৱসাগৰ নগৰেদি শিমলুগুৰি ষ্টেশ্যনলৈ তেতিয়াৰ একমাত্ৰ সুলভ বাহন গৰু-গাড়ীত উঠি গৈ, তাৰপৰা ৰেলগাড়ীত আমগুৰি ষ্টেশ্যনলৈ গৈ, তাৰ ভূঞাখাত বোলা ঠাইত থকা খুড়ীদেউৰ আইৰ ঘৰত দুদিনমান থাকি মোৰ আই আৰু কোন কোন জানো ঘৰলৈ ঘূৰিছিল। ময়ো যাত্ৰাৰ সাঙ্গোপাঙ্গৰ ভিতৰৰ এক অঙ্গ। সেইযে ৰেল-গাড়ীৰ বেঞ্চিত বহি থাকোঁতে কাষৰৰ গছ-বন-বোৰ বেগাই পিছলৈ লৰি লৰি গুচি গৈছিল, দেখি বৰ অদ্ভুত লাগিছিল; তাৰ চলন্ত সাঁচ মোৰ সৰু মনত বৰকৈ বহি গৈছিল, মাজে মাজে সপোনতো তাকে দেখিছিলোঁ বহুত দিনলৈ।

ইয়াৰ কিছু দিনৰ পাছতে হ'ব, আৰু এক গতিৰ সাঁচ মনত গোট খালে। সেয়া কিন্তু ভয় লগা এক গতিৰ, জীৱন্ত ব্যাঘ্ৰ-জম্পনৰ। আঘোণমহীয়া ক'ৰবাৰপৰা এক বৰ ঢেঁকীয়াপতীয়া বাঘ আহি আমাৰ ঘৰৰ সমুখৰ দিশে নৈৰ পাৰৰ ভাঠ কুঁহিয়াৰণিডৰাত বাহৰ পাতিলে। লগে লগে তাৰ অদ্ভুত গোন্ধ বিয়পি পৰিল আৰু কুঁহিয়াৰণিৰ কাষৰৰ শিমলু কেইজোপাত পৰি মাজে মাজে কোৰ্হাল

কৰা কাউৰীৰ ৰমলিয়নিয়েও বনৰজাৰ কেম্প পতাৰ কথা ক'লে। এইদৰে কেইবাদিনো গ'ল। কথা ওলাল যে আমাৰ ককাদেউতা এজনে মন্ত্র মাৰি ক'লৈকো যাব নোৱৰা কৰি বাঘটো হেনো বান্ধি ৰাখিছে। আমি চুবুৰীৰ সৰু সৰু ল'ৰাবোৰে ভয়-ভ্রান্তি নকৰি দিখৌত গা ধুইছিলোঁগৈ। মাথোন লগ পালে বাঘৰ টিকাত লগাবলৈ পচিটিপনি এচাৰি একোডাল হাতত লৈ গৈছিলোঁ! এনেতে চতুৰ্থ কি পঞ্চম দিনৰ দিনা তিনিজন বন্দুক-ধাৰী চিকাৰী আহিল, আৰু লগে লগে তেওঁলোকৰ অব্যর্থ গুলী-সন্ধানত মৰা বাঘ চাবলৈ অহা মানুহ আলিবাটত এক ফার্লং মান জুৰি নিঃশব্দে থিয় দিলে। অবিশ্বাস্য কথা নহয়নে? কিন্তু সঁচা কথা। মন্ত্র মৰা ককাদেউতাই মন্ত্রৰ বান্ধ মেলি দিলে, কাৰণ মন্ত্রৰ বান্ধত থোলে বাঘক মাৰিব নাপায়, মাৰিব নোৱাৰি। চিকাৰী তিনিজন বাঘ শুই থকা ঠাইৰ ওখ শিমলুৰ ওপৰলৈ হাতত সাবে ভৰিত সাৰে উঠি গ'ল কপ্ কপ্ কৈ, আৰু শিমলুৰ ফেৰেঙণিত বহি ল'লে। এইদৰে সাজু হোৱাৰ পিছত প্ৰথম শ্ৰেণীৰ চিকাৰী পহৰ শ্বাহ বোলাজনে বাঘলৈ নিচান কৰি গুলী এৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ বাঘত গুলী নালাগি তাৰ চিটিকনিহে মাথোন পৰিল। লগে লগে বনৰজাই হাওৰিয়াই পহৰ শ্বাহ উঠা গছজোপাত বগাবলৈ লাগিল। চিকাৰীয়ে কিন্তু পুনৰ গুলীয়াবৰ যত্ন নকৰি বাঘৰ ওপৰেই মাটিলৈ জাপ মাৰি দিলে আৰু ভাগ্যে হাত ভৰি নভগাকৈ কুঁহিয়াৰণিৰপৰা ওলাই আলিবাটৰ বং চাবলৈ অহা মানুহৰ ভিৰৰ মাজেদি পলাই ঢাপলি মেলিলে। বাঘেও আন কাকো একো নকৰি পহৰ শ্বাহৰ পিছে পিছে ঢপলিয়ালে। এক ফার্লং মান বাঘৰ আগে আগে উধাতু খাই লৰি নিৰুপায় হৈ পহৰ শ্বাহ বাটৰ কাষৰ ঢেঁকীয়ানিৰ জোপোহাৰ মাজলৈ জঁপিয়াই পৰি লুকাবৰ যত্ন কৰিলে। কিন্তু লগে লগেই বাঘটোও তেওঁৰ ওপৰতেই জঁপিয়াই পৰিল। বাকী দুজন চিকাৰীৰ এজনে কিন্তু

বন্দুকটো লৈ বাঘৰ পিছে পিছেই খেদি আহিছিল আৰু পহুৰ খাহুৰ গাত বাঘ পৰাৰ প্ৰায় লগে লগেই নিতান্ত ওচৰৰপৰা বাঘৰ গালৈ গুলী কৰিছিল। সেই গুলীতে বাঘ চাল খাই পৰিল- যদিও, তাৰ আগতেই সি পহুৰ খাহুৰ শৰীৰ চকিয়াই আঁচুৰি তেজে-তুমৰলি কৰিছিল। আমাৰ ঘৰত এখন ধুনীয়া পুৰণি দোলা আছিল। তাতে অৰ্ধ-মৃত পহুৰ খাহুক তুলি নগৰৰ আস্পতাললৈ লৈ যোৱা হ'ল। কিন্তু তেওঁৰ তেজেৰে দোলা উপচি পৰিল আৰু আস্পতাল নৌ পাওঁতেই তেওঁৰ মৃত্যু ঘটিল। হেঙুল-হাইতালেৰে বনকোৱা আমাৰ দোলাখনহে পুনৰ আমাৰ ঘৰলৈ ঘূৰি নাহিল। দোলাত উঠা যুগটো বোধ হয় ইয়াৰ বহুত আগতেই মৰি শেহ হৈছিল!

এনে বিশ্বাস-কৰিবনে-নকৰিব (believe it or not) জাতৰ কাহিনী আনৰ অভিজ্ঞতাত ঘটে নে নঘটে, হয় নে নহয়, নাজানো। কিন্তু মোৰ তিনি-চাৰি বছৰ বয়সীয়া জীৱনৰ স্মৃতি-ৰূপে এই ঘটনা ৰৈ গ'ল। সেই ঘটনাৰ পাঁচ বছৰমান পিছত একেবাৰেই শিৱসাগৰ নগৰৰ পথতে আকৌ এবাৰ বনৰজাৰ দৰ্শন হৈছিল। তেতিয়া শিৱসাগৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ বোধ হয় চতুৰ্থমান শ্ৰেণীত পঢ়ো। স্কুললৈ সদায় ঘৰৰপৰা ডেৰ মাইলৰ বাট খোজ কাঢ়িয়ে যাওঁ—কমাৰ ফদীয়া এৰি মৰনৈ-কাষৰ গাঁও অতিক্ৰম কৰি দৰবাৰ ফিল্ড বা পল্টন-খোলাৰ কাষেদি ধাই আলি এৰাই দিখৌৰ মথাউৰিয়ে শিৱসাগৰ পুলিছ-থানাৰপৰা পোন বাটতে আমাৰ স্কুল। বিশেষ এদিনৰ দিনা ধাই আলি ছোৱাৰেপৰা মন কৰিলো—বাটত মানুহ অতি পাতল, নাই বুলিলেই হয়। আমি তিনিটা নে চাৰিটা ল'ৰাক বাটেদি গৈ থকা দেখি দুই-এজন লোকে সাৱধান কৰি দিলে, নগৰৰ মাজত বাঘ ওলাইছে, আমি আগ নবঢ়াই মজন। আমি কিন্তু অঁকৰাৰ দৰে নিজৰ গতি ৰোধ নকৰিলোঁ। খন্তেক পিছতে পিছে থানা-স্কুল পথৰ সমান্তৰাল বাটটোৱে স্বয়ং বনৰজাকে জৰি যোৱা

দেখা পালো। তেতিয়াহে আমাৰ বুকু কঁপিল। ভাগ্যে আমাৰ জীৱন্ত মৃত্যু-স্বৰূপ বনৰজা আমাৰ বাটৰ ফালে নাহিল; আৰু, আমি তেওঁক দেখাৰ এক মিনিটৰ ভিতৰতে চিকাৰীৰ বন্দুকৰ গুলীৰ শব্দ শুনিলো আৰু দূৰৈৰপৰা মানুহৰ কোলাহল শুনিলো, 'মৰিল, মৰিল; বাঘটো মাৰিলে।' কেইঘণ্টামান পিছত বাঘটো গৰুগাড়ী এখনত তুলি নগৰত প্ৰদৰ্শন কৰা হ'ল। তেতিয়া সি মৰা বাঘ।

আৰু এটা ভয় লগা মনত লগা কাহিনী। কেঁচুৱাৰেপৰা দিখৌৰ পানীত গা ধোৱাটি মোৰ নিত্ কৰমৰ ভাগ। কিন্তু স্নান কৰাতকৈ দিখৌৰ বুকুত সাঁতুৰি-নাদুৰি, খেদ্‌খেদাই থকাটোহে ল'ৰা-ধেমালিৰ মৰমৰ লগৰীয়া হৈ পৰিছিল। সেই লগৰীয়াৰ লগত খেলিবলৈ যোৱাত আই-বোপাইৰ বৰ বাধা পৰিছিল। কেতিয়াবা বহুতপৰ পানীত উটা-বুৰা কৰাৰ পাছত পাৰৰ বালিত সূৰ্য-স্নান কৰি পৰি থকাৰে-পৰা হাতত চেকনি লৈ অভিভাৱকে খেদি আনি ঘৰ সুমুৱাইছিলহি। দিখৌৰ পানীত বনৰজা নাই, সঁচা কথা; কিন্তু জলকোঁৱৰ জল-কুঁৱৰীসকলতো আছে, আৰু আছিল বৰ বৰ একোটা ঘঁৰিয়াল। খৰালি সিহঁতে আমাৰ পাৰৰ বালিত বা সিপাৰৰ ওখ গৰাত পৰি ৰ'দ লৈ থাকে, মানুহ যোৱাৰ গম পালে পানীলৈ নামি যায়। দিখৌৰ বুকুত মাছ ধৰি সিহঁতে ওপৰলৈ আছাৰ মাৰি গালোপ্‌কৈ মুখত সুমুওৱাও দেখিছোঁ। এদিন আমাৰ ঘাটত আমি কেইটামানে পানীত পৰি সাঁতুৰি থাকোঁতে আমাৰ মাজৰ এটাই ক'লে, "চা অ' চা, সৌ গৰাত সোটো কিমান ডাঙৰ মিছা মাছ।" হয়তো, মিছা মাছৰ দৰে শৰীৰৰ ভাঁজ এটা কৰি প্ৰকাণ্ড এক ঘঁৰিয়ালে গৰাত ৰ'দ লৈছে। আমি দেখা পায়ে ভয়ত ইপাৰৰ বালিত উঠিলো। আমাৰ চিঁঞৰ-বাখৰ শুনি ঘঁৰিয়ালটোও নৈৰ ঘূলুঙীয়ালৈ টুলুপ্‌কৈ সৰি পৰিল। আন এদিনাখন আমি জাক ল'ৰাবাহে নৈত পৰি সাঁতুৰি আছো। এনেতে এক লগৰীয়াই ক'লে, "যদি এতিয়া

ঘঁৰিয়াল ওলাই আমাক টানেছি!" ঘঁৰিয়ালৰ নাম শুনিয়ে আমি আটাইখন পাৰলৈ উঠিলো। কিন্তু কি আচৰিত! আমি পাৰ পোৱাৰ লগে লগেই আমি সাঁতুৰি থকা ঠাইতে এটা বৰ ঘঁৰিয়ালে পানীৰ ওপৰত দেখা দিলে। এটা ল'ৰাই ক'লে, 'কোনজন ঈশ্বৰেনো আজি আমাক ৰক্ষা কৰিলে এইদৰে! নহ'লে আজি আমাৰ এটা ঘঁৰিয়ালৰ পেটত সোমালেঁহেঁতেন।' সেইদিনাৰ্লৈ সিমানতে আমাৰ জল-ক্ৰীড়া সমাপ্ত হ'ল। কিন্তু ঘঁৰিয়ালৰ ভয়ত আমাৰ সেই অময়া আনন্দ চিৰকাললৈ বন্ধ নহ'ল। চলিয়ে থাকিল। আজি-কালি কিন্তু দিখৌৰ বুকুত নালাগে বৰনৈ ব্ৰহ্মপুত্ৰৰ বুকুতো ঘঁৰিয়াল নোহোৱা হৈছে।

আমাকযে সেইদিনা ৰক্ষা কৰিলে কোনোবাজন ঈশ্বৰে, তেওঁৰ কথাও পাহৰি গ'লোঁ। ইতিমধ্যে কিন্তু আইতাৰ লগতহে ঈশ্বৰজন সম্পৰ্কে মোৰ এক সজ্ঞাত ঘটিছিল। আইতাই নিতৌ সন্ধিয়া পৰত আমাৰ ঘৰৰ গোসাঁই-ঘৰৰ থাপনাৰ আগত বান্তি জলাই সেৱা কৰেহি, মোকো লগতে নি সেৱা কৰায়গৈ। থাপনাখন মোৰ সাদৰী বায়েদেৱে বৈ দিয়া বৰ বৰ ফুল বছা আৰু নামঘোষাৰ কুটেৰে ধুনীয়া কাপোৰ দি সজাই ৰখা হৈছিল। তেনে ফুলাম কাপোৰ পিন্ধি থকা থাপনাখনকে মই ঈশ্বৰ বুলি ভাবিছিলোঁ, কাৰণ তাৰ বাহিৰে আন কোনো বা একো আমাৰ গোসাঁই-ঘৰত নাথাকেই। আইতায়ো কয়, সেই গোসাঁইকেই আমি সদায় সেৱা কৰিলে তেওঁ আমাক আগলৈকে মৰম কৰি থাকিব। কিন্তু মোৰ সৰু মনৰ খুকুৰি কোনো-দিনে নাভাগে যে সদায় সেৱা কৰি থকাতো গোসাঁয়ে গালত হাত ফুৰাই মৰম কৰা দূৰৰ কথা, এদিনলৈকো নিজৰ মুখখনকে নেদে-খুৱায়, মাত এষাৰকে নিদিয়ে। আইতাৰ ওচৰত গোচৰ বা মোকৰ্দমা দাখিল কৰোঁ, কাৰণ তেতিয়ালৈকে আইতাতকৈ ডাঙৰ কোনো হাকিম দেখা নাছিলো। আইতাই বুজালে, 'গোসাঁইৰ যেতিয়া ৰবকৈ মৰম লাগিব, তেতিয়া তোক দেখা দিবই দিব। তই

সদায় তেওঁৰ আগত সেৱা কৰি থাকিব লাগিব মাথোন।' মোৰ সেইকালে ল'ৰামতীয়া সাধ্য-সাধনা চলি থাকিল। কিন্তু লাহে লাহে ধৈৰ্য্যৰ বান্ধ ছিগি আহিল। এদিন সন্ধিয়া থাপনাৰ গোসাঁইক মুকলিভাৱে প্ৰত্যাহ্বান জনালোঁ, 'অ গোসাঁই, গোসাঁই, তই মোক নামাত! চাবি কাহানিবা তোৰ কাপোৰত ধৰি তোক চোঁচোৰাই আনিম, চোঁচোৰাই আনিম, তেতিয়া গম পাবি, তেতিয়া তেওঁ মাতিবিহে।' আইতাই এই কথা বৰ ভাল নুবুলিলে, আৰু বহুত ভাল কথাৰে ভেটগুটি যেন মোৰ এই পোৰাসুঠানী বা মূৰ্তি-ভঙা মনোভাব একৰাবৰ যত্ন কৰিলে। এতিয়ালৈকে কিন্তু গোসাঁয়েও মোৰ লগত কোনো আপোচ কৰি লোৱা নাই; আৰু থাপনাৰ গোসাঁয়ো এতিয়াও খনিকৰৰ কাঠৰ কাম হৈয়ে আছে। ঈশ্বৰক জনোৱা মোৰ 'চেলেঞ্জ'টো হ'লে মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ থাপনা নামৰ পুথিৰ 'থাপনা' নামৰ কবিতাটিত ৰূপ লৈ আছে: 'আইতা ঐ, সেই ৰজা যদি ইমান দয়ালু, / চামচোন বাৰু মই / কিয় তেওঁ থাকে এইদৰে কাকো / নমতা-নোবোলাকই! / বুজি পালোঁ মই, ঠেহ পাতি তেওঁ / মুখেৰে নামাতে কাকো; / বাৰু, আজি থক, একোকে নকওঁ; / তুয়ো মনে মনে থাকোঁ। / কাইলই আমি দুইটি যেতিয়া / গোসাঁই ঘৰলৈ যাম, / কাপোৰত ধৰি বল নি আনিম; / মাতে নে নামাতে চাম।' গোসাঁইৰ কিন্তু মাত ক'ত আৰু শুনো!

# দিখৌপৰীয়া জীৱনৰ জীপ

দিখৌ নৈ ল'ৰালিৰ কেনে লগৰীয়া আছিল, কৈছোঁৱেই। নৈখনিৰ খৰালিৰ শোভাই মোৰ ল'ৰা-মনত বিশেষ ৰেখাপাত কৰিছিল। সেই বতৰতহে তাৰে সৈতে সেই লগৰীয়া ভাব ভাঠকৈ মনলৈ আহিছিল। ৰাৰিষা যেতিয়া ধুনীয়া বালিটো ঢাকি ঘোলা হৈ পানী ওপৰ গৰালৈকে ওফন্দি পৰে, সেই পানীত কেঁচেমা-কেঁচেম গোন্ধ এটা ওলায়, তেতিয়া দিখৌলৈ আৰু মৰম নালাগে। কিন্তু কলৰ ভুৰ সাজি নৈৰ সাঁতৰ আঁতৰত পানী ভৰি পৰা দ ঠাই-বোৰত খেমালি কৰা এতিয়াও মনত পৰে। ঘাই সুঁতিয়েদি পাৰ ভাগি পৰা গছ, ক'ৰবাত শুকাই থকা জগা কাঠ, ফেন-ফোটোকাৰ, আন কি মৰা গৰু আদি দিখৌৱে কঢ়িয়াই লৈ আহে। কেতিয়াবা উটি অহা কাঠৰ ওপৰত ঘঁৰিয়াল, আন কি কাছও বহি আহে। দিখৌৰ বানৰ পানী হৰ হৰকৈ ৰাম ভাগৰ খাল আৰু ফুটত (আলিবাটত তুলিবলৈ গড়কাপ্তানিৰ খুনিয়াই মাটি কটা খাল) সোমালে চাবলৈ আমি সৰু সৰু ল'ৰাবোৰৰ বৰ কৌতূহল ওপজে। বান শুকাই গ'লে সেইবোৰ খাল আৰু ফুটত পানীৰ লগতে দিখৌৰ ডাঙৰ-সৰু মাছ ৰৈ যায় আৰু পিছত জাকৈ-জুলুকি বা বৰশীত ধৰা পৰে। আমি সৰুতে কিন্তু এইদৰে মাছ ধৰাৰ আনন্দৰ ভাগ নাপাওঁ। আহিনমহীয়া দিখৌৰ পানী বালি পৰ্যন্ত শুকালে যে নাৰ-বাট মাছৰ উজান উঠে, তাত আমি পাৰত জঁপিয়াই পৰা মাছহে দুই-এটা থপিয়াই ধৰিবলৈ পাওঁ। উজানৰ মাছ উজাৰ খাই জপিওৱাৰ আগতে হেজাৰৰ লেখত একে ঠাইতে কমাই কমাই পোট খায়। আমাৰ চকুৰ আগতে ডাঙৰ মানুহে জুলুকি লৈ ছেগ

বুজি সিমানবোৰ মাছ জুলুকিৰ একেটা চাবতে ধৰা দেখি বৰ ভাল লাগে। দিখৌৰ বালিত খৰালি হ'লে লতা বগাই বহল হৈ পৰা কিবা এবিধ বন হয়। সকতে আমি তেনে বন উঘালি জোপোহা কৰি দিখৌৰ পানীত খুঁটি মাৰি ৰাখোঁ। আৰু পুৱা হ'লে সেই জোপাটোহঁত তুলি আনি তাৰপৰা সৰু সৰুবিধ মিহা মাছ উলিয়াই ধৰোঁ। দিখৌ গৰাৰ পলস পৰা ঠাইত বেঙেনা, আলু, বিলাহী, মাটি-মাহ, মগু-মাহ, বঙালাও প্ৰচুৰ পৰিমাণে হৈছিল। মোতকৈ বয়সে বহুত ডাঙৰ গুলচী নামৰ আমাৰ বন কৰা ছোৱালীজনীয়ে এইবোৰ খেতিৰ বস্তু চপাই ঘৰলৈ নিওঁতে নৈৰ সিপাৰৰপৰা কোনো-বাই তাইক জোকোৱাত তাই ঘৰলৈ ঢাপলি মেলিছিল আৰু মই বুজিব নোৱাৰি অবাক হৈছিলোঁ। মাটি মাহ, মগু মাহৰ ছেঁই ধৰিলেই আমি মাহনিত বহি দাঁতেৰে কুটি কুটি কোমল মাহ চিৰি খাই বৰ ভাল পাইছিলোঁ। মাহনিৰ ঢাপৰ ৰবকৈ ডাল ভৰি লগা সুৱদি ৰগৰী কেইজোপাৰ সোৱাদ আজিও পাহৰিব পৰা নাই। কেতিয়াবা কেঁচকলি ৰগৰী খাই নিশা হ'লে কুহুৰ কুহুৰ কাহি লেলেটিওৱা কাহত টোপনি যাব নোৱৰা অৱস্থাও হৈছিল। তেতিয়া তিতা বা বগা বাহক পাতত দি জুইত দি তাৰ জোল উলিয়াই মৌজোলেৰে আয়ে খুৱাব লগীয়াও হৈছিল। কেতিয়াবা কাহ ভাল নহ'লে আমাৰ ঘৰৰপৰা ডেৰ মাইলমান নিলগৰ বড়া গোসাঁইক মতাই আনি দেউতাই কবিৰাজী দৰব খুৱাইছিল। চুপহা বা চিপহা নামে উজনিত এটি থলুৱ সত্ৰ আছে। তাৰে তিনি ভাগ—বগা চেহেৰাৰ মহন্তেৰে বগা চুপহা, শ্যাম-বৰণীয়া মহন্তেৰে ক'লা চুপহা আৰু মোক চিকিৎসা কৰা তেজ-গোৰা বৰণৰ গোসাঁইজনৰ দৰে গোসাঁইসকলৰ বড়া চুপহা। মনত আছে এদিন মোক মৰম কৰি কোলাত তুলি মুখত আকটা ঔষধ বাকি দিওঁতে মই থুত্‌কুৰিয়াই বড়া গোসাঁইৰ বড়া মুখখনি বিবৰ্ণ কৰি পেলাইছিলোঁ। সৰু কালত

মাছ, বগৰীৰ বাহিৰেও গাঁৱৰ মাজ ভাগতে থকা আহোম-চুকৰ চেঁচোৰণি পথাৰত পম খেদি খেদি চেঁচোৰ খানি তাৰ গাখীৰ যেন সোৱাদ লোৱাৰ প্ৰবৃত্তি ৰাকৈয়ে হৈছিল। বজাৰৰ সেই কালৰ চেনিগুটি ( লুজন ), পিপাৰমেণ্টতকৈও এইবোৰ বস্তুহে মিঠা লাগিছিল, বেছি। বজাৰৰ ৰবৰৰ বা চামৰাৰ বলতকৈও সুলভ ৰবাৰ টেঙাৰ বলেহে আবেলি বেলাৰ বিনোদ যোগাইছিল। কাপোৰৰ ঢোপ আমাৰ দিনৰ পূৰ্বেই অচল হৈ পৰিছিল। বগৰী আৰু চেঁচোৰৰ লগৰ আৰু এটি বনৰীয়া বস্তু মাজে মাজে মোৰ সমনীয়া যিসকলে মুকলিমূৰীয়াকৈ দৰিকাৰ পাৰত গৰু বিচাৰিবলৈ বা চৰাবলৈ বা বৰশী টোপাবলৈ পাইছিল, সিসকলৰপৰা পাইছিলো। সেয়া হ'ল ক'লা পিঠাগুৰিৰ দৰে গুৰি থকা খেতোৰ। ইয়াৰ বাহিৰেও কেঁহোৰৰ নামহে শুনিছিলো, লগ পোৱা নাছিলো। মুঠতে, এইবিলাকেই আছিল ল'ৰালিৰ দিখৌপৰীয়া জীৱনৰ বিলাস-বিভৱ। আজি কিন্তু মই কমাৰ-ফদীয়াত থকাহেঁতেনো পূৰ্বৰ আনন্দময় দিখৌপৰীয়া জীৱন নাপালোঁ-হেঁতেন, কাৰণ আগতে য'ত দিখৌখন আমাৰ ঘৰৰ পোনে ভুমুকি মাৰি আঁতৰি গৈ এমাইলমান বাট ঘূৰি আমি আমাৰ ঘৰৰ আগত বালি পেলাই তাৰ কাষে কাষে পোন পথ লৈছিল, এতিয়া সেই সমস্ত অংশকে দিখৌৱে এৰিলে; আমাৰ সমুখত লিহিৰীপতীয়া জাওবনেৰে বালিৰ শোভা এতিয়া নাই; এতিয়া আমাৰ ল'ৰালিৰ মন জুৰাই আউনী-অটীয়া কৰ-তোলা নামলগোৱা পাঁচনি-ভকতৰ নাও আমাৰ ঘাটত লাগি আমালৈ কুঠাৰে কাটি ফালিৰ লগীয়া হোৱা পকা মিঠৈ নানে; ক'ৰবাৰ মিৰি-গাঁৱৰ শুচৰৰ চাপৰিত শৰণ-খেৰ কাটি অনা নাৱৰীয়াৰ বৰনাৱো আমাৰ ঘাটত নাচাপেহি; আৰু ভাটিয়লীয়া মাৰিৰ আমাৰ গাঁওবোৰ চুঁচি-পাছি ধান, চাউল, মাহ, সৰিয়হ ভৰাই অনা আৰু দীঘল গুন ( ৰুঁই ) লগাই টানি অনা টিং-ওখ বৰ বৰ নাওবোৰো দিখৌৰ পানীয়েদি গম্ভীৰভাৱে চলি নাযায়। তাতোকৈ

আৰু কি হেৰুৱালো জানেনে?—গোটেই আবেলি বেলাতো চিঁউ চিঁউ কৰি আকাশত বনোৱা আৰু বালিত পৰি পাখি কটলা চিলনীবোৰ—বিশেষকৈ ইটাগুৰীয়া গুৱনী গঙাচিলনী কেইজনী (হায় চিল, সোনালী ডানার চিল, তুমি আর কেঁদোনাকো ধানশিরি নদীটির তীরে!)। সেইবোৰ সম্পদ মোলৈ আৰু কোনেও ঘূৰাই নানে।

আগতে কৈছো. আজোককাৰ দিনলৈকে, অন্ততঃ "অৰুনোদই"ৰ উল্লেখমতে ১৮৫৩ ছনলৈকে আমাৰ ঘৰ আছিল টেক্সি আলিৰ পূৰ্ব্ব আমনি আলিৰ কাষৰৰ ঠাইত কোঁৱৰপুৰ মৌজাৰ ভিতৰত। তাৰপৰা আমাৰ বংশ (ৰতিকান্ত নেওগৰ বংশ) কি কাৰণে কেতিয়া নগৰ মহল মৌজাৰ কমাৰ ফদীয়ালৈ উঠি আহিল, তাৰ ইতিবৃত্ত নাপালো। অনুমান হয়, সেই প্ৰব্ৰজন (যদি প্ৰব্ৰজন তাক বুলিব পাৰি) আমাৰ ককাৰ (যজ্ঞোৰাম নেওগ) দিনতে ঘটিছিল। কোঁৱৰপুৰ আৰু কমাৰ ফদীয়াৰ এটা পাৰ্থক্য আমি বুজিছিলো—প্ৰথমখন আপেক্ষিকভাৱে দ পথাৰেৰে দ ঠাই আৰু সম্ভৱতঃ দিচাং-দৰিকাৰ মিলিত ধল-পানীয়ে তাক কোবাইছিল, যদিও কৃষকসকলৰ ডাঙৰ সম্পদ ম'হৰ নিচিনা দ পথাৰত চৰা জন্তুৰ বাবে সেই তেনে ঠাইহে অধিক উপযোগী আছিল। কমাৰ ফদীয়াৰ নতুন ৰাৱীখন বোলে আগতে কোনোবা লৰি গোহাঁইৰ টোল আছিল। বৰ্ত্তমান শতিকাৰ দ্বিতীয় দশকৰ শেহৰ ফালে জন্ম লৈও আমি সেই ৰাৱীৰ চাৰিও কাষে থকা হাতী যেন ওখ গগন-ধনীয়া মাটিৰ ঢাপৰ অৱশিষ্ট দেখা পাইছিলো আৰু সিয়ে দেখুৱাইছিল, লৰি গোহাঁইৰ দিনত ৰাৱীখন বিশেষভাৱে সংৰক্ষিত আছিল। আৰু এটা কথাই সেই অনুমানক দৃঢ় কৰে—ৰাৱীৰ পিছ ফালৰ ঢাপ খানোতে মই দুটা সৰু ছিলৈ আৱিষ্কাৰ কৰিছিলো। তাৰে এটা দ ঠাইৰে সংলগ্ন হৈ থকা বাবে মামৰে খাই পচি গৈছিল আৰু আনটো মোৰ ভাইৰ (মোক্ষেশ্বৰ নেওগ) তত্ত্বাৱধানত এতিয়াও ঘৰৰ আগফালে

পৰি আছে। বানপানীৰপৰা নিৰাপদ হ'বৰ কাৰণেই কৌঁৱৰপুৰৰপৰা ককাইঁত এই খিতাপ লগা লৰি গোহাঁইৰ বাৰীলৈ অহা যেন লাগে। আমাৰ ঘৰৰ সমুখেই 'গহীন দিখৌ নৈ' বৈ আছে, দিখৌৰ বোৱৰ পৰা গাঁওখনক ৰক্ষা কৰি আছে এক ওখ মঠাউৰিয়ে। এই মঠাউৰিয়েদি আগতে গাড়ী-ঘোড়া চলাবলৈ দিয়া নহৈছিল আলিটো খহে বুলি; আজি-কালি কিন্তু গাড়ী-মটৰ সকলো চলে তাৰ ওপৰে; বিশেষকৈ আমাৰ ঘৰৰ পাছ ফালৰ আমাৰ পট্টাৰ মাটিতে থকা ওখ মৈদামটো ভাঙি অইল এণ্ড নেচাৰেল গেছ কমিছনে খনিজ তেলৰ 'খাদ' বহুৱাই তাত বিজুলী চাকি জ্বলাই পোহৰময় কৰাৰ পিছত গধুৰ গাড়ীৰ সঘন আৱাযাত ঘটিছে। আৰু সেইযে নোহোৱা হোৱা মৈদামকেইটা! সৰুতে অসুখ-বিসুখ হ'লে "মৌ-মহাভাৰত" পঢ়ি টোপনি যোৱাৰ পিছত সপোনত দেখা পাইছিলোঁ সেই মৈদাম বগায়ে পঞ্চপাণ্ডৱৰ স্বৰ্গাৰোহণ কৰাৰ! যুধিষ্ঠিৰৰ লগে লগে যোৱা কুকুৰ-ৰূপী ধৰ্মকো সেইদৰে যাত্ৰা কৰা দেখা পাইছিলোঁ মন-নয়নকৈ।

সৰু গাঁও কমাৰ ফদীয়া। পিছে মোৰ জন্মৰ সময়ত সি বৰঙহীয়া আছিল বুলিয়ে ক'ব লাগিব। কমাৰ ফদীয়াৰ নামঘৰত গোট খাব পৰা মুঠ একুৰি সাত-আঠ ঘৰ মানুহ। সকলোৱেই কলিতা—বোধ হয় এঘৰ এৰি। সকলোৱেই আউনীআটী সত্ৰৰ সাতাম-পুৰুষীয়া দাস বুলি গৌৰৱ কৰে। সকলোৰে প্ৰধান উপজীৱ্য কৃষি। মোৰ যি মনত পৰে, সকলোৰে অন্ততঃ বছৰটো চলিব পৰাকৈ নিজৰ খেতি-মাটি আছিল; কিন্তু দুই-এঘৰে অধিক আয়ৰ আশাত গাঁৱৰে সৰহ মাটি থকা ঘৰৰ মাটি আধিকৈ বা খন্দুৱাকৈ খাইছিল। অল-পতে সন্তুষ্ট হোৱা অসমীয়া ৰভাৱেৰে দুই-এঘৰে মাথোন টোক্ টোক্ টাক্ টাক্কৈ খাই থাকিলেও গাঁৱৰ কোনো ঘৰৰে অনাটনৰ কষ্ট হোৱা কথা মই ক'ব নোৱাৰোঁ। কিন্তু বংশ-বৃদ্ধি হোৱাৰ লগে লগে কোনো কোনো ঘৰৰ ভাই-ককাইৰ ভিতৰত দুই-এজনে পানী জিহিং আদি

অঞ্চলত হাবি ভাঙি পাম ধৰিবলৈ যত্ন কৰিব লগীয়া হৈছিল। এই কথাই গাঁৱৰ শ্ৰী হানি নকৰাকৈ নাছিল। গাঁৱৰ মাজৰ সংহতি আৰু সংহতিৰ আনন্দকো সিয়ে ব্যাহত কৰি তুলিছিল। আৰ্থিক দুঃস্থতাৰ বাবে সামাজিক জীৱন দুঃস্থ হোৱাৰ উদাহৰণ আমাৰ গাঁওবোৰত সাধাৰণ হৈ পৰিছে। অবিভক্ত অসমত বাইছ হেজাৰখন গাঁও আছিল। এতিয়া তাৰ সংখ্যা বাঢ়ি ২৩ হেজাৰৰ ওপৰলৈ উঠিছে। সেইবোৰৰ আৰ্থ সামাজিক জীৱনৰ খতিয়ান কিন্তু গাত লাগি কোনেও নলয়। গাঁওবোৰৰ আৰ্থিক জীৱনটো ধৰি ৰাখিব নোৱাৰিলে অসমীয়া সামাজিক-সাংস্কৃতিক লক্ষণ আৰু সম্পদক ধৰি ৰখা টান হ'ব। কেইবছৰমানৰ আগতে যোৰহাটস্থ অসম কৃষি বিশ্ববিদ্যালয়ৰ এখন 'কৃষ্টি-সভা'ত বক্তৃতা দিব লগীয়া হওঁতে কৈছিলোঁ, কৃষ্টিৰ এক বিশেষ আৰু ভিত্তিগত ৰূপ হ'ল কৃষি। সকলো cultureৰ মাজত agriculture সাৰ পদাৰ্থ। সিয়ে আমাক আমাৰ জীৱনৰ মূল অঙ্গ শৰীৰটো দিয়ে। উপনিষদতো সেই চিন্তা আছে—অন্নাদ্ হেৱ····। আমাৰ কৃষিক ঐশ্বৰ্যৱন্ত কৰিলে আমাৰ সংস্কৃতিও স্বাস্থ্যৱন্ত হৈ উৎফুল্ল হৈ উঠিব। সেই কথা থাওক। কমাৰ ফদীয়া গাঁওখন দক্ষিণত আমাৰ ঘৰতে আৰম্ভ কৰি লেচেৰি কোবাই গৈ আমাৰ পূৰ্বৰ স্থান আমনি আলিৰ লগালগি ঠাইত তাৰ নেজডাল ৰাখিছিলগৈ। এই দীঘল বাটছোৱাৰ মাজে মাজে আকৌ আহোম, কৈৱৰ্ত আৰু পুৰণি ভকত (মায়ামৰীয়া) লোকৰ বাস। অৱশ্যে আহোম চাৰি ঘৰৰ আহোম-চুক আৰু কৈৱৰ্তসকলৰ আৰু মায়ামৰীয়াসকলৰ হ'লে যথাক্ৰমে বোগনীয়া আৰু মঠাডাং নামে সুকীয়া সুকীয়া গাঁও। এই সকলোৰে পাৰিবাৰিক আৰু সামাজিক জীৱনৰ গোটবোৰ সুকীয়া হ'লেও সকলোৰে মাজত সদায় অবিচ্ছেদ্য সৌহাৰ্দ্যৰ টান বৰ্তমান আছিল। সকলোৰে মাজত সম্বোধনত দদাই-ভতিজা, ককাই-ভাই, বাই-ভনী,

পেছী-ভতিজীৰ সমধ। পৰস্পৰে পৰস্পৰক সহায় আৰু সহানুভূতি দিবলৈ যেন সদায় সাজু। সকলোৰে জীৱনৰ পদ্ধতিৰ সাধাৰণ ক্ৰম কৃষিয়ে নিৰ্মাণ কৰি দিছিল। যোগনীয়া গাঁৱৰ মানুহ কেইঘৰে মাছমৰীয়া বৃত্তি অৱলম্বন কৰিছিল, কিন্তু মই দেখাত সেই বৃত্তি বিশেষ লাভজনক নহৈছিল, কাৰণ ওচৰত ডাঙৰ বিল আদি নাছিলেই; গতিকে সেই গঞাসকলো খেতিয়কেই হ'ব লাগিছিল। মঠাডাং গাঁৱৰ গঞাসকলৰ জীৱনক এটা বৰ ডাঙৰ ঘুণে বিন্ধিছিল; তেওঁলোকৰ বহুত কানিৰ সেৱক হৈ পৰিছিল আৰু সেয়ে তেওঁলোকৰ আৰ্থিক জীৱনক এনেকৈ ভেজিছিল যে নিজে নিৰিচৰাকৈয়ে বহুতজনে নগৰত গৈ দিন-হাজিৰাৰ কাম কৰিছিল আৰু দিনটোৱে ঘটা পইছা কেইটাৰে এৰতিমান কানি লৈ ঘৰলৈ ঘূৰিছিল। এইটোৱে তেওঁলোকৰ জীৱনক অস্বচ্ছসৰপৰা আৰু অস্বচ্ছন্দ কৰি তুলিছিল। মহাত্মাৰ কানি-নিবাৰণ আঁচনি অহাৰ পাছত কানীয়াসকল সহজ জীৱন-পথলৈ আহিল আৰু তেওঁলোকৰ দুৰ্নাম আঁতৰিল; কিন্তু ইতিমধ্যেই তেওঁলোকৰ আৰ্থিক দুৰ্গতি স্থায়ী হৈ বৈ গৈছিল। এনে হেন সংকটৰ মঠাডাং গাঁৱতে মোৰ সমসাময়িক এটি উজ্জ্বল বত্ন ওলাইছিল—"আৱাহন"ৰ পাতত সাময়িক জীৱনৰ চিত্ৰৰ গল্প লিখা ইন্দীবৰ গগৈ, যিজনে শিক্ষক আৰু শিক্ষানুশাসক-ৰূপে মাধ্যমিক স্তৰত বিশেষ খ্যাতি অৰ্জন কৰিছিল। তেওঁক আমি পাহৰিয়ে পেলাইছিলোঁ। ভাগ্যবশতঃ অকালতে বিয়োগ হোৱাৰ আগতে তেওঁ তেওঁৰ গল্পখিনি মোৰ পৰামৰ্শ গ্ৰহণ কৰি সংগ্ৰহ কৰি ছপোৱাৰ দিহা কৰি থৈ গ'ল।

কমাৰ ফদীয়াৰ ভিতৰত বৃত্তিয়াল লোক নাছিল বুলিলেই হয়। তাৰ কমাৰ ফদীয়া নাম কিয় হৈছিল, সেই বিষয়েহে খাটাংকৈ একো ক'ব নোৱাৰিলো। সম্ভৱতঃ আমাৰ বংশৰ দৰে গাঁৱৰ সকলোখিনি মানুহ আন আন ঠাইৰপৰা উঠি আহি তাত বহিছিলহি,

আৰু তাৰ পূৰ্বৰেপৰা বজাৰ দিনত আমাৰ গাঁৱৰ ঠাইতে কমাৰ খেলৰ লোকৰ নিবাস আছিল, যিসকল মান-ভগনত কি মানৰ দিনতে তাৰপৰা ভাগি গৈ তালৈ আৰু ঘূৰি নাহিল। মোৰ মনত পৰাৰেপৰা গাঁৱৰ এঘৰকহে কমাৰৰ ঘৰ বুলি চিনোৱা হৈছিল; তেওঁলোকো বৃত্তিয়াল লোক আছিলনে, তাক নাজানো। ইয়াৰ বাহিৰে এজন আহোম আৰু এজন কলিতাই কমাৰ-শাল পতা দেখিছিলো, কিন্তু তেওঁলোকৰ সেইটো চাবেক বৃত্তি নাছিল। নলবাৰী অঞ্চলৰ কেইজনমান কঁহাৰে গাঁৱত তেওঁলোকৰ শাল পাতি প্ৰায় স্থায়ী ধৰণেই বোৱাটো আমি সৰুৰেপৰা দেখি আহিছিলোঁ। কিন্তু এই গাঁৱত তেওঁলোকৰ স্থায়ী মাটি-ঘৰ নাছিল।

গাঁৱৰ ভিতৰত আমাৰ ঘৰখন চহকী বুলি এটা কথা চলি আছিল। নিজে মানুহ ৰাখি কৰোৱা খেতি আৰু আধি-খন্দুৱাকৈ আনক দিয়া মাটিৰপৰা হোৱা আমাৰ ধান ভাটিয়লীয়া বেপাৰীক বিক্ৰী কৰা হৈছিল আৰু তাৰপৰাই নগদ ধনৰ আৰ্জোন হৈছিল। তাকেই বোধ হয় আমাৰ লোকে চহকীৰ লক্ষণ বুলি ধৰিছিল, কাৰণ তেনে ধনেৰেই আমাৰ ঘৰৰ ল'ৰা (মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ কথাকে কুজাইছোঁ) কলেজত পঢ়িছিল, গাঁওখনৰ একমাত্ৰ চৰকাৰী চাকৰিয়ালজনো (মোৰ দদাইদেউ) আমাৰ ঘৰৰে আৰু ঘৰখনৰ আন আৰ্থিক চল-ফৰো সহজ যেন আছিল। চহকী বুলি যশস্যাৰপৰা এটাই মাথোন লাভ বা লোকচান হোৱা দেখা পাইছিলোঁ।—আমাৰ ঘৰত মাজে মাজে চোৰ সোমাইছিল; কিন্তু সেই চোৰে চুৰি কৰি ধন-সম্পত্তি পাই নিয়া কথা মনত নপৰে, মিছাতেই মাথোন কষ্ট কৰি ঘূৰি যায়! দেউতাই সেই কাৰণে আমাৰ বৰঘৰটোৰ বেৰ-খোৰ বৰ মজবুতকৈ দিয়াইছিল আৰু তাত খিৰিকিও নিদিয়াইছিল। সেই দেখি মোৰ এজন মোমাইদেৱে (উকীল প্ৰেমধৰ হাজৰিকা) দেউতাক কৈছিল, 'তিনিছিদেৰে তেওঁ ৰবঘৰটো

চোৰৰ সুবিধা কৰি কৰি দিছে। তাত চোৰটো সোমাই ল'বলৈ পালে দিনতে সি আৰু আন্ধাৰত কেতিয়াও ধৰা নপৰিব।' ধনৰ টোপোলা বিচাৰি সোমোৱা চোৰে কাপোৰ-কানি, বাটি-কাঁহী কেই-ডোখৰকে লৈ যাব পাৰে ভাবি দেউতাই এটা কাঠৰ বৰপেৰা কৰাই লৈছিল। পিছে এবাৰ চোৰ সোমাই সেই পেৰাৰ ভিতৰৰ কাপোৰ-কানিবোৰ কান কান কৰি পেলাইছিল! উপায় নাই, কাৰণ, আমাৰ তেতিয়াৰ ভেটি আছিল কেঁচা, আৰু তাত সিন্ধি খন্দা সহজ কথা। এবাৰ চোৰৰ গম পাই আমি আটাইবোৰ সাৰ পোৱাৰ পাছত দেখোঁ, চোৰে মাৰলঘৰ আৰু বৰঘৰৰ দুৱাৰে দুৱাৰে একোখন আমাৰে দা সাজু কৰি ৰাখিছিল! ভাগ্যে সেইবোৰ ব্যৱহাৰ কৰা অৱস্থালৈ ঘটনাটো নাহিল। এই সকলোবিলাক ঘৰখনৰ চহকী বোলা যদুৰ জগৰ। সেইবোৰ যি হওক, ঘৰখনত শিক্ষা প্ৰতিষ্ঠা কৰাৰ বাবে দেউতাৰ বিশেষ যত্ন সদায় আছিল। তেওঁ নিজে ওপৰলৈকে নপঢ়িও ভায়েকক (পোস্টমাস্টৰ লোকনাথ দত্ত নেওগক) শিক্ষা ল'বৰ সুবিধা কৰি দিছিল আৰু পাছত আমাকো শিক্ষাৰ বৰ যতন লৈছিল। সেই চিন্তা আৰু যত্নইহে আমি পুতেকহঁতৰ উচ্চতম শিক্ষাৰ মূল।

# ঊনবিংশৰ মৌ-বাহ

"ইছ্ নেদেখিছা, বৰ বিশ্ব-বিখ্যাত পণ্ডিতটো! জন্মনো পাইছিল ক'ত? কমাৰ ফদীয়াৰ নিচিনা এখন অখ্যাত সৰু গাঁৱতহে!" এই বুলি মোক লৈ কোনোবাজনে ধেমালি কৰিছে। কথাষাৰে আমাৰ ইতিহাসৰ ডাঙৰ অৰ্থপূৰ্ণ কথা এটালৈ মোৰ মনত পেলাই দিছে। সেয়া 'মদ্বিধাঃ ক্ষুদ্ৰজন্তবঃ'অৰ কথা নহয়। স্বয়ং ভগৱান বুদ্ধৰ কথা। ভগৱানৰ যেতিয়া মহাপৰিনিব্বানৰ বেলা কাষ চাপি আহিল, তেতিয়া তেওঁ কুসিনাৰা (কুশীনগৰ) বোলা এখন সৰু ঠাইলৈ (কু-গ্ৰাম) বুলি চৰণ চলাইছে। লগত তেওঁৰ চিৰসঙ্গী আনন্দ। আনন্দই প্ৰশ্ন কৰিলে, ভগৱান এই মুহূৰ্তত কিয় সেই কু-গ্ৰামলৈ যাত্ৰা কৰে? ভগৱান বুদ্ধই উত্তৰত মল্লসকলৰ পুৰণি ৰাজধানী কুশাৱতীৰ গুণ কীৰ্তন কৰিছে, "কুসাৱতী আনন্দ! ৰাজচানী দসহি সদ্দেহি অবিত্তা অহোসি দিৱা চেৱ ৰত্তি চ, সয্যথিদং— হত্থিসদ্দেন, অস্সসদ্দেন, ৰথসদ্দেন, ভেৰিসদ্দেন, মুদিঙ্গসদ্দেন, বিণাসদ্দেন, গীতসদ্দেন, সন্মসদ্দেন, সম্মসদ্দেন, তালসদ্দেন, অস্নাথ পিৱথ খাদথাতি দসমেন সদ্দেন।" 'আজি নিজম পৰিলেও এদিনাখন কুশাৱতী ৰাজধানী হাতী-ঘোঁৰাৰ চিয়ঁৰ, ৰথৰ শব্দ, শঙ্খ-মৃদঙ্গ' আদি বাদ্যৰ ধ্বনি, 'গা ধোৱাঁচোন,' 'পান কৰাঁচোন', 'খাবলৈ বহাঁহে' আদি দহ প্ৰকাৰৰ আনন্দ-কোলাহলেৰে দিনে-নিশায় পূৰ আছিল। কমাৰ ফদীয়াৰ নৈসৰ্গিক বিলাসৰ কিঞ্চিৎ উল্লেখ কৰিছো; মোৰ কালত ৰবৈয়া ভৱগাঁও কমাৰ ফদীয়া কেনেকৈ নিছলা হৈ পৰিছিল, তাৰো ইঙ্গিত দিছো; সেই সময়ত সি নিম্ন মধ্যবিত্তৰ গাঁও। কিন্তু ঊনবিংশ শতকৰ সোঁ মাজত কমাৰ ফদীয়া বৌদ্ধিক সম্পন্নতাৰে উজ্জ্বল হৈ উঠিছিল।

সেই কথা কিন্তু পাহৰণিৰ গৰ্ভত প্ৰায়। তাৰ সক হ'লেও এটি অভিলেখ পিছে নোহোৱা নহয়। মই পেন্দুকণা থকা সময়ত হ'ব লাগিব, মোৰ এজন ককাদেউতা (আইৰ দদাইদেউ; তেওঁৰ পুত্ৰ ত্ৰৈলোক্যনাথ আৰু যোগেন্দ্ৰনাথ হাজৰিকা আৰু নাতি খ্ৰিনষ্টৰ ৰিড চেষ্ট হস্পিটালৰ প্ৰয়াত মুখ্য চিকিৎসক ডাঃ চৈতন্যনাথ হাজৰিকা আদি) "কাৰ্য্য-প্ৰৱেশ"—লেখক কালীনাথ হাজৰিকাই "আলোচনী" কাকতত হ'বপায় শিৱসাগৰৰ বলিয়াঘাটৰ তিক-কাকতীৰ বংশৰ 'জাপি চাহাৰ' উপনামেৰে বিখ্যাত লক্ষ্মীনাথ কাকতীৰ জীৱনী প্ৰকাশ কৰিছিল। সেই জীৱনীটি পিছত পদ্মনাথ গোহাঞি বৰুৱা-সংকলিত "জীৱনী-সংগ্ৰহ"ত সন্নিৱিষ্ট হৈছিল। তাতে কমাৰ ফদীয়াৰ উজ্জ্বল ইতিহাসৰ এটি খতিয়ানো সোমাই আছে। তাৰ কিছু কথা সহজানন্দ ভৰালীদেৱে "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত"ত সন্নিৱেশ কৰিছে। যোৱা শতিকাত ব্ৰিটিশ আমোলত অসমৰ নৱ-বিকাশৰ যি পাতনি মেল খাইছিল, তাৰ লগত কথাখিনি জড়িত। তেতিয়া আন নহ'লেও 'মৃদঙ্গসন্ধ, বিণাসন্ধ, গীতসন্ধ, তালসন্ধ' আদিৰে কমাৰ ফদীয়া 'অবিত্তা অহোসি।'

১৮৩৫ চনত নামনিৰ গুৱাহাটীত আৰু ১৮৪০ চনত উজনিৰ শিৱসাগৰ জিলাৰ সদৰ শিৱসাগৰত প্ৰথম ইংৰাজী পঢ়াশালি স্থাপন হোৱাটি আমাৰ আধুনিক শিক্ষা-সংস্কৃতিৰ বুৰঞ্জীত অভিনৱ ঘটনা। লায়নেল ইঙ্গেল নামে চাহাব হেডমাস্টৰেৰে শিৱসাগৰ স্কুলে ডিব্ৰুগড়ৰ-পৰা নগাঁৱলৈকে বিদ্যাৰ্থী আকৰ্ষণ কৰিছিল। দূৰ ঠাইৰ এই বিদ্যাৰ্থী-সকলে শিৱসাগৰ নগৰত বা তাৰে আশে-পাশে কোনো ঠাইত কাৰো-বাৰ বাৰীত সক সক ঘৰ কৰি নিৱাস কৰিছিল; তেওঁলোকে সময়মতে ঘৰৰপৰা চাউল-পাতৰ যোগান পাইছিল। নগৰৰ উপকণ্ঠৰ কমাৰ ফদীয়াতো দূৰ দূৰ ঠাইৰ ছাত্ৰসকলে বহা বান্ধিছিলহি। যোৱা শতিকাৰ শেষ চতুৰ্থাংশত এনেকৈ আমাৰ গাঁৱত থকাসকলৰ ভিতৰত

আছিল শিৱসাগৰ ধজিয়াঘাটৰ অশোধন লো পগাই তাঁথা কৰাত পাৰ্গত জগন্নাথ তিক ৰাকতীৰ পুত্ৰ লক্ষ্মীনাথ কাকতী, তেওঁৰে চাৰিওৰ ভাগিন আৰু পাছত কলিকতাত "ভ্ৰমৰঙ্গ" ৰচনা কৰোঁতাৰ এজন ৰমাকান্ত বৰকাকতী, পিছৰ জজ হাকিম যোগেন্দ্ৰনাথ বৰুৱা (মৃগেন্দ্ৰনাথ বৰুৱা, ৰবীন্দ্ৰনাথ বৰুৱা আদিৰ পিতৃ) আৰু বিধান সভাৰ অধ্যক্ষ ৰাজেন্দ্ৰনাথ বৰুৱাৰ পিতৃ গোলাঘাটৰ দণ্ডধৰ বৰুৱা, পিছত মন্ত্ৰী ঘনশ্যাম বৰুৱা, মেলেঙৰ ৰাধাকান্ত সন্দিকৈ আৰু বহুতজন— ছুতিৰাম বৰুৱা খাজাঞ্চিৰ তিনি ভাই সৰ্বানন্দ বৰুৱা, স্বৰূপানন্দ বৰুৱা আৰু পূৰ্ণানন্দ বৰুৱা (শেহৰজনৰ নামেই ডিব্ৰুগড়ৰ পূৰ্ণানন্দ পথ নাম হৈছে), যোৰহাটৰ সভাৰাম বৰুৱা, নহৰাম বৰুৱা, ডিম্বেশ্বৰ বৰুৱা, পিছত চাওখাত মৌজাৰ মৌজাদাৰ কমলাকান্ত ঘিউ বৰুৱা, যজ্ঞোৰাম ফুলীয়া বৰুৱা আদি পাছৰ কালত প্ৰতিষ্ঠাপন্ন হোৱা লোকসকল। এইসকলৰ লগতে শিক্ষাত উজান দিয়া কমাৰ ফদীয়াৰ কোন কোন তৰুণ আছিল, তাৰ লেখহে আজি মোৰ হাতত নাই। লম্বোদৰ ভূঞা নামে আমাৰ ওচৰ-ঘৰীয়া এজনৰ মুখত লক্ষ্মীনাথ কাকতী আদিৰ কথা শুনিছিলো; ভূঞাই মাজে মাজে মোৰ হতুৱাই "জীৱনী-সংগ্ৰহ"ৰপৰা কালীনাথ হাজৰিকা ককাদেউতাই লেখা লক্ষ্মীনাথৰ জীৱনী পঢ়াই শুনি ভাল পাইছিল।

মৌ-চাকৰ মৌ-মাখিৰ দৰে যেতিয়া কমাৰ ফদীয়াত নিৱাস কৰা ছাত্ৰৰ সংখ্যা সৰহ হ'ল, তেতিয়া লক্ষ্মীনাথ কাকতীৰ নেতৃত্বত ১৮৭০ চনমানত কমাৰ ফদীয়া ইয়ং কোম্পানী নামে এটি অনুষ্ঠান সংগঠিত হয়। এই ইয়ং কোম্পানীৰ আদৰ্শ-স্থানত মেটচিনিৰ 'যুৱক ইতালী' বা বঙ্গদেশৰ ডিৰ'জিঅ'ৰ 'যুৱা বাঙ্গালী' আছিল নে নাই, আজি খাটাংকৈ ক'ব নোৱাৰিলো। দেওবাৰে দেওবাৰে নিয়মীয়াকৈ কোম্পানীৰ সভা বহিছিল। লক্ষ্মীনাথ কাকতীয়ে "ভাতৃজ্ঞান কৰি তলৰ ছাত্ৰসকলক নৃত্য-গীত আৰু বাদ্য শিকাইছিল, .. হাৰমনিয়াম বজাই কেতিয়াবা

নিজে নিজে গাব, কেতিয়াবা সমবেত গীত গাই সভা মুকলি কৰিব, সভাৰ মাজে মাজে হাৰমনিয়ামত সুৰ উঠিয়াই ঘোষাৰ পদ গাই শুনাব; নিজে নিজে লগৰ ছাত্রসকলে যি যেনেকৈ পাৰে ৰচনা লেখি সভাত পাঠ কৰিব, কবিতা লেখি সেই কবিতা পঢ়িব, আবৃত্তি কৰিব, স্বাধীন অসমৰ ইতিহাস ক'ব, মণিৰাম আদিসকলক স্মৰণ কৰি গীত গাব। তাৰ উপৰি বিশেষ বিশেষ উৎসৱত তলৰ ছাত্র-সকলক নৃত্যগীত ভালকৈ শিকাই চোকোৰা নাচ কৰাব, ভাওনাৰ সৰু-সুৰা কাহিনী দেখুওৱাব," ইত্যাদি ( "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত", ৪৪ পিঠি )। ল'ৰাইতৰ নিমন্ত্রণ ৰক্ষা কৰি নগৰৰপৰা ডাঙৰীয়া দীননাথ বেজবৰুৱা, শিৱসাগৰ স্কুলৰ সৰ্বপ্রথম হেডমাস্টৰ ( যাৰ ওচৰত আঠ-বছৰীয়া সৰু হেমচন্দ্র বৰুৱাই পোন প্রথমে ইংৰাজী শিকিছিল ) পৰমানন্দ ভৰালী, দুৰ্গাপ্রসাদ বৰুৱা আদিয়ে কোম্পানীৰ সভাত যোগ দি উৎসাহ যোগাইছিল। লক্ষ্মীনাথ বেজ-বৰুৱাৰ "মোৰ জীৱন সোঁৱৰণ"ত কেনেকৈ বৰপেটাৰ তিথিৰাম বায়নৰ যাত্রা দলে শিৱসাগৰত বঙলুৱা যাত্রাভিনয় কৰি তোলপাৰ লগাইছিল, তাক বৰ্ণোৱা আছে। সেই তোলপাৰৰ খলক এটা কমাৰ ফদীয়া ইয়ং কোম্পানীতো গৈ উঠিছিল। ভাওনাৰ লগতে যাত্ৰাৰ আয়োজন কোম্পানীয়ে কৰিছিল আৰু যাত্ৰাত ৰাধাৰ ভাও লোৱা ল'ৰাৰ নিজ নাম সলনি হৈ ৰাধাকান্ত হৈছিল। কমাৰ ফদীয়াৰ নাচনি 'চোকোৰা'ৰ খ্যাতি বহল হৈ উঠিছিল। এইদৰে উনবিংশ শতিকাৰ চতুৰ্থ দশকৰ মাজতে কমাৰ ফদীয়াত ইয়ং কোম্পানী স্বৰূপ মধু-চক্রটি সজা তৰুণসকলে ১৮৯৯ ছনত জন্ম হোৱা শিৱসাগৰ নাট্যসমাজৰো বহুত পূৰ্বতে শিৱসাগৰত অসমৰ যাউতিযুগীয়া শ্রীশঙ্কৰী ঐতিহ্যৰ বাহিৰৰ, আধুনিকতাৰ ফালে গতি কৰা অভিনয় আৰম্ভ কৰি দিয়ে। "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত" ৰচয়িতা সহজানন্দ ভৰালীদেৱে সেই দেখি 'সংস্কৃতিলৈ শিৱসাগৰৰ অৱিহণা'ৰ ( ৩৭ পিঠি

আদি ) লেখ লওঁতে ইয়ং কোম্পানীৰ আগ-ৰৰগুণিৰ লেখ শিৱসাগৰ নাট্যসমাজৰ কাহিনীৰ আগতে ধৰিছে : "এই ৰৰগুণি আছিল ১৮৭২ চনৰপৰা ১৮৭৬ চনলৈকে শিৱসাগৰ নগৰৰ সমীপৰ সৰু চহৰখনি 'কমাৰ ফদীয়াৰ।"

সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই "জীৱন-সোঁৱৰণ"ত শিৱসাগৰ চৌৱৰা দ্বিতীয় এটি ৰাহিৰৰ খলকনিৰ কথা বহলাই উল্লেখ কৰিছে। সেয়া হ'ল কলিকতাৰপৰা আহি অসমৰ নগৰে নগৰে বক্তৃতাৰ আস্ফালন তোলা ব্ৰাহ্ম সমাজৰ পাণ্ডাসকলৰ খলক। কোনো ল'ৰা বা কোনো ডেকাই তেনে বক্তৃতা শুনিবলৈ যোৱা বুলি শুনিলে ফণীধৰ চলিহাৰ নেতৃত্বত শিৱসাগৰীয়া সমাজৰ গুৰিয়ালসকলে কেনেকৈ দণ্ড বিহিবৰ যত্ন কৰিছিল, তাৰ ইঙ্গিতো বেজবৰুৱাই দিছে। ব্ৰাহ্ম সমাজৰ সেই 'তোড়জোড়'ৰ প্ৰতিবিধান কমাৰ ফদীয়া ইয়ং কোম্পানীয়ে কেনেকৈ কৰিছিল. সিহে অতি বিচিত্ৰ। কোম্পানীটোৰ অংশীদাৰসকলে শিৱসাগৰত বক্তৃতা দি ফুৰা কলিকতাৰ বাগ্মীবৰ ৰামকুমাৰ বিদ্যাৰত্নক কমাৰ ফদীয়ালৈ নিমন্ত্ৰণ কৰিলে আৰু গাঁৱৰ নামঘৰতে ৰাজহুৱা সভা পাতি তেওঁৰ বক্তৃতা শুনিলে সকলোৱে নীৰৱে। সেই বক্তৃতাৰ অন্তত তাৰ একপ্ৰকাৰ সমিধান ৰূপেই লক্ষ্মীনাথ কাকতি আৰু ডিম্বেশ্বৰ বৰুৱাই "কীৰ্তন-ঘোষা"ৰ পদ জাত লগাই সুললিতকৈ অতিথিক গাই শুনালে ; তাৰে অলপ ব্যাখ্যাও দিলে। সেয়া শুনি ব্ৰাহ্ম ধৰ্মৰ প্ৰবক্তাজনে বুজিলে আৰু ক'লে যে তেওঁ যি বাণী ৰাইজক দিবলৈ লৈ আহিছিল, সেইখিনি মহা-পুৰুষৰ পুথিতে লিপিবদ্ধ হৈ আছে আৰু যি সমাজত এনে গ্ৰন্থ আছে, তাত ব্ৰাহ্মধৰ্মৰ দীক্ষাৰ কোনো প্ৰয়োজনেই নাই। অনেক ঠাইতে ব্ৰাহ্মধৰ্মৰ ব্যাখ্যাৰে সভা জিনি অহা বিদ্যাৰত্নই কমাৰ ফদীয়াত তেওঁৰ ৱাটাৰ্লু দেখা পালেহি ! ইয়াৰ পিছত তেওঁ কমাৰ ফদীয়া আৰু শিৱসাগৰৰপৰাই নহয়, অসমৰপৰাই আঁতৰি গ'ল।

কমাৰ ফদীয়া ইয়ং কোম্পানীৰ অনেক সদস্যই পিছৰ অসমীয়া সমাজত উচ্চ প্ৰতিষ্ঠা লাভ কৰিছিল। মন্ত্ৰী ঘনশ্যাম বৰুৱা, 'জোনাকী' কাকতৰ দলৰ ৰমাকান্ত বৰকাকতী, মুন্সিপ লক্ষ্মীনাথ কাকতী, ডাই-ৰেক্টৰ অৱ্ লেণ্ড ৰেকৰ্ডছ ৰাধাকান্ত সন্দিকৈ আদি আছিল সেইটি মৌ-ৰাহৰে মৌ-মাখি, যাৰ গুঞ্জনে অসমৰ নব্য-জীৱনত মাধুৰ্য সানিছিল। ১৮৭৬ চনত লক্ষ্মীনাথ কাকতি প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ উচ্চ শিক্ষাৰ বাবে যোৱাৰ পিছত কমাৰ ফদীয়া ইয়ং কোম্পানী কেনেকৈ লাহে লাহে উৰলি গ'ল, তাৰ অভিলেখ আমাৰ হাতত নাই, কাৰণ কালীনাথ হাজৰিকা ককাৰ দৰে কোনেও সেই অৱসাদৰ কথা লেখি যোৱা নাই। কমাৰ ফদীয়া ইয়ং কোম্পানীৰ বিশিষ্ট সদস্য গোলাঘাটৰ দণ্ডধৰ বৰুৱা ছাত্ৰ-জীৱনৰ পাছৰ সময়তো কমাৰ ফদীয়াতে আছিল; আৰু তেওঁৰ বৰজীয়ৰী মুক্তাৱলী (কবি চন্দ্ৰকুমাৰ অ'গৰৱালাৰ পত্নী) আৰু পুত্ৰ যোগেন্দ্ৰনাথ বৰুৱা আৰু ৰাজেন্দ্ৰনাথ বৰুৱা কমাৰ ফদীয়াতে ডাঙৰ-দীঘল হৈছিল। এতিয়া য'ত কমাৰ ফদীয়া ৰাজহুৱা নামঘৰ আছে, সেই মাটিডোখৰ দণ্ডধৰ বৰুৱাদেৱৰ আছিল আগতে। গগন-ধনীয়া চাপেৰে নেওগ বংশৰ বাৰীৰ কাষতে লগাকৈ বৰ বৰ গছেৰে এখন বাৰী আমি সকতে দেখিছিলো; তাকে দণ্ডধৰৰ বাৰী বুলি জনা গৈছিল। তাতেই সেই বৰুৱা বংশৰ ঘৰ-দুৱাৰ আছিল।

সেই কালত যদিও কমাৰ ফদীয়া ভৰ গাঁও, সি কিন্তু কমাৰ ফদীয়া ইয়ং কোম্পানীৰ পোহৰৰ কালে গতি আৰু স্পৃহা ধৰি ৰাখিব নোৱাৰিলে যেন লাগে। তিথি-মহোৎসৱ, ভাওনা-সবাহ, ফাকুৱা-হুচৰিৰ আনন্দপূৰ্ণ কোলাহল আগৰ দৰেই থাকিল। জীৱন-নিৰ্বাহৰ পুৰণি কৌশলবোৰো একেই থাকিল; গৰু-ম'হ আদি কৃষকৰ সম্পদৰ দইন নপৰিল। কিন্তু কোম্পানীৰ কল্যাণত নব্য শিক্ষাৰ প্ৰতি আগ্ৰহে শিৱসাগৰৰ উপকণ্ঠৰ গাঁওখনক যেনেকৈ পোহৰ

কৰি ধৰি ৰাখিব লাগিছিল, তেনে নহ'ল। দুই-এজন মাথোঁ তৰুণে নতুন হাই স্কুলীয়া শিক্ষাকে লৈ চৰকাৰী কামত শিৱসাগৰ অঞ্চলৰ বাহিৰলৈ ওলাই আহিছিল। কিন্তু উনবিংশৰ ভিতৰত ওপৰত উল্লেখ কৰাসকলৰ বাহিৰে কোনেও কলেজ নবগাইছিলগৈ। আমাৰ বংশৰ বিষয়তো সম্ভৱতঃ সেয়ে অৱস্থা। মোৰ দদাইদেউ লোকনাথ দত্ত নেওগেই ডাক-তাঁৰ বিভাগৰ কামত সোমাই গাঁৱৰ বাহিৰলৈ ওলাই যায় প্ৰথম। তেওঁ কিন্তু হাই স্কুলৰ অষ্টম মান শ্ৰেণীলৈকেহে (থাৰ্ড ক্লাছ) পঢ়িছিল। তাতেই তেওঁৰ ইংৰাজী ভাষা তীখা আছিল, আখৰকেইটাও বৰ গঢ়িত আছিল। মই সৰু হৈ থাকোঁতে দদাইদেউক ইংৰাজী বাক্য দুই-এটা ক'লে তেওঁ হাঁহি হাঁহি কৈছিল, 'হেৰৌ, থ, থ, তোৰ কাণ দুখন মই পাকুৰি দিব লাগিব। মোৰ তলত কাম কৰা বি. এ., এম্. এ.য়ো মোৰ ইংৰাজীৰ জোৰ নাপায়।" দদাইদেৱে ডিব্ৰুগড়ৰ বাই ডাকঘৰৰ পোষ্টমাষ্টৰ ৰূপে অৱসৰ লৈ ডিব্ৰুগড়তে ঘৰ কৰি লৈছিল। তেওঁ অসমৰ প্ৰথম অসমীয়া পোষ্টমাষ্টৰসকলৰ এজন। মই বুজি নোপোৱা কালত বংশৰ আন কোনে কি শিক্ষাৰ গৌৰৱ লাভ কৰিছিল ক'ব নোৱাৰোঁ। দেউতাও (মাণিকচন্দ্ৰ নেওগ) ইংৰাজী স্কুলত পঢ়া নহয়। ১৮৭৩ ছনত অসম উপত্যকাৰ পঢ়াশালিবোৰত অসমীয়া পঢ়াবৰ চৰকাৰী আদেশ হ'ল যদিও তাৰ পিছতহে স্কুলত পঢ়া দেউতাই "কাল কাক / ভাল নাক" আৰু "পাখীসব কৰে ৰব/ৰাত পোহাইল ;/ কাননে কুসুমকলি/সকলই ফুটিল," আদিহে পঢ়িবলৈ পাইছিল। দেউতাই সংস্কৃতৰ জ্ঞান ক'ৰপৰা পাইছিল, তাকহে ক'ব নোৱাৰিলো। তেওঁ চাণক্য-শ্লোক বহুতবোৰ স্মৃতিৰপৰা আওৰাইছিল আৰু তাৰ অৰ্থ কৈছিল। মই হাই স্কুলৰ পঞ্চম-ষষ্ঠ শ্ৰেণীত পঢ়ালৈকে ভাষাই হওক বা সাহিত্যই হওক বা অঙ্কশাস্ত্ৰই হওক দেউতাহে প্ৰকৃত শিক্ষক আছিল। দেউতাই পঢ়ুৱাবলৈ হ'লে কিন্তু চ'ৰাঘৰৰ চকি-

মেজ এৰি মাৰলঘৰৰ জুহালৰ কাষত বহা তেওঁৰ ওচৰত পাটী-ঢাৰি বা চটাই ঢৰা পাৰি লেপেটা কাঢ়ি বহিব লাগিছিল আগত হাৰিকেন লেমটো লৈ। সেই সময়ত পঢ়াত নিমগ্ন মোৰ তেজ খাই তুলতুলীয়া হোৱা মহকেইটা আয়ে হাতত টিপ-চাকি এটা লৈ পুৰি পুৰি মাৰিছিল। দেউতাৰ পাঠশালা মাৰল ঘৰত এইদৰে পঢ়োঁতে কেতিয়াবা দিনটোৱে লগৰ লগৰীয়াৰে বিচাৰি অনা নাহৰ-গুটি জলাই লৈ পঢ়ি বৰ ফূৰ্তি পাইছিলোঁ। দেউতাৰ আকৌ জ্যোতিষত বৰ ৰতি আছিল; জ্যোতিষৰ দুখনমান পুথি আৰু পি. এম্‌. বাকচীৰ ডাইৰেক্টৰি পঞ্জিকা দেউতাৰ লগৰীয়া আছিল। এই বিষয়ত তেওঁ এজন জনাজাত পণ্ডিতৰ লগত প্ৰায়ে আলোচনা-বিলো-চনা কৰিছিলগৈ। তেওঁ হ'ল অনিৰুদ্ধ দেৱ শৰ্মা (গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ ডক্টৰ হৰীশ শৰ্মাৰ পিতৃ)। শৰ্মাদেৱে জীৱনটো প্ৰায় শিৱসাগৰতে কটালে. জীৱনৰ শেহৰ কিছু বছৰ মাথোন কামাখ্যা-নীলাচলৰ তলৰ জুৱাৰগৰ্বিলাৰ ওচৰত ঘৰ কৰি আছিলহি। তেওঁৰে লগত দেউতাৰ এনে সম্ভাৱসম্প্ৰীতি আছিল যে দেউতাৰ কথা পাছত স্মৰণ কৰি দেউতাৰ কথা "দেৱতা-সদৃশ পুৰুষ আছিল" বুলিহে কৈছিল। দেউতাৰ ওপৰ শিক্ষা নহ'ল। কাৰণ সৰুতে পিতৃ-বিয়োগ হোৱাত ঘৰখনৰ দায়িত্ব ল'ব লগীয়া হ'ল আৰু দদাইদেউকো পঢ়ি-শুনি বাহিৰলৈ ওলাবলৈ দিব লগীয়া হ'ল। কিন্তু কীৰ্তন, দশম আদি ধৰ্মগ্ৰন্থ আৰু নাম-প্ৰসঙ্গত তেওঁ পাৰঙ্গত আছিল, শিক্ষিত লোকৰ লগত সততে সংশ্ৰৱ ৰাখিছিল আৰু আমি ল'ৰা তিনিটাই যাতে সজ শিক্ষা পাব পাৰোঁ, তাৰ বাবে ত্যাগৰ যোগেদি নিজকে উছৰ্গা কৰিছিল। নগৰৰ উপকণ্ঠৰ অঞ্চল হ'লেও যি সময়ত কমাৰ ফদীয়া শিক্ষা বিষয়ত অন্ধকাৰ যেন হৈছিল, সেই সময়ত দেউতাৰ আগ্ৰহতেই আমাক পোহৰলৈ উলিয়াই লৈ আহিল। এদিন মোৰ বাইদেৱে (ককাইদেউতকৈও বয়সে ডাঙৰ, আইকণ

বাইদেউ) কোৱা কথা ঘনাই মনত পৰে, "বোপাই, তইঁতৰ মুখ কেইখন পোহৰ, পাছফালখনহে আন্ধাৰ।" এই পোহৰ আৰু আন্ধাৰৰ ভাবসাম্য ৰখাও কেতিয়াবা কেতিয়াবা আমাৰ কাম হৈছিল।

আজি কমাৰ ফদীয়াই বিদ্যা-শিক্ষাৰ প্ৰসাদ লাভ কৰিছে। অসম মেডিকেল কলেজ, কটন কলেজ, আন চৰকাৰী সাহায্যপ্ৰাপ্ত কলেজৰ শিক্ষক-শিক্ষয়িত্ৰী সেই উৎসৰপৰা ওলাই আহিছে; ওপৰ খাপলৈকে চৰকাৰী বিষয়াও হৈছে। কিন্তু হাইস্কুল এখন অঞ্চলটিত হোৱা নাই; কলেজ দূৰৰ কথা। গ্ৰামীণ বিদ্যুতীকৰণ আঁচনিয়েও এতিয়াও কমাৰ ফদীয়াক ছোৱা নাই। আশা কৰোঁ সেই পোহৰে ছুলে জ্ঞানৰ পোহৰেও তাত বিস্তৰভাৱে খেলি থাকিব।

# ঘূৰি গ'লে পাম জানো সেই ঘৰ আপোন জনেৰে

পানী-যুঁৰলিত ভৰি দিলেই দনিকণা মাছবোৰে খুঁটিওৱা দিখৌ নৈৰ বালীয়া পাৰলৈ মন ঘূৰি ঘূৰি যায় এক nostalgiaত। সেই বালিৰ ওপৰৰ লিহিৰিপতীয়া জাওবন, কেতিয়াবা কোঁতিয়াবা আহি ৰ'দ লোৱা ঘঁৰিয়াল আৰু কাছ কেইজনী, উৰি উৰি ঘূৰি পৰা গঙাচিলনীইঁতৰ সঙ্গ এৰি গৰাৰ ফালে মু' কৰিলেই দেখা পাওঁ গৰাৰ মণ্ড-মাটি মাহ, আলুগুটি আৰু মিঠা আলু, লাও-বেঙেনা-কবি আদিৰ দলনি-দোপনিৰ লেখীয়া সেউজীয়া পয়োভৰ। নৈ-বাটৰ দুকাষে খৰালি হ'লে ৰঙা-ৰাঙলী হৈ থকা শিমলুৰ শাৰী—য'ৰপৰা ফাগুন-চ'তমহীয়া তুলা উৰি আকাশত নাচি থাকে যদিহে তুলি-তলিচা কৰিবলৈ ইতিমধ্যে শিমলুৰ কলবোৰ পৰাই গোটোৱা নহয়। সিইঁতৰ ভিতৰত কিন্তু কোনজোপাক নাৰায়ণ শিমলু বোলে, সেইটোহে নাজানিছিলো—সেইযে বনগীতে কীৰ্তন কৰিছে যাৰ কথা: 'দিখৌৰে পাৰৰে/নাৰায়ণ শিমলু/তাতে ল'লে কুকুৰাই বাহ।' আমাৰ শিমলু কেইজোপাত কিন্তু কোনো কুকুৰাক বাহ লোৱা দেখা নাছিলোঁ। শিমলু শাৰীৰ একাষে সৰিয়হনি এডৰা— য'ৰ হালধীয়া ফুল ৱৰ্ডছৱৰ্থৰ ডেফোডিলৰ দৰে বতৰত সদায় thousand saw I at a glance আনফালে আমাৰ লেংলেঙীয়া পানী-বাটটো লতা-গোলাপ বগোৱা পচতীয়া দুশাৰীৰে। সেই পানী-বাটেদি ঘৰমুৱা হৈ দিখৌৰ মথাউৰি পাৰ হৈ আমাৰ ঘৰৰ দীঘলীয়া পদূলি। তাৰ দুই কাষে আম, কঠাল, জামুক, গোলাপীজামু, মধুৰিআম আদিৰ গছ আৰু কাঁকিনী তামোল বাৰীৰ ভিতৰত, আৰু ঢাপত তিতা ফুলৰ

শাৰী। ঘৰৰ ভেটিলৈ মাটি তোলা আৰু খৰালি শুকান হৈ পৰা কিন্তু বাৰিষা হ'লে আমি বৰশী টোপাই মাছ ধৰা এটা পুখুৰী বৰ আমজোপাৰ তলতে। তাতে মাঘ-ফাগুনমহীয়া আমৰ মল সৰি তলখন সেউজীয়া হয় আৰু তিনি সন্ধিয়া ধেমালি-ধুমুলা কৰি ঘূৰি আহোঁতে ৰাতে, সেই আমতলতে যখিনী-ছোৱালীবোৰক টুক্ টুক চাপৰি বজাই থকা দেখা পাম বুলি সদায় ভাবি আহোঁ, নেদেখোঁ যদিও কেতিয়াও। আমাৰ আহল-বহল বাৰীখনৰ পাছ-ফালেও দুটা পুখুৰী। তাৰে এটাৰ পাৰত নিশা ধনগুলৈৰ জুই ওলায় আৰু আনটোৰ পাৰত থকা বৰ আম গছজোপাত এটা ধোন্দ কৰি কৰা সৰিয়হৰ তেল-পেৰা তেলী-শালখন। তাত তেল-পেৰা সময়ত খুন্দা সৰিয়হ ভজা কেৰাহিখনত লাগি থকা তেলত নিমখ নিদিয়াকৈ ( নিমখ দিলে 'চুৰা' হোৱাৰ ভয়ত ) থোৰালি থোৰালি ঢেঁকীয়া-শাক ভাজি খোৱাৰ লোভ আজিও বৈ গ'ল। সেই তেলী-শালৰ পাটতে আমাৰ লগত বহি ককাইদেৱে 'অয়ি ভুবন-মন-মোহিনী', 'তোৰা শুনিস্ কি' আদি ৰবীন্দ্ৰ-সঙ্গীতৰ সুৰ টানিছিল। বাৰীৰ সেইটো চুকৰ কাষৰত দণ্ডধৰ বৰুৱাৰ এৰা বাৰীখন বৰ বৰ দেখোঁতেই ভয়ঙ্কৰ গছেৰে; যেন বৰ জয়াৰ; তাৰে যেন ডালত বগা কাপোৰ, বগা মথুৰা-পাগ মাৰি বহি থকা বুঢ়া-ডাঙৰীয়াক সদায় দেখা পাম, এনে ভাব। কিন্তু তেওঁহে দেখা নিদিয়ে। তাহানিৰ বৰ ঢাপেৰে জৰি গোঁহাইৰ বাৰীৰ মাজভাগতে আমাৰ ঘৰ; আমাৰ ঘৰৰ দুকাষে দুজন ককাদেউতাৰ ঘৰ বৰঢাপৰ ভিতৰতে। বাৰীৰ পিছফালে বিস্তীৰ্ণ পথাৰখন এমাইল-ডেৰমাইল নিলগৰ দৰিকা নৈ পৰ্যন্ত জুই। সেই পথাৰৰ এটা মূৰে ধাই আলিৰ মূৰৰ জেওনিকটীয়া আৰু কুকুৰাগুহীয়া গাঁও আৰু আনটো মূৰে কোঁৱৰপুৰৰ যথেষ্ট এক এলেকা সামৰিছিলগৈ। পুৱা উঠি আমাৰ ঘৰৰ সমুখৰ মথাউৰিত থিয় হৈ এই পথাৰখনৰ বিস্তীৰ্ণতা চাই চাই মনলৈ কিযে এক

ক্ষণকাল তাৰ অহা অনুভৱ কৰোঁ! কুকুৰাপুহীয়াবো সিপাৰে শিৱসাগৰ পুখুৰী-পাৰৰ শিৱদ'লৰ সোণৰ কলচিৰ ওপৰত যেতিয়া পূজাৰ বেলিয়ে বন্তি জলায়, তেতিয়া তাৰ কান্তি কাউৰী উৰা বাটৰ জোখেৰে এমাইল দূৰৰ আমাৰ ঘৰৰ ওচৰলৈকে দেখা গৈছিল। শিৱসিংহ ৰজাৰ দিনত কলকুপৰীয়া গোঁহাই গাঁৱত খনোৱা সে ৰজোৱা ৰৰপুখুৰী পাৰৰ দ'লটি অসমৰ ভিতৰতে আটাইতকৈ ওখ মন্দিৰ। সেইহে ওখ ওখ গছৰ ওপৰেদিও আমি ইমান দূৰৰপৰা কলচিত জলমলনি দেখা পাইছিলো।

সৰুতে দেখা আমাৰ ঘৰখনৰ আৱয়ৱিক ৰূপটো এসময়ৰ বাস-গৃহ-নির্মাণৰ কিমান প্ৰতিভূ ক'ব নোৱাৰিলো; কিন্তু বিশেষত্ব তাৰ আছিল। চ'ৰা ঘৰ দুটা, গোসাঁই-ঘৰ, মাৰল-ঘৰ, বৰ-ঘৰ, ৰান্ধনি-ঘৰ, গোহালি-ঘৰ, ঢেঁকী-শাল, ধানৰ ভঁৰাল (কিছু কাল আগৰ যুৰীয়া ভঁৰালৰ ঠাইত 'আমাৰ দিনত একেটাই)— ইমান জাক ঘৰ চাই মানুহৰ সংখ্যা আছিল এতিয়া অতি তাকৰ। ঘৰবোৰ সৰুও নহয় যে 'সৰু সৰুকৈ কৰিবা ঘৰ, এটা নেলাগে দহোটা কৰ'— এই সূত্ৰত সিবোৰ সজা হৈছিল। দুটা চ'ৰা-ঘৰ বৰ অদৰকাৰী যেন লাগিলেও তাৰ দ্বিতীয়টো দদাইদেউৰ পৰিয়াল চাকৰিৰ ঠাইৰপৰা মাজে মাজে আহি থাকিবৰ কাৰণেই সজা হৈছিল। প্ৰথমটো কিন্তু সকলো আলহী বা আগন্তুকৰ কাৰণে মুকলি চ'ৰা— জাতি-বর্ণ-নির্বিশেষে—যিটো কথা আনকেইটা ঘৰৰ ক্ষেত্ৰত প্ৰযোজ্য নাছিল। ভঁৰাল, চ'ৰা, মাৰল, বৰ-ঘৰ আৰু ৰান্ধনি-ঘৰৰ মাজতে বৰ্গাকাৰ চোতালখন—য'ত 'জোনাকী ৰাতিত শীতল পাটীত' বহি আইতাৰ এহাজাৰ নিশাৰ সাধু শুনিছিলো, মানৱ দিনৰ গা শিয়ঁৰি উঠা কাহিনীবোৰ শুনিছিলো, ব'হাগৰ বিহুত য'ত হুচৰিৰ আৱাও উঠিছিল, ৰকৱা ৰৰসবাহত যাৰ নাম-কীৰ্ত্তনে গগন ছুইছিলগৈ, য'ৰ তুলসী-তলত আহিন-কাতিমহীয়া মাটিৰ চাকিয়ে তিৰবিৰাইছিল;

আৰু য'ত এদিন আইতাক, এদিন আইক, এদিন দেউতাক শেষ শয়নত ঠাই দিয়া হৈছিল। আটাইবোৰ ঘৰেই তেতিয়া ধুনীয়াকৈ ডাঠকৈ 'শৰণ খেৰে মেলি চোৱা' আছিল আৰু সেই শৰণ খেৰে ক্ৰমে ভঁৰাল, বৰ-ঘৰক টিন-পাতলৈ ( ঢৌ উঠা লোহাৰ পাত ) এৰি দিছিল কিন্তু খেৰৰ ঘৰৰ যিটো ঘৰ-ৰূপী চৰিত্ৰ তাক টিন পাতত ঘৰত দেখা পোৱা নাযায়। চ'ৰা-ঘৰৰ বৰ বৰ খুঁটাবোৰত সজাই থোৱা হৰিণৰ ফেৰেঙণীয়া শিংবোৰ এটি এটিকৈ নিশা অহা নমতা আল-হীয়ে 'গ্ৰহণীয় ভাব কৰি' নোহোৱা কৰিছিল সেই কালতে। সেই ঘৰে একাষে ওলমাই থোৱা ৰহণ লগোৱা দোলাখন কেনেকৈ পহৰ খাহ চিকাৰীক বাঘে ধৰাৰ পিছত আমাৰ ঘৰৰপৰা বিদায় দিয়া হ'ল, তাৰ কথা আগতে কৈছোঁৱেই। এটা ঘৰতে আৰু এটি সম্পত্তি জহি-খহি যোৱা দেখা পাইছিলোঁ—ছয়-সাত ফুটমান ব্যাসৰ এটা বৰজাপি। আমি ওপজা কালৰ বহুত আগতেই সি কামৰপৰা অৱসৰ লৈছিল অচল টকাৰ দৰে। চ'ৰা-ঘৰৰ সমুখত অকণমান শাকনি-ফুলনিখন— য'ত আমি সকতে আপডাল কৰা শাক কেইডালে ডাঠকৈ আপোনা-আপুনি গজা অসমীয়া আৰু বঙালী টেঙেচিবোৰৰ লগত জীৱনৰ বাবে সংগ্ৰাম কৰিব লগীয়া হৈছিল। 'মাৰল ঘৰৰ সৰু পাটচটিৰ ওপৰত থকা শাকগুটি ফুলগুটি'ৰ কথা, 'শাকনিৰ টেঙেচি নিৰাই দিয়া'ৰ কথা ককাইদেউৰ বিহুতীয়ে সূক্ষ্ম আৰু সত্যভাৱেই স্মৰণ কৰিছে।

আমি গুৱাহাটীৰ কটন কলেজত পঢ়া দিনত শুনিছিলোঁ, কলি-কতাৰ কলেজত পঢ়া আমাৰ সমনীয়া কোনোবা অসমীয়া ডেকাই হেনো মাতৃদেৱীৰ খোৱা পাটৰ মেখেলা নি লুঙি কৰি পিন্ধেগৈ বঙালী ল'ৰাৰ চকুত নিজকে টি-প্লেণ্টাৰৰ বংশধৰ বুলি দেখুৱাবলৈ। সেয়া প্লেণ্টাৰ-ৰাজৰ বৈভৱ। অসমীয়া প্ৰজা-সংখ্যাৰ মাজত প্লেণ্টাৰৰ শতকৰা হাৰ কিমান হ'ব?—যাক ইংৰাজীত বোলে মাইক্ৰো-

স্কোপিক, অণুবীক্ষণেৰেহে মনিব পৰা বিধৰ। তাৰ তুলনাত ৰাইছ-প্লেণ্টাৰ, খেতি কৰি পেটে-ভাতে খাই থকাই হওক বা বৰচহকীয়েই হওক, লোকৰ সংখ্যা শতকৰা শতৰ ওচৰা-উচৰি। তাৰ ভিতৰতো আকৌ কলিতাসকলৰ কথা ক'বই নালাগে; নিজৰ গাৰ চলু চলু ঘামৰ বিনিময়ত সীমিত দুচিটা মাটিৰপৰা জীৱনৰ ৰেচ উলিয়াই ল'ব পাৰে। অসমৰ গাঁৱৰ মাতঃবৰ, ধনী-মানীসকলো টি-প্লেণ্টাৰ নহয়, তেওঁলোকৰ গৌৰৱ ৰাইছ-প্লেণ্টাৰ বুলিহে। আমাৰ বংশটোও অন্য প্ৰকাৰে বিখ্যাত হোৱাৰ কথা মই নাজানো। সি কৃষকৰে বংশ। কিন্তু এটা কথাতহে আচৰিত মানো যে পুৰণি লৰি গোহাঁইৰ বাৰীখনৰ সীমাৰ ভিতৰতে আবদ্ধ চাৰিজন ককাৰ চাৰিটা পৰিয়ালতে আমাৰ বতি নেওগৰ বংশ সীমিত। তাৰ বাহিৰত বংশৰ এটা ঠালকে থকাৰ কথা কস্মিন্ কালেও শুনা নাই। চাৰিটা পৰিয়ালৰ এটা দিহিঙে-দিপাঙে কেনি গ'ল, উৱাদিহ নাপাওঁ। এটা পৰিয়ালৰ দদাই-সম্বন্ধীয়া দুজনে মাটি-বাৰী বেচি সন্ন্যাসী হোৱাকে জীৱনৰ ডাঙৰ সুখৰ আদৰ্শ মানি ঐদহে-বৈদহে ঘূৰি আওমৰণে মৰিল; শুনিছো বোলে এজনে ৰাজ আলিতে প্ৰচণ্ড বতাহ-ধুমুহাই পালত এখন নৈৰ দলঙৰ তলৰ আশ্ৰয়ত দেহ এৰিলে। সেই দুজনৰ চুঁচিকটা মুখ দুখন এতিয়াও কেতিয়াবা মনৰ চকুত উটি ফুৰে।

মোৰ ককা যজ্ঞোৰাম নেওগৰ দুজন পুতেককেইহে দেখা পাইছিলোঁ—দেউতা মাণিকচন্দ্ৰ নেওগ আৰু দদাইদেউ লোকনাথ দত্ত নেওগ। সেই দুজনাৰ মাজত এজন আছিল—বিনোদচন্দ্ৰ নেওগ; তেওঁ অবিবাহিত অৱস্থাতে ঢুকায়। দেউতা আৰু লোকনাথ দদাইদেউৰ মাতৃ দুগৰাকী—আগৰ দিনৰ চহকী লোকৰ দৰে যজ্ঞোৰাম নেওগৰ ৰবৈৰ্ণী আৰু সৰু বৈণী। মই পিছে দেউতাৰ মাকক দেখাই পোৱা নাছিলোঁ। আইতা বুলিলে দদাইদেউৰ মাককেই সৰ্বপ্ৰকাৰে বুজিছিলোঁ—ল'ৰালিৰ মুখৰ হাঁহিৰ, ধেমালিৰ লগৰীয়া, দুখতো চকুপানী

মচি দিওঁতা, মোৰ জীৱনৰ আটাইতকৈ চিনাকি প্ৰাচীন প্ৰাণী। আইতাক লৈ কিমান যে ধেমালি! আইতাই কাপ-প্লেটত চাহ নাখায়; কয়, "সেই গপ-পেৰেতবোৰত মোক চাহ-পানী নিদিবিহঁক; মোক তহঁতৰ পিৰিচ-পিয়লা নেলাগে।" আইতাই আস্পতালৰ (বঙলা 'হাস্পাতাল'ৰ এইটো অসমীয়া ৰূপ) ডাক্তৰৰ কথা 'দাগ্‌দাৰ' বুলি ক'লে আমি আপত্তি কৰোঁ; আইতাই আমাৰ তেতিয়া ভুল শুধৰাই দিয়ে; কয়, 'সিহঁতে চিঁচাত দেৱাই-পানীবোৰ দাগ কাটি কাটি দিয়ে নহয়; সিহঁত সেই দেখি দাগদাৰহে।" এবাৰ আইতাই নঙ্গীয়া কটাৰীৰে বিচৰাত টটা-ভুকুটাকৈ আনিবলৈ ভিতৰলৈ লৰ মাৰোঁতে কাঠৰ দুৱাৰৰ তলৰ চৌকাঠত পৰি মোৰ দাঁতৰ তেজ ওলাবলৈ ধৰে। আইতাই "আই ঔ মোৰ বোপা-ইটো" বুলি বুকুত সাৱটি নিজৰ আৰু মোৰো চকুপানী টোকে। এবাৰ কলপাতৰ ৰঙেৰে মিলি থকা চামচেলুকাই দকাত মোৰ হাত বোবোৰা-বোবোৰ হয়; তেতিয়াই আইতাৰ বিধান অনুসৰি কান্দোন এৰি "পৰ্বত ঔ, মেঘ ঔ, মোক চামচেলুকাই দাকিলে" বুলি চিঁয়ৰিবলৈ ধৰোঁ; তাৰেই আৰু সৰ্ব বিষ পাহৰি যাওঁ! এবাৰ পিছে আইতাই মোক ৰব থং কৰিলে যদিও দোষটো মোৰ নহয়। জুইত দিয়া কাঠ-বাঁহৰ ভিতৰত থকা বতাহ বেগেৰে ওলালে কেতিয়াবা জুইৰ ক-কৈ শব্দ উঠে; তাকে জুয়ে হঁহা বুলি কোৱা হয়। সেইদিনা আইতাই জুহালৰ ওঁৰডালত চাহৰ পানীৰ ডেগটো ওলমাই দি আমাৰ লগত বাৰুত কথা পাতি আছিল। তেনেতে জুইৰ সেই শব্দটো হ'ল! মই ক'লো, "আইতা জুয়ে হাঁহিছে।" আইতাই তেতিয়া বাৰ্ধক্যৰ বাবে কাণেৰে ভালকৈ নুশুনে। মোৰ কথা কি ৰূপত জানো শুনিলে, তেওঁ কুঁজা-কুঁজকৈ ভিতৰ সোমাল থৰ-থেদাকৈ, আৰু বাহিৰলৈ ওলাই আহি মোক গালি পোৱালে। "তই জানো কিলোপা কৰ! জুইৰ ক'ত কি হৈছে?" আইতাই

জহকালি জোনাক নিশা চোতালত আমাক লৈ বহি কিমানযে সাধু কয়—তেজীমলাৰ, তুলা-তেজাৰ সাধু শুনি কিমানযে চকুলো টোকোঁ! মান সেনাই সৰু ল'ৰাক কমু'টি মাৰি আম পাৰি খোৱা, ছালে হালে মানুহক বাঁহৰ শালেৰে শালি পেলোৱা, ঘৰৰ ভিতৰত পাণ জপাদি জাপি মানুহ সুমুৱাই জুই দি পুৰি মৰা কথা শুনি অধৰমী মানহঁতলৈ মৰিয়াই মাৰিম যেন কমান যে খং উঠে; পিছে শহুৰ তলৰ আন্ধাৰৰপৰা সিহঁত কেনেবাকৈ ওলায়হি বুলিও ভয় লাগে! দেউতাই এয়া আইতাক কোনো দিনে মাহী বা মাহী আই বুলি নামাতে, নিজৰ আইৰ লেখীয়াকৈ 'বৌটি' বুলিহে মাতে আৰু সৰ্বপ্ৰকাৰে নিজৰ আই বুলিয়ে জ্ঞান কৰে; আইতায়ো দেউতাক নিজৰ পুতেকতকৈও বেছি আপোনকৈ চায়। গতিকে আইতাই আমাৰ ঘৰ এৰি দদাইদেউৰ চাকৰিৰ ঠাইত থকা মোৰ মনত নপৰে। মানুহে জানো কিয় কয় ক'ব নোৱাৰোঁ, "পৰে কি আপোন নোহে নাৰায়ণ, শিমলু নহয় চন্দন।" আইতা আমাৰ সুগন্ধি লুথুৰি চন্দন আছিল।

সেই দিনত আমাৰ ঘৰত থকাকৈ কিমানযে আলহী আহিছিল! তাৰ ভিতৰত কিন্তু এজন অহালৈহে আমি সদায় যেন বাট চাইছিলো। তেওঁৰ নাম নাজানিছিলোৱেই, জনাৰ প্ৰয়োজনো নাছিল। তেওঁ কিন্তু আমাৰ মৰমৰ ককা। আচলতে দদাইদেউৰ শহুৰেক, ঘৰ জাঁজী আমগুৰিৰ ভূঞা গাঁৱত (এতিয়া গুৱাহাটীৰ ৰমানন্দ ভঁৰালীৰ পত্নী অপূৰ বাইদেউৰ পিতৃৰ পিতৃ)। তেওঁ আমাৰ ককাইদেউৰ তৃতীয় পক্ষৰ পত্নীৰ পিতৃ। (দদাইদেৱে ইতিপূৰ্বতে শিৱসাগৰৰ লম্বোদৰ দত্ত উকীলৰ দুগৰাকী জীয়েকক আগা-পিছাকৈ বিয়া কৰিছিল; এগৰাকীয়ে এটি ল'ৰা আৰু ইগৰাকীয়ে এটি ছোৱালী এৰি মৃত্যুৰ মুখত পৰে!) ভূঞা ককাদেউতাই আমাৰ দেউতাকহে জোঁৱাই জোঁৱাই বুলি বৰ সাদৰ কৰে। তেওঁৰ প্ৰকাণ্ড সুগঠিত শৰীৰটো

লৈ ( তেওঁ বোলে ভলুকা বাঁহজোপাৰপৰা একেটা আঁজোৰতে ভলুকা বাঁহটো আঁখিয়ে, পাতে-চোতে উলিয়াই আনিছিল ) আমাৰ ডেৰশ-ডুশ হাত দীঘল পচুলিৰ মূৰত থিয় হৈয়ে দেউতা থাকক-নাথাকক মাত লগায়, "জোঁৱাই, অ' জোঁৱাই, মই আহিছো, যোৱা, বজাৰৰ-পৰা ভাল বৌ মাছ এটা আনাগৈ।" তাৰ পিছতে আমাৰ আইতা তেওঁৰ বিয়নীৰ লগত বিয়নী-মেল। আইতাই যেতিয়া কোমল চাউলৰ বাটিটো গুৰে-গাখীৰে দি বিয়ৈয়েকক সোধে, "বিয়ৈ, গুৰ অকণমান দিমনে" বুলি, তেতিয়াহে আমাৰ হাঁহিৰ পাল পৰে, কাৰণ হুকি মৰাৰ দৰেই ককাই কয়, "এঃ বিয়নী, আপুনিনো কি সোধে? মই যিটো মানুহে চাহ-পানীৰ লগতে এসেৰ এসেৰ গুৰ খাওঁ।" 'এসেৰ'টোও ককাই 'এহেৰ' বুলিহে কয়। চাহৰ এবাটিত 'এহেৰ গুৰ' খোৱা ককাৰ কথা শুনিবলৈ আমি বৈ থাকোঁ। দুই-তিনি দিনলৈ ককাৰ হৰ্‌হৰীয়া কথাৰে ঘৰ জম্‌জমাই থাকে। সেই ষোল নে কুৰি মাইল দিকছৌ বাট বাটকুৰি বাই অহা ককাৰ আগমন সেৰেঙা হৈ পৰিল! এদিন নোহোৱা হ'ল।

আমাৰ মৰমৰ আইতাজনীও এদিন নোহোৱা হ'ল— আমি সেই কথা কেতিয়াও আশা কৰাই নাছিলো। এদিন পুৱা দেখিলো আইতাই দুৰ্বলভাৱে শেঁহাই শেঁহাই বিছনাতে পৰি আছে, বহুতে আগুৰি ধৰিছে। দেউতাই মোক আৰু সম্বন্ধীয়া ভাই পদ্মক পঠিয়ালে শিৱসাগৰ ডাক-ঘৰৰ টেলিগ্ৰাফ-মাস্টৰৰ হতুৱাই নাজিৰা ডাক-ঘৰত থকা দদাইদেউলৈ আইতাৰ টান নৰিয়া বুলি বতৰা দিবলৈ। পিছে আমি সেই কাম কৰি ঘৰলৈ ঘূৰি আহি দেখিলো, আইতাক চোতা-লতহে গুৱাই থোৱা হৈছে। আইতাক ৰেবি দেউতা, বৌটিহঁতে চকুপানী টুকিছে। আমি আহি পালত আমাকো কোৱা হ'ল আঁঠু পাবি আইতাক সেৱা কৰিবলৈ। তাৰ পাছত আইতাক তাৰপৰা তুলি দিখৌ পাৰলৈ নিলে গঁয়াসকলে। মই বুজা-নুবুজাৰ

মাজতে থাকিলোঁ, কান্দিবও নাজানিলোঁ, পিছদিনাখনলৈকে যেতিয়া একোটা নোখোৱাকৈ ৰাখিলে তেতিয়াহে চকুপানী ওলাল। আইতাও আৰু নাহিল সেই চকুপানী মুচি মোক 'বোপাইটো, বোপাইটো' বুলি সাবটি ল'বলৈ। আইতা সঁচায় গ'লগৈ।

দেউতাৰ (মাণিকচন্দ্ৰ নেওগ) কথা—ঘৰৰ দায়িত্বৰ হেঁচাত ওপৰলৈকে পঢ়িব নোৱৰা, ভাই আৰু পোহঁতক শিক্ষাৰ পথত উৎসাহ যোগোৱা, চাণক্য শ্লোক আওৰোৱা, জ্যোতিষত বিশেষ ৰতি কথা—আগতেই কৈছো। সকতে 'পাখীসব কৰে বব / ৰাত পোহাইল' পঢ়া দেউতাই জীৱনত বঙলা 'ৰ'কেহে লেখিলে। ইংৰাজী নপঢ়া দেউতাৰ শব্দসম্ভাৰত কিন্তু কুৰিমান ইংৰাজী শব্দ আছিল। দেউতাৰ এটা 'ছবি' দেখিছিলো— মাৰল ঘৰৰ জুহালৰ কাষত বহি আমাক পঢ়ুওৱা সময়ত নতুন নতুন পদ গোঁথা। কিমানযে পদ তেওঁ এই-দৰে সাজিছিল! কিন্তু সকলোবোৰ গাঁওখনৰ মানুহৰ বাবেহে; তেওঁলোকেই তাৰ বাবে বাঁহ কাটি সকলো ঠিক-ঠাক কৰি দেউতাক যোগাইছিলহি আৰু দূৰণিৰ বিলৰ মাছ মাৰি আনি কটা-বছা মাছ আমাক দিছিলহি। কেতিয়াবা এনেকৈ দিয়া মাছ খাব নোৱৰা পৰিমাণত আমাৰ ঘৰত গোট খাইছিল। দেউতা সকলো কামতে পৰিপাটি আৰু ইংৰাজীত যাক বোলে serious, কামৰ মাজত খিকিন্দালি কৰিলে দেউতাই আপত্তি কৰিছিল, খং কৰিছিল বুলিব নোৱাৰি। তাতে কোনোৱে তেওঁৰ মনটো গোঁজোৰা বিধৰ বুলিও ভাবিছিল। কিন্তু কিছুমান কথাবপৰা দেউতাৰ মনৰ ৰ'দালি ভাবটো স্পষ্ট হয়। বিশেষ বিশেষ লোকৰ লগত দেউতাই হাঁহি-মাতি ৰগৰ কৰি কথা পাতিছিল। তেওঁ কিছু কথাৰ ৰহস্য-ব্যাখ্যা দিছিল, যেনেকৈ—চাণক্য শ্লোকৰ "মাতা শত্ৰু পিতা বৈৰী যেন বালা ন পাঠিতাঃ" কথাষাৰৰ 'ইহঁতে পঢ়া-শুনা নকৰে, অথচ তুমি একাষাৰ মাতিলেই ইহঁতৰ শত্ৰু হ'বা আৰু এপিটন দিয়া যদিতো বৈৰীয়েই

হ'লা আৰু'—এনে তাতনি দিয়ে! আমি পঢ়া-শুনাত ভালকৈ মনোযোগ নিদিলে আমাৰ বাবাৰ ওপৰৰ 'দণ্ডধৰ বাবা'ৰ নামত pun কৰি 'ৰহ, তইঁতৰ ওপৰত দণ্ডৰ বাৰি (chastising rod) নোজোকাবিলে নহ'ব' বুলি ভয় দেখুৱায়। দেউতাই ওপৰৰ দুজনমান লোকক দিয়া উপনাম তেওঁলোকৰ গাত কবাল দগাৰ দৰে লাগি ৰৈছিল আৰু দেউতাই নিজেও তেওঁলোকক সেই উপনামেৰেহে মাতিছিল। গোলোক নামৰ এজনে কথা কওঁতে তোন্‌তোনায়; তেওঁৰ নাম হ'ল তোমোৰা। যজ্ঞোৰাম নামৰ এজনক দেউতাই নাম কাঢ়ি মাতিব নোৱাৰে. কাৰণ সেইটো আমাৰ ককাদেউতাৰ নাম; গতিকে দেউতাই-তেওঁক 'শইকীয়া' উপাধি প্ৰদান কৰি শইকীয়া বুলিহে মাতে। এজনৰ অলপকৈ লগনীয়া স্বভাৱ যেন দেখি তেওঁক দেউতাই নাৰদ বুলিহে মতা হ'ল। লোকনাথ নামৰ এজনে আকৌ এখন দোকান দি লোকচান ভৰি শেহত দোকান এৰি দিলে দেউতাই তেওঁৰ নাম প্ৰখ্যাত কৰিলে 'লোকচান বাবু'। দেউতাই শিক্ষাৰ মোল বিশেষকৈ বুজিছিল বুলি নিজৰ ঘৰ বাৰীখনৰ এটা চুকে চাপ ভাঙি তাতে ১৯০৩-০৪ চনমানত এখন পঢ়াশালি থাপনা কৰিলে। সেয়ে আমাৰ বিদ্যা-শিক্ষাৰ ভেটি ১১৩ নং কমাৰ বৰীয়া স্কুল। দেউতা গীত-মাত, বিশেষকৈ ভকতীয়া গীতৰ ভঁৰাল আছিল। পুৱা-গধূলি আমাৰ গোসাঁইঘৰত তেওঁ নিতৌ নিৎ-প্ৰসং (নিত্যপ্ৰসঙ্গ) কৰিছিল মধুৰ কণ্ঠেৰে। 'কৃষ্ণ শঙ্কৰ গুৰু হৰি' বুলি অকণমানকৈ আগোৰাবী ৰাগ টানি বৰগীত এটি (প্ৰায়ে 'মায়ে পৰম ধন') গাই এটি কীৰ্তনঘোষাৰ পাতত যুগল পটল নামঘোষাৰে পাৰাৱণতে প্ৰসঙ্গ সামৰিছিল। তেওঁৰ মুখত অসমীয়া মালিতাৰ আহিত শঙ্কৰৰ হৰিণ, কাউৰী আৰু শিয়ালৰ সাধুটো শুনিছিলো। মোৰ দুৰ্ভাগ্য আৰু মূৰ্খামি যে সেইটো তেতিয়াই তেতিয়াই টুকি ৰাখিবলৈ নহ'ল আৰু আজি কাৰো মুখত বা কঁতো লিখিত ৰূপত তাক নাপাওঁ।

কেতিয়াবা কেতিয়াবা যেতিয়া দুখুৱা জ্বৰতে হওক বা নানান্য আন অসুখতে হওক বিছনাৰ আশ্ৰয় ল'ব লাগে তেতিয়া শুনিবলৈ বৰ মন যায় আৰু কুটুৰি কুটুৰি লাগি শুনো আইৰ মুখত গোসাঁইনাম, সদাশিৱৰ নাম, আই-নাম। সেয়ে যেন অসুখৰ উপশম। পুৱা হ'লে টোপনিৰপৰা সাৰ পাই উঠোঁ। দিগম্বৰ শ্ৰীকৃষ্ণৰ লগতে আইৰ (চন্দ্ৰপ্ৰভা নেওগ) ডাকত—"জাগা, জাগা এ হৰি দিগম্বৰ ৰায়। তুমি জাগিলেহে জাগে সমস্তে জাগয়।" "উঠা উঠা বাপু চান্দবয়ান, এ হৰি, পদ্ম-নয়ান। পুহাইল নিশা, ডাকা কেকুগণ. উঠা উঠা হৰি এ॥" বা পুৱাৰ জাগনৰ বৰগীত। নিশা শুবৰ বেলিকা আই পাটীত পৰালৈ বাট চাই থাকোঁ, কাৰণ আয়ে টোপনি নধৰালৈকে গাকত সুৰ হৈ গায়ে থাকে—"কি দিয়া পূজিম প্ৰভু চৰণ মুৰাৰি। তোমাৰ পূজাৰ বস্তু নাপাইলো বিচাৰি॥' নহ'লেবা শ্ৰীকৃষ্ণই বাঁহি-বাৰ কাৰণে কাপোৰৰ অৰ্ডাৰ দিবলৈ তাঁতীৰ ঘৰলৈ যোৱাৰ মালিতা নে ঝুনাটি: "আনন্দে মোহন বাংশী বজাই। গৈলন্ত গোবিন্দ তাঁতীৰ ঠাই॥" নহ'লেবা আইৰ অন্ত নপৰা টোপোলাৰ আৰু কত কি সুৰদি গীত। আমাৰ ঘৰখন মহাপুৰুষীয়া হ'লেও, দেৱী-পূজাৰ প্ৰসাদৰ আমাৰ ঘৰত অপ্ৰৱেশ হ'লেও, হাঁহ পৰ্যন্ত মুপুহিলেও, হাঁহ-ছাগৰ মঙহ ঘৰত নিষিদ্ধ হ'লেও সেই দিনত কিন্তু গাঁৱত আইমতা সবাহ হ'লে আই তাতৈ গৈছিল, নিজে আই নাম লগাই দিছিল। নিশা যেতিয়া আয়ে সেই আই-নাম গাইছিল, মনলৈ এটা শান্তিৰ ভাব আহিছিল 'নেজানি সোমালো / আইৰে ফুলেবাৰী / নিচিনি ছিঙিলো কলি / ইবাৰৰ দোষকে/খেমিবা ভবানী/মাতো চৰণতে ধৰি॥' বসন্তৰ প্ৰণক ফুলৰ ৰূপক কৰি গোৱা গীতখিনিত কি সুন্দৰ সাহিত্যশ্ৰী! আইৰ মুখত শুনা বিবিধ জাতৰ বিয়া-নাম আজি আৰু ক'তো শুনোঁ। আমাৰ ঘৰত এখন কৃত্তিবাসী ৰামায়ণ আৰু এখন কাশীদাসী মহাভাৰত আছিল; অসমীয়া ৰামায়ণ-মহাভাৰত তেতিয়া দুৰ্লভ।

সেই বঙলা দুখনকে আয়ে দুপৰীয়া খোৱা আৰু এধানমান শোৱাৰ পাছত ঠগিত থৈ অসমীয়া উচ্চাৰণেৰে সুৰ লগাই অকলে অকলে বহি পাই থাকে। আমি আবেলি স্কুলৰপৰা ঘৰলৈ আহোঁতে পদূলিৰ কিছু দূৰৰেপৰাই সেয়া শুনি বাট হুটাৰ ভাগৰ, ৰ'দৰ তাপ, পেটৰ ভোকো পাহৰি পেলাওঁ। আইৰ মাত-কথা কিন্তু আজি মই কোৱা অসমীয়া ভাষা নহয়; সি আছিল সদায় সুৰদি. চহকী আৰু জতুৱা। কেতিয়াবা আইক কিবা এটি কৰি দিবলৈ কুটুৰি থাকিলে আয়ে ক'ব, "মালতীৰ মাকে মকুৱা মুতুলিলে তোৰ গা নুজুৰায়" বা "আটাই কাম কৰিবলৈ মোক পঞ্জলী গাভৰুজনী পাইছ, নহয়?" আমাৰ আমনিত খং উঠিলে অকৌ আয়ে কয়, "মোৰ মইনা-মাত উলিয়াৰ খুজিছ হ'বলা?" আইৰ এই মিঠা খং দেখি আমি হাঁহো; আয়েও হাঁহে। কোনো কোনো সাহিত্যৰ চমজদাৰে মোৰ "অসমীয়া গীতি-সাহিত্য" বোলা কিতাপৰ অন্তৰ্গত 'অ' মোৰ আপোনাৰ দেশ' নামৰ প্ৰবন্ধটোৰ ভাষাৰ বিশেষ তাৰিফ কৰে। মোৰ মোমাইদেউৰ ছোৱালী ভনী দুজনীমানে কিন্তু লেখাটোৰ ভাষা আইৰ সুৰদি ভাষাৰ চতুৰ অনুকৰণ বুলিহে সাব্যস্ত কৰে! সেই ভাষা আজি ক'ত? আজি আমাৰ মকুৱাও অচিনাকি; ধন পঞ্জলীৰ লগতো সমধ হেৰাল! বৌটি অৰ্থাৎ আয়ে কিন্তু পঢ়াশালিত বিশেষ পঢ়া নাছিল। সৰুৰেপৰা হেনো ঘৰখনৰ বন-বাৰি চম্ভালিব লগীয়া হোৱাত ভনীয়েক সুপ্ৰভা মাহীক উলিয়াই-মেলি স্কুললৈ পঠিয়াই দিছিল. নিজে কাম-বন কৰি স্কুল পায়গৈ মানে বেলি ভাটী দিয়ে, লগৰ ল'ৰা-ছোৱালীয়ে বোলে "মাষ্টৰনী আহিল, মাষ্টৰনী আহিল" বুলি হাঁহে আৰু আয়ে স্কুললৈ যোৱাটোকে সেৰেঙা কৰি পেলায়। আইৰ আটাইতকৈ ডাঙৰ সম্পত্তি আছিল সুখে-দুখে সকলো সময়তে লগ নেৰা এটি মৃদু, নিৰ্মল হাঁহি। আজিও মোৰ দুখ-বেদনাৰ বেলা সেইটি হাঁহিয়েই জোনৰ কিৰণৰ দৰে শীতল শান্তি দিয়েহি। আইৰ পিতৃ ককাদেউতাই জীয়েকক

কিনো খাজে-খাপে খোৱা শোভন নামটি দিছিল — চন্দ্ৰপ্ৰভা!

আইৰ পিতৃ লম্বোদৰ হাজৰিকা ককাদেউতা পণ্ডিত, জ্যোতিষত পাৰ্গত। তেওঁ নৱজাতকৰ দশা গণনা কৰি কোষ্ঠী লিখিছিল। তেওঁৰ সৃতি-সন্ততিসকলৰ ভিতৰত আয়েই সৰু-ভাগৰ। আইৰ ভায়েক চাৰিজন, ভনী এজনী। মই কিন্তু ককাক, আইতাক আৰু মাহীক দেখা পোৱা নাছিলো। মোমাইদেউ চাৰিজনৰ বৰজন নিত্যানন্দ হাজৰিকাই (তেওঁৰ সৰু পুত্ৰ অসম কৃষি বিশ্ববিদ্যালয়ৰ পশুচিকিৎসাৰ ডিন্ আৰু অলপ দিনৰ বাবে উপাচাৰ্য ৰবীন্দ্ৰনাথ হাজৰিকা —অকণি) শিৱসাগৰ কাছাৰীত বিবিধ বিষয় খাই ছিৰস্তাদাৰ ৰূপে কৰ্মজীৱন সমাপ্ত কৰে। দ্বিতীয়জন মোমাই সোমধৰ হাজৰিকা খেতিয়ক। তৃতীয় মোমাইদেউ আছিল উকীল প্ৰেমধৰ হাজৰিকা। কাছাৰী ছুটী পোৱাৰ পিছত তেওঁ মাজে মাজে নগৰৰ ঘৰবৰণৰা কমাৰ ফদীয়ালৈ আহিছিল আৰু প্ৰায়েই দিখৌ গৰাৰ শাকনি বাৰীত দেউতাৰ লগত নানা ৰগৰ ভোলা কথা পাতিছিল। কিন্তু সকলোতকৈ ৰসিক আছিল সৰু মোমাইদেউ থানেশ্বৰ হাজৰিকা (গল্প-লেখিকা ডলী তালুকদাৰৰ পিতৃ)। এক rich dilettantism, উচ্চ কলা-সাহিত্যৰ ৰুচিবোধ আছিল তেওঁৰ ভাণ্ডৰ সম্পত্তি। মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ সাহিত্যৰ গতি-পথ-নিৰ্ণয়ত, প্ৰশংসাবাদ আৰু সমালোচনাৰে উৎসাহনত মোমাইদেউৰ এটি গুৰুত্বপূৰ্ণ ভূমিকা আছিল। তেওঁৰ অনেক লেখা "জয়ন্তী" আদি কাকতত নিনাও হৈ ওলাইছিল। সেইবোৰ আজি বিচাৰি উলিওৱা অসম্ভৱ। দাস্তুনিৎসিঅ'ৰ হাজাৰ-হাজাৰ পৃষ্ঠাৰ লেখা সম্পৰ্কে এটি প্ৰবন্ধ ("জয়ন্তী"ত প্ৰকাশিত) তেওঁৰে বুলি জানিছিলো। ভিক্টৰ হিউগোৰ "লে মিজাৰাব"ৰ ভাঙনি তেওঁৰ "দীন-দুখী" অসমীয়া সাহিত্যলৈ এটি বিশিষ্ট দান তৰ্জমাৰ চমৎকাৰ বিশেষত্বৰ যোগেদি। অনুবাদত তেওঁ কিমান উঠন হাতৰ, সেই কথা কেম্পবেল বোলা ইংৰাজ কবিৰ

লৰ্ড আলিনুদ্দু ভটাৰ'ৰ ৰূপান্তৰ 'গোহাঁই গাভৰু'ৰপৰাও বুজা যায়। লোকগীতৰ স্টাইলত কবিতা-ৰচনাতো আছিল তেওঁ পটু; তেওঁৰ 'বিহুৱান' বোলা কবিতাটিৰ কলি কেইটাক বহুতে লোক-ৰচনা বনগীত বা বিহুনাম বুলিয়ে ভুল কৰে। তেওঁ আছিল অত্যন্ত মধুৰ conversationlist. কথাৰ সাগৰ; কথা পাতোঁতে প্ৰকৃত বিষয়বোধৰ ওপৰত অধ্যয়ন-জনিত অসামান্য অধিকাৰ আৰু এক হাস্যবোধ লৈ তেওঁ 'আসৰ জমাব' পাৰিছিল সুন্দৰ। খানাপাৰা কেট্‌ল ফাৰ্ম আৰু আপাৰ শ্বিলং ফাৰ্মৰ মেনেজাৰ ৰূপে থাকোঁতে তেওঁ সাহিত্যিক বা আন লগৰীয়া বিচাৰি নিজৰ গাড়ীত বুটলি লৈ গৈ মেনেজাৰৰ বঙলাত তত্ত্ব আৰু ৰসিকতাৰ মেল বহুৱাইছিল। তেওঁৰ সকু এখন অটোগ্ৰাফৰ বহি আছিল, তাৰ ভিতৰত তেওঁৰ নিজৰ হাতৰ আখৰেৰে এআষাৰ অৰ্থপূৰ্ণ মন্ত্ৰ লেখা আছিল: Laugh and be fat. তেৱেঁ। বৰ হাঁহিছিল আৰু শকত হৈছিল। আমি সৰু ল'ৰাবোৰৰ লগত কথা পাতোঁতেও তেওঁৰ কথা আৰু হাঁহিৰ ভৰ নপৰিছিল। কিমান কিযে তেওঁৰ গল্প! এটি সৰু মাত্ৰ উদাহৰণ দিওঁ—সেইযে বুঢ়ীৰ জীয়েক বিলতীৰ বিয়াৰ কথা। বুঢ়ীয়ে বোলে জীয়েকক দুৱাৰ ধৰি বৰুপৰাৰ দৰাৰ লগত যাবলৈ উলিয়াই দিয়ে তপতে তপতে বিয়াৰ ৰভাৰ তলতে এখন তামুলী-পীৰা পাৰি লৈ থম্‌থম্‌কৈ বহি থাউচি জুৰি বিলাপ কৰিছে: 'চেহপানী তিপতাই/কোনে দিব লিগতাই/মোৰ আই বিলতী অ'ই/বৰুপৰা পালিগৈ তই!!" চেহপানী (চাহ-পানী), তিপতাই (তপতাই) লিগতাই (লগতাই) —এইবোৰ স্থানীয় বহুল লগা ভাষা-ৰূপ। খানেশ্বৰ খোমাইদেউৰ কথা কোৱা মাততো বৰ সোৱাদ আছিল, মই সদায় ভাবিছিলো, আৰু এতিয়া ভাবোঁ, পুৰুষৰ এনে সুৱদি-সুৰীয়া মাত মই ক'তো শুনাই নাই। মোৰ আইৰ প্ৰতি তেওঁৰ টান বৰ বেছি আছিল, আমাক 'মাইদেউৰ ল'ৰা' বুলি মুখৰ

আগতে কিমানযে ৰখানিছিল! বায়েকৰ ওচৰতযে তেওঁৰ ‘প্ৰীতি-সমুজ্জ্বল চকু, হাঁহি-ভৰা মুখ’ তিৰ্‌বিৰাই উঠিছিল! মনত আছে, ১৯৪৩ চনৰ ব’হাগৰ বিহুৰ ঠিক পাছতে বহুত কালৰ মূৰত তেওঁ তেতিয়া কগ্না বায়েকক দেখা কৰিবলৈ আহিছিল আৰু যাবৰবেপৰা চিয়ঁৰি চিয়ঁৰি মাতিছিল, “চাওঁ, বাইদেউ, ওলাই আহাঁচোন, মই তোমালৈ মুগাৰ মেখেলা এখন আনিছো, তুমি পিন্ধা, তোমাক কেনে দেখি মই চাওঁ।” পাটীত পৰি থকা আয়ো যেন চেনেহৰ ভায়েকৰ মৌ-মিঠা মাত শুনি তেনেই মলঙি গৈছিল। আমি কিন্তু ভৰা নাছিলো, সেয়ে বায়েকৰ-ভায়েকৰ শেষ দেখা-দেখি হ’ব, আৰু সিদিনাৰপৰা ন মাহ পূৰ হওঁতে নহওঁতেই আঘোণৰ একে নিশায় বায়েকে কমাৰ কলীয়াত আৰু ভায়েকে কলিকতাত আমাক সকলোকে ফাঁকি দি হাতত ধৰা-ধৰিকৈ কোনোবা একেখন অময়া ৰাজ্যলৈ গুচি যাব।

পুৰুষৰ মাতৰ ভিতৰত সৰু মোমাইদেউৰ মাতটো যেনেকৈ মোৰ বাবে সৰ্বোত্তম আছিল, মোৰ সাদৰী বাইদেউ আইকণৰ কথা পতা আৰু গীত গোৱা দুইবিধ মাত সেইদৰে ‘পৃথিৱীত ক’তো বিচাৰি নোপোৱা’ সুমধুৰ মাত বুলি মই নিজে নিজে আত্মপ্ৰসাদ লাভ কৰিছিলোঁ। আৰু এতিয়াও কৰোঁ। বিশেষকৈ বিয়া-নাম আৰু নিচুকনী গীত বাইদেউৰ আছিল বিশেষ কৌশলৰ পদাৰ্থ, forte, “সাৰ কাপোৰৰ হৈ মাহী-আই থুন্দিলে, তেজীমলাহে মই” বুলি বাইদেৱে গীত গাওঁতে চকু-পানী বৈছিল আমাৰ চকুত; তেওঁৰ “আমাৰে মইনা শুব এ, বাৰীতে বগৰী ৰুব এ” শুনি মহৰ কামোৰতো চোতালৰ পাটীদৈৰ পাটীতে ঘুমটি গৈছিলো; “ৰঘুনাথ/ ওলাল জাকি মাৰি,/ৰঘুনাথ/পুখুৰীৰ মোৱা মাছ;/হৰি মোৰ ঐ/ ওলাল জাকি মাৰি তৰা। /ৰঘুনাথ ওলাল জাকি মাৰি/ৰঘুনাথ/ আমাৰে ৰামচন্দ্ৰ,/হৰি মোৰ ঐ/পিতাদেউৰ ৰৰচ’ৰাৰপৰা” শুনিলেই জলদোপ-হেন্দোলদোপকৈ বৰ-যাত্ৰীসকলক যেন পিৰ্‌পিৰকৈ বাজ-

আলিত ভবি দিয়া দেখা পাইছিলো। সেই সকলোটি আজি আকাশ-কুসুমৰ দৰে আমাৰ মাজৰপৰা আঁতৰি গ'ল। আজি ঘোকট গাঁৱতো বিয়া-নাম হৈছেগৈ হিন্দী বোল-ছবিৰ গীত। গতিকে বাইদেউৰ কণ্ঠৰ স্মৃতিও মোৰ বাবে কষ্টদায়কহে হৈছে।

আমাৰ মোমাই-বংশৰ এজন ককা কাশীনাথ হাজৰিকাই "কার্য-প্রবেশ" নামৰ পঢ়াশলীয়া ৰচনা-পাঠ আৰু পদ্মনাথ গোহাঞি বৰুৱাৰ "জীৱনী-সংগ্রহ"ৰ অন্তর্গত লক্ষ্মীনাথ কাকতীৰ জীৱনী লেখাৰ কথাৰ ওপৰত উল্লেখ পৰিছে। ককাদেউতাৰ ঘৰ আমাৰ ঘৰৰ পোনে পোনে দিখৌৰ সিপাৰে। ককাদেউতাই তেতিয়া শিৱসাগৰ ইংৰাজী স্কুলৰপৰা অৱসৰ লৈ ঘৰতে থাকে। গ'লেই দেখা পাওঁ বাঁহ-বেতৰ মূঢ়াৰ নিচিনা এখন চকীত ককা থম্‌থম্‌কৈ বহি থাকে পকা ডাঢ়ি-চুলিৰে। ককাৰ বৰপুতেক ত্রৈলোক্যনাথ হাজৰিকা মোৰ জন্মৰ সময়তে শ্রীহট্ট নে শিলচৰত চৰকাৰৰ বন-বিভাগৰ কামত থকাত ঘোঁৰাৰপৰা পৰি মৃত্যু-মুখত পৰে; আৰু মোমাইদেউৰ মৃত্যুৰ অলপ কেইদিনমান পিছতে চৈতন্যনাথ (সোণ) নামৰ ল'ৰাটিৰ জন্ম হয়। আমি সকতে আমাৰ ঘৰত দেখা প্রথম, দ্বিতীয় আদি বছৰৰ "বাঁহী"ৰ সংখ্যাবোৰত ত্রৈলোক্যনাথ মমাৰ নাম-চহী দেখিছিলো। তেওঁৰ চাগৈ সাহিত্য-চর্চাৰ প্রতি এটি ধাউতি আছিল। এওঁ মোমাইদেউৰ মাইদেউ হ'ল ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ বাইদেৱেক। এইগৰাকী মাইদেৱে আমাক সকবেপৰা ইমান মৰম কৰিছিল যে মাজে মাজে মানুহ সিমান মৰমিয়াল হ'ব নোৱাৰে বুলিহে মোৰ ভাব হৈছিল। মাইদেউৰ লগত দিখৌৰ ইপাৰ-সিপাৰৰ পানী-ঘাটৰপৰা প্রায়ে দেখা-দেখি, কথা-বতৰা হয়। স্কুলীয়া জীৱনত সদায় সদায় দেওবাৰে নিজৰ কাপোৰ-কানি নিজে ধুই নিকাকৈ লোৱাৰ নিয়ম মোৰ। সেইদৰে কাপোৰ ধুই থাকোঁতে মাইদেৱে সিপাৰৰপৰা কয়, "অকণ, তুমি সৰু ল'ৰাটোৱে কি কাপোৰ ধুবা? মোৰ ওচৰলৈ

লৈ আহাঁ, মই ধুই দিম।" ঘৰিয়াল-ভৰা দিখৌ নৈ পাৰ হৈ সিপাৰলৈ যাওঁ কেনেকৈ? তথাপি মাইদেউৰ মৰমৰ মাত আষাৰতে কান্নলৈ উৎসাহ পাওঁ। এয়া মাইদেউৰ ল'ৰা সোণ মোতকৈ এবছৰমানে সৰু। তেওঁ ডাক্তৰ হৈ যক্ষ্মাৰোগৰ বিশেষজ্ঞ চিকিৎসক হৈছিল। তদুপৰি তেওঁ শ্বিলঙত বিড চেষ্ট হস্পিটালৰ অধ্যক্ষ থাকোঁতে শ্বিলং বলা পৰিষদৰ গুৰিয়াল হোৱাৰ উপৰিও পাৰ্বত্য ৰাজনৈতিক নেতা-সকলৰ লগত বিশেষ সদ্ভাৱ-সম্প্ৰীতি কৰ্ষণ কৰি ভৈয়ামৰে ৰাজ-নৈতিক বুজা-বুজিৰ অভাৱৰ মাজতো তেওঁলোকৰ বিশ্বাস আৰু প্ৰীতিভাজন হৈছিল।

ককাইদেউ ডিম্বেশ্বৰ নেওগৰ কথা আগতে কৈছো আৰু আগ-লৈও ক'ব লাগিব। ভাই মোক্ষেশ্বৰ (চিকণ) আৰু আনসকল আপোনকো মোৰ দীঘ আৰু বাণিত ঠায়ে ঠায়ে গুঁঠি যাবই লাগিব।

# পাতি-পইছাটোহে মাথোঁ যাৰ বেচ

নিজৰ জীৱনৰ কথা লেখিলে বোলে উপৰি পুৰুষসকলকো স্মৰণ কৰিব লাগে। কিন্তু আমাৰ বংশৰ বুৰঞ্জী এতিয়াও অলিখিত। সি বিস্মৃতও। সকতে দেউতাৰপৰা উপৰি পুৰুষৰ তালিকা বিচাৰেঁাতে চন্দৰ নামৰ এজনৰপৰা দেউতাই বংশলতা টানিছিল। চন্দৰ নামে পুৰণি অসমীয়া কবি এজনো আছিল। কিন্তু সেইজন বোধ হয় আমাৰ বংশৰ আদি পুৰুষজন নহয়। আমাৰ বংশৰ চন্দৰৰনো কিহত খ্যাতি আছিল, সেই কথাৰো ক'তো অভিলেখ বা সোঁৱৰণি নাই। এই চন্দৰৰ পুত্ৰ কান্তিৰাম বজাঘৰীয়া বৰবৰা আছিল। তেওঁ আকৌ কেনেধৰন বৰবৰা বিষয় খাইছিল, তাক নাজানো। কিন্তু বজাঘৰৰপৰা মাটি-বৃত্তি পাইছিল আৰু সেই বৃত্তিৰ মহজৰ তামৰ ফলি তেওঁৰ আছিল। কিন্তু কান্তিৰামৰ পুত্ৰ ৰতিকান্তৰ (ৰতিৰাম ?) দিনত (তেওঁ উত্তৰাধিকাৰ-সূত্ৰে বৰবৰা) মানৰ আক্ৰমণ আৰু দেশ ভগা মানৰ দিন হ'ল; আন প্ৰজাৰ লগতে ৰতিকান্তও বংশৰ লোকক লৈ ঘৰ এৰি ভগনীয়া হ'ল। তেতিয়াই তাম্ৰপত্ৰ আদি হেৰাল। অনুসন্ধানৰপৰা যি জানিব পাৰিছিলো, ৰতিকান্ত বৰবৰাৰ পৰিয়াল জ্ঞাতিসকলেৰে পলাই গৈ ৰছা-দৈয়াং (আজি-কালিৰ ভিতাৰৰ) অঞ্চলত বৈছিল। ব্ৰিটিছৰ কৰুণাত অসম দেশ পুনৰ সুস্থিৰ হ'লত সিসকল ৰংপুৰলৈ (শিৱসাগৰ) ঘূৰি আহে। ইতিমধ্যে ইংৰাজে পুৰন্দৰসিংহ স্বৰ্গদেৱক লালবন্দীকৈ তেওঁৰ পুৰণি ৰাজ্যৰ কিছু অংশ শাসন কৰিবলৈ দিয়ে। সেই সময়ত শিৱসাগৰ শিৱদ'লকে মুখ্য কৰি ৰাজধানীৰ দ'ল-দেৱালয়ত পূজা-সেৱা বন্ধ আছিল, কাৰণ দ'লৰ ঠাকুৰ-পূজাৰিসকল তেতিয়া ক'ৰবাত

ক'ৰবাত পলৰীয়া। স্বৰ্গদেৱে অনুসন্ধান কৰাত ৰতিকান্ত বৰবৰাই শিৱদ'লৰ পূজাৰি আৰু আনসকল গৈয়ে বছা-দৈয়াঙত ৰৈছে, তাৰ সম্ভেদ দিলে। তেতিয়া বৰবৰাৰ লগত এদল তকৰা বা পদাতিক সৈন্য দি ৰজাই তেওঁক নেওগ পাতি সেইসকল উদ্বাস্তু লোকক আনি পুনঃসংস্থাপন কৰিবৰ তেওঁতে দায়িত্ব অৰ্পণ কৰিলে। সেই কাম সম্পন্ন কৰি দিয়াত ৰতিকান্ত স্থায়ীভাৱেই ৰজাঘৰীয়া তকৰা নেওগ হ'ল। সেই সময়ৰ শিৱসাগৰ শিৱদ'লৰ হাউলিতে ৰজাদেৱৰ মেল বহিছিল আৰু ৰতিকান্তই সভাত আয়োজন কৰিব লগীয়া গায়ন-বায়নসকলৰ কৰ্মৰ তদাৰক কৰিছিল। তেতিয়াৰপৰা আমাৰ বংশ ৰতি নেওগৰ বংশ বা তকৰা নেওগৰ বংশ নামে জনাজাত হ'ল। আমাৰ ল'ৰাকালত লগৰ লগৰীয়াসকলে 'তকৰা নেওগৰ বংশ' নুবুলি আমাক 'তকৰা কদমৰ বংশ' বুলি ধেমালি কৰিছিল। শংকৰদেৱৰ "ভক্তি-প্ৰদীপ" গ্ৰন্থৰ টীকা-টিপ্পনী লেখি মই তাত এইদৰে ভণিতা পেলাইছিলোঃ 'দিখু-নদী-তট-জাত / নেওগ ৰতিকান্ত/ জাকেৰি ৰঙ্গপুৰ থান। / সৌমাৰ-শেষ-ৰাজ / সিংহ পুৰন্দৰ / জাকেৰি কৰু বহু মান॥ / তাকেৰি বংশধৰ / ৰচত মহেশ্বৰ / প্ৰদীপক টীকা-আধাৰ। / অতি অলপমতি / পণ্ডিত বহুমানী / ওহি ৰূপে কৰহু বিচাৰ॥'

ৰতি নেওগৰ বিষয়ে বিশদ কথা জনা নাযায়। মাথোন ১৮৫৩ৰ এপ্ৰিলৰ "অৰুনোদই"ৰ 'অনেক দেসৰ সম্বাদ (Journal of Events)' শিৰোনামাৰ তলত এটি সংবাদ সন্নিবিষ্ট হৈছিল এইদৰেঃ "২৫ মাৰ্চ সুকুৰ বাৰৰ ৰাতি দুপৰ মানৰ সময়ত, কোঁঅৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বান্ধি থোআ খুঁটিৰ মহৰ মাজত বজ্ৰপাত পৰি পাচ জনি মহ মৰিল। ৰাতি পুআ মহৰ গৰাকিএ দেখে যে পাচো জনি ঠৰ হৈ পৰি মৰি আচে; তাৰে এজনিৰ চকু এটা ওলাই নিলগত পৰি আচিল।" এই

সংবাদ পঢ়ি এজন পিক্‌ৰিকে আৱিষ্কাৰ কৰিছে বোলে ৰতি নেওগ ম'হ-গুৱালহে আছিল। কৃষিপ্ৰধান আৰ্থিক ব্যৱস্থাত বৰ ডাঙৰ সম্পত্তি 'ম'হৰ গৰাকী' আৰু ম'হগুৱালৰ মাজৰ পাৰ্থক্য তেওঁ নেজানে! আন-ফালে, আমাৰ আজোককা ম'হগুৱাল হ'লেইবা কি বৰ ক্ষতিটো হয়? আমাৰ দেশত তিনিজনা 'ডাঙৰীয়া' অৰ্থাৎ মন্ত্ৰীয়ে এবাৰ এজন ৰজা ভাঙোতে, ৰজাই কৈছিল, "মই হাল বাই খাই আছিলো, তোমালোকেহে আনি ৰজা পাতিছিলা।" হাল বোৱা ৰজা ভাগিলত আকৌ খেতিলৈ যাব পৰা হ'ল — আমাৰ দেশৰ এনে সুন্দৰ ব্যৱস্থা। সাতঘৰীয়া চলিহা-কাকতীৰ শিৰোমণি 'অতি বৰচহনী পৃথু বৰ-কাকতী'য়ে হাতত ম'হৰ টোকোন লৈ ম'হ খেদাৰ কথা এজন বুৰঞ্জীবিদে বৰ্ণনা কৰাত কাকতীৰ নাতি-সম্বন্ধীয় এজনে মনতে দুখ পোৱা যেন কৰিছিল; তেওঁক প্ৰবোধ দিয়া হৈছিল এই বুলি যে ৰুছিয়াৰ পিটাৰ দি গ্ৰেটেও এদিন জাহাজে বটা কাম কৰিছিল। আমাৰ আজোককাই যদি আহোম শাসনত বৰবৰা আৰু নেওগ বিষয়ত থাকি ৰাজ-ভগনত পৰি ইংৰাজ আমোলত মাত্ৰ ম'হগুৱালহে হ'ব লগা হ'লহেঁতেন, কিনো 'লেজাই' পাবৰ কথা হ'লহেঁতেন? নিজৰ ডেৰশ-দুশ ম'হৰ গুৱাল হ'ব পৰাও জানো কম গৌৰৱৰ কথা? সেই দিনত ভগা ৰজাই হওক বা সাধাৰণ প্ৰজাই হওক সকলোৰে ম'হ আৰু হালৰ গৰুৰ লেখেৰেই বিত্তৰ লেখ হৈছিল। তেওঁৰ পুতেকো এটা-দুটা নহয়, 'পথাৰ ঢাকি পৰা নেওগৰ ঘৰৰ ম'হ'ৰ গৰাকী আছিল। আজিৰ শিক্ষিতসকলে প'ল্ট্ৰি ফাৰ্মিং, কেট্‌ল ফাৰ্মিং কৰি পুৰণি আদৰ্শকে ন ৰূপ দিছে মাথোন বুজি 'বিষয়-বাসনা-হীন' পিক্‌ৰিক্‌সকলে নতুন শিক্ষাও পাব পাৰে।

শ লেখৰ জাকে-জুমে ম'হৰ খুঁটি থকা ককাদেউতাৰ কৌঁৱৰপুৰৰ বাৰীৰ ওপৰৰ ৰাষ্ট্ৰীয় ৰাজপথে আজি হো হো কৰি গাড়ী-মটৰ চলিব লাগিছে। মোৰ জন্মৰ বেলা ককাৰ কলহী ম'হ কেইজনীতো

নায়েই; 'সাতজনী নিগনি খাঁৰাই খোৱা, গেৰেলাক হালত বোৱা' দিনো অতীত হৈ গৈছিল! দেউতাৰ জীৱনৰ আগ-ভাগলৈকে কিন্তু ঘৰুৱা-বনুৱা ডেৰকুৰিমান লোকৰ ঘৰোৱাহিৰে গৰুৰো ম'হৰো আঠ-নখন হাল, ডেৰশ দুশমান ম'হ, গোহালি ভৰা গাই-বলধ, মেট মৰা যুৰীয়া ভঁৰালৰ গৰ্ব আছিল। কিন্তু আগৰ আৰ্থ-সামাজিক ব্যৱস্থা উৱলি যোৱাৰ লগে লগে এই সকলো পমি যোৱাৰ দৰে গ'ল; মই ভূ-ভাৰস্তলৈ অহা সময়ত এইবোৰ আইতাৰ হেজাৰ সাধুৰ এটাৰ দৰেই হৈ পৰিল। তেতিয়া আমাৰ পথাৰত কাম কৰা দুজন হালোৱা বনুৱাহে অলপ দিনলৈ দেখা পাইছিলো।

মোৰ জন্মৰ সময়ত পিছে আই-বোপাই আন এটা সমস্যাবহে সমুখীন হ'ব লগীয়া হৈছিল—যিহৰ বাবে মই ৰতি নেওগৰ বংশৰ-পৰা অন্ততঃ যমৰ চকুত হস্তান্তৰিত হ'লোঁ কিছু দিনলৈ। আই-দেউতাৰ সমান্তৰালভাৱে মানুহ-জন্মৰ বাবে দায়ী দেৱতাসকলৰ (তেনে জীৱ যদি পুৰণি চৰিতত কোৱাৰ দৰে আছে) মাজত কিবা গুণা-গঁথা হৈছিল, তাৰহে গম ধৰিব নোৱাৰিলোঁ। যদি হৈছিল, তেতিয়া হ'লে তেওঁলোকো মোৰ আই-বোপাইৰ সমস্যাটোলৈ কপালৰ গঁাঠি থোপা কৰিব লগীয়া নিশ্চয় হৈছিল। সি সমস্যাফেৰা আছিল এনে: আইকণ বাইদেউ আৰু বাপুকণ ককাইদেউৰ (ডিম্বেশ্বৰ নেওগ) যোল-সোতৰ বছৰৰ পিছতহে মোৰ জন্ম। সেইমান লেখৰ বছৰবোৰ তেনে ক'ত হেৰাইছিল? ডিম্বেশ্বৰ ককাইদেউৰ জন্মৰ আঢ়ৈ বছৰ পিছতে সৰুকণ নামে এজন ককাইৰ জন্ম হৈছিল; পিছে চাৰি বছৰ বয়সৰেপৰা তেওঁৰ আঁৱৰিয়া ৰোগৰ সঞ্চাৰ হ'ল আৰু তেৰ বছৰত তেওঁ ঢুকাই থাকিল। এইজন ককাইৰ পিছত আহিছিল এগৰাকী বাইদেউ—তিলেশ্বৰী। তেওঁক লৈ গ'ল বসন্তই: 'ডেৰ বছৰীয়া / কুমাৰী লৈ গ'ল / আয়ে দি ফুলৰ মলা' (ভোগ-জৰাৰ উছৰ্গা)। ইয়াৰ পিছতো আই-বোপাইৰ এটি কন্যাৰ জন্ম

আৰু অকাল মৃত্যু। এই তিনি শিশু-মৃত্যুৱেই হ'ল তেওঁলোকৰ নানা দুশ্চিন্তাৰ কাৰণ। আৰু সেই দুশ্চিন্তাতে ভৰ দিলে মোৰ জন্মই। যমে তিনিটি সন্তান মাৰি নিলে। চতুৰ্থটিক জানো নিব নোৱাৰিব? কংসৰ ভয়ত বসুদেৱ দৈৱকীয়ে কৃষ্ণ গোসাঁইক নি নন্দ-যশোদাৰ ঘৰত লুকুৱাই থোৱাৰ নিচিনাকৈ প্ৰতিবিধান-ৰূপে দেখাত হ'লেও লোক-মানসে এটি অন্ততঃ মনস্তাত্ত্বিক ব্যৱস্থা এনে ক্ষেত্ৰত উলিয়াই লৈছিল। অৰুণ নাম লৈ জন্ম লোৱা মোৰ ক্ষেত্ৰত সেই ব্যৱস্থাৰ কথা শ্ৰীভৱপ্ৰসাদ চলিহাৰ ভাষাতে কোৱা যাওক: "অৰুণৰ জন্ম হওঁতে ল'ৰা মাৰি নিয়া যমে যাতে তেওঁক বিচাৰি নাপায়, তাৰ ব্যৱস্থা আগতে কৰি পেলাইছিল। ওপজাৰ লগে লগেই অৰুণক এটা পাতি-পইছা লৈ চাহুৰী (সাদৰী?) নামে মানুহ এজনীত বেচি দিয়া হৈছিল। অৰ্থাৎ সেই দিনাৰপৰা তেওঁ মাণিক নেওগৰ ল'ৰা গুচি চাহুৰীৰ ল'ৰা হ'ল আৰু যমৰ অস্পৃশ্য হ'ল। এতিয়া আৰু যমে নিয়ে কেনেকৈ! এইদৰে জানিবা ছদ্ম কৰি যমৰ হাতৰপৰা ল'ৰাটিক ৰখা হ'ল। নহ'লেনো আজিলৈকে টিঘিল্‌ঘিলাই থকা অৰুণ ওৰফে মহেশ্বৰ নেওগক ক'ত পালোহেঁতেন চাগে! ধন্য লোক সংস্কাৰ! ভাৰতীয় লোকে যমক সৃষ্টি কৰিলে। সেই যমে আকৌ ল'ৰা মাৰিবলৈ শিকিলে। গতিকে যমক ফাঁকি দিয়াৰ কি অদ্ভুত উপায় উলিয়াই লোৱা হ'ল! বঙ্গদেশতো বোলে এককড়ি, দুইকড়ি, তিনিকড়ি পাঁচকড়ি নাম দি ল'ৰাক যমৰ অস্পৃশ্য কৰি ৰখা হয়। এই নামৰসকলক সেইমান কড়ি লৈ বেচি দিয়া হয় আৰু পিছত সেই কড়ি দি ঘূৰাই কিনি লোৱা হয়" (ডক্টৰ মহেশ্বৰ নেওগ: মানুহ আৰু কাম)। এক পইছা দি মোক কিনি লোৱা চাহুৰী আছিল আমাৰ গাঁৱৰ সিমূৰৰ মায়ামৰীয়া সম্প্ৰদায়ৰ মঠাডাং গাঁৱৰ। তেওঁ মাজে মাজে "মোৰ ল'ৰাটো চাই যাওঁ" বুলি আমাৰ ঘৰলৈ আহে আৰু মৰমৰ চিন স্বৰূপে দুই-চাইটা হাঁহকণী

মোলৈ বুলি লৈ আছে। মই কেতিয়াবা লাজ কৰি, কেতিয়াবা মোক সেইজনী আয়ে লৈ যায় বুলি ভয় কৰি তেওঁৰ আগত নোলাওঁ. কিন্তু তেওঁ অনা কণী খোৱাৰ লোভটো হ'লে থাকেই। কিন্তু সেই কাৰ্য্যত ডাঙৰ বাধা : মহাপুৰুষীয়া আই-দেউতাই হাঁহকণী আথললৈকে স্নুমুৱাবলৈ নিদিয়ে; জুহালত পানীত সিজাই খোৱাটোও সম্পূৰ্ণ অগ্ৰাহ্য। গতিকে ধান-খেৰৰ জুমুধি এটা কৰি তাতে কণী পুৰি লোৱাটোকে কৰিব লগীয়া হয় মাৰল-ঘৰত; আৰু কেতিয়াবা তাকে কৰোঁতে কণীৰ আৰু লগতে মোৰ কণী খোৱাৰ নোকোহা আশাৰো বিস্ফোৰণ ঘটে। সি যি হওক, মই ডাঙৰ হ'লত জানিবা চাতুৰীক এটা পইছা (এটকাৰ চৌষষ্টি ভাগৰ এভাগ) দি দেউতাহঁতে মোক ঘূৰাই কিনি ল'লে; মই মটকৰপৰা পুনৰ শুধ কলিতা ল'ৰাটো হৈ পৰিলো। মই ঠিককৈ ক'ব নোৱাৰোঁ, এইদৰে বেছ এছোৱা কাল মটক হৈ থকাৰ ফল স্বৰূপেই নে কি মায়ামৰীয়া সম্প্ৰদায়টোৰ প্ৰতি মোৰ এটা আত্মীয় ভাব ৰৈ গ'ল। মায়ামৰীয়াসকলৰ তেজেৰে লেখা বুৰঞ্জীৰ প্ৰতি সহানুভূতিশীল অধ্যয়নৰ দৃষ্টি আগ বঢ়োৱাসকলৰ ভিতৰত মই প্ৰথম নহ'লেও বোধ হয় বাটঃটীয়াসকলৰ এজন বুলি দাবী কৰিব পাৰোঁ।

বাইদেউ আৰু ককাইদেউৰ আইকণ আৰু বাপুকণ নামৰ লগত সঙ্গতি ৰাখি মোক অকণ আৰু মোতকৈ আঢ়ৈ বছৰমানে সৰু ভাইটোক চিকণ বুলি ঘৰুৱা নাম দিয়া হয়; আৰু ককাইদেউৰ ডিম্বেশ্বৰ নামেৰে শাৰী পাতি আমাৰ নাম মহেশ্বৰ আৰু মোক্ষেশ্বৰ হয়। এই সময়তে কিন্তু ঘৰখনত কি এটা পৰিৱৰ্তন কেনেকৈ হ'ল জানো! বাইদেউ ককাইদেৱে আমাৰ পিতৃক 'পিতাদেউ' বোলা সম্বোধনৰ পৰিৱৰ্তন ঘটাই আমাক 'দেউতা' বুলিবলৈ শিকোৱা হ'ল আৰু ঘৰখনত চলি অহা 'ককাইদেউ'ৰ পৰিৱৰ্তে আমি ককাইদেউক 'দাদা' বুলিবলৈ শিকিলোঁ। এই 'দাদা' সম্বোধন মহন্তীয়া প্ৰভাৱতকৈও

বোধ হয় আধুনিকতাৰ হেঁচাতহে গজি উঠিল। মোৰ মোমাইদেউ চাৰিজনৰ ভিতৰৰ দুজনৰ ঘৰৰ মোৰ ভাই-ভনী-স্থানীয়সকলে মোক ‘ককাইদেউ’ আৰু বাকী দুজনৰ ঘৰৰ কেইটিয়ে ‘দাদা’ বুলি মাতে। আমি সকলোৱে কিন্তু আইক ‘বৌ’ আৰু ‘বৌটি’ বুলিয়ে মাতিছিলোঁ। —সাহিত্যৰথী বেজবৰুৱা আদি সকলো উজনীয়াৰ দৰেই। আজি-কালি সৰ্বত্র কিন্তু ‘মা’ (এয়া কিন্তু পুৰণি ‘কামাখ্যা মাও’ৰ ‘মাও’ নহয়)। ল’ৰা-ছোৱালীৰ নামকৰণৰ ক্ষেত্ৰতযে কত কি বিভ্রাট! ডেৰ কুৰি বছৰমান আগতে এদিন কন্যাৰ ফদীয়া পঢ়াশালিত বহি থাকোঁতে দেখিলো, মঠাডাঙৰ এজনে ল’ৰা এটা নাম লগাবলৈ আনিছে ‘ভাল’বাছা’ (ভালোবাসা) নাম দি!

পঢ়াশালিত নাম লগোৱাৰ সময়টিত মোৰ ধেমালিৰ লগৰীয়া বৰ কম আছিল। মোৰ ভাই চিকণ, দদাইদেউ এজনৰ পুত্র পদ্ম আৰু ওচৰ ঘৰৰ জালিৰাম—এয়েই প্রায় সীমা। কিন্তু নিজৰ ঘৰখনৰ মৰমেই মোক আবদ্ধ ৰাখিছিল। বিশেষকৈ আইতাক্তকৈ আৰু ডাঙৰ লগৰীয়া কোন হ’ব পাৰে! সেই সময়ত কটন কলেজত পঢ়ি থকা ককাইদেউ ঘৰলৈ আহিলে বৰ মৰম কৰে, তেৱোঁ সেই ছোৱাত আন এজন লগৰীয়া হৈ পৰে। বাইদেউ আহিলেযে কথাই নাই, তেওঁৰ সহজ মৰমতে ওপঙি থাকোঁ। ৰাইদেউৰ প্রথম ল’ৰা দেবেন (দেৱেন্দ্ৰনাথ দত্ত) মোতকৈ এবছৰ মানেহে সৰু হ’ব। বাইদেউ আহিলে গঁথলু দেবেন ভাগিন বৰ ডাঙৰ লগ হয়হি। চৈধ্য মাইল দূৰৰ বাইদেউৰ নঙলামৰা শিলাকুটিৰ ঘৰলৈ গৰু-গাড়ীত আইৰ লগত গ’লেতো অময়া আনন্দ; দেবেন আৰু দেবেনৰ ৰৰদেউতাকৰ ল’ৰাকেইটিৰ মাজত নিজকে পাহৰোঁ; ভিনিহিদেউহঁতৰ কাঠৰ কাৰবাৰৰ তিনি-চাৰিটা হাতীৰ মাউতৰ হাতীদাঁতৰ ফাকেৰে সৰু সৰু ধুনীয়া ধুনীয়া মিৎ-দা কেইখন বৰ আকৰ্ষণীয় হৈ পৰে; মাথোন ভয় লাগে দীঘলকৈ ডিঙি মেলি খুঁটিবলৈ খেদি অহা

ৰাজহাঁহ কেইজনীলৈ। আমাৰ ঘৰৰ ঘাটে দিখৌ পাৰ হ'লেই মোমাইদেউহঁতৰ দিচিয়াল বংগাওখন। তাতে আইৰ লগত গ'লেও মোমাইৰ ল'ৰা মোৰ কানসমনীয়া অৰুণি (ৰবীন্দ্ৰনাথ হাজৰিকা), বাপ (ৰত্নধৰ হাজৰিকা)-হঁতৰ লগত ৰুদ্ৰসিংহ ৰজাই কৰাই থৈ যোৱা সুবৰ্ণীয়া আলিত পকা জামুক পাৰি খোৱাকে ধৰি কত ধেমালি! সৰুৰেপৰা মোৰ শৰীৰ অলপ দুৰ্বল থকাৰ কাৰণে আৰু মাজে মাজে নে নে থে থে লগাৰ কাৰণে মই সকলোৰে আদৰুৱা হৈ পৰিছিলোঁ নেকি! তথাপি মোৰ ৰঙৰ কিৰীলি কাকোকৈ কম নাছিল; তাকে দেখি বৌটিয়ে কৈছিল, "ইচ্‌, নেদেখিছা! আমাৰ এইজন শকত আৱত হোৱা হ'লে আৰু পৃথিৱী ফালিলেইহেঁতেন।" গা বেয়া হ'লেও যে মই নদমো, সেইটো জানিয়ে আয়ে এনেকৈ বুলিছিল হ'বলা! আইতাহঁত কিন্তু মোৰ গা ভাল হ'ব লাগে বুলি আলো অথো কৰি সাঁজৰ বেলিকা নিজৰ লগতে ভৰি-হাত ধুৱাই ঘৰুৱা গোসাঁইঘৰলৈ নি নিতৌ প্ৰণিপাত কৰাইছিল। নামঘোষা ভুকুটমান, ইংৰাজীৰো এটা শাৰীয়ে (Thou art, O God! life and light,) সৈতে বাইদেউৰ দৰে নিপুণ শিপিনীয়ে বৈ দিয়া ভমকা-ফুলীয়া কাপোৰ পিন্ধি থকা গোসাঁইৰ লগত কিন্তু শেহলৈকে মোৰ বিৱাদ লগাবহে উপক্ৰম হৈছিল, আৰু মই গোসাঁইক 'কাপোৰত ধৰি চঁচৰাই আনিম' বুলি প্ৰচণ্ড ভয় এটা খুৱাই দিব লগীয়া হৈছিল—সেই পোৰামুঠানী (iconoclast) কাহিনী আগতে কৈছো।

দেউতাই ভুপৰীয়া হ'লে হাতত লোটাই হওক, বা সৰু কলহেই হওক, লৈ দিখৌত গা ধুবলৈ যায় আৰু গা ধুই উঠি তিতা তিয়নিৰেই ঘৰলৈ আহি ঘৰতে ধুতি কাপোৰ সলাই নিৎ-প্ৰসঙ্গত বহে। কঁকালৰ কাছুটিৰ লগত মোৰ স্থায়ী বন্দবস্ত হোৱাৰ পূৰ্বেপৰা ময়ো দেউতাৰ দৰে আশোৱাৰী ৰাগ টানি বা 'যাদৱ যদুনন্দন মাধৱ মধুসূদন' গাই প্ৰসং কৰাৰ থাপলৈ উঠিবলৈ যত্ন কোনো দিনে কৰা

নহ'ল। দিখৌত স্নানৰ আনন্দকেৰা কিন্তু স্থায়ী-ৰূপেই থাকি গ'ল।

এই সময়তে বাহিৰৰপৰা বৰ এজাক মুকলি বতাহ আহি মোৰ সৰু মনটো ছুই গ'ল। নিজস্ব ভাষাত আমাক সেইজাক বতাহৰ কথা কওঁতে দেউতাই কৈছিল, "দেশত গান্ধী গোন্ধাইছে।" লগতে ক'লে, সেই গোন্ধ আকৌ পোকটোৰ দৰে নহয়, সি নতুন কিবালৈহে তোলপাৰ লগাইছে। গান্ধী মহাৰজাৰ নামে যেন চাৰিও-ফালে ফাগুনৰ বনজুইহে মেলি দিছে; মহম্মদ আলি, চৌকত আলিৰ নাম তেতিয়াই আমি শুনিছো; অসমৰ কুলধৰ চলিহা, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈৰ কথাও লোকে কৈছিল; কি কৈছিল, তেতিয়া বুজা নাছিলো। পিছত কিন্তু বুজিলো। এদিন পিছে আনৰ উলাহৰ মাজৰ মোৰ উলাহটো দঁৰক ধৰি ৰ'ব লগীয়া হ'ল যেন পালোঁ। ইটাখুলিৰ দিখৌ মথাউৰিৰ কাষৰত গান্ধীৰ ভলন্টিয়াৰে ৰাইজৰপৰা বাঁহ-বেত-খেৰ গোটাই এখন বেঙেনা-তলি পৰিষ্কাৰকৈ লৈ চক্ৰাকাৰকৈ এটা ধুনীয়া ঘৰ সাজিছিল। মাজে মাজে গৈ ঘৰটোৰ ভিতৰলৈ ভুমুকিয়াই চাই দেখা পাইছিলো, ঘৰটোৰ ভিতৰত নেওঠনী, যঁতৰ, উঘা, চেৰেকি, কপাহ আদি, কপাহৰপৰা সূতা কটাৰ যতনবোৰ সজাই থোৱা হৈছে, দেখিলেই ভাল লাগে। অৱশ্যে সেইবোৰ আয়োজনৰপৰা স্বৰাজ বোলা কি বস্তু কেনেকৈ আহিব একো নুবুজিছিলোঁ; ভাবিছিলোঁ, সেইটো 'স্বৰাজ-ঘৰ'ৰ দৰে দেশত (দেশখননো কিমান ডাঙৰ, সেইটোও তেতিয়া মাথোন প্ৰশ্নহে) বহুত চক্ৰাকাৰ ধুনীয়া ঘৰ হ'ব, সেইদৰে যতাই থোৱা নেওঠনী-যঁতৰ, উঘা-চেৰেকিবোৰ আমিও ভলন্টিয়াৰৰ লগতে ছুবলৈ পাম। কিন্তু একে দিনাই সেই আশা মৰিমুৰ হ'ল। আমি চকুৰে চাই থকাতে ক'ৰপৰা জানো কাকতী-ফৰিঙৰ দৰে এজাকমান ঘোঁৰাত উঠা গোৰা চিপাহী আহি উইও-মিলৰ লগত ডন কুইকজটে কৰাৰ দৰে স্বৰাজ-ঘৰৰ লগত ৰণ আৰম্ভ কৰিলে। তাত থকা ভলন্টিয়াৰকেইটি

প্ৰাণ লৈ ছিটিকি কেনিবা পলাল। চিপাহীয়ে সূতা কটাৰ সকলো সঁজুলি উলিয়াই বাহিৰত দ'ম কৰিলে আৰু সেই ধুনীয়া ঘৰটো জুই লগাই প্ৰায় নিমিষতে ছাই কৰিলে। এই ঘটনাৰ পিছত অৰ্জুনগুৰি, উলুতলি, কমাৰ ফদীয়া, যোগনীয়া আৰু মঠাডাং গাঁও অঞ্চলত" স্বদেশী আন্দোলনৰ কোনো উত্থান দেখাত আৰু নহ'ল। দুই-এঘৰত মাথোন সূতা কটা আঁচনি চলি থাকিল। তেতিয়া মাথোঁ আমি ফুকলীয়া ল'ৰা কেইটামানে বাটে বাটে "সোঁযে উৰিছে চৰাইজনী চান" (স্বৰাজ-নিচান) আদি স্বৰাজ-সংগীত গাই ফুৰিছিলোঁ।

এই সময়ত আমাৰ ঘৰলৈ দেউতাক লগ ধৰিবলৈ এগৰাকী বিশিষ্ট আলহী মাজে মাজে আহিছিল আৰু অলপ পৰ কথা-বতৰা হৈ ঘূৰি গৈছিল। তেওঁ হ'ল তাৰাপ্ৰসাদ চলিহা—বিমলাপ্ৰসাদ চলিহাৰ বৰ ককায়েক। তেওঁ বোধ হয় লোকেল বোৰ্ড আৰু কাউ-ঞ্চিলৰ নিৰ্বাচনৰ কথাৰেই দেউতাৰ কাষলৈ আহিছিল। দেউতা চলিহাদেৱৰ ঘৰলৈ (তেতিয়া সিসকলৰ ঘৰ মেলা-চকৰত হোৱা নাছিল, শংকৰ-মন্দিৰৰ ওচৰৰ বিলৰ পাৰতহে আছিল হ'বলা) গ'লে মোকো লগত নিছিল আৰু চলিহাদেৱে মৰম কৰি মোৰেও কথা হৈছিল। দেউতাই চলিহা ডাঙৰীয়াৰে কথা হওঁতে মোৰ সি দুজনৰ মুখলৈ চাই থকাৰ বাহিৰে একো কাম নাথাকে। এবাৰ চলিহাৰ থূলন্তৰ শৰীৰলৈ সন্তোষ ভাবত চাই থাকোঁতে তেওঁ, "মইনা, তুমি মোক বৰ শকত দেখি হাঁহিছা, নহয়?" বুলি মোক লাজত পেলালে। ইয়াৰ ওঠৰ বছৰমানৰ পিছত মই বি. এ. পৰীক্ষা দি শিৱসাগৰৰ ঘৰলৈ যাওঁতে পদ্মধৰ চলিহাদেৱে মোক কমাৰ ফদীয়াৰপৰা ধৰি নি অসমীয়া সাহিত্যৰ বিষয়ে শিৱসাগৰ নাট্যমন্দিৰত ৰংপুৰ সাহিত্য সভাৰ এক অধিৱেশন পাতি বক্তৃতা কৰাওঁতে তাৰাপ্ৰসাদ চলিহাদেৱে বজাৰৰপৰা ঘূৰাৰ বাটত মোৰ কথা দুআষাৰমান শুনি গৈছিল। তাৰ দুদিনমান পিছত তেওঁ দেউতাক লগ পাওঁতে তাহানিতে

তেওঁৰ শকত দেহ দেখি হাঁহি থকা ল'ৰাটোৱে এতিয়া বৰ বৰ সাহিত্যৰ কথা ক'ব পৰাত আনন্দ প্ৰকাশ কৰি মোক দেউতাৰ হতুৱাই মতাই নি উপযাচি এখন ধুনীয়া ছাৰ্টিফিকেট লেখি দিছিল। এয়া আমি এৰি অহা পুৰণি জগতৰ সৌজন্যবোধ। কিন্তু মোৰ সেই সৰু কালত তাৰাপ্ৰসাদ চলিহাদেৱক বুজা নাছিলোঁ চাগৈ। তেতিয়া নিৰ্বাচননো কি মই তাকো বুজিবৰ নৌ; কিন্তু ভোটৰ বাবে আবেদন পত্ৰত চলিহাৰ থুলন্তৰ দেহৰ ছবিখন থকাত তাকে লৈ মানুহক দেখুৱাই ফুৰিছিলো। চিঠিৰ পাঠ পঢ়িব পৰা সময় তেতিয়াও মোৰ নৌ হয়।

এইদৰে মোৰ আদি শৈশৱৰ গতি নতুন, এটা যুগৰ দুৱাৰদলিত ঠেকা খাই ৰৈছিলগৈ বুজা-নুবুজাৰ মাজত।

# ক খ ম ম

দেউতা আছিল বৰ পূৰ্বাচাৰপৰায়ণ। মোৰ পাঁচ বছৰ পূৰ হোৱাৰ লগে লগে আমাৰ বংশৰ পুৰোহিত গোপাল দেউক (হাই স্কুলত পঢ়োঁতে মোৰ সঙ্গী কোঁৱৰপুৰ বামুণ গাঁৱৰ দেবেন্দ্ৰনাথ শৰ্মাৰ পিতৃ) মাতি আনি আনুষ্ঠানিকভাৱে মোৰ বিদ্যাৰম্ভ উছৱ পতাৰ দিহা কৰিলে। মাঘ-মহীয়া পুৱাৰ জাৰতে গোপাল দেউ ওলালহি। বিদ্যাৰম্ভৰ সংস্কাৰ-কাৰ্য আৰম্ভ কৰিলে। মোক আগ দিনাখন গধূলিৰপৰা লঘোন দিয়াই থোৱা হৈছিল। মোৰ সৰু পেটটোৰে পুৱাৰপৰা শান কাটিব লাগিছে। দেউৰ পূজা-মন্ত্ৰ, টিলিঙাৰ টিলিংলিঙনি শেষ নহয়তে নহয়। এজনী পেহীয়ে মোক ফুল-পাত দি নানাভাৱে সান্ত্বনা দিবলৈ যত্ন কৰিছে, শাকনিত হোৱা আৰু আমি লৰাবোৰে ম'হ বুলি নাম দিয়া এবিধ পোক ধৰি আনি ধেমালি-ধুমুলা কৰি দেখুৱাইছে; কিন্তু একোতেই মোৰ পেটৰ পোৰণি মুমাৰ নোখোজে। শেহত জানিবা পূজা-পাতল শেষ হ'ল আৰু দেৱে নতুন চুৰিয়া-চোলা পিন্ধা মোৰ হাতত ধৰি নতুন অ-আ কিতাপৰপৰা নতুন ফলিত নতুন চিলট-পেঞ্চিলেৰে আখৰ তুলিবলৈ শিকালে। তাতেই মই অগাধ বিদ্যা-বাৰিধিৰ পাৰত এক সৰু নাৱৰীয়া হ'বলৈ আৰম্ভ কৰিলো।

জীৱনৰ সেই পৰ্বটি আৰু সাৰ্থক কৰা হ'ল এদিনাখন প্ৰায় কোলাত তুলি নি আমাৰ বাৰীৰ চুকত থকা ১১৩ নম্বৰ কমাৰ ফদীয়া স্কুল নামৰ পাঠশালাত তাৰ হেড পণ্ডিত অৰ্জুনগুৰিৰ যোগধৰ শৰ্মা বৰুৱাৰ ওচৰত দেউতাই মোক হাজিৰ কৰাত। শৰ্মা বৰুৱাদেৱৰ বাহিৰেও 'চেকেন পণ্ডিত' দুৰ্যোধন হাজৰিকা (লেবেলা পণ্ডিত—এই

ঘকৰা নামেৰেহে অধিক জনাজাত ) আৰু ৰত্ন পণ্ডিত তেতিয়া আমাৰ পঢ়াশালিৰ শিক্ষক। পঢ়াশালিৰ আনসকল ছাত্ৰৰ তুলনাত মই সৰু ল'ৰা, ঘৰতো আৰু পণ্ডিতৰ ওচৰতো আদৰুৱা। স্কুল ঘৰটো আগুৰি এখন ওখ জেওৰা। তাৰে সমুখত এখন ঢেঁওনা— যাতে শিক্ষক-ছাত্ৰৰ সোমাব পাৰে, গৰু-গাই সোমাব নোৱাৰে। আন সকলো ল'ৰা ডেওনা ডেই যায়। মোক কিন্তু লেৰেলা পণ্ডিতে কোলাত তুলি ডেওনা পাৰ কৰিব লাগে বা কেতিয়াবা ঘৰৰপৰাই হাতত ধৰি আনিব লাগে। তেওঁ আমাৰ মোমাইৰ গাঁৱৰ লোক বাবেই তেওঁক আমি মোমাইদেউ বোলোঁ। এদিন পিছে ঘৰৰপৰা চুচুক-চামাৰুকৈ গৈ স্কুলৰ আগ পাই বৈ আছোঁ। মোক সুৱাগুৰি তুলি নিবলৈ মোমাই-পণ্ডিতৰ দেখা-দেখি নাই। এনেতে মনেশ্বৰ নামে মোতকৈ বহুত ওখ-ডাঙৰ আৰু অঘাইত এজন ল'ৰাই ইস্কুলৰ-পৰা ভুমুকিয়াই চাই "অ' তুমি এতিয়াহে আহিছা ? ৰ'বাঁ, তোমাক ভালকৈ দিব ছাৰে" বুলি কোৱাৰ লগে লগে মই কিতাপ-ফলি আৰু বহিবলৈ অনা চাৰিখন পেলাই ঘৰলৈ আইৰ কাষলৈ লৰ ধৰিলো "মনেশ্বৰে খেদিছে, মনেশ্বৰে খেদিছে" বুলি। সেইযে 'পলায় বাসৰ পিছক নচাই' কৰিলো, ভাগ্যে সিয়ে ইস্কুলৰপৰা মোৰ সম্পূৰ্ণ পলায়ন নহ'ল। ককাইদেৱে মোক আশ্বাস দি নি ফলি পুথি বুটলি পণ্ডিতৰ ওচৰত গতাই থৈ আহিল। মনেশ্বৰৰ আতঙ্কই মোক কিন্তু বাৰুকৈ দুদিনমান আছুকাল কৰি থাকিল— কেতিয়াবা স্বপ্নতো; আৰু মনেশ্বৰৰ খেদাৰ কথাটো ঘৰত ধেমালিৰ কথা হৈ বহুত দিনলৈকে মোৰ লাজৰ বস্তু হৈ থাকিল। পাছত মনেশ্বৰ ক'লৈ গ'ল, কি হ'ল, তাৰহে খবৰ মোৰ আৰু নাই। এতিয়া আৰু তেওঁ মোক শিশুপাল-খেদা নিদিয়েহি—এয়ে সান্ত্বনা।

আমাক পঢ়ুওৱা পণ্ডিতসকল মৰমিয়াল আৰু দায়িত্বপৰায়ণ আছিল। পঢ়াওঁতে হেড পণ্ডিত শৰ্মা বকৰাৰ খং উঠিলে চেকনিৰে

কোবাই যু, যুঃ (বোধ হয় "যা যাহ") বুলি খেদিছিল। তেওঁ দিনটোত এবাৰ আমাৰ ঘৰলৈ বা গাঁৱৰ আন ছুঘৰমান মানুহৰ এঘৰলৈ গৈ চাহ-তামোল খাই বা মলাধপাত হুপি (আমাৰ ঘৰত অৱশ্যে দদাইদেউ নাথাকিলে ধপাত একেবাৰেই নচলিছিল) পাক এটা মাৰিছিল। তেওঁ কিন্তু ইস্কুলৰ শৃংখলা ভালকৈ বৰ্তাই ৰাখিছিল। মোৰ পঢ়াশলীয়া জীৱনত পঢ়াৰ দোষত বা ছুষ্টালিৰ বাবে কোব এটা খাব লগীয়া নহৈছিল। এদিন কিন্তু অবাবতে এক অঘটন ঘটিল। আগতে যে মই আমাৰ চকুৰ আগতে বাঘে খোৱা পহৰ শ্বাহ চিকাৰীৰ কথা কৈছো, তেওঁৰ পুত্ৰ টগলিচাৰ কমাৰ ফদীয়া স্কুলত আমাৰ শিক্ষক হৈছিলহি। তেওঁ এদিন শ্ৰেণীৰ সকলোকে কোবাই কোবাই মোৰ ওচৰ পাই "হাত মেল" বুলি আদেশ কৰিলে। ময়ো বিমোৰত পৰি কোনো আপত্তি নকৰি আনসকলে সদায় পোৱা প্ৰসাদৰ ভাগ ল'বলৈ সোঁ হাতৰ তলুৱা বহলকৈ পাতি দিলো। লগে লগে সাৰৌপ কৰি আমাৰ বাৰীৰে বাঁহৰ লেকেচিৰ কোব পৰিল আৰু লেকেচিডাল আৰু মোৰ হাতৰ 'ভাগ্যৰেখা'ডাল একেলগে ফাটি গ'ল। মোৰ হাতৰপৰা তন্মুহূৰ্তে তেজৰ ধাৰ ব'বলৈ ধৰিলে। চকুৰপৰা ব'লে গঙ্গা-যমুনাৰ সুঁতি। চিয়ঁৰ-বাখৰ একো নকৰিলো। 'ভাগ্যৰ ৰেখা'তে যেতিয়া এই কশাঘাত! কিন্তু হেড পণ্ডিতহে টগলিচাৰ ছাৰৰ ওপৰত অগ্নিশৰ্মা হৈ গৰ্জি উঠিল, 'এই হেন সজ নিৰ্দোষী ল'ৰাটোৰ এই বিধৈ কৰিবলৈ তোমাক কিহে পাইছিল? মই আজিলৈকে তাৰ গাত থাপৰ এটা মাৰি পোৱা নাই। সি পঢ়া নোৱাৰিছিল নে আথটি কৰিছিল?' এতিয়া মোৰ নিজৰ হাতৰ আঘাততকৈ টগলিচাৰ ছাৰৰ সেই ছুৰ্দশা দেখিহে ছুখ লাগিল বেছি। তেওঁহে এতিয়া দোষী ল'ৰাটিৰ দৰে তল-মু'কৈ থিয় দি ৰ'ল। বকৱাদেৱে নিজে মোৰ কিতাপ ফলি সামৰি হাতত ধৰি ঘৰলৈ আইৰ ওচৰলৈ মোক লৈ

গ'ল। চেপা খাই থকা কান্দোনটো তেতিয়াহে ওলাই আহিল বাহিৰলৈ। মোৰ একো দোষ নাই জানি দেউতায়ো মোক ডাবি-ধমকি নিদিলে আৰু টগলিচাৰকো একো নক'লেগৈ। ভাবিলে চাগৈ, 'চেকনিৰ আগতহে বিদ্যা' সূত্ৰমতে মোৰ সেইদিনা গকণমান হ'লেও অধিকা বিদ্যা লাভ হ'ল। সি যি হওক, সেই ঘটনাৰ আগে পিছে পঢ়া-শুনা, স্বভাৱ-চৰিত্ৰ, সকলোতে 'ভাল ল'ৰা' নামেই পাই থাকিলো। তাৰ মূলতেযে ঘৰত দেউতাৰ কটকটীয়া শাসন আৰু ব্যক্তিগত প্ৰশিক্ষণ, সেই কথা নোদোহাৰিলেও হ'ব। দাদায়ো মোৰ পঢ়া-শুনাৰ মাজে মাজে মহলা লৈছিল। এদিন তেওঁৰ এটা প্ৰশ্নৰ সঠিক উত্তৰ দিব নোৱৰাত তেওঁ হাতত চেকনি তুলি ল'লে। সেয়া দেখিয়ে মোক বৰকৈ 'শোগে ধৰিলে'; ধাৰাসাৰে চকু-পানী ওলাল; দাদাই এছাবি সামৰি থ'লে। তেওঁ কিন্তু আইক কৈছিল, 'বৌ, ই বৰ অঙ্ক পাৰিব, কাৰণ ইয়াৰ মৰটো বৰ ডাঙৰ।' অংকত মোৰ সেই ডাঙৰ মৰটোৰ সুফল মেট্ৰিকুলেচন পৰীক্ষাত অঙ্কত দুটা 'লেটাৰ' পোৱাতেই পৰ্যৱসিত হৈ সীমা পৰিল।

আমাৰ সৰু-কালত পঢ়াশালিবোৰৰ কিছুমান নিজ নিজ ৰীতি আছিল। আমি তলৰ শ্ৰেণীত মাটিতহে বহিবলৈ পাইছিলো, তাৰ বাবে ল'ৰাই নিজে পাটী বা পাটীদৈ বা বাঁহৰ বা কলঠকুৱাৰ সৰু চৰা এখন ঘৰৰপৰা লৈ যাব লাগিছিল। আমি বহা শাৰীৰ সমুখত দুই ইঞ্চিমান ওখ আৰু এখন ডেস্কৰ সমান বহল এটা টিপ। সেই টিপৰ ওপৰত আমি ঘৰৰপৰা লৈ যোৱা ভোল-গুটিৰে অ-আ, ক-খ, ১-২ লেখোঁ। তাৰ পিছৰ খাপত আমি কেঁহেৰাজ বটি নিজে কৰা মহীৰে আৰু খাগৰি বা বাঁহৰ কোমল লেক্ৰেচিৰ কাপেৰে যতনকৈ কাটি অনা কলপাতত সেই আখৰ লেখা চলে কিছু দিন। তৃতীয় স্তৰতহে চিলেট-পেঞ্চিলেৰে চিলেটত লেখিবৰ পাল। চিলেটৰ আখৰ মোহাৰিবলৈ বহঁতৰ গুটিও দুটামান বিচাৰি আনিব লাগে। নহ'লে

ফটা-কানি আৰু সৰু চিচাৰু পানী। আমাৰ আগৰ পীড়িত আকৌ শিল চিলেট নাছিলেই। তেতিয়া কাঠৰ ফলিত ছাই লেপি ক'লা কৰি তাৰ ওপৰত ধলমাটিৰে লেখিব লাগিছিল। হেমচন্দ্ৰ বৰুৱাৰ "বাহিৰে•ৰংচং ভিতৰে কোৱাভাতুৰি"ত এই 'ছাই লেপা ফলি'ৰ উল্লেখ আছে। আমাৰ দিনত ক মান আৰু খ মান শ্ৰেণীলৈকে কেৱল ফলিত লেখালৈকে চলিছিল; কাগজ, কলম, চিয়াঁহি প্ৰথম মান শ্ৰেণীৰপৰাহে। আজি-কালি হ'লে ল'ৰা-ছোৱালীয়ে ইমানবোৰ খলপা পাৰ হৈ কাগজ বগাবলৈ আহিবই নালাগে। বিদ্যাৰম্ভৰো প্ৰয়োজন নাই। পোনে পোনেই ফাউণ্টেইন বা নিজৰি-কলম বা ডটপেনত ধৰিব পাৰি। আগৰ দিনত হাতৰ আখৰ পোন কৰাত বহুত গুৰুত্ব আৰোপ কৰা হৈছিল। আজি-কালি আখৰৰ গঢ়লৈ চকু দিয়াৰ কথা ৰবকৈ নাই, শুধকৈ আখৰ লেখাতো বিপাং—জ্ঞ'ৰ ঠাইত গ্ল, গ্ল'ৰ ঠাইত জ্ঞ লেখা এম্. এ.ৰ ছাত্ৰও আজি সহজে পাব পাৰি। সেইসকলেই আজিৰ জিতাক্ষৰী।

আমাৰ পাঠা-পুথিও আছিল বিচক্ষণ—বিশেষকৈ পাণীন্দ্ৰনাথ গগৈৰ "ল'ৰাপুথি" আগছোৱা আৰু মাজছোৱা। অৱশ্যে সেই পুথিয়ে ছাত্ৰসকলক এৰোপ্লেন বা স্পুটনিকত উঠাৰ সমান উচ্চাকাংক্ষালৈ খুদগাইছিল; মাথোন কৈছিল: 'পঢ়া-শুনা কৰে যেয়ে,/ ঘোঁৰা-গাড়ী উঠে সেয়ে।' তেতিয়াৰ দিনত টম্‌টম্ বা ফিটনেই ডাঙৰ বিলাসৰ বাহন। 'শইকীয়া ঘৰৰ বংশীধৰ'ৰ দৰে উত্তৰ লখীমপুৰৰ এখন গাঁৱত থাকি লেখা কিতাপখনিয়ে কিন্তু অসমীয়া জতুৱা শব্দৰ এক ডাঙৰ ভঁৰাল ছন্দিত ৰূপত নিৰ্মাণ কৰিছিল: 'ফটাকানি হৰিভৰ চুবুৰীয়া খনিকৰ···· গগৈদেও অসহনি//গামখাৰু ওলগনি···· তিৰবিৰণি পানীপৰুৱা····।' ডিব্ৰুগড়ৰ ভট্টাচাৰ্য এজেঞ্চিয়ে কিতাপখন ছপাই থাকে বাবে তাক আজিও পাব পাৰি আৰু সেইখন হাতত লৈ এতিয়াও অসমীয়া জতুৱা ৰূপৰ শিক্ষা লাভ কৰিব পাৰি। ডুই কই

আৰু পুথি পঢ়িব পৰা হ'লত ঘৰত দুখন 'বাহিৰা' পুথিয়ে বিশেষ আমোদ দিছিল বিশেষকৈ আইৰ শিকনিত—"কাণখোৱা" আৰু "ভীম-চৰিত"। ক'ৰপৰা জানো এখন ক'লা বাকলি লগোৱা কেইটা-মান পাতৰ "কাণখোৱা"খনেযে কিমান সুখ দিছিল ! ছুচৰি গোৱা ৰাইজৰপৰা শুনি লগৰীয়া-সমনীয়াৰে "ৰাম হে করুণাময় ।/হৰি হে করুণাময় ॥" ঘোষা জুৰি "ভীম-চৰিত"ৰপৰা 'বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ, জয় । কহোঁ কথা পাণ্ডৱৰ ছৱাল-কালৰ, জয় ।।' আদি পদ গাই আমাৰ চ'ৰা-ঘৰতে বিহুত ছুচৰি গাইছিলোঁ। শিশু-কৃষ্ণৰ জীৱনৰ আহ্লাদময় কথাই এইদৰে আমাৰ ছৱাল-জীৱনত ৰহণ সানিছিল। "ঈছপৰ সাধু", "ৰামায়ণৰ ৰহঘৰা", "মৌ-মহা-ভাৰত", "ধ্রুৱ", "প্রহ্লাদ" আদি সৰু সৰু পুথিয়েও অৱসৰৰ বিনোদন আৰু পৱিত্র ভাব-আদর্শ যোগাইছিল ।

দ্বিতীয়-তৃতীয় শ্রেণীত মেকমিলনৰ "নীতিমালা" আমাৰ লগ-ৰীয়া হৈছিল। সেইবিলাক পাঠ্যৰ বিশেষকৈ বলদেৱ মহন্ত, মোচ-লেহুদ্দিন আহমদ আদিৰ সুৱলা নীতিমূলক শিশু-কবিতাবিলাকে আমাৰ মন ব্যাপৃত কৰি ৰাখিছিল আৰু সজ কথাও শিকাইছিল। ল'ৰা-ছোৱালীৰ বাবে লেখা আজিৰ কবিতাবোৰতকৈ আমাৰ তেতি-য়াৰ পাঠ্য কবিতাবোৰ যেন অধিক সুৱলা আৰু নিমজ আছিল। ইস্কুলত পঢ়োঁতে আটাইতকৈ ভাল লাগিছিল যেতিয়া শ্রেণীৰ আটাইবোৰ ছাত্র বাহিৰত থিয় হৈ সাহিত্যৰ পাঠ বা পূৰণৰ সৰু নেওতা, ঘৰ আদি বিবিধ নেওতা সুৰ ধৰি চিয়ঁৰি চিয়ঁৰি আওৰাইছিলোঁ। সেইবোৰ যেন তেতিয়া এক শ্রেণী গানহে হৈ পৰিছিল। সেই গানৰ সুৰৰ হিল্লোলত কর্ণ-পথে সোমোৱা সৰু সৰু অঙ্ক আদিৰ তত্ত্বোবে মনত ভালকৈ সাঁচ বহুৱাইছিল।

আমাৰ চ'ৰাঘৰত তিনি-চাৰিটি লগৰীয়া আবেলি বেলা একে-লগ হৈ সাধুকথা কোৱা-কুই কৰা এটি বিশেষ আহ্লাদৰ কার্য

হৈছিল। কেতিয়াবা সন্ধিয়া চাপি অহাৰ লগে লগে ভূতৰ সাধু ওলালে আমি ইটো সিটোৰ অধিক কাষৰি চাপি বহিছিলো আৰু শেহত যেতিয়া আন্ধাৰে আমাক আগুৰি ধৰিছিল, তেতিয়া ভূতৰ ভয়ত আটাইকেইটা লগা-লগি হৈ লাড়ু বান্ধি এৰা-এৰি কৰা টান হৈছিল আৰু আই-দেউতাক মাতিহে ভিতৰ-ঘৰলৈ যাব পাৰিছিলো আৰু লগৰীয়া কেইটিয়েও চপলিয়াইহে নিজৰ ঘৰ সোমাইছিলগৈ। সেই সাধুবোৰৰ আজি এটাও মনত নাই যদিও, আৰু ভূতৰ ভয়ো নোহোৱা হ'ল যদিও সোনকালেই, সেই কালত সেইবোৰ সম্পূৰ্ণ সত্য যেন লাগিছিল। নিজেও তেতিয়া সেই ভূতবোৰৰ লগৰ ভূত আছিলোনেকি।

মোৰ নিম্ন পাঠশালাৰ পাঁচোটা বছৰ সোনকালেই অন্ত পৰিল। এদিন ইস্কুল চাবলৈ নগৰৰপৰা ইনিছপেক্টৰ আহিল ; তেওঁ তৃতীয়মান শ্ৰেণীৰ ল'ৰাকেইটাৰ মহলা ল'লে আৰু হেড পণ্ডিতক ক'লে, মোক বৃত্তি পৰীক্ষালৈ পঠিয়াব লাগে। কিন্তু শৰ্মা বৰুৱাই বোধ হয় নভৰা-নিচিন্তাকৈ একে আষাৰে কৈ পেলালে, মই বৰ কুমলীয়া হৈ আছো, আৰু এটা বছৰৰ পিছত মোক পৰীক্ষালৈ দিলেহে ভাল হ'ব। গতিকে ১১৩নং কমাৰ ফদীয়া স্কুলৰপৰা বহুত বছৰৰ দৰে সেইবছৰো কাকো নিম্ন প্ৰাইমেৰি বৃত্তি পৰীক্ষালৈ পঠিওৱা নহ'ল. দেউতাই কথাটো শুনি দুখ পালে, কাৰণ এটা বছৰ অবাবতে কিয় কটাব লাগে? দ্বিতীয়তে, দেউতাক আগতে নোসোধাকৈ পণ্ডিতে তেনে এটা মীমাংসা কৰিলে কিয়? সি যি হওক, সেই বিষয়ত তেতিয়া আৰু একো কৰিবৰো নাছিল হ'বপায়। গতিকে বছৰৰ শেহ পৰিলেই পঢ়াশালিখনৰপৰা বিদায় লোওৱাটোকে দেউতাই থিৰাং কৰিলে, কাৰণ তেওঁ জানে, বৃত্তি নাপালেও একোপধ্যেই মই ল'ৰা বেয়া নহ'ম।

নিম্ন প্ৰাথমিক শিক্ষাৰ জীৱনৰ এই শেহৰ বছৰৰ এটা বিশেষ

ঘটনা মোৰ মনৰ ছবিত এতিয়াও বিশেষকৈ উজলি উঠে। সেই বছৰত অৰ্থাৎ ১৯২৪ চনত শিৱসাগৰ নগৰৰ 'দুখীয়া ইস্কুল' অৰ্থাৎ মিউনিচেপেলিটিৰ প্ৰাথমিক পঢ়াশালিৰ সমুখৰ ৰাধিকাপ্ৰসাদ বৰুৱাদেৱে দান দিয়া মাটিত শিৱসাগৰ নাট্যমঞ্চ নিৰ্মাণ কৰা হৈছিল। সেই মঞ্চৰ প্ৰেক্ষা-গৃহ বেৰা-কোৰা হোৱাৰ আগতে তাৰ ঠাইতে তেতিয়াৰ গুৰুত্বপূৰ্ণ জাতীয় অনুষ্ঠান অসম ছাত্ৰ সম্মিলনৰ বাৰ্ষিক অধিৱেশন বহে। তেতিয়া ককাইদেউ ছাত্ৰ সম্মিলনৰ প্ৰধান সম্পাদক। সেই-বাৰ সম্মিলনত সভানেত্ৰী হ'বৰ কথা আছিল সৰোজিনী নাইডু। কিন্তু মূৰকত তেওঁ সম্মিলনলৈ আহিব নোৱাৰি মাথোন অভিভাষণ-খন পঠিয়াই দিয়ে। সেই অভিভাষণ পাছত "মানুহ হোৱাঁ" শিতানেৰে ছাত্ৰ সম্মিলনৰ মুখপত্ৰ "মিলন"ত অনূদিত ৰূপত প্ৰকাশ পাইছিল। শ্ৰীমতী নাইডু আহিব নোৱৰা বাবে সভাত সভাপতি হৈছিল নবীনচন্দ্ৰ বৰদলৈ। সভাথলীত একেখন মেজৰ কাষত কৰ্মবীৰ বৰ-দলৈ আৰু ককাইদেউক একে ধৰণৰ খাদৰৰ 'নিমা' পিন্ধা সাজত (সেই সাজত বৰদলৈদেৱৰ আৰু তৰুণৰাম ফুকনৰ একোখনি চিত্ৰ ক'তো ক'তো প্ৰকাশিত হৈছিল) বহি থকা এতিয়াও চকু মুদি চালে দেখা যেন লাগে। সেই সকলো দৃশ্য মই দেউতাৰ লগত গৈ জনতাৰ মাজৰপৰা বেঙা মেলি মেলি চাইছিলো। তাত হোৱা আলোচনাৰ কোনো কথা তেতিয়াও মনত লাগিবৰ নৌ এথোন। তেতিয়া ক খ ম ম-কেইটাকে মাথোন আয়ত্ত কৰা হৈছিলেই কি নহৈছিলেই।

# ইংগেলৰ ইংৰাজী ইস্কুলত

যোগধৰ শৰ্মা বৰুৱা হেড পণ্ডিতে যদিও আশা কৰিছিল যে মই আৰু এটা বছৰ তেওঁৰ ইস্কুলত পঢ়ি খুব মজবুতকৈ নিম্ন প্ৰাথমিক বৃত্তি পৰীক্ষাত ওখ ঠাই লৈ তেওঁৰ আৰু তেওঁৰ পঢ়াশালিৰ যশস্যা আৰ্জি দিম, দেউতাই সেইটিলৈ খাপ পিটিবলৈ নিদি শিৱসাগৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত মোৰ নাম লগাই দিবলৈ স্থিৰ কৰিলে। সেই বিদ্যালয়ৰ হেড মাস্টৰ কালিৰাম দত্তক দেউতাই লগ ধৰাত এটা বাছনি পৰীক্ষা হ'ব বুলি জনা গ'ল, কাৰণ সেই সময়তো তাত নাম লগাবলৈ বিচৰা ছাত্ৰৰ সংখ্যা যথেষ্ট সৰহ। বগা ঠেঙা, ক'লা ডিঙি বন্ধ কোট আৰু ক'লা টুপীৰ (সেই টোক বাব টুপী বা আমোলা টুপী বুলিছিল এসময়ত; তাৰ পিছফালে টিকনিৰ দৰে অকণমান কাপোৰ ওলমি থাকিছিল) সুবেশপৰিহিত গুৰনী চেহেৰাৰ হেড মাস্টৰগৰাকী সুশাসক আছিল। তেওঁৰ নিৰ্দেশমতে বাছনিপৰীক্ষাত বহিলো। দুটা নে এটা সাহিত্যৰ প্ৰশ্নত বাদে অঙ্কৰ পৰীক্ষা হ'ল যাই। প্ৰশ্নখিনি তৈয়াৰ কৰিছিল কেৰামত আলি শইকীয়া (পিছত কটন কলেজৰ অৰ্থবিজ্ঞানৰ অধ্যাপক আৰু ইস্কুলত মোৰ সতীৰ্থ ইক্ৰামুদ্দিন শইকীয়াৰ পিতৃ) নামৰ শিক্ষকে। এটা প্ৰশ্ন আছিল—৮০ জন ল'ৰা-ছোৱালীৰ মাজত ১২০ টকা ৰূপ ভগাই দিয়া হ'লত দেখা গ'ল ল'ৰাই দুটকা আৰু ছোৱালীয়ে প্ৰত্যেকে এটকাকৈ পালে; ল'ৰা কিমান আৰু ছোৱালী কিমান আছিল? চকুৰে চাই মাৰ্ওতেই অংকটোৰ উত্তৰ ওলাল; কিন্তু তাক পাতি লৈ লেখাৰ নিৰ্দিষ্ট নিয়ম এটা নাই বাবে বহুতৰ অঙ্কটো নহৈছিল। মোৰ পিছৰ অঙ্ক কেইটা ঠিকেই হ'ল গতিকে

প্ৰৱেশাৰ্থীৰ মাজত স্থান ওপৰতে ৰ'ল। শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ ছাত্ৰ হ'লো আৰু নিষ্ঠাৱান, নিপুণ শিক্ষকসকলৰ চৰণত শিক্ষা-লাভৰ সুযোগ হ'ল।

নতুন ভাষা, নতুন বিষয় ইংৰাজীত পোনৰেপৰা ৰতি উপজিছিল। ক্লাছ থ্ৰি এ ছেক্‌শ্যনৰ ক্লাছ-শিক্ষক সুবেশ-সুন্দৰ মুক্তালাল দাসে (?) ইংৰাজীৰ প্ৰথম শিক্ষা দিছিল। ইংৰাজীৰ এগৰাকী শিক্ষক দুৰ্গানাথ বৰগোহাঁইৰ উচ্চাৰণ স্পষ্ট আৰু টক্‌টকীয়া আছিল। কবিতা পঢ়াওঁতে তেওঁ হাত দুখন বহলকৈ মেলি কেনেকৈ প্ৰতি অক্ষৰত (ছিলেবোল্) গুৰুত্ব দি পঢ়াইছিল, এতিয়াও মনত আছে—'আই হাভ্ টু হেণ্ড্‌ছ্ ছো হাভ্ য়ু' ইত্যাদি। আৰু এগৰাকী ইংৰাজীৰ মাস্টৰ হেমধৰ বৰুৱাই শ্ৰেণীত বিশেষকৈ আমাৰ সহপাঠী বেজীয়া কলিতা আৰু হাঁহিৰাম কলিতাক লৈ সদায় ৰগৰ কৰি কথাৰ মালিহা মাৰিছিল: 'বেজীয়া কলিতা, পাৰিবানে নোৱাৰা?' 'বেজীয়া কলিতা, আমৰলীয়া হাঁহ মাৰি এসাজি মাৰি আহিবা যোৱা।' (বেজীয়া ক্লাছ ক'ৰতে বৰ ওখ-ডাঙৰ মানুহ দেখি) 'বেজীয়া কলিতা, তোমালৈ ছোৱালী খুজি ক'ৰবাত তামোল-পাণ কটাইছেই বোলে, হয়নে?' সদায় হাঁহি থকা হাঁহিৰামক ছাৰে ক'ব, "হাঁহিৰাম কলিতা, হাঁহি এটা মাৰাঁচোন।" ওপৰ শ্ৰেণীত (ক্লাছ এইট্) পঢ়ুওৱা গোপালচন্দ্ৰ গোস্বামীয়ে প্ৰতি দিনে শ্ৰেণীলৈ আহোঁতে সৰু কিছুমান কাগজৰ টুকুৰাত অভিধান চাই টোকা লিখি আনিছিল আৰু পৰম আগ্ৰহেৰে পাঠ পঢ়ুৱাইছিল। এইসকল সুশিক্ষকৰ শিক্ষণত ইংৰাজী মোৰ প্ৰিয় বস্তু হৈ পৰিছিল। ক্লাছ থ্ৰিৰপৰা ফ'ৰলৈ আৰু ফ'ৰৰপৰা ফাইভলৈ প্ৰমোশ্যন পাওঁতে বিষয়টোত এশৰ ভিতৰত ৯৫ আৰু ৯২ নম্বৰ পোৱাৰেপৰা প্ৰৱেশিকা পৰীক্ষাত দুখন প্ৰশ্ন কাকতত ৬৮ আৰু ৭২ পোৱালৈকে ইংৰাজী মোৰ বাবে সুখকৰেই আছিল। ইংৰাজী ভাষাৰ এই ব্যুৎপত্তিয়ে বিদ্যা-জীৱনত

বহুত সহায় কৰি আহিছে।

ক্লাছ থ্রিত আমাক অসমীয়া পঢ়াইছিল মহেশ্বৰ শৰ্মা নামৰ শিক্ষকগৰাকীয়ে। জাৰকালি হ'লে হালধীয়া কাপোৰ এখন চটিয়াই পিন্ধা শৰ্মাদেৱে মোক 'মিতা' বুলি মাতিছিল। আৰু এজন শিক্ষকে তাতকৈ ওপৰৰ শ্ৰেণীত বিষয়টো পঢ়ুৱাইছিল; কিন্তু তেওঁৰ নামটো পাহৰি গ'লো। ঋষি-মুনি মাষ্টৰ বুলিয়ে আমি তেওঁৰ কথা কওঁ, সেইটোহে মনত আছে। আজি-কালিও স্কুলৰ ল'ৰাবোৰে শিক্ষকক এটা উপনাম দিহে নিজৰ মেলত শিক্ষকৰ কথা কয়। ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱে কৈছিল বোলে এজন শিক্ষকৰ মূৰটো ল'ৰাই বল্টুটোৰ নিচিনা দেখিছিল বাবে তেওঁৰ নাম থৈছিল বল্টু মাষ্টৰ। সেই মাস্টৰে বিয়া কৰি প্ৰথম শ্ৰেণীটোত সোমাওঁতেই ল'ৰাই বোলে প্ৰশ্ন কৰিলে, "ছাৰ বল্টুৰ স্ত্ৰীলিঙ্গ কি?" মাস্টৰো শুদা-শুদি বিধৰ নহয়; একিল লৈ একিল দিব জানে; তেওঁ বুজিলে প্ৰশ্নটোৰ অৰ্থ কি, আৰু সহজভাৱে ক'লে, "গাধহঁত, তাকো নাজান? বল্টুৰ স্ত্ৰীলিঙ্গ বাল্‌টি।" সি যি হওক, মোক ঋষি-মুনি ছাৰে এদিনাখনৰপৰা বৰ মৰম শ্ৰদ্ধা কৰা হ'ল যিদিনা মই "বাঁহী"ত প্ৰকাশিত এটা প্ৰবন্ধৰ (প্ৰবন্ধটো সম্ভৱতঃ মোৰ মোমাইদেউ থানেশ্বৰ হাজৰিকাৰ লেখা) সহায় লৈ গাখীৰৰ বিষয়ে বৰ বৈজ্ঞানিক এখন ৰচনা লিখি তেওঁৰ আগত পেছ কৰিলো। সাহিত্যৰ আৰু এগৰাকী ভাল শিক্ষক আছিল ৰামমোহন বৰুৱা। অতি মৃদু আৰু মৰমিয়াল স্বভাৱৰ লোক। ফলত ল'ৰাক তেওঁ সাহিত্য পঢ়ুওৱাতকৈ বেছি ভাগটি নিজে শ্ৰেণীত সাধু কৈ ল'ৰাক শুনাব লাগিছিল। আৰু এজন আমাৰ সাহিত্যৰ শিক্ষক আছিল যোগেশ্বৰ শৰ্মা। তেওঁৰ "কথা-মহাভাৰত" এখনি উপাদেয় পুথি। শ্ৰেণীত মোৰ লেখা চাই শৰ্মাদেৱে বৰ উচ্চভাৱে প্ৰশংসা কৰিছিল, কৈছিল, "অসমীয়া সাহিত্যত সুন্দৰ ভাষা লিখা মানুহ হ'ল সত্যনাথ বৰা।

সত্যনাথ বৰাৰ পিছতে ভাল ৰীতিৰ বাবে মই ডিম্বেশ্বৰ নেওগক ঠাই দিওঁ। আৰু এওঁ মহেশ্বৰক যি দেখিছো, তেওঁলোকৰ ঠাঁচতে উঠিছে। এওঁ আগলৈ ভাল গদ্য-লেখক হ'বগৈ।" ছাৰৰ আশীৰ্বাদ আৰু ভৱিষ্যদ্বাণী ফলিয়াইছেনে নাই, তাক ক'বলৈ ছাৰ এতিয়া কাষৰত নাই।

ৰোমেশ্বৰ শৰ্মা ছাৰে ক্লাছ ছেভেনৰপৰা আমাক ভূগোল পঢ়াইছিল। তেতিয়া সেই শ্ৰেণীৰপৰা আৰম্ভ কৰি অসমীয়াত বাদে সকলো বিষয়কে ইংৰাজী মাধ্যমত পঢ়িব লাগিছিল। লংমেন কোম্পানিৰ ভূগোলৰ কিতাপৰপৰা ছাৰে মাজে মাজে একো অংশ মুখস্থ কৰি আনিবলৈ দিয়ে আৰু শ্ৰেণীত তাকে হুবহু লিখিবলৈ কয়। মই কিন্তু কবিতাৰ বা নাটৰ বচনৰ বাদে আন কথা এইদৰে মুখস্থ কৰা ভাল নাপাইছিলো। ভূগোলৰ কিতাপত ভাৰতবৰ্ষৰ বিৱৰণৰ আৰম্ভতে India is the crown jewel of the British Empire.—এনে বুলি আৰম্ভ কৰা এটা পেৰাগ্ৰাফ ছাৰে এদিন স্মৃতিৰপৰা লিখিবলৈ দিলে। মই কিন্তু কিতাপৰ কথাখিনি নিজৰপৰা ইংৰাজী ভাষাত লিখি শৰ্মা ছাৰক চাবলৈ দিলো। ছাৰে শ্ৰেণীৰ ভিতৰতে মোক আটাইতকৈ সৰহ নম্বৰ দিলে, কিন্তু মৰমৰ ঠাট্টাৰ সুৰত ক'লে, 'আমাৰ শ্ৰেণীত আকৌ লোকৰ কথা অনুসৰণ নকৰা বৰ ডাঙৰ পণ্ডিত আছে হ'লে দেই!' তলৰ শ্ৰেণীত আমাক ভূগোল পঢ়ুওৱা এগৰাকী ব্যক্তিত্বশালী শিক্ষক আছিল জাজীৰ ডম্বৰুধৰ খাওন্দ। ক্লাছ ফ'ৰ-ফাইভত অসম-বুৰঞ্জী পঢ়াইছিল বেণুধৰ বৰকটকী ছাৰে। বয়সৰ বাবেই নে কি, তেওঁৰ কঁকাল হালিছিল আৰু পঢ়ুৱাওঁতে অনবৰত চকিতে বহি থাকিছিল। গাভ্ৰিকে শ্ৰেণীলৈ আহিয়ে আদেশ কৰিছিল, "কেপ্টেইন, ব্ৰিং এ লং বেম্বো কেইন্।" এই দীঘল এছাৰিডাল লৈ তেওঁ বহি বহিয়ে পিছৰ বেঞ্চিত বহা, পঢ়া নোৰৰা বান্ধ'সকলক কোবাইছিল আৰু

আগৰ বেক্ষিত বহা, পঢ়া পৰাবোৰেও সেই প্ৰক্ৰিয়াতে এনেয়ে কেঁচা কোবৰোৰ খাব লগীয়াত পৰিছিল। বৰকটকী ছাৰে, কিন্তু ক'ব নোৱাৰোঁ, মূৰ্ধন্য ণটো ঠগ লগাই লিখাটোত বিশেষ গুৰুত্ব দিছিল।

অঙ্কৰ শিক্ষকসকলৰ ভিতৰত তলৰ শ্ৰেণীত কেৰামত আলি শইকীয়া আৰু ওপৰ শ্ৰেণীত জ্ঞানেশ্বৰ গগৈ, আন আন বিষয়ত দুদিনমান কাম কৰা প্ৰফুল্লপ্ৰাণ চাংকাকতী (পিছত জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক) আৰু মোৰ দাদা আদিৰ কথা মনত পৰে। শইকীয়াই অঙ্ক বুজাওঁতে প্ৰায় মুখৰ ভিতৰতে "বুজলেনজা" নে কি এটা শব্দ উচ্চাৰণ কৰিছিল। মহম্মত খাবেৰ (ধন মাস্টৰ), তাৰানাথ গগৈ আদিও সুশিক্ষক আৰু মৰমিয়াল লোক আছিল। ভৱধৰ ঠাকুৰ ছাৰে আমাক ছিক্সলৈকে অঙ্ক পঢ়োৱাৰ উপৰিও স্কাউট মাস্টৰৰূপে স্কাউট ছাত্ৰসকলৰ মৰমৰ নেতা হৈছিল। পণ্ডিত গৌৰী-দত্ত মিশ্ৰ বিদ্যাভূষণে থ্ৰি-ফ'ৰত আমাৰ অসমীয়া শ্ৰুতলিপিৰ শ্ৰেণী লৈছিল। আমি চিলেট-ফলিত শ্ৰুতলিপি লওঁ; আমাৰ ভুল-শুদ্ধ চাই পণ্ডিতে নম্বৰ দি চিলেটখনত চহী কৰি দিয়ে আৰু ক্লাছ কেপ্টেইনে নম্বৰৰ বহীত সেয়া টুকি থয়। তেওঁৰ চহীৰ ইংৰাজী 'জি' আখৰটো দেখাত ইংৰাজী ছয় অঙ্কটোৰ দৰে হয় দেখি ছয়তকৈ কম নম্বৰ পোৱাসকলে 'জি' আখৰটোৰ বাহিৰে চিলেটৰ বাকী সকলো কথা মোহাৰি পেলায় আৰু কেপ্টেইনক সেই আখৰটো দেখুৱাই 'ছাৰে ছয় নম্বৰ দিছে' বুলি তাকে বহীত তুলিবলৈ দিয়ে। তাতে বহুইছুৰ একোখন কাজিয়াও হয়। আমাৰ শিক্ষকসকলৰ ভিতৰত বিশেষ শ্ৰদ্ধা আকৰ্ষণ কৰা ব্যক্তি আছিল ৰাজেন্দ্ৰনাথ বৰুৱা। তেওঁ আমাক ক্লাছ ছেভেন আৰু অন্যত্ৰও ইংৰাজী পঢ়াইছিল। তেওঁ সদায় গম্ভীৰ, পঢ়ুওৱাত কিন্তু সলসলীয়া। সংস্কৃতৰ শ্ৰেণীত দুগৰাকী অতি উত্তম শিক্ষক পাইছিলো—তোৰেশ্বৰ ঠাকুৰ (দেৰগাঁও)

আৰু মহেন্দ্ৰনাথ গোহাঁই (গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ অধ্যাপক ডক্টৰ হীৰেন গোহাঁইৰ পিতৃ)। দুয়োজনেই সংস্কৃতৰ অনাৰ্ছ গ্ৰেজুৱেট; দুইজনৰে সংস্কৃতৰ প্ৰতি গভীৰ আনুগত্য। ক্লাছ ছেভেনত বিষয়টোৰ লগত প্ৰথম পৰিচয় হওঁতে বৰ কঠিন যেন লাগিছিল— যদিও ঠাকুৰ ছাৰৰ শিক্ষণৰীতি বৰ সহজ আছিল। কিন্তু প্ৰথমটো টাৰ্মিনেল পৰীক্ষাত এশৰ ভিতৰত ৮৬ নম্বৰ পালো সিমান আশা নকৰাকৈয়ে। লগে লগে ভাষাটোত মোৰ উৎসাহ আৰু আগ্ৰহ বাঢ়ি গ'ল। অৱশ্যে সংস্কৃতৰ শ্ৰেণীত নানা কৌতুকৰো সৃষ্টি নোহোৱাকৈ নাছিল। এদিন ছাৰে কেইটামান ইংৰাজী বাক্য সংস্কৃত কৰিবলৈ দিলে, লগতে ইঙ্গিত দিলে যে সংস্কৃত লিখাৰ আগতে বাক্যবোৰ অসমীয়া কৰি চাব লাগে। সেই সূত্ৰ ধৰি কিন্তু এখোজ ছুটি কৰি আগ বাঢ়ি চিদানন্দ ওজা নামে এজন সহপাঠীয়ে A black serpent entered my house.—এই বাক্যটোৰ সংস্কৃত ৰূপ কৰিলে এনে: এক মচোৱা সৰ্পঃ মম ঘৰে অসোমায়ৎ!! সংস্কৃতৰ প্ৰতি মোৰ পোনতে যি আতঙ্কৰ সৃষ্টি হৈছিল, তাক প্ৰথম টাৰ্মিনেল পৰীক্ষাই আঁতৰাই নিদিয়া হ'লে ময়ো সংস্কৃতক ভয় কৰি, বেয়া পাই থাকিলোঁহেঁতেন, সংস্কৃত ভাষাৰ শক্তি আৰু সৌন্দৰ্য উপলব্ধি নকৰিলোহেঁতেন। অথচ আমাৰ অসমৰ এগৰাকী চূড়ামণি পণ্ডিতৰে উক্তি: To me no language is dearer than Sanskrit. সংস্কৃতৰ প্ৰতি প্ৰীতিয়েহে অসমীয়া আদি আধুনিক ভাৰতীয় ভাষাক সমৃদ্ধ কৰিব পাৰে; সংস্কৃতৰ জ্ঞানৰ অভাৱে অসমীয়া ভাষা লিখাৰো নানা বিসঙ্গতিৰ সৃষ্টি কৰে। ঠাকুৰ আৰু গোহাঁই, দুইজনা নিপুণ শিক্ষকৰ কৰুণাত লাভ কৰা সংস্কৃতৰ জ্ঞানে মোকো ভাৱপ্ৰকাশৰ বিষয়ত সদায় আশ্ৰয় দি আহিছে। গোহাঁই ছাৰে ক্লাছ এইটত পঢ়ায় সংস্কৃত। তেওঁ সকলো কথাতে পৰিপাটি আৰু অত্যন্ত serious; ল'ৰাই পঢ়া নোৱাৰিলে দুখ পায় আৰু খং কৰে।

এদিন তেওঁ ক'লে যে যিবোৰে নিজৰ পাঠ ঠিক কৰি নাহে আৰু শ্ৰেণীত পঢ়া পৰাৰ কোনো আশা নাই, তেওঁলোকে বুকুৰ ওপৰত এখন কাগজ মাৰি ল'ব 'আজি পঢ়া নোৱাৰোঁ' বুলি। বদনচন্দ্ৰ বৰঠাকুৰ বোলা মোৰ এজন চতুৰ সতীৰ্থই পিছ দিনাখনেই ছাৰৰ এই নিৰ্দেশ মানি বৰ বৰ আখৰেৰে 'আজি পাঠ নোৱাৰোঁ' বুলি এখন কাগজ চোলাৰ চাটিত মাৰি ল'লে। ছাৰে ক্লাছত সোমায়ে সেইখন দেখি খঙত জ্বলি-পকি উঠিল আৰু কি ক'ব কি নক'ব কৰি 'I shall beat you. I shall kill you.' বুলি গৰ্জি উঠিল। তেওঁ কিন্তু কোনো দিনে বেতকে নলগাইছিল। ছাৰে বিশেষ 'জোৰ' দি দি সংস্কৃত কথাবোৰ উচ্চাৰণ কৰিছিল আৰু বিসৰ্গটোকো ( অঃ ) দীঘলীয়া কৰি 'অহহ' কৰি উচ্চাৰিছিল ; সেইটোৱে আমাৰ ল'ৰা-মনক বিশেষ আমোদ দি বিষয়টোত আমাৰ ৰতি বঢ়াইছিল। ফটোগ্ৰাফি গোহাঁই ছাৰৰ এটা হবি আছিল। শিৱসাগৰৰ আধা সজা কালিপ্ৰসাদ মেমৰিয়েল হলত লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্য-সভাই অভিনন্দন প্ৰদান কৰাৰ সভাত সন্মুখত এশাৰী শৰাই আৰু কাষৰত ভাই-ককাই বেজবৰুৱা কেইজনক লৈ বহি থকা লক্ষ্মীনাথৰ ফটোগ্ৰাফ এখনি ছাৰে মোক উপহাৰ দিছিল ; কিন্তু মোৰ ঘৰৰ কাগজৰ অগাধ সাগৰৰ মাজত সেই চিত্ৰখনিক পকৱাই পোৱাত সাহিত্য-সভাৰ হৈ "চিত্ৰলেখা" নামৰ এলবাম কৰাৰ সময়ত বস্তুটি বিচাৰি নাপালো।

ক্লাছ ছেভেন্-এইটত থাকোঁতে আমাৰ হেডমাস্টৰ আছিল ভৰত-চন্দ্ৰ চলিহা। কঠোৰতা আৰু বেত্ৰ-প্ৰহাৰৰ বাবে খ্যাত চলিহাদেৱক সকলো ল'ৰাই বাঘৰ মান ভয় কৰিছিল। ক্লাছ ছেভেনলৈ উঠাৰ লগে লগে ময়ো সেই 'বেত্ৰৰ প্ৰহাৰ-যোগ্য' হোৱা অৱস্থা পাইছিলো। কাৰণ তেওঁ এদিন আমাৰ ক্লাছলৈ আহি ক'লে যে পিছদিনা শ্ৰেণীৰ আৱশ্যকীয় সকলো কিতাপৰে কিনা হ'ল, তাক সকলো ছাত্ৰই

দেখুৱাবলৈ লৈ আহিব লাগিব, তেওঁ নিজে কিতাপবোৰ চাব। যথা আদেশ তথা কৰ্ম। দুৰ্ভাগ্যবশতঃ মই আগদিনা মাথোঁ কিনা "সাহিত্য-সংগ্ৰহ"খন ভুলতে ঘৰত এৰি থৈ আহিলোঁ। ধৰিলে তেওঁ সেই অপৰাধ। মই 'পাহৰি আহিলোঁ, কিতাপখন আছে,' 'বহুত কিতাপ আনিব লগীয়া হোৱাত সেইখন কেনেবাকৈ বৈ আহিল' আদি জবাবদিহি কৰিলোঁ।হে হয়, চলিহা ছাৰে নামানে, ক'লে, 'কাইলৈ কিতাপখন লৈ মোৰ অফিছলৈ গৈ দুকোবমান খাই আহিবা, আৰু দেউতাৰাক ক'বা, তোমাৰ কিতাপ ভাৰ ব'বলৈ এটা লগুৱা ৰাখিব।' অঘটনৰ ভয়ত সেই নিশা টোপনিয়েই নহ'ল। পিছদিনা "সাহিত্য-সংগ্ৰহ"খন লৈ হেডমাস্টৰৰ অফিছলৈ গ'লো; ভাগ্যে দেখোঁ তেওঁৰ দুহাত-দীঘল বেতডাললৈ বিশ্ৰামবপৰা জগাই নুতুলিলে। এই শ্ৰেণীত থকাতে আমাৰে এজন লগৰীয়া চলিহাতোকৈ অধিক এক বৰ বাঘৰ মুখত পৰিছিল। আগৰ খ্যাতিযুক্ত হেডমাস্টৰ আৰু তেতিয়া স্কুলসমূহৰ সহকাৰী ইন্‌ছপেক্টৰ লক্ষ্মীনাথ শৰ্মা আহক পৰিদৰ্শনৰ বাবে। আমাৰ ক্লাছৰ ছাৰে ক্লাছ সোমাতে অফিছৰপৰা চক-মাটি এডোখৰ আনিবলৈ কোৱাত সুধীৰচন্দ্ৰ বৰুৱা নামৰ সহপাঠী-জনে ঘপ কৰে উঠি অফিছলৈ বাট লওঁতেই দুৱাৰ-মুখত শৰ্মাদেৱক নেদেখাকৈ দিলেগৈ খুন্দা মাৰি। সকলো নিজ নিজৰ ঠাইত ঠৰ লাগি থিয় দি ৰ'ল। কোনে জানে, এতিয়া বপুৰা সুধীৰৰ কি হয়! নিৰ্বাসন-দণ্ডই হয় নে শৰ্মাই পাহৰি থকা বেতডালকে পুনৰ তুলি লয়। ভাগ্যে তেওঁ কোপ-দৃষ্টিৰে কিছু পৰ সুধীৰলৈ চাই থাকি আমাৰ শ্ৰেণী পৰিদৰ্শনৰ কামত লাগিল। সিমানতে সেই অধ্যায় সমাপ্ত হ'ল।

আমি ক্লাছ থ্ৰি, ফ'ৰ আৰু ফাইভত পঢ়োঁতে স্কুলৰ প্ৰধান স্থান হলঘৰটোতে। (হায়, আমি পঢ়া স্কুলৰ ঠাইত এতিয়া এখন বজাৰ বহিছে।) বহিছিলো। পাঁচ-ছটা শ্ৰেণী একে সময়তে তাত বহে।

কিন্তু তাৰ জোখত হাই-উৰুমি হয় বৰ কম। আমি ল'ৰাবোৰৰ মাজত কথা-বতৰা, ধেমালি-ধুমুলা তাৰ মাজতে চলে। কেতিয়াবা সেয়া বেছি হ'লে স্কুল-ঘৰৰ এমূৰৰ কোঠাৰপৰা লগুড়-হস্তেন কোনোবা-জন শিক্ষকৰ আৱিৰ্ভাৱ হয় আৰু কাচিৎ কেতিয়াবা লগুড়-প্ৰয়োগো ঘটে। আমাৰ মাজত জোকোৱা-জুকুইও হয়। ক্লাছ ফাইভত থাকোঁতে এদিন এজন সহপাঠী দুৰ্গেশ্বৰ বৰদলৈয়ে একান্তমনে চিলেট ফলিত অঙ্ক কৰি থাকোঁতে আন এজন সতীৰ্থ সত্যৰঞ্জন বৰুৱাই অকণমান আহুকাল কৰাত ( সত্যৰঞ্জনে এনে ধেমালি কৰি চিঁউ চিঁউ চিঁউ কৰি লৰ মাৰিছিল ) দুৰ্গেশ্বৰে খণ্ডত ফলিখন সত্যৰঞ্জনৰ গালৈ মাৰি দিয়ে আৰু সেইখন লাগি সত্যৰঞ্জনৰ কাণৰ দঁাতিৰপৰা ঘোঘোকৈ তেজ ওলাবলৈ ধৰে। এতিয়াও তেওঁৰ ( ডক্টৰ বৰুৱা এতিয়া ) সেই ঘাৰ দাগটো আছে।

আমি ল'ৰাবোৰৰ অফুৰন্ত শক্তিৰযে কেতিয়াবা কেতিয়াবা সৰু-সুৰা অপচয় নঘটিছিল, সেই কথা মই নিজ কাণত ধৰি শপত খাই ক'ব নোৱাৰোঁ। মনত আছে, তেতিয়া আমি বোধহয় ক্লাছ ফাইভ কি ছিক্সত। পানী খোৱা ছুটীত বন নোহোৱাৰ বন কৰি দুই-এজন সতীৰ্থই স্কুলৰ সমুখৰ মাৰোৱাৰী পটিলৈ গৈ তাৰ ব্যৱসায়ী-সকলক আমনি কৰেগৈ। এবাৰ বোলে আমাৰ লগৰে দুজনমানে তেনেকৈ গৈ এখন গোলাৰপৰা কাপোৰ-কানি দুডোখৰমান লৈ আহিল। সেই কথা ব্যৱসায়ীয়ে হেডমাস্টৰত গোচৰ দিলেহি। হেডমাস্টৰো আকৌ কমজন নহয়। স্বয়ং ভৰতচন্দ্ৰ চলিহা। তেওঁ ল'ৰাকেইটি চিনাক্ত কৰি মাতি আনি সুধিলে, কিয় এনে নিন্দনীয় অপকৰ্ম কৰা হ'ল। খাই লোৱাজন আছিল অলপ খোনা। তেওঁ ক'লে, 'ছা-ছাৰ, আমি কা-কা-কাপোৰ অনা নাই। ব-ব-ব-বকুলেছত লাগি আহিছিল।' এয়া শুনি চলিহাৰ দৰে কঠুৱা মানুহবো হাঁহি উঠিল। কিন্তু বন্ধুজন বেত্ৰ-প্ৰহাৰৰপৰা সাৰিব নোৱাৰিলে। সোনকালেই

পিছত তেওঁ পুলিচ বিভাগৰ কামত সোমাল। নাজানো, তেওঁ ৰকলেছত লগাই বস্তু অনা লোকক ধৰ-পাকৰ কৰে নে নকৰে।

স্কুলৰ বিশেষকৈ তল শ্ৰেণীত পঢ়া কালত বছৰেকীয়া বঁটা বিতৰণী সভাবোৰ আমাৰ বাবে মহা মহোৎসৱহে যেন। ক্লাছ্ থ্ৰিৰপৰা ফ'ৰলৈ উঠোঁতে সমস্ত শ্ৰেণীত ষষ্ঠ হৈও মই ষাঠি-চৌষষ্টি-পিঠীয়া এখন ইংৰাজী গল্পৰ পুথি প্ৰাইজ-ৰূপে পাইছিলো। তাতেই কি হিয়া-ভৰা আনন্দ! ফ'ৰ, ফাইভৰপৰা প্ৰমোচনৰ দ্বিতীয় স্থানৰ বঁটা আৰু ছিক্সৰপৰা সদায় প্ৰথম হোৱা বঁটা পাইছিলো। তাৰ লগতে শ্ৰেণীত সদায় উপস্থিত থকাৰ পুৰস্কাৰো ছুবাৰমান পাইছিলো। এই আটাইবোৰ প্ৰাইজ ইংৰাজী কিতাপৰ ৰূপত দিয়া হৈছিল আৰু সেইবোৰ পঢ়ি গল্পৰ আনন্দ আৰু নানা দেশৰ সম্বাদৰ জ্ঞান পাইছিলো, কিতাপবোৰ ঘৰত ভালকৈ আলমাৰিত সজাই থৈছিলো। কিন্তু পিছৰ জীৱনত যেতিয়া 'ডলাৰ বগৰী প্ৰায় ক'তো থান-থিত নাই' অৱস্থা হৈছিল, তেতিয়াই আদৰৰ কিতাপবোৰ ক'ত কেনি গ'ল, ক'ব নোৱাৰিলোঁ। বৰফৰ দেশ আদিত থকা আচৰিত বৰফ-ভালুকতে আৰম্ভ কৰি নানা আজব জানোৱাৰৰ ছবি আৰু বিৱৰণ থকা এন্টিক কাগজত ছপোৱা কিতাপখন এতিয়াও ঘূৰাই পাবৰ বাঞ্ছা হয়। ফৰাচী লেখক জুল বাৰ্নৰ "পৃথিৱীৰ চাৰিওফালে চাৰি কুৰি দিনত" বোলা উপন্যাসৰ চমু সংস্কৰণ এটাও প্ৰাইজত পাই তাক অসমীয়া কৰি পেলাইছিলো। তাৰে এটা অংশ পিছত অসম ছাত্ৰ সম্মিলনৰ "মিলন" কাকততো ছপা হৈছিল। কিন্তু অনূদিত কিতাপখনৰ ছপা-নছপা সকলোখিনি কেতিয়াবাই নিৰুদ্দেশ হৈ গ'ল। এতিয়া তাক বিচাৰি বাতৰিকাকত কিংবা টি. ভি.ত জাননী দিওঁযে তাক ক'ৰবাত দেখা পাম, সি আশা-ভৰসা একো নাই। সেই দিনত ইংৰাজী কবিতা, সংস্কৃত স্তোত্ৰ আদি আৰু আন কি শেক্স্‌পিয়েৰৰ নাটকৰ দৃশ্যৰ অভিনয় আদিৰে বঁটা-বিতৰণী সভা আৰু গৰম বক্তৃ

আগৰ দিনাখনৰ উৎসৱটো সমৃদ্ধ হৈছিল। ক্লাছ থ্ৰিত পঢ়োঁতেই আমাতকৈ কেইবাশ্ৰেণীৰো ওপৰৰ পাৰ্বতীকুমাৰ গোস্বামী (বিচক্ষণ এডভোকেট আৰু পিছত গুৱাহাটীৰ উচ্চ ন্যায়ালয় আৰু ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ), নলিনীকুমাৰ মিশ্ৰ (পিছত খ্যিলঙত অধ্যাপক) আদিয়ে জাকজমক সাজপাৰ পিন্ধি শেকছপিয়েৰৰ "জুলিয়াছ ছিজাৰ" নাটৰ দৃশ্যাভিনয় কৰাৰ কথা এতিয়াও স্বৰকৈ মনত পৰে।

পঢ়া-শুনাত মোৰ উন্নতি ক্ৰমে হৈ আছিছিল। ক্লাছ থ্ৰিৰ প্ৰমোশ্যন পৰীক্ষাত মোৰ এ ছেকশ্যনত প্ৰথম হৈছিলো যদিও সমস্ত শ্ৰেণীত ষষ্ঠহে হ'লো—তাৰ বাবেও পিছে বছৰেকীয়া বঁটাবিতৰণী সভাত মোক এটা বঁটা দিয়া হৈছিল। ফ'ৰৰ পৰীক্ষাত কিন্তু মই সমস্ত শ্ৰেণীত দ্বিতীয় হ'লো। ফাইভৰ পৰীক্ষাতো। ছিক্সৰ পৰীক্ষাৰ-পৰা আৰম্ভ কৰি সদায় প্ৰথম হৈয়ে থৈছিলো। ক্লাছ ছিক্সত থকাতে তেতিয়াৰ ইন্‌ছপেক্টৰ শৰৎচন্দ্ৰ গোস্বামীৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিলো।

সৰুৰেপৰা কবিতা বা পদ্য লিখাৰ ভাব এটা হৈ আছিল। ক্লাছ থ্ৰিত পঢ়োঁতে এদিনাখন ককাইদেউ চাহৰ মেলত বহিছে। দেৱযানী বাইদেৱে (দদাইদেউৰ ছোৱালী) চাহ বাকিছে। সেই সুযোগতে মোৰ এটা পইদ্ ককাইদেউৰ হাতত দিলোঁহি প্ৰশংসাৰ আশাত। কিন্তু তেওঁ মোক উদগনি নিদিলে বা পদ্য-ৰচনাৰ কৌশলৰ বিষয়ত একো নকৈ বৰং নিৰুৎসাহহে কৰিলে; হয়তো ভাবিলে যে সেইবোৰ মোৰ কাৰণে অযথা কামহে হৈছে, শ্ৰেণীৰ পাঠ্য-পঢ়াইহে মোৰ আচল যুগুত কাম। কিন্তু মোৰ পইদ্ কেইশাৰী কিছু দিনৰ বাবে ঘৰত আমোদৰ সামগ্ৰী হৈ থাকিল। 'ভাল ল'ৰা' নামৰ বস্তুটোৰ পোনৰ আৰু শেহৰ শাৰী কেইটা অলপকৈ মনত পৰে; 'দুষ্ট হোৱা কেনে?/ দুষ্ট ল'ৰাক কোনোবাই মৰম কৰেনে?/ ....এতেকতে তুমি নহ'বা দুষ্ট,/ যি পোৱা তাতেই থাকিবা তুষ্ট।'

এই সময়তে, ককাইদেউৰ যত্নতে বুলিব লাগে, শিৱসাগৰ ছাত্ৰ সভা আৰু তাৰ হাতেলিখা মুখপত্ৰ "ৰংপুৰ"ৰ সৃষ্টি হয়। তেতিয়া তেওঁৰ লগত মই সভাৰ অধিৱেশনবোৰলৈ গৈছিলো। মনত আছে, এবাৰ জ'ৰৰ কুঁৱলীত তেওঁ মোক ছাইকেলৰ আগৰফালে তুলি নিওঁতে দুয়ো দিখৌৰ মথাউৰিৰ তলত পৰিছিলোগৈ। এই সময়ৰপৰা আমাৰ শ্ৰেণীৰ কৰি কৰি ভাব থকা শশীকান্ত গগৈৰ লগত বিশেষ বন্ধুত্ব হয়। তেওঁ শেহলৈকে ভাল কবি হৈছিল যদিও আৰু "আৱাহন" আদিত ভাল কবিতা উলিয়ালেও কলেজৰ দিন পাৰ হৈ গ'লত কবিতা কৰা অভ্যাস এৰি পেলায়। মই ক্লাছ ফাইভত থকাত "জ্ঞানমালিনী"ৰ কবি মফিজুদ্দিন হাজৰিকাৰ সভাপতিত্বত শিৱসাগৰ ছাত্ৰ সভাৰ দ্বিতীয় বাৰ্ষিক অধিৱেশন ধুমধামেৰে হৈছিল। ক্লাছ ফ'ৰত থাকোঁতে সাহিত্য কৰাৰ ভাব ইমান উক দিছিল যে কমাৰ-ফৰীয়াত তিনি নে চাৰিটা লগৰীয়াৰে "অসম" নামে এখন হাতে-লিখা কাকত কৰিছিলো দুসংখ্যামান। ইয়াৰ পিছতো পদ্য কৰি শশীকান্তৰে আলচি ককাইদেউলৈ পঠিয়াইছিলো, যদিও তেওঁৰপৰা উৎসাহন নাপাইছিলো, বোধ হয় পাব লগীয়াও নাছিল। ক্লাছ এইটত থাকোঁতে আমি দুজনমান গোট খাই "নিজৰা" নামে এখন হাতে লিখা কাকতৰ তিনি সংখ্যা উলিয়াইছিলো। তাত সন্নিৱিষ্ট মোৰ 'শঙ্কৰদেৱ' আৰু সুধীৰচন্দ্ৰ বৰুৱাৰ 'ধৰ্ম আৰু বিজ্ঞান' প্ৰবন্ধ আৰু শশীকান্ত গগৈৰ 'মৰিলে' কবিতাই গুৰুসকলৰপৰা বিশেষ সমাদৰ লাভ কৰিছিল। বৰ ধুনীয়া আখৰ লেখা সহপাঠী ত্ৰৈলোক্য-নাথ বৰুৱাই "নিজৰা"খন চকুত লগাকৈ লিখি উলিয়াইছিল। ইয়াৰ আগতো ক্লাছ ছিক্সত থাকোঁতে মহেশচন্দ্ৰ দিহিঙীয়া নামৰ বন্ধুৰে মিলি "বীণাপাণি" নামে এখন হাতে-লিখা কাকত কৰিছিলো। এইদৰে সাহিত্যিক হ'বৰ হেঁপাহে মাজে মাজে উক দিয়ে আছিল। সেই হাউচক বেগ ইমান বেছি হৈছিল যে ক্লাছ এইটত থকাতে

সম্বলপুৰৰ বেজবৰুৱালৈ "বাঁহী"ৰ বাবে 'অপূৰ্ণ' নামে এটা কবিতা আৰু 'অলক্ষিতে' নামে এটা গল্প পঠাই দিওঁ। পিছৰ বছৰ কবিতাটোক বেজবৰুৱাই সঁচাকৈয়ে "বাঁহী"ত ঠাই দিলে, আৰু লগে লগে "বাতৰি"ত 'বিহ্বান' নামে এটা আৰু "অসমীয়া"ত সংস্কৃত ভাষাত (সংস্কৃত ছন্দত কিন্তু নহয়) লিখা 'আগতা মধুৰা বাসন্তী' নামে কবিতা ছপা হৈ ওলাল। তাৰ পিছত অৰ্থাৎ মই ক্লাছ টেনত থকাত 'অলক্ষিতে' গল্পটো 'গাঁৱলীয়া দৃশ্য' নাম লৈ বেজবৰুৱাৰ "বাঁহী"তে প্ৰকাশ পালে, আৰু "বাতৰি"ত এটা কবিতা (মধুগীত নে কি নামেৰে) ওলোৱাৰ লগে লগে সম্পাদকীয় প্ৰবন্ধত তাৰ বিশেষ উল্লেখো ওলাল। এইবোৰ দেখি তেতিয়া কাৰোবাৰ চাগৈ ভাব হৈছিল মই মস্ত ডাঙৰ সাহিত্যিকেই হ'লোনেকি !!

মোৰ জন্মৰ সময়ত কমাৰফদীয়া বপৰা ইঘৰ সিঘৰ দূৰণিলৈ উঠি যোৱা বাবে গাঁওখন শীৰ্ণ হৈ পৰিছিল। তিথি-সবাহ আদি ৰাজহুৱা নামঘৰত নিয়মীয়াকৈ হৈ থাকিলেও ভাওনা পাতিবৰ জোখাৰে লোক নোহোৱা হ'ল। গাঁওখন নিমাওমাওকৈ থকা বাবে আমাৰ ওপৰ চামৰ ডেকাসকলক লগ লগাই নামঘৰত তিনিখন নাটৰ মঞ্চ-অভিনয় পতাৰ পিহা মই কৰিছিলো—ক্লাছ ছিক্সত থকাত "হৰিশ্চন্দ্ৰ নাটক", ছেভেনত থাকোঁতে "লৱ-কুশ" আৰু এইটত ছাত্ৰ অৱস্থাত "মেঘনাদ-বধ"। মযো ভাও লৈছিলো প্ৰথমখনত শৈব্যা, দ্বিতীয়-খনত লৱ আৰু তৃতীয়খনত ৰামৰ। এইবোৰ কৰাত কমাৰফদীয়া ইয়ং কোম্পানীৰ ঐতিহ্য পুনৰুজ্জীৱিত হৈছিল নে নাই, তাকহে ক'ব নোৱাৰোঁ। আমাৰ গাঁৱত "মেঘনাদ-বধ" হোৱাৰ পাছত কৌৱৰপুৰৰ ডেকাসকলে দুৰ্গা-পূজাত ৰাজমাই বাগিচাৰ বনুৱাসকলৰ মাজত সেইখন নাটৰ অভিনয় কৰিবলৈ যাওঁতে মোকো ৰাম-কৰ্মী অৱতাৰ কৰাই লৈ গৈছিল। সেই ভাওনাৰ কথাতকৈও পুৱাতে, শিৱসাগৰ ষ্টেশ্যনত ৰেলত উঠিবলৈ যাওঁতে ৰেলে আমাক এৰি গুচি

যোৱা, পিছবেলা ৰেল আহিবৰ বেলা পেটৰ কলমলনি লগাত ওচৰৰপৰা মাটিৰ চরু আৰু চাউল-দাইল আনি সিজাওঁতেই ৰেল অহাত আধাফুটীয়া ভাতবোৰ মুঠি মুঠি কৰি কাগজত টোপোলা বান্ধি লৈ ৰেলত উঠি নিমখেৰে গলিয়াই গলিয়াই খোৱা কথা-বোৰহে বেছিকৈ মনত ৰৈ আছে এতিয়াও।

মোৰ কেইবাবাৰো টান গ্ৰহণী হৈছিল। ক্লাছ ফাইভ আৰু ছেভেনত থাকোঁতে বৰকৈ তাৰ বাবে ভোগ কৰিব লগীয়া হৈছিল। ছেভেনত থাকোঁতে গান্ধীজীৰ আইন অমান্য আন্দোলনে দেশ তোল-পাৰ লগায়। বিশেষকৈ কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বাবে অস-মৰ ছাত্ৰৰ মাজত ৰণৰ ঢ'ক উঠিল বৰকৈ। আমাৰ স্কুলৰ ছাত্ৰ-সকলো ওলাই গ'ল কানি-ভাঙৰ দোকানত আৰু স্কুলৰ আগত পিকেটিং কৰিবলৈ। আমাৰ শ্ৰেণীৰ দুৰ্গেশ্বৰ বৰদলৈক প্ৰথম দিনা-খনেই পুলিচে ধৰি নিলে আৰু তাৰ প্ৰতিবাদত লীলাধৰ দত্ত নামৰ এজন ছাত্ৰৰ বাহিৰে আমি সকলোৱে শ্ৰেণী এৰিলো। তাৰ পাছৰপৰা প্ৰতিদিনেই আমি স্কুলৰ আগত গোট খাওঁ আৰু প্ৰতি-দিনেই নগৰ আৰু বৰপুখুৰীৰ ( শিৱসাগৰ ) চাৰিওপাৰ ৰ'দে ৰ'দে পৰিভ্ৰমণ কৰি আবেলি ঘৰমুৱা হওঁ। ককাইদেউৰ ফালৰপৰা অলপ সাৱধানী বাণী শুনি ইমানতকৈ সৰহকৈ প্ৰত্যক্ষ আন্দোলনত যোগ দিবলৈ সাহ নহয়। আমাৰ দৈনিক পৰিব্ৰজন পুখুৰী-পাৰৰ কাছাৰী আৰু ট্ৰেজাৰিৰ আগেদিয়েই হয়। এদিনাখন কাছাৰীৰ আগ পাওঁ-তেই আমাৰ সমদলক পুলিছে আগুচি ধৰিলে। সমদলটো ভাঙি দিব লাগে। তাত ছাত্ৰ আৰু আমাৰ নেতাসকল ৰাজী নোহোৱাত পুলিচে ক'লে, "তেনেহ'লে আপোনালোকে কোনো শব্দ নকৰাকৈ যাওক।" তাতো আমি গড়ৰাজী হোৱাত জয়ধ্বনি মাথোন নকৰাকৈ আগ বাঢ়িবলৈ দিয়া হ'ল। এইবাৰ আমি ৰাজী। কিন্তু এইবাৰ গীত লগাই দিয়া হ'ল—'জয় মহাত্মা গান্ধীকী জয়ৰবে কৰাঁহে

বসুধা কম্পমান····। ····কম্পমান।' জাতীয় গীতৰ মাজত আমি আৰু গাইছিলোঁ: 'আয়ে দিয়া কাপোৰ মাথোঁ কৰিম পৰিধান। অ', আয়ে দিয়া কাপোৰ মাথোন কৰিম পৰিধান।' এই কথাটো কামত লগাবলৈ সৰু একোটা যঁতৰ আৰু টাকুৰি লৈ সূটা কাটি-বলৈ আৰু খাদৰ কাপোৰ পিন্ধিবলৈও লৈছিলোঁ। এইদৰে এক-প্ৰকাৰ habitual wearer of khadi হ'লেও তাৰপৰা কিন্তু মুনাফা উলিওৱাহে নহ'ল। দেশৰ স্বাধীনতা-লাভৰ পাছত কিন্তু খাদৰৰ সন্মান আৰু আদৰ বহুত কাৰণত কমি গ'ল। ১৯৫০ ছনত ড° নীৰোদ মুখাৰ্জি নামে এজন সহকৰ্মী বন্ধুৱে কৈছিল যে কলি-কতাৰ ৰাজআলিত বোলে মানুহৰ গাৰপৰা খাদৰ আঁজুৰি ফালি পেলোৱা হৈছিল। ই বামপন্থীৰ প্ৰভাৱ নে কি, তাক অৱশ্যে নাজানো। ১৯৬৫ ছনত এলাহাবাদ আৰু পাটনাত পি. এইচ. ডি.ৰ দুটা মৌখিক পৰীক্ষা লৈ ঘূৰি আহোঁতে তেতিয়া নিৰ্মীয়মাণ ফৰাক্কা দলং এৰাই জাহাজেৰে গঙ্গা পাৰ হৈ ইপাৰত মোৰ বাকচ-বিছনা তুলিবলৈ মাতি মাতিও ভাৰী নাপাইছিলোঁ। খাদৰৰ চোলা-চুৰিয়া পিন্ধা বাবে। এনেকৈ এতিয়া লাহে লাহে 'আয়ে দিয়া কাপোৰ' পৰিহাৰ কৰাৰ অৱস্থা। সি যি হওক, সেইয়ে বাটে বাটে সমদল কৰা অভ্যাস, মোৰ বাবে হঠাতে বন্ধ হ'ল যেতিয়া গ্ৰহণী ৰোগে আক্ৰমণ কৰিলে। গ্ৰহণীৰপৰা যেতিয়া অব্যাহতি পালোঁ, তেতিয়া আন্দোলন শাম কাটিলেই।

শিক্ষা আৰু গান্ধীজীৰ আহ্বানৰ আন্দোলনৰ লেখীয়া আলো-ড়ন আদিয়ে আমাৰ মনৰ আৰু সমাজৰ নানা বন্ধন উচ্ছেদ কৰে। কবিয়ে ক'বৰ দৰে 'পুৰণি নিয়ম আঁতৰি যায় নতুন নিয়মলৈ ঠাই এৰি।' নহ'লে পুৰণি সুনিয়মেও বন্ধনৰ সৃষ্টি কৰে; কুনিয়মৰ কথাই নাই। সৰুতে দেখিছিলোঁ, ককাইদেউ কলেজৰপৰা বন্ধত ঘৰলৈ আহিলে ব্ৰাহ্মণ্য বিধান অনুসৰি সৰু-সৰু কিবা পৰাচিত

কৰিব লাগিছিল, তেহে তেওঁ ঘৰৰ ভিতৰত প্ৰৱেশ কৰি অন্ন গ্ৰহণ কৰিব পাৰিছিল। খাদ্যাখাদ্য-বিচাৰ পুৰণি সমাজৰ এটা ডাঙৰ খুঁটি। শুনিছিলোঁ, আমাৰ ঘৰবে ওচৰৰ এজনৰ বোলে এবাৰ যোৱা-খোৱা নৰিয়া হ'ল। এনে পৰিস্থিতিত আৱশ্যকীয় বুজি নৰিয়াক সাধা হ'ল, কিবা খাবৰ মন গৈছেনে? নৰিয়াই শেঁহাই শেঁহাই ক'লে, 'ৰঙা খাবৰ মন গৈছে।' সকলোৱে শ্ৰীবিষ্ণু স্মৰণ কৰিলে, কাৰণ ৰঙা অৰ্থাৎ কুকুৰাৰ মঙহ খোৱা নালাগে হিন্দুৰ ঘৰৰ ল'ৰাই নামকে লোৱা অপৰাধ। নৰিয়াক নৰিয়া বুলি সেই খাদ্যযে দিয়া নহ'লেই, তদুপৰি তেওঁক পৰাচিত কৰিবৰ বিধান হ'ল; অধিকন্তু 'ৰঙা খোৱা' বুলি তেওঁৰ এটি দুৰ্নাম বৈ গ'ল। আমাৰ শিক্ষকৰ বয়সীয়া দুজনমানে বোলে গজলীয়া ডেকা বয়সত কুকুৰা মাৰি শিৱসাগৰৰ বেজবৰুৱা চুকৰ নামঘৰত পিয়াজ কাটি তিনি-তেলনি মাৰি খালে। এই কথা সদৰী হ'লত সমাজত দস্তুৰমত দোষীৰ বিচাৰ হ'ল, সমাজ-পতিয়ে চৰম ব্যাখ্যা বিচাৰিলে, "তইঁতে কুকুৰা কাটি খালি, খালি; নামঘৰত সেইবোৰ খালি, খালি; কিন্তু পিয়াজ দি ৰান্ধি খালি কিয়?" আজিৰ মানুহে এনে প্ৰশ্নৰ কোনো অৰ্থকে বিচাৰি নাপাব। শিৱসাগৰ ছাত্ৰ সভাৰ অধিৱেশনলৈ যাওঁতে মোৰ লগৰীয়াসকলে স্কুলৰ হোস্টেললৈ নি তেওঁলোকৰ লগত ভাত খাবলৈ ধৰোঁতে মই নানা বাগি দি পলাইছিলো, কাৰণ মনত আছিল কলেজৰ হোস্টেলত খাই অহা বাবে ককাইদেউৰ পৰাচিত কৰিব লগীয়া দশাৰ কথা। পিছে ঘৰত কথাটো কোৱাত দেউতাইঁতে আকৌ বন্ধুৰ অনুৰোধত নোখোৱা বাবেহে বেয়া বুলিলে। বোধ হয়, সময়ৰ গাঁঠি সুলকিবলৈ সেয়া আৰম্ভ কৰিছিল। শুনিছিলোঁ পৰম মাননীয় জ্ঞানদাভিৰাম বৰুৱাৰ অধ্যক্ষতাৰ গুৱাহাটীৰ আর্ল ল কলেজৰ কথা। পোনতে কলেজৰ হোস্টেলত দুজনমানক এঘৰীয়া কৰি খোৱা ঘৰৰ এচুকে বেৰ দি খাবলৈ দিয়া হৈছিল। কিন্তু

বিশেষকৈ গান্ধী মহাৰজাৰ উদাৰ আহ্বানৰ ফল-স্বৰূপে সেই বেৰা ভাঙিবৰ দিহা কৰা হ'ল। কিন্তু পুৰণি সমাজৰ শীৰ্ষত থকা দুই নে এজন বেৰাৰপৰা ওলোৱাসকলৰ লগত খাবলৈ ৰাজী নহ'ল। তেতিয়া জে. বৰুৱা চাহাবে বেৰখন ভাঙিবলৈ নিদিলে; তাৰ ভিতৰত সমাজৰ শীৰ্ষস্থ সেই দুই নে এজনক খোৱাৰ স্থান নিৰ্ণয় কৰি দিলে। এইভাৱে এই সময়ছোৱা আছিল সমাজৰ সংকীৰ্ণ বন্ধন-বোৰ ভাঙি পেলোৱাৰ কাল।

# হাৰমতী-দাৰমতী কুঁৱৰী আৰু মেলেৰিয়াৰ দেশত এবৈছা

লায়নেল ইঙ্গেলক হেডমাস্টৰ কৰি ১৮৩৯ ছনতে পাতি দিয়া অসমৰ দ্বিতীয় ইংৰাজী ইস্কুল শিৱসাগৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ১৯২৬ৰপৰা ছবছৰ পঢ়িলো। ককাইদেৱেও সেই বিদ্যালয়ৰ শিক্ষক-ৰূপেই সেই ১৯২৬তে চাকৰি জীৱন আৰম্ভ কৰিছিল। কিন্তু প্ৰথম চোখৰতে তেওঁক সেই জীৱনৰ চক্ৰৱাত অসুৰে পাই হৰি নি ঐদহে-বৈদহে ঘূৰোৱাৰ যত্ন কৰে। শিৱসাগৰৰপৰা গুৱাহাটী, গুৱাহাটীৰপৰা ধুবুৰী, ধুবুৰীৰপৰা ডিব্ৰুগড়, ডিব্ৰুগড়ৰপৰা পুনৰ গুৱাহাটী—চাৰি বছৰৰ ভিতৰতে তেওঁ এইদৰে চাকৰি ঘূৰাদি ঘূৰি জানিবাঁ শেহন্তত চতুৰ্থ বছৰত (১৯৩০) উত্তৰ লখীমপুৰত থান-থিত লগাই বহাৰ দৰে ৰ'লগৈ। সেই বছৰতে ডিচেম্বৰত তেওঁৰ বিয়াও হ'ল বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ কন্যাৰে (আজলীতৰা)। মই তেতিয়া ক্লাছ ছেভেনৰ ল'ৰা। আইন অমান্য আন্দোলনৰ বতাহজাকে দুদিনমানৰ আগতেহে মোক আধা কোবাই এৰি থৈ গৈছে। মনত আছে, দৰাৰ লগত যাবলৈ চৰীয়া খাদৰৰ চুৰিয়া, মোৰ পছন্দত কৰোৱা দগধা খাদৰৰ কোট-কামিজ পিন্ধি ওলোৱা দেখি আঘোণমহীয়া জাৰত দুখ পাম বুলি এজনে সকীয়াই দিয়াতো সেই সাজেৰেই গৈছিলোঁ—অৱশ্যে তলত উলৰ এটা সৰু স্বুৱেটাৰ আছিল। বিয়াৰ পিছত ককাইদেউ আৰু নবৌ (আমি আকৌ বৌদেওহে বুলিছিলো) উত্তৰ লখীমপুৰলৈ গ'লগৈ। কিন্তু তাত তেওঁলোকৰ বিপৰ্যয় আৰম্ভ হ'লগৈ, কাৰণ তেতিয়া লোকে অসমৰ ক'লীয়াপানী বোলা সেই ঠাইখন মেলেৰিয়াৰ সেই কালত আছুতীয়া দখলৰ লীলাভূমি। মেলেৰিয়াই অতি

সোনকালে দুইকো আক্ৰমণ কৰি দুইৰো শৰীৰত থিত ল'লে আৰু তেওঁলোকৰ প্ৰথম সন্তানটিৰ জন্মৰ লগে লগেই মৃত্যুও ঘটিল। ইয়াৰ পিছত শিৱসাগৰত মই ক্লাছ এইটৰপৰা নাইনলৈ প্ৰমোশ্যান পোৱাত মোকো ককাইদেৱে নিজৰ লগলৈ নিয়াৰ দিহা কৰিলে।

সেইমতে শিৱসাগৰ স্কুলৰপৰা বদলিৰ ছাৰ্টিফিকেট লোৱা হ'ল আৰু এদিন এজন ককাইদেউৱে (দদাইদেউৰ পুত্ৰ উপেন) গৈ বজাৰৰপৰা চোলাচুৰিয়া দুযোৰমান আৰু ওঠৰ ইঞ্চিৰ এটা ছুটকেছ কিনি আনিলো। আমাৰ ভিনিহিদেউ মোৰ লগত মোক থ'বলৈ যাবৰ কথা আছিল যদিও তেওঁ সময়মতে আহিব নোৱৰাত অকলৈ প্ৰথম বাৰৰ বাবে ঘৰৰপৰা আঁতৰত থাকিবলৈ সেই যাত্ৰা আৰম্ভ কৰিলোঁ। লখীমপুৰৰপৰা ককাইদেৱে মুকুটচন্দ্ৰ বুজৰবৰুৱা নামে মোৰ সহপাঠী হ'ব লগীয়া এজন ল'ৰা পঠিয়াই দিছিল। ছাইকেল মাৰি ওৰে বাট অহা তেওঁ মোক শিৱসাগৰত লগ ধৰি ক'লে, কঁকিলামুখঘাটত দুয়ো পুনৰ লগালগি হ'ম। মই অকলশৰে শিৱসাগৰ স্টেশ্যনত ৰেলত উঠিলোঁ। তাৰপৰা শিমলুগুৰি জংশ্যন। শিমলুগুৰিৰপৰা মৰিয়ণী আৰু তাৰপৰা বিখ্যাত জে.পি.আৰ্.—যোৰহাট প্ৰভিঞ্চিয়েল ৰেলৱেৰ গাড়ীত উঠি যোৰহাটলৈ। সন্ধিয়া যোৰহাট পাই তৰাজানত (বৰ্তমান ছোৱালী উচ্চ বিদ্যালয়ৰ সমুখত) থকা নবৌৰ মহাদেৱেকৰ (একছাইজ ইনছপেক্টৰ টঙ্কেশ্বৰ চলিহা) ঘৰত নিশাটো বঞ্চি ৰাতিপুৱা পুনৰ জে. পি. আৰৰ ৰেলগাড়ীত উঠি কঁকিলামুখ বুলি যাত্ৰা কৰিলোঁ। সেই সময়ত মনত পৰিছিল তাৰ দহ বছৰ মানৰ আগতে কেনেকৈ জে. পি' আৰৰ গাড়ীয়ে স্বয়ং মহাত্মা গান্ধীক বাটতে কপ্‌লিং ছিঙি ডবাৰ ভিতৰতে এৰি থৈ গৈছিল; কেনেকৈ সেই ডবাতে গান্ধীজীৰে একেলগে অহা মহম্মদ আলিয়ে তেওঁৰ বৰ ডাঙৰ মাতটোৰে "এ গাড়ী, বাপুকো ছোড় কৰে কহাঁ জাতী হো" বুলি চিয়ঁৰ ধৰাত গাড়ীৰ আগৰফালৰ অংশ পিছুৱাই আহি আহি মহাত্মাৰ ডবাটো বিৰিণা-

বনেৰে সাঙুৰি বান্ধি লৈ টানি নিছিল। মহাত্মাৰে সেই দশা! মোৰ দৰে সৰু কীটৰবা কি হয় বুলি চিন্তা কৰি গ'লেও কিম্বদন্তী-প্ৰায় কপ্‌লিং ছিগা যোৰহটীয়া ৰেলে মোক চৌঠেঙীয়া নকৰিলে ভাগ্যে জানিবাঁ। কঁকিলামুখত স-ছাইকেল মুকুট বুজৰবৰুৱাৰে বদতি-ঘাটমুৱা জাহাজত উঠিলো। বিশাল ব্ৰহ্মপুত্ৰৰ বিস্তৃতি খৰালিৰ সেই শুকান বতৰতো মই অনুভৱ কৰিলো। মনটো যেন বাৰিষাৰ ৰবনৈৰ দৰেই বহল হৈ ওফন্দি পৰিল। 'কাছুই লেখি কণি পৰা' আহল-বহল বালি-চাপৰিবোৰৰ মাজে মাজে পানীত জাহাজৰ চাৰেঙে খুঁটি পুতি চিন ৰখা সুঁতিয়েদি জাহাজ আগ বাঢ়িল। জাহাজৰ-ইঞ্জিনৰ ৰাওবোৰণি, চাৰেঙৰ 'বাম মিলে না' সকীয়নি আৰু জাহাজে ফালি নিয়া পানীৰ খলকনিৰ মাজত ওপৰৰ ডেকত বহি আগদিনাখন পুৱাতে আয়ে টোপোলা বান্ধি দি পঠিওৱা মোহনভোগকে মুকুট আৰু মই ৰংমনে খাইছিলোঁ। এঘণ্টামান পৰৰ পিছত জাহাজ মাজুলীৰ পাৰে কমলাবাৰী-ঘাটত লাগিলগৈ। মুকুট তাতে নামিল। তেওঁ তাৰপৰা ছাইকলে মাৰি লখীমপুৰলৈ যাবগৈ। মই জাহাজত গৈ পিছদিনা পুৱাহে বদতি-ঘাট পালোঁগৈ আৰু তাত নামি মাল-মটঙেৰে ঠাঁহ খোৱা এখন লৰীত উঠি লখীমপুৰ-মুৱা হ'লোঁ। তেতিয়া বদতিৰপৰা লখীমপুৰ নগৰলৈ বাছ বা আন বাহন নাছিল। ৰঙা নৈৰ ওপৰতো তেতিয়া দলং নৌ হয়।

ককাইদেৱে লখীমপুৰৰ ন-কঁাড়ী বোলা অঞ্চলত পদ্মনাথ গোহাঞি-বৰুৱাৰ মাটিত এটা ঘৰ সাজি বাস কৰিছিল। টিন-পাতৰ ঘৰটো সৰু হ'লেও আটোমটোকাৰি; তেতিয়াৰ ছাহাব মহকুমাধিপতিৰ মেম মাকে দুদিনকৈ বাহিৰৰপৰা আমাৰ শিলিখা গছজোপাৰ তলৰ সেই ঘৰটোৰ ফটোগ্ৰাফ তুলি নিছিলহি—বোধ হয় বিলাতৰ মানুহক অসমীয়া ঘৰৰ নমুনা দেখুৱাবলৈ। মই ঘৰ পাওঁতে ককাইদেউ-নবোৱে ভাত খাই আছিল। ময়ো গা-পা ধুই ভোজনত যোগ দি

সেইদিনাখনেই (বোধ হয় ১৯৩২ৰ ৩ মাৰ্চ) গৈ উত্তৰ লখীমপুৰ উচ্চ ইংৰাজী পঢ়াশালিৰ ক্লাছ নাইনত নাম লগালোঁ; কিন্তু হেডমাষ্টৰ ত্ৰিদশনাথ দাসে (তেওঁক বেয়া পোৱাসকলে আকৌ তেওঁক বুলিছিল ত্ৰিদোষনাথ) সিদিনালৈ ক্লাছত যোগ নিদি ঘৰলৈ যাবলৈ ক'লে ভ্ৰমণৰ ভাগৰ গুচাবলৈ জিৰণি ল'বলৈ। স্কুল ছুটী হ'লত মোৰ হ'ব লগীয়া সহপাঠী ভালে কেইজন ল'ৰা আহিল স্বাগতম জনাবলৈ। ভাল লাগি গ'ল। তোষামোদেই অনুভৱ কৰিলোঁ।

সঁচাকৈয়ে সেই প্ৰধানমান নগৰখন পোনৰেপৰাই বৰ ভাল লাগিছিল। প্ৰকৃতিয়ে নিজৰ সকলো ঐশ্বৰ্য দি যেন তাক আটক-ধুনীয়াকৈ সজাইছিল। একেবাৰেই 'সেউজী, সেউজী, সেউজী অ', সেউজী ধৰণী ধুনীয়া।' এটা বস্তু সৰ্বত্ৰ দেখা পাইছিলো—ফুলেৰে জকমকীয়া হেজাৰ হেজাৰ এজাৰৰ গছ। মাধৈ-মালতী, বাট-ফুৰা-মালি আদি ফুলৰ সৌৰভে উমান নিদিয়াকৈয়ে বাটকুৰাৰ মন সুৱাসিত কৰিছিল। নগৰৰ ভিতৰত মহকুমাধিপতিৰ ঘৰৰ ওচৰত ৰাজহুৱা হেমণ্ড হলৰ সমুখত ছাহাবৰ কবৰখানা। তাত নানা বিধ ফুল ফুলি সুশোভিত হৈ থাকে। সদায় আবেলি সেই বাটেদিয়ে ফুৰিবলৈ যাওঁ। বৰ ভাল লাগে। হেমণ্ড হলৰ চকিদাৰজন বয়সিয়াল মানুহ; তেওঁ সদায় পটলুং পিন্ধে আৰু ইংৰাজী কয় কিন্তু লেখিব নোৱাৰে: ডেকা বয়সত হেনো, জাহাজত কাম কৰি বিলাত পাইছিলগৈ। তেওঁক লগ পাই ইংৰাজীতে কথা পাতোঁ। নামটো কি পাহৰিলো। হলৰ সমুখত খ্ৰীষ্টিয়ান কবৰখানাৰ লগালগিকৈ খেল-পথাৰখন। তাতে আমাৰ হাই স্কুলৰ দল, ছলুংমুখ, হাৰমতী আদি বাগিচাৰ ছাহাব-অছাহাব ফুটবলখেলুৱৈ দলে প্ৰতিযোগিতাৰ খেল খেলে। এদিন বৰষুণৰ ৰতৰত ছাতি মেলি একাত্মমনে ফুটবল খেল চাই থাকোঁতেই মোৰ ছাতিৰ ওপৰতে বৰ বেগেৰে বলটো পৰাত ছাতিটো ওপৰ-মুৱে মেল খাই ভাগি গ'ল আৰু মই ঘৰমুৱা হোৱাৰ অগেতে ওচৰৰ

বজাৰলৈ গৈ সন্ধিয়া বহুত পৰলৈ খাপ লৈ বৈ বৈ ছাতিটো মেৰামতি কৰাই আনিব লগীয়া হৈছিল। ইফালে ঘিট্‌মিটীয়া আন্ধাৰ নামি আহিছিল। বৰষুণ জিপ্‌ জিপকৈ পৰিয়ে আছে। মোক ঘৰৰপৰা মানুহ গৈ বিচাৰি আনিব লগীয়া হৈছিল।

উত্তৰ লখীমপুৰখন বৰ শান্ত-সমাহিত ঠাই। স্কুল-ছুটীৰ পিছত কেতিয়াবা বজাৰলৈ যাওঁ আৰু লখীমপুৰৰ বিখ্যাত চেনি আৰু কুঁহি মাছ এজোকা কেইপইছামানতে কিনি আনো। চাউল, শাক-পাছলিও বৰ ভাল আৰু সস্তা। বজাৰলৈ যাব লগীয়া নাথাকিলে ককাদেউৰ লগত গাঁৱৰ বাটেদি আহুচাউল গাঁও, গড়েহগা পৰ্যন্ত ফুৰিবলৈ ওলাই যাওঁ। ককাইদেৱে শ্বেক্‌ছপিয়েৰৰপৰা হেমলেট আদিৰ কাহিনী কৈ বিখ্যাত ছলিলকিবোৰ আবৃত্তি কৰি যায়। কেতিয়াবা হেজাৰ হেজাৰ ফুলাম এজাৰক সন্মুখি 'এজাৰ,/ কিয় কৰি আছা ৰেজাৰ ?....' ইত্যাদি শাৰী ৰচি ধেমালি কৰে। এবাৰ ককাইদেৱে ছাইকেলত মোক তুলি লৈ দূৰণিৰ নেপালীৰ এক ম'হৰ খুঁটিত উলিয়াইছিলগৈ। সেই সময়ছোৱাত দুখন কিতাপ মোৰ লগৰী হৈছিল— লৰ্ড এভাৰবেৰিৰ The Pleasures of Life আৰু লেম্বৰ Tales from Shakespeare. তাত থকাতে ককাইদেউৰ কিতাপৰ প্ৰুফ আহি থাকে দেখি সেই তেতিয়াৰপৰাই সেই 'কেঁচা ছপা' চোৱাত মোৰ বৰ ৰুচি বহিছিল। ১৯৩২ চনৰেপৰা আৰম্ভ কৰি প্ৰুফ শুধৰোৱা পৰ্বৰ মোৰ স্বৰ্ণজয়ন্তীৰ তাৰিখ পিছে পাৰ হৈয়ে গ'ল কোনেও নভবা-নিচিন্তাকৈ! আজি কিন্তু চকুত কোনোৰাজন চলিহাই ধৰিছে; আগৰ দৰে প্ৰুফ শুধৰোৱা পেছ-নচলে।

আমাৰ খৰখনেৰে দুঘৰ মানুহৰ বিশেষ আহ-যাহ সম্বন্ধ চলিছিল— বিশেষ সাহিত্যিক-গাৱেষণিক ৰুচিসম্পন্ন উকীল সৰ্বেশ্বৰ বৰুৱা আৰু বিশ্বেশ্বৰ চাংকাকতীৰ (বীৰেন্দ্ৰনাথ চাংকাকতী, খগেন্দ্ৰনাথ চাংকাকতী, শ্ৰীমতী অনু বৰুৱা আদিৰ পিতৃ, হেম বৰুৱাৰ শহুৰ)

পৰিয়াল। বৰুৱাদেৱে তাহানিতে "উষা"ত কৰা দেবেন্দ্ৰনাথ বেজ-বৰুৱাৰ "অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী"ৰ সমালোচনা আৰু পাছৰ দশকত Journal of Assam Research Societyত প্ৰকাশিত সধয়াধীশসকলৰ দুখন তাম্ৰপত্ৰৰ উদ্ধাৰ বিৰল আৰু চমকপ্ৰদ বিধৰ পাণ্ডিত্যকৰ্ম। শ্ৰীযুতা বৰুৱানী স্থানীয় মহিলা সমিতিৰ ব্যস্ত activist. এই দুটা পৰিয়ালৰ যোগে মোৰ নৱৌ আজলীতৰা নেওগ মহিলা সমিতিৰ বিশেষ সদস্যা হৈ পৰিছিল আৰু নগৰৰ কণ কণ ছোৱালীবোৰ গোটাই কীৰ্তিনাথ শৰ্মা বৰদলৈৰ "বাসন্তীৰ অভি-ষেক" বোলা গীতি-নাটিকাৰ অভিনয় কৰাইছিল সমিতিৰ বছৰেকীয়া অধিবেশন উপলক্ষে। বেছ কিছু দিন আমাৰ ঘৰখনত গীত-মাতেৰে উখলমাখল লাগি পৰিছিল।

আমাৰ ঘৰৰ ঠিক সমুখতে আমাৰ স্কুলৰ এগৰাকী শিক্ষক কুমুদচন্দ্ৰ বৰদলৈৰ (উত্তৰ গুৱাহাটীৰ লোক, "সদৰামীনৰ আত্মজীৱনী"ৰ সম্পাদক) বহা। তেওঁ বৰ ভাল চিকাৰী। কিমান দিনযে আমাক চিকাৰত মাৰি অনা হাইঠাৰ মঙহ তেওঁ খুৱাইছিল! এবাৰ আন কি ধনেশ চৰাইৰ মঙহো খাবলৈ পাইছিলো বৰদলৈ ছাৰৰ কল্যাণত— সেইযে দিনৰ দুপৰলৈকে যি চৰাইৰ তেজ কলিজাত গোট খাই থাকে আৰু তাৰ পিছত গোটেই গাত বিয়পি পৰে। বৰদলৈ ছাৰৰ পত্নী বাইদেৱে যে আমাক সেইবাৰ মাঘ বিহু, বহাগ বিহু দুইটা দবনি পিটাই খুৱাইছিল আৰু বহুত দিন তাৰ পিছলৈকো মোক লগ পালেই পূৰ্বৰ দৰেই "বাপাই, বাপাই" বুলি গালে-মুখে হাত ফুৰাই মৰম কৰিছিল, সেই কথা পাহৰণিৰ পদাৰ্থ নহয়। ১৯৫৫ চনত অসমৰ শিক্ষাধিকাৰে মোক ডাইৰেক্টৰ পাতি শ্বিলঙত নব্যশিক্ষিতৰ বাবে পুথি লেখাৰ (writing for neo-literates) বিষয়ত প্ৰশিক্ষণ দিবলৈ এক 'সাহিত্যিক কাৰখানা' চলাবলৈ দিওঁতে বৰদলৈ ছাৰ দেখোন মোৰ ছাত্ৰ হৈ বহিছিলহি!

ব'হাগৰ বিহুৰ সময় চাপি আহিছে। ৰূপহী গাভৰু লখীমপুৰৰ ভৰ যৌৱন চৌ চৌ কৰি উপচি পৰিছে। সৌন্দৰ্যবোৰ যেন বান-পানীৰ দৰে ওফন্দি উঠি কেনিবা বাগৰি যাব খুজিছে। বৰ উত্ৰাৱল ৰং লাগে। বিহুৰ দিনা গছ পাত-ফুল ছিডি আনি আমাৰ অকণ-মান ঘৰটোৰ বেৰে-চালে খুঁচি খুঁচি দিওঁহি। এইখন লখীমপুৰেই কোনোবা হাৰমতী আৰু দাৰমতী কুঁৱৰীৰ দেশ, যাৰ কথা লোকে জানে কি নাজানে, পাহৰে কি সোঁৱৰে। এইখনেই আদি-ভূঞাসকলৰ কোনোবা লখিমী আইৰ দেশ, যাৰ কথা বুৰঞ্জীয়ে ধৰি ৰাখিব পাৰিছে কি নাই। ইয়াতেই আছে জাৰৰ কুঁৱলীৰ দৰে মহিমা নে কালিকা লগা বাসুদেৱৰ থান, য'ৰ গোসাঁয়ে আধা-বনৰীয়া কলহী ম'হৰ গাখীৰ খীৰাই খায়, আৰু যি থানলৈ মানস কৰি মাজ বাটত থকা শিকলি লগোৱা লোহাৰ চন্দুকত মাননী নিদি আগ বাঢ়িলে সেই আধা-বনৰীয়া ম'হ-জাকে শিঙৰ আগত নিয়াৰ ভয়! বিহুৰ কেইদিনত ডফলা পৰ্বতৰপৰা ডফলা নামি আহে আমাৰ ওচৰ-চুবুৰীয়া পলিটিকেল জমাদাৰৰ চোতালত বিহু গাবলৈ, গায় অৱশ্যে ৰেপি ৰেপি এটা নামৰ আধা শাৰী মাথোন— 'বৈনো বৈ ধেমালি/ কৰ সমনীয়া/ বৈনো বৈ ধেমালি কৰ।' আমাৰ পঢ়াশালিত সোৱন-শিৰিৰ ভৈয়ামৰ মিশ্মিং লগৰীয়াও আমাৰ আছিল। তেওঁলোকে কি বিহু কৰে কিন্তু দেখা পোৱা নাছিলো। ন-কাঁড়ীৰ দুঘৰ নে চাৰি ঘৰ মুছলমানে আকৌ হাত-চাপৰি বজাই জিকিৰ নে জাৰী গায় পৰবে পৰবে। আমি তেতিয়া ভাবিছিলো, তেওঁলোকে সেই নাম গোৱা শুনিবলৈ গ'লে বেয়াকে পায়নেকি!

বিহু আহে। বিহু যায়। ব'হাগৰ চাৰি দিনৰ দিনা। গা বেয়া লাগি আছে। লগে লগে তীৰ-কঁপে জ্বৰ উঠি গাটো ফাগুনী বতাহৰ" আগৰ গছপাতৰ দৰে থৰ্ থৰ্কৈ কঁপাই পেলায়। সেয়া মেলেৰিয়াৰ আৰম্ভণি। লখীমপুৰত থকা বছৰটো সেই ৰোমাণ্টিক

জ্বৰত ভোগোঁ। ৰোমাণ্টিক বুলিছো, কাৰণ যেতিয়া সেই জ্বৰে ধৰে, কাপোৰ এখনৰ ওপৰত এখন, লেপ এখনৰ ওপৰত এখন দি কোনো-বাই হেঁচা মাৰি ধৰিব লাগে, জাৰটোও বেছি হৈ গৈ থাকে; আৰাম লাগে, যেন কিবা সুখাদ্যৰ আস্বাদহে লৈ আছো। গাৰ কঁপনি মুখেদি শব্দ হৈ ওলাই আহে। (আজি-কালিৰ দিনৰ মেলে-ৰিয়া কিন্তু তেনে ৰোমাণ্টিক ধৰণৰ নহয়।) যেতিয়া শৰীৰটো 'জ্বৰ-ঘামে ঘামে' তেতিয়াহে আহে ভয়ংকৰ দুৰ্বলতা। বছৰটোত কিমান সেৰ কুইনাইন মিকশ্চাৰৰ পানী খালো, গাই খীৰোৱা কঁৰিয়াৰেহে তাক জুখিব পৰা হ'লহেঁতেন। ককাইদেউ, নবৌ, মই—ঘৰখনৰ এই তিনিটা প্ৰাণীৰ এটি নহয় এটি দিনটোত শয্যাশায়ী অৱস্থাত যেন থাকিবই লাগে। মই কেতিয়াবা স্কুললৈ ওলায়েই ঘৰতে ৰৈ যাওঁ, কেতিয়াবা স্কুলত শ্ৰেণীত বহি পঢ়ি থাকোঁতেই হঠাতে বহাৰপৰা থিয় হৈ ঘৰলৈ খোজ লওঁ। এই নাট চলে দৈনন্দিন। কিন্তু এনে দুৰ্ভোগৰ বিষময় ফল আটাইতকৈ সৰহ হয় নবৌৰ শৰীৰত। এদিন অতি পুৱাতে (পুৱা নুবুলি নিশা বা ইংৰাজীৰ little hours of the night বোলাই ভাল) ককাইদেৱে মোক জগাই দিলে, নবৌৰ গা বেয়া কৰিছে। ওচৰৰে চৰকাৰী হস্পিটালৰ ছব-এছিষ্টেণ্ট ছাৰ্জনক লৰা-লৰিকৈ মাতি আনিব লাগে। মই অকলে ভয় কৰিম বুলি ভাবি ককাইদেৱে মোৰ লগত বন কৰা ছোৱালী দেওবৰীক দিলে। মই মাতিলেই আহিবনে, এই সন্দেহত ডাক্তৰবাবা-কীক (তেওঁ বঙালী মানুহ আছিল, নামটো মনত নাই) কিন্তু কোৱাৰ লগে লগেই তেওঁ আহিল। কিন্তু পুৱা হওঁতে নৌ হওঁতেই নবৌৰ দ্বিতীয়টি সন্তানৰ জন্ম আৰু প্ৰথমটিৰ দৰেই লগে লগেই মৃত্যু। সেইযে নিশাতে এটা অজানিত ভয়ৰ মাজলৈ সাৰ পাই উঠিছিলো; আন্ধাৰৰ আঁৰে আঁৰে সহায় বিচাৰি এজনৰ ওচৰলৈ গৈছিলো; সকলো শুভ-আকাঙ্ক্ষা সত্ত্বেও আমি পোৱা বস্তু হেৰুৱাইছিলো;

তাৰ মাজত 'দেৱদূত' নামে এটা পদ্য লেখিছিলোঁ। সেইটো উজীৰ নামে ডিব্ৰুগড় চৰকাৰী উচ্চ ইংৰাজী পঢ়াশালিৰ এজন বন্ধুৱে বিচৰাত সেই পঢ়াশালিৰ মুখপত্ৰত প্ৰকাশ কৰিবলৈ দিছিলোঁ। ককাইদেৱে প্ৰথম দুইটি সন্তান পায়ে হেৰুওৱাৰ বিষাদত দুটি করুণ কবিতা লিখিছিল। এটিৰ আৰম্ভণি: 'নউ ফুলেঁাতেই পৰিল মাটিত ফুলনিৰ মোৰ প্ৰথম কলি!' আৰু দ্বিতীয়টি; 'কি দেখিলি পোনা? কি বাবে নেমেলি চকু,/উলটিলি ছুৱাৰেপৰা?' এইদৰে আমাৰ লখীমপুৰত থকা সময়খিনি বিষন্ন হৈ পৰিছিল।

দিনবোৰে সেই বিষন্নতাক পাতল কৰক ছাৰি গভীৰহে কৰিছিল। মেলেৰিয়াৰে যুঁজি লেহুকা হোৱা শৰীৰ উন্নত কৰিবলৈ বুলি মৰাঠা দেশৰ আউন্ধৰ ৰাজা ছাহেব পন্ত প্ৰতিনিধিৰ কিতাপৰপৰা শিকি সূৰ্য-নমস্কাৰ নামৰ একধাৰা ব্যায়াম পুৱা পুৱা কৰিবলৈ ল'লো। তাতো আকৌ মেলেৰিয়াই হকা-বধা কৰি মোক নিৰস্ত কৰাত লাগিল। এনেতে জাৰকালি (সম্ভৱতঃ ১৯৩২ৰ নবেম্বৰত) নবৌৰ বৰ ককায়েকৰ (শাৰঙ্গধৰ ৰাজখোৱা) আগন্তুক বিয়াৰ বাবে বৰ আৰু সৰু ককায়েকে (অনঙ্গধৰ ৰাজখোৱা) নবৌক ডিব্ৰুগড়লৈ লৈ গ'লহি। ককাইদেৱেও বৰদিনৰ বন্ধৰ লগতে অলপ দীঘলীয়াকৈ ছুটী ল'লে। মই আমাৰ সৰু ঘৰটোত অকলশৰীয়া হ'লোঁ। ঘৰটোৰ পিছফালে এখন সৰুকৈ হাবি। থকা ঘৰটো আৰু ৰান্ধনী ঘৰটোৰ মাজত সৰুকৈ এটুকুৰা গোলাপ-ফুলৰ ফুলবাৰী, য'ত আমি আগতে ট' ট' কৰে জোনাকত নিশা বহি ভাত খাইছিলোঁ। শুনিলোঁ যে নগৰৰ ওচৰত বোলে বাঘ ওলাইছে। মই দিনতে মোৰ ভাতকেইটা ৰান্ধি থকা ঘৰটোত সুমুৱাই থৈ ভালকৈ ডাং লগাই সোমাওঁ আৰু নিশা তাৰপৰা কস্মিন্ কালেও নোলাওঁ। বাঘে কেনেকৈ পাব পাৰে? আমাৰ ঘৰৰ তে চালে চালে লগা-লগিকৈ স্কুলৰ আন এগৰাকী শিক্ষক বাবুলাল দত্তৰ ঘৰ। দত্ত ছাৰে আৰু দত্তনী বাইদেৱে ঘনাই

অলপ পৰৰ পিছে পিছে চিয়ঁৰি খবৰ লৈয়ে থাকে, "অৰুণ, ভাত খালানে?" "অৰুণ, শুবৰ সময় হোৱা নাইনে?" "অৰুণ, ভয় লাগিছেনেকি?" ইত্যাদি। তেওঁলোকৰ মাতআষাৰতে আশ্বস্ত হৈ মই নিশা মহা শান্তিৰে শোওঁ।

স্কুলৰ আনসকল শিক্ষক আৰু বৰুৱা-চাংকাকতীৰ ঘৰৰপৰাও মোৰ খবৰ লৈ থাকে। হেডমাষ্টৰ ত্ৰিদশনাথ দাসেও লয়। শিৱসাগৰ স্কুলত ক্লাছ ছেভেনত সংস্কৃত পঢ়ুওৱা তোষেশ্বৰ ঠাকুৰ ছাৰে এতিয়া ইয়াত সংস্কৃত আৰু ওপৰঞ্চি সংস্কৃত দুইটা বিষয় পঢ়ুৱায় পানী যেনেকৈ। স্কুলৰ সহকাৰী হেডমাষ্টৰ আব্দুল লটিফ বৰুৱাই কিন্তু মাজে মাজে মোক ওপৰঞ্চি সংস্কৃত এৰি দি তেওঁ পঢ়ুওৱা ভূগোল বিষয় ল'বলৈ কৈ থাকে। মই পিছে সংস্কৃতৰ যি সোৱাদ পাইছিলোঁ, ক'ত এৰোঁ! তাতে আকৌ ঠাকুৰ ছাৰৰ পঢ়ুওৱা। নেৰিলোঁ। পাছৰ বছৰ লখীমপুৰ এৰি যোৰহাটত পঢ়োঁতেও ছাৰৰপৰা সংস্কৃত পাঠ্যৰ অন্তৰ্গত ৰামায়ণৰ চন্দ্ৰোদয়-বৰ্ণনৰ সহজ ব্যাখ্যা আনি লৈছিলোঁ। ১৯৭৪ চনত অসম সাহিত্য-সভাৰ সভাপতি হোৱা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা-গুৰু হোৱা আৰু পদ্মশ্ৰী সম্মান পোৱা, এই তিনিৰ সংযোগত মোৰ এজন ছাত্ৰৰ ভাষাত যেতিয়া মই হেট-ট্ৰিক কৰিলোঁ, তেতিয়া এইগৰাকী গুৰুৱে পৰম হৰ্ষ পাই সেই তেতিয়াৰ কথা সুঁৱৰি লিখিছিল, 'বোপাৰ বোধ হয় মনত থাকিব পায়, মেট্ৰিকুলেশ্যন পৰীক্ষা দিবৰ সময়ত বোপাই মোৰপৰা চন্দ্ৰোদয়-বৰ্ণনৰ এটা ভাঙনি লিখাই নিছিল।' আমাক অঙ্ক পঢ়াইছিল হিমধৰ গগৈদেৱে; অসমীয়া সাহিত্য কনকনাথ গগৈয়ে। পিছৰগৰাকী গগৈয়ে ৰঘুনাথ চৌধাৰীৰ "সাদৰী" পঢ়াবলৈ লৈয়ে সদায় কৈছিল, "অতি সুন্দৰ কবিতাৰ কিতাপ। অতি সুন্দৰ। মই মাথোন দুটা কথা ইয়াৰ টান পাওঁ—'অলকা-তিলক' আৰু 'মন্দ মন্দ মকৰন্দ'।" ইংৰাজীৰ শিক্ষকগৰাকীও বৰ ভাল আছিল—উত্তৰ লখীমপুৰৰ মুছলমান বৰুৱা

পৰিয়ালৰে চিৰাজুল হক বৰুৱা।

ককাইদেউ ছুটীত থকাতে স্কুলত সৰস্বতী-পূজা হয়। ছাহাব মহকুমাধিপতিৰপৰা পূজাৰ চান্দা বিচাৰি যাওঁতে লগৰীয়া ছাত্ৰ-সকলে ফটফটাই ইংৰাজী ক'ম বুলি ভাবি মোক আগ কৰি লৈ গৈছিল। তেওঁ আমাৰ কথাত ৰং পাই পাঁচ টকা ৰূপ দিলে। সেই দিনত সেয়া বহুত পইচা। পূজা উপলক্ষে স্কুলত হোৱা 'সাৰস্বত সভা'ত মই স্বৰচিত এটা কবিতা পাঠ কৰিছিলোঁ আৰু তোষেশ্বৰ ঠাকুৰ ছাৱৰপৰা শিকি 'সই দেখ দেখ দেখ/সুন্দৰ কানু/খেলাৱে কদম্ব-তলে।'—এই বৰগীতটি গাইছিলোঁ। সাৰস্বত সভাৰ সভাপতি আছিল ৰুদ্ৰকান্ত গোহাঞি বৰুৱা (উকিল, পদ্মনাথ গোহাঞি বৰুৱাৰ ককায়েক আৰু 'কবিতা-লতা' নামৰ কবিতা-আলোচনীৰ সম্পাদক নীলকণ্ঠ গোহাঞি বৰুৱাৰ পুত্ৰ)। তেওঁ সভাপতিৰ মন্তব্যত ধেমালি কৰিয়ে হ'বপায় কৈছিল, "মই শ্ৰীমান নেওগক গীত আৰু কবিতা দুইটা বিষয়তে ফাৰ্স্ট ক্লাছ নম্বৰ দিছোঁ।" আগতেই কৈছোঁ, এই বছৰতে সাহিত্যৰথী বেজবৰুৱাৰ সম্পাদিত "বাঁহী"ত মোৰ 'অপূৰ্ণ' নামৰ কবিতা প্ৰকাশিত হয়।

মোৰ বছৰেকীয়া পৰীক্ষা ওচৰ চাপি আহিল। এনেতে ককাই-দেউও অকলে লখীমপুৰলৈ ঘূৰি আহিল। বাঘৰ ভয়ত দুৱাৰ-ডাং মাৰি ভিতৰত সোমাই থকাটো মোৰ ঘুচিল। মেলেৰিয়াৰপৰাও আপেক্ষিকভাৱে সকাহ পাই পৰীক্ষাৰ বাবে সাজু হ'লোঁ। পৰীক্ষা ভালে-কালেই গ'ল। ওপৰন্তি অঙ্কশাস্ত্ৰত এশ নম্বৰ পূৰা, সাধাৰণ অঙ্কশাস্ত্ৰ আৰু সাধাৰণ আৰু ওপৰন্তি সংস্কৃতত নব্বৈৰ ওচৰা-উচৰি, আনবোৰ বিষয়তো তেনে ভাল নম্বৰ ধৰিলো, আৰু শ্ৰেণীত দ্বিতীয় হোৱাজনতকৈ মুঠত ৯৫ নম্বৰ অধিক পাই প্ৰমোশ্যন পালো। ইতিমধ্যে আমাৰ ঘৰখনৰ বাবে ভাল এটি সলনি হৈ আহিছিল। ককাইদেউক কলেজৰ দিনত বিশেষ মৰমৰ চকুৰে চোৱা অধ্যাপক

ডি. ই. ৰবাৰ্টছ কিছু দিনলৈ অস্থায়ীভাৱে ডি. পি. আই. হৈছিল। তেওঁৰ কৃপাত ককাইদেৱে যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়লৈ ঠিক এই সময়তে বদলিৰ আদেশ লাভ কৰিলে। আমি লৰা-লৰিকৈ মেলেৰিয়াৰ দেশ এৰিবলৈ সাজু হোৱাত লাগিলো। হেডমাস্টৰ, সহকাৰী হেডমাস্টৰ আৰু আন শিক্ষকসকলে ককাইদেউক ধৰিছিল যেন মোক লখীমপুৰ স্কুলতে স্কুলখনৰ যশস্যা কৰিবৰ কাৰণে এৰি থৈ যাহে; আৰু কৈছিল, তেতিয়া হ'লে সকলোৱে মোৰ সৰ্বপ্ৰকাৰ যত্ন ল'ব। কিন্তু হাৰমতী-দাৰমতীৰ ধুনীয়া দেশৰ ছবিখন মেলেৰিয়া আৰু কুইনাইনে আমাৰ বাবে ইমান মলিন, তিতা আৰু ভয়াবহ কৰিছিল যে মই অকলশৰে তাত থাকি অহা কথা কল্পনা কৰাও দুৰূহ হৈ উঠিল।

উঠিবৰে কথা। তেতিয়া মোৰ দেহাটো দেখি কোনোৱে কৈছিল, 'ল'ৰাটি তেনেই অস্থিচেলাই হ'ল;' কোনোৱে ক'ব, 'ল'ৰা-টোৰ তেনেই কিঙ্কৰি ওলাল;' কোনোৱে আকৌ দুখ আৰু আশ্চৰ্য প্ৰকাশ কৰি কয়, 'আই ঐ দেহীডুখৰি, খীণাই তেনেই শুকনি গদতি হ'ল!!' কিন্তু মোৰ লাভ হ'ল যে সেই টোটোৰা পৰা দেহৰ সজাটোৰ ভিতৰত কোনোমতে জীউটো টোপোলা বান্ধি আনি যোৰহাট পোৱালোঁহি। শৰীল নিচলা হ'লেও মন-বুদ্ধিত্বয়ে থলন্তৰ টনকিয়াল হৈ আছিছিলোঁ, তাৰ প্ৰমাণ বুলি কিন্তু বছৰেকীয়া পৰীক্ষাৰ নম্বৰৰ টোপোলাটোকে 'এই এনেচা হেনেক্ নেচা' কৰি জোকাৰি দেখুৱাব পৰা হৈ আছিলোঁ। সেই কালত সমগ্ৰ অসমতে মেলেৰিয়াৰ আইচটি, যেন অবাধ ৰাজত্ব। সি কাৰো ঘৰ, ক'ৰোবা গাঁও উছন কৰি নিছিল। চৰকাৰৰ ঘৰৰপৰা সেই দেখি মেলেৰিয়াৰ মহৌষধ কুইনাইন সেৱন প্ৰৱৰ্তন কৰিবলৈ বহুল প্ৰচাৰ কৰা হৈছিল। ডাকঘৰে ডাকঘৰে লোহাৰ পাতত কলাই কৰা আখৰেৰে কুইনাইন আৰু মেলেৰিয়াৰ বেজীৰ গুণ কীৰ্তন কৰি সকলোৰে দৃষ্টি আকৰ্ষণ

কৰা হৈছিল। সেই পাতছটাতে মেলেৰিয়াই খুলি খুলি কুৰূপ কৰা এজন মানুহৰ দুটা চিত্ৰ দিয়া হৈছিল—কুইনাইন খোৱাৰ আগৰ ৰুগীয়া দণ্ডীৰাম আৰু কুইনাইন খোৱাৰ পিছৰ নীৰোগ দণ্ডীৰাম। মই যোৰহাটলৈ অহাৰ পাছত মোৰ এখন ফটোগ্ৰাফ লোৱা হৈছিল আৰু তাকে মই তাৰ এবছৰৰ পাছত কলেজলৈ যোৱা সময়তো তলত After a year's struggle with life বুলি লিখি ফ্ৰেম খুৱাই লৈ গৈছিলোঁ। মোৰ এজন টেটকুটীয়া সহপাঠী বন্ধু সদা বৰাই (গোলাঘাট) সেইখন দেখি তাৰ পাছৰপৰা সদায় হাঁহি এটাৰ লগতে মোক দণ্ডী বুলি মাতি জোকাইছিল। ভাগ্যে বেজী লোৱাৰ আগৰ দণ্ডীৰামৰ ঢোবোহা পেটটো মোৰ নাছিল, বুকুৰে-পেটে সমানে চিৰি-চেপেটা লাগিছে ৰাজমাও পৃথিবীৰ পাবলৈ কোনোমতে আহিছিলোঁ।

# দিচৈৰ সাঁকো ভাগোঁ ভাগোঁ

হেজাৰ এজাৰৰ উত্তৰ লখীমপুৰখন বেজাৰ নকৰাকৈয়ে এৰি থৈ এদিন যোৰহাট বুলি আমি যাত্ৰা কৰিলোঁ। বাছত কমলাবাৰী অভিমুখে। কল-নাও ফেৰীৰে বৰনৈ পাৰ হ'লোঁ। এইবাৰ এই নৌ-যাত্ৰা এবেগতীয়াহে হ'ল। আগৰবাৰৰ দৰে বহুত পুলক জগোৱা ধৰণৰ নহ'ল। তথাপি 'লুইতৰে বালি বগী ঢকেঢকী' দেখি কিয়নো ভাল নালাগিব! আৰু যে সেই ব্ৰহ্মপুত্ৰৰ বুকত বগাই ফুৰা চুঁচীয়াৰ-পৰা কেতিয়াবা বেপাৰীৰ পাল-তৰা বৰনাৱলৈকে নাওবোৰ দেখি কোনোবা দেশলৈ গুচি যাওঁ গুচি যাওঁ ভাববোৰ হয়েই। দক্ষিণ পাৰৰ কঁকিলামুখ-ঘাটত ভাপ-নাও ৰ'লগৈ। ককাইদেৱে তুই-এপদ বস্তুৰে মোক যোৰহাটৰ বাছত তুলি দিলে আৰু নিজে খোজ কাঢ়ি বস্তু-বাহানি কঢ়িওৱা গৰু-গাড়ীৰ লগত সেই ন নে দহ মাইল বাট আহি যোৰহাট নগৰ পালেহি। হাই স্কুল, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, পুলিছৰ বৰচাহাবৰ অফিছৰ সমুখৰ বাটেদি আগ বাঢ়ি ট্ৰাংক ৰোডটো চেৰাই 'তৰাজান মছজিদ'টিও এৰাই যোৰহাট জেটেৰিনেৰি আস্পতাল আৰু সাহিত্য-বুৰঞ্জী লেখা দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ ঘৰৰ (পিতৃ গোবিন্দচন্দ্ৰ বেজবৰুৱাৰ ঘৰ) মাজভাগতে ঠিক কৰি থোৱা ভাৰাঘৰটোত বিছনা-পত্ৰ থৈ আমি নবোৰ মহাক টঙ্কেশ্বৰ চলিহাৰ ঘৰলৈ গ'লোঁ, কাৰণ নবৌ আহি কেইদিনমান তাতেই আছিল। নিশাটো আমি তাতে থাকিলো। পিছদিনা ককাইদেৱে যোৰহাট চৰকাৰী ইংৰাজী বিদ্যালয়ত যোগদান কৰিলেগৈ। মই ভাৰাঘৰ-টোলৈ গ'লোঁ। তাত অকলশৰে ইটো-সিটো ঠিক-ঠাক লগাওঁতে ভাবি আছিলোঁ, মেলেৰিয়া বাক্ক'ক লখীমপুৰৰ ক'লীয়াপানীতে মেলি এৰি থৈ আহিলোঁ। লেকিন হম ছোড়নেসে ভী কম্বলী ছোড়তী

নহী। বান্ধই মোৰ লগ এৰাৰ বাঞ্ছা নকৰিছিল। এবাৰ গাটো জিকাৰ খাই উঠাত মোৰ বিছনাখন পাতি পাটীত পৰিলো। লগে লগে সেই ৰোমাণ্টিক ৰোমাণ্টিক লগা জ্বৰটো উঠি আহিল, গম্‌গম্‌কৈ। কিন্তু কাপোৰ দি হেঁচা মাৰি ধৰিবলৈ কাষৰত এতিয়া কাক পাওঁ? তাবিজৰ দৰে লৈ ফুৰোৱা জেপত এটা কুইনাইন টেবলেট আছিল। তাকে পানী অকণ লৈ গলাধঃকৰণ কৰি লেপৰ তলত আশ্রয় ল'লোঁ। তাৰ পাছত আৰু কি হ'ল ক'বই নোৱাৰিলোঁ। কোনো-বাই জগাই দিয়াত যেতিয়া সাৰ পালোঁ, তেতিয়া চাৰিওফালে আন্ধাৰ, নৰৌ-ককাইদেউ ঘৰলৈ আহিছে আৰু দুৱাৰ-খিৰিকি মেলি কিয় শুই থাকিলোঁ, সুধিছে। মই উত্তৰ দিবলৈ নৌ পাওঁতেই লেম-চাকি জলাই মইযে ইতিমধ্যেই এখন মল্ল-যুদ্ধৰ পিছত ভাগৰি পৰি আছিলোঁ, সেই কথা তেওঁলোকে বুজিলে। ভাগ্যে সেইখনেই মোৰ শেষ শৰাইঘাট হ'ল। তাৰ পিছত আৰু মোৰ ফালে মোগলে কামান টোঁৱাবলৈ সমূলে পাহৰিয়েই পেলালে। ভালেই হ'ল বাপেকে!

যোৰহাটখন সৰু ঠাই হ'লেও ধুনীয়া নতুন নগৰ। লখীম-পুৰৰপৰা আহি তাক বেলেগ ধৰণে ভাল লাগিছিল। যোৰহাট চৰকাৰী হাই স্কুলৰ হেডমাস্টৰ জেহিৰুদ্দিন আহমদ চাৰে কৈছিল, লখীমপুৰৰ ল'ৰাবোৰে মেট্রিকুলেশ্যন পৰীক্ষা দিবলৈ ইয়ালৈ আহি ৰৰ ৰৰ কাচ খুটিওৱা দাস এণ্ড কোম্পানিৰ পকী দোকান-ঘৰটো দেখি বিস্ময়ত ৰোজে আঁ কৰি মুখ মেলি থৰ হৈ চাই থাকে। ক'ব নোৱাৰোঁ। আজি কিন্তু তেনেকুৱা ঘৰ যোৰহাট নালাগে আন সকলো ঠাইতে হ'ল। লখীমপুৰেতো ৰেলৰ লাইন দেখাৰ আগতে আকাশী জাহাজৰ ঘাটিকে দেখা পালে। আহোমসকলৰ শেষ ৰাজধানী যোৰহাটক সিলকলে সজাই-পৰাই তুলিবলৈ কোনো বিশদৰ মাজত তৰণিকে নাপালে। ৰাজমাও পুখুৰী, নেওগপোহাই

পুখুৰী, বঙাল পুখুৰী আদি যিবা পুখুৰী দুই-এটা খনাইছিল, সিও শিৱসাগৰৰ শিৱ-সাগৰ, জয়-সাগৰ, অঠাই সাগৰ, ৰুদ্ৰ-সাগৰ আদি সাগৰবোৰৰ তুলনাত কোৰোকা-পুখুৰী যেনেইহে লগা হ'ল। হওঁতে কঁকিলামুখৰ ফালে, বঙাল পুখুৰীয়েদি, চেনিমৰাৰ বাটে, বৰ জেল থকা বৰভেটাৰ ফাললৈ যোৰহাটৰপৰা চিটিকি যোৱা আলিবোৰেদি খোজ কাঢ়িয়ে হওক বা ছাইকেল মাৰিয়ে হওক গা ঘেলাবলৈ গৈ মনত সুত লাগে। যোৰহাটতে দুজন দেশক ভাল পোৱা লোক ফাঁচী-কাঠত উঠিছিল- টোকোলাইপাৰৰ ফাঁচী-আলিত কলিতা-ৰজা মণিৰাম দেৱান আৰু পিছৰ কালত বিয়াল্লিছৰ চৌত বৰভেটাৰ পোতাশালত কুশল কোঁৱৰ। এই যোৰহাটৰপৰাই মালৌ আলি-য়েদি গ'লে পায় মালৌপথাৰ, য'ত সমস্ত অসম ৰাজ্যৰপৰা আহি গোট খোৱা মায়ামৰীয়াসকলে বন্ধা হাতী যেন ওখ বৰভেটি-সৰুভেটি দেখি মায়ামৰীয়া ডেকা-গোসাঁইৰ মন এখন নতুন ৰাজ্য পতাৰ চিন্তাত বিদ্ৰোহী হৈ উত্ৰাৱল হৈ উঠিছিল। বুৰঞ্জীৰ কথা বাৰু থওঁ। স্কুলৰ গাতে লাগি থকা ধুনীয়া সৰু ঘৰটি চন্দ্ৰকান্ত সন্দিকৈ হলেহে (পিছত ভৱন) মোৰ কল্পনাক চিটিকা লগাই ধৰি পেলাইছিল। চন্দ্ৰকান্ত সন্দিকৈৰ জীৱন্ত মূৰ্তিতকৈও ডাঙৰ ছবিখনেৰে হল-ঘৰটোৰ সমুখৰ দুয়ূৰে থকা কোঠা দুটাত বিশেষকৈ অসমীয়া সাহিত্যৰ সৰু-বৰ কিমানবোৰ পুথি, সৰু হ'লে পাঁচ-ছখন একেলগ কৰি বন্ধা কপত (tracts), সভাৰ কেৰাণী-পুথিভঁৰালী নন্দী গোস্বামীৰ খুদ খুদ ধুনীয়া আখৰেৰে গাদীত নামাৱলী লৈ আলমাৰিত সংৰক্ষিত হৈছিল। সেই কিতাপবোৰৰ মাজত পল্লৱ-গ্ৰহণ (browsing) কৰি অনেক দিন অনেক সময় কটাইছিলোঁ, সৰু ফৰাই হৈও হোলোং গছক বাহ লোৱাৰ দৰে পুথিভঁৰালটিত থকা আনন্দৰাম বৰুৱাৰ সংস্কৃত ব্যাকৰণৰ লিঙ্গ-প্ৰকৰণ খণ্ডটোকো, দন্তস্ফুট কৰিবৰ যত্ন কৰিছিলো। দুখৰ কথা যে ট্ৰেক্টবোৰ আৰু আনন্দৰাম বৰুৱাৰ

ব্যাকৰণৰ দৰে বহুমূলীয়া গ্রন্থবোৰৰ বহুতখিনি দ্বিতীয় মহাযুদ্ধৰ সময়ত সেনা-বাহিনীয়ে জোৰ-জবৰদস্তি চন্দ্রকান্ত সন্দিকৈ হল দখল কৰি কিতাপবোৰ থান্‌বান্‌কৈ দলিয়াই পেলোৱাৰ সময়ত আৰু তাৰ পাছতো পুথিভঁৰালটিৰ অনাথিতি হোৱা সময়ত নোহোৱা হ'ল।

অসম উপত্যকাৰ স্কুলসমূহৰ ইন্‌ছপেক্টৰ অফিছৰ নাকৰ তলতে থকা যোৰহাট চৰকাৰী হাই স্কুলখনে শিক্ষাবিভাগৰ দৃষ্টি আৰু আদৰ যথেষ্ট পাইছিল। স্কুলখনৰ সৌভাগ্য যে বাছকবনীয়া শিক্ষকসকল তাত থুপ খাইছিলহি। সিসকলৰ প্রধান হ'ল হেডমাস্টৰ জেহিৰুদ্দিন আহমদ, যি, এটা যুগৰ শিক্ষা-জগতৰ এটি প্রতীককে বোলক বা কিম্বদন্তীকে বোলক, আছিল। নাতিদীর্ঘ শৰীৰৰ মানুহগৰাকীত সংস্কৃতিসম্পন্ন এজন লোকৰ ৰূপ, ৰুচিযুক্ত বেশভূষা আৰু পৰিপাটি আচৰণ চকুত লগা। আনফালে কিন্তু তেওঁ কঠোৰ প্রশাসক। স্কুল চলি থকাৰ মাজতে হাতত বেতডাল লৈ তেওঁ হাতত সাবে ভৰিত সাবে শ্রেণীবোৰৰ চাৰি কাষে বিচৰণ কৰিছিল আৰু সমস্ত স্কুলখন কি দৰত চলিছিল, তাৰ গম লৈছিল। ছাত্র-শিক্ষক সকলো সেই দেখি সন্ত্রস্ত আৰু নিজ নিজ কর্মত নিমগ্ন হৈ ৰৈছিল। হেডমাস্টৰৰ ব্যক্তিত্বই এইদৰে এক অত্যাৱশ্যকীয় শৃঙ্খলা আৰু শান্তিৰ সৃষ্টি কৰিছিল। কাম অৱহেলা কৰা শিক্ষককো তেওঁ ক্ষমা নকৰিছিল। অধ্যাইতং ছাত্রৰ কাৰণেতো তেওঁ এক মহা সন্ত্রাস। আনফালে সুশিক্ষা আৰু ছাত্রৰ সাধাৰণ উৎকর্ষক তেওঁ কার্যকৰীভাৱে উদগনি দিছিল। যোৰহাটৰ সামাজিক জীৱনতো জেহিৰুদ্দিন ছাৰৰ বিশেষ প্রতিপত্তি আছিল, অসম সাহিত্য-সভাৰ কামৰ লগতো তেওঁ নিজকে জড়িত কৰিছিল আৰু বছৰেকীয়া ইণ্টাৰস্কুল টুর্ণামেণ্টতো বিশেষ নেতৃত্বৰ ভাৰ লৈছিল। তেওঁৰ সামাজিক ভাবমূর্তিয়ে তেওঁৰ হেডমাস্টৰ ৰূপক বিশেষ গুৰুত্ব দিছিল। আশ্চর্যৰ কথা নহয় যে বছৰি এই স্কুলৰ ছাত্রসকল সুখ্যাতিৰে মেট্রিকুলেশ্যন পৰীক্ষাত উত্তীর্ণ

হৈছিল। হেডমাস্টৰ নিজেও এজন ভাল শিক্ষক আছিল—বিশেষকৈ ইংৰাজীত। তেওঁ ভাল ছাত্ৰৰ ভাল-বেয়ালৈ বিশেষ চকু দিছিল। তেওঁৰ স্কুলত নাম লগোৱাৰ পিছতে মোৰ লেছুকা শৰীৰ টনকিয়াল কৰাৰ মানসে তেওঁ মোৰ বাবে সুকীয়াকৈ বেডমিণ্টন ছেট এটাৰ দিহা কৰি দিছিল আৰু মই মোৰ খেলাৰ লগৰীয়া বাছি সেই ছেট লৈ খেলিব পাৰিছিলোঁ। এনেয়ো তেওঁ সকলো সময়ত মোৰ স্বাস্থ্য আৰু পঢ়া-শুনাৰ গম-গতি লৈ আছিল। স্কুলৰ মুখপত্ৰ "জেউতি" খন আদিৰেপৰা এখনি ভাল আলোচনী। তেওঁ নিজে এটা বিষয় বাছি দি পত্ৰিকাখনিৰ বাবে মোৰ হতুৱাই ইংৰাজীত এটা প্ৰবন্ধ লেখাইছিল— My rambles in the realm of literature. ধুনীয়া নামটি ছাৰেই দিছিল। ক্লাছ নাইনত যি ফুলাম ইংৰাজী লেখি বাহাহুৰি লগাবলৈ শিকিছিলো, ছাৰে মোৰ সেই ৰীতিকো সংশোধন কৰি পেলালে।

অসমীয়া বিষয় পঢ়াইছিল মিত্ৰদেৱ মহন্ত ছাৰে। ছাৰৰ ৰসাল শিক্ষাদানে মোৰ হৃদয়ত বিশেষভাৱে ৰেখাপাত কৰিছিল আৰু ছাৰ মোৰ বৰ আপোন হৈ পৰিছিল। ছাৰৰ বিষয়ে ক'ব লগীয়া কথা বহুতো। ৰ'ব, তাৰে কিছু জুকিয়াই লৈ বেলেগ এটা প্ৰবন্ধ আকাৰেই লিখিছো। সংস্কৃতৰ সাধাৰণ প্ৰশ্নকাকতখনৰ শিক্ষক আছিল চন্দ্ৰকান্ত বৰপূজাৰি আৰু ওপৰঞ্চি সংস্কৃত পঢ়াইছিল তাৰা-নাথ বৰপূজাৰিয়ে। দুইগৰাকী বৰপূজাৰি উপাধিত একে হ'লেও কথা-বতৰাত সুকীয়া সুকীয়া। প্ৰথমগৰাকীয়ে শ্ৰেণীত নানা কঠিন শব্দৰ ৰহস্য ব্যাখ্যা কৰি ল'ৰাক হঁহুৱাবৰ কাৰণে যত্ন কৰে। তেওঁৰ লগতে আমি নাহাঁহিলে কিন্তু ছাৰে বৰ বেয়া পায়। এবাৰ তেওঁ ৰগৰ কৰোঁতে এজন সহপাঠীয়ে ইচ্ছা কৰি গোমোঠা মাৰি থকা দেখি সহপাঠীজনৰ পিতৃৰ বিষয় (একছাইজ বিভাগ) লৈ হাঁহি উঠা কথা ক'বলৈ ছাৰে আৰম্ভ কৰিলে। তেতিয়া ছাত্ৰজন

ঘুপুহ্ কৰে উঠি গোঁ-গোঁৱৈকে হেডমাস্টৰৰ ওচৰ পাই গোচৰ দিলেগৈ। শুনিছোঁহে, হেডমাস্টৰে ছাৰক দুটামান টান কথা শুনাই দিলে বোলে। ছাৰে আকৌ মাজে মাজে শ্ৰেণীত সংস্কৃততে ৰক্তৃতা কৰিছিল— বিশেষকৈ হেডমাস্টৰ কৰিডৰেদি গৈছা গম পালে। পঢ়ুৱাই আৰু বগৰ কৰি ছাৰে নিজেই সন্তোষ লভিছিল আৰু আনন্দত হাঁহি থাকিছিল। মোক ছাৰে ভাল পাইছিল আৰু প্ৰায়ে very intelligent, very studious আদি বুলি প্ৰশংসা কৰিছিল। তেওঁৰ তুলনাত তাৰা বৰপূজাৰি ছাৰ বৰ জুৰ প্ৰকৃতিৰ। বেতাল-পঞ্চবিংশতিৰ সাধুবোৰ পঢ়াওঁতে ভাগৰ লাগি লাগি তেওঁৰ টোপনিৰ ভাব হৈছিল কেতিয়াবা, আৰু তেতিয়া শ্ৰেণীৰ দুষ্ট ল'ৰাকেইটাৰ দুষ্টালি কৰাৰ সুবিধা হৈছিল। ছাৰে অসমীয়াত লেখা এখনি ভাল সংস্কৃত ব্যাকৰণ পুথি আছে। কুশাগ্ৰ বুদ্ধিৰ দুজন শিক্ষকে আমাক অঙ্কশাস্ত্ৰ পঢ়াইছিল— সাধাৰণ অঙ্কশাস্ত্ৰ লক্ষ্মীনাথ দত্তই আৰু ওপৰঞ্চি-খন যজ্ঞেশ্বৰাম গোহাঁইদেৱে। দত্ত শব্দৰ, বাক্যৰ উচ্চাৰণত পৰিপাটি, ইংৰাজীৰ the শব্দটো সদায় 'দা' বুলি উচ্চাৰণ কৰে। সেই দেখি ল'ৰাই নাম দিছিল দা-মাস্টৰ। গোহাঁই ছাৰৰ আকৌ বঙা মুখখনিৰ মাজতে এটা বঙা ধুনীয়া ডাঙৰ বামুনী-ভেকোলা যেন নাক আছিল বাবে সেই যোৰহটীয়া ছাত্ৰহঁতে সিজনৰ কথা কওঁতে 'নাক-মাষ্টৰ' বুলিছিল। পাটৰ পঞ্জাবী-কুৰ্তা পিন্ধি পাটৰ চাদৰ এখন গাত লোৱা ছাৰৰ অভ্যাস। অংক পঢ়োৱাতয়ে ছাৰে কি ৰস নাপাইছিল! দত্ত ছাৰে আকৌ জ্যামিতিৰ একোটা উপপাদ্য বুজোৱাৰ আগতে কেতিয়াবা মানুহৰ এটা স্কেচ আঁকি এটা গল্প কৈহে জ্যামিতিলৈ আহিছিল। এদিন ক্লাছত এটা উপপাদ্য নে সম্পাদ্যৰ লগৰ অনুশীলনৰ সমস্যা শ্ৰেণীত ওলাল। ছাৰেও আৰু আমিও আটাইখনে খুঁজি খুঁজি তাৰ সমাধান উলিয়াব নোৱাৰোঁ! শেহত জানিবা মরে সমিধানটো পালে গৈ। কিন্তু তাৰ পিছত যেতিয়া টাৰ্মিনেল

পৰীক্ষাত সেই সমস্যাটোকে ছাৰে প্ৰশ্ন কৰি দিলে, মই উত্তৰ লেখাত খেলি-মেলি কৰিলো, অথচ আন আন ছাত্ৰই ঠিকেই উত্তৰ কৰিলে। ছাৰে কিন্তু মোক প্ৰশ্নটোত পূৰা নম্বৰ দিলে। তাৰ কাৰণটোও ছাৰে শ্ৰেণীত ক'লেহি যে যেয়ে পৰীক্ষাত শুদ্ধকৈ সমস্যাটো পূৰণ নকৰক লাগিলে, মোৰ আৱিষ্কৃত সমাধানকেইহে লেখিছে। সেইহে সকলোৰে শুদ্ধ উত্তৰৰ বাবেই মইহে পূৰা নম্বৰ পাব লাগে।

যোৰহাট স্কুলৰ শিক্ষণত assignment system অৰ্থাত প্ৰতি মাহ বা বছৰৰ চতুৰ্থাংশৰ পঢ়িব লগীয়া বস্তুখিনি আগতে বিশ্লেষণ কৰি নিৰূপণ কৰি পাঠ দিয়া নিয়ম হৈছিল। এই পদ্ধতিত পঢ়িতব্য সকলো বস্তুকেই জনি যাৰি পঢ়ুওৱা হৈছিল আৰু ছাত্ৰই কোনোটো পাঠ এৰি যাবলৈ যত্ন কৰিব নোৱাৰিছিল। মোৰ পঢ়া-শুনা ভালেই চলিল। শ্ৰেণীত সদায় প্ৰথম ল'ৰা হৈয়ে চলি থাকিলো। প্ৰথমটো টাৰ্মিনেল পৰীক্ষাতে কিন্তু বৰ এটা খুন্দা খালো। ইংৰাজীৰ প্ৰশ্ন কাকতখন হেডমাস্টৰ ছাৰেই কাটিছিল আৰু উত্তৰ-বহীও তেৱেঁ চাইছিল। মোক মাত্ৰ ৫২ নম্বৰ দি তেওঁ মোৰ টো উঠা ইংৰাজী আৰু বৰ বৰ সাহিত্য-সমালোচনাৰ কথাবোৰৰ বিষয়ে এপাত জোৰা এক মন্তব্য লিখি মুখেৰেও বৰকৈ তিৰস্কাৰ কৰিলে; ক'লে, "তুমিতো ইংৰাজীৰ এম্. এ. শ্ৰেণীত পঢ়া নাই! মেট্ৰিকুলেশ্যন পৰীক্ষালৈহে যে সাজু হৈছা, সেইটো পাহৰি গ'লা?" ইত্যাদি। মই এই একেটা ঠোকৰতে বহি পৰিলো! বৰ কথা, ফুলাম ভাষাৰ বায়ু উৰি গ'ল। ভাষা সৰল আৰু ল'নি কৰিবলৈ শিকিলো।

বিহুৰ সংখ্যা "বাতৰি"ত (নীলমণি ফুকন ককাৰ সম্পাদিত) 'মাধুৰী' বুলি এটা কবিতা ওলাল। তাকো আকৌ সম্পাদকীয়ত বিশেষভাৱে প্ৰশংসাও কৰা হ'ল। কিন্তু তেতিয়া মোৰ কিমান গৰ্বৰ ভাব হৈছিল, আজি আৰু মনত নপৰে। সেইবোৰ ল'ৰালিৰ লেখা ল'ৰালিৰ লগতে আঁতৰি গ'ল, সিহঁতক পাহৰি পেলালোঁ।

তাতেই বুজিছোঁ, সিবোৰৰ সিমান মূল্য নাছিল। ক্লাছ এইটত থাকোঁতেই 'এল. এন. বেজবৰুৱা, সম্বলপুৰ (বি. এন. আৰ.)' এই বিখ্যাত ঠিকনাত পঠিওৱা আৰু মই প্ৰায় পাহৰি পেলোৱা মোৰ 'অলক্ষিতে' নামৰ গল্পটো সাহিত্যৰথীয়ে দেখোন এতিয়া "বাঁহী"ত প্ৰকাশ কৰিলে 'গাঁৱলীয়া দৃশ্য' নাম দি। ককাইদেউলৈ অহা (মোলৈ কিন্তু অহা নাছিল দেই) "বাঁহী"ৰ সংখ্যাটো দেখি ককাইদেউৰ আগত বিস্তৰ লাজহে কৰিছিলোঁ, কাৰণ সেইটো বনৰীয়া বন-ঘোৰাৰ বতাহ-পানীৰে পুষ্ট গাঁৱলীয়া প্ৰেমৰ গল্প, মোৰ আপইতা লেখা। "সাদৰী"ৰ কবিতাৰ ব্যাখ্যা লিখোঁতে প্ৰেমত মছগুল হৈ থকা বাবেই অলকাপুৰীৰ যক্ষইযে নিৰ্বাসন-দণ্ড ভোগ কৰিব লগীয়া হৈছিল, সেই কথা মোৰ পৰীক্ষা-বহীত উল্লেখ কৰাত মোৰ সহপাঠীসকলে লাজ লাজ ভাব কৰিছিল আৰু মই সেয়া মাথোঁ কাব্যসাহিত্যৰ কল্পনাহে বুলি তেওঁলোকক প্ৰবোধ দিব লগীয়া হৈছিল। আজিকালিৰ ল'ৰা, আন কি, ছোৱালীও সিমান লাজকুৰীয়া নহয়। মনত আছে, একেই গাঁৱলীয়া জীৱনৰ দৃশ্যেৰে নকুলচন্দ্ৰ ভূঞাৰ "শাহু আই"খন পাই তাক বেজবৰুৱাই পুৰি পেলাব লাগে বুলি লেখিছিল। আজি-কালিৰ সমালোচকৰ কিন্তু সেইবিধ পদাৰ্থৰ প্ৰতি সিমান "বৰি দাৰুণ হৃদয়" চাগৈ নহয়।

সেই কালত যোৰহাটৰ এটি চুকত কিন্তু জীয়ং কবিতাৰ আৰু সাহিত্যৰ সোৱাদ ল'বলৈ পাইছিলোঁ। সেই ৰসাল ঠাইকণ হ'ল বকুল বনৰ কৰি আনন্দচন্দ্ৰ বৰুৱাৰ স্বপ্ন-সৃষ্টি বাণীসম্মেলন (মন কৰিব, 'সম্মেলন' বা 'সম্মিলন' কিন্তু নহয়)। বৰুৱাই কাগজৰ পাতত লেখা কবিতাতকৈও অধিক কবিতাময় এই বাণী-সম্মেলন। যোৰহাট থিয়েটাৰ ঘৰত বাণী-সম্মেলন হোৱা বুলি শুনিলেই নগৰৰ ল'ৰা-বুঢ়া সকলো সন্ধিয়া হয় নোহওঁতেই ত'লৈ ঢাপলি মেলে। সক প্ৰেক্ষাগৃহটি মানুহেৰে গিজ গিজ হৈ পৰে। পোনৰপৰাই

সকলোৰে গাত পুলক। দুই হাতত ফুল, ফুলৰ সোপা-সোপে পৰাগ (অৱশ্যে আচলতে হ'ল সেয়া বজাৰৰ পাওডাৰৰ টেমাৰ গুৰিহে), ফুলৰ নিৰ্যাস (সেয়াও আকৌ আতৰদানিৰ আতৰ নহ'লেও গোলাপ-জলেই হ'ব পাৰে), আৰু কি কি উপচাৰ লৈ আনন্দময় আনন্দচন্দ্ৰই চকু দুটা আধা মেলি আধা জপাই দৃশ্যপটৰ আঁৰৰপৰা ওলাই ঘোষণা কৰে—"আ-আজি বা-আণী-ঈ সম্‌মেএলনৰ শা-আৰদী-ঈয় অধিৱেএশন," আৰু তাৰ পিছত কথা কবিতাৰে শৰৎ ঋতুৰ বৰ্ণনা কৰে, আৰু শৰতৰ নিসৰ্গৰ দানবোৰ সদস্যক (আমাৰ ভাষাত সভাপতিক) উপহাৰ দিয়ে—উপহাৰ দিয়ে বুলি কোৱাতকৈ গায়েমূৰে জাপি দি সিজনক নগুৰনাগতি কৰে বুলিলেই ভাল। প্ৰতিটো বক্তব্য বা প্ৰতিটো পৰিস্থিতিৰ বাবেই যেন তেওঁৰ একোটা কবিতা সাজু। বাণী-সম্মেলনত আকৌ সভাপতিয়ে ভাষণ বা অভিভাষণ নিদিয়ে; সেয়া সদস্যৰ বাচনহে হয়। মুঠতে, অধিৱেশনৰ শেহলৈকে বক্তা কবিয়ে কি কবিতা-কথা কৈ কাক আহুকালত পেলায়, সকলোৱে উশাহ বোধ কৰি তালৈ বাট চাই থাকে। সভা-সমিতিৰ প্ৰতি এই কবিতাময় দৃষ্টিৰ বাবে বক্তাদেও যি সভাতে নাথাকক, তেওঁ সেই সভাক এক উম দি উমাল কৰি ৰাখিছিল। জীৱনৰ প্ৰতি দৃষ্টিও তেওঁৰ কবি-ৰসময় আছিল। অৰ্থাভাৱ আৰু ৰোগৰ দুঃসহ কষ্টৰ মাজতো তেওঁ কবি হৈয়ে জীৱনক জয় কৰিছিল। ১৯৬৮ চনত শিৱসাগৰত সাহিত্যৰথী বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী পালন কৰি টেক্সিত উঠি নিশা দুইমান বজাত তেওঁক তেওঁৰ পঁজাটিত যেতিয়া আমি নমাই দিওঁহি তেওঁ গল-হেকাৰি মাৰি থিয় হৈ "অ, এয়েই আমাৰ বাকিংহাম পেলেচ' বুলি আন্ধাৰত পোত গৈ থকা ঘৰৰ নঙলাৰ কাষে এখুজি দুখুজিকৈ খোজ পেলাইছিল। ধেমালিতেযে তেওঁ কথাটো কৈছিল, তেনে নহয়; জুপুৰিতো তেওঁ ৰাজকাৰেঙৰ জীৱন ভোগ কৰিছিল।

আপোনভোলা কবিয়ে যেন কবিতাৰ জীৱনেই যাপন কৰিছিল, 'মৱেই আছিলো যেন/ওমৰ হাফিজ,/দীঘলডঁড়ীয়া ৰেশ মুদা মুদা চকু।' 'ভাগোঁ ভাগোঁ ডিহাৰ সাঁকো' পাৰ হৈ পোৱা 'সোণটিহুঁতৰ ঘৰ'ৰ নিৰ্মল বাল্যৰ পৰিৱেশতে যেন তেওঁ সদায় থাকিল। তেওঁৰপৰা মাজে মাজে পোস্ট কাৰ্ড একোটাৰ বুকৰ আখৰকেইটাকে পালে সব সোৱাদ লাগে সদায়। মই প্ৰথম বাৰ বাণী-সম্মেলন দেখা পাইছিলো যিবাৰ জ্ঞানদাভিৰাম বৰুৱা উত্তৰ লখীমপুৰত সাহিত্য-সভাৰ সভাপতি হৈ ঘূৰি আহোঁতে বাণী-সম্মেলনৰ সদস্য হৈছিলহি আৰু মিত্ৰদেৱ মহন্ত ছাৰেও সুৱদি সঙ্গীতৰ সোৱাদ সন্ধিয়াটোক দিছিল।

যোৰহাটত, বিশেষকৈ চন্দ্ৰকান্ত সন্দিকৈ হলত দুই-এখন মনোৰম সভা হৈছিল। আনন্দৰাম বৰুৱাৰ মৃত্যুবাৰ্ষিকীত নীলমণি ফুকন ককাৰ সাৱলীল বক্তৃতা শুনিছিলো: 'আনন্দৰাম বৰুৱা অসম আইৰ কণ্ঠভিলীয়া খোপাৰ এপাহি পদুমফুল।.... যদি কালিদাসৰ মেঘদূতে ক'ৰবাত নিজৰ বাট পাহৰি ভুল পথে কেনিবা যায়, তেতিয়া হ'লে আমাৰ আনন্দৰামে বাটৰ সেই কেনা ভাঙি দিব।' মাজে মাজে ইংৰাজীত তৰ্ক-সভা হৈছিল আৰু সেই সময়ত ডেকা উকীলসকল তুমুল তৰ্কত নামিছিল আৰু আমোদৰ সৃষ্টি কৰিছিল — মোহনচন্দ্ৰ মহন্ত, সুৰেন্দ্ৰনাথ ভঁৰালী (এওঁৰ মাতৃদেৱী আকৌ মোৰ আইৰ হেনো পতা সখী আছিল), নলিনীনাথ ফুকন আদি।

উত্তৰ লখীমপুৰত আমি ঘৰখনৰ কেয়োটাই মেলেৰিয়াত লেলাটফুলাৰ বতৰা আই-দেউতালৈ অলপ অলপ তাৰপৰাই দি থকা হৈছিল। এতিয়া অলপ মুকাইছো বুলি ঘৰত মুখখন দেখুৱাবলৈ বুলি ককাইদেৱে ফাকুৱাৰ বন্ধত মোক শিৱসাগৰলৈ পঠিয়াই দিলে। ৰেল-পথে মৰিয়নী শিমলুগুৰি হৈ শিৱসাগৰ টাউন স্টেশ্যন পাই ফাকুৱাৰ ৰং-পানী মৰাৰপৰা ৰাখি ৰবপুখুৰীৰ পাৰেদি জেঙনিকটীয়া, কুকুৰাচুহীয়াইদি (ডক্টৰ মফিজুল ইছলাম বৰাৰ পুৰণি ঘৰৰ আগেদি)

টেক্সি আলিত উঠি তাৰপৰা চিৰালফটা দিয়া বহল পথাৰখন খচকি কমাৰফন্দীয়া পালোগৈ। তেতিয়াও গাত শকতি বৰ তাকৰ। ভৰিত ফন্দিয়াই ধৰিলে। নিশালৈ সিৰামুৰি ধৰি ভৰি কোঁচাই পেলোৱাত আয়ে পিটিকি পিটিকি সিৰামুৰি ভাঙি দিব লগীয়া হৈছিল। যোৰহাটৰপৰা আকৌ আইৰ ইচ্ছামতে ব'হাগৰ বিহুত কপ্লিং ছিগা যোৰহটীয়া গাড়ীত উঠি জনম-ঠাইলৈ যাত্ৰা কৰিলো। যাত্ৰীবাহী গাড়ী নোপোৱাত ককাইদেৱে মাল-গাড়ীৰ গাৰ্ডজনৰ লগতে মোক তুলি দিলে। সেই ৰেলগাড়ীৰ খোজ গৰু-গাড়ীৰ খোজহে আছিল। বতৰটোও গোমোৰা। বিহুৰ ভাব-চিন্তা, মাজে মাজে ক'ৰবাৰপৰা ওপঙি অহা বনগীত একোফাকি আৰু হাজাৰ হওক আইৰ ওচৰৰ সুখৰ কল্পনাইহে মনটো পোহৰ কৰি দিয়ে। গাৰ্ড-জনে আকৌ কাষত কলহ লৈ পানী আনিবলৈ যোৱা গাভৰু ৰেল-লাইনৰ কাষত দেখা পাই যেতিয়া কথা পাতিবৰ হাবিয়াহ কৰে, তেতিয়া গাড়ীৰ কপ্লিং সঁচায় ছিগিব বুলিয়ে ভয় লাগে! সি যি হওক, ঘৰলৈ গ'লোঁ, বিহু খালোঁ, আৰু যোৰহাটলৈ ঘূৰিলোঁ। ইয়াৰ পাছত জুলাইত নবৌৰ ককায়েক ওকালতি কৰোঁ বুলি আহি যোৰহাটত আমি থকা ঘৰটোৰ সমুখতে এটা ঘৰ ভেৰোণীয়া কৰি ল'লে। থিয়েটাৰ ঘৰত সদায় স্ত্ৰী-ভূমিকা লোৱা বাবেই নেকি সদায় মিহি, সাদৰী আৰু মৰমিয়াল স্বভাৱৰ শাৰঙ্গ ককাইদেউ আমাৰ, মোৰো বৰ ভাল লগৰীয়া হ'ল। কলেজৰ দিনত সেই কালৰ চলতি অনুসৰি আদৰণীয় ৰবীন্দ্ৰ-সঙ্গীত তেওঁৰ আয়ত্তিৰ ভিতৰত। হাৰমোনিয়ম লৈ তেওঁ কতবোৰ গীত গায়। 'সেথাযে বহে নদী/লে ভোলে নি, তাহাৰিয়ে স্ৰোতে আঁকা/বাঁকা বাঁকা তব বেণী' আদি শাৰীবোৰ কাণত আপোনা-আপুনি বাজি থাকে। ককাই-দেৱে কেতিয়াবা দূৰলৈ গৈ পন্ধ মাৰিও আমাক শুনায়হি। এইদৰেই দিনবোৰ ভালে-কুশলেই যাবলৈ ধৰে।

ডিছেম্বৰ মাহত বাছনি-পৰীক্ষা হ'ল। তেতিয়া শৰীৰ ভাল, মন ভাল। পৰীক্ষাও ভালেই হ'ল। মুঠ ৭০০ নম্বৰৰ ভিতৰত ৫৬৪ নম্বৰ পাই শ্ৰেণীত প্ৰথম হ'লো। গতিকে যাই মেট্ৰিকুলেশ্যনলৈ বৰ আশাৰে বাট চাই ৰ'লো।.... ১৯৩৪ চনৰ জানুৱাৰীৰ ৬ তাৰিখ। সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ হাই স্কুলবিলাকত আউনিআটীয় গোস্বামী সোণৰ পদকৰ বাবে প্ৰতিযোগিতামূলক ৰচনা লেখা পৰীক্ষা। 'শ্ৰমৰ মৰ্যাদা' বা 'অসমীয়া গাঁৱলীয়া জীৱন'ৰ বিষয়ে আমাক লিখিবলৈ দিয়া হৈছিল। মই পিছৰ বিষয়টো লৈ মোৰ ৰচনাখন আৰম্ভ কৰিলো। আৰম্ভ কৰোঁতে স্বজ্ঞানে সুস্থ শৰীৰেৰেই আৰম্ভ কৰিলো। কিন্তু সোনকালেই দেখোন জ্ঞান আৰু শৰীৰত কিবা বিৰিক-বাৰাক লাগিবলৈ ধৰিলে। পেটত এটা পোৰণি উঠিল। মূৰটো টলং-ভটং কৰিলে। পৰীক্ষাৰ সময়খিনি স্কুলঘৰত বহি থাকিলোঁ ঠিকেই। কিন্তু কি লেখিলোঁ, ঈশ্বৰ আছে যদি তেওঁহে জানিছিল, মই মহেশ্বৰে ক'ব নোৱাৰাই হ'লো। কোনোমতে আহি ঘৰ পোৱাৰ লগে লগে প্ৰচণ্ড ৰূপত খৰ-গৰণিয়ে দেখা দিলে। বাৰে বাৰে শৌচ হয়। বৰ বৰকৈ তেজ আৰু শাঁও পৰে। প্ৰথমে ডাক্তৰৰ ঔষধ খাই গুণ নোপোৱাত ককাইদেৱে তেতিয়াৰ যোৰহাটৰ বিখ্যাত দেৱেন্দ্ৰ-নাথ সাংখ্যতীৰ্থ কবিৰাজক মাতি আনিলে। ঔষধৰ ওপৰত ঔষধ পৰে। কিন্তু দিনৰ পাছত দিনকৈ চলি থাকে অসুখ। শৰীৰ দিনে দিনে শেঁতা আৰু দুৰ্বল হৈ আহে। এদিনযে মৰিম বুলিয়ে ভাবিছিলো। চকুৰে একো নেদেখা হ'লো। ঘৰত নবৌহে আছিল অকল। তেওঁ মূৰত পানী দি মাঘমহীয়া জাৰতো বিচিবলৈ ধৰিলে। তাৰ পিছৰপৰা গা অলপ ভাল হ'ল, বাহিৰ-ভিতৰ কৰি ফুৰিব পৰা হ'লো। ফেব্ৰুৱাৰীৰ ২৭ তাৰিখ। সৰস্বতী-পূজা। বহুত দিন ঘৰ-বন্দী হৈ থকাৰ পাছত সেইদিনা স্কুলৰ পূজা-ঘৰলৈকে গ'লো। কিন্তু ঘূৰি আহি ঘৰ পায়ে পুনৰ গ্ৰহণীৰ কোব সহিব লগীয়া হ'ল। ১২ মাৰ্চৰপৰা

হ'ব লগীয়া মেট্রিকুলেশ্যন পৰীক্ষা দিয়া আশা এৰি দিলো। নিস্তেজ শৰীৰ জুৰি খৰে ধৰিলে। সেই অৱস্থাতে পৰি থাকোঁতে এদিন গুৱাহাটীৰপৰা আহি অধ্যাপক সূৰ্যকুমাৰ ভূঞা আমাৰ ঘৰলৈ আহিছিল; আৰু কুঁৰুং-কাৰাং কৰিব পৰা হ'লত বৰপাত্ৰ আলিৰ ফালে খোজ কাঢ়ি যাওঁতে বাটত ফুৰিবলৈ ওলোৱা জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈদেৱৰ দৰ্শন পাইছিলো। সেইসকলৰ পুণ্য দৰ্শনেই যেন মোক সাহস দি থাকিছিল।

মাঘৰ বিহুৰ দিনা নবৌ-ককাইদেউ ভূপৰীয়া গ'ল নবৌৰ ভনীয়েকৰ (হেৰম্বপ্ৰসাদ বৰুৱাৰ ভায়েক পূৰ্ণেন্দুমোহন বৰুৱাৰ) ঘৰলৈ মোক ৰ'দতে চকী এখনত বহুৱাই আৰু আন লাগিব পৰা বস্তুবো কাষৰতে যোগান দি। মোৰ তাতে অকণমানকৈ চিলমিলকৈ টোপনি আহিছিল। হঠাতে দেখোন টিনপাতেৰে ছোৱা ঘৰ দুটা খৰলুটি মাৰি মোৰ গাতে পৰিব খোজা যেন লাগিল। মই চকু মেলি অনুভৱ কৰিলোঁ। প্ৰবল ভুঁইকঁপৰ চালনি-জোকাৰণি। ভুঁইকঁপত ঘৰৰ বাহিৰলৈ ওলাই লৰ মাৰিব লাগে। মইতো বাহিৰ ওলায়েই আছো। কেম্প-চকীখনৰপৰা থিয়়ও নহ'লোঁ, ক'লৈকো লৰো নামাৰিলোঁ। অলপ পাছতে ককাইদেউ আনৰ এখন ছাইকেলত উঠি লৰা-লৰিকৈ আহি পালে। মই ঠিকেই আছোঁ আৰু সেই বৰভুঁইকঁপতো ভয় খোৱা নাই জানি ঘূৰি গ'ল। সেইবাৰ সেয়া বিহাৰৰ বহুত ঠাই উৎখাত কৰা ভূমিকম্প। তাৰ ভয়াৱহ বৰ্ণনা পিছতহে কাগজত পঢ়িবলৈ পালো।

১৪ মাৰ্চ চাই থাকোঁতেই পালেহিয়েই। পাৰিলে পৰীক্ষাটো দিওঁ বুলি সকলোৰে উৎসাহদানৰ মাজত সাজু হৈছিলোঁ। তেতিয়াও কিন্তু ঘৰৰপৰা স্কুললৈ এক ফাৰ্লং বাট কোনোমতেহে নপৰাকৈ খোজ কাঢ়ি যাব পাৰিছিলোঁ। তেতিয়াৰ দিনত আকৌ মধ্যবিত্তৰ সুবিধাজনক যান ৰিকশ্বাখন যোৰহাট ওলোৱাহি নাছিল। পৰীক্ষাৰ আগদিনা বৰবাপ ককাইদেৱে (শাৰঙ্গধৰ ৰাজখোৱা) মোৰ ওচৰত

বহি বহুত পৰ নানা উপদেশ, নানা উৎসাহ দিছিল। পঢ়া কথাটো প্ৰায় বহিতৰ দৰেই। ভাবিছিলোঁ, স্কুলঘৰত গৈ বহিব পাৰিলেই হ'ব। টানি-মানি দেহা থাকিলেইহে বেহা। পাছদিনা সঁচায় পৰীক্ষাত বহিলোঁগৈ। সেয়ে যেন মোৰ বাবে সঞ্জীৱনী হ'ল। পৰীক্ষাৰ লেখাও ভাল যেন লগা হ'ল। গাটোও যেন টনকিয়াল হ'লেই। একে লেখাৰিয়ে দিনে দুখনকৈ প্ৰশ্নকাকত। আজি-কালিৰ দৰে সপ্তাহত দুখন কাকতৰ পৰীক্ষাৰ নিয়ম নাছিল। মাজৰ ছুটীত চন্দ্ৰকান্ত সন্দিকৈ হলত বহি কিবা অলপ খাওঁ আৰু পঢ়াৰ কিতাপ চাওঁ। পৰীক্ষাত মই ধীৰে সুস্থিৰে বহি প্ৰশ্নৰ উত্তৰ লেখি থাকোঁ। মোৰ আখৰবোৰ বোলে বৰ ধুনীয়া, কথাবোৰো বোলে ভালেই লেখোঁ! তাকে চাই পৰীক্ষাঘৰৰ ৰখীয়াসকলৰ এজন নহয় এজন মোৰ ওচৰত দীঘল মাৰি বৈ থাকে। হেডমাস্টৰৰো পৰামৰ্শ মোৰ ওপৰত বিশেষ চকু ৰাখিবলৈ। অসমীয়া পৰীক্ষা দিবৰ দিনা পিছে এই কথাৰপৰাই মোৰ এটি বেত-গুটীয়া লেঠা লাগিল। অসমীয়ালৈ ভাঙান কৰিবলৈ এটা ছেদ ইংৰাজী কথা দিয়া হৈছিল। মই অনুবাদ ভালেই কৰিছিলোঁ। মোৰ লেখা চাই থকা মোৰে সজ চিন্তা কৰা এজনে মনে মনে মোক ক'লে মই যে threshold শব্দটোৰ প্ৰতিশব্দ 'দুৱাৰদলি' দিছোঁ, সেইটো ভুল, তাৰ ঠাইত 'চোতাল'হে হ'ব। মই কেঁৰো ধেঁহো কৰিলোঁ। তেওঁ কিন্তু দুবাৰো বাহিৰত কাৰোবাৰে আলচ কৰি মোক 'চোতাল' লেখিবলৈ বাধ্য কৰি সহায় কৰি দিলে! মোৰে ভুল। কিয় পৰীক্ষা-ঘৰত লোকৰ সহায় ল'ব লাগে! নিজৰ বুধি শিলৰ খুঁটি, পৰৰ বুধি টিকা-উদি। ওপৰঞ্চি অঙ্কশাস্ত্ৰৰ পৰীক্ষাৰ দিনাখনো আকৌ এগৰাকী ৰখীয়াই বাৰে বাৰে মোৰ বহীখনৰ নিজ হাতে পাত লুটিয়াই চায়হি। মই আহুকাল পাওঁ। একো নামাতোঁ পিছে। পাছতহে জানিলোঁ, তেওঁৰ এজন ভাগিনেও বোলে আমাৰ লগতে পৰীক্ষা দিছিল। তেওঁ দিয়া আহুকালৰ মাজত

১৪ নম্বৰৰ জ্যামিতিৰ এটা অনুশীলনৰ প্ৰশ্ন এৰি থৈ আহিলোঁ, অথচ পৰীক্ষা-ঘৰত সোমোৱাৰ দহ মিনিট আগতে মাধোন চন্দ্ৰকান্ত সন্দিকৈ হলৰ লাইব্ৰেৰিত বহি সেইটো প্ৰশ্নকে চাই আহিছিলোঁ! তথাপি সেইখন প্ৰশ্নকাকতত মোৰ ৮৪ নম্বৰ হ'ল। শেহৰ দিনা ওপৰঞ্চি সংস্কৃত। তাৰ আগৰাতি নিদ্ৰাহীনতাই পালে। গাত চটফটনি। মুখেৰে বৰকৈ উস্‌আস্ কৰি পাটীৰ ইকাষৰপৰা সিকাষলৈ বাগৰোঁ। নবৌ-ককাইদেউ উঠি আহি মূৰত পানী ঢালি মূৰ আঁচোৰে, বিচনী মাৰে, ৰাতিটো কাষতে বহি থাকে। তেনেকৈয়ে ৰাতিটো পুৱায়। পৰীক্ষা ঘৰলৈ যাওঁ ঠিকমতেই। ককাইদেৱে কিন্তু অৱস্থা বুজি দেবেন কবিৰাজক সুধি পৰীক্ষাঘৰতে মকৰধ্বজ মাৰি খুৱালেগৈ। সেয়া পিছে মৰিবৰ সময়ত মকৰধ্বজ নহ'ল। সেই মকৰধ্বজৰ বলতেই নে কি, গাও ভাল ভাল লাগি থাকিল, গোটেইখন প্ৰশ্ন-কাকতৰ উত্তৰ সংস্কৃততে লিখি পেলালো। ভাবিলো, কমেও ৯৫ নম্বৰ বহাম। পিছে—।

পিছে পৰীক্ষা দিয়াৰ পিছত কমাৰফদীয়াৰ ঘৰলৈ গ'লোঁগৈ। তেতিয়া গ্ৰহণী যদিও ভাল হৈছিল, পেটৰ কিন্তু বৰ বিষ এটা আছিল। যাবৰ সময়ত সাংখ্যতীৰ্থদেৱে পৰামৰ্শ দিয়ামতে গাখীৰত ফুটিয়াই ফুটিয়াই নহৰু পেলাই সিজাই গাখীৰখিনি শুকালে তাকে খাই বিকাৰটো গুচালোঁ। গাত আকৌ 'পেম ধৰি' উঠিল। গাঁৱৰ ডেকাইতক গোট খুৱাই "নৰকাসুৰ" নাটৰ অভিনয়ৰ আয়োজন কৰি তাত নাম-ভূমিকাক ওলাই তৰ্জন-গৰ্জনো কৰিব পৰা হ'লো। পৰীক্ষাৰ কথা লৈহে মাজে মাজে মনত বেজাই, শোগ লাগে। হায়, হায়, ওপৰঞ্চি সংস্কৃতৰ বাহিৰে চাগৈ কোনো বিষয়তে লেটাৰ বা ডিষ্টিংশ্যন আশা কৰিব পৰা নহ'ব। পিছে—।

# প্ৰাগ্‌জ্যোতিষে পুৰে পুণ্যে

পিছে—

পিছে যেতিয়া গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ যাবলৈ দীঘলীয়া জিৰণিৰ পাছত যোৰহাটলৈ আহিলো, দেখা পালোঁ, পৰীক্ষাৰ ফলাফলৰ বিষয়ে মই যি ধাৰণা কৰিছিলোঁ, তাৰ সম্পূৰ্ণ ওলোটা ফলহে ফলিছে। যি ওপৰঞ্চি সংস্কৃতত ৯৫ পৰ্যন্ত নম্বৰ আশা কৰিছিলোঁ, তাত মাথোন পালোঁ ৬০। অকল মোৰেযে এনে দুৰ্দশা হ'ল, তেনে নহয়। মোৰ লগৰীয়া আমাৰ স্কুলৰ ভাল ল'ৰাকেইজনৰো একে গতিয়েই হ'ল. বৰঞ্চ মোতোকৈ তেওঁলোকৰ বেয়াহে হ'ল। কিয় তেনে হ'ল, তাৰ কাৰণ কোনেও উলিয়াব নোৱাৰিলোঁ ইঁক। এজন বন্ধুৱে উত্তৰ-কাকতখনৰ পুনৰীক্ষাৰ বাবে বিশ্ববিদ্যালয়ক মাচুলো দিছিল; তেওঁৰ কিন্তু আগৰ নম্বৰেই মাথোন ঘুৰি আহিল। আনফালে, মোৰ আনবোৰ কাকতত যে বিশেষ ভাল নম্বৰ আশা কৰা নাছিলো, সেইবোৰত তুলনামূলকভাৱে ভালেই সংখ্যা উঠিছিল। ধ্বাই সংস্কৃতত ৮৮। 'দুৱাৰদলি'ক 'চোতাল'খন কৰি লেখা অসমীয়াত ৮৯—সেয়া ইউনিভাৰ্ছিটিৰে ৰেকৰ্ড মাৰ্ক। সাধাৰণ আৰু বিশেষ অঙ্কশাস্ত্ৰৰ দুখন কাকতত ৮৪কৈ। ইংৰাজীৰ দুখন কাকতত ৬৮ আৰু ৭২—সেইবাৰ অসম উপত্যকাত সেয়ে সৰ্বোচ্চ। মুঠৰ ৭০০ৰ ভিতৰত ৫৪৫ নম্বৰ ব'ল—সেয়ে অসম উপত্যকাত মাথোন চতুৰ্থ স্থানহে দিলে। আমাৰ স্কুলৰ দীননাথ বৰুৱাই (পিছত ডক্টৰ) মোতকৈ ২ নম্বৰ সৰহ পালে আৰু শিৱেশ্বৰ বুঢ়াগোহাঁইয়ে (পিছত ডাক্তৰ) পালে ২ নম্বৰ মোতকৈ তাকৰ। সেই বছৰ ইউনিভাৰ্ছিটিত উচ্চতম মুঠ নম্বৰ ৬০৪ আৰু অসমৰ স্কুলবোৰত

উচ্চতম ৫৮১। মকৰধ্বজ খোৱা শৰীৰেৰে চাৰিটা বিষয়ত ডিস্টিংক্‌-শ্যনৰ আৰু সৰ্বমুঠত স্টাৰৰ নম্বৰ পাই বোধ হয় ৰেয়া সাফল্যাহে পালোঁ বুলি ক'ব নালাগিল। স্কুল হিচাপে যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ ফলাফল অতি উত্তম। স্কুলৰ সকলো পৰী-ক্ষাৰ্থী উত্তীৰ্ণ হৈছিল ; তাৰে শতকৰা পঞ্চাশৰ হ'ল প্ৰথম বিভাগ ; বাকী পঞ্চাশৰ দুই নে তিনিজন মাথোন তৃতীয় বিভাগত ৰ'ল ; আনসকলে দ্বিতীয় বিভাগত পাছ কৰিলে। চাৰিজনে প্ৰতিযোগিতা-মূলক বৃত্তি পালে। তাৰ ভিতৰত এক মই।

গতিকে অসমৰ একমাত্ৰ চৰকাৰী কলেজ কটনত নাম লগোৱা থিৰাং হ'ল। সকলোৱে নানা ধৰণৰ সজ উপদেশ দিলে। কুলধৰ চলিহাদেৱে ক'লে, পঢ়াৰ কালে মোৰ অৱস্থা উন্নত যেতিয়া, এতিয়া প্ৰধানকৈ শৰীৰৰ উন্নতিৰহে চিন্তা কৰিব লাগে আৰু মই নিয়মমতে কড্‌লিভাৰ অইল খালে ভাল। তেওঁ ক'লে, "মইতো এসময়ত সেইটো তেল গেলনে গেলনে খাইছিলো।" তেওঁ পিছৰ বছৰ-বোৰতো মোক লগ পালে এটা কথাই কৈছিল, "Add some flesh to your bones, young man. এডিশ্যনেল ছাব জজ যোগেন্দ্ৰনাথ বৰুৱা ডাঙৰীয়াই আকৌ ক'লে "হেৰা মইনা, তুমি আমাৰ কমাৰফদীয়া পথাৰৰ বোন্দা কেঁচু ধৰি তাৰ ওপৰত নেমু-টেঙা ৰস একণ চেপি তাৰ ৰস উলিয়াই খাবাঁচোন। সেয়া বৰ বলী। দেখা নাইনে, ছাহাববোৰে ভেকুলী, কেঁচু, সকলো খায় ? আমাৰো পাৰিলে কি বেয়া ?" এনে সজ উপদেশ মোৰ কিন্তু কামত লগোৱা নহ'লেই।

১৯৩৪ৰ জানুৱাৰীত হোৱা 'বিহাৰ ভূমিকম্প' নামৰ দুৰ্যোগৰ পিছত জুন মাহত আহিল আমাৰ 'লগাঁৱৰ বৰবানপানী।' সিয়ে ৰেলৰ লাইন উটুৱাই নিলে। উজনি অসম নামনি খণ্ডৰপৰা ৰেল-পথে বিচ্ছিন্ন হ'ল। তেতিয়াতো আন থলপথ নাছিলেই। গুৱা

হ'লে সিও বিচ্ছিন্ন হ'লহেঁতেন। গুৱাহাটীলৈ যোৱা আমাৰ একমাত্ৰ বাট বৈছিল জলপথ—বৰনৈৰ বুকুখন। মই গুৱাহাটীলৈ যাবলৈ ওলালোঁ। ককাইদেউ আৰু নবৌও যাব। লগতে কেঁচুৱা ভতিজী মাণিকীমধুৰি (কেতেকী)। ২৫ জুন তাৰিখে জজ হাকিম যোগেন্দ্ৰ-নাথ বৰুৱাৰ মটৰ-গাড়ীয়ে আমাৰ যাত্ৰা আৰম্ভ কৰি দি বিখ্যাত জে. পি. আৰ.ৰ যোৰহাট স্টেশ্যন পৰ্যন্ত আগ বঢ়াই দিলে। ৰেলত উঠি আমি কঁকিলামুখ পালোঁগৈ। পুনৰ তাতে মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰ্শন লাভ কৰিলোঁ। মহাবাহু যি এতিয়া মহাবাহু। তেওঁ বাহু ডাঙ্ঘি' আস্ফালন কৰি যেন আকাশৰ লগতহে সংগ্ৰাম কৰিব লাগিছে।" 'অসীম সলিল-ৰাশি / বাধাহীন উৰ্মি-মালা / আছে দূৰ দিগন্ত বিয়াপি!' পাৰাৱাৰৰ লেখীয়া, পাৰাপাৰ নাই। দেখি আনন্দই কৰিম নে ভয়েই খাম, ঠিক কৰিব নোৱাৰিলোঁ।

ভটীয়নী-মুৱা জাহাজত উঠিলা। ইতিমধ্যে ডিবুৰুগড়ৰ সদানন্দ দুৱৰা আদি অনেকজন সেই জাহাজত উজনিৰপৰা আহি আছিল। কটন কলেজৰ অধ্যাপক মথুৰানাথ গোস্বামী (তেতিয়াও তেওঁ ডক্টৰ হোৱা নাই) বোধ হয় কঁকিলামুখ-ঘাটতে একে জাহাজত উঠিল। এইদৰে কেইবাজনো সুলোক আমাৰ সহযাত্ৰী হ'ল। সেই যাত্ৰা মনোৰম হৈ উঠিল। মোক কিন্তু দিনতে কি বা নিশাতে কি ৰেছিকৈ ব্যস্ত কৰি ৰাখিলে লুইতৰ ঢৌৰ নাচোনে, তাৰ কোলাহলে, বৰনৈয়ে উটুৱাই অনা গছ, কাঠ, জাঁজিৰ খৰ গতিয়ে আৰু পাৰৰ 'তাল-তমাল-বন-ৰাজি নীলা' নহ'লেও ডাঠ সেউজীয়া ৰঙৰ হাবিয়েই হওক বা পথাৰেই হওক বা গাঁৱৰ পাণ-তামোলৰ বাৰীয়েই। মাজে মাজে মাথোন পানীয়ে তল নিওৱা 'আভাতি বেলা', বালি-চাপৰি-বোৰৰ কথা আৰু বাঢ়নি-পানীয়ে খণ্ড-প্ৰলয় সৃষ্টি কৰা গাঁওবোৰৰ কথা ভাবি মনটো কেনেবা কেনেবা লাগে। ককাইদেৱে সহযাত্ৰী চিনাকি লোকসকলৰ লগত কথা পাতি থাকে। মইযে মেট্ৰিকুলেশ্যন

পৰীক্ষাত উঠি কটন কলেজত আই. এ. শ্ৰেণীত পঢ়িবলৈ ওলাই আছিছো, সেই কথাও চুৰবা, গোস্বামীদেৱৰ লগত আলোচনাত কয়। গোস্বামী ডাঙৰীয়াই পৰীক্ষাত পোৱা মোৰ নম্বৰ বিবেচনা কৰি এটি সজ পৰামৰ্শ দিয়ে যে মই আই. এছ. ছি. পঢ়াই যুগুত, কাৰণ তেতিয়া হ'লে পিছত বি. এ. পঢ়ি আই. চি. এছৰ প্ৰতিযোগিতামূলক পৰীক্ষাৰ নিচিনা পৰীক্ষাত বহিব পাৰিম। জাহাজৰ ডেকত হোৱা সেই মোৰ কল্যাণাৰ্থীসকলৰ আলোচনাত সিদ্ধান্ত হৈ গ'ল যে মই কলেজত বিজ্ঞান পঢ়িম।

'একেজনী চেবেলী গায়ে ঘাটে ঘাটে পানী খোৱা'ৰ দৰে আমাৰ জাহাজ ঘাটে ঘাটে বৈ আহি আহি শেহ নিশা তেজপুৰৰ গণেশ-ঘাটত ৰ'ল। পুৱালৈকে জাহাজ তাতে ৰ'ব। জোনাক নিশা। মই আৰু ককাইদেউ তেজপুৰৰ বাটে বাটে এপাক ঘূৰি আহিলোঁগৈ। উথা-নমা তেজপুৰৰ আলিবোৰ নিশাৰ ঢকা-চমকাত অভিনৱ যেন লাগিল। ককাইদেৱে প্ৰসিদ্ধ আগৰৱালাসকলৰ ঘৰ 'পকী'ক জোনাকত শুই থকা অৱস্থাত দেখুৱাই দিছিল। আৰু সেই তেজপুৰৰ পুখুৰী-কেইটা। বাণ, কুম্ভাণ্ড, উষা, চিত্ৰলেখাকহে সেই সপোন যেন লগা ৰাতিও ক'তো কেনিও দেখা নেপালে। নিশা শেহ হৈ আহিল। আমি জাহাজলৈ ঘূৰি আহিলোঁ। তেতিয়া আহিলযে দিনটো, লুইতৰ বুকুত ভাপ-নাৱত সি ক্ষয় হৈ আহিল। আবেলি বেলিকা আমাৰ জাহাজ লাগিলহি গুৱাহাটী বজাৰঘাটত—*লিবিহ* মেমৰিয়েল হোস্টেলৰ সমুখৰ গৰাত। বৰ ভিৰৰ মাজত জাহাজৰপৰা নামি ঘোঁৰা-গাড়ীত উঠিলোঁ। আমি চাৰিটি। ককাইদেৱে ভৱিষ্যতৰ সংকল্প মনত বান্ধি ল'বলৈ উপদেশ দিলে। তেওঁ আগতে চিঠিৰে খবৰ দি থোৱামতে আমি অধ্যাপক সূৰ্যকুমাৰ ভূঞাৰ (ছাৰ তেতিয়াও ডক্টৰ হোৱা নাই) ঘৰলৈ গ'লোঁ। সেই সময়ত ছাৰ আৰু আই ঘৰত নাছিল। কিন্তু তেওঁলোকৰ প্ৰথম কন্যা মাইকণে (তেতিয়া

স্কুলৰ তল শ্ৰেণীৰ ছাত্ৰী সুৰলা, পিছত সুৰলা হাজৰিকা মোহ লগোৱা আচৰণেৰে আমাক অভ্যৰ্থনা জনাই বহা-মেলাৰ, হাত-মুখ ধোৱাৰ আয়োজন কৰি দিলে। অলপ পিছতে ছাৰ ঘৰলৈ ঘূৰিল, আমাৰ সকলো বা-বতৰা ল'লে আৰু বিশেষকৈ মোৰ পৰীক্ষাৰ নম্বৰ চাই বিস্তৰ প্ৰশংসা কৰিলে, নানা ভাল ভাল উপদেশ দিলে আৰু মই আই. এছ্. ছি. পঢ়াটোকে সমৰ্থন কৰিলে। ককাইদেউৰ লগত ছাৰৰ সাহিত্য বিষয়ে নানা আলোচনা হ'ল। পিছলৈও ছাৰে মোক ঘৰলৈ মাতি নি নানা উপদেশ-নিৰ্দেশ আদি দিছিল আৰু মোৰ বৰ আপোন হৈ পৰিছিল।

পিছদিনা পুৱা ককাইদেউৰ লগত কটন কলেজৰ অধ্যক্ষ ডি. ই. ৰবাৰ্ট্‌ছ আৰু ইংৰাজীৰ প্ৰধান অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰায়ৰ (পি. ছি. ৰয় নামেই যাক বেছিকৈ জনা যায়) ঘৰলৈ গ'লো। সেই-দিনাই কলেজত নাম-ভৰ্তিৰ বাবে দৰ্খাস্তও দাখিল কৰিলো। কলেজৰ পূৰ্বৰ মহৎ আদিম গৌৰৱৰ পিছত যেন তাৰ বুৰঞ্জীৰ নতুন এক অধ্যায় চলিছে। অসমৰ উচ্চ শিক্ষাৰ ইতিহাস সৃষ্টি কৰা এক কিম্বদন্তী-প্ৰায় প্ৰিন্সিপাল ছুদমাৰ্ছেন ছাহাব কেইবাবছৰো আগতে আঁতৰি গৈছে—যিদৰে আঁতৰি গল তমছন, ব্ৰাউন, গফিন আদি ছাহাব অধ্যাপকসকল আৰু পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, ৰজনীকান্ত বৰবাট, চুনীলাল দে আদি জ্ঞান-গৌৰৱী ভাৰতীয় অধ্যাপকসকল। ছাহাবৰ ভিতৰৰ 'শেষ ৰোমান' ৰবাৰ্ট্‌ছ ছাহাব-কেই যি মাথোন আমি দেখা পালোঁ। তেওঁ অধ্যক্ষ। কেতিয়াবা কেতিয়াবা অঙ্কশাস্ত্ৰ আৰু বস্তুবিজ্ঞান পঢ়ুৱাবলৈও শ্ৰেণীলৈ আহে। এদিন, মনত আছে, তেওঁ আমাৰ হায়াৰ এলজেব্ৰাৰ শ্ৰেণীত এটা সমস্যা ব্লেকবোৰ্ডত পাতি ল'লে, কিন্তু বহুত পৰ ভাবি ভাবি তাৰ সমাধান উলিয়াব নোৱাৰি শুঁহুৰিয়াই শুঁহুৰিয়াই আমাক একো কথা নোকোৱাকৈ ক্লাছৰপৰা ওলাই গুচি গ'ল। সমস্যাটো

আমাৰ সমস্যা সমস্যা হৈয়ে থাকিল। অধ্যক্ষৰূপে কিন্তু তেওঁ বৰ নিয়মানুবৰ্তী আছিল। মই আই এছ্. ছি পৰীক্ষাৰ বাছনি পৰীক্ষা আদথিনি দিব নোৱৰাত তেওঁ বেলেগে মোৰ পৰীক্ষাৰ দিহা কৰিছিল আৰু নতুনকৈ প্ৰকাশ পোৱা Electricity আৰু Magnetismৰ এখন কিতাপ দি ভালকৈ পঢ়িবলৈ কৈছিল। খেলা-ধূলাত তেওঁৰ বিশেষ ৰতি আছিল আৰু ইউৰোপিয়ান ক্লাবত নিয়মীয়াকৈ টেনিছ খেলিছিলগৈ। এদিনাখন আবেলি টেনিছ খেলাৰ পিছত আমাৰ হোস্টেলেদি পাক মাৰোঁতে মোক কেৰম খেলি থকা দেখা পাই বৰ যেন এটা হতাশাৰ ভাব প্ৰকাশ কৰিছিল, 'ইউ প্লেয়িং দিছ্!'

কলেজৰ ছাত্ৰই, বিশেষকৈ বিজ্ঞানৰ ছাত্ৰই যি মনোযোগেৰে আদিৰেপৰা পঢিব লাগে, সেই মনোযোগেৰে মোৰ পঢ়া নহয়। স্কুলৰ দৰেই টিমা তালৰ পঢাৰেই চলিব বুলি অস্পষ্ট এটা ধাৰণাও বোধ হয় এই আওহেলাৰ বাবে দায়ী। তাতে, দৈনিক পঠনৰ কামত মই আৱশ্যকীয় বোধটোক বৰ হেলাও কৰা নাছিলোঁ। আৰু প্ৰায় প্ৰতিজন শিক্ষকৰপৰাই আদৰো পাইছিলো। সমস্ত কলেজৰ ছাত্ৰসকলক লৈ সাধাৰণ জ্ঞানৰ এটা পৰীক্ষা পতা হৈছিল, আৰু তাত মই শতকৰা ৬৮ নম্বৰ পাই সকলোৰে মাজত এটি ওখ স্থান লাভ কৰিছিলোঁ, যদিও মই প্ৰথম বাৰ্ষিক বিজ্ঞান শ্ৰেণীৰ ছাত্ৰহে আছিলোঁ। গুৱাহাটীৰ দৰে মুকলি-হাকলি এখন ঠাইৰ জাকজমকৰ মাজত unchartered freedom ভোগ কৰিবলৈ বিচাৰিছিলো, এনেও নহয়। অৱশ্যে নতুন জীৱনৰ মাজত মনটো মুকলি মুকলি লাগিছিল আৰু সিয়ে শৰীৰ আৰু মন উভয়ৰ ওপৰতে এটা প্ৰসন্নতাৰ ভাব সিঁচি দিছিল। স্বাস্থ্য উন্নত হ'বলৈ ধৰে। তাৰ মাজত মোৰ পঢ়াৰ ঢিল পৰাৰ কোনো কাৰণেই নাছিল। আমাৰ অধ্যাপকসকলো আছিল সুদক্ষ। ইংৰাজী কবিতা পঢ়ুওৱা প্ৰফেছৰ পি. চি ৰায়ৰ দৰে অধ্যাপক সমস্ত কলিকতা বিশ্ববিদ্যালয়ৰ কলেজবোৰতে কমহে

আছিল। পকা থেকেৰা যেন মুখখনি ভৰি শ্মশ্রু-বিশিষ্ট আন এগৰাকী ইংৰাজীৰ অধ্যাপক আশুতোষ চেটার্জীয়ে আমাৰ সাধাৰণতে টিউটৰিয়েল শ্রেণী লয়। সুন্দৰ চেহেৰা আৰু মুখ-ভৰা হাঁহিৰে তেওঁক দেখিলেই মন প্রসন্ন হয়। তেওঁৰ পাঠননো কি ৰসাল! ইংৰাজী গদ্যৰ Iliadখন পঢ়ুৱাইছিল অধ্যাপক হৰেন্দ্রকুমাৰ চৌধুৰীয়ে। তেওঁৰ লেকচাৰবোৰ তুলনামূলকভাৱে শুকান হ'লেও, তেওঁ বৰ পৰিপাটিকৈ পঢ়ুৱাইছিল। দিবাকৰ গোস্বামী ছাৰে (তেওঁ মূলতে সংস্কৃতৰহে শিক্ষক) আমাক অসমীয়া পঢ়ুৱাইছিল। তেওঁ "যুগতত্ত্ব" আৰু "কুমৰ-হৰণ" পঢ়ুওৱালে আমি যিমান কাণ দিব লাগে, সিমান বোধ হয় নিদিছিলোঁ; বৰং ক্লাছত আছকাল লগোৱা আৰু পাৰিলে শ্রেণীৰপৰা কিবা অজুহাতত আঁতৰি যোৱা ছাত্রৰ সংখ্যাই শ্রেণীত যথেষ্ট আছিল। অধ্যাপক হৰ্ষনাথ সেনৰ অঙ্কশাস্ত্র-পাঠন লাভ কৰি যিসকল কৃতার্থ হৈছিল, সেইসকলে তেওঁৰ শিক্ষণৰ সমস্ত ৰীতি-নীতিবোৰ কেতিয়াও পাহৰিব নোৱাৰে। অতি ধুনীয়া ধুনীয়া আখৰকেইটাৰে ব্লেকবোর্ডত অঙ্ক এটা পাতি তেওঁ তাক বোধ হয় কবিতাৰ সমানেই সোৱাদ আৰু ধুনীয়া যেন অনুভৱ কৰিছিল, আত্মপ্রসাদ লাভ কৰি নিজে নিজেই কৈছিল, 'Beautiful sum!' অঙ্কও আকৌ beautiful!! বহুত দিনৰ মূৰত অসমৰ শিক্ষাধিকাৰ-ৰূপে স্কুল পৰিদর্শন কৰি ফুৰোঁতে তেওঁ মোক শিৱসাগৰ ফুলেশ্বৰী স্কুলত দেখা পাই তেওঁৰ beautiful sum দেখাৰ দৰে আনন্দ নাপাইছিল, বৰং হতাশাত হুমুনিয়াহৰ দৰেহে তেওঁৰ মাতটো বাজিছিল: 'তুমি এখানে!' অঙ্কৰ আনগৰাকী শিক্ষক ৰাধাকান্ত দাসবো বিষয়টোত বৰ বত্তি। তেওঁ প্রায় নীতিগতভাৱে ক্লাছৰ দুৱাৰদলিৰ ভিতৰত ইংৰাজী আৰু তাৰ বাহিৰ হ'লেই অসমীয়া কৈছিল। ক্লাছত তেওঁক কঠোৰ যেন লাগিছিল; কিন্তু বাহিৰত হ'লে একেবাৰেই ধকুৱা। তেওঁ কথা কওঁতে অলপ খোনাইছিল আৰু তেতিয়া 'ত'বোৰ 'প'কৈ উচ্চাৰণ কৰিছিল। এদিন কলেজৰ

থাই ডাঙৰ ঘৰটোৰ পশ্চিমৰ কালৰ গেলেৰিত বহি ছাৰৰ ক্লাছত অন্ধ কৰি আছিলোঁ। হঠাতে সমুখৰ আলিবাটে যোৱা একন মানুহে বাইছাইকেলে সৈতে বাটতে বাগৰি পৰি এটা বৰ শব্দ কৰিলে। মই বহিঁথপৰা চকু তুলি বাটলৈ চাওঁতেই ছাৰে মোক দেখি অমনোযোগী হোৱা বুলি ভাবি খংকৈ ক'লে, 'ইউ ৰোল নম্বৰ ছুরেন্দ্ৰ আই খেল্ পান্ ইউ আউট্ অব্ দি ক্লাছ।' তেওঁ ল'ৰাৰ নামতকৈ ৰোল নম্বৰটোহে মনত ৰাখিবলৈ বেছি সুবিধা পাইছিল। সি যি হওক, ছাৰৰ কঠোৰতাৰ ভয়তে কিয়নো মোৰ চকু দুটা শ্ৰেণীৰ বাহিৰলৈ গৈছিল, ছাৰক তেতিয়া সেই কথা কোৱা নহ'ল; তাৰ পিছতো ছাৰক এশবাৰ লগ পাওঁতেও মোৰ সেই জবাবদিহিটো কৰা নগ'ল! ছাৰেতো মোক 'পান্ আউট' কৰা নাছিলেই।

আমাৰ ৰসায়নৰ অধ্যাপক আনন্দকুমাৰ দাস, যদুলাল মুখাৰ্জী আৰু শৰৎচন্দ্ৰ চেটাৰ্জী। শেহৰজনে আমাৰ এদলৰ প্ৰেক্টিকেল ক্লাছো লৈছিল। তেওঁৰ কথা কোৱাৰ ঠগ বৰ নাটকীয় আছিল। 'Soda-water is nothing but carbon dioxide, compressed into water under a high pressure' বুলি কওঁতে তেওঁ nothing, compressed আৰু high pressure শব্দকেইটাত এনে খাসাঘাত প্ৰয়োগ কৰিছিল যে আমি চকুৰ আগতে চোঁদাপানীৰ বটলটোত খট্ কৰে কাচৰ গুলীটো লাগি যোৱা যেন অনুভৱ কৰিছিলোঁ। মই আই. এছ্. চি. পাছ কৰি বি. এ. শ্ৰেণীত নাম লগোৱাৰ পিছত শৰৎ বাবুৱে এদিন বাজআলিতে মোক দেখা পাই "O you deserter" বুলি চিয়ঁৰি উঠিছিল। তেওঁৰ বোধ হয় ভাব আছিল, মই বিজ্ঞানৰ ছাত্ৰ-ৰূপে থকা হ'লেই ভাল হ'লহেঁতেন। বস্তুবিজ্ঞানৰ শিক্ষক অধ্যাপক সুৰেন্দ্ৰনাথ চেটাৰ্জী আৰু দেবেন্দ্ৰলাল দাস। আমাৰ খুব ভাল শিক্ষক আছিল উদ্ভিদবিদ্যাৰ অধ্যাপক অতুলচন্দ্ৰ দত্ত। তেওঁৰ সুন্দৰ A Text-Book of

Botany (অক্সফোর্ড ইউনিভাৰ্ছিটি প্রেছ) ভাৰতৰ বহুত ঠাইত চলিছিল আৰু চলে। তেওঁৰ মাতটোত এটা তীব্রতা আছিল, যিহৰ কাৰণে তেওঁৰ বাক্যবোৰ তীক্ষ্ণভাৱে আমাৰ কাণত আৰু মনত প্রৱেশ কৰিছিল। লেকচাৰত তেওঁ আলোচনা কৰা উদ্ভিদবিলাকৰ অসমীয়া নাম কৈ গৈছিল, গতিকে কথাবোৰ বুজা সহজ হৈছিল। তেওঁৰ পঢ়ুওৱা মোৰ ইমান ভাল লাগিছিল যে আই. এছ্. চি.ৰ বাছনি পৰীক্ষাত শতকৰা ৮১ নম্বৰ পাবলৈ সক্ষম হৈছিলো, আৰু প্রেক্টিকেল ক্লাছত ছবি আঁকিবলৈ ধৰাৰপৰা চিত্রাঙ্কনত এটা সাধাৰণ ৰুচিও বহি গৈছিল।

টাৰ্মিনেল আৰু বছৰেকীয়া পৰীক্ষাবোৰত মোৰ ভাল ফল নফলিছিল। অসমীয়াত সদায় প্রথম নম্বৰ বৈছিল আৰু ইংৰাজীতো ভালেই হৈছিল যদিও বিজ্ঞানৰ বিষয়বোৰত উঠা-পৰা হৈ আছিল। বিশেষকৈ অঙ্কশাস্ত্রত অৱস্থা কাহিল চলিছিল। মনত আছে, যত্ন কৰি বছৰেকীয়া পৰীক্ষাত অঙ্কৰ কাকতখনৰ উত্তৰ কৰি চকুপানী টুকিব লগীয়া হৈছিল আৰু মাথোন ৫০ নম্বৰহে পাইছিলো। শেহত্তত ফাইনেল আই. এছ্. ছি. পৰীক্ষাত প্রথম বিভাগ পোৱাৰ বাহিৰে বিশেষ কৃতিত্ব মোৰ বাবে নৰ'ল। এইটো ক'ব পাৰি যে হোস্টেলৰ জীৱনৰ লগত সমতা ৰাখি পঢ়া-শুনা কৰাত অসুবিধা পাইছিলো। ইফালে ৰাজহুৱা কাজ-কৰ্মৰ প্রতিয়ে মোৰ আগ্রহ বেছি হৈছিল। কটন কলেজ ইউনিয়ন ছোছাইটিৰ বিষয়ববৰ বাবে প্রাৰ্থীসকলৰ নিৰ্বাচন-অভিযানবোৰে ইতিমধ্যেই বিধান সভাৰ প্রাৰ্থীসকলৰ 'তোড়-জোড়'ৰ সমপৰ্যায় লাভ কৰিছিল আৰু হোস্টেলবোৰেই সেইবোৰ অভিযানৰ ঘাটি হৈছিল। শুনা যায়, ছুবছৰমান আগতে মাধৱচন্দ্র বেজবৰুৱা ইউনিয়ন ছেক্রেটাৰি হোৱাৰ বাবৰপৰাই নিৰ্বাচন অভিযানে বিপুলৰ প্ৰাত কৰে। মই হোস্টেলত সোমোৱাৰ পাছৰপৰাই ইলেক্শ্যন কেম্পেইনৰ পূৰ্ণ পয়োভৰ। সেইবাৰ পৱিত্রপ্রাণ চাংকাকতী (নলিনী

বালা দেৱীৰ পুত্ৰ )ছেক্ৰেটাৰি হোৱালৈকে। নৱাগত-আদৰণিৰ অভিনৱ আড়ম্বৰেও চমক খুৱাইছিল। উইনিয়ন ছোছাইটিৰ নাম-নাচৰে আন এটি অনুষ্ঠান আছিল গুৱাহাটী এ. এছ. এল্. ক্লাব। কলিকতা এ. এছ. এল্. ক্লাবৰ লগতে এই অনুষ্ঠানৰো এটি সুদীৰ্ঘ ঐতিহ্যপূৰ্ণ সম্পৰ্ক আছিল। কিন্তু ইউনিয়ন ছোছাইটিৰ তুলনাত তাৰ অস্তিত্ব কম অনুভৱ কৰা গৈছিল। ক্লাবৰ পুঁজি সৰু আৰু সি কেৱল অসমীয়া ছাত্ৰৰহে অনুষ্ঠান। অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য, দেশভক্ত তৰুণ-ৰাম ফুকনকে ধৰি গুৱাহাটীৰ বৰেণ্যসকলে ক্লাবৰ অধিৱেশনবোৰত যোগ দি ছাত্ৰসকলক নিজৰ মহৎ সান্নিধ্যৰ সুযোগ দিছিল। শঙ্কৰ-দেৱ, মাধৱদেৱ, আনন্দৰাম বৰুৱা আদিৰ তিৰোভাৱ-তিথিকে ধৰি আন আন উপলক্ষ্যত সাহিত্যৰ চৰ্চাত ল'ৰাহঁতে বৰেণ্যসকলৰ পথ-প্ৰদৰ্শন লাভ কৰিছিল সমজুৱাভাৱে। কিন্তু দেশৰ স্বাধীনতা-লাভৰ পিছতে, কি মহৎ উদ্দেশ্য আগত ৰাখি ক'ব নোৱাৰোঁ, সেই ঐতিহ্য-পূৰ্ণ অনুষ্ঠানটিক হত্যা কৰা হ'ল। সি আকৌ কেতিয়াবা পুনৰ্জীৱন লাভ কৰিবনে, ক'ব নোৱাৰোঁ। কলিকতাৰ ক্লাবটিও বোধ হয় এতিয়া নামতহে আছে, যদিও honourable burial এটিও সি পাবৰ যোগ্য বিবেচিত হৈছেনেকি, নাজানো। মই কলেজত সোমো-ৱাৰ লগে লগে এ. এছ. এল্. ক্লাবৰ প্ৰতি আকৃষ্ট হৈছিলো আৰু প্ৰথম বাৰ্ষিক শ্ৰেণীৰ প্ৰতিনিধি-ৰূপে তাৰ অধিৱেশনবোৰ আকৰ্ষক কৰিবৰ যত্ন কৰিছিলো। তাত কবিতা কেইটাও পাঠ কৰিছিলোঁ। কলেজৰ ছাত্ৰৰ মুখপত্ৰ "কটনিয়ান"ৰ বাবে এটা ইংৰাজী কবিতা লিখি অধ্যাপক ভূঞা ছাৰক দেখুৱালোঁ। ছাৰে ভাল বুলিলে। Stray Pleasures নে কি, সেইটোৱে সেইবাৰৰ "কটনিয়ান"ৰ পাত শোভা কৰিলে! বেপ্টিস্ট মিছনৰ কুমাৰি হোম্‌ছ আৰু নিকোলছ নামে দুগৰাকী মহিলাই আধুনিক অসমীয়া সাহিত্যৰ বিষয়ে লিখা এটা সুন্দৰ ইংৰাজী প্ৰবন্ধ ভূঞা ছাৰৰপৰা পাই তাৰ অনুবাদ এটা কৰি "আৱাহন"

কাকতলৈ পঠিয়াওঁ। তাত এখন পাতনিও সংযোগ কৰি দিছিলোঁ। সেই এবেগতীয়া পাতনিয়েই সাহিত্যিসকলৰ বৰ সমাদৰ লাভ কৰিছিল। ইংৰাজী অনাৰ্ছ পঢ়া ওপৰ শ্ৰেণীৰ এজনৰ It's a piece of literature বোলা প্ৰশংসাত উল্লসিত হৈছিলো। সেইবাৰ বিহুৰ সংখ্যা "বাতৰি"ত "ঋতু-সুৰ" নামে এখন নাটিকাও (পিছত কিতাপ হৈ ওলাইছিল) প্ৰকাশ পাইছিল। তদুপৰি, সেই সময়তে ভূঞা ডাঙৰীয়াৰ নিৰ্দেশক্ৰমে A Native ছদ্মনামত আনন্দৰাম ফুকনে ইংৰাজীত লিখা A Few Remarks on the Assamese Language and on Vernacular Education in Assam পুস্তিকাৰ মোৰ অনুবাদ এক দীঘলীয়া পাতনিৰে ধাৰাবাহিকভাৱে "আৱাহন" কাকতত ওলাবলৈ ধৰে। এইবোৰ সৰু-সুৰা সাহিত্য-কৰ্মত লাগি থাকি পঢ়াত হাতীপুঁড় নিদি নিজৰ প্ৰতি অন্যায় কৰিছিলোঁ বুলিও কেতিয়াবা ভাব হয়; কেতিয়াবা অকণমান ভাবোঁ, আচলতে মোৰ বাটৰে কেনা লাগিছিলনেকি! অৱশ্যে এইটো ঠিক যে ৰাহ লগাই নপঢ়া বাবেই বিজ্ঞানৰ বিষয়বোৰ ঠিক দখললৈ অনা টান হৈছিল। এটা বিষয়ত ধৰোঁতে আন এটা পৰি গৈছিল, তাক তুলিবলৈ আহুকাল হৈছিল। বাছনিত উদ্ভিদবিজ্ঞানৰ কাকতত এশত ৮১ নম্বৰ পায়ো বিশ্ববিদ্যালয়ৰ পৰীক্ষাত তাৰ বহুত কম পাইছিলো, কাৰণ বিষয়টোৰ সমস্ত পঢ়া পৰীক্ষাৰ আগৰ তুলিনলৈ গৰাই থৈ টোপনি-খতি কৰিছিলো। মোৰ সদায় দখলৰ অসমীয়াতো ডিস্টিংকশ্যনৰ ওচৰকে নাচাপিলো। বিশেষকৈ বাছনি পৰীক্ষাৰ সময়ত আধাখিনি পৰীক্ষা দিব নোৱৰাকৈ অসুখে বিধি-পথালি দি ধৰিছিল আৰু শেহ পৰীক্ষালৈকে তাৰ জেৰ আছিল।

আমি প্ৰথম বাৰ্ষিক শ্ৰেণীত থকা সময়তে জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰথম অসমীয়া বোলছবি "জয়মতী"ৰ চিত্ৰ-গ্ৰহণৰ কাম চলিছিল, আৰু আমি শ্ৰেণীৰ ছুটীৰ পিছত বা তাৰ আগতো খাবজুলিলৈ গৈ গছৰ প্ৰকাণ্ড মুঢ়া এটাৰ ওপৰত ডালিমীয়ে নচা

আৰু ওচৰৰ টিলাৰ কুকুং এটাৰ পানীত নিজৰ প্ৰতিবিম্ব চাই মুগ্ধ হোৱা দৃশ্য কেমেৰাত তোলা চাইছিলোগৈ। তাৰ মাজতে এদিন অধ্যাপক ভূঞাৰ ঘৰত জ্যোতিপ্ৰসাদক দেখিছিলো; তেতিয়া শৰাই-ঘাটৰ শেহৰখন ৰণত মোগল আৰু অসমীয়াৰ বল-আঙুৰোৰ ঠেকা-ঠেকি হৈ সিবোৰৰ ওপৰে খোজ কাঢ়ি কেনেকৈ লুইত পাৰ হ'ব পৰা হৈছিল, তাৰ বৰ্ণাঢ্য বৰ্ণনা দি ছাৰে আগৰৱালাক শৰাইঘাটৰ ৰণৰ এখন চলচ্চিত্ৰ কৰাৰ উপদেশ দিছিল। "জয়মতী" চোৱাৰ পিছত অসমীয়া বোলছবিৰ ভৱিষ্যৎ চিন্তা কৰি মই "আৱাহন"ত সৰু এটা প্ৰবন্ধ লেখিছিলো। গুৱাহাটীৰ শ্ৰীশুভচন্দ্ৰ বৰুৱাই বিহু কাৰ্ড উলিওৱাৰ তাৰ ভূঞা ছাৰৰ আগত প্ৰকাশ কৰাত মোৰ সৰু মোমাইদেউৰ (থানেশ্বৰ হাজৰিকা) 'বিহুৱান' নামৰ কবিতাৰ বনগীত-জতুৱা কলিবোৰ মোমাইদেউৰপৰা লৈ সজাই দিছিলোঁ; তাকে বৰুৱাই কাৰ্ড কৰি ছপাই উলিয়াইছিল। বিহুৰ ওলগৰ কাৰ্ড সেয়াই আমাৰ প্ৰথম।

গুৱাহাটীলৈ অহাৰ লগে লগে শিক্ষাগুৰুসকলৰ বাহিৰেও দেশৰ অনেকজন বৰণীয় সুপুৰুষৰ লগ পাবলৈ, সিসকলৰ সান্নিধ্য লাভ কৰিবলৈ আৰু সিসকলৰ ব্যক্তিত্বৰ ছায়াত খন্তেক জিৰাবলৈ সুযোগ ঘটে। সেইসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালাৰ নামকে বোধ হয় পোনতে ল'ব লাগিব। আজিৰ চন্দ্ৰকুমাৰ আগৰৱালা পথৰ তেওঁৰ পুৰণি ঘৰতে তেওঁক অনেক আবেলি লগ পাইছিলোঁগৈ। তেওঁ কথা বৰকৈ নকৈছিল, মাথোন জোখৰ কথা কেইটাকে পাতিছিল। তাৰ মাজতে পঢ়া-শুনাৰ খবৰ লোৱা, ইটো-সিটো উপদেশ দিয়াটি তেওঁ কৰিছিল। গান্ধীটুপীয়ে সৈতে খাদৰৰ সাজেৰে তেওঁক দেখাত খীণ মোতীলাল নেহৰু যেনেই লাগিছিল। তেওঁৰ লগত সাহিত্যৰ কথা পাতিবলৈ মই অত্যন্ত সৰু প্ৰাণী; দুই-এটা কথা মাথোন সুধিছিলোঁ আৰু তেওঁ তাৰ উত্তৰ দিছিল। তেওঁৰ তুলনাত

কমলাকান্ত ভট্টাচাৰ্য আছিল হৰ্‌হৰীয়া। তেওঁ তেতিয়া কাণে কম শুনিছিল যদিও, দুজনক লগ পালে মহৎ উৎসাহেৰে সকলো বিষয়ৰ কথা হৰ্‌হৰ্‌কৈ কৈ গৈছিল। আৰু সেই সকলো কথাতে ডেকা-বোৰে দেশৰ মঙ্গল সাধিব লাগে, এই কথাই আগ ঠাই লৈছিল। 'প্ৰশান্ত পুৰুষ আনন্দময়', জ্ঞান-গৌৰৱতো মহান জ্ঞানদাভিৰাম বৰুৱা প্ৰিঞ্চিপাল জে. বৰুৱা নামেৰেহে খ্যাত। দীঘলী পুখুৰীৰ পাৰৰ আৰ্ল ল কলেজৰ তেওঁৰ নিৱাসলৈ গ'লেই তেওঁক লগ পাওঁ। য'তে লগ পাওঁ তেওঁ দুই হাত যোৰ কৰি শিৰলৈ তুলি নমস্কাৰ কৰে—তুমি কৰা বা নকৰা। তাৰ পিছত আৰু কথাৰ অন্ত নপৰে। আনন্দৰো। কমলাকান্ত, চন্দ্ৰকুমাৰ আৰু জ্ঞানদাভিৰাম—এই তিনি-গৰাকী সিদ্ধপুৰুষক একেলগে সেই ঠাইতেই প্ৰায় লগ পাওঁ। ওখ ভেটিটোৰে উমেশচন্দ্ৰ চৌধাৰীৰ পুৰণি ঘৰটোত এখন কাঠৰ আৰামী বেঞ্চত আমাৰ আটাইখনেৰে আতা ৰঘুনাথ চৌধাৰী বহি থাকে আৰু আমি গ'লে কবিতাৰেপৰা শাক খোৱা ভাত খোৱালৈকে সকলো কথা কয়। তেওঁৰ লগত মোৰ ঘনিষ্ঠতা লাহে লাহে বাঢ়ি গৈ থাকে। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণৰাম ফুকনক সভা-সমিতিতে যি লগ পাওঁ। প্ৰথমজন কঠোৰ নিয়ম-নীতি মানি চলা দেশকৰ্মী, আৰু পিছৰজন সকলো ৰসৰে ৰসিক উৎফুল্ল-প্ৰাণ পুৰুষ। আমাৰ আই. এছ্. ছি, পৰীক্ষাৰ কেইদিনমান পূৰ্বতে মাথোন কৰ্মবীৰৰ দেহাৱসান হয়। আৰু সেই বাবে বিপুল শৱ-যাত্ৰাত আমি বহুতে যোগ দিব পৰা নাছিলোঁ। অম্বিকাগিৰি ৰায়চৌধুৰীকো বাটতে বা ঘৰতে লগ পাইছিলোঁ। গুৱাহাটীলৈ আহিলত সৰু মোমাইদেউ (থানেশ্বৰ হাজৰিকা) আৰু তেওঁৰ পৰিয়ালক প্ৰায় সদায় পাব পৰা হ'লোঁ—হয় তেওঁ মেনেজাৰ থকা আনাপাৰা ফাৰ্মৰ কোৱাৰ্টাৰত নহ'লেবা মাইদেউৰ (বুধা হাজৰিকা) দেউতাক মহেন্দ্ৰলাল বৰুৱাৰ (কনকলাল বৰুৱাৰ ভায়েক) ঘৰত;

আৰু মোমাইৰ ছোৱালী ডলী পিলিৰ আৰু লগতে তেওঁলোকৰ চুবুৰীয়া খেলাৰ লগৰীয়াবোৰৰ মই সাধুকথা কোৱা অকণদাদা হৈ পৰিলোঁ। সাহিত্যকৰ্ম আদি বাজহুৱা জীৱনৰ লগত সম্পৰ্ক থকা সেই সময়ৰ গুৱাহাটীৰ পিছৰ চামৰ নলিনীবালা দেৱী, সৰ্বেশ্বৰ শৰ্মা কটকী, দৈবচন্দ্ৰ তালুকদাৰ, হৰমোহন দাস, উমেশচন্দ্ৰ চৌধাৰী, জগদীশচন্দ্ৰ মেধি (পিছত ডক্টৰ মেধি) মহেন্দ্ৰনাথ ডেকাফুকন, মাধৱচন্দ্ৰ বেজবৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা ("অসমীয়া" কাকতৰ সম্পাদক) আদিৰে গুৱাহাটী এ. এছ্. এল্. ক্লাবৰ প্ৰসঙ্গতে হওক বা আন ৰাজহুৱা কামতে অলপ অলপকৈ সংসৰ্গ ঘটে। পুৰণি চামৰ আৰু চৰকাৰী কামৰপৰা অৱসৰ লৈ বহা কালিৰাম মেধি (ভাষাতাত্ত্বিক আৰু পাঠ-সমীক্ষাৰ বাটকটীয়া), বিষ্ণুপ্ৰসাদ গুৱৰা (তাহানিতে 'আই-তাৰ বিয়া' কবিতা লেখা) আদিসকলকো ক্লাবৰ কামত আমাৰ মাজত পাইছিলোঁ। মাহে-দুমাহে মই আৰু এখনি তীৰ্থলৈ অহা যোৱা কৰিছিলোঁ। সেয়া হ'ল আজি-কালি হেমকোষ প্ৰেছত পৰিণত হোৱা আগৰ নিউ প্ৰেছৰ (আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাবলিছাৰ্চ লিমিটেড) খাৰঘুলিৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ ছপাশাল। প্ৰেছৰ মেনেজাৰ খগেন্দ্ৰনাথ দত্ত ভূঞাদেৱক লগ পাই ককাইদেউৰ কিতাপৰ বাবদ পাব লগীয়া (তেওঁলোকে "অসমীয়া" কাকতত জাননী দি তেওঁ-লোকে ছপোৱা বা আনে ছপোৱাও কিতাপ বেচিছিল) পাই-পইছা হিছাপ কৰি আনিছিলোঁ। প্ৰেছৰ ওচৰতে কোনোবাখিনিত অসমান ঠাই এডোখৰ আছিল, যাক লক্ষ্মীনাথ দাস আদিসকলে ধেমালিতে নেওগ কল্‌ছ নাম দিছিল, কাৰণ সেই ঠাইতে হেনো মোৰ ককাই-দেউ এবাৰ বাইছাইকেলৰপৰা পৰিছিল নিউ প্ৰেছত তেওঁ কাম কৰা সময়ত। পিছে ঠাইডোখৰত ভীমপৰা বিলৰ নিচিনাকৈ বিল এখনহে হোৱা নাছিল।

কলেজৰ জীৱন আধুনিক জীৱনৰ ভিতৰবে এটি অতি ক্ষমাল

অংশ। সেই ৰসাল অংশটোক আৰু ৰসাল কৰে হোস্টেল-নিৱাসে। নতুন যৌৱনৰ বেগত উটি অহা বিবিধ স্বভাৱ, বিবিধ মনোভাৱ, মনোবল আৰু মনোবৃত্তি আৰু তৰহে তৰহে অভ্যাস আৰু আচৰণ, হৰেক মেজাজ-ডেমাক লৈ অনেক ডেকা তাত সম্মিলিত হয়। ('বিবিধের মাঝে দেখ মিলন মহান!') তেওঁলোকৰ মাজত মিল হয়, কেতিয়াবা অমিলো হয়। কিন্তু মিল-অমিল দুইটাৰপৰাই আনন্দ উদ্ভৱ হয়। নানা পৰিৱেশৰপৰা অহা সেই প্ৰাণীবোৰৰ আচাৰ-ব্যৱহাৰ সকলো ফালেযে একে হ'ব, সেইটোতো আশা কৰা নাযায়। সেই গতিকে বিবিধ জনৰ বিবিধ ধৰণৰ angularity, অমিল-অজীৰ্ণ স্বভাৱ হোস্টেলৰ সামাজিক জীৱনৰ ধঁহনি খাই পৰ্বতৰ নৈৰ বুকুৰ শিলগুটিৰ দৰে মিহি হৈ পৰে। আইৰ ওচৰত চলা ঘৰুৱা চলন-কৰণো সেইদৰে কেতিয়াবা সলাই নতুন সামূহিক জীৱনত খাপ খুৱাই ল'ব লাগে। এই খাপ খুৱাব পৰা গুণটি নহ'লে তাৰ ফল সৰহ-তাকৰ পৰিমাণে বিষময় হয়। সামূহিক জীৱনে যেনেকৈ গাইগুটীয়া জীৱনৰ ৰূপৰ অনেক পৰিবৰ্তন সাধে, কেতিয়াবা ব্যক্তিগত জীৱনৰ বিশেষ ভাল লগা বস্তুও হৰণ কৰে, তেনেকৈ ব্যক্তিগত জীৱনক নানাভাৱে সমৃদ্ধ কৰে। বাস্তৱিকতে সামূহিকটোৱে ব্যক্তিগতটোৰপৰা কাঢ়ি নিয়াতকৈ দানেই অধিক দিয়ে আৰু ব্যক্তিক অধিকভাৱে 'সামাজিক পশু' কৰি তোলে। কলেজৰ হোস্টেল জীৱনৰ লগত নিজকে খাপ খুৱাব নোৱাৰি পৰাজয় লৈ ঘৰলৈ ঘূৰি যোৱা ছাত্ৰও দেখিছো। আনফালে, নিজৰ ব্যক্তিগত সুবিধালৈ লাখোন চাই আনৰ সুবিধা-অসুবিধাৰ বিচাৰ নকৰা লোকো তাৰ মাজতে ওলায়। যেনেকৈ, এজনে নিশা খাই উঠি নিজমত পঢ়িবলৈ কিতাপ মেলে আৰু তাৰ আগৰখিনি সময়ত পাঠ-মগ্ন আনসকলক আমনি দি ঘূৰে; কোনোৱে নিজে শব্দ কৰি পঢ়ে কিন্তু কোঠাৰ লগৰীয়া কেইজনে টু কৰিলেই টিকুচি-বিকুচি উঠে। এনে সকলোবোৰ

অমিল-অজীৰ্ণ সুৰ যেতিয়া জীণ যায়, তেতিয়াই হোস্টেলৰ জীৱন সাৰ্থকভাৱে বসাল হয়। অনেক সময়ত লগৰীয়াৰ আমনিও আমোদ-দায়ক হয়। আমাৰ লগৰ দুজনমানৰ ছুখৰ অভ্যাস আছিল কুলবিলৰ গোসাঁইৰ, কবিৰাজী ঔষধালয়ৰপৰা ভাং-লগা মোদক আনি খোৱা। সেই খোৱাৰ মাত্ৰা যেতিয়া অধিক হয়, তেতিয়া অহোবলিয়াকি কৰি বহুতৰ পঢ়াৰ সময়খিনি অপব্যয় কৰাটো তেওঁলোকৰ কাম হৈ পৰে। তেতিয়া কাৰ ওচৰত মাকে-বায়েকে দি পঠিওৱা পুৰণি থেকেৰা আছে, বিচাৰি লৈ তাৰ পানী অহোবলিয়াজনক খুৱাব লগীয়া হয়। এবাৰ মই তেনেকৈ এগিলাছ থেকেৰাপানী এজনক খাবলৈ দিওঁতে তেওঁ 'আই ঔ, মহেশ্বৰ ঐ, তুমি বৰ ভাল মানুহ ঐ' বুলি গিলাছটো হাতত লৈ মোৰ মুখতে পানীখিনি মাৰি দিছিল। এনে কৌতুক হোস্টেল জীৱনৰ লগৰীয়া। মহাদেৱৰ বস্তু-সেৱনৰ ৰীতি কিছু দিন আগৰেপৰাই ঐতিহ্য-ৰূপে কটন হোস্টেল-বোৰত চলিছিল। আমাতকৈ ছয়-সাত বছৰৰ আগৰ এজন কট-নিয়ানে নিজৰ এনে বহুত অভিজ্ঞতাৰ কথা কৈছিল। এদিনাখন গধূলি তেওঁৰ মোদক-সেৱন অত্যন্ত বেছি হৈছিল। বহুত পৰ তেওঁ হোস্টেলত ভাল-কাল লগাই থকাৰ পিছত তেওঁৰ হঠাতে মনত পৰিল যে তেওঁ ঘৰলৈ লেখা এখন চিঠি ডাকত দিবলৈ বৈ গ'ল। তেওঁ তৎক্ষণাৎ পঢ়া মেজৰপৰা চিঠিখন লৈ লেটাৰ-বক্স বিচাৰি ওলাল। কিন্তু অনেক বাট ঘূৰি ঘূৰিও চিঠিৰ বাকচ বিচাৰি নাপায়। ক'লৈনো গ'ল বাকচটো! শেষত জানিবা তাক হঠাতে চকুৰ আগতে পোৱা গ'ল আৰু তেওঁ চিঠিখন সন্তৰ্পণে তাতে পোস্ট কৰি থৈ আহিল। পাছে পাছদিনা আবেলি হোস্টেলৰ দ্বিতীয় মেছৰ ছুপাৰিণ্টেণ্ডেণ্ট অধ্যাপক বিজয়চন্দ্ৰ সেনগুপ্তই কটনিয়ানজনে এমাহৰ আগতে ঘৰৰপৰা পোৱা পুৰণি কাৰ্ড এটা তেওঁলৈ পঠিয়াই দিয়ে লিয়নে ভুলতে তেওঁৰ ঘৰৰ চিঠিৰ বাকচত সেইখন সোমাই

থৈ যোৱা বুলি ভাবি। প্ৰকৃততে কটম্নিয়ানজনে নিজেহে ভাগৰ জালত ডাকঘৰীয়া চিঠিৰ বাকচ বিচাৰি নাপাই বিজয় বাবুৰ ঘৰুৱা চিঠিৰ বাকচত আগৰাতি পেলাই থৈ গৈছিল; ডাকত দিব লগীয়া কোনো চিঠিয়েই তেওঁৰ নাছিল।

মই প্ৰথম বছৰ থাৰ্ড মেছৰ ফিফ্‌থ ব্লকৰ যিটো কোঠাত আছিলো, তাত আগৰ বছৰ থকা এজন ছাত্ৰৰ বোলে যক্ষ্মাৰোগ হৈছিল। সেই কাৰণে সেইটো কোঠাত কোনো থাকিব নোখোজে। আমি তিনিজন ওলালো, তাতে থাকিম বুলি ঘোষণা কৰিলো। ছুপাৰিণ্টেণ্ডেণ্টে অধ্যাপক হৰ্ষনাথ সেনে সকাহ এটা পাই কোঠাটোত "চূণৰ চূণ-তেল ঘঁহাই আনপ্ৰকাৰ শোধন-ব্যৱস্থাও অৱলম্বন কৰি আমাক তাতে থাকিবলৈ দিলে। আনে আশঙ্কা কৰা ৰোগৰ ভূতটোৱে কিন্তু আমাক নাপালে। এটা সৰু কথা লৈহে আমাৰ মাজত এটা কোহ্‌কাল লাগিছিল। এজন কম-মেটে পুৱা-গধূলি চাহৰ লগত কুকুৰা কণী সিজাই, আধা সিজাই খায়। এক দেও-বাৰে তেওঁ গা-ধোৱা ঘৰলৈ যাওঁতে হোষ্টেলত থকা তেওঁৰ শ্ৰেণীৰ বন্ধু কেইজনে তেওঁৰ গোলাপ ফুল লগা টিনৰ ছুটকেছত বন্ধ কৰি থোৱা কেয়োটা কণী নি প্ৰাইমাছ ষ্টোভত সিদ্ধ কৰিলে আৰু কম-মেট আহিলত তেওঁকো মাতি নি সেই কেয়োজনে একেলগে বণ্টি খালে। পিছে খাই থাকোঁতে কম-মেটে সহপাঠীসকলৰ চকুত ছুষ্ট হাঁহি এটা যেন দেখা পাই সন্দিহান হৈ কোঠালৈ লৰি আহি দেখে যে কুকুট-ডিম্বৰ তেওঁৰ ভঁৰাল উদং। তেওঁৰ খং উঠিল, আৰু খঙৰ কোপটো মোৰ কালে টোঁৱাই দি মোকে (যদিও সিজোৱা কণীৰ এটা ক্ষুদ্ৰ ভাগ পৰ্যন্ত মই পোৱা নাছিলোঁ।) জগৰীয়া কৰি গালি পাৰিবলৈ ধৰিলে আৰু 'ৰ'ৰাঁ, মই ছুপাৰিণ্টেণ্ডেণ্টক 'ৰিপোৰ্ট দিওঁগে' বুলি হোষ্টেলটোৰ দীঘলীয়া বাৰাণ্ডাইদি আকাশ-পথে উৰি যোৱা বেগত গতি কৰিলে। তেওঁক সেই বায়ু-বেগে

যোৱা দেখা পাই আগফালৰ টেনিছ-কৰ্টত ব'দ লৈ থকা টেটকুটীয়া বন্ধু এজনে 'হেবি দেউ, মাটি ছুই যক, মাটি ছুই যক' বুলি এটা কিৰীলি পাৰিলে। আমি ভাবিলোঁ, সিমানতে কথা শেষ হ'ব, সেই হাঁচিতে দেউৰ খং উৰি যাব। কিন্তু ৰুম-মেটে টেটকুটীয়া বন্ধুলৈ খঙেৰে চিলনীৰ দৰে এটা চোঁচা ললে, আৰু বন্ধুজন পলাই কলাত তেওঁ একেবাৰে হৰ্ষ বাবুৰ ওচৰ পালেগৈ। কিন্তু 'ৰজাৰ আগত দিলে গোচৰ, ৰজাই বোলে কাণখনকে মোচৰ।' ছাৰে কৰিব কি। হৰ্ষ বাবুৱে গোচৰটো ছোপৰ্দ কৰিলে মনিটৰলৈ। মনিটৰে মোক তলব দিলে আৰু মোৰ জবানবন্দি ল'লে। সিমানতে কেছটো 'ঘিছমিছ' হ'ল। ৰুম-মেটেও আৰু হ'বপায় তাৰ খবৰ নল'লে। তেতিয়াৰপৰা তেওঁৰ টিনৰ গোলাপী ছুটকেছত 'হৰ্ডিং' বন্ধ হ'ল।

হোস্টেলৰ জীৱনৰ মধুৰ সুৱাস উৰিবলৈ ধৰে জহকালি সকলোৱে ভাত-পানী খাই উঠাৰ পিছত। কলেজৰ ঘাই ঘৰটোৰ (এতিয়া সেই ঐতিহ্যপূৰ্ণ ঘৰটো ভাঙি তাৰ ঠাইত নতুন ঘৰ সজা হৈছে) উত্তৰ ফালৰ বহল বাৰাণ্ডাখনত বতাহ লৈ আমি সকলোৱে মেল মাৰোঁগৈ। সকলোৱে যি পাৰে ভগা ঢোলৰ মাতেৰে হ'লেও আমি তাতে সঙ্গীত-চৰ্চাও কৰোঁ। সেই মেলত আটাইতকৈ সৰহ ৰস দিব পৰা মানুহ আছিল মোৰ এজন ৰুম-মেট, ভুবনচন্দ্ৰ শইকীয়া। থাউকাল সেই মানুহজনক কেইদিনমান আগতে ওলোৱা "জয়মতী" বোলছবিৰপৰা লৈ আমি নাম দিছিলো ঘিটিক। আনসকলে বিহু নাম লগাই দিয়ে। ঘিটিকে টাকুৰি ঘূৰাদি ঘূৰি নাচে। বাৰাণ্ডাৰ সেই ঠাইডোখৰ আমাৰ আগৰ পুৰুষৰ ছাত্ৰসকলেও জহকালিৰ নিশাৰ ৰং-ৰহইছৰ পুৰী-ৰূপে ব্যৱহাৰ কৰি গৈছিল। তেনে এজন পূৰ্বসূৰীয়ে কৈছিল যে এদিনা তেওঁ তেনে মেলত লাগি থাকোঁতে তেওঁক এক দুষ্ট বুদ্ধিয়ে দাগ দিলে। ক'ৰবাৰপৰা কেলপনীয়া কুকুৰ-পোৱালি এটা ধৰি আনি কলেজৰ সেই ঘাই ঘৰৰ আকাশ

ছোৱা চালত তুলি দিলে। সি ন-দহমান বজাতে কেং কেং কৰি তাৰ যি মধুৰ গীত আৰম্ভ কৰিলে, সেই গীত গোটেই অঞ্চলটোত গোটেই নিশা ৰজনৱনা হ'ল। শেহন্তত জানিবা ছুডমার্ছেন ছাহাব, হৰ্ষবাবু আদি সকলো শেহ নিশা সমবেত হৈ গায়কজনক অভিনন্দন জনাই এডাল ডাঙৰ বাঁহ লগাই তললৈ পাৰি আনিলে। এনে উৎপতীয়া আমোদ কলেজ হোস্টেলে সম্বৰণ কৰি ল'ব লাগে। কোনো কোনোজন হোস্টেল বাসী বন্ধুৰ আকৌ ছুথ নিশা ছেকেণ্ড শ্বোৰ চিনেমা চোৱাৰ। তেনে আনন্দ উপভোগ কৰিবলৈ গৈ ঘূৰি আহোঁতে এবাৰ এজন বন্ধুৰ বুকত কলেজ-তথা হোস্টেলৰ হদৰ লোহাৰ গেটৰ পিং সোমাই ধৰিছিল আৰু তেওঁ বেছ কিছু দিন পৰি থাকিব লগীয়া হৈছিল। প্ৰতি মাহে তৃতীয় বাৰ্ষিক শ্ৰেণীৰ হোস্টেল-বাসীৰ মাজৰপৰা একোজন মেছ-মেনেজাৰ পত্‌য়া হয় আৰু ল'ৰাই মাহটোৰ এটা দিন বাছি ভাত নাখাই কেৱল দাইলকে হয়তো বাটিয়ে বাটিয়ে পিয়ে, যাতে ভঁৰালৰপৰা বস্তুবাহানি উলিয়াই, বান্ধনি ঠাকুৰে আকৌ দাইলৰ চৰু বহাব লগীয়া হয়। এয়াও একোটা আমোদ! কোনোজন বন্ধু আছিল ভোজন-ৰসিক, কোনোজনে আকৌ জিৰণি লোৱাৰ ভাব কৰিয়েই নে কি মৰংঘৰত (পায়খানা) প্ৰতিবাৰত কিছু বেছি সময় বহি কটাইছিল। সেইসকলক ডাইনিং হল চেম্পিয়ন, লেট্ৰিন চেম্পিয়ন আদি উপাধি প্ৰদান কৰা হৈছিল। এবাৰ আপত্তি উঠিছিল যে আমাৰ ডাইনিং চেম্পিয়নজনে আনসকলৰ বহুত পৰ পিছলৈকে একান্তমনে ভাত খাই থাকোঁতেই হোস্টেলৰ 'বয়ে' আমনি পাই তেওঁ খোৱা কাঁহীখন মুখৰ আগৰপৰাই তুলি লৈ গৈছিল। সেই কাৰ্যৰ আমি তীব্ৰ নিন্দা কৰিছিলোঁ, কিন্তু হাতত নিছান লৈ মিছিলহে কৰা নাছিলোঁ। এই 'বয়' বোৰো এনে ধূৰ্তং! খোৱাৰ ঘণ্টা পৰা আৰু বোৰ্ডাৰ-বিলাক খোৱা-ঘৰলৈ সোমোৱাৰ লগে লগে যেতিয়া ল'ৰাক সুধি

সুধি নিমখ-জলকীয়া দিব লাগে, তেতিয়া এটা 'বয়ে' কাষত কলহটো লৈ 'পানী লাগে? পানী লাগে?' বুলি চিয়ঁৰে আৰু খোৱাৰ শেষত পানী দিব লগীয়া পৰ হ'লে 'নুন ভজলুক' 'নুন ভজলুক' বুলি নিমখ-জলকীয়া লৈ ঘূৰি ফুৰে গাটো জোকাৰি জোকাৰি!

ফুটবল, টেনিছ, বেডমিণ্টন আদি খেল কলেজত ভালমতে চলিছিল। ফিফ্থ ব্লকৰ সমুখতে টেনিছৰ দুখন হাৰ্ড কোৰ্ট। ময়ো ৰেকেট এখন কিনি তাৰে টেনিছ-বল টওনিওৱাৰ অভ্যাস কৰিছিলোঁ। সকলো খেলৰ ভিতৰত সেইটোকে 'ভদ্ৰলোকৰ খেল' বুলি কৈছিলোঁ। কলেজৰ কোৰ্টত ছাত্ৰৰ লগতে প্ৰফেছৰ পি. চি. ৰায় আদি অধ্যাপক আৰু বাহিৰৰো দুই-এক টেনিছ-খেলুৱৈ খেলিবলৈ আহে। অধ্যাপক আৰু বাহিৰৰ ভদ্ৰলোকসকল কেতিয়াবা ওচৰৰ ইণ্ডিয়া ক্লাবলৈও খেলিবলৈ যায়। অন্ততঃ এজন অধ্যাপক কেতিয়াবা এতিয়াৰ হাই কোৰ্টৰ ঘৰৰ ঠাইৰ ইউৰোপিয়ান ক্লাবলৈও যায়। আমাৰ কলেজত প্ৰতিযোগিতাৰ খেলো হয়। পিছে, এবাৰ দেখিলোঁ, 'ধেমালিতে দেখোঁ কান্দোন ওলায়; ইনো কি ধেমালি হায়!' সেই দিনা প্ৰতিযোগিতা হৈছিল প্ৰফেছৰ পি. চি. ৰায় আৰু গোবিন্দ বৰুৱা নামে এজন ছাত্ৰৰ মাজত। আম্পায়াৰ আছিল বিবেকানন্দ ভৰালি। খেলখনৰ প্ৰতি গেমতে প্ৰায় বৰুৱাৰ জিত হ'বলৈ ধৰিলে আৰু শেহত তেওঁৰে জয় হ'ল। তাতে প্ৰফেছৰৰ অঁকৰা-মূৰীয়া এটা খং উঠি আহিল। তেওঁ বৰুৱাক, ভৰালিক আৰু সকলো অসমীয়াকে নিন্দা কৰিবলৈ ধৰিলে। আন কোনেও কিন্তু এটা মাতো নামাতিলে। কিন্তু ঘটনাটো সহনিৰ মাত্ৰা চৰি গৈছিল। গতিকে পিছদিনা আৰ্ল ল কলেজত হোৱা এখন ভলিবল খেলৰ পিছত কাৰ্জন হলৰ সমুখৰ ধাঁহনি চোতালত বি. এ. পৰীক্ষা দিবলৈ সাজু চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ, খেলৰ ইউনিফৰ্ম পিন্ধি থকা শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱাক সভাপতি লৈ ছাত্ৰৰ এখন সভা

বহিল আৰু তাতে প্ৰফেছৰ পি. চি. ৰায়ৰপৰা ক্ষমাপ্ৰাৰ্থনা দাবী কৰিলে। দেখা গ'ল সংগ্ৰামেই সংঘটিত হ'ল। ৰাজখোৱাক বাষ্টিকেট কৰিব, তেওঁৰ পৰীক্ষা দিয়া বন্ধ কৰিব আদি কথা ওলাল। ভুবন মোহন সেন আদি অধ্যাপকসকলৰ কোনোবা ছাত্ৰক আৰু বাণীকান্ত কাকতি আদি কোনোৱে প্ৰফেছৰক সমৰ্থন কৰিলে। শেহত প্ৰফেছৰ ৰায়ৰ লগতো সম্ভাৱ থকা দেশভক্ত তৰুণৰাম ফুকনে গোচৰটোত হস্তক্ষেপ কৰি এটা আপোছ কৰি দিলে। ছুডমাৰ্ছেন হলত বহা ল'ৰাৰ এখন সঙ্গীত-সভাত অধ্যাপকৰ এখন মোলায়েম চিঠি পাঠ কৰি দিয়া হ'ল। সিমানতে সেই আধ্যাবো অন্ত পৰিল।

ফিফ্‌থ ব্লকৰ কোঠাবোৰৰ কিছুমানে পোনপটীয়াকৈ লুইতৰ বতাহৰ ছাটি পায় (আজি-কালি অৱশ্যে নহয়)। আৰু নিশা শুই থাকোঁতে বিছনাৰপৰাই লুইতৰ কল্‌কলনি শুনি শুনি টোপনি যাব পাৰি। যেতিয়া কেইবাদিনো ধৰি বৰষুণে জাগল পাতে, তেতিয়া খোৱা ঘৰলৈ যোৱা, ওচৰৰে ক্লাছলৈকে যোৱা আদিত আহুকাল হয়, কাৰণ হোস্টেলত কাৰো ছাতি নাথাকে। এবাৰ তেনেকুৱা লেথেৰি নিছিগা বৰষুণৰ মাজত ক্লাছলৈ নগ'লে নচলাত মই হোস্টেলৰ 'বয়'ৰপৰা জাপি এটা লৈ গ'লোঁ! তেতিয়া কেয়োফালৰপৰা হাঁহিৰ খলকহে শুনিলোঁ। পিছদিনা কিন্তু মই জাপিটো নাপালোঁ। তাকে লৈ আনসকলে কঢ়া-আঁজোৰা লগালে। বৰষুণ নাথাকিলে পঞ্চতীৰ্থৰ ঠাই গুৱাহাটীখন অতি মনোৰম। জনাৰ্দনশুক্লেশ্বৰ-নৰ্থব্ৰুক গেটৰ ওচৰৰপৰা দেখিবলৈ পোৱা লুইতৰ বুকুৰ বিস্তীৰ্ণতাত বেলি মাৰ যোৱাৰ দৃশ্য বোধ হয় পৃথিৱীৰ শ্ৰেষ্ঠ বিখ্যাত প্ৰাকৃতিক সৌন্দৰ্য-থলবোৰৰ লগৰে এটি। অথচ আমি 'বহু ব্যয় করি বহু ক্রোশ দূরে/দেখিতে গিয়াছি পর্বতমালা/দেখিতে গিয়াছি সিন্ধু ;/ শুধু দেখি নাই/দুয়ার হইতে বাহির হইয়া' এই সৌন্দৰ্যৰ বিন্দু। লুইতৰ বুকত বেলিমাৰৰ মনোমোহা এই দৃশ্যয়ে মোৰ মনটো আটাইতকৈ সৰহকৈ মোহিত কৰে। 'Stray pleasures' বোলা

পদ্যটোত তাৰ কথাই কৈছিলোঁ। কেইবছৰমান পিছত শিৱসাগৰ নাট্য-সমাজৰ বাবে "আৱৰ্তন" নামে এখন নাটক লেখোঁতে তাতো এই মনোৰম দৃশ্যৰ অৱতাৰণা কৰিছিলোঁ আৰু শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱা আদি সমাজৰ সমজুৱাসকলে আমাৰ সৰু মঞ্চৰ ওপৰত গুৱাহাটীৰ সেই সূৰ্যাস্তৰ দৃশ্যৰ বাস্তৱভাৱে প্ৰতিফলন কৰিছিল। গুৱাহাটীত সৌন্দৰ্য-থল অশেষ—পুৰণি পানী-কলৰ ঠাইৰপৰা, উৰ্বশী শিল, উমানন্দ, কৰ্মনাশা, কুবেৰৰ ডুবি, নীলাচলৰ কামাখ্যা আৰু ভুৱনেশ্বৰী মন্দিৰৰ স্থান, আন্ধাৰু বালিৰ দৰে ডাঙৰ ডাঙৰ বালি-চাপৰিবোৰ। এই সকলোবোৰেই যেন পুণ্য থল। গুৱাহাটীত ফুৰিবলৈ যোৱা ঠাই অলেখ। উত্তৰ গুৱাহাটীতো আছেই—ৰাজমহল —মণিকৰ্ণেশ্বৰৰপৰা অগ্নিবাণেশ্বৰৰ পোৰা পৰ্বত, আগিয়াথুৰি-আমিনী-গাঁৱলৈকে। উত্তৰ-দক্ষিণৰ সকলো ঠাই জুৰি হয়তো দূৰ ভৱিষ্যতত এখন সঁচা-সঁচি মহানগৰ হ'ব। প্ৰাকৃতিক সৌন্দৰ্যৰ বিবিধ ৰূপৰ ঐশ্বৰ্যৰ বিষয়ত গুৱাহাটীৰ তুলনা অন্ততঃ এই দেশত নাই। পৰ্বত, টিলা, বৰনৈ, জুৰি, খাল, বিল, গড়, খাৱৈ, সেউজীয়া ঘাঁহনি, টকলা সমথল, মঠ, মন্দিৰ, সকলোৰে সমাহাৰত গুৱাহাটীৰ ৰূপ বিচিত্ৰ। সেই সকলোৰে ভিতৰত বাৰিষা উত্তাল তৰঙ্গৰ কলকলনি আৰু খৰালি হ'লে দীঘল টকাৰে বৰ বৰ একোজনী ঘৰিয়ালে ৰ'দ লৈ থকা বহল বালি-ডৰাবোৰেৰে বেলিমাৰৰ ৰঙা ৰাঙলী বৰ-নৈখন আৰু নীলাচলৰপৰা সৰু কন্যাচললৈকে (সেয়া আকৌ কন্যাচল নহয় হ'লে দেই!) পৰ্বত-পোৱালিবোৰ সবাতো-মনখোৱা। পছিমৰ দুৱাৰগঁৱিলাৰ পাঁড়ু-দুৱাৰৰপৰা পুবৰ জয়দুৱাৰলৈকে, দখিণৰ ফটা-শিলৰ দুৱাৰৰপৰা উত্তৰৰ লতা-শিল দুৱাৰলৈকে তাহানিৰ বৰফুকনৰ ৰাজধানীখনে এতিয়াও নতুন জীৱনৰ স্বপ্নকে দেখি আছে আৰু সেই সীমাৰ বাহিৰলৈকো হাত-ভৰি মেলিবলৈ বিচাৰিছে। সেই সকলোৰে মধ্য-বিন্দু হৈ অসম দেশৰ উচ্চশিক্ষাৰ একেটি মাত্ৰ কেন্দ্ৰ-ৰূপে তেতিয়া গুৱাহাটীৰ কটন কলেজ এক নব্য পুণ্যতীৰ্থ।

# গুৰু-গৌৰৱ সভায়/ক

পকৱাই পোৱা মানুহ ঘূৰি ফুৰাৰ দৰে বিজ্ঞান জগতত দুবছৰ বিচৰণ কৰি সাহিত্য আৰু কলা (Arts) বা মানৱিকীলৈ (Humanities) ঘূৰি আহিবৰ হাবিয়াহ হ'ল। সেইটোৱেই অৱশ্যে প্ৰথমৰে-পৰা ভাব আছিল। দুবছৰ প্ৰাথমিক বিজ্ঞান পঢ়াৰপৰা সাধাৰণ জ্ঞান-ৰূপেই জানিব লগীয়া কথা জানিছিলোঁ। আৰু সম্ভৱতঃ যাক বোলে বৈজ্ঞানিক দৃষ্টি, যাক মাথোন বিজ্ঞানতে নহয়, সকলো জ্ঞানৰ বিশ্লেষণশীল অন্বেষণতে প্ৰয়োগ কৰা যায়, সেইটো অলপ বোধ হয় আহৰণ কৰিছিলোঁ। বিজ্ঞানৰ অনেক কথাই অনেক সময়ত মনটো পোহৰ কৰা যেন লাগে। আজি-কালিৰ বিজ্ঞানৰ চৰম পৰিণতিৰ দিনত বিজ্ঞানৰ ক-খকে জানিছিলোঁ বুলি ক'লে অৱশ্যে ভুল হ'ব। দুবছৰ আই. এছ্. ছি. শ্ৰেণীত জ্ঞান আহৰণ কৰি তাক মাধ্যমিক শিক্ষাৰ স্তৰত এসময়ত বিতৰণ কৰিব লগীয়াও হৈছিল; তাৰ সাধুকথা সময়ত ক'ম। আই. এছ্. ছি. পঢ়া কথাত কেতিয়াবা মোৰ গুৰু ডক্টৰ বাণীকান্ত কাকতিৰে কথা বিজাই চোৱাটো (comparing notes) কৰিছিলোঁ। ছাৰৰ হেনো Trigonometry এটা ভয়ৰ বস্তু হৈছিল আৰু বোলে বুঢ়া বয়সলৈকে একেটা স্বপ্নই তেওঁক পিছে পিছে খেদিছিল—তেওঁ অঙ্কশাস্ত্ৰৰ পৰীক্ষা দিবলৈ ওলাই যায়, পিছে Trigonometryৰ কথাবোৰ বোলে ঘৰতে এৰি আহে। দুঃসপ্ন বুলি নহয়, যেন স্বাভাৱিকভাৱেই মই বিজ্ঞানৰপৰা কলালৈ প্ৰব্ৰজন কৰাৰ কথা। কিন্তু কি পঢ়িম? সাহিত্যৰ প্ৰতি এটা ধাউতি আছিল বুলি আৰু ডক্টৰ কাকতি, ডক্টৰ ভূঞা আদি পোনতে ইংৰাজী সাহিত্যৰ ছাত্ৰ আৰু শিক্ষক আছিল বাবে ইংৰাজীৰ অনাৰ্ছ

পঢ়াৰ কথাটোলৈ অহা গ'ল। কিন্তু দুই-এগৰাকী শুভাকাঙ্ক্ষীয়ে ক'লে, কটন কলেজত ইংৰাজী পঢ়িলেগৈ কি হ'ব? ইংৰাজী পঢ়ুওৱা-পঢ়া তাত no man's business. পঢ়া-পঢ়ুওৱা দুইটাই তাত আশা-শুধীয়া নহয়। তেনেহ'লে? কলিকতালৈ যোৱাটো কথা ভাবিব পৰা নাযায়। শেহত কথা ওলাল, চিলচৰ মুৰাৰিচান্দ কলেজৰ ইংৰাজী অধ্যাপক জে. কে. চৌধুৰী অক্সফোৰ্ডৰ গ্ৰেজুৱেট; তেওঁৰ অধীনে ইংৰাজীৰ অনাৰ্ছ পঢ়াগৈ অৰ্থপূৰ্ণ কথা হ'ব। কথাটোৱে লাহে লাহে খৰ পাক ল'বলৈ ধৰিলে। তেতিয়া যোৰহাটত স্কুলসমূহৰ ইন্‌ছপেক্টৰ শৰৎ চন্দ্ৰ গোস্বামীয়ে এই বিষয়ত বিশেষ উৎসাহ যোগালে আৰু অধ্যাপক চৌধুৰীলৈ এখন ভাল পৰিচয়-পত্ৰ উপযাচি লেখি মোক দিলে। কিন্তু যোৰহাটত থকাতে কথাটোৰ শেহ সিদ্ধান্ত নহ'ল, কাৰণ ককাইদেউক ইতিমধ্যে শ্বিলঙৰ এডমাণ্ড কলেজত গৈ বি. টি. পঢ়িবলৈ ছৰকাৰে পঠিয়াই দিলে। মই ক'লৈ যাম, একো ঠিক নকৰাকৈ গুৱাহাটীলৈ যাত্ৰা কৰিলোঁ। আৰু সৰু মোমাইদেওৰ লগতে ৰ'লোঁহি। তাত চাৰিওফালৰপৰা যা, থাক, দুইটা উপদেশকে পালোঁ। যদিও ডক্টৰ কাকতিৰ ওচৰলৈ সেই দিনত কলেজৰ কোনো ছাত্ৰ যাবলৈ সাহ নকৰিছিল, এদিন অকলে ছাৰৰ ওচৰ ওলালোঁগৈ আৰু আলোচিত প্ৰস্তাৱটোৰ কথা ছাৰক ক'লো। ছাৰে তেওঁৰ জনাজাত হাঁহিটো মাৰি ক'লে "জ্ঞানবোৰ কোনেও ইন্‌জেকশ্যন দিয়াৰ দৰে তোমাৰ মনত ভৰাই দিব নোৱাৰে। তুমি নিজেই পঢ়ি পৰীক্ষাত ভাল-বেয়া যি কৰা কৰিবা।" ইয়াৰ পিছত ককাইদেউৰ লগত আলোচনা হ'ল আৰু মোৰ গুৱাহাটীতে বি. এ. পঢ়া কথা ঠিক হ'ল! ইংৰাজীৰ অনাৰ্ছেই ঘাই বিষয় হ'ল। আন বিষয় হ'ল অসমীয়াৰ লগতে সংস্কৃত আৰু ইতিহাস। নিজৰ দেশখনক বুজিবৰ কাৰণে এই ব্যৱস্থাই অতীৱ উচিত।

নতুন উৎসাহেৰে কলেজীয়া জীৱন পুনৰ আৰম্ভ হ'ল। কিন্তু

ৰাজহুৱা ৰতাহে পুনৰ গাত ছাটি মাৰিবলৈ ধৰিলে। গুৱাহাটী এ. এছ্. এল্. ক্লাবৰ সম্পাদক হ'লো। শ্ৰীদিবাকৰ গোস্বামী ছাৰে মোক 'কটনিয়ান'ৰ অসমীয়া বিভাগৰ ছাত্ৰ-সম্পাদক কৰি ল'লে। এইদৰে দুই-হাতে দুপাট ব'ঠা ধৰি নাওখন সুবুৰাকৈ চলাই যোৱা হ'ল, কাৰণ 'সুবুৰে নৌকা সুজান কণ্ঢাৰ।' অধ্যাপক কাণ্ডাৰীসকল সকলোৱেই সুজান, বিশেষজ্ঞ। সিসকলৰ কিছু কথা ইয়াৰ আগৰ বাৰতে কৈ আহিছো। সিসকলৰ ভিতৰত অধ্যাপক পি.ছি. ৰায় নিজেই এক ঐতিহ্য, এক কিম্বদন্তী। তাহানিৰ "মৃণ্ময়ী"ৰ সম্পাদক ক্ষীৰোদচন্দ্ৰ ৰায়ৰ যোগেদি তেওঁ অসমৰ লগত দূৰণীয়াকৈ সমধ থকা লোক। কলিকতা বিশ্ববিদ্যালয়ৰ বিখ্যাত ইংৰাজী অধ্যাপক পাৰ্ছিভেলৰ ছাত্ৰ বুলি ছাৰে সদায় গৌৰৱ কৰিছিল আৰু 'My guruji Percival says' বুলি তেওঁৰ কলেজৰ দিনতে পঢ়া পুৰণি কিতাপৰ গাৰ টোকাৰপৰা কথা তুলি আমাক শ্বেকছপিয়েৰৰ নাটক বুজাইছিল। আমি পাৰ্ছিভেল চাহাবৰ Macbethঅৰ সুন্দৰ তাঙৰণ পঢ়িবলৈ পাইছিলো পাছ কোৰ্ছৰ পাঠ্য-ৰূপে। প্ৰফেছৰ ৰায়ে অনাৰ্ছ শ্ৰেণীত King Learঅৰ দৰে গভীৰ ট্ৰেজেডি কি বিচক্ষণভাৱে পঢ়ুৱাইছিল! পঢ়ুৱাওঁতে তেওঁৰ কিতাপৰ পাতত টুকি থোৱা পাৰ্ছিভেলৰ উক্তিবিলাকৰ মাজে মাজে উদ্ধৃতি দি আমাক হুঁহুৱাইছিল বা গভীৰৰ পথেদি লৈ গৈছিল। যেতিয়া ৰজা লিয়েৰক বৰজীয়েক গোনাৰিলে ঘৰত ঠাই নিদিয়াৰ পাছত দ্বিতীয় কন্যা ৰিগানেও খেদাই পঠাইছিল, তেতিয়াৰ সেই পৰিস্থিতি বুজাওঁতে six of the one and half a dozen of the other বা grey mare is the better horse আদি বাক্য, খণ্ডবাক্য প্ৰয়োগ কৰি নিষ্ঠুৰ পৰিস্থিতি-টোৰ কাৰুণ্য আমাৰ মনত তীব্ৰ কৰি তুলিছিল। অনাৰ্ছ ক্লাছতে ৰায় ছাহাবে Variorum Shakespeare পঢ়িবলৈ শিকাই মোৰ মনত পাঠ-সমীক্ষাৰ প্ৰথম অঙ্কুৰটি স্থাপন কৰিছিল, যাৰ ফলত শ্বেক্স-

পিয়েৰৰ পাঠত কোৱাৰ্টো, কলিও আ'দ সংস্কৰণে কেনেকৈ ভেদ সৃষ্টি কৰিছিল, সেইটি চোৱাত ব্যগ্র হৈছিলোঁ। ছাবে ক্লাছলৈ আহি চকিত বহাৰ লগে লগেই চোলাৰ জেপৰপৰা সদায় এআঙুলমান দীঘল এডাল কাঠ-পেঞ্চিল উলিয়াই লৈছিল, আৰু পাঠ্য সম্পৰ্কত ন ভাব মনলৈ আহিলে বা ছাত্রয়ো যদি কিবা এটি ভাল কথা কৈছিল, ইতিমধ্যেই বহুত টোকা জুম পাতি থকা কিতাপৰ পাতত একোটিকৈ টোকা লগে লগে যোগ দিছিল। ক্লাছলৈ ছাবে কোনো-দিনে ঘৰত পাঠ প্ৰস্তুত নকৰাকৈ নাহিছিল, আৰু কোনোবা দিনা তেনেকৈ আহিলেও আমাৰ আগত সেই কথা কৈ সিদিনাখনলৈ নপঢ়ুৱাই আন ৰস লগা কথা কৈ আনন্দ প্ৰদান কৰিছিল। এই হাস্য-কৌতুকত কেতিয়াবা আমি আমাৰ সময়োচিত লাজকুৰীয়া স্বভাৱৰ (prudishness) বাবে লাজ পাইছিলো—যেনেকৈ যেতিয়া তেওঁ ছোৱালীৰ কথাত sitting apparatusঅৰ কথা কয়। কলিকতীয়া ডেকাৰ (যাক সাধাৰণ কথাত আনসকলে 'ৰটি' বোলে) 'মাইৰি বলছি' আদি কথাৰ ঢং বা মুখখন বেঁকা কৰি দেখাত কুৰূপ ডেকাৰ 'আমি যখন বেরিয়ে পরি তখন মেয়েরা দুইধারে ঝুঁকে ঝুঁকে পরে' আদি উক্তি আবৃত্তি কৰি ছাবে প্ৰায় ৰগৰ কৰে। বায় ছাহাবৰ গল্পৰো অন্ত নাই। এটা তাবে উদাহৰণ মাথোন দিওঁ: এজন আদবয়সীয়া মানুহ। তেওঁ ডেকাকালত পঢ়া নগৰখনলৈ আহোঁতে পুৰণি কলেজটো চাবলৈ ওলাই গ'ল। গৈ কলেজৰ পদুলি-মুখ পায়ে nostalgiaত অভিভূত হ'ল: "Oh, the same old gate! The same old gate !!" দুখোজমান আগ বাঢ়ি তেওঁ কলেজৰ ঘাই ঘৰটো দেখি তাৰ বাৰাণ্ডাৰপৰা দুটামান ধূলিকণা মূৰত তুলি ল'লে; "Oh, the same old college! The same old college !!" এবাৰ তেওঁ হোস্টেলৰ ফালে আগ বাঢ়ি আকৌ চিঞঁৰি উঠিল: "The same old hostel!" নিজে এসময়ত থকা কোঠাটোৰ

কাষ চাপি যেন তেওঁ কান্দিয়ে পেলাব, "Oh, the same old room ! The same old room !" কোঠাটোত সোমাই চোৰাৰ প্ৰলোভনৰ হাত সাৰিব নোৱাৰি ছুৱাৰত ঠুকুঠুকি দিলে। কোঠাত থকা ছাত্ৰজনে ছুৱাৰ মেলি দিলে আৰু তেওঁৰ লগত বহি থকা ছোৱালীজনীৰ চিনাকি দি অনাদৃত আলহীজনক ক'লে, "This is my cousin, Miss—" আদ্‌বয়সীয়া লোকজনে চকু মুদি নিজৰ যৌৱন-কাল সুঁৱৰি আধাফুটা মাতেৰে কৈ উঠিল: "The same old cousin ! Oh, the same old cousin !" প্ৰফেছৰ ৰায়ে মাজে মাজে নিজৰ পুৰণি ছাত্ৰৰ কথা, সহকৰ্মীৰ কথা সুঁৱৰিছিল ; বিশেষকৈ ডক্টৰ কাকতিৰ কথা 'my rare Banikanta' বুলি কৈ আনন্দ কৰিছিল। ৰবি ঠাকুৰৰ কবিতা তেওঁ মাজে মাজে সুন্দৰভাৱে মাতি গৈছিল। মাজে মাজে তেওঁ শেক্‌ছ-পিয়েৰৰ Titus Andronicus নাটৰ কাহিনীটো দোহাৰিছিল। তেওঁৰ কিছুমান বিশিষ্ট ঢং আছিল, যেনেকৈ ক্লাছলৈ আহিয়ে ৰেজিস্টাৰ-বহি, কিতাপ আদি মেজত থৈ জেপৰপৰা এখন কমাল উলিয়াই পিন্ধি অহা চছমাযোৰ মচি তাক একাষৰীয়া কৰি থৈ আন এযোৰ চছমা ( বোধ হয় পঢ়াৰ চছমা এইযোৰ ) উলিয়াই তাকো মচি লয় আৰু দ্বিতীয় এখন কমাল উলিয়াই মুখখন মচি ছাত্ৰৰ হাজিৰা লোৱা আৰু পঢ়ুওৱা কাম আৰম্ভ কৰে। তেওঁ থকা ঘৰৰপৰা ( এতিয়া ) Zoology Department বহা ঘৰটো ) বাইছাইকেলেৰেই কলেজলৈ আৰু টেনিছ খেলিবলৈ আহে। আবেলি কেতিয়াবা তেওঁ তেওঁৰ হুড লগা পুৰণি ফোৰ্ডখন চলাই ফুৰিবলৈ ওলায় আৰু আমাক বাটত পালে ভাল চাহাবৰ দৰে free lift দিয়ে। প্ৰফেছৰ ৰায়ৰ অধ্যাপনাৰ বাৰেইনে কি আদি-উনবিংশ শতিকাৰ ইংৰাজ ৰোমাণ্টিকসকলতকৈ, আন কি টেনিছনতকৈ মই ৰবাৰ্ট ব্ৰাউনিঙক অধিক ভাল পাইছিলোঁ, ৰবি ঠাকুৰৰ ছায়াবাদী কবিতাৰে তুলনা কৰি ব্ৰাউনিঙৰ শক্তিশালী

আশাবাদৰ উপাসক হৈছিলো। মোৰ মনৰ এই ঢালটোৰ কথা পাহৰিয়ে গৈছিলো। কিছু দিন আগতে উত্তৰ গুৱাহাটীৰ মৌজাদাৰ শ্ৰীকৃষ্ণ বৰুৱাই (তেওঁ কেনেকৈ মনত ৰাখিছিল, নাজানো) সেই কথা মোক সোঁৱৰাই দিয়ে।

মুঠতে ৰায় চাহাবৰ ধৰণ-কৰণবিলাক আনৰপৰা স্বকীয়া। ইয়াৰ ভিতৰত এটা কথাহে দেখিছিলো যে ইংৰাজী সাহিত্যৰ এজন আগশাৰীৰ অধ্যাপক হ'লেও, সেই সাহিত্যৰ নৱতম গতি-প্ৰগতিৰ খবৰ তেওঁ বৰকৈ নলৈছিল। আমাৰ পাঠ্যক্ৰমতো শ্ব, গেলছৱৰ্থি, তমাছ হাৰ্ডিয়েই শেহ স্তৰ। সেইদৰে সমালোচনাতো এ.চি. ব্ৰাৰ্ডেই শেষ। জীৱনীৰ বিষয়ত অৱশ্যে লিটন স্ট্ৰেছিলৈকে আগ বাঢ়ি অহা হৈছিল। অনাৰ্ছৰ ছেমিনাৰ শ্ৰেণীবোৰত ছাত্ৰই নিজৰ অধ্যয়ন আৰু বীক্ষাৰ অৱকাশৰ সুযোগ পাইছিল। এবাৰ টেনিছন আৰু তেওঁৰ Passing of Arthur লৈ ছেমিনাৰৰ বাবে আমাক এখন ৰচনা লেখিবলৈ দিয়া হৈছিল। কিন্তু যেতিয়া আমি প্ৰফেছৰ ৰায়ৰ হাতত ৰচনা দাখিল কৰিলোঁ, তেওঁ মোৰ বহীত ঠায়ে ঠায়ে "নকল" আৰু এঠাইত "নকল কৰাতকৈ যদি উন্নত কাম কৰিব নোৱাৰা, অনাৰ্ছ এৰি নিদিয়া কিয়?" বুলি মন্তব্য লিখি দিলে। মোৰ গা জ্বলি উঠিল; কিন্তু ক্লাছত একো নকৈ ছাৰক তাৰ পিছতে লগ পাই সুধিলোঁগৈ, "ছাৰ, এইবোৰ মন্তব্য মই ক'ৰপৰা নকল কৰিলোঁ, অনুগ্ৰহ কৰি দেখুৱাই দিয়ক।" তেওঁ ঠট্‌মট্‌ খাই সুধিলে, "এনে সুন্দৰ মন্তব্য তুমি নিজৰপৰাই কৰিছিলানে?" মই ক'লো, "হয়, ছাৰ, সেইবোৰ মোৰ নিজৰ ভাব বুলিয়ে মই এতিয়ালৈকে জানো।" প্ৰফেছৰে তেওঁৰ বিখ্যাত এক-আঙুলীয়া পেঞ্চিলডাল উলিয়াই নিজৰ মন্তব্যবোৰ কাটি পেলাই ক'লে, "তুমিযে ইমান ভাল সমালোচনা লেখিব পাৰা, তাত মই সুখী হৈছো। মোৰ আকৌ ভুল ধাৰণা হৈছিল; তাৰ বাবে বেয়া নাপাবাঁ।" আমি থাৰ্ড ইয়েৰত থাকোঁতে অধ্যাপক

সূৰ্যকুমাৰ ভূঞা বিলাতলৈ যায়। তেওঁৰ বিদায় উপলক্ষে হোৱা ইউনিয়ন ছোছাইটি আৰু এ. এছ্. এল্. ক্লাবৰ সংযুক্ত সভাত মই গুৱাহাটী এ. এছ্. এল্. ক্লাবৰ সম্পাদক-ৰূপে ইংৰাজীত এক দহ-মিনিটীয়া বক্তৃতা দিছিলোঁ ছাৰৰ কবিতা, সাহিত্য আৰু বুৰঞ্জী-উদ্ঘাটনৰ মানদণ্ডৰ বিষয়ে। সেই বক্তৃতাটো মোৰ গুৰুসকলে বৰ ভাল বুলিছিল; মই মঞ্চৰপৰা নামি আহোঁতেই অধ্যাপক ৰায়ে "Very well spoken, very much analytical. Maheswar, I am proud of you" বুলি উলাহেৰে প্ৰশংসা কৰিছিল। মই অলপ পাছতে ক'ম, কেনেকৈ ঠিকমতে বি. এ. পৰীক্ষা দিব নোৱাৰি দ্বিতীয়বাৰৰ কাৰণে চতুৰ্থ বাৰ্ষিক শ্ৰেণীত 'দুবছৰীয়া' হৈ ৰৈছিলোঁ। তাতে মন-ছনবোৰ বৰ বেয়া। তাৰ ওপৰত আকৌ এদিন এক অঘটন ঘটিল। আমাৰ ১৭৫ জন ছাত্ৰৰ শ্ৰেণীটোলৈ শ্বিলঙৰপৰা নতুন এগৰাকী ছাত্ৰী ভৰ্তি হ'বলৈ আহিল। প্ৰফেছৰ ৰায়ৰ ক্লাছলৈ তেওঁ প্ৰথম সোমাওঁতেই ছাৰে তেওঁৰ পৰিচয় সুধিলে। তেওঁ ক'লে। তেতিয়া ছাৰে "অ', তোমাৰ পিতৃক মই চিনি পাওঁ, তেওঁ মোৰ বন্ধু নহয়!" ক্লাছৰ দুজনমান দুষ্ট ল'ৰাই ছাৰে যেন সেয়া বমছে দিছে, এনে ভাৱত খিক্ খিক্ কৰি হাঁহি দিলে। বৰ বেয়া কথাটো হ'ল! ছাৰে স্বাভাৱিকতে অৱমানিত বোধ কৰি আমাক উৰাই-ঘূৰাই গালি পাৰিবলৈ ধৰিলে, বেয়া বেয়া শব্দও প্ৰয়োগ কৰিলে; তেওঁ অনুগ্ৰহ কৰি ভৰ্তি কৰিবলৈ দিয়া দুবছৰীয়াবোৰৰ বাবেহে ক্লাছটো অযথা ডাঙৰ হৈছে (তেতিয়াৰ দিনত ১৭৫টা ল'ৰা ছোৱালী থকা এটা ক্লাছ নিতান্ত ডাঙৰেই), সেইটোও ক'বলৈ নাপাহৰিলে। টেনিছ কোৰ্টত দুবছৰ আগতে ছাৰৰ লগত ওৰা পড়া ৰণখনৰ বাবে এইখন আকৌ নতুন ৰূপ হৈ উঠিল। আকৌ শ্ৰেণীটোৰ ছাত্ৰসকলে লিখিতভাৱে সময় বান্ধি দি অধ্যাপকৰপৰা ক্ষমাপ্ৰাৰ্থনা দাবী কৰিলে। এইবাৰ কিন্তু কাকো যাতে ring leader বুলি ৰাষ্টিকেট কৰাৰ ভয় দেখুৱাব

নোৱাৰে, সেই অৰ্থে লেখাখনত এটা বৃত্ত কৰি তাৰ কেয়োফালে সকলোৱে চহি কৰিলে। অধ্যাপক দুই-এগৰাকীয়ে প্ৰফেচাৰ বয়ৰ ল'ৰাৰ লৰাৰ লগত বাৰে বাৰে কাজিয়া নকৰাই এটা আপোচ কৰিবৰ উপদেশ দিলে। দাবীৰ সময়-ৰেখামতে ছাৰ ক্লাছলৈ আহি হাজিৰা মতাৰ পিছতে শ্ৰেণী প্ৰতিনিধি থিয় হৈ দাবীৰ প্ৰত্যুত্তৰ বিচাৰিলে আৰু ক'লে, সেই প্ৰত্যুত্তৰ নাপালে আৰু ক্লাছ কৰা নহ'ব। ছাৰ তভক মাৰি ৰ'ল। দুই মিনিটমান অস্থিৰ এটা সময়। তাৰ পাছত তেওঁ অনুভূতি সনা কথা আৰম্ভ কৰিলে, "তোমালোক মোৰ নিজৰ ল'ৰাৰ দৰে নহয় জানো? ...মই টান কথা ক'লেই তোমালোক কিয় লাগিব লাগে? ....কিয় সেইবোৰ নধৰাকৈ থাকিব নোৱাৰা? ....আৰু মই উচ্চাৰণ কৰা শব্দকেইটা তোমালোকে কিয় বেয়া অৰ্থ কৰিছা? (এইখিনিতে শ্ৰীগৌৰীশঙ্কৰ ভট্টাচাৰ্য আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে উত্তৰ কাটিলে, চেম্বাৰ্ছ অভিধানত সেই শব্দকেইটাৰ বেয়া অৰ্থইহে আছে—।) ....আৰু 'দুবছৰীয়া' ল'ৰাখিনিৰ মইতো কোনো দোষ ধৰা নাই। মহেশ্বৰেযে স্বাস্থ্যৰ বাবে এইবাৰ পৰীক্ষা পূৰাকৈ দিব নোৱাৰিলে, সেইটোতো তেওঁৰ দোষ নহয়। মই এইবাৰ ইউনিভাৰ্ছিটিৰ অনাৰ্ছৰ ওপৰৰ্কি পদ্যৰ উত্তৰ-কাকত চাবলৈ পাইছিলো। তাত মহেশ্বৰেই সৰ্বোচ্চ নম্বৰ পাইছিল। বিলাতৰ পাব্লিক স্কুলৰ বিষয়ে লিটন ষ্ট্ৰেছিয়ে লেখা যিবোৰ কথা কলিকতা কলেজৰ ল'ৰাই বুজি পোৱা নাই, সেইবোৰ সি পৰিষ্কাৰকৈ ব্যাখ্যা কৰি দৈছিল। ..." ইত্যাদি, ইত্যাদি। মুঠতে, ছাৰৰ কথাত ছাত্ৰসকলে খং-ৰাগ সকলো এৰি পেলালে।

অধ্যাপক বায়ে আন দুজনমান বঙালী অধ্যাপকৰ দৰে কেতিয়াও অসমীয়া কথা নকৈছিল। কিন্তু বহুত দিনৰ মূৰত ১৯৫৪ চনত বিশ্বভাৰতীত কেন্দ্ৰীয় শিক্ষা আৰু সাংস্কৃতিক মন্ত্ৰালয়ে আয়োজন কৰা নব্য-শিক্ষিতৰ বাবে সাহিত্য-ৰচনাৰ তেৰদিনীয়া শিবিৰখনি

ৱৰ্কশ্বপৰ মই সহকাৰী সঞ্চালকৰ কাম কৰি ঘূৰি আহোঁতে ছাৰক কলিকতাৰ হাজৰা পাৰ্কৰ ঘৰত লগ পাওঁতে ছাৰে সলসলীয়া অসমীয়া ভাষাত "মহেশ্বৰ, আহাঁ, বহাঁ, মাহীদেৱেৰাই কোকা-কোলা দিয়ক, খোৱাঁ" বুলি সম্ভাষণ জনাইছিল, আৰু কৈছিল, "মই তোমাৰ জীৱনত কি ক'ত হৈছে, সকলো খবৰ আগ্ৰহেৰে লৈ আছো। মই বিশ্বভাৰতীৰ সভ্য-ৰূপে পোৱা তাৰ বুলেটিনৰপৰা জানি আছো, তুমি বিশ্বভাৰতীলৈ এটা ডাঙৰ কামত আহিছা আৰু তাত এইখিনি এইখিনি কাম কৰাইছা। মই বৰ সুখী হৈছো।" তাৰ পিছত আৰু সেই পৰম শ্ৰদ্ধেয় গুৰুজনক জীৱনত লগ নাপালোঁৱেই। সৰু-সুৰা কিন্তু সূক্ষ্ম সৌন্দৰ্যৰ প্ৰতি তেওঁৰ দৃষ্টি আছিল প্ৰখৰ। মনত আছে, এটা পৰীক্ষাৰ সময়ত পাছ কোৰ্ছৰ দুজন সহপাঠী মোৰ ওচৰলৈ ৱৰ্ডছৱৰ্থৰ কবিতা দুটামান বুজিবলৈ আহিল। মই তেওঁলোকক এক, দুই কৰি কবিতাকেইটাৰ সৌন্দৰ্য আৰু বিশেষত্ব বুজাই দিলো। তাৰে এজনে পৰীক্ষাত মই কোৱা কথাখিনি হুবহু লেখি দিছিল। তেওঁৰ উত্তৰ-কাকত চাই ছাৰে শ্ৰেণীত অতি উচ্ছ্বসিতভাৱে প্ৰশংসা কৰিছিল।

প্ৰফেছৰ পি. ছি. ৰায়ৰ গল্প আৰু 'গাঁজা'ৰ অন্ত নাছিল। সেই সকলোবোৰ একে সময়তে মোৰ মনতো নপৰে। তেনে এটা বস্তু মোৰ মনৰপৰা সৰি পৰি থাকি গৈছিল। তাক এইখিনিতে বুটলি থওঁ বুলি ভাবিছো। ছোৱালীক লৈ মাজে মাজে 'কাটিং' দিয়া ছাৰৰ স্বভাৱ। তেনে এটা কাটিং। কোনোজনী ছোৱালী গোমোঠা স্বভাৱৰ বা অহঙ্কাৰী ধৰণৰ হ'লে আৰু সতকাই কথা-বতৰা ক'বলৈ নিবিচাৰিলে কলিকতীয়া অধ্যাইটংহঁতে কি কৰে ছাৰে তাকে কয়। সেই কালত মেলিনছ ফুড বুলি এবিধ শুখাদ্য (টনিক) বটলত ভৰাই বিক্ৰী কৰা হৈছিল আৰু তাৰ এডভাৰটাইজমেণ্টৰ মূল সূত্ৰ এই যে তাক মানুহৰ হাত নলগাকৈ মেচিনত পৰিষ্কাৰভাৱে তৈয়াৰ কৰি বটলত কৰ্ক মাৰি ভৰাই বেচা হয়। এতিয়া গপত ওকন্দি

ফুৰা সুন্দৰীসকলক ইতিকিং কৰি ডেকাই কয়: There goes she /Like Mellin's food,/Untouched by human hand. এইপালি দৰব আমাৰ বনৰীয়া গীতৰ "আলিবাটে যাবঁতী/থনাই খোজ কাঢ়ঁতী"ৰ সমানেই চোকা। আমাৰ কামতো সি কেতিয়াবা লাগিব পাৰে—ছাৰে শিকাইছিল।

ইংৰাজীৰ আৰু এজন পৰম শ্ৰদ্ধাভাজন শিক্ষক হ'ল অধ্যাপক আশুতোষ চেটাৰ্জী। তেওঁৰ কথা আগৰটো প্ৰবন্ধত কৈয়ে আহিছো তেওঁ আমাক Macbeth নাটক পঢ়ায় সকলো কথা ঘুটি-ঘাটি। আজি-কালিৰ mono-actingsৰ দৰে তেওঁ নাটকৰ বিভিন্ন ভূমিকাৰ বচনবিলাক ক্লাছত আবৃত্তি কৰি যায়। মেকবেথৰ আত্মপ্ৰত্যয়হীন দুৰ্বল মতা মানুহৰ মাতেৰে যদি তেওঁ কয়, If we fail, তেতিয়া squeaking Cleopatra boyৰ মাতেৰে আকৌ লেডি মেকবেথৰ প্ৰতিক্ৰিয়া প্ৰতিধ্বনিত কৰে: We fail ! ছাৰে কিবা কাৰণত মোক বিশেষ ধৰণে মৰম কৰিছিল। এবাৰ, টাৰ্মিনেল পৰীক্ষা হৈ গৈছে। ছাৰে ৰেজিস্টাৰ বহিৰ লগতে পৰীক্ষাৰ বহিৰ বোজাটো লৈ মুখত বিমল হাঁহিটি লৈ প্ৰৱেশ কৰিছে। তেওঁ ৰেজিস্টাৰ বহিটো মেলি হাজিৰা মাতিবলৈ লৈও বৈ যায় আৰু ঘোষণা কৰে, "Maheswar Neog has got the highest mark." তাৰ পাছত ওৱান, টু, থ্ৰি, কৰি হাজিৰা মাতি যায়। মাজতে এবাৰ বৈ পুনৰ ঘোষণা কৰে, "Another boy has secured the same mark."—তেওঁ যেন ক'বলৈ বিচাৰিছে, মোৰটোহে highest mark, ইজনৰটো the same mark as the highest মাথোন। হাজিৰা মতা শেষ হ'লত তেওঁ মাজে মাজে দুই-এটা মন্তব্য কৰি বহিবোৰ বিলাই দিলে। মোৰ সমান নম্বৰ পোৱা বুলি যাৰ নাম ঘোষিত হৈছিল, তেওঁ বহিখন লৈ চাই ছাৰৰ ওচৰলৈ চোঁচা লয় আৰু জনায় যে যোগ কৰোঁতে

ক'ৰবাত আধাটা নম্বৰ এৰি গৈছে ছাৰে। ছাৰে দেখে কথাটো হয়; তেওঁ মুঠতে এক নম্বৰ সৰহাই ধৰি শুধৰাই দিয়ে আৰু কয়, "He has got one mark higher than the highest mark !"

অধ্যাপক সূৰ্যকুমাৰ ভূঞা ছাৰক মই ক্লাছতকৈ ঘৰতহে অধিককৈ পাইছিলো। ছাৰে ইণ্টাৰমিডিয়েট ক্লাছত আমাক বাইবেল পঢ়াইছিল। আমি তৃতীয় বৰ্ষিক শ্ৰেণীত থকাতে ছাৰ বিলাতলৈ যায় পি. এইচ্. ডি. ডিগ্ৰিৰ কাৰণে লণ্ডন বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ। তাৰ পূৰ্বেই তেওঁ নিজৰ এটা ঘৰ দি তাতে অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাম আৰম্ভ কৰিছিল আৰু অসমৰ বুৰঞ্জী প্ৰভৃতভাৱে উদ্ধাৰ কৰাত ব্ৰতী হৈছিল। ক্লাছ ছুটীৰ পাছত ছাৰে কেতিয়াবা মোক বিচাৰি নিছিল আৰু কেতিয়াবা মই নিজেই তেওঁৰ ওচৰ ওলাইছিলোঁ গৈ। তাৰ পাছত ছাৰৰ লগত অসমৰ অতীত, অসমৰ ভাষা-সাহিত্য সম্পৰ্কে অন্ত নপৰা কথা। কেতিয়াবা কথা পাতি থাকোঁতে ইমান পলম হয় যে ছাৰে খুৱাই-বুৱাই জাৰত হ'লে মোৰ গাত এড়ি কাপোৰ এখন বা কোট এটা দি হোস্টেলৰ ওচৰলৈকে আগ বঢ়াই থৈ যায়হি। আলোচনাৰ বেলা চাহ-ভাত আদিৰ যোগানৰ বিষয়ত চিন্তাই নাই, কাৰণ ঘৰত আই (লক্ষেশ্বৰী ভূঞা) অন্নপূৰ্ণাৰূপে আছেই। তৰপৰ পিছত তৰপকৈ ছাৰৰ ছাত্ৰক আয়ে এইদৰে চেনেহ দি আহিছিল। তুলসী-তল, তাঁত-শালে সৈতে আইৰ এখন পুৰণি অসমীয়া গৃহস্থালি। পুৰণি ছাত্ৰ কি নতুন ছাত্ৰ আহিলে ছাৰে "হেৰা, চোৱাঁহিচোন কোন আহিছে" বুলি আইক মাতে, আৰু আয়ে চাহ-জলপান দি নানা ধৰণৰ দেশৰ সজ চিন্তামূলক উপদেশ দিয়ে। ছাৰৰ এইগৰাকী আদৰ্শ গৃহিণীক মই 'মা' বুলিহে সদায় সম্বোধন কৰিছিলোঁ। অসীম ভক্তিৰে। ছাৰৰ বিশেষকৈ ইংৰাজী সাহিত্যৰ নিজা পুথিভঁৰালটি মোৰ বৰ কামত

লাগিছিল। ছাৰ বিলাতৰপৰা ঘূৰি অহাৰ পিছত বি. এ.ৰ বাছনি পৰীক্ষাৰ এখন প্ৰশ্ন—কাকতৰ উত্তৰ ছাৰক চাবলৈ দিয়া হৈছিল। ছাৰে পিছে আমাৰ এনে এজনক সৰ্বোচ্চ নম্বৰ দিলে যে অধ্যাপক ৰায় আদি •শিক্ষকসকলে ছাৰৰ দিয়া নম্বৰবোৰ গ্ৰহণ কৰিবলৈকে টান পালে। শেহত এইটোৱেই ঠিক হ'ল যে সেইবাৰ নম্বৰৰ ঠাইত গ্ৰেডহে দিয়া হ'ব। সেই সৰ্বোচ্চ নম্বৰ পোৱাজনে পিছত বিশ্ববিদ্যালয়ৰ পৰীক্ষাত অনাৰ্ছকে নাপালে। ভূঞা ছাৰে কিন্তু এটা কথাত মোৰ উত্তৰ-বহিখন মোৰ লগৰসকলক দেখুৱাইছিল— বহিখনৰ আদিৰপৰা অন্তলৈ আখৰবোৰ একে-আগি, ক'তো খৰ-খেদাৰ হেঁচা নাই বুলি প্ৰশংসাৰে। পৰীক্ষাত নম্বৰ নিদি গ্ৰেড দিয়াহে উচিত বুলি কোনো কোনো শিক্ষাবিদে ভাবে। সেই প্ৰসংগত আমাৰ পৰীক্ষাত গ্ৰেডৰ এই প্ৰথম প্ৰয়োগ মনত ৰাখিব লগীয়া।

আমি ইণ্টাৰমিডিয়েট শ্ৰেণীত থাকোঁতেই অধ্যাপক বাণীকান্ত কাকতিয়ে কলিকতা বিশ্ববিদ্যালয়ৰপৰা পি. এইচ্. ডি, ডিগ্ৰী লাভ কৰে। তেওঁ এতিয়া আমাৰ পাছ কোৰ্ছৰ কবিতা আৰু অনাৰ্ছ শ্ৰেণীত ভাষাতত্ত্ব পঢ়াইছিল। পিছে তেওঁৰ ভাষা-তত্ত্ব-অধ্যাপনাহে অধিক ৰসাল হৈছিল, সাধাৰণ শ্ৰেণীত কবিতা-পাঠনে সেই ৰস দিব পৰা নাছিল; ডাঙৰ শ্ৰেণীবোৰত তেওঁৰ সৰু মাতে (পি. চি. ৰায়ৰ ভাষাত husky voice) কোঠাটো জিনিব নোৱাৰিছিল আৰু ছাৰৰ জ্ঞান-গম্ভীৰ কথাই আমাক ভেদিবলৈও টান পাইছিল। অটো ফন জেছপাৰ্ছেনৰ ইংৰাজী ভাষাৰ বুৰঞ্জী আৰু গঠন সম্পৰ্কীয় কিতাপখন নিজ গুণেই সৰস; কাকতি ছাৰৰ পঢ়ুওৱাই তাক আৰু বেছি সুৱদি কৰি তুলিছিল। ছাৰৰ সাধাৰণ শ্ৰেণীত কিন্তু ল'ৰাৰ কথা পাতি থকা প্ৰবৃত্তিহে হৈছিল। এদিন মোক ছাৰে কথা পতাতে ধৰি শ্বেলিৰ স্কাইলাৰ্কৰ বিষয়ে প্ৰশ্ন কৰিলে, "Well Maheswar, you are a bit of a poet; explain what

the poet says here.” মই যি পাৰিলোঁ, ব্যাখ্যা কৰিলোঁ; ক'লোঁ, “মই ভৱামতে ছাৰ, এয়ে কথা।' ছাৰে ছাৰৰ বিখ্যাত তিনি তৰংগৰ হাঁহিটি মাৰি ক'লে, “Well, you think, but the poet felt.” ছাৰে কিছু দিন আগতে তেওঁৰ গুৰু প্ৰফেছৰ পি. চি. ৰায়ৰ কন্যা সুজাতাৰ বাবে ইংৰাজীৰ বিহগী-কবিতাৰ বিষয়ে প্ৰবন্ধ-ৰূপে এটি টোকা তৈয়াৰ কৰিছিল। প্ৰফেছৰ ৰায়ে তাৰ ছাইক্লোস্টাইল কৰা এটা নকল মোক দিছিল। সেই প্ৰবন্ধটোৱে কাকতি ছাৰৰ পিছৰ অসমীয়া সমালোচনাবোৰৰো দিক নিৰ্ণয় কৰে; অলপতে দিল্লীৰ সাহিত্য অকাদেমীয়ে প্ৰকাশ কৰা ছাৰৰ লেখাৰ বাছনি “বাণীকান্ত-চয়নিকা'ৰ মোৰ ভূমিকাত এই বিষয়ে আলোচনা কৰিছোঁ।

ইতিহাসৰ চুগৰাকী অধ্যাপক বিজয়চন্দ্ৰ সেনগুপ্ত আৰু ভুবনমোহন সেন। দুইৰে পঢ়ুৱাৰ ধৰণ সুকীয়া। বিজয় বাবুৱে আমাক Bourbon and Vasa নামৰ ইউৰোপীয় বুৰঞ্জীৰ কিতাপখন পঢ়াওঁতে, important, very important, very very important বাছি বাছি ৰঙা পেঞ্চিলেৰে দাগ দিয়াওঁতে সমস্ত কিতাপখন ৰঙা-ৰাঙলী হৈ যায়, অথচ আমাৰ তাত ৰতি নোপজে। ভুবন বাবুৱে ডি. এম্. কেটেলবিৰ History of Modern Times পঢ়ায়, কিন্তু মূল কথাখিনি গলগলীয়া মাতেৰে নিজৰ ভাষাতে কৈ যায়। কিছুমান তেওঁৰ বাক্য আমাৰ মনত ৰহি যায়। প্ৰথম মহাসমৰৰ কাৰণ আলোচনা কৰোঁতে তেওঁৰ উক্তি —These two provinces, Bosnia and the Herzegovina (দোহাৰি কয়, the Herzegovina) were honeycombed with secret societies of murder and assassination. And from one of these societies was thrown a bomb on Arch-Duke Ferdinand of Austria, and the Great war began” ভুবন বাবুৱে আমাক প্ৰথম চাৰি দিন ফৰাচী বিপ্লৱৰ বিষয়ে লেক্‌চাৰ দি অঁতাই

লেকচাৰকেইটাৰ কথাখিনি মুঠকৈ এদিন লেখিবলৈ দিলে। মোৰ বস্তুকেইটি ইমান ভাল লাগি আছিল যে টপ্‌ টপ্‌ কৰে আটাইখিনি কথা তেওঁৰ ভাষাৰে লেখি পেলালো। ছাৰে মোক ১০ৰ ভিতৰত ৮ নম্বৰ দিলে, অথচ দ্বিতীয় নম্বৰ কিজানি ৫হে হ'ল। ছাৰৰ পেপাৰত সদায় এনে ভাল নম্বৰ পাইছিলো; কিন্তু বিজয় বাবুৰ পেপাৰত হ'লে সদায় ঘাটি। এবাৰ টাৰ্মিনেল পৰীক্ষাৰ নম্বৰ চাই বিজয় বাবুৱে সুধিলে, "Well Maheswar, do not your marks show, you read the other paper well and neglect my paper?" মই ছাৰক ক'লো, "No, Sir, it is not that I read the other paper well while neglecting your paper." পিছে, কথাটো সঁচা নহয়। শেষ বি. এ পৰীক্ষালৈকে মোৰ এই অসাম্য বৈ গ'ল। ভুবন বাবু মোৰ সদায় আদৰ্শ শিক্ষক হৈ থাকিল। ভুবন বাবুৱে গফিন ছাহাবেৰে লগ লাগি অসম বুৰঞ্জীৰ কিছু কাহিনীৰ এখন কিতাপ ছপাইছিল Stories from Assamese History (১৯২৩) নাম দি। ইতিহাসত ভুবন বাবু যেনে, সংস্কৃতত তেনে হ'ল লক্ষ্মী বাবু—অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়। কি সুশোভন পুৰুষ লক্ষ্মী বাবু! মখমলৰ বগা পঞ্জাবী কুৰ্তাৰ ওপৰত বগা চাদৰখন। তাৰ মাজত ওপৰ জেপত লোৱা জেপঘড়ীৰ ক'লা ৰছিডাল জিলিকি থাকে। নিতৌ ঘৰত নকৈ পঢ়ি আহি কি নাটকীয়ভাৱে কালিদাসৰ সৰ্বস্ব "অভিজ্ঞানশাকুন্তলম্" বুজায়! লক্ষ্মী বাবুৱে বৈকুণ্ঠনাথ ভাগৱত-ভট্টাচাৰ্য অৰ্থাৎ ভট্টদেৱৰ সংস্কৃত প্ৰকৰণ-গ্ৰন্থ "ভক্তি-বিবেক"খনিৰ পাঠ উদ্ধাৰ কৰি উলিয়াইছিল, সেইখিনি পাছত দত্ত বৰুৱা কোম্পানিৰপৰা ছপা হৈ ওলায়। লক্ষ্মী বাবুৰ নিজ হাতে লেখা ধুনীয়া আখৰৰ কপিটো এতিয়াও মই ৰাখি থৈছো। সংস্কৃতৰ আন দুগৰাকী আমাৰ শিক্ষক শ্ৰী শ্ৰীনাথ চক্ৰৱৰ্তী আৰু শ্ৰীদিবাকৰ গোস্বামীদেৱে শুভঙ্কৰ কবিৰ "শ্ৰীহস্তমুক্তাৱলী"ৰ

ডেৰশমান শ্লোকৰ পাঠ উদ্ধাৰ কৰি অনুসন্ধান সমিতিৰ মুখপত্ৰ Journal of the Assam Research Societyত উলিয়াইছিল। তৃতীয়-চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে মই মোৰ নিৱাস সলনি কৰি নিউ হোস্টেললৈ অহাত গোস্বামী ছাৰক তাৰ ছুপাৰিণ্টেণ্ডেণ্ট হিছাপে পাইছিলো। এই বিষয়ত এটা কথা সদায় মনত থাকিব যে ছাৰে মাঘৰ বিহুৰ দিনা নিজহাতে ভজা পিঠা হোস্টেলবাসী সকলোকে বিহুৰ জলপান কৰি খুৱাইছিল।

সিদিনা কলেজ আৰু তাৰো আগতে স্কুলৰ কালৰ বন্ধু সুধীৰ চন্দ্ৰ বৰুৱা আহিছিল। তেওঁক লগ পালত 'পুৰণি কাহিনী বাহিনী ৰাগিনী' বহুতবোৰ উজাৰ খাই উঠিছিল। তেওঁবো এবাৰ ৰাধা বাবুৰ (অধ্যাপক ৰাধাকান্ত দাস) লগত অকণমান খকা-খুন্দা লাগিছিল, কাৰণ তেওঁ বোলে অংকশাস্ত্ৰৰ অনাৰ্ছ লৈও নিয়মীয়াকৈ তাৰ শ্ৰেণীলৈ নগৈছিল। এদিন ধৰিলে ৰাধা বাবুৱে, "ক্লাছত কিয় এনে অনিয়মীয়া?" সুধীৰে জনালে, তেওঁৰ গা ভাল চলা নাই। ছাৰে ধৰিলে, গা ভাল নহয় যদি, এদিন অনুপস্থিত, এদিন উপস্থিত, এদিন অনুপস্থিত, এদিন উপস্থিত— এইখন কিয়? অলপ পেঁপুৱা লগা কিন্তু হাৰ মানিব নোখোজা ছাত্ৰৰ জবাব হ'ল— তেওঁৰ মেলেৰিয়া হৈছে—অৰ্থাৎ পাল-জ্বৰ—এদিন হয়, এদিন এৰে। ছাৰে সেই উত্তৰত বৰ সন্তুষ্ট নহৈ মন্তব্য কৰিলে, You better give up Mathematics, and take up Honours in Malaria!! মোৰ দৰে সুধীৰেও ৰসায়ন-শাস্ত্ৰৰ শৰৎ বাবুৰ মৰমিয়াল গুণ সুঁৱৰি ক'লে যে তেওঁ কলেজ এৰি যোৱাৰ বহুত দিন পাছত এবাৰ গুৱাহাটীলৈ আহোঁতে এদিনাখন বাটতে শৰৎ বাবুক লগ পালে ক'ৰবাৰপৰা ছাইকেল চলাই অহা। সুধীৰে "নমস্কাৰ ছাৰ" কৰিলে. আৰু শৰৎ বাবুৱে প্ৰতিনমস্কাৰ জনোৱাৰ লগে লগে ছাইকেলৰপৰা নামিবলৈ যত্ন কৰোঁতে প্ৰায় তিনি কৰ্ফাল খাই পৰা অৱস্থা। কাৰণ সুধীৰৰ অভিবাদনত তেওঁ এক আশ্চৰ্য দেখা পাইছিলে। তেওঁ সুধিলে,

এনে বিনীত ছাত্ৰজন কোন বছৰত কোন শ্ৰেণীত তেওঁৰ ছাত্ৰ আছিল। সুধীৰে ছন-তাৰিখ দিয়াত তেওঁ মনৰ কথা ব্যক্ত কৰিলে, "আজি-কালি ল'ৰা-ছোৱালীবোৰৰ এনেকৈ নমস্কাৰ জনোৱা দস্তুৰ নাই ; সি উঠি গৈছে !!" এয়াও বহুত দিন পূৰ্বৰ কথা। এতিয়াৰ 'মাস্টৰ মশায়'সকলে বাটে-পথে কিবা সন্মান পায় নে নাপায়।

সুধীৰে বিৰবিৰে তাহানিৰ এআইধ্যা—ডেক্ৰুজ মাম্‌লাৰ কথা। কটন থাৰ্ড মেছৰ ফিফ্‌থ ব্লকৰ গাতে প্ৰায় লগা-লগি, দুখন লোহাৰ ডেওনা আৰু ৰাজআলিটোৰহে ইপাৰ-সিপাৰ টেলিগ্ৰাফ কলনি —টেলিগ্ৰাফ অফিছ আৰু তাৰ কৰ্মীসকলৰ নিবাস। সেই দিনৰ সেই ঘাই কৰ্মীসকল প্ৰায়েই ক'লা আধা-ছাহাব, ইউৰেছিয়ান। তেওঁলোকৰে এগৰাকী ক'লা মেমে তিনি সন্ধ্যা মাথোন চিয়ঁৰে— "বয়! বয় !!" তেওঁৰ ডাক শুনি যিটি 'বয়ে' দেখা দিয়ে, তেওঁ ফুকলীয়া ল'ৰা নহয়, বৰং আদহীয়াতকৈও বয়সীয়া, শুকুলা চুলিৰে বৃদ্ধকে বুলিব পাৰি। ফিফ্‌থ ব্লকৰ ল'ৰাহঁতে সেইটো এক তামাছাই পালে, আৰু মেমে "বয়, বয়" কৰিলে হোস্টেলপৰা তাৰ প্ৰতিধ্বনি উঠে "বয়, বয় !!" এই লৈ আলিবাটটোৰ ইপাৰ-সিপাৰৰ কুষাৰি ভাব এটি চলি থাকে।

এদিনাখন (তেতিয়া মই নিউ হোস্টেলৰ অধিবাসী) আলাপাকতে কুষাৰি ভাবটো এখন ৰণ হৈ বিস্ফোৰিত হ'ল। সেইদিনাখন দেওবাৰেই কি আন বন্ধৰ দিন। দুজমান ফিফ্‌থ ব্লক ছাত্ৰাবাস-নিবাসীয়ে দুপৰীয়াৰ ভাতমুঠি ধৰি উল্লিখিত আলিৰ ওপৰে গা ঘেলাইছে। এনেতে টেলিগ্ৰাফ অফিছৰ ডেক্ৰুজ ছাহাবে তেওঁৰ মেমক গাড়ীত লৈ গাড়ী চলাই আহোঁতে ডেকাহঁতৰ গাত প্ৰায় খুন্দিয়ায়ে গ'লে —খুন্দিওৱা অৱশ্যে নাছিল, কিন্তু ডেকাহঁত বাটৰ একেবাৰেই কাষৰলৈকে আঁতৰি যাব লগীয়া হ'ল। তাতে এজন ডেকাই টান মাত এআষাৰ মাতিলে। ছাহাবেও গাড়ী ৰাখি "কোন সেইটো? কোনটোৱে গালি পাৰিছিল ?" বুলি ৰণ-হুংকাৰ দি উঠিল। ডেকা-তেজৰ

কথা! এজন ডেকাই কথাৰ ছেওতে আগ বাঢ়ি ছাহাবৰ গাত হাতকে লগালে। 'ৰাজমাৰগ মহ' এনে 'ঝুণ্টা ঝগড়া' দেখা পাই হোস্টেলৰ বাৰাণ্ডাত বহি থকা আন এজন ডেকা উঠি গৈ লোহাৰ বেৰাৰ বেঁকা হৈ থকা চিক্ সৰকি ছাহাবক এক ওপৰঞ্চি কিল শোধাই দিলেগৈ। ঘটনা ইমানেই। ছাহাব তেওঁৰ চোতাত সোমালগৈ। ল'ৰাহঁতে ৰণ জিকি ভাবিলে, গ'ল কথা গুচিল। কিন্তু সোনকালেই দেখা গ'ল, ইউৰেছিয়ান ছাহাবে কলেজৰ অফিছৰপৰাই প্ৰবন্ধ কৰি ডেকা কেইজনৰ নাম ধাম উলিয়াই এক ফৌজদাৰী মোকৰ্দমা ৰুজু কৰিলে। ডেকাহঁতো বহি নৰ'ল। দেশভক্ত তৰুণৰাম ফুকন বিষ্ণুৰাম মেধি আদি আগ শাৰীৰ উকীলসকলৰ কাষ চাপিল। এতিয়া কথাটো এনেভাৱে 'দাঁড়ালে'গৈ: ডেক্রুজ হ'ল শোষণকাৰী সাম্ৰাজ্যবাদীৰ প্ৰতীক, আৰু ডেকাসকলতো দেশৰ আশা-ভৰসাৰ থল! এনে এখন ছাঁব যেতিয়া সকলোৰে চকুৰ আগত উঠিল, ডেকাহঁতৰ পক্ষে উকীল আৰু পৃষ্ঠপোষকৰ অভাৱ নহ'ল। এক-দুজনাকৈয়ে উঠা পইচাই উভৈনদী হ'ল, খৰচ কৰিবৰ ঠাই নোহোৱা হ'ল, গোচৰত চেঁচৰা ভাগৰ-দুখ মাৰি সূৰ্যনাৰায়ণ বৰাৰ চাহ-দোকানত ভাজিৰও পৰা হ'লহে। ইয়াৰ মাজতে এদিন আছিল আইডেন্টিফিকেশ্যন পেৰেড—ফৰিয়াদীয়ে আচামী চিনাক্ত কৰা পৰ্ব। সেই পেৰেডত আমাৰ এজন বান্ধ'ই সাধাৰণ পক্ষত পিছলৈ এভতাই আঁচোৰা চুলি মাজেদি সেঁওতা ফালি কাণলৈকে ওলমাই আঁচুৰি ল'লে, টিকনিৰ দৰে দুডালমান চুলি বান্ধি তাত গন্ধ-পুষ্প এপাহিও আঁৰি ল'লে। আৰু বেৰিয়া গজা দাঁতটো উলিয়াই হেবাং-টোৰ দৰে থিয় হৈ ৰ'ল। তেওঁক ফৰিয়াদীয়ে চিনিব নোৱাৰিলে আৰু বাকীকেইজন লড়াই কৰা ডেকাকো ঠিকমতে মানুহৰ শাৰীৰ-পৰা বাছি উলিওৱাত খপ্‌জপ্ লগালে। মোকৰ্দমাৰ প্ৰথম শুনানীতে বিষ্ণুৰাম মেধিদেৱে জেৰাত ভেচ্‌ভেচীয়া কৰিলে। গত্যন্তৰ নেদেখি তেওঁ মিট-মাটিৰ বাবেই ৰাজু হ'ল। ডেক্রুজ গোচৰখন সেই দেখি মিত্ৰতা-স্থাপনেৰেই সমাপ্ত হ'ল।

## গুৰু-গৌৰৱ সভায় /খ

সুজ্ঞান কাণ্ডাৰীসকলে গুৰি-বঠা ধৰি থাকোঁতেও মোৰ নাওখন বৰনৈৰ সুঁতিত টলংভটং কৰিহে চলি থাকিল, কোঁ কোঁকৈ কুৰেৰৰ ডুবিৰ ওপৰে উজাইছিল বুলি মই বুকুত হাত দি ক'ব নোৱাৰোঁ। মই ইংৰাজী বিভাগৰ ছেমিনাৰ ছেক্ৰেটাৰিৰ বাব ল'লোঁ আৰু ছেমিনাৰ লাইব্ৰেৰিৰ ভাৰ পালোঁ, কিন্তু সেই সুবিধাও ভালকৈ কামত লগোৱা নহ'ল। মোৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ আৰম্ভতে গুৱাহাটী এ. এছ. এল. ক্লাবৰ বছৰেকীয়া অধিৱেশন হয় গতানুগতিকভাৱে, যদিও সভাপতিৰ আসন শোভা কৰিছিল দেশভক্ত তৰুণৰাম ফুকনে। সেই সভাত মই 'সাহিত্য আৰু আদৰ্শ' নামে এটা প্ৰবন্ধ পাঠ কৰিছিলোঁ। সেইটো উপস্থিত বিদ্বজ্জনৰ সমাদৃত হৈছিল আৰু পিছত মই ছাত্ৰ-সম্পাদক-ৰূপে সম্পাদন কৰা "কটনিয়ান"ত প্ৰকাশিত হৈছিল। ক্লাবৰ নিৰ্বাচনত মই অপ্ৰতিদ্বন্দ্বিতভাৱে সম্পাদক হ'লো (পিছৰ কালৰ মন্ত্ৰী লক্ষ্মীপ্ৰসাদ গোস্বামী সহকাৰী সম্পাদক হৈছিল) আৰু ক্লাবৰ ঐতিহ্য স্মৰণ কৰি তাক এক আকৰ্ষক ৰূপ দি নৱজীৱন দিবৰ সংকল্প ল'লো। ক্লাবৰ প্ৰথম সভা হ'ল শংকৰদেৱৰ তিথিৰ আলোচনা আৰু উছৱ। আগৰ দৰে মাথোন শুকান বক্তৃতা, কবিতা-পাঠ, ৰচনা-পাঠতে তাক পৰ্যৱসিত নকৰি ধূপ-ধূনা, খোল-তালৰ সমাৱেশেৰে উৎসৱ-ৰূপটো অধিক প্ৰকট কৰি তোলা হ'ল। উপস্থিতসকলে তাকে নোপোৱাই পোৱাৰ দৰে পালে। আন কি, এজন বন্ধুক আগে-ভাগে অনুৰোধ কৰা সত্ত্বেও সেই সভাত গীত গাবলৈ কোনোমতে সম্মতি দিয়া নাছিল; তেওঁ এতিয়া উপযাচি এটা গীত গাইহে এৰিলে।

অম্বিকাগিৰি ৰায়চৌধুৰী সেই সভাত উপস্থিত থাকি (সভাপতি হৈছিল তেজপুৰৰপৰা আহি মহাদেৱ শৰ্মা) তাৰ অভিনৱ ৰূপৰ প্ৰশংসা কৰিলে, কিন্তু তাত গোৱা বৰগীতটিৰ কৰ্কশ ধৰণে সমালোচনা কৰিলে, ক'লে যে সি বৰগীতৰ জাততে উঠা নাই। আমি তেওঁৰ বক্তব্য মানি ল'লো, কিন্তু পিছদিনাখনেই তেওঁৰ ঘৰত গৈ তেওঁক প্ৰত্যাহ্বান এটি জনাই থৈ আহিলো—মাধৱদেৱৰ তিথিত যেন তেওঁ নিজে গাই মেলি বৰগীতৰ সম্ভ্ৰান্ত জাতটো আমাৰ প্ৰত্যক্ষ কৰি তোলে। তেওঁ আনন্দেৰে took up the gauntlet. আৰু আমাৰ কলেজলৈ আহি হাৰমোনিয়াম বজাই গলগলীয়া মাতেৰে গাই বৰগীতক আমাৰ সমক্ষে স্থাপন কৰিলে। শুনিছিলোঁ, তেওঁৰ ককায়েক গিৰীশচন্দ্ৰ ৰায়চৌধুৰীয়ে বোলে বৰগীত আৰু সুন্দৰ গাইছিল; আমি সেয়া কিন্তু শুনিবলৈ পোৱা নাছিলোঁ। সি যি হওক, আগতে মুজুৰা পৰি থকা, ল'ৰা-ছোৱালীয়ে সভা-সমিতিত যোগ নিদিয়া এ. এছ্. এল্. ক্লাব্ এতিয়া শুভ্ৰ-সমুজ্জ্বল হৈ উঠিল। সেইবোৰ লক্ষ্য কৰি আমাৰ অধ্যক্ষ সতীশচন্দ্ৰ ৰায়ে ক্লাবক এশ টকা (সেই দিনততো সেয়া এসোপা ধন) দান কৰিলে নিজৰপৰা, আৰু সেই টকাৰে আমি লোক-গীত, ফকৰা আদি সংগ্ৰহৰ বাবে তিনিটা বঁটাৰ মুকলি প্ৰতিযোগিতা ঘোষণা কৰিলো। সেই প্ৰতি-যোগিতাত বাহিৰৰ গুণীজনেও যোগ দিছিল আৰু আমাৰ নগদ বঁটা পাইছিল। শংকৰদেৱৰ তিথিৰ আমাৰ সভাত নলিনীকান্ত বৰুৱাই (শ্বিলঙৰ পিছৰ আই. জি. পি. ভৱানীকান্ত বৰুৱাৰ ভাই আৰু আই. ছি. এছ. পৰীক্ষাৰ বাবে তেতিয়া সাজু হৈ থকা) দিয়া বক্তৃতাই বাতৰি-কাকতত কেনেকুৱা এক উত্তপ্ত বাদ-প্ৰতিবাদৰ সৃষ্টি কৰিছিল, সেই কথা বাক ক'ম। অধ্যাপক সূৰ্যকুমাৰ ভূঞা লণ্ডন বিশ্ববিদ্যালয়ত গৱেষণা কৰিবলৈ যাবলৈ ওলোৱাত ছাত্ৰ ইউ-নিয়ন আৰু ক্লাবৰ সংযুক্ত সভাত বিদায়-ওলগ জনোৱা হয় আৰু

আমি বহুতবোৰ ছাত্ৰ গৈ তেওঁক পাণ্ডু পৰ্যন্ত আগ বঢ়াই থৈ আহোঁ। আমাৰ সভা-সমিতিত ৰৰ উৎসাহেৰে যোগ দিয়াসকলৰ ভিতৰত আছিল অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য। তেওঁক বাটত লগ পালেও খবৰ লয়, 'তহঁতৰ সভা পাতিছনেকি কিবা? পাতিলে মাতিবি মোক। মই কাণেৰে নুশুনো। তহঁতৰ কথা কেনেকৈ শুনিম? তহঁতকে ঢুআবাৰমান কৈ শুনামগৈ। মাতিবি।" তেওঁ কিন্তু বক্তৃতা দিলে ঢুআবাৰমান মাথোন নকয়, বহুত আবাৰ আমাক শুনায়। বছৰটোৰ শেষৰফালে সেইগৰাকী পুৰুষৰ মৃত্যু ঘটে। তেওঁৰ বিষয়ে আমিখনে বৰ কম কথাই জানো বাবে ক্লাবৰ ফালৰপৰা শোক-সভা পতাৰ লগে লগে বক্তৃতা দিবৰ কাৰণে ৰজনীকান্ত বৰদলৈ, মহেন্দ্ৰনাথ ডেকাফুকন আৰু শ্ৰীমতী লীলা দেৱীক বিশেষভাৱে নিমন্ত্ৰণ কৰোঁ। কিন্তু ডেকাফুকনে অথন্তৰৰ সৃষ্টি কৰে। তেওঁ সেই কেইদিন কমলাকান্তৰ বিষয়ে "অস্থিবজ্ৰ" নামে কবিতাৰ পুথি এখন লিখি খাৰঘুলিৰ নিউ প্ৰেছত ছপোৱাত ব্যস্ত। সভাৰ নিৰ্দিষ্ট সময়ৰ বহুত পাছতহে এটা খামটি মোনাত এবোজা কাগজ লৈ তেওঁ সভা-থল পায়হি। তেওঁৰ বক্তৃতাৰ পাল পৰিলত "অস্থিবজ্ৰ"ৰপৰা শাৰীৰ পিছত শাৰী মাতি মাতি অভিনয় কৰিবলৈ আৰম্ভ কৰে। "মহৰ্ষি কমলাকান্তই কৈছিল, 'ভেকুলীয়েহে খোজ কাঢ়ে থপ্‌ থপ্‌ থপ্‌'" বুলি তিনিটা ভেকুলীজাপ মাৰি দেখুৱালে; আকৌ "মানুহে আকৌ খোজ কাঢ়ে গপ্‌ গপ্‌ গপ্‌" বুলি মিলিটেৰি কায়দাত মাৰ্চিং স্টেপ্‌ আৰম্ভ কৰে। মুহূৰ্তৰ ভিতৰতে শোকসভা গুচি থিকিন্দালি পাৰি হাঁহা মেল হৈ গ'ল। সমস্ত ছুডমাৰ্চেন হল হাঁহিৰে ভৰি পৰিল। আৰু দুবাৰমান এনে পৰিস্থিতি হ'লত তেওঁহে ৰুদ্ৰমূৰ্তি ধৰি মঞ্চত গম্ভীৰ হৈ থিয় হ'ল। সিংহ-গৰ্জনৰ দৰে কৈ উঠিল, "তহঁত—(এইখিনিতে বেয়া এটা শব্দ ক'লে), মই তহঁতৰ এইখনলৈ কেতিয়াও আৰু নাহোঁ।" এই বুলি তেওঁ মঞ্চৰপৰা জাপ মাৰি নামি

আলিবাটলৈ চোঁচা ল'লে। মই হয়ে "ককাইদেউ, ব'ব, ৰ'ৰ, আহক, আহক" বুলি পিছৰপৰা মাতিলো, তেওঁ ক'ত বয়! বিস্বাশবদে ঢাপলি মেলি ঠাইতে নোহোৱাই হ'ল! আমি তেওঁক আকৌ আমাৰ মাজলৈ আনিবলৈ বুলিয়ে শিৱসাগৰ জয়সাগৰ-পাৰত পতাৰ দৰে ক্লাবৰপৰা জয়মতী-উৎসৱ পাতিলো। তেওঁ মোৰ অনুৰোধত তাৰ বাবে এটা গীতো লিখি দিলে আৰু সভাতো যোগদান কৰিলে। ব্ৰিটিংশ ভাৰতৰ ১৯৩৫ৰ নতুন শাসনতন্ত্ৰৰ বিষয়ে এটা বক্তৃতা দিবলৈ মই আৰ্ল্‌ল কলেজৰ অধ্যক্ষ শৰৎচন্দ্ৰ দত্তক নিমন্ত্ৰণ কৰি আনিছিলোঁ। তেওঁ প্ৰাঞ্জল ভাষাত সমস্ত বিষয়টো ব্যাখ্যা কৰি দিছিল।

ক্লাবৰ এটা বছৰ পূৰ্ণ কৰি ১৯৩৭ৰ ৮ আগস্টত সপ্তত্ৰিংশ বাৰ্ষিক অধিৱেশন পতা হয়। সভাপতি-ৰূপে নিমন্ত্ৰণ কৰি অনা হৈছিল "শেৱালি"ৰ কবি ৰত্নকান্ত বৰকাকতীক। তেওঁ সাহিত্যৰ স্বৰূপ আৰু অসমীয়া কাব্যকলাৰ বিষয়ে সুন্দৰকৈ আলোচনা কৰি এখনি অভিভাষণ লিখি আনিছিল। কিন্তু ইতিমধ্যে এক শ্ৰেণীৰ ছাত্ৰৰ বাবে ক্লাবৰ কৃতকাৰ্যতা আৰু গৌৰৱ অসহ্য হৈ পৰিছিল; পাৰিলে বিজুলীৰ তাঁৰ ছিঙি দি, ছোৱালীৰ গাত ঘোলা হাঁহকণী মাৰি বা আনপ্ৰকাৰে অধিৱেশনখন ছিন্ন-ভিন্ন কৰি দিয়াৰ চিন্তাই সিবোৰে কৰিছিল। সেইবোৰ বিষয়ে আগতে জানি বন্ধুসকল সাৱধান হৈ থকা বাবে সিবোৰে কুৎসিত একো কৰিব নোৱাৰিলে। গীত-অভিনয়ৰ প্ৰোগ্ৰেম বৰ ভাল হৈছিল বাবে তাকো বাধা দি ৰাখিব নোৱাৰিলে। কিন্তু বৰকাকতীক অভিভাষণ পঢ়িবলৈ নিদিলে। তাতে আকৌ সেই দিনত মাইক্ৰোফোনৰো ব্যৱস্থা হোৱা নাছিল। বৰকাকতীয়ে "মোৰ ভাষণ যদি আপোনালোকে শুনিব নোখোজে, মই আৰু নপঢ়োঁ।" বুলি পঢ়া বন্ধ কৰিলে। কিন্তু অধিৱেশন আনপ্ৰকাৰে সুন্দৰভাৱেই হৈ গ'ল। তাৰ পাছদিনা পুৱা বৰকাক-

তীদেৱ ডক্টৰ কাকতিৰ ঘৰলৈ যাবলৈ ওলালো। উজানবজাৰৰ তেতিয়াৰ জনাজাত চুবৰাতিৰ ঘোঁৰাগাড়ীত (তেতিয়াৰ দিনত ৰিকশ্বা নাছিল আৰু থুপতে পাব পৰাকৈ মটৰ-গাড়ীও নাছিল) উঠি বৰকাকতি, মাধৱচন্দ্ৰ বেজবৰুৱা, বৰকাকতীক আলহী পোধা হংসধৰ বৰুৱা আৰু মই ৰিহাবাৰীৰ বাটৰ ঘেলঘেলীয়া বোকাৰ ওপৰে কাকতি ছাৰৰ ঘৰ পালোঁগৈ। তাতে দেশৰ, দহৰ, সাহিত্যৰ নানা আলোচনা হ'ল। সেই প্ৰসংগতে ছাৰে কিবা মনৰ দুখত "অসমীয়া জাতি মৰিল" বুলি কওঁতেই বেজবৰুৱাই মুখ পাতি ধৰি এক তৰ্কক আৰম্ভ কৰিলে। এইদৰে বহুত পৰ আলোচনাৰ পাছত আমি ঘূৰি আহিলো। পিছদিনা আকৌ চুবৰাতিৰ গাড়ীত তুলি বৰকাকতীক নগাঁৱলৈ যাবলৈ ৰেল-গাড়ীত তুলি দিবলৈ গুৱাহাটী স্টেশ্যনলৈ লৈ গ'লো। কিন্তু স্টেশ্যন পাই দেখোঁ আপোনভোলা কবিয়ে চুৰিয়াখন পোন্ধ বা ঠোৰ নামাৰি লুঙিৰ দৰে কুবিয়াই পিন্ধি আহিছে। ওৱেইটিং ৰুমতো মানুহ ভৰি আছে। ক'ত কাপোৰ সলাব? প্লেট-ফৰ্মত চাকি জ্বলোৱা ওখ টুল এখন আছিল। তাতে আমি কবিক বহুৱাই দিলো। গাড়ী আহিলত তাৰ কম্পাৰ্টমেণ্টত সোমাইহে তেওঁ কাপোৰকানি ঠিক কৰি ল'লে। এজনে ক'লে, তেওঁৰ বোলে নিজকে পাহৰা অভ্যাস এটি আছেই। এবাৰ বোলে তেওঁ তেওঁৰ মৌজাৰপৰা ঘৰলৈ ঘোঁৰাত উঠি আহোঁতে (সেইদিনৰ সহজ যান সেয়েহে) বাটতে নতুন মাহৰ ছেঁই ধৰি থকা মাহনি এডৰা দেখা পাই ঘোঁৰাটো ৰখাই কুমলীয়া মাহ দাঁতেৰে ছিৰি ছিৰি খাবলৈ সোমাল। ইফালে লেগাম খোলা পাই ঘোঁৰা গৈ ঘৰ পালেগৈ। ঘৰত হুৱা-দুৱা লাগিল ক'ৰবাত ঘোঁৰাই ছোৱাৰীক পেলাই থৈ আহিছে বুলি। ঘোঁৰাত, ছাইকেলত উঠি সকলো তেওঁক বিচাৰি ওলাল আৰু পালেগৈ কবিয়ে 'মহন্তৰ চিন মাহনিত' দি জগতখন একেবাৰেই পাহৰি বহি আছে!

ইয়াৰ দুদিনমানৰ পিছতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ৰুগ্ন অৱস্থা এটা লৈ শেষ বাৰৰ কাৰণে অসমলৈ ঘূৰি আহে। নতুনকৈ শেৱালি ফুলিবলৈ ধৰিছে। হোস্টেলৰ মোৰ ৰুম-মেট নগেন ভুঞাই তাৰে ফুল কিছু গোটাই পুৱাতে এধাৰি মালা কৰি দিলে। তাকে হাতত লৈ গুৱাহাটী ৰেল-স্টেশ্যনলৈ আগ বাঢ়িলো। নগৰৰ অনেক লোক আৰু ছাত্রসকল প্লেটফৰ্ম জুৰি সমবেত হ'ল। সময়ত ৰেল আহি প্লেটফৰ্মত ৰ'ল। বেজবৰুৱা ডাঙৰীয়া থকা কোঠাটো বিচাৰি মই ভিতৰলৈ সোমাই গ'লো। তেতিয়া তাত তেওঁৰ বাহিৰে প্রজ্ঞাসুন্দৰী বেজবৰুৱানী আৰু পাণ্ডুলৈকে গৈ লগত গাড়ীত উঠি অহা বেজবৰুৱাৰ 'জ্ঞান বোপা' জে. বৰুৱা ছাহাব। বৰুৱা-দেৱে মোৰ চিনাকি দিয়াত মই বেজবৰুৱাৰ কণ্ঠত শেৱালিধাৰি দি সেৱা এটি কৰিলোঁ। বেজবৰুৱাৰ কণ্ঠ-স্বৰ অতি ক্ষীণ। তেওঁ কোৱা কথা দুটা মই বুজিয়ে নাপালো। সেইটি বুজি জ্ঞানদাভিৰাম বৰুৱা-দেৱে ক'লে, "মহেশ্বৰ বোপা, বেজবৰুৱা ডাঙৰীয়াই কৈছে, তেখেতৰ গা বৰ নিশকতীয়া, কথাও ক'ব নোৱাৰে, তুমিয়ে আমাৰ বাইজক তেখেতৰ হৈ প্ৰণাম জনাব লাগে। ৰ'বাঁ, তুমি নালাগে, ময়ে কওঁ" বুলি তেওঁৰ গলগলীয়া মাতেৰে (তেওঁ বিলাতৰপৰা বেৰিস্টাৰ হৈ ঘূৰি আহি কলিকতা হাই কোৰ্টৰ বাৰত যোগ দিওঁতে তেওঁৰ যি মাত শুনি জজ ছাহাবে কৈছিল, Well, young barrister, I covet your voice.) প্লেটফৰ্মত মহা আগ্ৰহেৰে ৰৈ থকা বেজ-বৰুৱাৰ গুণমুগ্ধসকলক পৰিস্থিতিটো বুজাই দিলে। বেজবৰুৱা ইমান দুৰ্বল যে বাইজৰ মুৰে ঘূৰিও বহিব নোৱাৰিছিল। তেওঁৰ লগত মুখা-মুখি হোৱা মোৰ সেয়ে প্ৰথম আৰু সেয়ে শেষ। ইয়াৰ আগতে দুবাৰ মাথোন তেওঁক দেখা পাইছিলো—এবাৰ আধ-সজা কালিপ্ৰসাদ মেমোৰিয়েল হলত অসম সাহিত্য-সভাৰ সন্মিলনত তেওঁৰ অভিনন্দন-উৎসৱত এশাৰী শৰাই সমুখত লৈ ককাই-ভাই কেইজনেৰে থম থমকৈ

বহি থাকোঁতে আৰু দ্বিতীয়বাৰ ১৯৩০ত তেওঁ 'মাতৃ-মুখ-দৰ্শন' কৰিবলৈ আহোঁতে শিৱসাগৰ থিয়েটাৰ ঘৰত শিৱসাগৰীয়াসকলৰ ওলগনিৰ সভাত। সেইদিনাৰ তেওঁৰ এটা কথা মাথোন মোৰ মনত আছে: তেওঁ কাষৰত বহি থকা প্ৰজ্ঞাসুন্দৰী দেৱীলৈ কেৰাহিকৈ চাই কৈছিল, "আজিহে আমাৰ ঘৰত জানিব, মই কিমান ডাঙৰ মানুহ।"

বছৰটোত আমাৰ সম্পাদনাৰ "কটনিয়ান"ৰ দুটা সংখ্যা ওলাইছিল। তাৰ বাবে সৰহ কষ্টও কৰিব লগীয়া নহৈছিল। কিন্তু আন এটা সম্পাদনাবিষয়ক কামত সোমাই পৰিছিলো মাধৱচন্দ্ৰ বেজবৰুৱাৰ লগত থকা সম্পৰ্কৰ বাবে। গুৱাহাটী জয়ন্তী প্ৰেছৰ গৰাকী কেশৱকান্ত বৰুৱাই এখন আলোচনী উলিয়াবলৈ মনস্থ কৰিছিল আৰু বেজবৰুৱাক কাৰ্যটো সংগঠন কৰাৰ ভাৰ দিছিল। সেইমতে ডেকা বেজে ঈশ্বৰপ্ৰসাদ চৌধুৰী, মহম্মদ ৰায়হান শাহ আদি এটি ডেকা-দলক একেলগ কৰিলে, আৰু সম্পাদক হ'বৰ বাবে থিওছফিকেল ছোছাইটিৰ লগত সম্পৰ্কিত পানবজাৰৰ ৰাধিকানন্দ চৌধুৰীৰ নাম প্ৰস্তাৱ কৰিলে। দলটো দুদিনমান চৌধুৰীৰ ঘৰতে লগ হ'ল আৰু আলচ-বিলচ কৰিলে। কিন্তু কিবা কাৰণত (শুনাত কাকতখনৰ প্ৰস্তাৱিত নাম "জয়ন্তী" বৰুৱাদেৱৰ বিগতা পত্নীৰ নাম বুলি আপত্তিত) চৌধুৰী আয়োজনটোৰপৰা আঁতৰি পৰিল, আৰু ভাগ্যৰ কথা, চৌধুৰীৰ ঠাইত ৰঘুনাথ চৌধাৰী আতা আমাৰ নেতা আৰু "জয়ন্তী"ৰ সম্পাদক নিৰূপিত হ'ল। এদিন জোনাকী সন্ধিয়া বৰুৱাদেৱৰ ঘৰৰ সমুখৰ 'লন'ত বহি আমি মুকলিকৈ "জয়ন্তী"ৰ সম্পাদনাৰ দল সংগঠিত হ'লোঁ। সংগঠনৰ আৰু এটি বৰ লাভৰ কথা হ'ল যে বহুতো নীৰৱ কিন্তু কাৰ্যকৰী অভিজ্ঞতা থকা কৰুণাকান্ত গগৈয়ে বৈতনিক সহসম্পাদক-ৰূপে অতি সোনকালেই যোগদান কৰিলেহি। আমি অবৈতনিকবোৰৰ ভিতৰত ৰায়হান শাহে পথেকীয়া

"জয়ন্তী"ৰ খেল-ধেমালিৰ চ'ৰা, ঈশ্বৰপ্ৰসাদ চৌধুৰীয়ে আৰ্টৰ জগত, মই ছাত্ৰ-মহলৰ পোৱালি-সম্পাদক হ'লোঁ আৰু বৰ আগ্ৰহেৰে আটায়ে কাম কৰিবলৈ ধৰিলোঁ। মনত আছে, জীৱেশ্বৰ গোস্বামী, সৌ সিদিনা ঢুকোৱা সুৰেশচন্দ্ৰ গোস্বামী আদিৰে নতুনকৈ সংগঠিত কামৰূপী নৃত্য-সংঘৰ ভাস্কৰ নাট্যমন্দিৰত হোৱা নৃত্য-প্ৰদৰ্শন চাই 'ছাত্ৰ-মহল'ৰ বাবে এটা সমালোচনা লিখি উলিয়ালোঁ, কিন্তু আতাই সেইটো ভাল পাই ঘাই সম্পাদকীয়-ৰূপে প্ৰকাশ কৰিলে আৰু প্ৰকাশ পোৱাতহে মোক জনালে, "বাপি, তোমাৰ লেখাটো বৰ ভাল হৈছিল, দিয়োঁ। মই তাক ইয়াতে থ'লোঁ।" নক'লেও হ'ব যে খেল-ধেমালিৰ চ'ৰা, ছাত্ৰ-মহল আদিৰ সম্পাদকৰ নাম কেতিয়াও ক'তো ছপা নহৈছিল। ক্লাছ ছুটীৰ পাছত অনেক দিন মই পোনে পোনে জয়ন্তী প্ৰেছলৈ গৈ করুণাকান্ত গগৈদেওৰে নানা কথা আলোচনা কৰিছিলো বা আড্ডা পিটিছিলো একাপ চাহ আৰু এটাকৈ শিঙৰা খাই। বৰ ভাল লাগিছিল সেই দিনবোৰ।

এই সময়তে কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ সভাপতিত্বত গুৱাহাটীত অসম সাহিত্য সভাৰ বছৰেকীয়া সম্মিলন বহে। আমি আলেঙে আলেঙেহে তাৰ আলেখ-লেখ চাইছিলো। সন্দিকৈদেৱে স্বাভাৱিকতে বিষয়-বাছনী সভাখন চলোৱাত বৰ আমনি পাইছিল, আৰু "আপোনালোকে শৃঙ্খলা নাৰাখিলে মই ইয়াৰপৰা গুচি যাম" বুলি তাৰ্কিকসকলক ক্ষান্ত কৰিব লগীয়া হৈছিল। সম্মিলনৰ স্মৰণিকা "প্ৰবন্ধাৱলী"ত মোৰ 'বিদায়-পৰত' নামে এটা কবিতা প্ৰকাশ পাইছিল, কিন্তু এগৰাকী বয়সিয়াল লোকৰ প্ৰবন্ধ ছপা নোহোৱাত তেওঁ 'সৰু ল'ৰা এটাৰ কবিতা ওলাবলৈ ভাল হ'ল, মোৰ লেখাই ঠাই নাপায়' বুলি ওফোন্দ পাতিছিল। এটি হাফ পেণ্ট পিন্ধা সৰু ল'ৰা তেওঁৰ পিতৃৰ লগত তেজপুৰৰপৰা আহি সম্মিলনত মনোমোহা গীত গাইছিল। সেইটিয়েই হ'ল পিছৰ কালৰ বিখ্যাত কলাকাৰ ডক্টৰ ভূপেন হাজৰিকা।

কলিকতা বিশ্ববিদ্যালয়ৰ সুকুমাৰ কলাৰ বাগেশ্ৰী অধ্যাপক ডক্টৰ নীহাৰৰঞ্জন ৰায় গুৱাহাটীলৈ আহিছিল গুৱাহাটীৰ প্ৰৱাসী বাঙ্গালী ছাত্ৰ সম্মিলনৰ সভাপতি হৈ। তেওঁৰ ভাষণটো মই সম্মিলনৰ সম্পাদক আৰু আৰু মোৰ বন্ধু অবিনাশচন্দ্ৰ দৈত্যাৰিৰ-পৰা (এওঁ আমাৰ গুৰু অধ্যাপক উমাকান্ত গোস্বামীৰ ঘৰত থাকিছিল) আনি অসমীয়া কৰি 'আৱাহন" কাকতত প্ৰকাশ কৰিছিলো। তেতিয়া গুৱাহাটীত বহা অসম সাহিত্য সভাৰ সময়ত কনকলাল বৰুৱাক লগ পাওঁতে বৰুৱাদেৱে ৰায়ৰ দুই-এটা কথাত দোষ ধৰিছিল। ডক্টৰ ৰায়ে আমাৰ কলেজতো এটা বক্তৃতা দিছিল আৰু নাকী সুৰত আমাক সম্বোধন কৰিছিল Ye sons and daughters of the Brahmaputra বুলি।

মই চতুৰ্থ বাৰ্ষিক শ্ৰেণীত থকা দুটা বছৰত অসমৰ ৰাজনীতিত কিছুমান দ্ৰুত পৰিবৰ্তন হ'ব লাগিছিল। সেই সময়তে পণ্ডিত জৱাহৰলাল নেহৰু অসমৰ ব্ৰহ্মপুত্ৰ আৰু সুৰমাৰ দুই উপত্যকা আৰু পৰ্বত অঞ্চলৰ ওপৰে এবাৰ ঘূৰি যায়হি, তেতিয়াই ব্ৰিটিশৰ জেলত পৰি থকা ৰাণী গাইডালুকো আৱিষ্কাৰ কৰে আৰু এই প্ৰান্তৰ ডেকা মনবোৰ ৰবকৈ আন্দোলিত কৰে। তেওঁ আমাৰ কলেজলৈও আহি এটা বক্তৃতা দিছিল। সেই অৰ্থে 'নিউ বিল্ডিঙ'ৰ ভিতৰ ফালৰ দাঁতিত (এতিয়া য'ত নতুন ফিজিক্স বিল্ডিং হৈছে) বিশেষ মঞ্চ তৈয়াৰ কৰা হৈছিল। পণ্ডিতজীৰ প্ৰথম দুটি বাক্যটোৱেই এটা গম্‌গমনি তুলিছিল সকলো হিয়াত—The world is dynamic, not static. বক্তৃতাৰ পাছত যেতিয়া আমাৰ অধ্যক্ষ এছ্. ছি. ৰায়ে তেওঁক অনুৰোধ কৰিছিল, "Please bless my boys," তেওঁ মাথোন কৈছিল, "I am not a priest." কাশ্মীৰী বামুণৰ ঘৰৰ ল'ৰা হৈও জৱাহৰলালে পুৰণি ধৰণ-ধাৰণাক বিদায় দি নতুন এখন আধুনিক ভাৰত গঢ়াৰ দায়িত্বহে লৈছিল।

এই সময়তে কোৱালিশ্যন বা সংযুক্ত ৰূপত অসমত গোপীনাথ বৰদলৈৰ কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হয়। সেই অৰ্থে কংগ্ৰেছ হাই কমাণ্ডে মৌলানা আবুল কালাম আজাদক শ্বিলঙলৈ পঠিয়াইছিল। পাণ্ডুৰ ৰেলৱেৰ ফেৰীৰপৰা মৌলানা দখিণ পাৰে নামি গুৱাহাটী-শ্বিলঙলৈ আহিব। কংগ্ৰেছৰ নেতা-কৰ্মীসকল গৈছে আগ বঢ়াবলৈ। কটনৰ আমি ল'ৰাবোৰো জুমে জুমে পাণ্ডু ঘাটত। ফেৰী আহি ঘাটত লাগিল আৰু মানুহ নামিবৰ বাবে জেটি তৈয়াৰ কৰি দিয়া হ'ল। কংগ্ৰেছৰ নেতা কেইজন আগ বাঢ়ি জেটিৰ কাষতে পাৰত ৰ'ল। মৌলানা ওপৰৰ ডেকৰপৰা নামি আহিছে। কিন্তু কি হ'ল! বহুত দিন কংগ্ৰেছৰপৰা আঁতৰি থকা দেশভক্ত ফুকন সৰু মটৰ-গড়ী এখন ঘাটৰ ওচৰলৈকে নি তাৰপৰা নামি সহজভাৱে ফেৰীৰ ওপৰলৈ উঠি গ'ল আৰু মৌলানাক কৰমৰ্দন কৰি আদৰি-সাদৰি আনি নিজৰ গাড়ীত ভৰাই লৈ নিজৰ ঘৰৰ ফালে উধাও। মৌলানাক আগ বঢ়াবলৈ যোৱা কংগ্ৰেছীসকল হা কৰি চাই থকাতে থাকিল। আমিবোৰেও চিল্‌মিলকৈ যি দেখিলো আজাদ ছাহাবক। বিশিষ্ট নেতাজনৰ বাবে যোগাৰ কৰা কংগ্ৰেছীসকলৰ গা ধোৱা, খোৱা-বোৱা আৰু বিশ্ৰামৰ আয়োজন য'ত যি আছিল, ত'তে পৰি ৰ'ল। ফুকনে আজাদক নিজ ঘৰত খুৱাই-মেলি পোনে পোনে শ্বিলং পোৱালেগৈ। ফুকনে ইয়াৰ আগতে কংগ্ৰেছৰপৰা একা-ষৰীয়া হৈ হেৰম্বপ্ৰসাদ বৰুৱা, ৰোহিণীকুমাৰ চৌধুৰী আদিৰে সুকীয়া নিৰ্বাচনী প্ৰোগ্ৰেম লওঁতে তেওঁ বহুত ঠাইতে ব্যাখ্যা দিব লগা লৈছিল, "ফুকন দেউতাই কংগ্ৰেছৰ মানুহ হৈ কিয় অবাটে বাট লৈছে।" তেতিয়া তেওঁ তাৰ মিঠা উত্তৰ দিছিল, "বাইজ, আমি আটাইবোৰ খেতিয়ক মানুহ, আমি খেতিৰ পথাৰৰ কথা জানো। আগৰবাৰ যুঁজৰ বেলা আমাৰ পথাৰৰ পানী সিকাষে বৈছিল, গতিকে সিকাষে কংগ্ৰেছেৰে ভেটা দিছিলো। এইবাৰ বাইজ, পানী

এইফালে ভাগিছে, গতিকে এইফালে এইবাৰ ভেটা নিদিলে হ'বনে? আহক আপোনালোকো.....।" পাছত এতিয়া যেতিয়া ফুকনে কংগ্ৰেছৰ লগ হ'বলৈ বিচাৰিলে, তেতিয়া তেওঁ আকৌ ৰাইজৰ প্ৰশ্নৰ সমুখীন হ'ব লগা হ'ল। দেশভক্তই দিয়া তাৰ সহজ উত্তৰ হ'ল, "মই কংগ্ৰেছৰপৰা আঁতৰি যোৱা নাছিলোঁ। কংগ্ৰেছহে আঁতৰি গৈছিল মোৰপৰা। কংগ্ৰেছে চৰকাৰ গঠন কৰিব লাগে, সেই মোৰ মত আছিল। সেই মতৰপৰা কংগ্ৰেছ ফালৰি কাটি গৈছিল। এতিয়া সেই মতলৈ ঘূৰি আহি কংগ্ৰেছ মোৰ লগ লাগিছে।" শ্বিলঙত কোৱালিশ্যন গবৰ্ণমেণ্ট গঠন হোৱা সময়ত গুৱাহাটীত এক সঁচায় বিৰাট সমদল ওলাইছিল। তাত ছাত্ৰসকলেও যোগ দিছিল। সেই সমদলে ৰোহিণীকুমাৰ চৌধুৰী আদিৰ ঘৰৰ সমুখত নিন্দাৰ শ্লোগান দি ফুৰিছিল।

মই বি. এ. শ্ৰেণীত পঢ়া সময়ত দুজন বিশেষ লগৰীয়া হৈছিল সত্যপ্ৰসাদ বৰুৱা (টমি, পিছত বিখ্যাত নাট্যকাৰ আৰু অভিনেতা, অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমাৰ সঞ্চালক) আৰু নৰেন্দ্ৰনাথ শৰ্মা (পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ডেপুটি ৰেজিস্ট্ৰাৰ)। এই সময়ত মোৰ স্কুলীয়া কালৰে কবিবন্ধু শশীকান্ত গগৈক সিমান সঘনে নাপাইছিলো। কিন্তু টমি আৰু নৰেন হ'লে ফুৰাৰ লগ, ক্লাছলৈ যোৱাৰ লগ আৰু আকাশ-পাতাল আলোচনা কৰাৰ লগ। মোৰ হোস্টেল আৰু টমিৰ খুড়াকৰ (কালিপ্ৰসাদ বৰুৱা) ঘৰৰ মাজত তিনিওটাই কিমানযে মাকো মাৰিয়ে থাকোঁ। টমিৰ অভিনয় আৰু আবৃত্তিৰ ফালে গাঢ় ৰুচি। তেওঁলোকৰ ঘৰত দুৰ্গা-পূজাৰ সময়ত বছৰি পাৰিবাৰিক অভিনয় হয়। মই চতুৰ্থ বাৰ্ষিকৰ বছৰৰ পূজাৰ বন্ধত গুৱাহাটীতে সৰু মোমাইদেউৰ লগত বৈ গৈছিলো ৰাবে তেওঁলোকৰ সেইবাৰৰ "কাৰেঙৰ লিগিৰী"ৰ অভিনয়ৰ কামত সহায় কৰিছিলোঁ। আৰু ছিনেমাৰ ৰূপালী পৰ্দাৰ দৰে অভিনয়ৰ আগে

আগে ব্লেকবোৰ্ডত সঞ্চালক আদি আৰু বিভিন্ন ভূমিকাৰ নাম পট-ভূমিত বাঁহীৰ সুৰ তুলি প্ৰদৰ্শন কৰিছিলোঁ। গতিকে মই হ'লো কলা-পৰিচালক। অভিনয় বৰ ভাল হৈছিল। তাতে দেশভক্ত ফুকনো আহিছিল আৰু পৰ্দাৰ ফাঁকেদি জুমি চাই লিলি বাইদেউক (শ্ৰীমতী লীলাৱতী দেৱী) কাঞ্চন কুঁৱৰীৰ ভূমিকাৰ বাবে পেইন্ট কৰি থকা দেখা পাই কৈছিল, I might have played that part. আমি নুবুজিলো, কোনটো ভূমিকা তেওঁ বিচাৰিছিল—কাঞ্চন কুঁৱৰীৰটো নে, পেইন্টাৰৰটো। অভিনয়ৰ প্ৰশংসা কৰি তেওঁ এটি বক্তৃতাও কৰিলে। অম্বিকাগিৰি ৰায়চৌধুৰী কিন্তু অভিনয় চাবলৈ অহা নাছিল। পিছে তেওঁ সেই উপলক্ষ্যটোৰ এক মাৰাত্মক সমালোচনা উলিয়ালে "ডেকা অসম"ত 'আৰ্টৰ গৰ্ভস্ৰাৱ!' তেওঁৰ ৰোষ—নাটকত টমিয়ে সুন্দৰ কোঁৱৰৰ আৰু বায়েক লিলিয়ে কাঞ্চন কুঁৱৰীৰ ভূমিকা লোৱাত। আজি কিন্তু তেনে আপত্তি নুঠিলহেঁতেন। আমি আমাৰ নিউ হোস্টেলত "কুৰুক্ষেত্ৰ" নাটৰ অভিনয় পাতি-ছিলোঁ জন্মাষ্টমীত। সেয়া দেখা হ'লে ৰায়চৌধুৰীয়ে ভাল বুলিলে-হেঁতেন চাগৈ। কাৰণ ধৰ্ম ভাবৰপৰা নকৰিলেও সেয়া ধৰ্মৰ কথাৰে অভিনয়।

দুজন অগ্ৰজপ্ৰতিম লোকো এই সময়ত আমাৰ লগ হৈছিল আৰু দুইজনক ককাইদেউ বুলিয়ে সম্বোধিছিলোঁ। তেওঁলোক হ'ল মহেন্দ্ৰনাথ ফুকন আৰু মাধৱচন্দ্ৰ বেজবৰুৱা—যাৰ খ্যাতি ডেকাফুকন আৰু ডেকাবেজ বুলিহে। তেওঁলোকক ওপৰত মাজে মাজে সুঁৱ-ৰিছো আৰু দুইজনৰ বিষয়ে অন্যত্ৰ মোৰ দুটা প্ৰবন্ধও ওলাইছে। ডেকাবেজে তেতিয়া ব্ৰহ্মপুত্ৰৰ পাৰৰ উজান বজাৰত এটি সৰু ঘৰত বসতি কৰে আৰু আৰ্ল ল কলেজত নামটো লগাই লৈ পুৰা পুৰা ভ'লৈও অহা-যোৱা কৰে। আহিল পূজাৰ বন্ধ। আমাৰ শিৱ-সাগৰত অসম ছাত্ৰ সন্মিলনৰ (তেতিয়াৰ দিনত সি জাতীয় ৰূপত

এক মহৎ অনুষ্ঠান ৷ বছৰেকীয়া সভা। সভাপতি তৰুণৰাম ফুকন। নতুন সম্পাদক-নিৰ্বাচন লৈ দুই-এজনৰ উগ্ৰ আচৰণ আৰু বাকী-সকলৰ হুলস্থুল। তাৰ মাজতে সভাপতিয়ে মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদক নিৰ্বাচিত হ'ল বুলি ঘোষণা কৰে। সভা তেনেকৈয়ে সমাপ্ত হয়। কিন্তু আমি গুৱাহাটীলৈ ঘূৰাৰ পাছত শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি এটা দলে সম্পাদকৰ নিৰ্বাচন অবৈধ হৈছে বুলি প্ৰতিবাদ কৰি নতুনকৈ 'সম্মিলন' পাতে আৰু কাৰ্জন হলত কুলধৰ চলিহাৰ সভাপতিত্বত গুৱাহাটীৰ ছাত্ৰসকলে এখন সভা কৰে। তাত আমি দুজনমানে (মই, শিৱসাগৰৰ সুধীৰচন্দ্ৰ বৰুৱা আদি) আপত্তি তুলি 'ওৱাক্ আউট্' কৰোঁ আৰু বাকীসকলে আমাক 'গেট্ আউট্' বুলি চিঞৰি বিদায় দি উপেন্দ্ৰনাথ ৰাজখোৱাক (পিছত হাই কোৰ্টৰ ৰেজিস্ট্ৰাৰ আৰু হত্যা-অপৰাধত দণ্ডিত) সম্পাদক নিৰ্বাচন কৰে। সেই সভাখনৰ সময়ত বেজবৰুৱা গুৱাহাটীত নাছিলেই। ডেকাফুকনহে নিমন্ত্ৰিত হিছাপে সভাৰ গতি-গোত্ৰ চাবলৈ গৈছিল। ছাত্ৰসকলৰ মাজত বিভেদ সৃষ্টি হোৱাত অসম ছাত্ৰ সম্মিলনৰ এই যি ভাঙোনে ধৰিলে, তাৰপৰা সি মুকাব নোৱাৰিলে। ইয়াৰ পাছত সি সৰু এটি কমিউনিস্ট দলৰ হাতলৈ গ'ল। পাছত তাৰ অস্তিত্বৰে বিলোপ ঘটিল। সাহিত্যৰথী বেজ-বৰুৱা, গোহাঞিঃ বৰুৱা, দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ, আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায় আদিক সভাপতি কৰি এক নৱোন্মেষৰ ভাবেৰে বিৰাট সভা পতা আৰু ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আদিৰ সম্পাদনাত "মিলন" কাকতৰ যোগে এক সাহিত্য-আন্দোলন গঢ়ি তোলা অসম ছাত্ৰ সম্মিলনৰ সহজ পতন ঘটিল।

সেই দিনত আমি আজি পাহৰি পেলোৱা এটি সজ অনুষ্ঠান আছিল একতা সভা। উজান বজাৰতে সভাৰ নিশ্বাস আৰু মাণিকচন্দ্ৰ বৰুৱা এম্. ই. স্কুলতে তাৰ প্ৰকাশ। আমাৰ সাহিত্যজগততো এসময়ত

একতা সভাই নিজৰ অস্তিত্ব ৰাককৈয়ে অনুভৱ কৰাইছিল। সিও আমাৰ দিনতে মোলান পৰিবলৈ ধৰে। মনত পৰে একতা সভাৰ এখন অধিবেশনৰ কথা। সত্যপ্ৰসাদ বৰুৱা তেতিয়া সম্পাদক। হৰেশ্বৰ গোস্বামী (পাছত অসম বিধান সভাৰ অধ্যক্ষ) বাৰিস্টাৰি পঢ়িবলৈ বিলাতলৈ যাব। তেওঁক বিদায় দিবলৈ একতা সভাৰ সেই অধিবেশন আহ্বান কৰা হৈছে। কিন্তু এম. ছি. এম্. ই. স্কুলত সভাস্থলত উপস্থিতি বিদায়ী গোস্বামীৰ আৰু সম্পাদক বৰুৱাৰ বাহিৰে বৰুৱাৰ কৰলেৰিৰ দৰে তেওঁৰ লগৰীয়া মই আৰু নৰেন্দ্ৰনাথ শৰ্মা মাত্ৰ। বিদায়-সভাত আৰু কোৰাম কিহৰ? স্কুলৰ আগৰ পুলৰ পকাতে আমি চাৰি বহি সভা কৰিলোঁ আৰু বন্ধুক বিদায় দিলো। মই মাননীয় সভাপতি। বাকীসকল নীৰৱ বক্তা। "দৈনিক বাৰ্তাৰ"ত সভাৰ বাতৰি ভাল-কপেই ওলাল—সভাখন 'বিৰাট ৰাজহুৱা সভা' হৈছিলনে নাই, সেইটো খবৰৰ বাহিৰে।

সেই দিনত আমাক কলেজৰ ভিতৰত Moral and Religious Society বুলি এটি অনুষ্ঠান আছিল। দৰ্শনৰ আৰু তৰ্কশাস্ত্ৰৰ অধ্যাপক সুৰেশচন্দ্ৰ দত্ত, ইংৰাজীৰ আশু বাবু আদিয়ে আৰু বাহিৰৰ-পৰা নিমন্ত্ৰিত জ্ঞানীজনে তাত গভীৰ প্ৰকৃতিৰ বক্তৃতা দিছিল। কিন্তু যাৰ বাবে সেই আয়োজন, সেই আমি ছাত্ৰবোৰে সভাত যোগদান কৰাত নিতান্ত কৃপণতা কৰিছিলোঁ। আমাৰ পাছতে বোধ হয় ছোছাইটিখন আপোনা-আপুনি জহি-খহি গ'ল।

ইমানবোৰ ৰাজহুৱা ব্যস্ততা আৰু আকৰ্ষণৰ মাজত ছাত্ৰানাম্ অধ্যয়নং তপঃটো কিমান নিশ্চল তপস্যা হৈ থাকিব পাৰে, আপোনা-লোকেই কওকচোন। ক্লাছবোৰত ঠিকমতেই উপস্থিত আছিলোঁ, ছেমিনাৰবোৰত ঠিকে-ঠাকেই যোগ দিছিলোঁ, আৰু আন বন্ধুসকলৰ অসুবিধা নহ'বৰ বাবে ছেমিনাৰ লাইব্ৰেৰিৰ কোঠাকণৰ ঠিকৰূপেই দুৱাৰ মুকলি কৰি ৰাখিছিলোঁ। তদুপৰি টাৰ্মিনেল আৰু বছৰেকীয়া

পৰীক্ষাৰ বাবে নিত্‌কৰম্‌ কৰি নহ'লেও নৈমিত্তিক-ৰূপত কিতাপ-ফলি মেলিছিলো, কাৰণ মেলিব লগীয়া হৈছিল—অৱশ্যে হোস্টেলত সমূহীয়া জীৱনৰ মাজত নিৰলতা বিচাৰি যিমানখিনি কৰিব পাৰি। সেই সমূহীয়া জীৱন কেনে হ'ব পাৰে, বহুতৰে অভিজ্ঞতা আছে। তাৰ মাজত কেতিয়াবা ক'ৰবাত কিছুমান অযথা ঘটনাও ঘটে। এদিনাখন নিশা আমাৰ হোষ্টেলৰ বাৰাণ্ডাত উপৰ্যুপৰি ঠাং ঠাং শব্দত আমি সাৰ পাই উঠিলো—বাহিৰত কোনোবাই পিস্টলেৰে গুলীকে মাৰিছেনে, শিলগুটিৰে খিৰিকীৰ কাচবোৰকে ভাঙি চূৰ্ণ মৈ কৰিছে বুলি। লাইট জলাই চাই দেখো বাৰাণ্ডাত থকা সকলো ছাত্ৰৰ চাহ খোৱা মেজৰ কাপ-প্লেটবোৰ গুৰি হৈ আছে। কোনে কিয় সেই কাণ্ড কৰিলে, আমি উলিয়াব নোৱাৰিলোঁ। বহুত কেইদিন পাছত এজনে গৰ্ব কৰি জনালে যে সেই মহৎ কৰ্ম তেওঁৰে আছিল, আৰু 'তোৰযে আধা সেৰমান চাহ ধৰা সেউজীয়া আঁচ থকা কাপটো, তাৰেই কামটো আৰম্ভ কৰিছিলো।' বাহাদুৰ! ভাবি দুখ লাগে, কলেজ এৰাৰ পাছতে সেইজন বন্দুক গেলপিং খাইছিছে পাই নোহোৱা কৰিলে।

পৰীক্ষাৰ সময়ত বা আন দৰকাৰৰ সময়ত অধ্যাপকৰ ওচৰত পৰামৰ্শ ল'বলৈ বা প্ৰশিক্ষণ লবলৈ যোৱাটো আমাৰ অসমধ আছিল। মাথোন মাজতে সিটো উপত্যকাৰপৰা প্ৰমোদচন্দ্ৰ গোস্বামী নামে এজন অধ্যাপক আহি আমাক পঢ়াইছিল; প্ৰফেছৰ-পাৰাত থকা তেওঁৰ ওচৰলৈ ব্ৰাউনিং-টেনিছন পঢ়িবলৈ দুদিনমান গৈছিলো। তেওঁ চিৰা-গাখীৰ-চেনিৰ জলপান দি সজসজীয়াকৈ কথাবোৰ কৈছিল। তেওঁ বুজা-ইছিল, প্ৰেমৰ আচল অৰ্থ হ'ল আত্ম-সম্পূৰ্তি, self-fulfilment, আৰু প্ৰেমৰ চাৰিটা স্তৰ—প্ৰথমটো মাথোন বাহিৰৰ ৰূপৰ মোহ, দ্বিতীয়টো সেই ৰূপ নিজৰ কৰি পাবৰ ইচ্ছা, তৃতীয়টো সেইটি ধ্বংস কৰি হ'লেও আনক নিদি নিজে পাবৰ উগ্ৰ হেঁপাহ, আৰু চতুৰ্থ বা

চৰম স্তৰত প্ৰিয় সৌন্দৰ্যক অটুট ৰূপত সদায় দেখিবৰ বাঞ্ছা, লাগিলে সেই ৰূপ নিজৰ সম্পত্তি নহওকেই। এনে ধৰণৰ বিশ্লেষণশীলতাই গোস্বামী ছাৰৰ ব্যাখ্যাক মোৰ বাবে বিশেষভাৱে আকৰ্ষক কৰি তুলিছিল। ডক্টৰ ভূঞা ছাৰৰ ব্যক্তিগত পুথিভঁৰালত থকা সাধাৰণ help-book-জাতীয় অথচ বিখ্যাত পাশ্চাত্ত্য সমালোচকসকলৰ সমালোচনাৰ উদ্ধৃতিৰে ভৰা পালগ্ৰেভৰ Golden Treasuryৰ এক সংস্কৰণেও মোক একে দিশতে সহায় কৰিছিল। পৰীক্ষাৰ ওচৰত আবেলি বেলা যেতিয়া খেল-ধেমালিৰ উখল-মাখলত হোস্টেলত কিতাপ লোৱা মোৰ বাবে অসুবিধা হয়, তেতিয়া ছাৰৰ লাইব্ৰেৰিত সোমাই নিৰলে গৈ পঢ়িবলৈ ভাল হয়। সেই নিৰলাত অধ্যয়নৰ উপলব্ধিও গাঢ় হয়নেকি! এদিনাখন চুপৰতে দাৰুণ ট্ৰেজেডি King Lear পঢ়া আৰম্ভ কৰি গাৰ নোম নেদেখা গোসাঁই অহা পৰত যেতিয়া শেষ দৃশ্যৰ ৰজাৰ Upon such sacrifices, my Cordelia,/The gods themselves throw incense. বচনআষাৰ পালোগৈ, জৰ্‌জৰ্‌কৈ চকুপানী বৈ আহিবলৈ ধৰিলে, শেষৰ Why should a dog, a horse, a rat have life,/And thou no breath at all? আদি ৰজাৰ অন্তিম ক্ৰন্দনৰ ফালে আগ বাঢ়িব নোৱৰা হৈ পৰিলোঁ।

তৃতীয় বাৰ্ষিক শ্ৰেণীৰ প্ৰমোশ্যন পৰীক্ষাৰ পাছত দীঘলীয়া গৰম বন্ধৰ সময়ত লাইব্ৰেৰিৰপৰা বহুতবোৰ কিতাপ লৈ শিৱসাগৰৰ ঘৰলৈ গ'লোঁ, ভাবিলো কিতাপসোপা লৈ ঘৰতে সোমাই থাকিম, বাহিৰলৈ নোলাওঁ। কিন্তু বাহিৰখনহে মোৰ ঘৰ হ'ল, আৰু অক্ষত ৰূপত কিতাপবোৰ কলেজলৈ ঘূৰাই লৈ আহিলোঁ। পাছৰ পূজাৰ বন্ধত ভাবিলোঁ এইবাৰ সেই কথাই কথা নহয়, ঘৰলৈ নাযাওঁ, খানাপাবাৰ নিৰলাত (আজি-কালিৰ দৰে খানাপাৰা তেতিয়া সৰৱ অকণিকে নাছিল, দুপৰীয়া জিলিৰ মাত আৰু সন্ধিয়া হ'লে কেঁচু-কুমটিৰ মাতে

মাথোন খানাপাৰাব মৌনতা ভাঙিছিল ) থানেশ্বৰ মোমাইদেউৰ লগত থাকি মাথোন পঢ়িম আৰু পঢ়িম ; মাইদেউ আৰু ডলী-লিলিহঁতলৈও প্ৰায় তাত নাথাকে যেতিয়া ভালেই হ'ব। কিতাপ এবোজা লৈ মোমাইদেউৰ কোৱাৰ্টাৰৰ কাষৰতে খালি পৰি থকা এটা ঘৰত সত্ৰ পাতিলোঁ। দুদিনমানৰ কাৰণে মোৰ বৰমোমাইদেউৰ মাজু পুত্ৰ বাবা ককাইদেউ (সুৰেন্দ্ৰনাথ হাজৰিকা) মোৰ লগ হ'ল। কিন্তু তেওঁ দুদিনমান পাছতে শিৱসাগৰলৈ ঘৰ বুলি যোৱাত বৰ অকল-শৰীয়া লাগি পৰে, কেঁচু-কুমটিৰ গানো আমনি লগা হ'বলৈ ধৰে। এজনৰ বাইছাইকেল এখন খাবে লৈ নগৰলৈ আহোঁ দুই নে এদিন। পূজাৰ সেইদিন লেকনেকীয়া বৰষুণ! জাগলত ক'লৈকো ওলাব নোৱাৰোঁ। এই ওলাব নোৱৰাৰ দুখত পঢ়াও নহয়। মোমাই-দেউৰ লগতো গৈ এটা কথা পাতিব নোৱাৰোঁ, কাৰণ হেজাৰ হওক, তেওঁৰ ওচৰত সমীহ কৰি চলোঁ। মাথোন তেওঁ লগৰীয়া বিচাৰি আনি মেজ মাৰি থাকিলে, ওচৰতে বৈ তাৰ সোৱাদ লওঁ। ডলী লিলিৰে মাইদেউ এদিন আহিলেও অলপ উশাহ পাওঁ। মুঠতে, মোৰ পঠন-অভিযান ব্যৰ্থই হয়; কলেজ খুলিলত হোষ্টেললৈ আগৰ 'যে তিমিৰে সেই তিমিৰেই' ঘূৰি আহি পঢ়াত লাগোঁ। সেই গতিতে গৈ গৈ বি. এ.ৰ বাছনি-পৰীক্ষা পাওঁগৈ আৰু পাছ-অনাৰ্ছ দুইটাতে মোৰ বিষয়ত সৰ্বোচ্চ নম্বৰেই পাওঁ যদিও, মোৰ আত্ম-প্ৰত্যয় নহয়েই। ১৯৩৮ৰ মাৰ্চৰ ২৮ তাৰিখে ফাইনেল বি. এ.ৰ অনাৰ্ছ পৰীক্ষা আৰম্ভ হ'ল। প্ৰথমখন কাকত মনঃপূত যেনেই হ'ল। কিন্তু দ্বিতীয়খন প্ৰশ্ন-কাকত আখঁজা-আখঁজা যেন লাগিল। তাৰ পূৰা উত্তৰ লিখিলোঁ যদিও সমূলিকে ভাল হোৱা যেন নালাগিল। মনটো বৰ বেয়া লাগিবলৈ ধৰিলে; তাক আৰু ঘূৰাই অনাই টান হ'ল। সেই দিনত আজিৰ ল'ৰা ছোৱালীৰ দৰে 'ড্ৰপ দিয়া'ৰ দুৰ্বল ধাৰণাবোৰ নাছিল। নহ'লে মই পৰীক্ষা

ভ্ৰূণ কৰি আৰু কিছু বিপদ কাষ চপাই ল'ব পাৰিলেঁহেঁতেন। কিন্তু মই পৰীক্ষা দি থাকিলোঁ। পিছৰ কেইখন অনাৰ্ছ উত্তৰ-কাকত যহন-তহন হৈ গ'ল। অনাৰ্ছ পৰীক্ষা আশানুৰূপ নোহোৱা বাবে পাছ পৰীক্ষালৈ আওহেলা হোৱাৰ দৰে হ'ল। অৱশ্যে পাছ বিষয়বোৰত পাছ নকৰাৰ কোনো আশংকা নাছিল। কিন্তু অনাৰ্ছৰ পেপাৰখনেই মনটো বেয়া কৰি ৰাখে। মন বেয়া হোৱাৰ লগে লগে শৰীৰো বেয়া হ'বলৈ ধৰে। তাতে গুৱাহাটীৰ চ'তমহীয়া চৌফলীয়া ৰ'দৰ কি প্ৰকোপ! আগতে তাৰ তেনে কোৰ সহ্য কৰিব লগীয়া হোৱা নাছিল বাবে নকৈ তাৰ চাট সহায় টান হ'ল। গা দেখোন দিনে দিনে বেয়াহে হ'ল। পাছৰ সংস্কৃতৰ পৰীক্ষা ভালে-কালেই হৈ গ'ল কিন্তু ইতিহাসৰ পৰীক্ষা অহাৰ লগে লগে শৰীৰ অত্যন্ত বেয়ালৈ গ'ল। পৰীক্ষাৰ আগদিনা ভূঞা ছাৰৰ ঘৰলৈ ছাৰৰ ল'ৰা বাতুল (ভৱানীকুমাৰ ভূঞা) আৰু সম্বধীয়া ভাই হৰেন্দ্ৰনাথ বৰুৱাই লৈ গ'ল। কিন্তু খোৱা-বোৱা নহ'ল, নিশালৈ টোপনিও নহ'ল সমূলঞ্চে। বাৰাণ্ডাত বেঞ্চিত পৰি B. A. History Companion-খন লৈ পঢ়িবলৈ যত্ন কৰোঁ—পিছে মিছাতে। পাছদিনা পুৱা শৰীৰ অতি অৱশ হয়। পৰীক্ষা দিয়াৰ আশা এৰি দিওঁ, কাৰণ পৰীক্ষাঘৰলৈ যোৱাই অসম্ভৱ হৈ উঠে। মনটোত ডাঙৰ হতাশা এটাৰ সৃষ্টি হয়। বাতুলহঁতে ককাইদেউলৈ টেলিগ্ৰাম কৰে। তেওঁ পাছদিনা পুৱাহে পায়হি। বুৰঞ্জীৰ দুখন পেপাৰ নিদিয়াকৈয়ে গ'ল। অধ্যক্ষ ৰায়ৰে কথা পাতি কিজানি তৃতীয়খন দিলেই ইউনিভাৰ্ছিটিয়ে কিবা কৰি দিয়ে, এই ভাবত ককাইদেৱে মোক পৰীক্ষা-ঘৰলৈ লৈ যায়। ইউৰোপৰ ইতিহাসৰ পেপাৰখন মোৰ বৰ প্ৰিয়ই আছিল। কিন্তু পৰীক্ষা-ঘৰত বহাৰ লগে লগে মূৰৰ বিষ আৰম্ভ হ'ল। এটা ছেৰিডন টেবলেট খালত বুকু ধপ্‌ধপাবলৈ ধৰিলে। তিনিটামান প্ৰশ্নৰ উত্তৰ লেখিয়ে সামৰিলোঁ। ইতিহাসৰ মুঠ ওঠৰটা

প্ৰশ্নৰ কামনো তিনিটাই কৰিব পাৰিবনে? গতিকে সেই যাত্ৰাত বি. এ. মহেশ্বৰ হোৱা নহ'ল। কিন্তু ঘৰত বহি নাথাকি আকৌ সুৱদি কটন কলেজলৈকে ঘূৰি আহিলোঁ, যদিও তাৰ স্বাদটো এইবাৰ সিমান সোৱাদ নালাগিল। মোক ককাইদেউ বোলা ল'ৰাবোৰৰ মাজত নিজকে বুঢ়া বুঢ়া যেন লগা হ'ল। আজি-কালি শুনিছোঁ, ওপৰ-তল শ্ৰেণীৰ কলেজীয়া ছাত্ৰৰ মাজত সেই ককাইদেউ-ভাইটি সম্বন্ধ সিমান নবৰ্তে। দ্বিতীয় বাৰৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীত মোৰ দিনবোৰ বৰ গতানুগতিক হৈ চলে, আগৰ দৰে সভা-সমিতিত ম'ৰা-চালিয়েই বা ৰণচালিয়েই হওক, দিয়াটো প্ৰায় সম্পূৰ্ণ ৰহিত হৈ পৰিল। পঢ়াতো আগৰ দৰেই কোনো উৎসাহ অনুভৱ নকৰোঁ। সক সক খোজ দি সময়বোৰ ধীৰেৰে আগলৈ গৈ থাকে। বি. এ. বাছনি পৰীক্ষা আহে। অনাৰ্ছৰ দুখন পেপাৰত এখনত কেনেকৈ বি প্লাছ নম্বৰৰ গ্ৰেড পাইছিলো, সেইটো আগতে কৈছো। ইখনত আমাৰ কলেজত নতুনকৈ যোগ দিয়া অধ্যাপক চন্দ্ৰনাথ কলিতা ৰবাই প্ৰথম শ্ৰেণীৰ নম্বৰ দিছিল। আকৌ বি. এ. পৰীক্ষা আহিল। সময় গৈ গৈ তাৰ খবৰ ওলাল। ইংৰাজীত অনাৰ্ছ পালো। জীৱনৰ এটা পৰ্বৰ ওৰ পৰিল। এটা সংগ্ৰামৰ পৰ্বই ওৰা পাতিলে।

# লুকাই আছা দেখা নেদা মণিকুটৰ ভিতৰে

গুৱাহাটী এ. এছ্. এল্. ক্লাবৰ বছৰেকীয়া অধিৱেশনৰ পাছত নতুন নিৰ্বাচন পাতি নতুন সম্পাদকক তাৰ ভাৰখন দি এবছৰে বোৱা বোজাত টহটহোৱা কঁকালটো পোন কৰিছো। এনেতে আহিল ক্লাবৰ নতুন বৰ্ষৰ শঙ্কৰদেৱৰ তিথিৰ সবাহ। ৬ ছেপ্টেম্বৰ ১৯৩৭। এক শান্ত পৰিৱেশত পুৱাৰ সভাৰ কাম আৰম্ভ হ'ল। সভাপতি" বিষ্ণুপ্ৰসাদ ডুৱৰা, সভাস্থলত থিওছফিস্ট ৰাধিকানন্দ চৌধুৰী, নতুন ডেকা আইনজ্ঞ জগদীশচন্দ্ৰ মেধি (তেতিয়া অৱশ্যে তেওঁ ডক্টৰো নহয় আৰু আইনৰ অধ্যাপকো নহয়) আদি নগৰৰ 'এলিট'ৰ লোকসকলেৰে সভা 'অভিৰূপভূয়িষ্ঠা'ই হৈছিল। পিছে, ময়ে পৰামৰ্শ দিয়ামতে ইংৰাজী অনাৰ্ছৰ প্ৰাক্তন কৃতী ছাত্ৰ আৰু তেতিয়া আই. ছি. এছ্. পৰীক্ষাৰ বাবে আয়োজন কৰি থকা নলিনীকান্ত বৰুৱাক নতুন দৃষ্টি-ভঙ্গিৰে নিৰ্দিষ্ট বক্তাৰূপে মহাপুৰুষৰ তিথিত বক্তৃতা দিবলৈ সম্পাদকে নিমন্ত্ৰণ কৰি আনিছিল। সাধাৰণতে তিথি-উছৱৰ সভাত যেনেকৈ সকলো মাথোন স্তাৱকহে হয়, বৰুৱাৰ ক্ষেত্ৰত সেইটি নহ'ল। হাতত ফ্ৰয়েডৰ এখন গ্ৰন্থ লৈ মঞ্চত থিয় হোৱা তেওঁৰ বক্তৃতাই অনেককে আঘাত কৰি গ'ল, বিশেষকৈ যেতিয়া বীৰপূজাৰ ভাবতে গুৰুজনাৰ তিথিত সকলো গোট খাইছিল। বৰুৱাৰ কথা সকলোখিনি যুক্তিৰ ধাৰতেহে প্ৰতিষ্ঠিত হৈছিল, এনেও নাছিল। কিন্তু বোধ হয় জগদ্গুৰুৰ স্তাৱকসকলক খুন্দিয়াই নতুন ভাবধাৰাত ভাবিবলৈ উদ্যত কৰাই তেওঁৰ ভাব আছিলনেকি! কিন্তু অসমৰ বৌদ্ধিক জগতখন তেওঁ শূন্য দেখা পোৱা আৰু তাৰ বাবে মহাপুৰুষকে জগৰীয়া কৰাত শ্ৰোতাসকল অতিশয় ক্ষুণ্ণ হৈছিল। সভাপতিয়ে

তেওঁৰ বক্তব্যত একো হস্তক্ষেপ নকৰিছিল আৰু সভাস্থলত আন কোনোৱে প্ৰতিবাদৰ ধ্বনি তোলা নাছিল। মাথোন ৰাধিকানন্দ চৌধুৰীয়ে বৰুৱাক এইবোৰ বিষয়ত বিশদ তৰ্কলৈ প্ৰত্যাহ্বান জনাইছিল। বৰুৱাই সেই প্ৰত্যাহ্বান গ্ৰহণ কৰিম বুলিছিল। কিন্তু সেইখন যুদ্ধ লতাকটা ৰণ হৈয়ে থাকিল মাথোন আৰু বাদ-প্ৰতিবাদৰ ঘমঘণ্টটো "দৈনিক বাতৰি" আৰু "ডেকা অসম"ৰ পাতলৈ বদলি হৈ গ'ল।

আমাৰ ল'ৰাবোৰে ভাবিছিলো বৰুৱাই প্ৰৰোচনা যোগোৱাটো ভালেই হৈছে; এতিয়া বিদ্বান বয়সস্থসকলে প্ৰশ্নবোৰ ভালকৈ বিচাৰ কৰিব। কিন্তু সেইটো যেতিয়া নহ'ল, সভাৰ পিছত আমাৰ তিনিজনীয়া দলটো (সত্যপ্ৰসাদ বৰুৱা, নৰেন্দ্ৰনাথ শৰ্মা আৰু মই) গোট খাই অন্ততঃ বহল সমাজলৈ তৰ্কটো টানি উলিয়াবৰ উদ্দেশ্যে 'জনদিয়েক ডেকা' স্বাক্ষৰত "শঙ্কৰ-সমালোচনাৰ অপলাপ" নাম দি "দৈনিক বাতৰি"ত (১৪ ছেপ্টেম্বৰ) এটা প্ৰবন্ধ প্ৰকাশ কৰিলো সেই শিতানতে বৰুৱাই ১৮ ছেপ্টেম্বৰৰ কাগজত তেওঁৰ মূল মন্তব্যবোৰ কিছু সংযত কৰি ৰাইজৰ আগত উপস্থাপন কৰিলে। সেই লৈ কলেজৰ বিভিন্ন মঞ্চত নানা ধৰণৰ আলোচনা হ'ল। ডক্টৰ কাকতি আদি আমাৰ অধ্যাপকসকলেও তেওঁলোকৰ মতামত প্ৰকাশ কৰিলে। ২৪ ছেপ্টেম্বৰ "দৈনিক বাতৰিত"ত ওলোৱা দেৱানন্দ ভৰালিৰ প্ৰতিবাদ প্ৰবন্ধকে ধৰি অসমৰ বিভিন্ন ঠাইৰপৰা সমালোচনাৰ ধাৰা ব'বলৈ ধৰে। কিন্তু বৰুৱা সেই বিষয়ে নিমাত হ'ল, আৰু একো নিলিখিলে। শেহলৈ বাদখন একতৰফা হৈ ৰ'ল।

আমাৰ (জনদিয়েক ডেকা) মূল বক্তব্য আছিল—"বক্তৃতাটি একপ্ৰকাৰে গতানুগতিক নহৈ তেখেতৰ (বৰুৱাৰ) 'মৌলিকত্ব'ৰ পৰিচায়ক বুলি কোনোবাই ভাবিব পাৰে যদিও, সেই বক্তৃতা সুধীজনৰ যুক্তি-বিচাৰৰ লগত খাপ নোখোৱা·······। socialistic ideology and literatureৰ সহায় লৈ বৰুৱাদেৱে যিখিনি

ক'লে, তাক পুঙ্খানুপুঙ্খৰূপে চাবলৈ গ'লে সকলোৱে একমতে ক'বলৈ বাধ্য হ'ব যে দূৰৰ বিষয়ত যদিও তেখেতৰ কিবা অভিজ্ঞতা আছে, নিজৰ দেশৰ বা অতি ওচৰৰ বিষয়ত তেখেতৰ চৰ্চা অতি চুচুৰীয়া।" এইটো কথাও আমি স্পষ্টকৈ কৈছিলো: 'আমি যে শঙ্কৰদেৱৰ যুক্তিমূলক বিৰোধী সমালোচনা প্ৰশংসা কৰিব নোৱাৰিম, এনে নহয়।'

বৰুৱাৰ যুক্তিতৰ্কবোৰ আজিৰ কোনো সমালোচকেও আগ বঢ়াব পাৰে আৰু সেই বিষয় আমি ভবাও উচিত। 'শঙ্কৰ-মাধৱৰ ধৰ্ম আৰু সাহিত্যৰ বাবেই অসমীয়াই জগতৰ আগত আৰু ভাৰতৰ আগত মানুহ বুলি চিনাকি দি আনৰ সমকক্ষ হিচাপে ঠাই পাই আহিছে। এইটো কথা বিচাৰ-সাপেক্ষে।' কাৰণ 'বংগদেশৰ চণ্ডীদাসৰ পিছত বংকিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ, নজৰুল ইচলাম আৰু বুদ্ধদেৱ বসু ওলাইছে; হিন্দুস্থানত তুলসীদাস, কবীৰৰ পিছত ইকবাল যোচ, আঘ হচাৰ আৰু প্ৰেমচান্দ ওলাইছে; কিন্তু আমাৰ ইয়াত শঙ্কৰদেৱৰ মৃত্যুৰ পাঁচ শ বছৰৰ ভিতৰত লেখত ল'ব লগীয়া সাহিত্য সৃষ্টি হোৱা নাই, এজন প্ৰথম শ্ৰেণীৰ সাহিত্যিক ওলোৱা নাই।' ভাল এখন অসমীয়া সাহিত্যৰ বুৰঞ্জী তেতিয়া পাবলৈ নাছিল; কিন্তু লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালাবেপৰা লক্ষ্মীধৰ শৰ্মালৈকে প্ৰতিভাধৰ লেখকসকলৰ কথা বৰুৱাৰ অকণো মনত নপৰিলনে চাগৈ!! অযোগ্য সন্তানৰ বাবে পিতৃকেই দায়ী কৰা যায় জানো?

শ্বেকছপিয়েৰ পঢ়িবলৈ যাওঁতে Others abide our question, thou art free ধৰণৰ মনোভাৱ লৈ যোৱাৰ দৰে শঙ্কৰ-মাধৱৰ লেখাৰ প্ৰশংসাবাদ ঠিক সমালোচনা নহয়, সেই মনোভাৱে আমাৰ সাহিত্য-সংস্কৃতিক stagnant কৰি ৰাখিব। কিন্তু সেই সময়ত শংকৰদেৱৰ সৰহভাগ লেখাই দুষ্প্ৰাপ্য আছিল, বৰুৱায়ো চাগৈ শঙ্কৰদেৱ সমগ্ৰ পঢ়া নাছিল; গতিকে 'শঙ্কৰী সাহিত্য দহ ভাগৰ

ন ভাগ Propagandaৰ কাৰণে সৃষ্টি হৈছিল আৰু তাৰ সৰহ ভাগৰে সাহিত্যিক মূল্য বিশেষ নাই। কেইটিমান বৰগীত আৰু ৰুক্মিণীহৰণ নাটৰ বাহিৰে শঙ্কৰৰ আন লিখাবিলাক প্ৰথম শ্ৰেণীৰ সাহিত্যত ঠাই দিব নোৱাৰি।' —বৰুৱাৰ এই মূল্যায়ন উপৰুৱা হৈ ৰয়; তেওঁ ৰুক্মিণীহৰণ কাব্য বা পাৰিজাত-হৰণ নাট, কীৰ্তন-ঘোষাৰ খণ্ডবোৰো পঢ়া নাছিল আৰু পঢ়িলেও ভাল পোৱা নাছিল চাগৈ। শঙ্কৰী ধৰ্ম-সংস্কৃতিৰ বিষয়ে বহুল উদ্ঘাটন হোৱা আজিৰ দিনত তেওঁ জীয়াই থকা হ'লে বোধ হয় মত সলালেহেঁতেন। 'দহ ভাগৰ ন ভাগ' আদি হিচাপ পৰিসংখ্যাবিজ্ঞানৰ বিড়ম্বনা মাত্ৰ! তেওঁ নপঢ়াকৈ এনে মন্তব্য কৰাৰ বাবেহে বেছি লোক ক্ষুণ্ণ হৈছিল। আমাৰ গাঁওবিলাকত শঙ্কৰ-মাধৱৰ নাটৰ অভিনয় হৈ থকাটোও 'শঙ্কৰী নাটকৰ উৎকৃষ্টতা'ৰ প্ৰমাণ বুলি তেওঁ বিশ্বাস কৰিব পৰা নাছিল। লগতে তেওঁ আধুনিকসকলকো লাচতে থৈয়াই থৈ গৈছিল: 'বৰ্তমান যুগতো আমি দেখিবলৈ পাওঁ যে ভাল অসমীয়া নাটকৰ অভাৱত আমাৰ Middle Class মানুহে হয়তো বঙালী নাটকৰ অনুবাদ, নহ'লে তৃতীয় শ্ৰেণীৰ অসমীয়া লিখকৰ তৃতীয় শ্ৰেণীৰ নাটক অভিনয় কৰে। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাই এতিয়া আমাৰ সৰ্বজনপ্ৰিয় নাট্যকাৰ।' এনেবোৰ উক্তি অৱশ্যে তেতিয়া বৰুৱাৰ অহমিকাৰ পৰিচয় বুলিয়ে গণনা কৰা হৈছিল। বৰুৱাৰ মতে শঙ্কৰোত্তৰ যুগত শঙ্কৰদেৱৰ প্ৰভাৱ ৰহিত হৈ গ'ল (সঁচা জানো?): 'আৰু তাৰ বাবে শঙ্কৰ-মাধৱেই দায়ী।' ইয়াৰ কাৰণো তেওঁ ভাবি উলিয়াইছিল: চণ্ডীদাস বিদ্যাপতিৰ দৰে "অসমীয়া বৈষ্ণৱ সাহিত্যত human interest বৰ কম,···love interest একেবাৰে নাই।" এয়া বৰুৱাৰ ৰুচিৰ কথা। জ্ঞান বা বিচাৰৰ নহয়।

শঙ্কৰী সাহিত্য সম্পৰ্কে বৰুৱাৰ উলটি মন্তব্য আছিল: 'শঙ্কৰদেৱৰ ভাষা প্ৰেৰণা আৰু পাৰিপাৰ্শ্বিকতাত অসমীয়া প্ৰভাৱতকৈ

বঙালী আৰু হিন্দুস্থানী প্ৰভাৱ কম নহয়। গুৰুচৰিতৰপৰা জানিব পৰা যায় শঙ্কৰদেৱৰ বিশিষ্ট শিষ্য আৰু বন্ধুবৰ্গৰ ভিতৰত বহুতো হিন্দুস্থানী আৰু বঙালী মানুহ আছিল।' কোন কোন আছিল ? যদি আছিল, সি শঙ্কৰী সাহিত্যৰ এটা বহল সৰ্বভাৰতীয় চৰিত্ৰহে দাঙি ধৰিব। socialist ideology প্ৰয়োগ কৰি বৰুৱাই ক'বলৈ বিচাৰিছে, 'প্ৰাগ্-শঙ্কৰ যুগতো যেনেকৈ এটা religious oligarchyএ সমাজ নিয়-ন্ত্ৰণ কৰিছিল, শঙ্কৰদেৱৰ পিছতো তেনে এটা religious oligarchyএ সমাজ শাসন কৰিছে। শঙ্কৰৰ আগেয়ে সেই oligarchyত ব্ৰাহ্মণসকলৰ একাধিপত্য আছিল; শঙ্কৰদেৱ আহি সেই monopolyত কায়স্থ-মহন্তসকলকৰ ভাগ বহুৱালে। ইয়াত revolutionary একো নাই। আৰু ইয়াক সামাজিক বিপ্লৱ নুবুলি partial class substitution বুলিলেহে সঁচা কোৱা হ'ব। শঙ্কৰদেৱৰ পিছত অনা-শঙ্কৰী ব্ৰাহ্মণ-গোস্বামীসকলৰ লগত শঙ্কৰী কায়স্থ-মহন্তসকলৰ ধৰ্মৰ গাদীত বহিল।" শঙ্কৰদেৱে সমাজক শোষণ-মুক্ত কৰিবলৈহে তেওঁৰ আন্দোলন আৰম্ভ কৰিছিল; শঙ্কৰ-মাধৱ দুয়ো নিজেই অৱশ্যে ধৰ্মৰ নামত 'লুভীয়া' সকলৰ প্ৰতি বৰ সন্দিহান হৈ পৰিছিল। আমাৰ দুৰ্ভাগ্য যে তেওঁলোকৰ আদৰ্শ আমাৰ নৰ'ল। সকলোবোৰ 'লুভীয়া'ই তেতিয়া গোট খাই ৰজা-ৰাজোৱানক সাক্ষী কৰি শোষণ আৰম্ভ কৰিলে। বৰুৱাই অৱশ্যে দৃঢ় বিশ্বাস কৰে যে সকলো ধৰ্মই এটা privileged class সৃষ্টি কৰি mass peopleৰ economic আৰু intellec tual exploitationৰ বাট সুগম কৰি দিয়ে। ফ্লুগেলৰ উক্তিৰ উদ্ধৃতিৰে তেওঁ তাৰ ভিতৰত psychoanalysisৰ অৱকাশো দেখা পাইছে আৰু কৈছে, 'এই আদৰ্শেৰে চালে বুদ্ধৰ বাহিৰে আন সকলো ধৰ্মপ্ৰচাৰকেই found wanting হয়।' শঙ্কৰদেৱৰ আদৰ্শ আৰু কৰ্মপন্থা শঙ্কৰদেৱৰ-মাধৱদেৱৰ কাৰ্যৰপৰা বিচাৰ কৰি চাব লাগে আৰু তেনেকৈ চালে সামাজিক ভাৱাদৰ্শ found

wanting নহ'ব। পাছৰ যুগত সি দুজনাৰ ধৰ্মক ধ্বজা কৰি নতুন বুৰঞ্জী আৰম্ভ কৰাসকলৰ কাৰ্যৰপৰা শঙ্কৰ-মাধৱৰ বিচাৰ হ'ব নোৱাৰে। মধ্যযুগত ভগৱান বুদ্ধৰ ধৰ্মও সৰ্বপ্ৰকাৰ নৈতিক-অৰ্থনৈতিক শোষণ আৰু ক্লেদৰ বাহ হৈ পৰিছিল; আন কি, শঙ্কৰদেৱেও বামানয়ৰ বাবে বুদ্ধদেৱক দোষী কৰিছিল। কিন্তু সি ঐতিহাসিক তত্ত্ব জানো?

বৰুৱা সকলো ধৰ্মৰে অপসাৰণৰ পক্ষপাতী। 'বৰ্তমান যুগৰ এই ভাবধাৰাত মই সম্পূৰ্ণৰূপে বিশ্বাস কৰোঁ। আৰু সেই কাৰণেই অসমীয়া middle classএ ৰবাই কৰা শঙ্কৰী বিপ্লৱৰ কথা শুনিলে হাঁহি উঠে। socialistসকলে ধৰ্মৰ economic utility স্বীকাৰ কৰে; ময়ো কৰোঁ। কিন্তু, মই বুজিব নোৱাৰোঁ, দুটা বা এটা middle class সম্প্ৰদায়ৰ লাভৰ কাৰণেই কিয় সমাজৰ সৰহভাগ মানুহে intellectual আৰু economic exploitation সহ্য কৰিব, আৰু তাৰ উপকাৰ কি? সেই কাৰণে যি ধৰ্মই হওক for the greatest good of the greatest number ধৰ্মক সভ্যতাৰপৰা নিৰ্বাসন দিবই লাগিব। আৰু তাক যিমান সোনকালে কৰিব পাৰি সিমান ভাল।' কিন্তু সেই সময়টো আৰু সমালোচকজনো সমাজবাদী বিপ্লৱৰপৰা মাইল মাইল আঁতৰত। তদুপৰি, সেই ভাবধাৰা-প্ৰকাশৰ বাবে তেওঁ ভুল এখন মঞ্চ বাছি লৈছিল। কোনো চিন্তাৰ মানুহকে তেওঁৰ বক্তৃতাই সেই দেখি সন্তোষ দিয়া নাছিল। সমাজবাদী ভাবৰ প্ৰবক্তা তেওঁ কিমান সম্পূৰ্ণ সমাজবাদী আছিল, সিও এক বিচাৰৰ বিষয়। সাহিত্যৰ এক বৌদ্ধিক ছাত্ৰ-ৰূপে তেতিয়াই তেওঁৰ খ্যাতি; তেতিয়া ইণ্ডিয়ান ছিভিল চাৰ্ভিছৰ steel frameঅলৈ উঠিবলৈ তেওঁ প্ৰয়াসী। দুবাৰো প্ৰতিযোগিতামূলক পৰীক্ষা দি অকৃতকাৰ্য হৈ এই বিচক্ষণ যুৱকজনে নিজেই নিজৰ জীৱনান্ত ঘটালে আৰু তেওঁক ওচৰৰপৰা চিনি পোৱা

আমিবোৰৰ কাৰণে এটি দুখ থৈ গ'ল। তেওঁৰ মনীষা নব্য ভাবধাৰাত প্ৰয়োগৰ যোগেদি তেওঁ আমাক বহুত কিবা দিব পাৰিলেহেঁতেন। ছেমিনাৰ লাইব্ৰেৰিৰপৰা কিতাপ নিবলৈ আহোঁতেই তেওঁৰ লগত মোৰ সৰহভাগ সংশ্ৰৱ হৈছিল।

দেবানন্দ ভৰালিদেৱে শঙ্কৰদেৱৰ সাহিত্যৰ সৌন্দৰ্য আৰু বৈশিষ্ট্য ক'ত, ফঁহিয়াই দেখুৱাই তেওঁৰ প্ৰতিবাদ লিখিছিল আৰু কৈছিল, 'যৌনপ্ৰবৃত্তিজনিত প্ৰেম (love) বস্তুটোৱেহে যে কেৱল human interest monopolise কৰে, এনে নহয়; বৰং মানপী হিয়া আন্দোলন কৰা নানা আবেগৰ ভিতৰত প্ৰেম এটা তল খাপৰ আবেগ; ই সকলো শ্ৰেণীৰ মানুহত আৰু ইতৰ জন্তুৰ মাজতো আছে।' ধৰ্মৰ কথাত কৈছিল, 'ঈশ্বৰক স্মৰণ কৰিলেই মানুহ পৱিত্ৰ হয়, সদগতি পায়, পূজাৰিৰ বা middle manঅৰ দৰ্কাৰ নাই। এনে democratic বৈষ্ণৱ ধৰ্ম আগেয়ে ভাৰতবৰ্ষত কোনেও প্ৰচাৰ কৰা নাই। সেই নতুন বাণীত গোটেই অসম জিকাৰি উঠিল। ........ তেওঁৰ পিছত আমি অযোগ্য অসমীয়াবোৰে সেই বাণী দেশে-বিদেশে প্ৰচাৰ কৰিব পৰা নাই; সেই বাবেই আজি শংকৰদেৱে শ্ৰীযুত নলিনীকান্ত বৰুৱা বি-এৰ হাততো লাঞ্ছনা ভুগিছে।' ভৰালি ডাঙৰীয়ায়ো দেখুৱাইছে মহাপুৰুষে ধৰ্মৰ নামত শোষণৰ পথ বন্ধ কৰিবৰ বাবেহে প্ৰয়াস কৰিছিল।

বৰুৱাৰ বিভিন্ন সমালোচনাৰ ভিতৰত স্বাভাৱিকতে অম্বিকাগিৰি ৰায়চৌধুৰীৰ "ডেকা অসম"ৰ কথাই আছিল আটাইতকৈ চোকা। তেওঁৰ প্ৰবন্ধৰ নামটোতে চোকা ধাৰণিৰ আগটোপা: "কোছকে ছোঁবাৰ জয়গুৰু সমালোচনা!" 'কোছকে ছোৱা'ৰ অৰ্থ নাপাই নলিনীকান্ত বৰুৱাই মোক সুধিছিল; ময়ো কিন্তু নাজানিছিলো আৰু এতিয়াও নাজানো। প্ৰবন্ধৰ প্ৰথমআষাৰি বাক্যই কেনে এক তীব্ৰ

হান! ....'কোনোবা এজন 'ফোছকে ছোৰা'ই হেনো জয়গুৰুৰ গুণাৱলী স্মৰণ নকৰি, তেওঁৰ ইচ্ছামতে তেৰাৰ জীৱন্ত কাৰ্যাৱলীৰ ওপৰত উদ্ভট সমালোচনাৰে হানি-খুচি এটুপি 'কুইন্না ৰস' পিবলৈ উৎকট চেষ্টা কৰিও একো উলিয়াব নোৱাৰি নিৰাশ হৈ যি পায় তাকে বকি উপস্থিত জন-মণ্ডলীক উত্যক্ত কৰি তুলিলে।' ৰায়-চৌধুৰীৰ মতে নলিনীকান্তই যি সমালোচনা দিলে সি 'মনগঢ়া নিজস্ব সমালোচনা' তাকো তেওঁ ভুল ক্ষেত্ৰত প্ৰয়োগ কৰিলে (ডেকা অসম, ২৮ ভাদ); ১১ আহিনৰ "ডেকা অসম"ত ৰায়চৌধুৰীয়ে বক্তাৰ এক লিখিত উত্তৰ হাতত লৈ জব্দ কৰা বিধৰ এক সমালোচনা লিখে আৰু ব্যক্তিগতভাৱেও সমালোচকজনক খোঁচা এটা মাৰে— 'অসমীয়া জাতি, অসমীয়া সাহিত্য, অসমীয়া সমাজ, অসমীয়াৰ জাতীয় সেব্য পুৰুষসকল সম্বন্ধে এই অঙ্গহীন জ্ঞানখিনিকে লৈনো তেওঁ কি সাহেবে চিভিল চাৰ্ভিছ পৰীক্ষাৰ প্ৰতিযোগিতাত থিয় দিছিল?'

শঙ্কৰদেৱ-সমালোচনাত এই বাদানুবাদ এক অভিনৱ স্তৱ। সেই বুলিয়ে মোৰ তাঁতখনৰ এক ওহালিত তাক এনেকৈ ঠাই দিয়া হ'ল। সেই বাদানুবাদৰ বিষ বোধ হয় কাৰো মনত বৈ যোৱা নাছিল। আনফালে, নলিনীকান্তৰ পৰ্যায়ৰ সমালোচনা সেই তাতেই আড়ষ্ট হৈ শেহ হৈ গ'ল। আজিহে আমি তেনে সমালোচনাৰ ফুট দুই-এটি উঠা দেখা পাইছো। তেতিয়া যদিও লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া জীৱিত, তেওঁলৈ কোনেও বাদানুবাদটোৰ কোনো সংবাদ পঠিওৱা নাছিল। নহ'লে তেওঁ কি কয়, শুনিব লগীয়া হ'লহেঁতেন। "বাঁহী" "প্ৰদীপিকা" ৰণখনৰ আনজন বীৰ অধ্যাপক বাণীকান্ত কাকতি আমাৰ মাজতে, আমাৰ শিক্ষক। খবৰ কাগজত বাদানু-বাদটো তেওঁ পঢ়ে; আমিও অনাৰ্ছ শ্ৰেণীত তাৰ কথা কওঁ। তেওঁ হাঁহি হাঁহি কয়, 'আমি তাহানি দুটা মানুহে এটা ডাঙৰ দলক

তৰ্কত ঘটুৱাইছিলো। তোমালোক ইমানবোৰ থাকোঁতে এক নলিনীক বলে নোৱাৰানে? আজি-কালিৰ ল'ৰাবোৰে সস্তীয়া দামৰ দেশ-বিদেশৰ সমালোচনাৰ কিতাপ পঢ়ি নতুন সমালোচনাৰ নীতিৰ আধা-ভুখৰীয়া জ্ঞান গোটাই লৈ নিজৰ মনটোক অভিষ্ঠ কৰি তোলে আৰু সেই অভিষ্ঠতাৰ খজুৱতি মাৰিবলৈকে য'তে ত'তে এই নীতিবিলাক প্ৰয়োগ কৰে। ফলতঃ সি স্বৰূপ সমালোচনা নহয়গৈ। এইটো মানি ল'ব পাৰি যে শঙ্কৰদেৱৰ পুথিবোৰ মূলতঃ ধৰ্ম-প্ৰচাৰৰ বাবেই লিখা। গতিকে তাক "গীতা" আদি পুথিৰ ধাৰাতহে সমালোচনা কৰিব লাগিব। কিন্তু এই ধৰ্মভাবৰ surface value এৰি দি শংকৰ-দেৱে লেখাত যি এৰি গৈছে, সেয়েহে অসমীয়া সাহিত্যৰ মূল ভেঁটি। ফৰাচী সমালোচক টেইনিয়ে সমালোচনাৰ ক্ষেত্ৰত milieu বোলা এটা নীতিকে উপস্থাপিত কৰিছিল— এটা যুগৰ সাহিত্যক সেই যুগৰ দৃষ্টি-কোণৰপৰাহে চাব লাগে। oligarchy, economic and intellectual exploitation আদি আজিৰ যুগৰ ধাৰণা। শঙ্কৰ-দেৱৰ ধৰ্ম আৰু সাহিত্যয়ো 'জিটজি' বা কাল-ধৰ্ম মানিছিল। এজন বক্তাই শঙ্কৰদেৱৰ ৰচনাত একো নাপালে বুলি সেয়া ৰসাতললৈ নাযায়। মেকলে ছাহাবেও সংস্কৃত সাহিত্যত some funny good thingsৰ বাহিৰে একো নাপাইছিল। নলিনীয়েও নিজৰ ধাৰণামতে শঙ্কৰদেৱক সজাই লৈ কথাবোৰ কৈছে।" তাৰ পাছত ছাৰৰ সেই বিখ্যাত হাঁহিটো। তাতে শেষ।

নলিনী বৰুৱাই ভুলেই হওক, ভালেই হওক, নতুন সমালোচনাৰ বা-ছাটি মহাপুৰুষৰ গাত লগাই বিশেষ এটা দৃষ্টিৰ সম্ভাৱনা দেখুৱালে। নহ'লে মহাপুৰুষ সদায় আন্ধাৰতে লুকাই থাকিবনে? বেডিওত কোনোবাই গোৱা দৰে "জগদ্‌গুৰু আমাৰে, শংকৰ গুৰু আমাৰে, লুকাই আছা, দেখা নেদা, মণিকূটৰ ভিতৰে।'

# পত্ৰলেখা ঃ পুৰণি চিঠিৰ টোপোলা

পত্ৰলেখা মানে চিঠিৰ টোপোলা নহয়, আলপনা বা মণ্ডলহে। সাহিত্যৰথী বেজবৰুৱাই আনলৈ লেখা আৰু তেওঁলৈ আনে লেখা চিঠিবোৰ গোটাই অসম সাহিত্য সভাৰপৰা ছপাওঁতে (১৯৬৯) এই নাম ব্যৱহাৰ কৰিছিলেঁ। সাহিত্যগুৰুৰ আন দুটি বস্তুৰে সমতা ৰাখি—তেওঁৰ জীৱনৰ ছবিৰ এলবাম "চিত্ৰলেখা" আৰু ডায়েৰিৰ সংগ্ৰহ "বেজবৰুৱাৰ দিনলেখা"ৰে। মোৰ পিছত দেখিছোঁ অনেক সাহিত্যিকে পত্ৰ-সংগ্ৰহ বুজাবলৈ 'পত্ৰলেখা' শব্দটো ব্যৱহাৰ কৰি আহিছে। তাৰ বাবে অসন্তোষ নাপাই সন্তোষেই পাইছোঁ। মোৰ পুৰণি চিঠিৰ টোপোলা চালি জাৰি ১৯৩৭-৩৮ৰ দুখনমানি সুৰদি চিঠিৰ সোৱাদ পঢ়ন্তাসকলক দিবলৈ লৈছোঁ। কবি ৰত্নকান্ত বৰকাকতীৰ গদ্য লেখাত যি এক কবিতাৰ সোৱাদ থাকে, তাক তেওঁৰ চিঠিতো পাব পাৰি। তেওঁক গুৱাহাটী এ. এছ. এল. ক্লাবৰ ৩৭শ বাৰ্ষিক অধিৱেশনৰ সভাপতি হ'বলৈ আমন্ত্ৰণ জনাইছিলেঁ। কবি হ'লেও তেওঁ মৌজাদাৰ- কামৰ মানুহ। তথাপি আমাক নেৰিলে। উত্তৰ দিলে এই বুলি :

শ্ৰীযুত মহেশ্বৰ নেওগ—গুৱাহাটী এ এচ এল ক্লাবৰ সম্পাদক মহাশয়ৰ

সমীপেষু

নিবেদন,

আপোনাৰ ৮।৭।৩৭ তাৰিখৰ চিঠি আজি (১৩।৭।৩৭ তাৰিখে) বাভিহে মই পাইছো। পাই "ন যযৌ ন তস্থৌ অগা-পিছা ভৰিটি"ৰ যি আনন্দ-আবেগ বা উদ্বেগ হয়, মোৰো অপুৰুত সেয়ে হৈছে।

আমাৰ দেশত বোধ কৰোঁ মোতকৈ বহুতো আপোনাসকলৰ সভাপতিৰ আসন শুৱনি কৰিব পৰা উপযুক্ত লোক আছে; তথাপিযে আপোনা-সকলৰ মোলৈহে মন থালে এইটোত আপোনাসকলৰ বাছনি-শক্তি শলাগিব নোৱাৰিলেও, মোলৈ আপোনালোকৰ কিবা এটা অহৈতুকী প্ৰীতিৰ সন্ধান পাই সঁচাকৈয়ে আনন্দ পাইছোঁ, আৰু গৌৰৱও অনুভৱ কৰিছোঁ। পিছে, সম্প্ৰতি মই ঘৰুৱা বিষয়-জঞ্জালত অতি ব্যস্ত থকাৰ উপৰিও ৰাজহুৱা বিষয় কিছুমানতো ব্যস্ত হ'ব লগাত পৰিছোঁ। ২০ জুলাই তাৰিখে ৬৭টা মৌজাৰ ৰায়তৰ গোট খুৱাই এখন বিৰাট সভা (লাইন উচ্ছেদ প্ৰস্তাৱৰ প্ৰতিবাদৰ কাৰণে) বহুৱাবৰ আয়োজন হৈছে, তাত মই বিশেষভাৱে ব্যস্ত। তাৰ পিছতে, ২৫ তাৰিখে নগাওঁ জিলাৰ মৌজাদাৰ association এখন হোৱাৰ কথা। তাতো মোৰ উপস্থিতি নহ'লেই নহয়। যদি আপোনা-সকলে ২৭।২৮ তাৰিখমানে আপোনাসকলৰ অধিবেশন ঠিক কৰে, তেন্তে মই ২৬।২৭ তাৰিখে যেনে তেনে যাবলৈ বাধ্য হ'ম। আৰু যদি ২৯।৩০ মানলৈ নিয়ে, তেনেহলে মই অলপ সকাহ লৈ যাব পাৰিম।

আপোনাসকলে মোৰ অহা-যোৱাৰ খৰচ যোগাবলৈ অসামৰ্থ্য স্বীকাৰ নকৰিলেও, মোৰ নিজৰ সেই সামৰ্থ্যখিনি নিজেই স্বীকাৰ কৰি নিশ্চয় ললোহেঁতেন, এতিয়াও লৈছোঁ। আপোনাসকলে যি কামৰ বা যি পূজাৰ আটাইতকৈ উত্তম ভাগটো মোলৈ অৰ্পণ কৰিছে, সেই কাম বা সেই পূজাৰময়োযে প্ৰধান অংশীদাৰ, তাত সন্দেহ কি?

আপোনাসকলে মোলৈ এক অনাৰ ডাক-টিকট এটাও লগতে পঠিয়াই দিছে; বোধ কৰোঁ এনেয়ে উত্তৰ নিদিওঁ বুলি ভাবি। মই ডাক টিকটটো আকৌ ঘূৰাই পঠিয়ালোঁ, পুনৰ মোলৈকে চিঠি

দিব বুলি। ছাত্র-সভাৰ যেতিয়া আৰ্থিক অৱস্থা টনকিয়াল নহয়, তেনেস্থলত যিমান দূৰ পাৰি মিতব্যয়ী হোৱাই উচিত।

সৰশেষত কওঁ যে আপোনাসকলে মোক আপোনাসকলৰ মাজলৈ এনে সমাদৃতভাৱে নিমন্ত্ৰণ কৰাত মই আপোনাসকলক আন্তৰিক ধন্যবাদ জনাইছোঁ; আৰু সেই নিমন্ত্ৰণ পাই মোৰ ভিতৰত থকা ছাত্র বা বালকটোও উধাও হৈ পৰিছে। অধ্যাপক শ্ৰদ্ধাস্পদ শ্ৰীযুত গোস্বামী দেৱক মোৰ অভিবাদন জনাব। ইতিমধ্যে আপোনাৰপৰা পুনৰ উত্তৰ পালে সুখী হম। ইতি।

কেতেকীবন
Mairabari P.O.
Nowgong (Assam)
১৩।৭।৩৭ ইং

বিনীত
শ্ৰীবষ্ণুকান্ত বৰকাকতী

চিঠিত উল্লিখিত শ্ৰীযুত গোস্বামী হ'ল আমাৰ ক্লাবৰ কাৰ্যকৰী সভাপতি অধ্যাপক দিনাকৰ গোস্বামী। আমাৰ নিমন্ত্ৰণেযে কবিক 'ছাত্র বা বালকটো' কৰিও উৰাও কৰিলে, আমি অতিশয় আনন্দিত হ'লোঁ। লাইন প্ৰথা উচ্ছেদৰ দাবীৰ লেখীয়া ৰাজনৈতিক কামত ব্যস্ত থকা কবিক সময় বঢ়াই দিয়াৰ বাহিৰে আমাৰ আন উপায়ো নাছিল। সেয়া দিলোঁ। তেওঁ কিন্তু লেজুডাল আৰু অলপ ঢিলাই লৈ লেখিলে :

কেতেকীবন
২০।৭।৩৭

মৰমৰ নেওগদেও,

আপোনাৰ ১৭ তাৰিখৰ চিঠিখন পাই সুখী হলোঁ। মই political activities কিছুমানত ধৰি বৰ ব্যস্ত হ'ব লগাত পৰিলোঁ।

আপোনালোকে অনুগ্ৰহ কৰি দীঘলাই দিয়া সময় আৰু অলপমান দীঘলাই অহা ৮ জুলাই (আগষ্ট) শনিবাৰলৈ আনিব খোজোঁ। শ্ৰীযুত মাধৱ বেজবৰুৱাইও কৈছিল যে শনি বা দেওবাৰেহে সুবিধা হ'ব। শ্ৰদ্ধা-প্ৰীতি গ্ৰহণ কৰিব যেন। উত্তৰলৈ বাট চাই ৰলোঁ।

আপোনাৰ

শ্ৰীৰত্নকান্ত বৰকাকতী

৮ আগস্টক ক্লাবৰ ৰজতজয়ন্তীৰ দিন ঠিৰাং কৰা গ'ল। এতিয়া, সভাপতি আহিলে ৰাখিব পৰা সংস্থান ক্লাবৰ ক'ত? সেই সমস্যাই আমাৰ মনত ভুমুকি মাৰিলে। পিছে সেই বিষয়ে তেওঁ নিজেই চিন্তা নকৰি নাথাকিল :

মৈৰাবাড়ী

১।৮।৩৭

প্ৰিয় নেওগদেও,

আপোনাৰ ২৬।৭ তাৰিখৰ চিঠি পাই সুখী হলোঁ। মই এতিয়াও বৰ ব্যস্ত। তথাপি আগষ্টৰ ৭/৮ তাৰিখে গুৱাহাটীমুৱা হ'ম। মই শ্ৰীযুত মাধৱ বেজবৰুৱাৰ ঘৰতে থাকিবলৈ বুলি ভাবিছোঁ। তেখেত ছিলঙলৈ গলে অসুবিধা হয় যদি Happy Lodgeঅতে happy হৈ থাকিব নোৱাৰিনে?

প্ৰতিবাদ সভাৰ ফল ফলিয়ালেহে congratulation গ্ৰহণ কৰি আনন্দ লভিব পাৰিম।

উত্তৰ পালে সুখী হম। প্ৰীতি-শ্ৰদ্ধা ল'ব। ইতি

আপোনাৰ

ৰত্নকান্ত বৰকাকতী

কৰি আছিল। আমাৰ সভাপতি হ'ল। আমাৰ কালৰপৰাহে অতিথি ৰখাৰ ব্যৱস্থা নহ'ল। তেওঁ নিজৰ আত্মীয়ৰ ঘৰতে ৰ'ল। সূৰ্যকান্ত বৰদলৈৰ জলতৰঙ্গৰ লহৰ, ভূপেন নবিচৰ বাঁহীৰ সুৰ, ছাত্ৰীসকলৰ সুৰ-সমলয় আৰু সমস্বৰ-সঙ্গীত, পুলিন চাংকাকতীৰ বৰগীত, ইক্ৰামুল মজিদৰ উৰ্দু গজল, ভৱানন্দ বাজখোৱা কবিৰ কবিতা আদিৰে সভাৰ সাজন-পাৰণ উত্তম হৈছিল যদিও সভাপতিৰ অভিভাষণৰ সময়ত আমি সভা-ঘৰৰ কোলাহল বন্ধ কৰিব নোৱাৰি সভাপতিৰ ওচৰত নিতান্ত দোষী অনুভৱ কৰিবলৈ ধৰিলোঁ। তেওঁ নগাঁৱৰ মৈৰাবাৰীলৈ ঘূৰি যোৱাৰ পিছত সেই দেখি অনুতাপ কৰি, অশেষ ধন্যবাদো জনাই এখন চিঠি দিলোঁ তেওঁলৈ। তেওঁৰ সমিধান তলত। ধুনীয়া চিঠিখনিৰ ঠায়ে ঠায়ে বৰষুণৰ বতৰত মহানগৰ গুৱাহাটীৰ ঘৰে ঘৰে প্ৰৱেশ কৰা বান-পানীয়ে চেলেকিলে। তেনেকৈ উদং হোৱা ঠাই মই হয় উদঙেই ৰাখিছো, নহয় সৰু বন্ধনীৰ ভিতৰত সম্ভাব্য শব্দটিহঁত লগাই দিছো। মোৰ চিঠিৰ মাজত বৰকাকতীদেৱে পঢ়িব নোৱৰা অথচ অতি মূল্যবান অভিভাষণখনি, পদ্মধৰ চলিহাৰ ভাষাত কবিসুলভ মৰ্ম্মবাণী ছপা ৰূপত দেখা পোৱাৰ হেঁপাহটোও দেখুৱাইছিলো, আৰু ক্লাবৰ নতুন সম্পাদক (চক্ৰেশ্বৰ ভট্টাচাৰ্য) আৰু কাৰ্যনিৰ্বাহকৰ তৰফৰপৰা এই বিষয়ত কিবা কৰিব পাৰিবনেকি, তাৰো উমুক দিছিলো। "অসমীয়া" কাকতৰ আমাৰ সভাৰ খবৰৰ লগত কি মন্তব্য প্ৰকাশ পাইছিল, আজি অৱশ্যে মনত নপৰে। বৰকাকতীৰ চিঠিত generation gapৰ কথাৰ উল্লেখটি চকুত লগা ; যুগে যুগে যোৱা পুৰুষ অহা পুৰুষৰ তুলনা কৰি দুখ কৰা হৈ আহিছে।

কেতেকীবন
মৈৰাবাড়ী
( নগাওঁ, আসাম )

মৰমৰ নেওগদেও,

আপোনাৰ "একুৰি দহ শাওণ"ৰ চেনেহী চিঠিখন সময়তে পাইছোঁ। তাৰপৰা আহিয়েই মোৰ গ্ৰহণী হৈ চিত হৈ মাৰলি লেখিব লগীয়া অৱস্থা হ'ল। কালিৰপৰাহে অলপ ভাল পাইছোঁ। সেই কাৰণে উত্তৰ দিয়াত অলপ পলম হ'ল।

এ. এচ্. এল. ক্লাবৰ বাৰ্ষিকীত মোক আবতৰীয়া ( বেঙেনা ) ৰূপে সভাপতিৰ আসনত বহুউৱা বাবে আপোনাৰ মই আসোঁৱাহ ধৰা নাই; সেইটো আপুনি এতিয়া ঘটনাচক্ৰত পৰি দোষ বুলি ভাবিছে যদিও সি প্ৰকৃততে আপোনাৰ পক্ষে একো দোষ হ'ব নোৱাৰে—কাৰণ সি আপোনাৰ অনিচ্ছাকৃত। তাৰ বাবে আপুনি যি "প্ৰথম দোষ" আৰু "নোকোহা ভুল" ( আদি দেখিছে ) সেই-বিলাক মোৰ চকুত বালি পৰি পমি যোৱা বিধৰ ( হে নেকি, ) মই গম ধৰিব পৰা নাই দেখোন! বোধ কৰোঁ সেইবোৰ আপোনাৰ সৰল প্ৰাণৰ স্বাভাৱিক বিনয় উক্তি মাথোন।

আমাৰ উঠি অহা 'ডেকা পুৰুষৰ' (young generation) যেনেকৈ এটা স্পষ্ট চৰিত্ৰ-দুৰ্ব্বলতা ( wanting seriousness ) দেখা যায়, তেনেকৈ 'বৰ্ত্তমান পুৰুষৰো' ( present generation ) দোষৰ ভাগটো বেছিকৈ দেখা টোটোকে বৌটো কৰা ( having tempest in a tea-pot ) স্বভাৱটো বৰ স্পষ্টকৈ চকুত পৰে। "অসমীয়াত" কি লিখিছে মই দেখাই নাই; আপোনাৰ চিঠিৰপৰা বুজিছো যে "অসমীয়াই" অসমীয়াৰ স্বভাৱৰে চিনাকি দিছে মাথোন।

শ্ৰীযুত বেণুধৰ শৰ্মা মোৰ 'পুৱাৰ জুৰৰ ........ তুপৰীয়া ঘৰ চপা' অন্তৰঙ্গ বন্ধু। [ তেনে থলত ] মোৰ সভাপতিত্বটো যে তেওঁলৈ সোণত সুৱগা চৰা হ'ব তাত আচৰিত কি?

মোৰ অভিভাষণখন revise কৰিব লাগিব, গতিকে প্ৰকাশ পোৱাত অলপ পলম ঘটিব।

শ্ৰীযুত পুণ্যপ্ৰসাদ দুবৰা কৰিওনেকি? তেওঁৰ কবি-প্ৰতিম 'চেহেৰা' আৰু কথা-বতৰাত সঁচাকৈয়ে মই মুগ্ধ হৈছিলো। লগতে এই ওলগটো আপোনালৈকো জনালো। তেওঁক মোৰ আদৰ-সম্ভাষণ দিব, আপুনি, ল'ব।

মই সম্প্ৰতি ইমান দুৰ্ব্বল যে চিঠিখন নিজ হাতে নিলিখি মোৰ ভাই শ্ৰীমান প্ৰবোধচন্দ্ৰ বৰকাকতীৰ হতুৱাইহে লিখালো। এয়ে

ইতি

আপোনাৰ

শ্ৰীৰত্নকান্ত বৰকাকতী

গুৱাহাটী এ. এছ. এল. ক্লাবৰ সপ্তবিংশ বাৰ্ষিকী উপলক্ষ্যত এগৰাকী কৃতী সাহিত্যক আৰু ক্লাবৰ পূৰ্ব্ব সম্পাদক পদ্মধৰ চলিহাদেৱে পঠোৱা বাণীটি মূল্যবান। ইয়াত ক্লাবৰ উজ্জ্বল ইতি-হাসৰো ইঙ্গিত ৰৈছে।

Padmadhar Chaliha, M.A, B.L.
Pleader
SIBSAGAR, ASSAM

এ-এছ-এল ক্লবৰ সম্পাদক শ্ৰীযুত মহেশ্বৰ নেওগদেৱৰ সমীপেষু

সবিনয় নিবেদন,

অসমৰ গৌৰৱস্বৰূপ আৰু অতি আদৰৰ অনুষ্ঠান এ-এছ-এল ক্লবৰ বছৰেকীয়া অধিৱেশনলৈ নিমন্ত্ৰণ-পত্ৰ পাই নথৈ সুখী হ'লো। নিজে গৈ এনে শুভকাৰ্য্যত যোগ দিব পৰা হলে আৰু বং পালো-হেঁতেন। কিন্তু বাবেপাচি জঞ্জালৰ বাবে মই যাব নোৱাৰি নিজৰ

ভাগ্যকহে ভুষিছোঁ। 'শেৱালিৰ' কৰি শ্ৰীযুত ৰত্নকান্ত বৰকাকতী ভাণ্ডৰীয়াৰ নেতৃত্বত সকলো কাৰ্য্য সুকলমে সমাধা হৈ যাব আৰু সমজুৱাসকলে তেখেতৰ কবিসুলভ মৰ্ম্মবাণী শুনি অনুপ্ৰাণিত হ'ব বুলি মোৰ দৃঢ় বিশ্বাস। তাহানিখন কটন কলেজত পঢ়োঁতে এই ক্লবৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ আছিল। ইয়াৰ সম্পাদকস্বৰূপে কাম কৰাৰ ভাগ্যও মোৰ ঘটিছিল। তেতিয়া আমি ক্লবৰ জৰীয়তে ছিভিলিয়ান আনন্দৰাম বৰুৱাৰ বছেৰেকীয়া তিথি অতি সমাৰোহেৰে পাতিছিলো আৰু 'ষ্টুডেণ্ট' নাম দি এখনি ইংৰাজী মুখপত্ৰও প্ৰকাশ কৰিছিলো। আজিকালি এইবিলাক কাৰ্য্য কৰাৰ গম পোৱা নাই।

এসময়ত এ-এছ-এল ক্লবে অসমীয়া সাহিত্যক বিদেশীৰ কৰাল গৰাহৰপৰা উদ্ধাৰ কৰিছিল। ক্লবৰ কৰ্মীসকলে মাতৃভাষা আৰু মাতৃভূমিৰ উন্নতিকল্পে অহোপুৰুষাৰ্থ কৰিছিল। অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পাতত এই ক্লবৰ সুনাম আৰু যাউতিযুগীয়া কীৰ্ত্তি সুৰক্ষিত হৈ থাকিব।

ক্লবৰ নাম সলোৱাৰ বিষয়ে কাকতে-পত্ৰে আলোচনা হোৱা দেখা গৈছে। ক্লবৰ বৰ্ত্তমান নামত এটা মধুৰ স্মৃতি সনা আছে। নামটো সলোৱাৰ মই পক্ষপাতী নহওঁ। মোৰ বোধেৰে, নাম সলোৱাৰ আন্দোলন নকৰি এই নামতে কিছুমান লাগতিয়াল কাম কৰি ক্লবৰ গৌৰৱ ৰক্ষা কৰাবহে সুবাৱস্থা হোৱা উচিত।

সকলো সমজুৱালৈকে মোৰ সাদৰ সম্ভাষণ জনাই ক্লবৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ। ইতি

শুভাকাঙ্ক্ষী

শ্ৰীপদ্মধৰ চলিহা

-বৰকাকতীদেৱৰ লগত ঘনিষ্ঠ বন্ধুত্ব থকা চাৰিওৰ বেণুধৰ শৰ্ম্মাৰ চিঠিখনি আমি সভা হৈ যোৱাৰ পিছতহে পাইছিলোঁ। তেওঁৰ পত্ৰও

আছিল ইতিহাসমুখী। তাৰাও বিশেষ লক্ষণীয়া। সেইখনিকো দীঘ আৰু বাণিতে বৈ দিয়া হ'ল।

চাৰিং
৭. ৮. ৩৭

মৰমৰ মহেশ্বৰ,

তুমি গুৱাহাটী এ এছ্. এল্. ক্লবৰ সপ্তত্রিংশৎ বাৰ্ষিকী উৎসৱ উপলক্ষে নিমন্ত্ৰণ কৰা চিঠি পাই বৰ ৰং পালোঁ। তাতোকৈও ৰং পাইছোঁ তাৰ যে সভাপতি হ'ব শ্ৰীযুত বড়ুকান্ত বৰকাকতী। ইয়াকেই বোলে সোণত সুৱগা। যাবৰ মন আছিল; কিন্তু ভাবি চোৱাঁ ব্যৱধান আৰু অন্তৰায় কিমান! গুৱাহাটী ক'ত আৰু গড়গাঁও বা ৰংপুৰ ক'ত?

সঁচাকৈয়ে কলিকতাৰ এ. এছ্. এল্. ক্লব, ৰংপুৰৰ 'বাল্যাশ্ৰম আৰু ছাত্ৰসভা' আৰু গুৱাহাটীৰ এ· এছ এল· ক্লবৰ নামটো শুঁৱৰিবলৈ পালেই মনটো আনন্দ আৰু গৌৰৱত ওফন্দি পৰে। সেই অনুষ্ঠানবিলাকৰ লগে-লগে আমাৰ মহানুভৱ উপৰি পুৰুষসকলৈও মনত নপৰাকৈ নেথাকে। আজি-কালি ডেকা তৰপত এনে উৎসাহী ডেকা নিচেই নাই বুলিলেও হয়। তোমাৰ নিচিনা যিবা দুই-চাৰিজন আছে, তেওঁবিলাকো সাংসাৰিক হেঁচা-ঠেলাত পৰি....

সভাসমিতি পাতি একো লাভ নাই— যদি তাৰ [প্ৰাণ] সকলোৰে অন্তৰত স্থায়ীভাৱে প্ৰতিষ্ঠিত কৰিব নোৱাৰি। এই গল, এই আহিল। চামে-চামে ডেকা আহিব লাগিছে, যাব লাগিছে। বিধে বিধে সভাসমিতি পতা হৈছে, ভঙা হৈছে। কিন্তু কেইজনে আমাৰ এই উৎসাহ-আন্দোলনৰ সূত্ৰভাল একেকঠী বুলি ভাবিব পাৰিছে? আজি চেকিয়াল ফুকনৰ দিনৰপৰা .... এপুৰুষীয়া জাতীয় জীৱন বুলি জানো কোনোবাই ভাবিছে আৰু সেইমতে কাম কৰিব

পাৰিছে ? সভাসমিতিবিলাকে যেতিয়ালৈকে এইদৰে নিৰৱচ্ছিন্নভাৱে কাম কৰিব নোৱাৰে, তেতিয়ালৈকে আমাৰ উৎসাহ-উদগনিৰ সাৰ্থকতা নাই।

গুৱাহাটী এ এছ এল্. ক্লবে সাতত্ৰিশ বছৰৰ আগয়ে যি কাম কৰিবলৈ হাতত লৈছিল, সেই কামৰ এতিয়াও ওৰ পৰা নাই। বৰ্ত্তমান ক্ষেত্ৰত···· যিবিলাক কাম কৰিব লগীয়া আছে সেইবিলাক কৰিব পাৰিলেহে এ এছ. এল. ক্লবৰ বছেৰেকীয়া অধিৱেশন পতাৰ সাৰ্থক হব।

এক অনাৰ ···· ডাকঘৰীয়া লেফাফাৰ ভিতৰত সুমাই দিয়া এই খুদমান চিঠিডোখৰত আৰু কি লিখিম। আমাৰ দেশৰ কথা, ভাষাৰ কথা ,সাহিত্যৰ কথা ভাবিলেই যাগ দিয়া জাহাজী কলৰ দৰে হিয়া পুৰি ডেই যায়।

দেখিছো গুৱাহাটীত এবিধ চেতনাৰ [ উদ্ৰেক ] হৈছে। মঙ্গলময়ৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ; যেন এই চেতনা চিৰস্থায়ী হয়।

ইতি

তোমাৰ

শ্ৰীবেণুধৰ শৰ্মা

গুৱাহাটীৰ এই নৱচেতনাটোক ধৰি ৰাখিবৰ শক্তি ক্লাবৰযে নহ'লেই; বৰং সি নিজেই গাঁতলৈ যোৱাৰ দিহাহে কৰিবলৈ ধৰিলে। ৰবকাকতীদেৱৰ অভিভাষণ ছেপি উলিয়াবৰ জোখাৰে ক্লাবৰ সামৰথ নহ'ল — বহুত দিনলৈকে আলচ-বিলচ হৈয়ে থাকিল। ইয়াৰ মাজতে ১৯৩৭ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীত বহা অসম সাহিত্য-সভাৰ স্মৰণিকা "প্ৰবন্ধ-সংগ্ৰহ"ত 'সাহিত্যৰ স্বৰূপ' শীৰ্ষেৰে অভি-ভাষণখিনিৰ এটি খণ্ড ছপা হৈ ওলায়। তেতিয়াও ক্লাবে অভিভাষণখন

উলিওৱাৰ চিন্তাটো অৱশ্যে এৰা নাছিল। আহিল জানুৱাৰীতো সেই লৈ পত্ৰা-পত্ৰি চলিছিল।

P.O. Mairabari
(Nowgong, Assam)
১৪/১/৩৮ [?]

মৰমৰ নেওগদেও,

আপোনাৰ ৫ জানুৱাৰীৰ চিঠিখন পাই সুখী হলোঁ। এ.এছ. এল. ক্লবৰ সম্পাদকৰ চিঠিৰ মই উত্তৰ দিছিলো—মোৰ অভিভাষণখন পুনৰ লিখিবৰ বাবে মোক অলপ সময় লাগিব। যোগ-বিয়োগ অনেক কৰিব লগা হৈছে। মই অহা মাহৰ ১৪/১৫ তাৰিখে গুৱাহাটীলৈ যাম—কাৰণ কেইবাটাও উপস্থিত হৈছে। সেই সময়ত মোৰ অভিভাষণখন লৈ যাম বুলি স্থিৰ কৰিছো। সম্প্ৰতি মই সাংসাৰিক না-না জঞ্জালত পৰিছোঁ। গতিকে খৰ্‌ধৰ্‌ আন বিষয়তহে বিশেষকৈ কৰিব লগা হৈছে। আপুনি এই সম্পৰ্কে সম্পাদক মহাশয়ক ভালকৈ বুজাই "aluminium hot enthusiasm"টোক উৎসাহৰ আণ্ঠা দি "গৰম" কৈ ৰাখিব। .... মূৰত 'ডিগ্ৰিৰ' পাগটো নাই বুলি অৱশ্যে মই জনা নাছিলোঁ, —"" এইবাৰ নিশ্চয় উঠিব। মানুহৰ মূৰৰ ভিতৰৰ মগজুৰ ওজন যিমানেই থাওক, পাগটো মাৰি ললে মূৰটো গধুৰ হয়, এনেয়ে পাতল যেন লাগে। সেইদৰে বিদ্যা যিমানেই থাওক বা নেথাকক 'ডিগ্ৰি' নহলে সিওযে গধুৰ নহয়—সেইটো সৰ্ব্বাদীসম্মত নহয় জানো?

আশা কৰো আপোনাৰ শাৰীৰিক মঙ্গল। স্নেহ-শ্ৰদ্ধা জানিব।

ইতি

আপোনাৰ

বহ্নকান্ত বৰকাকতী

সভা-সমিতি, দেশ আৰু সাহিত্যৰ বিস্তাৰ মাজতযে নিজৰ মূল কৰ্ত্তব্য আৰু ভৱিষ্যত জীৱিকাৰ চিন্তা কৰিব লাগে, সেই কথা সোঁৱৰাই, দিয়েছি বিলাতৰপৰা অধ্যাপক ভূঞা ছাৰে লিখা চিঠিখনিয়ে। নহ'লে ডেকা তেজৰ উচ্ছ্বাসত নিতান্ত লাগতিয়ালটো পাহৰিয়ে থকা যায়।

Melbourne House Hotel
119, Gower Street.
London, W. C. 1.
29. 1. 38

মৰমৰ মহেশ্বৰ,

তোমাৰ বিহুৰ গুলগনি পাই ধন্যবাদ দিছোঁ। সেইখন পায়হে, মনত পৰিল মাঘৰ বিহু বুলি বস্তু এটা আছে। ইয়াত সোঁৱৰাই দিওঁতা কেও নহল। তোমাৰ সাহিত্যসাধনা দেখি ৰং পাইছোঁ। সম্মিলন প্ৰবন্ধাৱলীত লিখা সেই কিফাঁকিও পঢ়িলো, ভাল হৈছে। কিন্তু এটা কথা,—সেই বুলি কলেজৰ পঢ়াত আওকাণ নিদিবা। ভালকৈ পাচ কৰিলে সংসাৰত বেচি কামত আহিব। আগলৈ জীৱিকাৰ চিন্তাৰ পৰা মুক্তি লাভ কৰি সাহিত্য-চৰ্চ্চাত একাণপতীয়াকৈ লাগিব পাৰিবা। সেইদেখি Honoursত 1st class 1st হৈ যেন পাচ কৰিব পাৰা তালৈকে চকু ৰাখিবা।

মোলৈ সোনকালে আৰু জৰুৰ পঠাবা—এটা বস্তু Ordinary Mailত, দেই। ১৫শ বছৰৰ বাঁহীত, ৪৯২-৯৬ পৃষ্ঠাত শ্ৰীযুত বেণুধৰ শৰ্মাই লিখা 'ৰঙ্গিলী' বোলা প্ৰবন্ধ এটা আছে। তাকে গোটেইটো কপি কৰি পঠাবা। মোৰ বিশেষ দৰ্কাৰ। তোমাৰ হাতৰ আখৰ ভাল, সেইদেখি তোমালৈ লিখিলোঁ। ৰঙ্গিলীৰ বাই-ভনী কেজনীমান পাইছোঁ।

মোৰ মৰম আৰু আশীৰ্ব্বাদ লবা,

ইতি।
তোমাৰ হিতাকাঙ্ক্ষী
শ্ৰীসূৰ্য্যকুমাৰ ভূঞা।

# বিমর্ষৰ বছৰটো

পাৰিপাৰ্শ্বিক অৱস্থাৰ হেঁচাত ১৯৩৮ৰ বি. এ. পৰীক্ষাত অনাৰ্ছত প্ৰথম শ্ৰেণী পোৱা দূৰৰ কথা, অসুখত পাছৰ এটা বিষয়ৰ পৰীক্ষা সম্পূৰ্ণ কৰিব নোৱাৰি অশান্তিহে মাতি আনিব লগীয়া হ'ল। এতিয়া পুনৰাৰ মাথোন পৰীক্ষাৰ মাছুল দি পৰীক্ষা দিব পৰা যাবনে বা পুনৰ কলেজত যোগ দি পঢ়িব লাগিবনে, এইবোৰ প্ৰশ্নৰ খেলি-মেলি আহি পৰিল। এবাৰ ককাইদেৱে লেখে: "ছাত্ৰ জীৱনৰ তৰুণ আদৰ্শ ৰূপত আৰু এই বুঢ়া সংসাৰ—ইহঁতৰ একো মিল নাই। য'ত দুয়ে দুয়ে চাৰি পাই আহিছা সদায়, ইয়াত সি বাইশ হোৱা অসম্ভৱ নহয়। গতিকে হতাশ নহবা, আদৰ্শও নাপাহৰিবা; কিন্তু বুঢ়া সংসাৰৰ গতিত খোজ দিবাঁ" (১০ মে' ১৯৩৮)। নিজৰ জীৱনৰ তিক্ত অভিজ্ঞতাৰপৰা লব্ধ ককাইদেউৰ এই দৰ্শন। তাৰ-পৰা তেওঁ এক কাৰ্যকৰী পৰামৰ্শ আগ বঢ়ায়: 'হৈ যোৱা কথাত অকণো তুমি দুখ নকৰিবা, বৌ-পিতাদেউকো দুখ কৰিবলৈ নিদিবা। তুমি বৰ্ত্তমানতকৈ নিজ দায়িত্ব আৰু ভৱিষ্যতৰ বিবেচনাত আৰু ভিৰ দি চলিবলৈ শিকিব লাগে" (১৮ জুন ১৯৩৮)। আনফালে, মোৰ বহুত দিন গা বেয়া থকাত তেওঁ সন্দেহ প্ৰকাশ কৰে, মই গুৱাহাটীলৈ আহি পঢ়িবহি পাৰিম নে নোৱাৰিম। শেহতত জুলাইৰ মাজত পোনতে বিশ্ববিদ্যালয়ে মোক পিছৰ বছৰ কলেজ নকৰাকৈ পৰীক্ষা দিবলৈ দিয়েনে আৰু দুভিয়তে কলেজ কৰিলে মই আগেয়ে পাই থকা জলপানীটো চৰকাৰে এই বছৰো মোক দিয়েনে, চাই ল'বলৈ মোক ঘৰৰপৰা গুৱাহাটীলৈ আহিবলৈ দিলে। সেইবেলা ককাইদেৱে কিন্তু কোনো লেখা কোনো আলোচনীত ফুলিয়াবলৈ

দঢ়াই দঢ়াই কৈ পঠিয়ালে। পিছে, ইতিমধ্যেই "আৱাহন"লৈ 'সাহিত্যত সাধনা, আৰ্ট আৰু ৰুচি' নামৰ প্ৰবন্ধ পঠিয়াইছিলোঁ আৰু পদ্মধৰ চলিহাদেৱে আমাৰ কমাৰ ফদীয়াৰ ঘৰলৈ ছুবাবো গৈ হা-হুমুনিয়া কাঢ়ি থকা মোৰ হতুৱাই তেওঁৰ শিৱসাগৰ সাহিত্য-সভাৰ বাবে লিখোৱা অসমীয়া সাহিত্যৰ বুৰঞ্জী বিষয়ক এটা প্ৰবন্ধও "জয়ন্তী"ত দি থৈছিলোঁ। এই দুইটা প্ৰবন্ধ মই গুৱা-হাটী পাওঁতে নাপাওঁতেই প্ৰকাশ পালে আৰু ককাইদেউ তেওঁৰ আদেশ অমান্য কৰিছোঁ বুলি কষ্ট হ'ল। দুইটা প্ৰবন্ধই কিন্তু সাহিত্যিক-মহলত তথা বন্ধু-মহলত বিশেষ আদৰ পালে। সদ্যো-গ্ৰেজুৱেট সত্যপ্ৰসাদ বৰুৱাই শিলচৰৰপৰা লিখিলে In the current issue of the Abahan I saw an article by you. Oh yes, I read it—though not yet completed the whole affair. It is—I assure you—splendid (জুলাই ১৯৩৮). কবিতা বা সাহিত্য সম্পৰ্কে যাৰ মতৰ মূল্য আছিল আন সেই এজন বন্ধু (যাৰ অনন্যসাধাৰণ সঁচা-সঁচি কবিত্ব গুণ বিয়াল্লিছৰ আন্দোলনৰ সময়ত পুলিচে আগৰ কবিতাৰ কাগজৰ মুৰাবোৰে সৈতে শেষ কৰি পেলালে) শ্ৰীশশীকান্ত গগৈৰ চিঠিখন 'পত্ৰলেখা'ৰ ভিতৰতে সামৰাৰ লোভ সামৰিব নোৱাৰিলোঁ:

Banmukh
27/8/38

মহেশ্বৰ অ',

তোৰ চিঠিখন পালোঁ। ভাল লাগিল—স্কলাৰশিপ কণ্টিনিউ কৰা শুনি। কেজুৱেল নোহোৱাই ভাল তেনেহ'লে। কিয়নো কেজুৱেল হৈ নানা কজত পৰি আচল কথাত কিছু গণ্ডগোল হ'বও

পাৰেতো। নতুন উছাহেৰে কামত লগাটো টান যে হ'ব তাক জানিছো; পিচে অলপ বল দিবলৈ সাহ কৰিব পাৰিবিতো।

এই সংখ্যা জয়ন্তীৰ তোৰ প্ৰবন্ধটো বৰ ভাল লাগিছে—লিখাৰ ষ্টাইলটো উপযুক্ত বুলি ভাবিছোঁ। শূলপাণি ফুকনৰ শূলভাল ঠিক-মতে লাগিছে নে নাই মোক জানিবলৈ দিবি। 'দেশপ্ৰেম' গল্পটোৰ কথাখিনিয়ে মোক ভাল লগালে। ফুলৰ 'স্মৃতি' কৱিতাটো কৃতকাৰ্য্য হৈছে আৰু হাজৰিকাই তেওঁৰ নাম ভালৰ ফালে আনিছে বুলি ভাবোঁ। সম্পাদকীয়খিনি মজাৰ লাগিল। কৃষ্ণ ভূঞাৰ কবিতাটো চিৰিয়াছ হয়, কিন্তু তাৰ কেইটামান শব্দই মোক তাক কমিকৰ শাৰীত পেলাবলৈ বাধ্য কৰিছে। হুইটমেনৰ ছন্দ অনুকৰণ কৰা মই বেয়া বোলা নাই, কিন্তু প্ৰকাশৰ বাটত⋯নাথাকিলে সেই ছন্দই........যেন পাইছো দেখোন। তাৰ অভাৱ যেন মই তাত বোধ কৰিছোঁ। ই অৱশ্যে মোৰ কথা।

মোৰ কবিতাটো পঢ়িলি? তললৈ গৈছে? হয়নে? মই দেখোন ভালেই পাইছিলোঁ। আৰু এতিয়া পঢ়িও সেই মতকে বাহাল ৰাখিব খোজোঁ। যদিওবা তোৰ মতামতৰ সদায়েই মূল্য আছে বুলি ধৰিয়েই মই তাক চাইছিলোঁ। মই ইয়াক মোৰ লিখাৰ ভালখিনিৰ ভিতৰতে ঠাই দিবলৈ ৰাজী। তই আৰু এবাৰ পঢ়ি চাব পাৰ। আৰু মতামত জনাবি।

কটন কলেজ য়ুনিয়ন চেক্ৰেটাৰী খগেন বৰবৰুৱা, আৰু কটনিয়ানৰ এডিটৰ প্ৰফুল্ল হোৱাৰ আশা? ............

উপদেশ তোক দিয়া নাই—পাহৰা যেন দেখিলে সোঁৱৰাই দিব পাৰোঁ, পিচে পাহৰিবৰ ইচ্ছা কৰা যেন দেখিলে তাকো নকৰোঁ। সেইবোৰ সৰু লৰাক কৰে বহুতে। কিন্তু তয়ো সৰু লৰা নহৱ, ময়ো তিনিমূৰীয়া বুঢ়া নহওঁ নহয় যদিও⋯⋯দিলে দিব পাৰ। সি মিঠা বস্তু। এড্ভাইচ বা কনচ'লেচনৰ দৰে পুৰণি⋯⋯ বিধৰ নহয়। •

ভক্তি স্নেহ কাকো দিব নালাগে—মৰম অলপ তয়ে লবি।

করুণাৰ চিঠি দিয়াত অসুবিধা আছে—চিয়াহি নাই নে কাগজ কলম ওৰ পৰিছে? টিকট নহলে বেৰিং কৰিও দিব পাৰে। মই ভবি লম বুলি কবি। যদি সময় নাই সি সুকীয়া কথা।

তোৰ

শশীকান্ত

করুণা হ'ল "জয়ন্তী"ৰ সংযুক্ত সম্পাদক শ্ৰীকৰুণাকান্ত গগৈ।

তিনিমাহমানৰ পিছত (১৩ নবেম্বৰ ১৯৩৮) শশীয়ে 'চিন্তা-দুৰ্ভাবনাৰ মাজত দেহা তিলে তিলে শুকাই গৈছে' বুলি জনাই আৰু লেখিছে: "কেইবামাহো তোৰ লিখা দেখা পোৱা নাই কেলৈ? বোধ কৰোঁ পঢ়িছ নহয়নে? পঢ়। য়ুনিভাৰ্ছিটিত নাম কৰিব নোৱাৰিলে একপ্ৰকাৰে আমাৰ কাৰণে নিজক প্ৰকাশ কৰিবলৈ ঠায়ো নাই। আমাৰ যি হ'ল হ'ল—তইঁতৰে কিবা হয় যদি হক। আশা কৰোঁ—ইচ্ছা কৰোঁ। প্ৰাৰ্থনা নকৰোঁ।" মোৰ লেখা অৱশ্যে নোহোৱাই হৈছিল, হয়। মাথোন, পণ্ডিত জৱাহৰলাল নেহৰু গুৱাহাটীলৈ অহাৰ সময়ত শ্ৰীকৰুণাকান্ত গগৈৰপৰা Sreejut Maheswar Neog represents the Jayanti in his Reporter's capacity বুলি এখন চাৰ্টিফিকেট (২৯ জুলাই ১৯৩৮) লেখাই লৈ কলেজত বহা সভাত আন ভদ্য-গব্য সংবাদদাতাসকলেৰে শাৰী পূৰাই বহি আছিলোঁ গৈ।

এই সময়তে অধ্যাপক বিৰিঞ্চিকুমাৰ বৰুৱাই কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া শ্ৰেণীত পঢ়োৱা এৰি কটন কলেজৰ অসমীয়া বিভাগত যোগ দিছিলহি। তেওঁ এদিনহে আমাৰ শ্ৰেণীলৈ আহিছিল। সেইদিনা তেওঁ ঘৰলৈ ঘূৰি যাওঁতে বাটতে মোক লগ পাই "মিছাতে

তোমাৰ বছৰ এটা নষ্ট হ'ল" বুলি দুখ কৰিলে, কাৰণ এবছৰ কলেজত পঢ়াৰপৰা অব্যাহতি পোৱাৰ মোৰ যত্নত তেওঁ মোক বিশ্ববিদ্যালয়ৰ কর্তৃপক্ষৰ যোগে সহায় কৰিবলৈ চাইছিল। আহিল পূজাটোৰ বন্ধত মই সৰু মোমাইদেউৰে (থানেশ্বৰ হাজৰিকা) তেওঁ থকা আপাৰ শ্বিলং কেটল এণ্ড্ ডেইৰি ফাৰ্মত গৈ থাকিবৰ কথা, কাৰণ মোৰ আগৰ বছৰ হোৱা অসুখৰ বাবে গুৱাহাটীত ভালকৈ পঢ়া-শুনা কৰিব নোৱাৰিম বুলি ভাবি তেওঁ মোক শ্বিলঙলৈ যাবলৈ কৈছিল। শ্বিলঙলৈ যোৱাৰ আগতে বিৰিঞ্চি মমাৰে (মোৰ মোমাইৰ পুত্ৰ চৈতন্যনাথ হাজৰিকা ভাইৰ মমা বুলি) দুদিনলৈ নগাঁও চাবলৈ গলোঁ। তাৰপৰা গুৱাহাটীয়েদি শ্বিলঙলৈ বাট ল'লো। তাৰ জুৰ বতৰ বৰ ভাল লাগিছিল। মোমাইদেউৰ লগত কাচিৎ কেতিয়াবা দুটা কথা পতাৰ বাহিৰে কথা পতাৰ লগ নাছিলেই বুলিব লাগে—দুদিনমান গৈ লগ দিয়া বৰমমাৰ পুত্ৰ কণটি ককাইদেউৰ (শ্ৰীমাণিকচন্দ্ৰ হাজৰিকা) বাহিৰে। দুদিনমান আকৌ মোমাইদেউৰ ৰবকৈ পানীলগা আৰু কাহ হৈ বৰ আহুকাল দিলে। ওচৰত থকা ডাঙৰ জলপ্ৰপাতটোৰ বাহিৰে আৰু ফাৰ্মত থকা শেকছপিয়েৰৰ গাঁৱৰপৰা অনা বিলাতী গাইজনীৰ বাদে চাব লগীয়াও নাই বিশেষ একো। এদিন মোমাইদেউৰ লগত গাড়ীত উঠি শ্বিলং চহৰলৈ আহোঁতে তাতে বাটত ডক্টৰ ভূঞা ছাৰে লগ পালে। মোমাইদেৱে এদিন তেওঁক গাড়ী পঠাই অনাই আলহী শুধি বিদায় দিছিল। পঢ়া-শুনা মোৰ অলপ হ'ল; কিন্তু ড্ৰাইভাৰ যত্নে বন কৰা ল'ৰা কোনোবাটোৱে মই কলেজৰ লাইব্ৰেৰিৰপৰা ধাৰে নিয়া ই. এম্. এল্. ছিৰিজৰ পুৰণি ফটা-ছিটা Jonathan Swiftখন শ্বিলঙৰ জাৰ খেদোৱাত লগালে হ'বলা; সেইখন বিচাৰি নাপাই মনত অলপ অশান্তি হ'ল আৰু গুৱাহাটীলৈ ঘূৰি আহিলত লাইব্ৰেৰিয়ান ৰাজেন বাবুৱে মোৰ হতুৱাই নতুন চকচকীয়া এটা কপি লাই-

ত্ৰেবিৰ বাবে কিনাইছে এৰিলে! এইদৰে "ব'ল খোৱা ব'ল, হেলো হুইচো" কৰি পৰীক্ষাৰ ফালৰ্লৈ আগ বাঢ়িলোঁ। আৰু সেই উৎসৱটো কৰি ঘৰৰ ল'ৰা ঘৰলৈ উভতিলোঁ। ১৫ জুলাই ১৯৩৯ তাৰিখে যোৰহাটৰপৰা ককাইদেৱে চিঠিৰে জনালে, "Calcutta Gazetteঅত আজি result ওলাল। তোমাৰ position Cotton Collegeঅত 1st আৰু Universityত 27th." মোক postgraduate scholarshipৰ বাবে দৰ্খাস্ত দিবলৈ তেওঁ নিৰ্দেশ দি মাতি পঠিয়ালে। সেইমতে আবেদন পঠোৱাও হ'ল। সেইফালৰপৰা ঘূৰি বাৰ্তা নাহিল আৰু সিমানতে সপোনময় অধ্যায় কলেজৰ জীৱন সমাপ্ত হ'ল।

# কঁক্‌বকাই নে ভক্‌ভকাই /ক

ইংৰাজীত অনাৰ্ছ ৰাখি বি. এ. পৰীক্ষাটো পাছ কৰিলোঁ— যদিও কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ মাজত একেবাৰেই ওপৰ খলপাত উঠি আহিব নোৱাৰিলো। সিমানতো যি কৰিলোঁ, ভালেই কৰিলো বুলি ভাবিলো। তাৰ পিছৰ স্বাভাৱিক কৰ্মৰ দৰে আছিল এম্. এ. পঢ়া—কলিকতালৈ গৈ পঢ়া। কিন্তু সেইখিনিতে এটা দোপ দি ভাবিব লগীয়া হ'ল। অসম চৰকাৰৰ স্নাতকোত্তৰ বৃত্তিটোৰ বাবে দৰ্খাস্ত কৰিলো; নানা হেঁচা-ঠেলাৰ মাজত তাক পাবৰ আশা নাই বুলি মুজুৰা লাগি বহি থাকিলোঁ। ঘৰৰ ধন ভাঙি পঢ়িবলৈও ঘৰত সিমানটো হেঁচা সহিব পাৰিবযে, আশা কম। বন্ধু-বান্ধৱসকলে অৱশ্যে ভাবি আছিল যে মই বিশ্ববিদ্যালয়লৈ যামেই। আগৰ বছৰতে বি. এ. পাছ কৰি কলিকতাত পঢ়ি থকা টমিয়ে কলিকতা বিশ্ববিদ্যালয়ৰ হাৰ্ডিঞ্জ হোষ্টেলৰপৰা লিখিলে, "স্নেহৰ বান্ধৈ, পৰীক্ষা পাশ কৰা বাতৰিটো নিদিয়াৰ কাৰণে যথেষ্ট বেজাৰ পাইছো বুলি ক'লে অন্যায় হ'বনে? গেজেটত তোমাৰ স্থিতিটো দেখি সঁচাকৈয়ে বৰ বং পাইছোঁ। বীৰেন চাংকাকতি বৰ্তমান ইয়াতে আছেহি, আৰু তোমাকো আমাৰ মাজত পাবৰ কাৰণে সদায় আশা কৰি আছো। পিছে তুমি এতিয়া কি পঢ়িবা" (২০ জুলাই ১৯৩৯)? জ্বৰে এৰিলেও কৰ্পটিয়ে নেৰাৰ দৰে সাহিত্যক ৰোগটোৱেযে মোৰ লগ এৰা নাছিল, সেইটোও বান্ধৱ সেই চিঠিৰপৰাই আজি সুঁৱৰিছো। তেওঁ অৱশ্যে অলপ কঠোৰ সমালোচকো: "আৱাহনত তোমাৰ গল্পটো পঢ়িলোঁ। ভালেই লাগিল। কিন্তু এটা কথা—যদি বেয়া নোপোৱা কওঁ—I hate the idea of your clinging to symbol-

ism and circumlocution so much. Doesn't it really violate the essential spirit of the age? নিজৰ মতটোহে কৈছো। I may be wrong. বেয়া নাপাবা আকৌ। অনধিকাৰ চৰ্চাৰ কাৰণে মাফ কৰিবা।" মোৰ সেই গল্পৰ কথা আজি বিস্মৃতিৰ গৰ্ভত। আন এজন শ্ৰদ্ধেয় বন্ধু কৰুণাকান্ত গগৈয়ে তেওঁৰ চিঠিত (২৪ জুলাই ১৯৩৯) "এতিয়া আপুনি কি কৰোঁ বুলিছে জনাব" বুলি খবৰ লৈ তেওঁৰ প্ৰস্তাৱিত গল্প-সংকলন "হাতীপটি"ৰ কথা লিখিছিল আৰু সংকলনখনৰ বেটুপাতৰ বাবে ছবিৰ মই ইতিমধ্যে পঠিওৱা ডিজাইনটোৰ বিষয়ে আলোচনা কৰিছিল আৰু লগতে "আৱাহন"ত ওলোৱা মোৰ 'কবিতা' নামৰ কবিতাটোৰ বিষয়ে মন্তব্য কৰিছিল, "পঢ়ি ভাল পালো। আৰু আপোনাৰ এই বছৰৰ সকলোবোৰৰ ভিতৰতে এইটি উত্তম কবিতা হৈছে বুলি ধৰিলো।" তেওঁ ঘনাই চিঠি দি থাকে "হাতীপটি"ৰ আঁচনি আৰু কাম লৈ আৰু সহযোগ আশা কৰি। আগৰ বছৰত দৰ্শনৰ অনাৰ্ছৰে বি. এ. পাছ কৰি কলিকতালৈ পঢ়িবলৈ যাব নোৱৰা বন্ধু নবেন শৰ্মাই ব্যাৱহাৰিক জগতখনৰ দাম-দৰৰ বিষয়ে, নিজৰ কথাও কৈ চিঠিপত্ৰ দিয়ে। তেওঁ স্কুলৰ শিক্ষকৰ কামত সোমাবলৈ যত্ন কৰি দেখে যে শিক্ষা-জগততো আগৰ বজাৰ-দৰ নচলে। তদুপৰি আগৰ নৈতিক প্ৰমূল্যবোৰ চূণচাৎ কৰিবৰ কাৰণে দৃঢ় পদক্ষেপেৰে আগ বাঢ়ি আহে দ্বিতীয় বিশ্বসমৰ। নবেনৰ এখন চিঠিত তাৰ আভাস: "The war has been declared as a conclusion of the intolerably tense situation of the last twelve months. The Russo-German pact is really a surprise. They say they will be neutral. But how long? But you know the papers don't give you the correct information. Never mind. Why bother our heads about those fighting cocks?" কিন্তু আমাৰ

নিজৰ জগতখনো ক্ষান্ত হৈ থকা নাছিল: The world situation has been very tense. You must have read in the papers Mahatma's retort to Zetland's speech. There is a likelihood of India's getting something from the British now—at least the right of defence against the aggression of Afghanistan and Japan if there be any. For the aggression also, there is a fair probability. Whatever be the case, the old man has at last taken the right attitude" (পুৰণিগুদাম, ১ ছেপ্টেম্বৰ ১৯৩৯).

এইদৰে চাৰিওফালে জাকি পাতি অহা ৰাজ-ভগনৰ মাজত আমাৰ সৰু জীৱনৰ কলথোকা বান্ধলিয়ে খোৱাটো তুচ্ছই নহয় জানো? তথাপি এম্. এ. পঢ়াৰ সপোন নগ'ল। কিন্তু এইবাৰ নতুন ধৰণেৰে তাৰ কথা ভাবিবলৈ লাগিলোঁ। সেই ভাবৰ এগৰাকী বিশিষ্ট লগৰীয়াও পালো। তেওঁ হ'ল বৌদ্ধিক যুৱক মুনীন বৰকটকী। তেওঁ ডিস্টিংকশ্যন ধৰা গ্রেজুৱেট। তেনে গ্রেজুৱেট তেওঁ আৰু ইংৰাজীৰ অনাৰ্ছ্ব গ্রেজুৱেট মই নিজকে তোষামোদ কৰিলোঁ যে আমি বিচাৰিলেই চৰকাৰী হাই স্কুলত কাম এটা পাব পাৰিম। দৰ্মহাও পাম বহুত (মাহে তিনি কুৰি পোন্ধৰ তেতিয়া কম জানো?), তাকে লৈ সুখে-সন্তোষে খাই-লৈ দুয়ো আৰামত ইংৰাজীৰ এম্. এ. দকচি পঢ়িম, সাহিত্যৰয়ো কিমান ৰস ল'ব পাৰিম! সেই কল্পনা বা পৰিকল্পনাৰে দুয়ো নিজ নিজ ভগীয়াকৈ কিতাপ যোগাৰ কৰিবলৈ ধৰিলোঁ দুই-এখনকৈ। কিন্তু আমাৰ নিমিত্তে শিক্ষা-বিভাগৰ দুৱাৰখন বহলকৈ মেলা থাকিব, সেইটোয়ে ভুল আশাহে আছিল, তাক বুজোঁতে বৰ পলম নালাগিল। বিভাগত স্থায়ী কাম পাবলৈ হ'লে কিছু দিন অস্থায়ী উম্মেদৱাৰ-ৰূপে চলিব লাগে। সেইমতে স্থায়ী শিক্ষকসকল ছুটীত থকাত যোৰহাট চৰকাৰী স্কুলত ১৯৩৯ৰ আগস্ট

ছেপ্টেম্বৰত প্ৰায় এমাহ, আৰু ১৯৪১ৰ মে'-জুনত প্ৰায় এমাহ আৰু উত্তৰ লখীমপুৰ চৰকাৰী স্কুলত ১৯৪০ৰ এপ্ৰিলৰপৰা জুনৰ ভিতৰত দুমাহৰ অলপ বেছি কাম কৰিলোঁ। কিন্তু ১৯৫১ৰ আগস্টত সেই হিছাপ নিকাছ কৰিবৰ বেলা পৰিল। সেই মাহৰ এক তাৰিখৰ দিনা যোৰহাট স্কুলত এটা পদ খালি হোৱা বতৰা পাই ইন্‌ছপেক্টৰ শৰৎচন্দ্ৰ গোস্বামীক লগ ধৰিলোঁ। তেওঁ ক'লে, আজি কালিতে শিলঙৰপৰা শিক্ষা-মন্ত্ৰী আহিব। সেই লৈ তেওঁ ব্যস্ত; কিন্তু মই তেওঁৰ কথা হেডমাস্টৰক কৈ কাম কৰা আৰম্ভ কৰি দিব পাৰোঁ, পিছত অৰ্ডাৰ দিয়া আদি সকলো ঠিক কৰি দিয়া যাব। সেইমতে মই জেহিৰুদ্দিন হেডমাস্টৰ ছাৰক কথাটো কৈ পিছদিনা শুকুৰবাৰে স্কুলত পাঠন আৰম্ভ কৰিলোঁ। শুকুৰবাৰে পঢ়ালোঁ। শনিবাৰে আদ্‌-দিন পঢ়ালোঁ। সোমবাৰে পুৱা শ্ৰেণীত সোমাই হাজিৰা মাতি ল'ৰাৰ উপস্থিতি লৈ পঢ়ুৱাবলৈ কিতাপ মেলিছোঁহে; এনেতে হেডমাস্টৰ ছাৰ ক্লাছৰ বাৰাণ্ডালৈকে আহি মোক সেইখিনিলৈকে মাতি নিলে, ক'লে যে শিক্ষা-মন্ত্ৰীয়ে আন এজনকহে সেইটো কামত মকৰৰ কৰি গৈছে, গতিকে মই হাজিৰা-বহি, কিতাপ-কাগজ লৈ তেওঁৰ লগতে গুচি আহিব লাগে। ছাৰে নিজৰ কোঠালৈ মাতি নি কিছু দুখো কৰিলে। কিন্তু কি কৰিব? ৰজাৰ দঁড়ি, বনত বাস। 'ময়ো বনে যাওঁ স্বামী হে' কৰি ঘৰমুৱা হ'লোঁ। শৰৎচন্দ্ৰ গোস্বামীদেৱেতো মোক যথেষ্ট মৰম কৰিছিল। ইয়াৰ পিছতো তেওঁৰ কাষ চাপি দুই-চাৰি দিন কথা হ'লোঁ। তেওঁ দুখ প্ৰকাশ কৰি ক'লে, "আজি-কালি বাঞ্ছনীয়মতে বিভাগ চলাব নোৱাৰি। আজি-কালি সাম্প্ৰদায়িক বিচাৰ-বিবেচনাটোক ডাঙৰ কৰা হৈছে। তোমালোকৰ নিচিনা গুণী ল'ৰাক কাম দিব নোৱাৰোঁ। দুৰ্গাধৰ বৰকটকীয়েই গঢ়ি তোলা এইটো বিভাগ। তেওঁৰ ল'ৰা মুনীনক কিন্তু বিভাগত ল'ব নোৱাৰোঁ।" শেহত এদিন তেওঁ ক'লে, "মই তোমাক শিক্ষা বিভাগত কাম এটা

দি যাব খোজোঁ, কাৰণ মই এমাহমানৰ ভিতৰতে পেনছন লৈ যামগৈ। কামটো তোমালোকৰ শিৱসাগৰ ছুবকাৰী স্কুলতে। কামটো লোৱা নোলোৱা তোমাৰ কথা।” মই আশ্চৰ্য আৰু আনন্দ প্ৰকাশ কৰি ক'লোঁ, “ছাৰ, কামটো পালে আকৌ নকৰাৰ কথা কেনেকৈ হ'ব পাৰে?” তেওঁ ম্লান হাঁহি এটাৰে ক'লে, “মই দিব পৰা এই একেটা কামেই মাথোন আছে। কিন্তু কামটো হ'ল বঙলা ভাষাৰ শিক্ষকৰ কাম। সেই কাৰণেহে কৈছো—।” মই ধন্যবাদ জনালোঁ, কিন্তু ক'লো যে বঙলা পঢ়াবলৈ মই নিজেই বঙলা শিকা নাই, আৰু পঢ়াব পাৰিলেও মানুহে তাকে সমালোচনা কৰিব। ছাৰে ক'লে, তেওঁ অৱসৰ লোৱাৰ আগতে অৰ্ডাৰটো কৰি দি যাব, মই ভাবিবলৈ আৰু থিৰাং কৰিবলৈ সময় পাম। সেইমতে “আসাম গেজেট”ত নিয়োগটো প্ৰকাশ পালে, কিন্তু মই আৰু কামটোত যোগ দিবলৈ নহ'ল। তেও বুলি ১৯৫৪ চনত কেন্দ্ৰীয় শিক্ষা মন্ত্ৰণালয়ৰপৰা বিশ্বভাৰতীত অনুষ্ঠিত লিটাৰেৰি ৱৰ্কশ্বপৰ সহকাৰী সঞ্চালক হৈ 'মাস্টাৰ মশায়' হওঁতে অন্ততঃ এদিন বঙলাতে বক্তৃতা কৰিব লগীয়া হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বঙলা বিভাগ খোলা হ'লত তাৰ প্ৰথম ক্লাছটো ময়ে লৈছিলো। ১৯৬২ চনত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা আমেৰিকালৈ যাওঁতে প্ৰায় বছৰেক কাল বঙলা বিভাগৰ প্ৰধান হৈ থাকিব লাগিছিল। এইদৰে দেখা যায় মই বঙলা-শিক্ষক হোৱা দেখা গোস্বামীদেৱৰ বাঞ্ছাটি পূৰ হৈছিল বহুত কাল পিছত। তেতিয়া আৰু উচ্চ ইংৰাজী পঢ়াশালিত শিক্ষক হোৱাৰ অৱশ্যে প্ৰয়োজন নাছিল।

ছুবকাৰী হাই স্কুলৰপৰা দৃষ্টি একৰাই এটা সময়ত আন পঢ়াশালিৰ ফালে চকু ঘূৰাবৰ প্ৰয়োজন হৈছিল। ১৯৪০ৰ জুলাইৰপৰা ছেপ্টেম্বৰৰ ভিতৰত শিৱসাগৰৰ বেজবৰুৱা স্কুলত শিক্ষকতা কৰিছিলো। তেতিয়াৰ মোৰ ছাত্ৰসকলৰ নাম-ধাম-পৰিচয় পাহৰিয়ে গ'লোঁ

এজনৰ বাহিৰে—সাংবাদিক-ৰূপে সিদিনা "আসাম ট্ৰিবিউন"ৰ কামৰ-পৰা অৱসৰ লোৱা নৰেশচন্দ্ৰ ৰাজখোৱা। স্কুলৰপৰা স্কুললৈ বগোৱা মোৰ এইছোৱা অনিশ্চিত জীৱনৰ কাহিনী পঢ়ি পঢ়ুৱাসকলৰ মনতে ভাব হ'ব পাৰে মই যেন পানীত পৰি কঁকৰকাইহে ফুৰিছিলোঁ। কিন্তু তেতিয়া হ'লে মোৰ তেনেকুৱা ধৰণৰ ভাব মুঠেই হোৱা নাছিল। বৰং তেতিয়াও মোৰ ভৱিষ্যতৰ ওপৰত লাৰ চাব মাৰি কোনেও signed, sealed and delivered কৰি দিয়াহে নাছিলেই; সেই ভৱিষ্যতলৈ, আৰু উচ্চতৰ পঢ়ালৈহে চকু তুলি চাই আছিলোঁ; আৰু আলেকজেণ্ডাৰ পোপে ক'বৰ দৰে, Hope springs eternal in the human breast:/ Man never is but always to be, blest. ৰবাৰ্ট ব্ৰাউনিঙৰ ভকত হিচাপে মই শকত আশা বাদীও। তাতে আকৌ পঢ়াশালিয়ে পঢ়াশালিয়ে কোমল বয়সীয়া ল'ৰাবিলাকৰ লগত থাকি মই যেন তেওঁলোকৰ বয়সৰ দীপিতিৰেহে ভক্‌ভকাই আছিলোঁ। শিক্ষক-জীৱনৰ পোনটো চুটি খোজতে যোৰ-হাট স্কুলৰ নৱমমান শ্ৰেণীত দেখা সেই পোহৰ পোহৰ মুখবোৰ শ্ৰেণীৰ কোঠাটোৰে সৈতে মনত পৰে—সেই অমূল্য বৰুৱা, অজিত-কুমাৰ শৰ্মা, যশোদানন্দ ভঁৰালী, যতিনাৰায়ণ শৰ্মা আদি। নতুন মাস্টৰ ক্লাছলৈ আহিলে তেওঁৰ এটি নামকৰণ কৰি লোৱা যোৰহাট স্কুলৰ ল'ৰাৰ সজ। মোকনো কি নাম দিব? গুৱলা আৰু সংযত থাকিব নোখোজা চুলিৰে মোৰ মূৰটো সেই কালত ৰূপৰা হৈয়ে থাকিছিল। এদিন ক্লাছলৈ যাওঁতেই দেখিলো বিশেষ এটি ল'ৰাই ব্লেকবোৰ্ডখনত যত্ন কৰি এটা স্কেচেৰে সৈতে লেখিছে—বিৰহী যক্ষ। মই বুজিলো। মই যেন বোৰ্ডত কি আছে, একো দেখাই নাই, তেনেভাবে ক্লাছত সোমাই চকিত বহি ল'ৰাটিক ডাস্টাৰডাল দি ক'লো, 'বোৰ্ডখন পৰিষ্কাৰকৈ মোহাৰাঁচোন।' তেওঁ যেতিয়া মেহেঙা-মেহেং কৰি মোহৰা কাম আৰম্ভ কৰিলে, তেতিয়া সকলো

ল'ৰাৰ মুখত স্মিত-হাঁহি। মই আৰু বুজিলোঁ। এজন ল'ৰাই চুকৰপৰা ক'লে, 'ছাৰ কম নহয়, নোৱাৰি ম' ।' কম নহওঁতো। পঢ়াওঁতে সকলোটিয়ে মনোযোগ দি শুনে, বুজিছে তলিয়ে বুলি বুজিব পাৰি। * শৈলধৰ ৰাজখোৱাৰ "নিজৰা"ৰ কবিতা পঢ়ুৱাই সোৱাদ লাগে, আৰু শিশুসকলৰ মনতো লগাব পাৰেঁ। বুলিও ভাব হয়। ককাইদেৱে এটা ব্যৱসায়-বুদ্ধি দিয়ে যে সেই কথাবোৰ এখন কিতাপ কৰি উলিয়ালে ল'ৰাবো উপকাৰ হ'ব আৰু মোৰো ছপাইছা লাভ হ'ব পাৰে। তেওঁ তাৰ অকণমান পাতনি এখনো লিখি দিলে। কিতাপ প্ৰস্তুত হ'লত যোৰহাটৰ খাতুন প্ৰেছ আৰু দৰ্পণ প্ৰেছত "নিজৰা-লগৰী" নাম দি ছপাই উলিওৱা হ'ল। বেপাৰৰ হিচাপত মুনাফা হিচাপে বৰ নহ'ল, তাৰপৰা যদিও ল'ৰাহতৰ উপকাৰ হৈছিল বুলি ভালকৈয়ে ভাব হয়। "টাইমছ্ অব্ আসাম" কাগজে (২০ জানুৱাৰী ১৯৪০) প্ৰশংসিছিল এই বুলি: "Sj. Neog has displayed much originality in the compilation of this work. He has given parallel passages from English, Bengali and other authors, thereby opening up fresh channels of enjoyment and beauty, which students can profitably avail themselves if they like to develop a genuine admiration for poetry."

ইয়াৰো আগতে মই টিপচি হৈ হোলোংগছত বাহ সাজিবৰ হাউচ কৰিছিলো। মাদ্ৰাজৰ বিখ্যাত "ইণ্ডিয়ান ৰিভিউ" নামৰ উচ্চাংগৰ পত্ৰিকালৈ Assamese literature বুলি সৰু এটা প্ৰবন্ধ পঠিয়াই দিছিলো আৰু ১৯৩৯ৰ আগস্টত পত্ৰিকাখনিয়ে তাকে মোলৈ ছপাত কৰিয়াই লৈ আহিছিল। কিন্তু তাতোকৈও ডাঙৰ কৃতিৰ কথা কি জানে? —কাকতখনৰ প্ৰকাশক জি. এ. নটেশন কোম্পানিয়ে মোলৈ দহ টকাৰ এখন চেকো পঠাই দিছিল। সেয়ে মোৰ

জীৱনৰ প্ৰথম আৰ্জোন আৰু সাহিত্য কৰি কৰা আৰ্জোন। কমনো ডাঙৰ কথানে! চেকখন লৈ কুমিল্লা ইউনিয়ন বেংকলৈ গ'লো। বেংকৰ এজেণ্টজনে প্ৰবন্ধ লেখি চেকখন পোৱা জানি মোক কংগে-চুলেশ্যন্‌ছ জনালে আৰু তৎপৰতাৰে ইণ্ডিয়ান বেংক লিমিটেডৰ চেকখনৰ ধন সোনকালে সংগ্ৰহ কৰি আনি দিলে। ইয়াৰ পিছতে "ইণ্ডিয়ান ৰিভিউ"ত Assamese marriage songs বুলি আৰু এটা মোৰ প্ৰবন্ধ সোনকালতে ওলাল। কলিকতাৰ "হিন্দুস্থান ষ্টেণ্ডাৰ্ড" কাগজত আনন্দ চন্দ্ৰ আগৰৱালাৰ বিষয়ে এটা মোৰ প্ৰবন্ধ তেতিয়াই ওলায় (১৫ জানুৱাৰী ১৯৪০)। পিছদিনা সেইটো "টাইম্‌ছ অব্‌ আসাম" কাকতেও প্ৰকাশ কৰে। ১৯৩৯ৰ আগ ভাগতে আৰু এটি কাম কৰিছিলো—যিটো বৰ ভাল কাম নহৈছিল বুলিও কেতিয়াবা কেতিয়াবা মোৰ মনত ভাব হয়। বি. এ. পৰীক্ষা দি যোৰহাটত বহি থাকোঁতেই জ্যোতিপ্ৰসাদ আগৰৱালাৰ বোলছবি "ইন্দ্ৰ-মালতী" তাতে চাবলৈ পাওঁ। তেওঁৰ প্ৰথম সুন্দৰ যত্ন "জয়মতী" যান্ত্ৰিক কাৰণত আৰ্থিকভাৱে ফলদায়ক নোহোৱাত, বৰং ক্ষতিকৰেই হোৱা বাবে তেওঁ অলপ কম খৰচত এই দ্বিতীয় ছবিখন কৰে। সেইখন কলাসৃষ্টিৰ ফালৰপৰা আমি জ্যোতিপ্ৰসাদৰ বস্তু যেনে হ'ব লাগে বুলি ভাবোঁ তেনে নহৈছিল। তাৰ এটা সমালোচনা মই লেখিবলৈ লওঁ। মোৰ সেই কামত আৰু এজন বন্ধু যোগ হ'ল; আৰু চোকা চোকা কিছু কথা তেওঁৰ ফালৰপৰা সংযোগ কৰা হ'ল। কিন্তু যেতিয়া প্ৰবন্ধটো টাইপ কৰি উলিওৱা হ'ল, তেতিয়া বন্ধুৱে তাত নিজৰ নাম ৰাখিব খুখুজিলে। মই তেওঁৰ প্ৰায় যোগবোৰ প্ৰবন্ধটোৰপৰা বিয়োগ কৰি বস্তুটো নতুনকৈ টাইপ কৰাই "টাইম্‌ছ অব আসাম"লৈ পঠিয়াই দিলোঁ। সমালোচনাটো মাজে মাজে অলপ কঠোৰ হৈছিল যদিও কোনেও তাক অসমুচিত হোৱা বুলি নক'লে, বৰং ওপৰঞ্চি সমালোচনাহে কৰিবলৈ

বিচাৰিলে। বন্ধু নবেনে লেখিলে, Your article in the 'Times of Assam' was simply delightful. It has been a little high, and a casual and superficial reader cannot digest it easily. Your criticism was comprehensive but there were other things also, which could be comprehended by your article. A flood of remarks was expected from you as regards the director's misrepresentation of a village society. There were other things too (১ ছেপ্টেম্বৰ ১৯৩৯). মোৰ সমালোচনা দেখি জ্যোতিপ্ৰসাদৰ মাথোন মন্তব্য আছিল, "আমাৰ art-অতকৈও art criticism বহুত আগ বাঢ়ি গৈছে।"

স্কুলীয়া কিতাপ লেখি বা পাঠ্যপুথি সংকলন কৰি ধন ঘটাৰ জ্ঞানী বণিক-প্ৰবৃত্তিটো কিয় জানো মোৰ নহ'ল! নোহোৱাৰ মানসিক কাৰণ কিবা আছে যদিও নিজেই বুজি নাপাওঁ। শৰৎচন্দ্ৰ গোস্বামীদেৱে মোক এনে এটা কামত লগাই দিলে সেই তেতিয়াই —যাৰ ফল-স্বৰূপে 'ষষ্ঠ মানৱ সাহিত্য" বোলা কিতাপখন সংকলন কৰা হ'ল। সেইখন মই তেওঁৰ ওচৰত দাখিল কৰাৰ পিছত সি বিভাগীয় প্ৰকাশন-ৰূপেহে ওলাল; আন কি, তাৰ অন্তৰ্গত মোৰ সৰু প্ৰবন্ধটো সন্নিৱেশ কৰিবৰ বাবে মহাদেৱ শৰ্মাদেৱেহে (তেওঁক বোধ হয় বিভাগে সম্পাদনাৰ ভাৰ দিছিল) মোলৈ অনুমতি বিচাৰি চিঠি দিছিল। পদ্মনাথ গোহাঞি বৰুৱাই কিতাপখনৰ এটা সমালোচনা লিখিছিল বুলি শৰৎচন্দ্ৰ গোস্বামীৰ চিঠিৰপৰা জানিব পাৰিছিলোঁ। সমালোচনাটো কিন্তু দেখা পোৱা নাছিলোঁ। ইয়াৰ বহুত দিন পিছত বিশ্ববিদ্যালয়ৰ শিক্ষকতা আৰম্ভ কৰোঁতে এটা ডাঙৰ কলিকতাস্থ অনুষ্ঠানৰপৰা এলানি পঢ়াশলীয়া পুথি প্ৰণয়ন কৰিবলৈ অনুৰোধ আৰু পৰামৰ্শ পাইছিলোঁ। কিন্তু তাকো কামত লগোৱা নহ'ল। সেইবোৰ ব্যৱসায়-বুদ্ধি মোৰ নহ'লেই। তেনে খলত মইযে ইন-

ছিওৰেনছৰ এজেন্ট হৈ সেই ব্যৱসায় চলাম, সেইটো খেমালি যেনেই লাগে। অথচ হিতাকাংক্ষী এজন বন্ধুক লগ পাই দুদিনমান সেই বায়ুতে ঘূৰিছিলো। তেওঁ হ'ল তিনিচুকীয়াৰ হৰেশ্বৰ বৰপূজাৰি। তেওঁ তেওঁৰ জীয়েক আৰু মোৰ সতীৰ্থা জ্ঞানদা ফুকনৰ ঘৰতে মোক লগ পাই কথা-বতৰা পাতি মোৰ ইতিহাস লৈ উপতে উপতে একপ্ৰকাৰ অনুৰোধ কৰিলে, তেওঁৰ চিফ এজেঞ্চি থকা বেঙ্গল ইন্ছিওৰেন্ছ এণ্ড্ ৰিএল্ প্ৰপাৰ্টি কোম্পানিৰ এজেন্ট হৈ সহযোগিতা কৰিব লাগে। সেয়া হ'ল ১৯৪০ৰ ৪ জানুৱাৰীৰ কথা। তাৰ ঠিক আগে আগে "হাতীপটি"ৰ প্ৰচাৰ-অভিযান হাতত লৈ করুণাকান্ত গগৈও যোৰহাট পাওকহি। গগৈদেওক সহায় কৰা আৰু বৰপূজাৰিদেৱৰে লাগি ইনছিওৰেনছ ব্যৱসায় কৰা—দুইটা গোট খাই মোক যেন কোনোবা চক্ৰৱাত অসুৰৰ কান্ধতহে তুলি দিলে। কাম হওক নহওক, ঘূৰণ-ফুৰণৰ উছাহতে ঘূৰি-ফুৰি সময়বোৰ ধ্বংস কৰিবলৈ ধৰিলোঁ। বৰপূজাৰি বৰ ৰহৰহীয়া মানুহ; তামোল চোবাই চোবাই কথাৰ বগৰ ওৰকে পেলাব নোখোজে। উজান ৰাজ্যত দিগ্বিজয়ৰ অৰ্থে তেওঁ ৯ জানুৱাৰীত মোক তেওঁৰ ৰথত (মটৰ-গাড়ী) তুলি ল'লে। তেওঁৰে কথন-মথন কৰি চেউনী আলিয়েদি লাই-গড়্ মেলেং পালোঁগৈ। আৰু অলপ আগ বাঢ়োঁতেই গাড়ীখন যেখোন চলিব নোখোজা হ'ল। চাওঁতে চাওঁতে বেলি লহিয়ালে। পুহমহীয়াৰ সন্ধিয়া নামি আহিল। টিয়ক বাগিছাত সোমাই তাৰ 'ফিটাৰ'ৰ সহায় ল'বলৈ চোৱা হ'ল। মাজ নিশাহে আৱিষ্কাৰ কৰা হ'ল যে গাড়ীৰ ক্লাট্চ প্লেটখন ক্ষয় যোৱাতহে ইঞ্জিনে গাড়ী নাটানিবলৈ বোহ ধৰিছে। বাগিছাৰে কৰ্মী ভুঞা নামৰ এঘৰিত ওকবাজেং হৈ ভুৰি-ভোজন কৰা হ'ল। পিছদিনা যোৰহাটৰ এখন গাড়ী আনিহে বৰপূজাৰিৰ ৰোগী গাড়ী টনাই তাৰ আস্তাবলত ভৰ্তি কৰোৱা হ'ল। ১২ তাৰিখে তিনি-

চুকীয়ালৈ পুনৰ যাত্ৰা কৰা হ'ল—এইবাৰ ৰেলত উঠি। এইবাৰ কামতকৈও ডাঙৰ কাম হ'ল ৰৰপুজাৰিৰ ঘৰত বহি তোপালী বিহু ভোগ কৰা। তাৰ পিছত ডিবুক আৰু শিৱসাগৰত চকৰ। কেই-দিনমান পিছত এদিন করুণাকান্ত গগৈৰে নাকুক বাগিচালৈ যাত্ৰা আৰু কবি অম্বেশ্বৰ চেতিয়া ফুকনৰ লগত অৱস্থান। তাৰ পিছদিনা বাগিচাৰ ট্ৰলিত উঠি চক্ৰাইলৈ গ'লো আৰু ওচৰ-পাঁজৰৰ বাগান-বোৰত ঘুৰিলোঁ—জবকা, তাওকাক, তিঙালিবাম, কান্থ, আইলেউ-বাৰী—ঘাইকৈ মিতিৰ খাই আৰু "হাতীপটি" বেচি। ত'ৰেপৰা শিৱ-সাগৰলৈ ঘূৰি তাতো টহলিলোঁ। তাৰপৰা এদিন তিনিচুকীয়ালৈ ৰেল ধৰিলোঁ। আৰু ৰৰপুজাৰিৰ পৰামৰ্শত তেওঁৰ জোঁৱাই গুণীন ফুকনেৰে ডিগবৈলৈ যাত্ৰা কৰিলো। তাত প্ৰায় সাদিনেই থাকিলোঁ। ফুকনদেৱৰ আলহী। সেই সাতোদিন নেক্‌নেকীয়া বৰষুণ। ঘৰৰ বাহিৰ নোলালেঁ ঘৰেই বুলিব লাগে। ফুকনৰ হাতত বাৰ্নাৰ্ড শ্বৰ ডাঙৰ নাটকাৱলী গ্ৰন্থ দুখন আছিল। তাকে যি পাৰিলো শ্ৰাদ্ধ কৰিলো। ইন্‌ছিওৰেন্‌ছৰ কাম কমেই হ'ল। ইয়াৰ পিছত তিনি-চুকীয়া, ডিব্ৰুগড়, তিনিচুকীয়া, শিৱসাগৰ মাৰি থাকিলো। মাজতে আকৌ মোক ধৰিলে আমাৰ শিৱসাগৰ "হেমকোষ"ৰ হেমচন্দ্ৰ বৰুৱাৰ ঘৰৰ আনন্দৰাম বৰুৱাদেৱে। তেওঁ চৰকাৰৰ শিক্ষাবিভাগৰ দঁড়িত হেমচন্দ্ৰৰ ব্যাকৰণ 'শুধৰাবলৈ' লাগি গৈছিল আৰু মোকো টানি আনি তাৰ কামত লগাইছিল। "হেমকোষ"খনো তেওঁ একপ্ৰকাৰ সম্পাদন কৰিছিল আৰু বিশেষকৈ নতুন সংযোজন-খিনি চাবলৈ সাহিত্যৰথী বেজবৰুৱালৈ পঠিয়াইছিল। কিন্তু মই যি দেখিছিলোঁ বেজবৰুৱাৰ এই "চোৱা"টো নাম-নিমিত্ত মাত্ৰহে হৈছিল, কাৰণ এটা কথা—তেওঁ নিজে ক'বৰ দৰে "হেমকোষ"-কেই ভাষা বিষয়ত যদিও তেওঁ মানিছিল, কিন্তু অতবাৰ গুৰিবপৰা কত্বাৰ গুৰিলৈকে নহয়। মই হেমচন্দ্ৰৰ ব্যাকৰণত হাত দিবলৈ

টান পাইছিলোঁ; আনন্দৰাম বৰুৱাদেৱে যি কৰিছিল, তাৰ ওপৰে বান্ধা মাৰিছিলোঁ। ১৯৫৩-৫৪ মাৰ্চ মাহৰ শেহৰফালে। কেতিয়াবা দিনে [illegible] কুটা লেখাৰিকৈ এই কাম কৰিছিলো।। এদিনা [illegible] শুধবোৱা কপিটো লৈ হুলস্থুল লাগিল। আনন্দৰাম বৰুৱাদেৱৰ ঘৰৰ ওচৰতে মোৰ মোমাইৰ (প্ৰেমধৰ হাজৰিকা) ঘৰ। তাতেই মই কপিটো থওঁ, কাৰণ মাজে মাজে মই তাতে থাকোঁ আৰু বৰুৱাদেৱৰে কথা-বতৰাও পাতোঁ। সেইদিনা তেওঁক অহা দেখা পাই মমাৰ ঘৰৰ ভাই-ভনীহঁতে ঘোষণা কৰিলে, "অৰুণ ককাইদেউ, তোমাৰ ব্যাকৰণ বৰুৱা আহিছে, ব্যাকৰণ বৰুৱা আহিছে। তোমাৰ মিটিং হ'বৰ হ'ল।" কিন্তু সভাত আলোচ্য কপিটো ক'তো দেখোন পাবলৈ নাই! কি হ'ল? বৰুৱাদেও বাহিৰত বৈ আছে। টুকুৰা-টুকুৰ কাগজ এঠাই এঠাই লগোৱা মোৰ মূৰৰ চুলিৰ দৰে জলবা পুৰণি কিতাপৰ কপিটো শেহত্ত জানিবা ধানৰ ডাঙৰ পাচি এটাত ওলাল। তেওঁক সেইদিনা সেইখন একেবাৰেই চমজাই দিলো, আৰু কিবা অঘটন ঘটিবলৈ পায় বুলি।

ইতিমধ্যতে "ইণ্ডিয়ান ৰিভিউ"ত ওলোৱা অসমীয়া সাহিত্য সম্পৰ্কীয় মোৰ প্ৰবন্ধ পঢ়ি এলাহাবাদ বিশ্ববিদ্যালয়ৰ ডি. ফিল. ডিগ্ৰীৰ বাবে Comparative Study of Vaishnava Bhakti Literature of Northern India বিষয়ত গৱেষণা কৰি থকা, উত্তমচন্দ্ৰ শ্ৰীবাস্তৱ নামে এজন লোকে চিঠিৰ পিছত চিঠি দি মোক প্ৰশ্নেৰে বুৰাই পেলালে—বিশেষকৈ অসমৰ বৈষ্ণৱ [illegible] লোকৰ কাব্যকৃতি, বিশেষকৈ শিশু কৃষ্ণক লৈ [illegible] আদি বিষয় লৈ। তেওঁ সুধিছিল, Does the As[illegible] guage possess a script of its own? I learn[illegible] old article of Dr. Grierson in the J.A.S.B.[illegible]

Assamese is akin to Fastern Bihari. I, therefore, think that I shall find no difficulty in understanding the original verses ( ১১ মাৰ্চ ১৯৪০ ). অসমৰ বাহিৰত অসমৰ বিষয়ে অজ্ঞতাৰ বাবে আমি অসমীয়াবোৰহে দায়ী। "চৈতন্য-জীৱন/জগত-ঘোষণ/শ্মশানতে লয় শঙ্কৰ-মহিমা!!" ছুবছুৰমানলৈ মই শ্ৰীবাস্তৱৰ প্ৰশ্নৰ উত্তৰ কিতাপ-যোগান আদি কৰি আছিলো। নাজানো তেওঁৰ গ্ৰন্থ সম্পূৰ্ণ হ'লনে নাই, তেওঁ ডিগ্ৰি পালেনে নাই। নহ'লেও অন্ততঃ বাহিৰৰ এজনে জানিলে, অসমীয়া ভাষাৰ আথৰ আছে, ইও বৈষ্ণৱ কবিতা ধাৰণ কৰিব পৰা এক কৰ্ষিত ভাষা। এজনে সুধিছিল তুমিযে এইদৰে লোকক গৱেষণা কৰিবৰলৈ সহায়থন কৰিছা, 'জগতক বৰ দিয়া আপুনিচোন নঙঠা ?' মই ক'লো, মহেশ্বৰ মোৰ নামটোৱেই তাৰ বাবে দায়ী। কিনো কৰিম, কওকচোন। ঘৰতেযে আৰামেৰে পঢ়ি ইংৰাজীৰ এম্. এ. পৰীক্ষা দিয়াৰ সংকল্প, সিও দেখোন লাহে লাহে বিকল্পত পৰিণত হয়। 'হে মন সদা তোৰ/সংকল্প বিকল্প ধৰ্ম' আছেই। নবেন বন্ধুৰ চিঠিত পৰিস্থিতিটোৰ এটা ব্যাখ্যা: Don't you appear in M.A. ? I had a mind ; but you know, being in a village where there are no facilities of a library, it is really difficult—rather impossible. I don't know how I have stepped into this ( ১১ জুন ১৯৪০ )। মই কওঁ, তথৈবচ। তদ্ৰোপৰি মোৰ হ'ল বিলাতী ভাষা, বিলাতী সাহিত্য, বিলাতী কিতাপৰ কথা! কিনো কৰোঁ! 'ডলাৰ বগৰী প্ৰায়/ক'তো থান-থিত নাই।'

# কঁক্‌বকাই নে ভক্‌ভকাই /খ

তথাপি পৰীক্ষাটোৰ কথা মনৰ মাজতে চলি থাকে। উত্তৰ লখীমপুৰ চৰকাৰী হাই স্কুলত অস্থায়ীভাৱে এটা কামৰ অৰ্ডাৰ পোৱাত ২ এপ্ৰিল (ভাগ্যে ১ এপ্ৰিল নহয়!) ১৯৪০ তাৰিখে যোৰহাটৰপৰা তালৈ যাত্ৰা কৰিলো। ত'ত ৪ তাৰিখৰ দিনা কামত যোগ দিলো। ভালেই লাগিল। গৈ পায়ে পুৰণি হিতাৰ্থী সৰ্বেশ্বৰ বৰুৱা-বৰুৱানীক পালো। আৰু পালো স্কুলখনৰ ভিতৰতে এটি গমগমীয়া দল—হেডমাস্টৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, এছিস্টেণ্ট হেডমাস্টৰ বসন্তকুমাৰ বৰুৱা, আনসকল শিক্ষকৰ ভিতৰত কৃষ্ণনাথ শৰ্মা, প্ৰদীপ হাজৰিকা, উপেন্দ্ৰনাথ ভূঞা, আব্দুল মান্নান আদি। বৰঠাকুৰ, শৰ্মা, প্ৰদীপ হাজৰিকা, ভূঞাক লৈ গান-বাজনাৰ এটি সুন্দৰ দল গঠিত হৈছিল। গতিকে আনন্দ-উলাহৰ মাজত আমাৰ দিনবোৰ গৈছিল। এটা যেন উচ্চ বৌদ্ধিক জীৱনৰ মাজত দিনবোৰ, ঘণ্টাবোৰ চলে। মোৰ বয়সৰ মাস্টৰসকলৰ লগত দুই-এদিন গাঁৱৰ পথাৰত হোৱা আজি-কালিৰ বিৰল ছোৱালী-বিহুও চাবলৈ গৈছিলো। স্কুলৰ সময়ৰ বাহিৰত বেছি ভাগ সময় কিন্তু বৰঠাকুৰ ছাৰৰ ঘৰত বহি সহকৰ্মী শৰ্মা, হাজৰিকা, ভূঞাৰ গীতৰ যোগে সঙ্গীতৰ মাধুৰী-পান, ছাৰৰ-পৰা সঙ্গীতৰ বিষয়ে, নাট্যশাস্ত্ৰৰ বিষয়ে আলোচনা শুনা, সাধাৰণ সাহিত্যৰ বিষয়েও কথন-মথন কৰা—এইবোৰেই আমাৰ দৈনন্দিন কৰ্তব্য। ৰীতিমত 'ব্লঙ্ক-ভাৰ্ছ' বা অমিত্ৰচ্ছন্দৰ প্ৰয়োগেৰে নিটোল বৰঠাকুৰৰ "শ্ৰীবৎস-চিন্তা" ইতিমধ্যেই পঢ়িছিলো। এতিয়া তেওঁৰ হাতে-লেখা অৱস্থাত থকা আন এখনি নাট "বিশ্বামিত্ৰ" পঢ়িবলৈ পালো। তাত প্ৰাচীন চৰিত্ৰবোৰে নতুন জীৱনৰ স্পন্দন লাভ

কৰিছে। অভিনয়-জীৱন বৰঠাকুৰৰ জীৱনৰ এক বিশেষ অঙ্গ। তেওঁৰ নাটত প্ৰাচীন ভাৰতৰ ঐতিহ্য ন ৰূপ লৈ ভুমুকি মাৰে। প্ৰায় ন বছৰৰ আগতে ছাত্ৰ-ৰূপে দেখা লখীমপুৰৰ নতুন ৰূপ এতিয়া শিক্ষক ৰূপে দেখা পাবলৈ আৰম্ভ কৰোঁ—যদিও অতুৰা লখীমপুৰখন এতিয়াও লখীমপুৰ হৈয়ে আছে। মাথোন আমি আগতে লগ পোৱা লখীমপুৰৰ নাম এতিয়া প্ৰায় লোকে 'লক্ষীমপুৰ' কৰি লিখিবলৈ ধৰিছে—যেনেকৈ অভিধানৰ আৰু লোক-ব্যৱহাৰৰ 'লখিমী'ক নেওচি আচহুৱা 'লক্ষিমী'ক আদৰি আনিছে। ইয়াৰ সমান্তৰাল এটি কথা। আমাক জাতৰ অতুৰা অসমীয়া ভাষা শিকোৱা "ল'ৰা-শিক্ষা"ৰ প্ৰণেতা পাণীন্দ্ৰনাথ গগৈৰ পুত্ৰ ডম্বৰুধৰ গগৈদেও স্কুলৰ প্ৰধান সহকাৰী। তেওঁ স্কুলৰ চকিদাৰ বচ্চনক "বচন,বচন"কৈ চিয়ঁৰি চিয়ঁৰি যেতিয়া তাৰ মাত নাপায়, তেতিয়া নিজেই চিয়ঁৰি উঠে, "ই ক'লৈ গ'ল? ই খালে মাংস" (উচ্চাৰণ, মাংছ) !! গগৈদেওৰ এই বচনফাঁকি আমাৰ ডেকামহলত এক আমোদৰ সামগ্ৰী হৈয়ে পৰিছিল। কিন্তু আজিৰসকলৰ সেয়া আৰ্থজা যেন নালাগি-বনেকি! নৱাগত মোক আমাক শিৱসাগৰৰে, আগৰে পৰিচিত আব্দুল মান্নানৰ লগতে মুছলিম ছাত্ৰাৱাসত ঠাই দিয়া হৈছিল। সেই মাহৰ একেবাৰেই আগ ভাগতে উত্তৰ লখীমপুৰত অসম ছাত্ৰ সন্মিলনৰ (এতিয়া তাৰ নাম Assam Students' Federation) দ্বাবিংশ বাৰ্ষিক অধিৱেশন আৰু উত্তৰ লখীমপুৰ মুছলিম ছাত্ৰ-সন্মিলনৰ দ্বিতীয় বাৰ্ষিক অধিৱেশন বহিছিল। প্ৰথমটিৰ বাবে বৰঠাকুৰ ছাৰে দুটিমান গীত ৰচনা কৰিছিল আৰু দ্বিতীয়টি উপ-লক্ষ্যৰ কাৰণে মই তিনিটা গীত লেখিছিলো আৰবী-ফাৰ্চী শব্দৰ সংযোজন কৰি আৰু কিঞ্চিৎ ইছলামী ভাবেৰে। মোৰ এটা গানৰ এটা কলি মাথোন ইয়াত দিওঁ: 'বুলবুলি তোৰ প্ৰাণৰ সঙ্গীত / কোন বেহেস্তৰ· দয়াৰ আহ্বান! /তোৰে কণ্ঠৰ অমৃত-ধাৰাত /

ছুনিয়াদাৰীৰ শান্তি স্থান।।" সেইখন সভাত ছাৰ মহম্মদ ছাদুল্লাও উপস্থিত আছিল। তেওঁ হেনো কৈছিল, 'এইজন দেখোঁ কাজী নজৰুলৰ ওলোটা ৰূপ ওলাল!' মুঠতে ওজা বৰঠাকুৰদেৱৰ অধীনে আমাৰ গানৰ সভা পোহৰি আছিল। নাট্যশাস্ত্ৰৰ বিষয়-বস্তুৰে "পঞ্চপ্ৰদীপ"ৰ প্ৰবন্ধাৱলী আৰু 'শ্ৰীবৎস-চিন্তা' আদি নাটক লেখা তেওঁৰ লগত বহিলেই ৰসৰ ওৰ নপৰিছিল। ইয়াৰ মাজত বিষম বিষাদৰ কথা হৈছিল সহকৰ্মী কৃষ্ণনাথ শৰ্মাৰ হঠাতে ৰোগ হৈ মৃত্যুৰ মুখত পৰাটি। কোনো কোনোৱে কৈছিল, বিষক্ৰিয়াত তেওঁৰ আকস্মিক মৃত্যু ঘটে। ধাৰাসাৰে বৰষুণ পৰি থকা দুৰ্যোগৰ নিশা আমি তেওঁক শ্মশানলৈ নি দাহ কৰিছিলো। সংস্কৃত পাণ্ডিত্য আৰু সঙ্গীতৰ পটুতাত মঙ্গলদৈৰ কৈৱৰ্ত ব্ৰাহ্মণ সম্প্ৰদায়ৰ তেওঁ বিৰল এটি প্ৰতিভা-ৰূপে উদ্দীপিত হৈ উঠিছিল। তেওঁৰ অকাল বিয়োগ বৰ দুঃখজনক। ৪ এপ্ৰিলৰপৰা আৰম্ভ হোৱা মোৰ অস্থায়ী কাম যদিও সেই মাহৰ ২২ তাৰিখেই শেষ হৈছিল, শৰ্মাদেৱৰ অসুখ আৰু মৃত্যুত ১৯ এপ্ৰিলৰপৰা ১৫ জুন পৰ্যন্ত মই সংস্কৃত শিক্ষক-ৰূপে কাম কৰিব লাগিছিল। এইদৰে এডেও ছুডেও কৰি লোটা নিৰৰ ছেও ধৰিও যেতিয়া লোটা আনিবৰ উপায় নেদেখিলো, বৰং আগস্ট মাহত ছৰকাৰী স্কুলত চাৰি দিন কাম কৰি কাম এৰি দিব লগীয়া অৱস্থাবহে সম্মুখীন হ'ব লগীয়া হ'ল, তেতিয়া এম্.এ. পৰীক্ষাটোৱেই একমাত্ৰ শৰণ্য যেন লাগিল। কিতাপ-কলি গোটোৱাৰ চিন্তাই বৰকৈ মনলৈ আহিল। সেই সময়ত কলিকতাত ডাক্তৰি পঢ়ি থকা সোণলৈ (চৈতন্যনাথ হাজৰিকা) লেখিলো, কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্য-তালিকা দুখন পঠিয়াবলৈ—অকল ইংৰাজীৰে নহয়, ইংৰাজী আৰু আধুনিক ভাৰতীয় ভাষা (অসমীয়া), দুইটাৰে; কলিকতা চহৰত কিতাপ পায়নে তাকো সুধি লেখিলো যে যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ লাইব্ৰেৰিৰ গাতে ভেজা দি কিবা কৰিব পাৰিমে চাওঁ।

লগতে ইতিমধ্যে ইংৰাজীৰ এম্. এ, হোৱা গোলোকেশ্বৰ বৰুৱা আৰু অনাৰ্ছৰ সহপাঠী তাৰিণীকান্ত ভট্টাচাৰ্যলৈও কিতাপ বিচাৰি চিঠি দিলো। সোণে লেখিলে, 'কিতাপৰ বজাৰ এতিয়া মন্দা। কাৰণ, warঅৰ বাবে নতুন কিতাপৰ দাম বঢ়াৰ লগে লগে পুৰণিবিলাকেই আগৰ নতুনৰ দামতকৈও ওপৰতহে বিক্রি হৈছে' (১০ আগস্ট ১৯-৪১)। বৰুৱা, ভট্টাচাৰ্য, দুইজনে পাৰিতপক্ষে সহায় কৰিবলৈ সাজু বুলি জনালে।

কিন্তু শিৱসাগৰৰ সামাজিক জীৱনৰ মাজত মই ঘনকৈ সোমাই পৰিলোহি—বিশেষকৈ শিৱসাগৰ নাট্যসমাজৰ আৰু শিৱসাগৰ সাহিত্য-সভাৰ যোগে। উত্তৰ লখীমপুৰৰপৰা ঘূৰি শিৱসাগৰলৈ আহি তাৰ বেজবৰুৱা স্কুলত সোমোৱাৰেপৰা এই সম্পৰ্কৰ ধাৰাটি বৈছিল। এই সময়ত মোৰ লগৰীয়া হৈছিল ১৯৪০ৰ ১১ আগস্টত উনানব্বৈ টকা দি কিনা চেইন-কভাৰ লগা সেউজীয়া ৰঙৰ এখন বেলী চাইকেল। 'আৱাহন'ত ওলোৱা 'অসমীয়া গল্প-সাহিত্য' আৰু ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা 'আধুনিক অসমীয়া কবিতা' এই সময়ৰে লেখা। সেইবোৰে পাঠকৰ মৰম পাইছিল আৰু যতীন্দ্ৰনাথ দুৱৰাদেৱৰপৰা জনামতে সেই সময়ৰ অসমীয়াৰ এম্. এ. পৰীক্ষাৰ্থীসকলেও বিশেষকৈ পিছৰটো তেওঁলোকৰ পৰীক্ষা-ৰহিতো কামত লগাইছিল। প্ৰথমটো লৈ মই বাদ-প্ৰতিবাদ হ'ব বুলি আশংকা কৰিছিলো। কিন্তু নহ'ল। দুই এজনৰপৰা প্ৰশংসাৰ চিঠিহে পালো। নৰেন বাৰুৱই লেখিলে, Your series in the Awahan were really interesting, brilliant, useful and good, I showed to a man of nil admirare type your article & he confessed Assamese lit. has also her charms (১১ জুন ১৯৪০). 'গল্প-সাহিত্য': Your article in the Awahan was interesting though you could have made it more so had you given your

own suggestions as to how short story writing can be brought to approach perfection. I liked the trend of your writing. I agree with you in many features of your contentions. Well, the writings of those who boast, claiming themselves to be realists—including those self-styled ultra-modern Shavian-Russian-psychoanalytical heroes of Assamese literature are really nauseating to our taste. If art is for life's sake, any art that is off the line of life—individual or national—falls far short of its ideal (৮ ছেপ্টেম্বৰ ১৯৪০). শিৱসাগৰ সাহিত্য সভাৰ অধিৱেশনবোৰত মোৰ সাহিত্য-চৰ্চাৰ টুকুৰা দুই-এটি পেছ কৰা হৈছিল। মোৰ সহপাঠী আৰু সমনীয়া বন্ধুসকলৰ অনেকেই নাট্য-সমাজৰ সদস্য। গতিকে ময়ো তাৰ ভিতৰলৈ সোমাই পৰিছিলো ১৯৩৮ৰেপৰা। সমাজৰ এজন অতি সক্ৰিয় সদস্য আৰু উচ্চ শ্ৰেণীৰ কলাকাৰ সহজানন্দ ভৰালিৰ "শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত"ত (অসমৰ নাট্য-আন্দোলনৰ ইতিহাস জানিব খোজাসকলৰ বাবে এইখনি গ্ৰন্থ অৱশ্যপাঠ্য) সংযোজিত মোৰ এটি মন্তব্যত লেখিছিলো, 'শিৱসাগৰ নগৰৰ বাজহুৱা মঞ্চটি শিৱসাগৰীয়াৰ ৰং-চ'ৰা, খেমালিঘৰ, হাটঘৰ-বাটঘৰ, নিতান্ত ঘৰুৱা আখল-বৰঘৰ (য'ত পীৰা পোৱা সকলোৱেই কৰাইদেউ-দদাইদেউ, ভাইটি-ভতিজা), সাহিত্যকে ধৰি সৰ্বসহীন কথাৰ আলোচনা-সত্ৰ, সমূহজীৱনৰ চকবিৰ ভিলা-মাৰি, মিলন-মন্দিৰ আৰু এক সৰু বিশ্ববিদ্যালয়। সেই বাবে ঐতিহ্যপূৰ্ণ এই নগৰৰ আৰু তাৰ কাষৰ-পাঁজৰৰ সামাজিক জীৱনৰ অনেক কাণ্ড-কাৰখানাৰ এই এটি প্ৰধান উৎস। শিৱসাগৰৰপৰা ওলাই আহি যিসকলে বহল দেশখনৰ কলা-কৰ্মত কৃতিত্ব দৰ্শাইছে বা নিজৰ সুৰুচিৰ পৰিচয় দিছে, সেইসকল সকলোৱেই কোনো নহয় কোনো প্ৰকাৰে

এদিন শিৱসাগৰৰ নাট্যসমাজৰ লগত জড়িত আছিল।' নাট্যসমাজত প্ৰৱেশৰ লগে লগে মোৰ ভাগত বিশেষকৈ প্ৰম্প্‌টাৰ বা স্মাৰকৰ কামটি পৰিছিল আৰু লাহে লাহে সহকাৰী সম্পাদক পদবীও আহিছিল। সমাজৰ কোনো স্থায়ী পুঁজি নাই বা স্থায়ী কলাকাৰো নাই—অসমৰ আন আন নাট্য-অনুষ্ঠানৰ দৰেই। গতিকে বিশেষকৈ কলেজত পঢ়ি থকা ডেকা-দলৰ ওপৰতে নাট্যকলাৰ উৎসাহটো বৰ্তাই ৰখাৰ বাবেই নিৰ্ভৰ কৰিব লাগে। অৱশ্যে সমাজৰ প্ৰতি আনুগত্য থকা কলাভিজ্ঞ বয়সস্থ সকলে কোনোদিনেই অনুষ্ঠানটোৰ প্ৰতি মৰম এৰা নাছিল। সেই সকলোটিয়ে সমাজৰ গৌৰৱপূৰ্ণ ঐতিহ্যটি সযতনে সংৰক্ষণ কৰি ৰাখিছিল আৰু তাৰ লগত জড়িত হোৱাটোৱেই সংস্কৃতিৰ সোৱাদ লোৱাৰ নিচিনা অভিজ্ঞতা-স্বৰূপ হৈছিল। কিন্তু অসমৰ সকলো নাট্যসমাজৰে যিটো কঠিন অভিজ্ঞতা সি শিৱসাগৰৰো—নাটক-বাছনিৰ বিষয়ত এটা সৰু গণ্ডীৰ ভিতৰত চলিব লাগে। হাতে-লিখা নাটকৰ সন্ধান পালেও তাক সংগ্ৰহ কৰি আনি অভিনয় কৰা টান হৈ পৰে। শাৰদীয় পূজাৰ বতৰেই আমাৰ মঞ্চবোৰৰ উঠি-পৰি লগাৰ বতৰ। সেই বতৰ পাৰ হ'লেই মঞ্চক পুহৰ ঠেৰেঙাই হেঁচা মাৰি ধৰেহি—কেইদিনমানলৈ নহয়, পূৰা এটা বছৰৰ বাবে। দুৰ্গা-পূজাৰ বতৰতে সমাজৰ সদস্য কোন ক'ত দিহিঙে-দিপাঙে আছে গোটাই-মেলি ল'ব লাগে। শিৱসাগৰেও সেইটি কৰিব লাগে। সেইদৰে গুৱাহাটীত থকা অধ্যাপক সুৰেশচন্দ্ৰ ৰাজখোৱালৈ চিঠি দিওঁ—সোনকালে আহিব লাগে, আনকো লৈ আহিব লাগে, নাটক যোগাৰ কৰিব লাগে। আমাৰ নিৰুৎসাহ অৱস্থাৰ কথাও কওঁ। তেওঁ নাটক যোগাৰ কৰি পঠিয়ায়—লক্ষ্যধৰ চৌধুৰীৰ, হাতে-লেখা; আশ্বাস দিয়ে, 'মোক্ষদাহঁতো আহিব লাগে। আয়োজন ভালকৈ কৰিলে আজি-কালিৰ বজাৰত লোকচান দিব নালাগিব বুলিয়েই বিশ্বাস হয়। ...কলেজীয়া ডেকাহঁত গৈছে, ধমাধম

লগাই দিয়াঁ।' ইত্যাদি। লক্ষ্যধৰ চৌধুৰীৰ "ৰক্ষকুমাৰ" আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ "চক্ৰধ্বজসিংহ" লৈ ৰচনা ভগোৱা হয় আৰু দুদিনমান পিছৰপৰা আখৰা চলে। "ৰক্ষ-কুমাৰ"ত দুটামান গান আৰু তাৰ লগৰ নাচৰ স্থান ৰখা হৈছিল; কিন্তু সেই ঠাইবোৰ নাটকখনত আছিল খালি। গতিকে গান লেখি, নাচ ৰচি প্ৰস্তুত কৰাৰ ভাৰটিও মই ল'ব লগীয়া হৈছিল। ১৯৩৬-৩৭ ছনমানলৈকে শিৱসাগৰ মঞ্চত 'চোকোৱা-নাচ' চলিছিল; দূৰ দূৰ গাঁৱৰপৰা বানচ দি ল'ৰা গোটাই 'চোকোৰা' শিকাই নাচ-গান কৰোৱা হৈছিল আৰু সেই সময়ৰ পিছৰপৰা এনে ধৰণৰ টকা লোৱা ছোৱালীয়ে 'চুকুৰী' নাচ কৰিছিল। নাট্য-সমাজৰ সেই কাম অলপ বিসঙ্গতি-পূৰ্ণ যেন অনুভৱ কৰি সমাজৰ সদস্যসকলে নিজৰ সৰু সৰু ছোৱালী নাটকৰ অভিনয়ৰ লগত গাবলৈ-নাচিবলৈ দিবলৈ স্থিৰ কৰে ১৯৩৭ৰ পৰাই। ইয়াৰ বহুত আগতেই পাৰ্বতিপ্ৰসাদ বৰুৱা, বিমলাপ্ৰসাদ চলিহা (পিছৰ মুখ্যমন্ত্ৰী) আদিয়ে বিভিন্ন ভূমিকাত মঞ্চত নাচিছিল। মঞ্চত নচা ছোৱালীহঁতক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা (পিছৰ এম্. পি.) ফুনু বৰুৱা (জ্যোতিপ্ৰসাদৰ "জয়মতী" বোলছবিৰ গদাপাণি), পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু তাৰাপ্ৰসাদ সিংহই তালিম দিছিল। বিশেষকৈ সিংহদেৱে বহুত দিনৰপৰা মঞ্চৰ ল'ৰা-ছোৱালীক নাচ আৰু গান দুইটি শিকাইছিল। তেওঁৰ দিয়া সুৰ এতিয়াও কিছুমান কাণত বাজে তাৰ মূৰ্ছনাৰে: 'ফাগুনৰ সমীৰণে/আনে কি সংগোপনে/কি আশা ঐ, কি আশা!' এতিয়া পিছে মই লেখা গানকেইটাত সুৰ সংযোজন কৰিবলৈ নতুন সেউজীয়া সুৰকাৰকহে লগোৱা হ'ল—কলেজৰ ডেকা বনপোনাক (পৰাগধৰ চলিহা—পিছৰ কালৰ অধ্যক্ষ)। গায়িকাৰ দলত হ'ল ননী (সম্পাদক উপেন্দ্ৰনাথ কটকীৰ কন্যা), নীলিমা, পুতুল বেথেল, আগৰেপৰা থকা নিৰ্মলী, পুষ্প বৰা আদি। সেই গানবোৰ হেৰাই গ'ল পূজাৰ বতৰৰ শেৱালিৰ দৰেই—'শেৱালি

ফুলৰ/বুকুৰ ৰঙেৰে/বোলালো ওঁঠৰ পাহি। ····থলকমলৰ/আবেলি ৰহণে/ছুখনি গালৰে বোল····।' আৰু নীল সাগৰৰ চৌৰ ভূমিকাত পুতুলে নচা গান : 'নীল সাগৰৰ লহৰী····।' এইদৰে আমি "ৰক্ষ-কুমাৰ"ক নতুন বোলেৰে ৰোলাই লৈছিলো। কিন্তু "চক্ৰধ্বজ-সিংহ" ? ১৯২৫ ছনৰেপৰা শিৱসাগৰ নাট্য-সমাজে এইখনিৰে পাদপ্ৰদীপৰ পোহৰত থাপনা পাতি আহিছে। কিন্তু সাধাৰণ ধাৰণা যে এইখন নাটকেই নহয়—মাথোন বুৰঞ্জীৰ পাত কেইটামানহে। ক'ৰবাত এখন পত্ৰ-পাঠেই এটা দৃশ্য বা গৰ্ভাংক। সিও নাট হ'ব পাৰেনে ? কিন্তু অভিনয় সম্পৰ্কে আগৰ ধৰণ-ধাৰণাৰেই নাটখন মঞ্চত উঠে। কলিকতীয়া ৰঙা-চোলা পিন্ধি ছোফাৰ দৰে চকি কাপোৰেৰে ঢাকি কৰা সিংহাসনত বহি গুৰুপ্ৰসাদ বৰঠাকুৰ (?) মহাৰাজ চক্ৰধ্বজ-সিংহ হয়। আৰু বাকী কথা-কামো চলে তেনে প্ৰকাৰতে, যদিও নাট্যসমাজৰ লব্ধ-প্ৰতিষ্ঠ কলাকাৰসকলেই নাটখন মেলিছিল। কিন্তু আমালৈ তীব্ৰ প্ৰত্যাহ্বান আহিল যেতিয়া গোপীনাথ বৰদলৈ আদি আমাৰ জাতীয়তাবাদী নেতাসকল শিৱসাগৰত ছুদিনমানলৈ থানা পাতিবলৈ আহিল আৰু তেওঁলোকক মঞ্চাভিনয় দেখুৱাব লগীয়া হ'ল। সেইটি বেলা অ-নাটক "চক্ৰধ্বজসিংহ"তকৈ আৰু উপযোগী কি নাটক হ'ব পাৰে ? তাকেই মেলিবৰ থিৰাং হ'ল। কিন্তু আমি ঠিক কৰিলো, যথাসম্ভৱ ঐতিহাসিক পটভূমিৰে (setting) নাটখনক প্ৰকৃত বুৰঞ্জীমূলক নাট কৰি তুলিব লাগিব। আগৰ নিপুণ অভিনেতাক এৰাই নতুন সুৰেশচন্দ্ৰ ৰাজখোৱাক চক্ৰধ্বজসিংহৰ নাম-ভূমিকাত নমোৱা হ'ল। কিতাপৰ দোকান সৰস্বতী স্টোৰ্ছৰপৰা গোহাঞি-বৰুৱাৰ "অসমৰ সংক্ষিপ্ত বুৰঞ্জী"খন আনি তাত দিয়া ছবি চাই সাতখলপীয়া সিংহাসন, আঁৰণ, কিছু পৰিমাণে সাজ-পাৰৰ নমুনা ঠিক-ঠাক কৰা হ'ল। তামুলী-পীৰা, চৰু লগোৱা গাৰু, শৰাই-বটা আদিৰ প্ৰদৰ্শন বহল কৰা হ'ল।

মই বিশেষকৈ সকলোৰে আমনি পোৱা চিঠিবোৰৰ বিষয়ত চিন্তা কৰিলো। সেইবোৰ ৰাজসভাত উলিয়াবৰ বাবে সৰু চন্দুকৰ দৰে ডাঠ কাগজৰ বাকচ বোলাই লোৱা হ'ল, বেলেগ বেলেগ মানুহৰ ঘৰৰপৰা হেঙুল-হাইতালেৰে শুৱনী ব-তোলা চুঙা অনা হ'ল। গতিকে চিঠি ওলালে দৰ্শকে আমনি পোৱাতকৈ তাৰ প্ৰত্যেকখনৰ বাবে আগ্ৰহেৰে বাট চোৱাহে হ'ল। চিঠিও কোনোখন সাঁচিপাতৰ গঢ়েৰে, কোনোখন তুলাপাতৰ মুৰা (scroll) বা কাপোৰৰ মুৰাৰ দৰে দিয়া হ'ল। পাছফালৰ ৰঙেৰে বোলোৱা দৃশ্যপটবোৰ যিমানখিনি পাৰি ঢাকিবৰে যত্ন কৰা হ'ল। এনেকৈ এনেকৈ "চক্ৰধ্বজসিংহ"ক সেই কালৰ মঞ্চৰপৰা নি নতুন পটভূমিত থাপন কৰা হ'ল। ভূমিকাবোৰেযে অতি চমকপ্ৰদ হৈছিল! পাৰ্বতিপ্ৰসাদৰ লাচিত বৰফুকন, সহজানন্দ ভৰালিৰ বৰফুকননী, মহেন্দ্ৰনাথ কটকী আৰু দেৱ বৰকাকতীৰ ৰূপহী-চেনেহী, ফুনু বৰুৱাৰ গজপুৰীয়া, সুধীৰচন্দ্ৰ বৰুৱাৰ গজপুৰীয়ানী, মোক্ষদাপ্ৰসাদ বৰুৱাৰ টোকোৰা, গিৰিজাপ্ৰসাদ বৰুৱাৰ ডেকাফুকন—এইবোৰৰ কোনটি ভাৱক থ'ম, কোনটিক প্ৰশংসিম? মুঠতে, অতিথিসকলৰ বৌদ্ধিক আপ্যায়ন সম্পূৰ্ণ হৈছিল; এজনে কৈছিল বোলে "অসমীয়া থিয়েটাৰ কি, চাবলৈ হ'লে শিৱসাগৰলৈ যাবঁা।" "চক্ৰধ্বজসিংহ" এই 'অসমীয়া থিয়েটাৰ' হৈছিল। তাত আমি নিজেই ইমান উৎসাহিত হৈছিলো যে ১৯২৪ ছনতে সজা আৰু এতিয়াৰ কাৰণে পাৰৰ বাহৰ দৰে ঠেক আৰু অনাটন যেন লগা মঞ্চ ভাঙি তাৰ ঠাইত নতুন আহল-বহল মঞ্চ-প্ৰেক্ষাগৃহ নিৰ্মাণ কৰাৰ আঁচনি দুদিনমানে বহি সাজু কৰিয়ে পেলালো। ভাবিলো, সদৌ ৰাইজৰ যি আগ্ৰহ, ধনৰ অভাৱ কেতিয়াও ন'হব। সুৰেশচন্দ্ৰ ৰাজখোৱা, অজিতচন্দ্ৰ গগৈ আৰু মোক সম্পাদক কৰি এখন অৰ্থসংগ্ৰহ সমিতি গঠন কৰা হ'ল; গুৱাহাটী বেংকৰ স্থানীয় শাখাত এটা হিছাপ খোলা হ'ল। সেয়া ১৯৪১ ছন। দ্বিতীয় মহাসমৰৰ

জুয়ে এতিয়া চাওঁতে চাওঁতে আমাৰ দেশ আগুৰি পেলাবলৈ ধৰিলে। লগে লগে আহিল বিয়াল্লিছৰ আন্দোলন। নাট্যসমাজৰ অস্তিত্বই সংকীৰ্ণ হৈ পৰিল। নিৰ্বাত নিষ্কম্প পাদপ্ৰদীপ ঢিমাই-ঢুকাই নুমাই গ'ল।

আগৰেপৰা নাট্যসমাজৰ সদস্যসকলে ব'হাগৰ বিহুৰ সময়ত এদিন আৰু পূজাৰ থিয়েটাৰ-অভিনয়ৰ পিছত বিজয়া দশমীৰ দিনা নাট্যমন্দিৰতে গোট খাই প্ৰায় ভুজিয়া-বুন্দিয়াৰেই লগ-চাহ খাই সুখ দুখৰ কথা পাতিছিল, ৰং-ৰহইছ কৰিছিল—কেতিয়াবা সভা কৰি, কেতিয়াবা মাথোন লগা-লগিৰে। ১৯৪০ চনত সমাজৰ বিহুৰ এই মেলাখনক মই বিশেষ এটা ৰূপ দিবৰ উপায় পাঙিলো। ভুজিয়া-বুন্দিয়াৰ ঠাইত খোলাচাপৰীয়া-সুতুলিৰ আয়োজন কৰা কঠিন হ'লহেঁতেন ভাবি মাথোন বিহুৰ সামগ্ৰীবোৰৰ চাক্ষুষ প্ৰদৰ্শনী কৰিলেও পাহৰি যাবলৈ ধৰা বিহুৰ ৰূপটো ভালকৈয়ে সোঁৱৰা যাব—এই মানস কৰি এটা দিন চাই সভাৰ আয়োজন কৰা হ'ল। বিহুনাম-হুচৰিৰ বাহিৰেও আন গীত-মাতো থাকিব। তাৰ বাবে নতুন গীতো দুটামান কৰা হ'ল। তাৰ ভিতৰত ঋগ্বেদৰ 'মধুব্বাতা ঋতায়তে'ৰ একপ্ৰকাৰ অনুবাদৰ দৰে 'আজি কিনো মধুমেলা গগনে-পৱনে! আনন্দমেলাৰ দীপালী জ্বলে নয়নে নয়নে' ইত্যাদিও এটা। এইকেইটা গীতত সুৰ লগাইছিল লক্ষৌৰপৰা নকৈ সংগীতবিশাৰদ হৈ অহা মোৰ স্কুলীয়া দিনৰ বন্ধু সুন্দৰমোহন বৰদলৈয়ে (এতিয়া স্বৰ্গত গুৱাহাটীত)। 'আজি কিনো' গীতটোৰে সংগতি ৰাখি সভাখনক বোলা হৈছিল বিহুৰ মধু-মেলা। ব'হাগৰ গৰু-বিহুৰ গৰু নোওৱা, মানুহ বিহুৰ মানুহৰ গা ধোৱা, বিহুৰ পিঠা-পনা, ডেকা-গাভৰুৰ ৰং-ৰূপহ আৰু লগতে বিয়াৰ দৰা-আদৰণিৰ কৰমবোৰ মিলাই সভাপতিক এপদ এপদকৈ বিহুৰ বস্তুবোৰো দিলো—খুৰিওৱা তামোল লংগুটি-ডালচেনিৰে, খেৰেজু-বৰ্হমথুৰি, নাহৰ-তগৰ, কপৌ-ভাটৌ ফুল,

বঁটা মাহ, হালধি, জেতুকা, দীঘলতি-মাখিয়তি, গৰুৰ চাটত দিয়া কেৰেলা-বেঙেনা, লাও-থেকেৰা আদি, দৈৰ এচাব, গুৰবো এটি টিপা, বিধ বিধ পিঠা, দোৱাভজা চিৰা, সান্দহ ইত্যাদি। খন্তেক পৰৰ কাৰণে জানিবা বিহুৰ এটি মিউজিয়ামহে! নহ'লে এইবোৰ পাহৰিয়ে গৈছো দেখোন আমি! ভাবি ৰং লাগে যে শিৱসাগৰীয়া নতুন ডেকাসকলে আজিও এনেভাৱে বিহু-মেলাৰ সভাপতিক আদৰি বিহুৰ লগত সংশ্লিষ্ট বস্তুবোৰ সমজুৱাক দেখুৱায়। এবাৰ আন কি মোকো বিহুৰ মধুমেলাৰ সভাপতি পাতি "এইপদ দীঘলতি" "এই-পদ মাখিয়তি" আদি কৈ আদৰণি জনাইছিল। মই পোনৰ বাৰ এই আদৰণিৰ নিয়ম উলিয়াবৰ বেলা মঞ্চৰ ওপৰতে মোৰ এটি সৰু দুৰ্ঘটনা হয়। মিত্ৰদেৱ মহন্ত অধিকাৰ ছাৰৰ "বাঁহী"ত ওলোৱা "স্বৰ্গ আৰু মৰ্ত্য" নামে এখনি সৰু নাটিকা আমাৰ নাট্যসমজুৱা ডেকাহঁতে পাদপ্ৰদীপৰ সমুখত তুলিবৰ আয়োজন কৰিছিল বাবে সেইবাৰ সভাপতি বহাৰ আসনখন আমপাত লগাই চাৰিটা কলপুলি পুতি মঞ্চৰ সমুখত পাতিছিলো। মই সভাপতিৰ কাষতে বহি আছিলো। এবাৰ ভিতৰত নাটিকাৰ কি আয়োজন হৈছে চাবলৈ মঞ্চলৈ উঠিলো। কিন্তু অন্ধকাৰ কৰি থোৱা মঞ্চৰ মাজ পাওঁতেই মই হুৰুস্ কৰে তললৈ 'সহসা নিপপাত' অৰ্থাৎ খহি পৰিলো। আচলতে সেইটো আছিল নাটকৰ 'স্বৰ্গ'ৰপৰা 'মৰ্ত্য'লৈ যাবৰ বাবে প্ৰস্তুত কৰা বাট। মই সেইদৰে পৰিয়ে উঠিব নোৱৰা হ'লো। বাওঁ ভৰিৰ কৰঙণ আৰু কলাফুলৰ হাড়ত আঘাত পাইছিলো। এটা ছায়া-নৃত্যৰ বাবে অকলশৰে আখৰা কৰি থকা মিলিক বোলা সমজুৱা ডেকাজনে "ককাইদেউ পৰিল ঐ, ককাইদেউ পৰিল" বুলি চিয়ঁৰাত দুজনমান আহি মোক ধৰি তুলি প্ৰাথমিক প্ৰতিবিধান কিছু দি আকৌ সভাপতিৰ ওচৰতে বহুৱাই দিলেগৈ। সভা চলি থকা সময়খিনি বিষ-কোপ একো নাছিল। সভা শেষ

হ'লত সেই সকলোৱে হেঁচা মাৰি ধৰিলে। সমাজৰ ভাইহঁতে মোৰ বিখ্যাত ৰেলী চাইকেলৰ ওপৰত মোক তুলি সেইখন ঠেলি ঠেলি নি ওচৰৰ মোমাইৰ ঘৰ পোৱাই দিলে। তাতে দুমাহ মই বিছনাৰ বন্দী হৈ পৰি থাকিলো।

১৯৪০ৰ পূজা-বতৰত শিৱসাগৰ নাট্যসমাজে মেলা নাটৰ ভিতৰত গণেশচন্দ্ৰ গগৈৰ "শকুনিৰ প্ৰতিশোধো" এখনি কৰ্মু বৰুৱাক শকুনি কৰি। পূজা-উৎসৱ মানে আমি ডেকাবোৰৰ নাট্য-উৎসৱ। তাতেই দিন-ৰাতি লাগি থকা। ত'তেই মাথোঁ কাম। নাট কেইখন ভালে-কালে হৈ গ'লে আনন্দ উপচি পৰে। এইবাৰো সেই হৈছিল। আমি বতৰটো জুৰি নাট্যমন্দিৰত নিতৌ গোট খাওঁ। নহ'লেবা আমাৰে সমজুৱা এজনৰ ঘৰত। সেইবাৰ প্ৰায় আবেলি আবেলি আমি লগ হৈছিলো অধ্যাপক সুৰেশচন্দ্ৰ ৰাজখোৱাৰ ঘৰত। তেওঁ তেতিয়া ডগুৱা। গতিকে আমাৰ মেলত বাধা নপৰে। পূজাৰ থিয়েটাৰৰ ধুম ৯ অক্টোবৰ নৱমীৰ দিনাখনেই ওৰ পৰিল। তাৰ ভাগৰ মাৰি আমি মেল মাৰোঁতে কথা হ'ল যে আমি নিজৰ এখন নাট লেখি দেৱালীৰ সময়তে মঞ্চত তুলিব লাগে। যেনে কথা তেনে কাম। সেইমতে মই দিনে আমাৰ নাটৰ এটা দৃশ্য লেখোঁ আৰু আবেলি হ'লে আমাৰ মেলত পঢ়োঁগৈ। সকলোৱে 'বাহ্‌বা'ই দিয়ে; টান সমালোচনা কাৰো নাই। কিতাপ লেখা শেহ হওঁতে নৌ হওঁতেই পাৰ্ট বিলোৱা হয় আৰু আখৰা ছুক হ'লেই। সমস্ত বতৰটো গোট খাই এখন নাটক হ'ল নে নাই, সেইটোলৈহে আমাৰ চকু নাই। সকলোৰে মাথোন ভাব—এয়া আমাৰ নাট, আমি তাৰ চমৎকাৰ অভিনয় কৰিব লাগে ১ নৱেম্বৰত। সামাজিক নাটকখনৰ নাম দিয়া হ'ল "আৱৰ্তন"। তেতিয়া সমাজৰ সম্পাদক উপেন্দ্ৰনাথ কটকী আৰু মঞ্চ-পৰিচালক বিমলাপ্ৰসাদ চলিহা। সকলো সমজুৱাই নিজৰ বস্তু বুলি গা ঢালি কাম কৰিলে—বিশেষকৈ বিভিন্ন দৃশ্যৰ

বাবে মঞ্চসজ্জা অদ্ভুতভাৱে বাস্তৱানুগ হৈ উঠিল, তাৰ ভিতৰত গুৱাহাটীৰ নৰ্থব্ৰুক গেটৰপৰা দেখিবলৈ পোৱা লুইতৰ বুকুৰ বেলি-মাৰ আৰু শিৱসাগৰ ৰেল স্টেশ্যনৰ দৃশ্যৰ কথা দৰ্শকসকলৰ বহুত দিনলৈকে মুখে মুখে আছিল। নাটকখনিৰ আৰম্ভণিতে এটি আধুনিক কৌশল প্ৰয়োগ কৰা হৈছিল— অৱশ্যে জুইবাহৰ দৰে সৰু মঞ্চৰ ক্ষুদ্ৰতাৰপৰাই সেই ধাৰণাৰ উদ্ভৱ হৈছিল। প্ৰথম দৃশ্য হ'ল এক সভা-স্থল। তাত দেশনেতা ব্ৰজসুন্দৰ দত্তৰ ভাৱত বিমলাপ্ৰসাদ চলিহাৰ 'ওজস্বিনী বক্তৃতা' চলি আছে। তেনেতে দৃশ্য-পট দাং খালে। তাৰ লগে লগেই প্ৰেক্ষাগৃহৰ তৃতীয় শ্ৰেণীৰ আসনবোৰৰ পিছ-ফালৰপৰা এজুম ডেকাই ডেকাসকলক তিৰস্কাৰ কৰি থকা দত্তক "বহক, বহক", "আপোনাৰ কথা বন্ধ কৰক" আদি আৰাও কৰি উঠিল। সেই হুলস্থুল শুনি প্ৰথম শ্ৰেণীত বহি থকা এগৰাকী দৰ্শকে থিয় হৈ "কি হ'ল তোমালোকৰ? কিয় হায় কৰিছা" বুলি খঙত জ্বলি-পকি উঠিল। যেতিয়া মঞ্চৰপৰা অভিনেতা বিমলা-প্ৰসাদ চলিহাই হুঙ্কাৰ কৰি উঠিল, "মই তোমালোকৰ আস্ফালনলৈ ভয় নকৰোঁ", তেতিয়াহে দৰ্শকৰ তৎ চাপিল যে ডেকাবোৰৰ হাই-উৰুমি নাটকৰে এটা অঙ্গ। এইভাৱে অভিনেতা আৰু দৰ্শকক একাত্ম কৰি পেলোৱাৰ ই এটি আছিল সম্পৰীক্ষা। আজি-কালি ভাৰতীয় মঞ্চত এই একীকৰণ কৌশল সবল হৈ পৰিছে। আমাৰ নাটকখনৰ প্ৰত্যেকটো দৃশ্যই মঞ্চত সফল হৈ আহিছিল। কিন্তু total effect বোলা বস্তুটো ক'ত থাকিল, সেইটো মোৰে সন্দেহ হৈ গ'ল। অভিনয় চাই ওলাই আহোঁতে এজন দৰ্শকে কৰা মন্ত-ব্যটো কিন্তু নতুন যুগৰ সূচনা—"war নাই, dance নাই, কি নাটক চাবা?" মঞ্চত war আৰু danceৰ সময় উকলিছিল তেতিয়া তেতিয়াই। নাটকৰ বাবে ক্ষুধাতুৰ মঞ্চবোৰে (তেজপুৰ বাণ স্টেজ আৰু গোলাঘাট আদিয়ে) নাটকখন খৰৰ কৰিছিল। কিন্তু

সি সেইদৰে বাহিৰত মুখ উলিয়াব পৰা বস্তু হোৱা নাছিল বাবে পর্দানছিন হৈয়ে থাকিল, আৰু এতিয়াও আছে।

যোপাইৰ পথাৰৰ ধানৰ ভাত খাই এইদৰে সমাজ, কলা আদিৰ কাম কৰি কমাৰফদীয়াত বাস কৰোঁ। মাজে মাজে যোৰহাটলৈ যাওঁ কামৰ সুংসূত্ৰ কিবা ওলালে। যোৰহাটত থকাত নতুন এটি অনুষ্ঠান গঢ়ি তোলোঁ। কেইজনমান গোট খাই—যোৰহাট সাহিত্য-সভা। সম্পাদক পাতোঁ কমলেশ্বৰ চলিহাক। সভাৰ ফালৰ পৰা দুই-এখন সাহিত্য-আলোচনাৰ অধিবেশন হয় আৰু দুখন বিশেষ সভা— এখনত (আষাঢ়ৰ প্ৰথম দিৱস, ৪৯২ শঙ্কৰাব্দ) কবি যতীন্দ্ৰনাথ দুৱৰাক অভিনন্দন জনোৱা আৰু এখনত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ পৰিদর্শক পদৰপৰা অব্যাহতি-প্ৰাপ্তিত সম্বর্ধনা জ্ঞাপন কৰা হয়। শিৱসাগৰত থাকোঁতে শিৱসাগৰ সাহিত্য-সভাৰ কামত হাত-উজনি দিওঁ। সভাৰ এটি বিশেষ সন্ধিক্ষণৰ দৰে হ'ল যেতিয়া ১৯৪১ চনৰ মানুহ পিয়লৰ বতৰ আহিল। দেখা গ'ল ৰাজনৈতিক হেঁচা-ঠেলাত লোক-গণনাৰ মাজেদি যেন অসমীয়া-অনাঅসমীয়া আৰু ধর্মগত সংখ্যাবোৰত ভেলেকী বাজী খেলিবৰ কাৰণে ক'ৰবাত কেনেবাকৈ যত্নৰ লুকা-ভাকু চলিছে। শিৱসাগৰ সাহিত্য-সভা বিশেষকৈ সজাগ হৈ উঠিল আৰু প্ৰধানকৈ চাহ-বাগিচাৰ অঞ্চলবোৰত ৰাইজক সজাগ কৰি দিবৰ উদ্দেশ্যে এটি চাৰিজনীয়া দল গঠন কৰি দিলে—অমৃতলাল গোহাঁই, ফটিকচন্দ্ৰ চলিহা, সুধীৰচন্দ্ৰ বৰুৱা আৰু মোৰে। আমি ডেৰ-দুমাহমান সেই কামত ঘূৰিলোঁ। আৱকালি ঠেঁটুৰৈ লগা পুৱাতে আমি ঘৰৰপৰা বাহিৰ হওঁ এখন টেক্সিত। টেক্সিও শিৱসাগৰত সহজে পাব পৰা এখনেই আছিল— গোলোক বোলা এজনৰ। তেৱেঁই গৰাকী। তেৱেঁই চালক। আমাক কিন্তু সভাই পা-পইছা একো নিদিয়ে—আচলতে দিবলৈযে নিজৰে ভুকুকা উদং। আমি পুৱাতে খাবে-নিবে বা নিজৰ চোলাৰ

মোনাৰপৰা পইছা দি গোলোকৰ গাড়ীত তেল ভৰাই লওঁ আৰু নিজকে আশীৰ্বাদ কৰোঁ—পইছাকেইটা যেন বাটে-পথে দান-বৰঙণি-ৰূপে পাওঁ। আমি চাৰিওটি গোলোকৰ গাড়ীত একেলগ হ'লেই মই „সোধোঁ, 'আজিৰ এই টকাকেইটা ওলাবনে, গোহাঁইদেউ ?' গোহাঁইদেৱে কয়, 'কত হ'ব হ'বপায়হে !' ফটিক ককাইদেৱে আমাৰ নৈৰাশ্য উকৰাই দিয়ে, 'হ'ব। হৈ যাব। হ'ব। হৈ যাব।' বেজবৰুৱা ডাঙৰীয়াই বন্ধু চন্দ্ৰকুমাৰ আগৰৱালাৰ বিয়াত লেখা গীতৰ সুৰত সুধীৰে গান জোৰে : 'ছেনছোচ, ছেনছোচ,/ ব'ৰাগী ভটীয়াই গ'ল।/এ ধনশিৰি মুখতে ৰ'ল। ব'ৰাগিণী লগ পাই/ আমাৰ ব'ৰাগী কাই/যোলকণী-য়াটো হ'ল।' আমি চাৰিওটাৰে হাঁহিত গোলোকেও যোগ দিয়ে। খোৱা-বোৱাৰ কোনো ঠিকনা নাই। অসমত আতিথ্য চোঁচ নপৰে বেতিয়া, আমাৰো একো কষ্ট নহয়। বাটে বাটে মিতিৰ। ঈশ্বৰৰ কৃপাত আমি দিনৰ খৰচতকৈও অধিককৈহে ধন পাওঁ। বিশেষকৈ বাগিচাৰ কৰ্মীসকলৰ অসমীয়া ভাষা-সাহিত্যলৈ অনুৰাগে হৃদয় স্পৰ্শ কৰে। আদিৰেপৰা আমাৰ আলোচনীবোৰ তেওঁলোকৰ পৃষ্ঠ-পোষকতাতে বৰ্তি থাকে। এতিয়াও তেওঁলোকেই আমাৰ কামত আশ্বাস দিয়ে যাতে দেখা দিয়া অপশক্তিয়ে লোক-গণনাৰ যোগেদি অসমৰ এখন বিকৃত চিত্ৰ আঁকিব নোৱাৰে। এদিনাখন সন্ধিয়া আমাক বৰষুণে পালে। শিৱসাগৰলৈ ঘূৰাৰ সম্ভাৱনা নেদেখি কেইমাইলমান দূৰৰ যাদৱপ্ৰসাদ চলিহাদেৱৰ কৰঙাণি বাগিচালৈ বাট ল'লো। কিন্তু 'ঘন বৰষুণত পিছল মাটি' হৈ হুবাপিঠীয়া, শিলৰ মুখ নেদেখা আলিটো যেনে হৈছিল, কোন মুহূৰ্তত আমাৰ গাড়ী উফৰি ওচৰৰ খাৱৈত পৰেগৈ, তাকহে মনেৰে গুণিব লগীয়া হৈছিল। কোনোবা-জনবিধতাই জানিবা আমাক চলিহাদেৱৰ ঘৰ পোৱালেগৈ। বাৰাণ্ডাৰেপৰা বুজিলো, ভিতৰত দপ, দপ্ কৰে জুই জলাই বহুত-জনে একেলগে হাঁহি-মাতি জুই ফুৱাইছে। আমাৰ বতাহত সেমেকা

লগা গাটোইঁতত অলপ যেন উম লাগিলেই! কিন্তু যেতিয়া আমি বাহিৰৰপৰা গৃহস্থক মাত দিলো, তেতিয়া ভিতৰখন নিমাত-নিযোল হৈ পৰিল, কাঁহ পৰি যেন জীণ গ'ল। বহুতবাৰ আমি মাত দিয়াৰ পিছত ভিতৰৰপৰা টান মাতৰ প্ৰশ্ন আহিল 'কোন? কোন আহিছাইঁক?' আমি তেতিয়া জনালো: 'মই ফটিক, এয়া অমৃতলাল হোঁহাই, এইটো মহেশ্বৰ, এইটো সুধীৰ। আমি সাহিত্য-সভাৰ কামত আহিছো।' ডকাইত নহয় বুজি দুৱাৰ মেল খালে। চলিহা ডাঙৰীয়াই আশ্চৰ্য প্ৰকাশ কৰি সুধিলে 'ইমান বাঘ-হাতীৰ বাট-টোৰেদি কেনেকৈ আহিলা?' আমি ক'লো, 'সেইসকলকযে সেইটো বাটত দেখা পোৱাৰ সম্ভাৱনা আছে, আমিতো নাজানিছিলো। নহ'লে এইপোনে নাহিলোহেঁতেনেই।' তেওঁৰ মধুৰ আতিথ্যই আমাৰ দিনটোৰ দুখ-ভাগৰ নোহোৱা কৰিলে। ভয়যে কৰিব লাগে, সেইটোতো নজনাকৈয়ে গ'ল। এইদৰে আমাৰ প্ৰায় দুমাহ জোৰা ঘূৰণ-পাক লগা ৰতাঙৰ লেখীয়া অভিযান শেষ হ'ল। প্ৰথম অসমীয়া মুক্তক-ছন্দৰ কবিতা মোৰ 'অন্ত্যজা' বোলা পদ্যটো এই অভিযানৰ মাজতে লেখা। শিৱসাগৰ সাহিত্য-সভাৰ হৈ আমাৰ কামৰ বৰ ভাল তাৰিফ কৰিছিল সেইবাৰৰ অসম সাহিত্য-সভাৰ সভাপতি ডক্টৰ মফিজুল ইছলাম বৰাই তেওঁৰ অভিভাষণত। সেইবাৰ যোৰহাটত সাহিত্য-সভাৰ সন্মিলন বহিছিল ভালেদিন জোৰা অলসতা আৰু নিষ্ক্ৰিয়তা-নিষ্প্ৰাণতাৰ পিছত। আমি শিৱসাগৰৰপৰা এটা দল বাহি (মই, সুধীৰ, মোক্ষদাপ্ৰসাদ আদি) সেই নিষ্ক্ৰিয়তাৰ বন্ধন ছিঙি দিবলৈ ৰণৰ সাজে ওলাই গৈছিলো আৰু সভাৰ কমতা হাতত লৈ থকা ছিঙিকুসকলৰ নিথৰ শৰীৰত কিছু প্ৰাণসঞ্চাৰ কৰিব পাৰিছিলো বুলি আমাৰ বিশ্বাস হ'ল।

যোৰহাটত থকা সময়ত মোৰ বিশেষ লগৰীয়া হৈছিল আগৰ মোৰ সহপাঠী ধীৰেন ঠাকুৰ (গুৱাহাটীৰ কামাখ্যানাথ ঠাকুৰৰ ভায়েক),

প্ৰেমধৰ ৰাজখোৱা (ৰাতৰি প্ৰেছৰ মেনেজাৰ), কবি ভৱপ্ৰসাদ ৰাজখোৱা আদি। ধীৰেনৰ লগত আবেলি বহুত বাট ভ্ৰমণ কৰা অভ্যাস এটা হৈছিল। তেওঁৰ লগত ঘূৰি ঘূৰি কেতিয়াবা চেনিমৰাৰ বাটৰ এমেৰিকান বেপ্টিস্ট মিশ্যন এলেকা পাইছিলোগৈ আৰু কেতিয়াবা তাৰ পাদুৰীজনৰ ঘৰত বহি তেওঁৰে আলাপ কৰিছিলো। কিছু দিন এইদৰে মুলাকাৎ হোৱাৰ পিছত তেওঁৰ ভাব হৈছিল হ'বপায় যে আমি তেওঁলোকৰ ধৰ্মৰ প্ৰতি আকৃষ্ট হৈহে তেওঁৰ কাষ চাপিছো পৰম আশ্ৰয় বিচাৰি। গতিকে আমাক বিদায় দিবৰ পৰত তেওঁ সদায় আমাৰ উদ্দেশ্যে উপদেশপূৰ্ণ খ্ৰীস্টীয় প্ৰাৰ্থনা জনায় প্ৰভু যীশুক। এনেবোৰৰ মাজতে মই শিৱসাগৰলৈ যাব লগীয়া হোৱাত পাদুৰীজনৰ প্ৰাৰ্থনা বন্ধ হ'ল। তেৱোঁ আমাৰ কথা পাহৰিয়ে পেলালে। ইয়াৰ কিছু দিন পিছত ২৯ অক্টোবৰ ১৯৪১ তাৰিখে American Baptist Foreign Mission Societyৰ আসাম মিশ্যনৰ যোৰহাট খ্ৰীস্টিয়ান হাই স্কুলৰ অধ্যক্ষ চি. ই. ছাণ্টাৰে সম্ভৱ হ'লে সেইদিনাখনেই তেওঁক লগ ধৰিবলৈ এখন চিঠিৰে মোক মাতি পঠিয়ালে। তেওঁক লগ পালো। সেই সাক্ষাতৰ ফল-স্বৰূপে ১ নবেম্বৰ ১৯৪১ৰপৰা ২৮ ফেব্ৰুৱাৰী ১৯৪২লৈকে মোক তেওঁৰ স্কুলত শিক্ষক-ৰূপে তেওঁ নিয়োগ দিলে এটা চৰ্তত যে মই সেই চাৰি মাহৰ ভিতৰত কাম এৰি নাযাম। মই সেই চৰ্ত মানি কামত যোগ দিলো। মোৰ কাম হ'ল ক্লাছ ছেভেনত পঢ়ুওৱা —তাৰ সকলো বিষয় পঢ়ুওৱা ইংৰাজী ভাষাৰ মাধ্যমত, কাৰণ শ্ৰেণীটোত অসমৰ বিভিন্ন পৰ্বতীয়া অঞ্চলৰ বিভিন্ন ভাষা-ভাষী ছাত্ৰ গোট খাইছিলহি। তেওঁলোকৰ কিছুৱে অসমীয়া ভাষা অলপহে জানে। শ্ৰেণীৰ কোনো ছাত্ৰই অসমীয়া ভাষাৰ অপভ্ৰংশত, কোনোৱে ইংৰাজী ভাষাৰ নিজ অপভ্ৰংশত কথা কয়। তেওঁলোকৰ মাজত ইংৰাজী কোৱা কঠিন—কাৰণ অনাৰ্ছ দূৰৰ কথা, কলেজৰ মানৰ

ইংৰাজী ক'লেও ল'ৰাহঁতে বুবুজিব। অতি সহজ কৰি ভাষা কোৱা-টোৱেই একমাত্র পথ। ল'ৰাহঁতক বৰ ভাল লাগে। অতি সহজ মানুহ। কথা-বতৰাও মৰম লগা। নতুন উদ্যমেৰে পঢ়ুওৱাত লাগোঁ। নিতে শ্ৰেণীত সোমোৱাৰ আগে আগে চেপেল বা নাম-ঘৰত দুখামাৰ নাম-গুণ গোৱাটো স্কুলৰ চলিত নিয়ম। এই পৰ্বটি বিশেষ ভাল লাগে। আগৰ সেই পাদ্ৰীজন আৰু পাদ্ৰীৰ মেম আৰু আন তেওঁলোকৰ কোনো আলহী থাকিলে প্ৰাৰ্থনাত আহে। ইংৰাজী বা অসমীয়া গীতৰ পুথিৰপৰা গীত লগাই দিয়ে এজনে; সকলোৱে সমস্বৰে গায়। সুৰ সকলোবোৰেই পাশ্চাত্য। অসমীয়া গীতবোৰো সাধাৰণতে ইংৰাজীৰপৰা অনূদিত। ভাঙনি শাৰীবোৰ মূল গীতৰ শাৰীৰ স্বৰগ্ৰামত পেলাই গোৱা হয়। মূল শাৰীটো যদি On the cross Jesus died., অসমীয়া শাৰীটো একে তাল মানৰ স্বৰে স্বৰে 'পেৰেঙণিৰ কাষতে যীশু আমাৰ মৰিলে।' অনেকটি গীত শুনি শুনি বৰ ভাল লগা হৈছিল—Onward Christian soldiers marching as to war,/ The cross of Jesus going on before আদি। স্কুলৰ পানী-খোৱা ছুটীত সদায় মোৰ বাইছাইকেলত উঠি ওচৰৰ নতুন যোৰহাট ৰেলৱে-স্টেশ্যনত দুটা নানখাতাৰে চাহ একাপ খোৱাটো মোৰ অভ্যাস হৈ পৰিছিল। পিছে, সেই অজলা ল'ৰাবোৰৰ মাজৰ অময়া সুখৰ মাজতে মই নিজেই মানি লোৱা নিয়োগৰ চুক্তি নিজেই ভাঙিব লগীয়া হ'ল। এদিন শিৱসাগৰৰ ঘৰৰপৰা ঘূৰি আহি ককাইদেৱে ক'লেহি, আইৰ সদায় অসুখ হৈ থাকিবলৈ ধৰিছে, মই পাৰিলে তালৈকে যাব লাগে। আইৰ শৰীৰ আগৰ ভাগটিত বৰ ভালেই আছিল যদিও দুৰছৰমানৰ আগৰপৰা বয়সৰ কাৰণেই বেগাই পৰি আহিবলৈ ধৰিছিল আৰু সিয়ে মাজে মাজে আমাৰ চিন্তাৰ কাৰণ হৈ পৰিছিল। এতিয়া চুক্তি ভঙ্গ কৰি চাকৰিটো এৰি যোৱাও বেয়া কথা হয়। অলপ ভাবিব লগীয়া হ'ল। এনেতে শিৱসাগৰৰ

ফুলেশ্বৰী ছোৱালী স্কুলৰ প্ৰধানা শিক্ষয়িত্ৰী লক্ষ্মীপ্ৰিয়া চলিহা বাই-দেৱে এক জৰুৰী ডাক পঠিয়ালে: 'মৰমৰ মহেশ, শ্ৰীমান সুধীৰ (সুধীৰচন্দ্ৰ বৰুৱা) Digboiলৈ ১/২ দিনতে যাবগৈ। তাত কাম পাইছে। তুমি আমাৰ স্কুলত Science Teacher হৈ যদি আহিব খোজা on Rs 60/- at once applicant হোৱা। ঘূৰি ডাকত অহা-নহা জনাবা' (৪ ডিচেম্বৰ ১৯৪১)। ককাইদেউৰ নিৰ্দেশত দৰ্খাস্ত এখন লেখি পঠিয়াই দিলোঁ। ১৪ ডিচেম্বৰত তাৰ উত্তৰ আহিলেই বাইদেউৰপৰা: 'তুমি কাম পাইছা। যিমান সোনকালে পাৰা আহি কামত join কৰাহি; নহ'লে আমাৰ বৰ অসুবিধা হৈছে।' আন এজনৰ প্ৰসঙ্গত চিঠিখনত এটি অৰ্থপূৰ্ণ অভিলেখ আছিল: 'ডিবুৰুত সদায় Black-out হৈছে। ঘৰত সকলোৱে ভয় কৰিছে।' অৱশ্যে মই যোৰহাট এৰা লগে লগে ময়ো 'পিছ-কালে গোটেইখন বাওলী দেখিবলৈ পালোঁ'; যোৰহাটো বণুৱা চিপাহী, ৰণৰ কামানেৰে ভৰি পৰিল। মই বৰ দুখেৰে অধ্যক্ষ হাণ্টাৰ ছাহাবক আইৰ অসুখত ঘৰৰ দুৰৱস্থাৰ কথা কৈ মোক এৰি দিবলৈ মিনতি জনালোঁ। তেওঁ পোনতে যদিও ক'লে যে নিয়মমতে সেইটো কৰিব নালাগে; মোৰ পঢ়ুওৱাও তেওঁ ইমান ভাল পাইছিল যে মোক স্থায়ীকৈ ৰখাৰ কথাহে ভাবিছে বুলিও যদিও ক'লে, তথাপি দয়াপৰবশ হৈ আইৰ কাৰণেই মোক লগে লগে বিদায় দিলে। মই ১৮ ডিচেম্বৰ তাৰিখে গৈ ফুলেশ্বৰী স্কুলৰ কামত যোগ দিলোগৈয়ে। ছাহাব লোকৰ কথাই সুকীয়া। মই তেওঁৰ স্কুল এৰি যোৱাৰ বেছ কিছু দিন পিছত মোৰ পাঠনৰ উচ্চ প্ৰশংসা কৰি এখন ছাৰ্টিফিকেট মই নিবিচৰাকৈয়ে তেওঁ মোলৈ পঠিয়াই দিছিল। তেওঁৰ অফিচৰ গাতে লগা আছিল মোৰ ক্লাছটো। তেওঁ নিজৰ বহা ঠাইৰপৰাই মোৰ পঢ়ুওৱা শুনি থাকিছিল। ভাবি দুখ লাগে, মহাযুদ্ধৰ মাজত এমেৰিকাৰ বস্টন চহৰৰ বাজ আলিত এটা মটৰদুৰ্ঘটনাত তেওঁৰ শোকজনক মৃত্যু ঘটে।

# ফুলেশ্বৰী অ' আই ফুলৰে বৰণ

শিৱসাগৰৰ ফুলেশ্বৰী ছোৱালী স্কুলটোলৈ মনত পৰিলেই কিয় জানো ক'ব নোৱাৰোঁ, মোৰ মনলৈ এই আই-নামকাকিও আহে ঃ 'ফুলেশ্বৰী, অ' আই, ফুলৰে বৰণ, আই, ফুলৰে বৰণ।' কিন্তু ছোৱালী স্কুলখনিৰ লগত নামআযাৰিৰ কোনো সম্পৰ্ক নাই। সেই সম্বন্ধ যি আছে সি অসম দেশৰ এগৰাকী ৰাণীৰ লগত—ৰাণী ফুলেশ্বৰী বা প্ৰথমেশ্বৰীৰ লগত, যি স্বামী শিৱসিংহ ৰজাতকৈও ডাঙৰ ৰৰৰজা, ৰৰৰাজা বা 'বৃহৎৰাষ্ট্ৰ' হৈ দেশ-শাসনৰ বাঘজৰী টনা ৰাণী হৈছিল, মাথোন ৰজাৰ ৰৰকুঁৱৰীয়েই নাছিল,—যি কাৰণে প্ৰসিদ্ধ ঐতিহাসিক ডক্টৰ সূৰ্যকুমাৰ ভূঞাই তেওঁক বুলিছে 'অসমীয়া নুৰজহান।' এইগৰাকী ৰাণীয়ে দেশত এক ৰাইজ-বিপ্লৱৰ সূচনা কৰা বুলি তেওঁৰ এটা অপযশ থাকিলেও, তেওঁয়ে বৰ চতুৰা আছিল আৰু তেওঁৰ উদ্যমতেযে ৰাজটোলৰ ভিতৰত সাধাৰণ প্ৰজালৈকে সকলোৰে ছোৱালী পঢ়ুওৱা এটি পঢ়াশালি হৈছিল, সেই বুলি কথিত আছে, আৰু সেই গতিকেহে এতিয়াৰপৰা কেইবাটামান দশকৰ আগতে শিৱসাগৰ নগৰত ৰাধিকানাথ শৰ্মা আদি বিদ্যা-উদ্যোগী-সকলে ছোৱালীৰ শিক্ষাৰ অনুষ্ঠান এটি আৰম্ভ কৰিবৰ কথা ভাবোঁতে ফুলেশ্বৰী ৰৰকুঁৱৰীৰ নামে তাক নামকৰণ কৰাৰ সিদ্ধান্ত কৰিছিল হেনো।

ফুলেশ্বৰী স্কুলৰ মাস্টৰিৰ বাবে দৰ্খাস্ত কৰিছিলোঁ হেডমাষ্টৰনী বাইদেউৰ পৰামৰ্শমতেই। কামত যোগ দিয়াৰ পিছত তেওঁৰপৰা জানিব পাৰিলোঁ যে মোক বাছি নিয়োগ দিয়া হৈছিল বিশেষ এক ধৰণে। কামৰ বাবে গোটে খোৱা দৰ্খাস্তবোৰৰ মাজৰপৰা স্কুলৰ

সভাপতি শিৱসাগৰ মহকুমাৰ আই. ছি. এছ্. পৰ্যায়ৰ মহকুমাধিপতি শিশিৰকুমাৰ দত্তই (পিছত অসম চৰকাৰৰ প্ৰধান সচিব) মোৰ 'মণ্ডমাহৰ লেখীয়া' আখৰবোৰ মাত্ৰ দেখিয়ে মোৰ দৰ্খাস্তখন থাপ মাৰি বাছি উলিয়ালে আৰু লগে লগে তাক পঢ়ি নিয়োগ দিবলৈ ৰায় দিলেই অন্যবিলাক আৱেদন নোচোৱাকৈয়ে। লগতে তেওঁ হেডমাস্টৰনী বাইদেউ আৰু ছেক্ৰেটাৰিক কৈ থৈ গ'ল মই কামত যোগ দিয়াৰ লগে লগেই যেন তেওঁৰ ওচৰলৈ যাওঁ। পিছত মই সেইমতে যোৱাত তেওঁ এটাই মাত্ৰ পৰামৰ্শ দিলে— মই যেন সময়বোৰ এনেই নকটাই আই. ছি এছ্. পৰীক্ষাৰ বাবে পঢ়া-শুনাতে লগাওঁ, আৰু তেওঁৰ ওচৰলৈও দিহা-যুগুতিৰ বাবে যেন মাজে মাজে যাওঁ। সেইটোতো মোৰ পুৰণি স্বপ্নই আছিল—আই. এ. নপঢ়ি আই. এছ্. ছি. পঢ়িবলৈ লোৱা সময়ৰ, বি. এছ্. ছি. নপঢ়ি ইংৰাজীৰ অনাৰ্ছেৰে বি. এ. শ্ৰেণীত নাম লগোৱা সময়ৰ। কিন্তু সেই স্বপ্নৰ ওপৰত ইতিমধ্যেই ভাল এচামনি মামৰ গোট খাইছিল। দত্তৰ সজ পৰামৰ্শতো সেই মামৰ আঁতৰি নগৈ আৰু ডাঠহে হ'বলৈ ধৰিলে শিৱসাগৰৰ সেই পৰিৱেশৰ সেমেকনিত।

এতিয়া বাৰু মোৰ ফুলেশ্বৰী স্কুললৈকে আহোঁ। তাত আহি যোগ দি একপ্ৰকাৰ ভালেই লাগিছিল। স্কুলখনৰ তলৰপৰা ওপৰলৈ মোৰ মোমাইৰ ঘৰৰ ছোৱালীহঁত শ্ৰেণীয়ে শ্ৰেণীয়ে। তাতে আকৌ ছোৱালী বুলিলেই মৰমিয়াল। তাতে শিৱসাগৰৰ কথা। গতিকে সোনকালেই স্কুলখন মোৰ বাবে তেনেই ঘৰুৱা হৈ পৰিল। তাৰ উপৰি, হেডমাস্টৰনী বাইদেউ (ছোৱালীৰ মুখৰ উচ্চাৰণত প্ৰায় 'হেমৃছি বাদৌ') চিৰকুমাৰী লক্ষ্মীপ্ৰিয়া চলিহা আছিল বৰ্ত্তিয়াল আৰু সাহসী মানুহ, আৰু স্কুলৰ ছেক্ৰেটাৰি ৰত্নেশ্বৰ শৰ্মা (বেজবৰুৱা হাই স্কুলৰ হেড-মাস্টৰ) বৰ সুদক্ষ লোক। সিসকলৰ সংগত বেছ সুখ অনুভৱ কৰিছিলোঁ। সহকৰ্মিণীসকলৰ ভিতৰত অলপ ওপৰ তৰপত কমলা

বৰদলৈ, সকমলী গোহাঁই, মাজুৰ তৰপত মোৰ সতীৰ্থা-প্ৰায় দেৱেশ্বৰী বৰুৱা, মেটিল্ডা জিলি, মিছ সেন, মেড্‌লিন এনভয় ( এতিয়া শ্ৰীমতী চলিহা ), সৰু তৰপত যামিনী দেৱী আদিৰে আমাৰ সুখী পৰিয়াল এটিয়েই হৈছিল ।

স্কুলত তেতিয়া কেৰাণী-মহৰী বুলিবলৈ একোৱে একোটো নাছিল। লক্ষ্মীপ্ৰিয়া বাইদেৱে অফিচৰ বহুতবোৰ কাম সামৰিছিল। বহুতো-খিনি কাম কৰাই অনা হৈছিল বেজবৰুৱা স্কুলৰপৰা। মই নামত প্ৰাথমিক বিজ্ঞানৰ শিক্ষক যদিও, অসমীয়া, সংস্কৃত সকলোতে জপ-টিয়াব লাগে। মাজে মাজে বাইদেৱে অফিচৰ কামো কৰিবলৈ দিয়ে। বাইটিয়ে ক'লে এটা কাম ভাইটিয়ে আৰু নকৰি পাৰেনে ? এবাৰ কিবা এখন জৰুৰী কাগজ দি বাইদেৱে ক'লে 'মহেশ ( মোক বাইদেৱে এইদৰে মাতে ; কেতিয়াবা অৱশ্যে বোলে, আৰু লেখেও 'মহিষ' বুলি ! ), এইখন আৰু মই নেচাৱেঁই। তুমি নকল কৰি পঠিয়াব লগা ঠাইলৈ ডাকত পঠিয়াবঁা দেই।' জো হুকুম খোদাবান্দা। মই সেইমতেই কৰিলো। পিছদিনা বাইদেৱে খবৰ লোৱাত জনালো, 'কাগজখন নকল কৰি ঠিকমতে পঠোৱা হ'ল ; মাথোন এশাৰী কথাহে স্পষ্ট নোহোৱাত ভালকৈ পঢ়িব নোৱাৰিলো।' 'তেনেহ'লে কি কৰিলা ? শাৰীটো আকৌ বাদ দি দিলানেকি ? 'নাই বাইদেউ, নাই দিয়া বাদ। মূল কাগজখনত শাৰীটোৰ আখৰ-বোৰ যেনে চেহেৰাৰ আছিল, মই ঠিক সেই ধৰণে সিবোৰ কটো তোলাৰ দৰে ছবি যেনকৈ তুলি দিছো। গতিকে পঢ়িব নোৱৰাৰ বাবে মোৰ যিটো বিপদ হৈছিল, সেইটো এতিয়া যালৈ চিঠিখন দিয়া গ'ল, তেওঁৰ কান্ধত পৰিবগৈ মাথোন। তাতে আকৌ আপুনি কামটো কালিয়ে নহ'লে নহয় বুলিছিল নহয়।' বাইদেৱে বোধ হয় এতিয়া নিৰুপায়ত পৰি হাঁহি হাঁহি মোক ভালকৈয়ে 'চাবাইচ' দিলে। কেনে হ'ল বাৰু কথাটো ? মাখিকেইটা চাগে একেবাৰেই ঠিকেই মৰিল, নহয়নে ?

হেডমাস্টৰনী বাইদেউৰ খোটালিটোত বাইদেউ আৰু মই সুকীয়াকৈ বহোঁ। শিক্ষয়িত্ৰীসকল বহে তাৰ দাঁতিৰ কোঠাটোত। এদিনাখন বাইদেৱে মোক এটা অতি গুৰু কামৰ ভাৰ দিলে। ক'লে, 'মহেশ, আমাৰ ছোৱালীবোৰলৈ বাহিৰৰপৰা কোনোবাই বেয়া-বেই চিঠিবোৰ দিয়েহে। তুমি ছোৱালীৰ চিঠিবোৰ খুলি অলপ চেন্ছৰ কৰিবাঁচোন।' প্ৰথমতে দীঘল নাকত নাজেই লাগিছিল; কামটোও বৰ লেতেৰা যেন লাগিছিল। পিছত কিন্তু সি আমোদদায়ক হৈ উঠিল। মই দেখাত বেয়া চিঠিৰ কামটো একতৰফা, ওৱান ওৱে ট্ৰেফিক, অৰ্থাৎ বাহিৰৰপৰা চিঠি আহে, সঁচা, কিন্তু আমাৰ প্ৰাণীসকলৰ ফালৰ-পৰা চিঠি নাযায়। আদান হয়, প্ৰদান নহয়। কেতিয়াবা চিঠিবোৰ পঢ়ি মোৰ অকলে অকলে হাঁহি উঠে। এইদৰে অকলশৰে হঁহাৰ শব্দ শুনিলে ওচৰৰ কোঠাৰ বাইদেউসকলৰ কৌতূহল জাগে, ওচৰলৈ আহি কোনোৱে হাঁহিৰ ভাগ বিচাৰে। নহ'লেবা কোনোৱে পাছ-ফালৰপৰা চিঠিবোৰ জুমি চাবৰ যত্ন কৰে। তেতিয়া কাগজ এখন হাতত লৈ কাল্পনিক চিঠি এখন পঢ়ি দিওঁ আৰু কৌতূহলীসকল লৰ মাৰে। 'বেয়া' চিঠি আহিলে কিন্তু চিঠি দিওঁতা আৰু পাওঁতাৰ নাম মোৰ আৰু বাইদেউৰ বাহিৰে আনে গম নাপায়। এনে চেন্ছৰৰ সংবাদ যেতিয়া বাহিৰত কোনোবাই কেনেবাকৈ জানিলে, চিঠিৰ চিৰ-চিৰীয়া সোঁতটো আপোনা-আপুনি বন্ধ হৈ গ'ল। পত্ৰিকে চকিদাৰে আনি মোৰ হাতত দিয়া চিঠি পিছলৈ খুলি চাবৰ আৱশ্যক নোহোৱাই হ'ল।

মই স্কুলত থকাটো প্ৰথম বছৰেকীয়া পৰীক্ষা পালো, বাইদেৱে মোৰ ওপৰত তাৰ সৰ্বভাৰ জাপি দিলে। অৰ্থাৎ প্ৰশ্নবোৰ ঠিক-ঠাক কৰি লৈ বেজবৰুৱা স্কুলত থকা প্ৰেছত ছপা কৰা, প্ৰশ্ন কাকতৰ কপিবোৰ কৰা, তাৰিখমতে ভাগ কৰি টোপোলা বন্ধা, আৰু পৰীক্ষাৰ দিনা পৰীক্ষাৰ্থীৰ হাতত চমজাই দিয়াৰ কাম কৰিব লগীয়া

হৈছিল। কিন্তু পৰীক্ষাৰ শেষৰ কেইদিন দেখোন গা বিষম লগা হ'ল। তথাপি পৰীক্ষাৰ শেষৰ দিনা প্ৰশ্ন কাকতবোৰ বিলোৱাই দিলোগৈ আৰু লগে লগে বাইদেউৰপৰা বিদায় লৈয়ে ঘৰ পাই বিছনাত পৰিলো হাতত থাৰ্মোমিটাৰটো লৈ। ঘৰত কোনো নাছিল সেই সময়ত। জ্বৰ জুখিলো। ১০১ ডিগ্ৰি পালো। তাৰ পাছত ১০২°। আকৌ চালো, ১০৩ ডিগ্ৰি। পুনৰ জুখিলো; ১০৪ ডিগ্ৰি হ'ল। ১০৫ ডিগ্ৰিলৈকে চালো। ১০৬° দেখিলোনে নাই মনত আৰু নাই। তাৰ পিছৰ কথা ক'ব নোৱাৰিলো। যেতিয়া ক'ব পাৰিলো, তেতিয়া মোৰ ওচৰত বহুত মানুহ। মূৰত পানী ঢলা, বিচা, গাত সৰষকৈ কাপোৰ জাপি দিয়া আদি কামত সকলো তৎপৰ। নিউমোনিয়া অৰ্থাৎ নাবেঙাৰ জ্বৰ বুলি ৰোগ চিনাক্ত কৰা হ'ল। তেতিয়াৰ দিনত কিন্তু নিউমোনিয়া এলোপেথিৰ ডাক্তৰে ভাল কৰিব নোৱাৰে বুলি সকলোৰে বিশ্বাস। গতিকে গাঁৱলীয়া ওজাৰ চিকিৎসা আৰম্ভ হ'ল। আদা আৰু সেন্দুৰ মিলাই কিমান কি সোপাযে নাখালো, মোৰ প্ৰভুসকল !! সদায়তো বিহলঙনিৰ কোব আছেই—বিহলঙনিৰ কোছা-কোছে ক'লা পৰি নোযোৱালৈকে। আৰু সেই জৰাৰ মন্ত্ৰ: 'উৰি গ'ল শগুনী, পৰি গ'ল পাখি। কোন কোন বিষে থৈছে ৰাখি॥' কিন্তু বুকুৰ বিষে শগুনীৰ পাখি ধৰি ৰাখি নথৰ কামোৰো ধৰি থাকিল, মোৰ ৰোগৰপৰা মুকাৰৰ কোনো চিন দেখা নগ'ল। ঘৰত মাথোন দেউতা আৰু ভাইটো,—চিকণ। আমাৰ ঘৰলৈ আপোন-পৰ সকলোৰে দিনে যেন এটি শুঁতি। দূৰ-দূৰণিত থকা বন্ধুসকল আৰু আত্মীয়সকল অলপ চিন্তিত হৈ পৰিল। যোৰহাটত থকা দুজন বন্ধুৱে—বাতৰি প্ৰেছৰ প্ৰেমধৰ ৰাজখোৱা আৰু কবি ভৱপ্ৰসাদ ৰাজখোৱাই—ওপৰা-উপৰিকৈ চিঠি দিয়ে অন্ত কৰিব নোৱাৰে। প্ৰথমজনে অসমীয়া ঔষধ কিছু টোপোলা বান্ধি ককাইদেউৰ হাতত দি পঠিয়াব। দ্বিতীয়জনে লিখে:

কটকী পুখুৰী
যোৰহাট, ২৮.২.১৯৭২

মাননীয় মহাশয়,
—চাৰ

আপোনাৰ অসুখৰ কথা শুনাৰেপৰাই দয়াময়ৰ ওচৰত প্ৰাৰ্থনা কৰি আহিছো আপোনাক অতি সোনকালে আৰোগ্য কৰি দিবলৈ। ৰাজখোৱাৰ চিঠিৰপৰা আপোনাৰ বা-বাতৰি পায়েই আছো। বেমাৰনো কাৰ নহয়? ময়ো দেখোঁ তিনি মাহকৈ ওপৰলৈ মুকৈ শুই শুই কটাই আহিছো! একো ভয় নাই। দিনে দিনে সকাহ পাই আহিব, চাৰ বাৰু। মাজে মাজে অলপ টান বেমাৰ হলেহে ভাল। অৱশ্যে এনেকৈ টান নহয়। বৰ বিষ চাগে নহয়? কি কৰিব, কিয় জানো এনে হয় ভাবিব নোৱাৰি—হয় মাথোন। ডাক্তৰতকৈ অসমীয়াহে ভাল দৰব এনেবোৰ বেমাৰত, ডাক্তৰৰ ওপৰত মোৰ বিশ্বাস নাইয়েই। আজি দাদাক গৈছে আৰু অলপ আপোনাৰ ভাল লাগিব। চিকণক ক'ব যদি আমি গলে আপোনাৰ আৰু ভাল লাগে আমি যাম। জানেই নহয় মই বৰ ধোদ বুলি। বিশেষকৈ মোৰ শিৱসাগৰত থাকিবলৈ মানুহ নাই। আপোনাৰ ঘৰত থাকি বেমাৰী চোৱাতকৈ নিবেমাৰীক পৰ দিয়াহে টান হ'ব। ভয় কিহৰ চাৰ! কাপুৰুষবোৰহে মৃত্যুৰ আগতে মৰে। আপুনি পুৰুষ। আপোনাক মৃত্যুৱে নিবই নোৱাৰে। আপোনাৰ এতিয়াও বহুত কাম বাকী।.........

এই কেইদিন আপোনাৰ কথা বৰ মনত পৰিছে। আপুনি চাগে বৰ অকলশৰীয়া ভাব নহয়? এৰা, আমিওতো আপোনাৰ লগ বুলি দাবী কৰোঁ। কিন্তু দিছো ক'ত! সঁচায় যাব পৰা ওচৰ বাট হোৱা হলেযে কিমান ভাল আছিল! ইচাটি-বিচাটি বেমাৰী চোৱাতকৈ বেমাৰৰ পাছৰ জিৰণিত থকা বেমাৰী চাই মোৰ বৰ

ভাল লাগে। আপুনি ছুদিনমানৰপৰা ভাল পাব আৰু হয়তো আমি বুধ-বৃহস্পতিবাৰে যাম। আপুনি আৰামী চকিখনত বহি থাকিব। ওচৰতে ছুই-এটা ভাল গছৰ গুটি। মই হয়তো বহি লৈ অলপ দাৱাই খুওৱাৰ পাছত আধাপঢ়া উপন্যাসখন পঢ়ি দিম। আৰু কত কি।........

ছুষ্ট ছাত্ৰ

ভৱপ্ৰসাদ

ইয়াৰ আগে আগে ১ মাঘ তাৰিখে চিঠি লেখি মোৰ এই নৱাবিষ্কৃত 'ছুষ্ট ছাত্ৰ'জনে (তেওঁ মোৰ ছাত্ৰ নাছিল্) জনাইছিল, তেওঁ শিৱসাগৰলৈ গৈছিল।

চেনেহৰ চাৰ,

নমস্কাৰ প্ৰথমতে।

আপুনিযে সিমান দূৰ গাঁৱৰপৰা আহি স্কুল কৰেহি তাক মই জনা নাছিলোঁ। ভাবিছিলোঁ মোৰ কামবোৰ সমাধা কৰি চাৰৰ তাত থাকি নগৰত এক ঘোলন দিম বাপেকে। পাছে কোৱা শুনিলো, "কৰি দূৰ-দূৰণিৰ, ছায়া ঘেরা পল্লীৰপৰা ৰোজ ৰোজ আহতা ছায়—৩॥ মাইল—৭ মাইল—আৰু কত! আই ঐ দেহি, মোলৈ তেতিয়া মোৰেই পুতৌ হ'ল, "আমার সাধের যাত্ৰন বিফলে গেল।" "ফিরে চল" বুলি নিজকে নিজে চুমা খাবলৈকো গালখন বিচাৰি নাপাই দোকানতে কাপৰ বাৰত গৰম চাহৰ উমত বাৰে খাৰে চুমা খাই ঘৰৰ ল'ৰা ঘৰলৈ ফিৰি আহিলোঁ।........

ভৱপ্ৰসাদ

ডেৰ মাইল বাটক ছাৰে তিনি মাইললৈ ওফন্দাই পেলালে কেনেকৈ হয়? প্ৰেমধৰ বাজখোৱাই ক'বৰ দৰে সেই দিনবোৰত মোৰ কল-খোৱা থাতুটো টেলিগ্ৰাফৰ তাঁৰত বন্ধা হৈ থাকিছিল।

কেতিয়া সি যাওঁ বুলি সকলোৰেপৰা বিদায় লৈ আকাশলৈ উৰা মাৰে, তাৰ ইয়ত্তা নাছিল। শেষত জানিবঁ। ককাইদেউ আৰু দুদিন-মান গৈ যোৰহাটত থকা আই আহিলত ডাক্তৰৰ ওচৰতে শৰণ লোৱা হ'ল। ইকালে আকৌ, মই ভূ-ভাৰত একঠা চাউল খাব লগীয়া আছিল হ'বলা। সেই গুণে ভাগ্যে এম্. এণ্ড্ বি. কোম্পানিৰ স্পেচিফিক ৬৯৩ বোলা অব্যৰ্থ ঔষধটি বাটকুৰি বাই বাই শিৱসাগৰ পাইছিলগৈ। তাৰে পালিচেৰেক পৰাৰ লগে লগে তৃতীয় দিনৰ দিনা জ্বৰ শাম কাটিলে, বিষৰ নখ মোৰ বুকুৰপৰা এৰাল। কিন্তু 'দশ দিন যুঁজি দেবব্ৰত। শৰৰ শয্যাত পৰিলন্ত ॥' থিয়দণ্ডা দিব পৰা হ'বলৈ বাৰ্কৈয়ে দিন লাগিল। বিকৃশ্বাত উঠি উঠি স্কুল কৰিবলৈ যাওঁতে যে দিন গ'লে খেণ নোযোৱাৰ দৰে হ'ল।

ইমানটো ডাঙৰ অসুখৰপৰা উঠিছিলো যদিও মোৰ পুৰণি সপোনটো, এম্. এ. পঢ়ি ডিগ্ৰি পোৱা সপোনটো দিখৌৰ সুঁতিত উটি যাবলৈ দিয়া নাছিলো। ইংৰাজীৰ এম্. এ ৰ কিতাপ যোগাৰ কৰা টান দেখি মাজে মাজে ভাবিছিলো, অসমীয়াৰ এম্. এ. পৰীক্ষাটোকে দিওঁ। কিন্তু সেই প্ৰস্তাৱত এগৰাকী হিতাকাঙ্ক্ষীয়ে সদায় বৰকৈ ওজৰ কৰি উঠিছিল—কবি যতীন্দ্ৰনাথ দুৱৰাদেৱে। তেওঁ কৈছিল যে অসমীয়াৰ এম্. এ. পঢ়ুওৱা আৰু পৰীক্ষা লোৱা, দুইটা কাৰ্য standardized হোৱা নাই, এটা আহিলৈ উঠা নাই; দ্বিতীয়তে, মই যেতিয়া অনাৰ্ছ স্তৰ পৰ্যন্ত বিষয়টো পঢ়ি থৈছো, ইংৰাজীৰ এম্. এ. পাছ কৰাটোৰ বাবে মোৰ পটি লাগিয়ে আছে। তেওঁ কৈছিল, লাগিলে তেৱেঁ কিতাপ যোগান ধৰিব কলিকতাৰপৰা; তথাপি মই ইংৰাজী পঢ়াটোহে তেওঁ বিচাৰে। নিজৰ কথামতে তেওঁ মোলৈ পাঠ্যক্ৰম পঠিয়াইছিল আৰু এবাৰ আঠাইছ টকাত দহখন ইংৰাজী পাঠ্য কিনি ভক্তিভাজ বসন্তলাল দুৱৰাৰ (বাপ) হাতত পঠাই দিছিল এইখনি চিঠিৰে:

Suit No. 20
123-1-1, Upper Circular Road
Calcutta, 12.11.1942

মৰমৰ মহেশ্বৰ,

আজি বাপ যাব—মোৰ ঘৰ আকৌ উকলা হ'ল। সি আহি মোক বৰ সহায় কৰিলে। মোৰ গা এতিয়া ৢ মান ভাল হৈছে—আশা কৰোঁ লাহে ২ ভাল হ'ব। বিবিৰ সম্বন্ধে বাপৰ আগত সকলো কৈছোঁ আৰু যি ২ কৰিব লাগে তোমালোক দুয়ো কৰিবা। তোমাৰ কিতাপ যিখিনি পোৱা গ'ল পঠোৱা হ'ল। মোৰো নিজৰ এটা লাইব্ৰেৰীৰ দৰে আছিল—থকাহেঁতেন তোমাৰ ৄ ভাগ কিতাপ দিব পাৰিলোহেঁতেন। ক'বলৈ বেজাৰ লাগে a fool buys books and a wise man enjoys & never returns them. Drydenৰ Dramas আৰু Works, Ben Jonsonৰ Works, আন কি Sheridanৰ School of Scandals ইত্যাদিও আছিল। অৱশ্যে মই নিজেই পঢ়িবলৈহে কিনিছিলোঁ—মানুহক দেখুৱাই বাহাদুৰি কৰিবলৈ নহয়। তাৰ লগে ২ Histories of Literature—English, Russian, Persian আৰু Criticism ইত্যাদিও আছিল। Poetical Works সকলোখিনি আছিল। ১৯৩০ চনলৈকে ভালোৱা Literature সম্বন্ধীয় বেছি ভাগ নামজলা লিখকৰ কিতাপ আছিল—Accidentত (১৯৩২) বহুতখিনি হেৰাল—বাকীখিনি ভদ্ৰলোকসকলে সদ্ব্যৱহাৰ কৰিলে—কি কৰিবা। তোমাৰ Listখন দেখি মোৰ বেজাৰ লাগিছিল, কাৰণ বুজিবই পাৰিছা। জীৱনত মাথোন কিতাপ কিনিছিলো আৰু তাকেই লগৰীয়া কৰি লৈছিলো। কিন্তু ঈশ্বৰৰ সেইটো অভিপ্ৰায় নাছিল—অৱশ্যে এতিয়া যি আছে, সি আগৰ ছাঁ মাথোন। যদি ভৱিষ্যতে কেতিয়াবা লাইব্ৰেৰী কৰা তেন্তে হয় চুৰাপাতনিৰ কালে বা মানুহ নোযোৱা আনকালে কৰিবা। বেজাৰ

লাগে মোৰ কিতাপবিলাকৰ কথা মনত পৰিলে। Bacon's Essays তুমি বিচাৰিছিলা—মোৰ আছে Advancement of Learningহে। সেই দেখি নপঠালো—Keatsৰ Works দুখন আছিল। তোমাৰ List পোৱাৰ তিনিদিনমানৰ আগতে এখন এজনক দি দিলোঁ। জীৱনত একো কৰিব নোৱাৰিলো, মাথোন কিতাপ পঢ়িলোঁ—কোনো দিন লাভৰ আশাও কৰা নাছিলোঁ, এতিয়াও কৰা নাই। যাওক কিবা-কিবি বহুত লেখিলোঁ, বেয়া নেপাবা।

ইয়াত অশান্তি বহুত শাম কাটিলে। স্কুল কলেজ নিয়মমতেই চলিছে। Ricketখন ভৱিষ্যত দৰকাৰ হলে মোৰপৰাই পাবা, কিন্তু সম্প্ৰতি engaged—আৰু কেবাখনো engaged. Univত Winter Tales Warwick Shakespeareৰ খনহে পঢ়ায়—ইয়াৰ স'ৰাই তাকেহে কিনে। Verity নেপালোঁ। কিবাকিবি বহুত লিখিবৰ মন যায়—আজিলৈ ইমানতে। মোৰ মৰম আৰু আশীৰ্বাদ লবা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

কিন্তু মোৰ পঢ়া-শুনাৰ গতি একেবাৰেই 'মন্দ মন্দ মকৰন্দ।' মোৰ কিমান লেঠা, কিমান কাম! ডিব্ৰুগড়ৰপৰা সাপ্তাহিক "আসাম ট্ৰিবিউন"ৰ সম্পাদক লক্ষ্মীনাথ ফুকনে জোকায়, 'আপুনিচোন ভাল লেখে, আমাৰ কাগজলৈ মাজে মাজে নেলেখে কিয়?' পিছত আকৌ খাৰাংখাচকৈয়ে পেলায় (৫ জুন ১৯৪৩): We want to have coverage of Sibsagar news. Will you be available and willing to work as our correspondent there? We are not in a position to pay; you will,

of course, get stamped envelopes and a complimentary copy of the paper. পাই-পইছা নিদিলে কি হ'ল ? গুণ নহ'লেও খবৰনো ক'লৈ যাব ? নহয় ? বাতৰি যোগাওঁ কাকতখনলৈ। মাজে মাজে ভাবোঁ, পৃথিৱীখনযে ইমান ধুনীয়া, তাত ইমানবোৰ যে গঢ়িত বস্তু আছে, ছবিনো নাআঁকোঁ কিয় ! গতিকে কলিকতাৰ জি. চি. লাহা কোম্পানিৰপৰা সঁচ পইছা দি ৰং-ৰবৰণ-লেখনী কিনি কাগজ বহণাওঁ।

ইতিমধ্যেই কিন্তু বাটে-পথে, আন কি আকাশপথেদিও, নতুন জীৱনৰ বঙা নে ধূসৰ সোঁত ব'বলৈ ধৰিছে। সেই সোঁতৰ খুন্দাত যেন আমাৰ সনাতন সমাজখন ভাগি যাবলৈ ধৰিছে। আমাৰ লগৰবোৰ কোনোবা ক'ৰবাত চিটিকি পৰিছে। সকলো এইদৰে বিয়পি পৰা কোনো বেয়া কথা নহয়—সেয়ে সমাজৰ ৰীতি। কিন্তু তাৰ মাজত এক বিভীষিকাই থানিকা পাতি লোৱাটোহে আছিল দুখ কৰিব লগীয়া কথা। ১৯৭১ৰ পিয়লৰ সময়ত অসমীয়া জনসংখ্যাৰ ভৌতিক হানি-বিঘিনি নহ'বৰ অৰ্থে শিৱসাগৰ সাহিত্য-সভাৰ হৈ কাম কৰা চাৰিজনৰ এজন ফটিকচন্দ্ৰ চলিহাৰ চিনাকি আমি পাই আহিছো। তেওঁৰ এখনি চিঠিত অসমৰ মাটিত সেই বিভীষিকাৰ চিত্ৰ চাওক। তেওঁ তেতিয়া উত্তৰ-পূবৰ মাঘেৰিটাৰিত।

নামদাং চাহবাগিছা
মাৰ্ঘেৰিটা (আসাম)
২৮।২।৪৩

মৰমৰ মহেশ,

ভোকত ওত্‌মত্‌, এবি ৰংৰ ছাউনিৰ কাষত চুলা জুৰি, নিজৰ পেটৰ পোৱালি, ঘৰৰ লখিমী সকলোলৈকে আজি প্ৰায় দুমাহ ভালকৈ কাণসাৰ নকৰি যি নিদাৰুণ হৈ পৰিছো, বোধ কৰোঁ

তোমালৈ সময়মতে বা-ৰাতৰি নিদিয়া কাৰণটোতেই বুজিবা। সেই বুলি তোমালোক কোমল মনৰ ল'বা মোৰ ৰাগি নধৰিবা। মই নিদিলেও সোঁৱৰণি চিঠি দিবা একা; নহ'লে ক'ৰবাত লঘু হ'বা।

শ্ৰীযুত সুৰেন ককাইদেউৰ চিঠিৰপৰা খোলোচা জৱাব পাবলৈ বাট চাই আছো; বাকী কথাবোৰ তুমি লেখাবোৰেই। তেওঁৰ-পৰা খবৰ পালেই এইবাৰ (ডাক-হৰকৰাই খিয়াল নকৰিলে) বাতৰি সোনকালে পাবা। ইতিমধ্যে কিমান দূৰ আগুৱাব পাৰিছা (এই সম্পৰ্কে), খবৰটো দিবঁাচোন বাৰু।

২৩।২।৪৩ তাং সন্ধিয়া আৰু ২৫।২।৪৩ পুৱা আমি ৰণৰ কথা লৈ বেছ গৰম হৈ আছো। ২৫।২।৪৩ তাৰিখৰ পুৱাৰ কথাকে অলপ কওঁ, শুনা বাৰু। পুৱা ৭ বাজিবলৈ ১৫ মিনিট থাকোঁতে বিপদ-সংকেত-ধ্বনি শুনি মই ৭ বজাত কামত হাজিৰ হ'ব লগা মানুহটো পেঁপুৱা লাগিলো। অলপ আকাশলৈ চাই থাকোঁতে দেখিলো, জাপানী মুলুকৰ ফালৰপৰা বগা আঁচ কিছুমান ডিগবইৰ[১] ফাললৈ কিহবাই আঁকিব ধৰিছে। হো-হোৱনি শুনি বুজিলো, এইবোৰ কৃত্ৰিম কুঁৱলি তৈয়াৰ কৰি অহা আকাশী জাহাজ। ঘটনা কিবা এটা পকি উঠিব বুলি সন্দেহ কৰি দুই-এজন বন্ধু বিচাৰি আপিছ-ঘৰ পালেঁাগৈ। কেউফালে নিস্তব্ধতাৰ মাজত আপিছ-ঘৰটিত এটি ডেকা চাহাব, এটি আমাৰ তলতীয়া কেৰাণী আৰু ২টি আন মহৰীৰ বাদে কেও নাছিল। তেনেতে চুপাৰিণ্টেণ্ডেণ্ট চাহাবে কোন কৰি আপিছ বন্ধ কৰি প্ৰাণ বঁচাবলৈ সুবিধা ল'বলৈ ক'লে। মহৰী ২ জন লৰ ধৰি বাগিছাৰ নৰ্দ্দমা এটাত পেট পেলাই আশ্ৰয় ল'লেগৈ। আমি অৰ্থাৎ মই, চাহাব আৰু কেৰেণীজন, লগত আপিছ-ঘৰৰ চকিদাৰ এটি অলপ গহীন হৈ ইফালে-সিফালে

১। ডিগবই লক্ষ্য নাছিল; চকৰীটিং, দিনজান প্ৰভৃতিত কৰা কাম কৰিলেগৈ।

চাওঁতেই আমাৰ মূৰৰ ওপৰত হুলস্থূল কাণ্ড ঘটিল—আকাশত কামানৰ আৱাজ আৰু তলৰপৰা বিমানধ্বংসী বন্দুকৰ আৱাজ, কেউফালে ধেঁৱা, জুই, আৰু নানা তৰহৰ কিবাকিবিবিলাক তললৈ সৰিল ; চাওঁতে চাওঁতেই চকুৰ প'চাৰতে আমাৰপৰা ৪ মাইলমান দূৰৈত টিকক পাহাৰত তিনিখনি জাহাজ তললৈ সৰিল ;—কোন পক্ষৰ পিছত খবৰ পাম। শত্রুপক্ষৰ দুখন যেন লাগিছে, কিন্তু এখন জুই লাগি পৰিছে, আন এখন আমাৰ মূৰৰ ওপৰেদি যোৱা অৱস্থাতেই ভাগি গৈছে। বহুত কিবাকিবি—এটা হেট, এখন cushion আমাৰপৰা আধা মাইলত পৰি আছিছে। চকুৰ প'চাৰতে আকাশৰ বাটত বহুত যোজন যায় কাৰণে সেই জাহাজখন আনখনৰ লগতে অকামিলা হৈ তললৈ পৰিছে, pilotটিক এখন আন জাহাজে থপিয়াই নিছে, ইত্যাদি দেখি থাকোঁতেই মূৰৰ ওপৰত আকৌ কিছু-মান জাহাজৰ খেদা-খেদি লাগিল। তেতিয়া চাহাবটিয়ে মোক পুল এটাৰ তললৈ গুজি তেওঁ অইনফালে লৰ মাৰিলে। পুলৰ তলত নিৰাপদ নহয় যেন দেখি ভাগ্যক খিয়াই যুদ্ধকে চাবলৈ ওলালো। মই গম পোৱা নাছিলো, বপুৰা আন কেবেলীটি আৰু চকিদাৰটিয়ে মোৰ কাপোৰত ধৰি আছিল ; সিহঁতে মোক মাত দিছে, "কি কৰে, কি কৰে, সৰ্বনাশ!" উভতি চাইহে তেওঁবিলাকক দেখিছো। আৰু পিছত সেই ঠাইৰপৰা অলপ আঁতৰলৈ গ'লোগৈ। —এইবোৰ যুদ্ধৰ ঠাই। আমি আতংকৰ মাজেদি নানা সুন্দৰ বাতৰি পাইছো। বেছ ভাল লাগে। মই "Bhom party"ৰ মানুহ কাৰণেনেকি? আন হ'লে বহুতৰ ভয়তেই কাপোৰ-কানি খুব লগা হৈছে। ইত্যাদি, ইত্যাদি। মৰম লবা। টোপনি আহিছে—এই শোওঁ।

তোমাৰ মৰমৰ
ফটিক ককাইদেউ

স'চায় চিয়ঁৰি ক'বৰ মন যায়, Bhom party জিন্দাবাদ। নহ'লে আতঙ্কৰ মাজত এনে সাহিত্যশ্ৰী-সমৃদ্ধ পৰিষ্কাৰ চিঠি ফটিক ককাইদেৱে ক'ত লেখিব পাৰিলেহেঁতেন? শিৱসাগৰৰ আকাশত অৱশ্যে জাহাজৰ খুন্দাখুন্দি বা বৰহিসৈৰ গুমগুমনি বা বিপদ-সংকেত ছাইৰেনৰ ধ্বনি নিনাদিত নহৈছিল। সেই বুলি শিৱসাগৰ শান্তিৰে থাকিব পাৰিছিলনে কিবা? কিন্তু তাৰ মাজতো শিৱসাগৰৰ সাংস্কৃতিক জীৱনৰ জুৰিটি অন্ততঃ চিৰ্ চিৰ্কৈ বৈ আছিল। বন্ধু যতীন্দ্ৰনাথ বেজবৰুৱাৰ পেৰাডাইজ ৰেষ্টুৰাঁত বহি আপছোছ (বস্তুটি যতীনৰ নতুন সৃষ্টি, নামকৰণটি উমেশচন্দ্ৰ ৰাজখোৱাই দিয়া নতুন) খাই পূজাৰ বতৰত তেওঁবিল লিখোঁ— ৰণৰ বতৰা: যুদ্ধৰ বিভীষিকাৰ মাজত শান্তিৰ এটুকুৰা ঠাই—পেৰাডাইজ। মেট্ৰিকুলেশ্যন পৰীক্ষা দি ল'ৰাহঁতে দিহা কৰা অভিনয়ৰ বিজ্ঞাপনৰ কাগজখনতো ভাষাৰ সেই একেটাই আৰ্হি:

ৰণৰ বতৰা—জেঠৰ বাৰখৰৰ চৌকপীয়া ৰ'দত ঘামত তিতিসিজি, টেপা খাই

আঁজৰ বেলিকা দিখৌ-পাৰৰ এছাটি শীতল বতাহ গাত লগাবৰএমেয়ে মন যায়!

কাৰণ—মন যাবৰ কথাই। কিন্তু মনৰ যি বাৰখৰ এই নিকটৱৰ্ত্তী দিন…বজাৰৰ বস্তুৰ জুই-ছাই মৰগ—অ'ত বোমা পৰা! হেন ত'ত বৰহিলৈ কুটা—এনি মটৰৰ ভোঁ-ভোঁৱনি… তেনি শগুনী জাহা জৰ ফোঁ-ফোঁৱনি—

এইবোৰৰ মাজত যেতিয়া মনটোহঁত টেপা খাই ভাগৰি-জুগৰি পৰে…তেতিয়া উপায়?!!

এই তুলাপাতখিলা এলুটি দি চাওক।

আনকালে নগৰবণৰা আঁতৰৰ কোনোবা 'প্ৰৱাস'ত থাকোঁতেও বাং-পুৰুৰণৰা এটা বিং বাৰই: 'কিয় এনেকুৱা হ'ল্লা ঐ ককাইটি?

কেনৈ এনেকুৱা হলা····?' নগৰত সমজুৱা সবাহ-হুকৰা হ'লে হাটী-মতাৰবে আমাৰ চুৱাৰত পদ-ধূলা নপৰিব, এনে নহয়। নতুন ডেকাৰ মাজত জাগৰণুৱা বনপোনাৰ(পৰাগ চলিহা)পৰা 'চেনেহৰ ককাই-দেউ'লৈ এচ্. এ. এচ্. এটিয়েইবা নোযোৱাকৈ থাকিব!

মৰমৰ ককাইদেও—

····দেওবাৰে বোলে··· সমাজৰ বছেৰেকীয়া আৰু তাতেই বোলে গাহান হ'ব লাগে। সেয়েহে ওৰে বাতিটো ধৰ্ ফৰাই মৰিছোঁ!! ···এতিয়া ত'ত ৰইখা নকৰিলে অমুকা মৰোঁ।

····গতিকে য'তে গীত-মাত, আজিকালিৰ ভাষাত 'সাংস্কৃতিক অনুষ্ঠান'; ত'তে মই ক'ৰবাত বহি পুতলা-নাচৰ সূত্র টানি।

ফুলেশ্বৰী স্কুলত থকাত আৰু তাৰ আগতো শিৱসাগৰৰ ৰাজহুৱা জীৱনত ভালকৈয়ে যোগ দিছিলো, সেই কথা কৈ আহিছোৱেই। এবাৰ স্কুলত সকলোৰে গা উঠিল স্কুলৰ ছোৱালীইঁতৰ হতুৱাই এখন নাটক কৰাব লাগে। গা উঠিল সকলোৰে কিন্তু নাট মেলাৰ সকলো আয়োজনৰ ভাৰ পৰিল এই বশম্বদৰ গাত—বচন লেখোৱা, পাৰ্ট বিলোৱা, আখৰা কৰোৱা, আ অলংকাৰ, সাজ-পোছাক গোটোৱা, মেক্-আপ কৰা সকলো লেঠা সামৰা গ'ল। জ্যোতিপ্রসাদৰ "কাৰেঙৰ লিগিৰী"ৰ কিছু অংশ বাছি লৈ আখৰা কৰোৱা হ'ল। শেহত স্কুলৰ দীঘলীয়া হলৰ নিচিনা ঘৰটোৰ এমূৰে মঞ্চ এখন তৰি তাতে অভিনয় কৰা হ'ল। সুন্দৰ কোঁৱৰ, শেৱালি, ৰাজমাও, বপুৰা আদিৰ ভাও বৰ সুন্দৰ হৈছিল। শেৱালি হোৱা টিপিকলি ছোৱালী-জনীৰ বেহ-ৰূপ চাই হেড-মাষ্টৰনী বাইদেৱে তাইক কাষলৈ মাতি আনি সুধিলে, 'এই বান্দৰী, তোক এইবোৰ গেজেৰা, মণি, মুঠিখাৰু কোনে পিন্ধালে অ?' 'ছাৰে পিন্ধালে, বাইদেউ।' 'হয়নে? অলংকাৰ পিন্ধালেই জেনেহ'লে?' 'অ, বাইদেউ।' এনে ধৰণৰ দুই এটা কথা কিছু দিনলৈ বাইদেউৰ নিৰ্দোষ ধেমালিৰ বস্তু হৈ থাকিল।

লাহে লাহে হিচাপ মিলাবৰ সময় আহিল।

১৯৪৪ চনৰ পূজাৰ বন্ধত শিৱসাগৰত অসম সাহিত্য-সভাৰ সন্মিলন বহিল। তাৰ লগতে বেণুধৰ ৰাজখোৱা ডাঙৰীয়াক সভাপতি লৈ এখন আলোচনী সভা বহি ঠিক কৰিলে পিছৰ বৰদিনৰ বন্ধত গুৱাহাটীত এখন কনভেন্‌শ্যান্ বহিব গুৱাহাটীত বিশ্ববিদ্যালয় পতাৰ ব্যৱস্থা হাতত ল'বৰ বাবে। এই বিষয়টোত মাধৱচন্দ্ৰ বেজবৰুৱা আৰু ডিব্ৰুগড়ৰ জীৱনৰাম ফুকনে বিশেষভাৱে চিন্তা-চৰ্চা কৰি সভাখনৰ গুৰি ধৰিছিল। মোৰ মনত পৰাত কন্‌ভেন্‌শ্যান নামটো আৰু তাৰ ধাৰণাটোৱেই ফুকনদেৱৰ। শিৱসাগৰৰ সভাখনৰ সিদ্ধান্তক্ৰমে বৰদিনীয়া আজৰিত তিনিদিনীয়াকৈ গুৱাহাটীৰ কামৰূপ একাডেমিত 'গুৱাহাটী বিশ্ববিদ্যালয় কন্‌ভেনশ্যান্' নামৰ সভা বহিল অসমৰ বিভিন্ন ঠাইৰ প্ৰতিনিধি লৈ। সেই সভাত যোগ দিয়াসকলৰ মাজত যি অভূতপূৰ্ব আন্তৰিকতা আৰু একাগ্ৰতা দেখা পাইছিলো, আজি-কালি সভায়-সমিতিয়ে দেখোন সি বিৰল। কন্‌ভেন্‌শ্যানে থিৰাং কৰিলে, গুৱাহাটীত বিশ্ববিদ্যালয় হ'বই লাগিব, আৰু সেই অৰ্থে গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস সমিতি নামে এখন ট্ৰাস্ট বোৰ্ড কন্‌ভেন্‌শ্যানে গঠনে কৰি দিলে অৰ্থ-সংগ্ৰহ আৰু ৰক্ষণ কৰিবৰ অৰ্থে। বিশ্ববিদ্যালয়ৰ স্থান লৈ ইমান দিনে চলি অহা বাদ-বিতণ্ডা ইমানতে সহজতে তল পৰিল। শিৱসাগৰৰ প্ৰতিনিধি-ৰূপে পদ্মধৰ চলিহা ভুৱনচন্দ্ৰ সন্দিকৈ আদিৰে সৈতে কন্‌ভেন্‌শ্যানত মইয়ো যোগ দিছিলো আৰু মাধৱচন্দ্ৰ বেজবৰুৱাই কোৱাত তাৰ হপাৰ লগীয়া এক বিস্তৃত ৰিপোৰ্ট সভা চলি থকাৰ মাজতে লেখি তেওঁৰ হাতত দি থৈ আহিছিলো। সেইখন পঢ়ি ন্যাস সমিতিৰ সভাপতি গোপীনাথ বৰদলৈ ডাঙৰীয়াই ইমান সন্তোষ পালে যে বেজবৰুৱাৰ হতুৱাই সোধাই পঠিয়ালে, ন্যাস সমিতিৰ মূল কাৰ্যালয়ৰ কাম চলাবলৈ গুৱাহাটীত থাকিবলৈ আহিব পাৰিবনেকি? আমাৰ কন্‌ভেন্‌শ্যানটো

দেখা দিয়া সমূহীয়া আন্তৰিকতা আৰু একাগ্ৰতাত অনুপ্ৰাণিত হৈ একেআষাৰে সেই প্ৰত্যাহ্বান গ্ৰহণ কৰিলো। কেনিও আৰু ঘূৰি চাবলৈ নহ'ল। যাৰ কাৰণে শিৱসাগৰত ইমান দিনে থকাটো কৰিছিলো, সেই আয়েও আগৰ বছৰতে আমাক এৰি গৈছিল সৰু মোমাইদেউৰ লগতে। মোমাইৰ ছোৱালী ডলীয়ে দুখ কৰি লেখিছিল তেতিয়াই (৮ জানুৱাৰী ১৯৪৩): 'কি কৰিবা! ঈশ্বৰে আমাৰ কপালত ইয়াকেই লেখিছিল। আমাৰ ওপৰত এইবোৰ ঈশ্বৰৰ অভিশাপ। কোনে জানিছিল, জেঠাইদেউ আৰু দেউতা দুয়ো একেলগে সকলোকে কন্দুৱাই এই সংসাৰৰপৰা চিৰবিদায় ল'ব বুলি? ঈশ্বৰৰ ইচ্ছাত আমাৰ হাত নাই। সৃষ্টি-কৰ্তাই সদায়ে এইদৰে নিখুঁত গঢ়ত সংসাৰখন চলাই নিছে। আমাৰ দুখ-বেজাৰে তেওঁৰ কৰ্তব্যত ব্যাঘাত জন্মাব নোৱাৰে। আমাক দুখ দিয়েই যদি সৃষ্টিকৰ্তাৰ আনন্দ—তেন্তে আমি সহ্য কৰিবই লাগিব।' শোক-দুখ সকলো সামৰি নিজৰ পথত বাট বুলি যোৱাই মানুহৰ কাম।

স্কুলৰ বছৰেকীয়া পৰীক্ষাৰ কাষ চাপিছে। গতিকে হেড-মাস্টৰনী বাইদেউ আৰু চেক্ৰেটাৰিয়ে খপহ কৰে মোক এৰি দিবলৈ টান পালে। ইফালে মোক ধৰি ৰাখিবৰ সতো তেওঁলোকৰ নগ'ল। শেষত ঠিক হ'ল, পৰীক্ষাটো চলাই দিয়াৰ পিছতে মোক অৱকাশ দিয়া হ'ব আৰু স্কুল এৰিবলৈ। সেই হিচাপতে ফেব্ৰুৱাৰী মাহৰ সমাপ্তিত দিখৌৰ আমগুৰি দলং আৰু বেজবৰুৱা চুকৰ কাষৰৰ ফুলেৰণী ছোৱালী হাইস্কুল এৰি গুৱাহাটী-মুৱা হ'লো, আৰু দুমাহ নৌ হওঁতেই ৰামায়ণ হোৱাৰ দৰে গুৱাহাটী বিশ্ববিদ্যালয় নৌ হওঁতেই মই বিশ্ববিদ্যালয়ৰ কামত সোমালো—সোনতে স্বেচ্ছাসেৱক হৈ, পিছত দৰমহাপীয়া মজুৰিত।

মই স্কুল এৰিবৰ দিনটোৰ কথাও মনত আছে। বাইদেউ-ইঁতৰপৰা বিদায় লৈ স্কুল ঘৰৰপৰা বাহিৰ ওলাওঁতেই ছোৱালীৰ জাকটো লগ পালো। কোনো কোনোৱে উচুপিলে। দুজনী ছোৱালীয়ে প্ৰায় ৰাউচি জুৰিয়ে কন্দা আৰম্ভ কৰিলে, তেওঁলোকক সান্ত্বনা দিয়াই টান হৈ উঠিল। ছোৱালী দুটি হ'ল নিৰুপমা কাকতী আৰু জেলিনা বেগম। জাক ছোৱালীৰ মাজত তেওঁলোক দুইকয়ে বিশেষ মৰম-চেনেহ কৰিছিলোঁ, সেই কথা মোৰ মনত নপৰে। এনে থলত মোৰ বিদায়ৰ দুখটো দুইৰো মনত কিয় বিশেষকৈ লাগিল ক'ব নোৱাৰিলোঁ। কিন্তু দুয়োযে সৰল আৰু নিকা অন্তৰৰ, সেইটি ক'ব পাৰোঁ। দুইৰো সুপাত্ৰৰ লগত বিবাহ হ'বৰ সময়ত তেওঁলোকৰ ঘৰৰপৰা বিশেষ চিঠি পাইছিলো। জলপানটো হ'লে খাবলৈ যাব নোৱাৰিলো। নিৰু, জেলিনা আৰু আন আন ছাত্ৰীসকলে মোলৈ পিছলৈও চিঠি পত্ৰ দি আছিল। মই গুৱাহাটী পোৱাকহি তেতিয়াৰ "সাদিনীয়া অসমীয়া"ৰ সম্পাদক দেৱকান্ত বৰুৱাই মোক কাগজখনৰ ল'ৰা-ছোৱালীৰ শিতানটিৰ ভাৰ গতাই দিলে। সেই শিতানলৈ নিৰুৱে দুই-এটি লেখা পঠাইছিল। এই মুহূৰ্ত্তত তেওঁৰ এটি গল্প মনত পৰিছে। এক বুঢ়াৰ কথা। বুঢ়াই হাতীখুজীয়া বাটিত চাহ-পানী খাওঁতে তেওঁৰ ম'হৰ-শিঙীয়া গোঁফ-কোছাই হেনো চিলনী-দাঁতোৰ দিয়ে আৰু বোলে বুঢ়াৰ দাঁতকেইটাই ওৰেও জনম মুখৰ ভিতৰতে থাকি বৰ আমনি পাই তাৰপৰা বিদায় লৈ বাহিৰৰ জগতলৈ একেবাৰেই ওলাই অহাৰ প্ৰস্তাৱ কৰি থাকে। ...পিছত দেখিছো, নিৰুৱে (এতিয়া শ্ৰীমতী বৰুৱা) দুখনিমান কিতাপ প্ৰকাশ কৰি গ্ৰন্থকৰ্ত্ৰীয়েই হৈছে। মোৰহাটলৈ গ'লেই তেওঁক লগ পাওঁৱেই। জেলিনাক কেতিয়াবা ক'ৰবাতহে লগ পাওঁ। সেই সহজ আনন্দৰ দিনবোৰৰ কথা মনত পৰে। তেহি নো দিবসাঃ গতাঃ।। ৰামায়ণৰ ৰামৰ মুখৰ এই কথা। সেয়ে মোৰ এতি-

যোৱা কাঁড়ৰ দৰে দিনবোৰ গৈছে থাকে, ঘূৰি নাহে। এদিনাখন কটন কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতা চাই বহি আছো। এনেতে পাছৰ শাৰীৰপৰা এটি ছোৱালী আগ বাঢ়ি আহি মাত লগালে, 'ছাৰ।' মই অচিনাকি চকুৰে ঘূৰি চালো। 'ছাৰ, মোক চিনি পোৱা নাই?' অতিশয় প্ৰিয়জনক যেন চুৰিকাৰেহে আঘাত কৰিলো। হঠাতে নিজকে বৰ দোষী যেন লাগিল। কিন্তু এতিয়া মুখখন চিনাকি হৈও অচিনাকি। 'মই শেৱালি ছাৰ। মোক চিনি পোৱা নাইনেকি? কিয় চিনি পোৱা নাই, ছাৰ?' ছবছৰ সেইখন মুখ দেখা পোৱা নাই। কিন্তু কিয় চিনি পোৱা নাই? দহবছৰীয়া ছোৱালীজনী আজি ষোড়শী। তাইৰ গাত-মুখত বয়সে এক সুন্দৰ প্ৰলেপ সানি দিছে। কিন্তু সকতে শিৱসাগৰ নাট্য-সমাজত গান গোওৱা, নাচ শিকোওৱা, নচুওৱা শেৱালিক চিনি নাপালে কেনেকৈ হব? 'পাইছো, পাইছো, শেৱালি, তোমাক চিনি নাপালে কেনেকৈ হ'ব?' শেৱালি আশ্বস্ত হ'লনে নাই, নাজানিলো। কিন্তু দুবছৰ-মানৰ ভিতৰতে আমি সংগঠন কৰা সদৌ অসম আন্তঃকলেজ সংগীত প্ৰতিযোগিতাত শেৱালিয়ে বেষ্টমেন্‌ প্ৰাইজ পাওঁতে আনন্দত ঘোষণা কৰিছিলো এই বুলি: Our best man to-day is a woman. পুৰণি শিৱসাগৰ মঞ্চত (১৯২৪ চনত সজা সেই মঞ্চ আজি আৰু নাই) 'শেৱালি ফুলৰে/বাগুলী হিয়াৰে/বোলালো ওঁঠৰ পাহি' গোৱা টিপিকলি শেৱালিজনী হৈ উঠিল আকাশ-বাণীৰ কোকিল, আৰু দুদিনৰ পিছতে অধ্যাপিকা শেৱালি দেৱী। ফুলেশ্বৰী পঢ়াশালিৰ সকলো ছাত্ৰীয়েই হয়তো আজি ভব্যা-গব্যা মহিলা। চিনি পাম জানো সকলোকে?

# লতা-কটা ৰণ আৰু নৱ-জোনাকী

১৯৪৪ আমাৰ সমূহীয়া জীৱনৰ কাৰণে এক খেলি-মেলিৰ সময়। ডক্টৰ মৰিচুল ইছলাম বৰাৰ সভাপতিত্বত বহি যোৱা অসম সাহিত্য-সভাৰ যোৰহাট অধিৱেশনত আমি শিৱসাগৰীয়া শৰাই-ঘটীয়া কেইটামানে কেনেকৈ সভাখন সজীৱ কৰি তুলিবৰ কাৰণে চিয়ঁৰ-বাখৰ কৰিছিলোগৈ, তাৰ কথা যোৱাবাৰ সুঁৱৰিছো। কিন্তু তেতিয়ালৈকে সভাখন যোৰহাটতে সীমাবদ্ধ হৈ থকা বাবে (কাৰণ সেই দিনলৈকে কাৰ্যপালিকাখন যোৰহাটৰ মানুহেৰে গঠিত হৈছিল; আন কি, হৈ যোৱা সন্মিলনৰ সভাপতিৰ কাৰ্যকালো সন্মিলনৰ লগে লগেই শেষ হৈছিল) প্ৰায় একে কেইজন মানুহৰ ওপৰতে কাৰ্যভাৰ ন্যস্ত হৈছিল। ২৯-৩০ ছেপ্টেম্বৰ ১৯৪৪ তাৰিখে শিৱসাগৰত নীলমণি ফুকন ককাক সভাপতি কৰি সভাৰ উনবিংশ সন্মিলন বহে আৰু ককাৰ নেতৃত্বত সভাই এখন গণতান্ত্ৰিক সংবিধান (তেতিয়া নিয়মাৱলীহে বোলা হৈছিল) গ্ৰহণ কৰিলে—আমি ডেকাবোৰে ৰং পালোঁ, আৰু সেই বিধান অনুসৰি সভাৰ সৰ্বোপৰি কাৰ্যকৰ্তা সভাপতিৰ মনোনীত নতুন কাৰ্যনিৰ্বাহক গঠন কৰা হ'ল। এই কাৰ্য-বিধানত আগৰ যোৰহটীয়া দল ছেদেলি-ভেদেলি হৈ গ'ল। তেওঁলোকে তাৰ এক উদ্ভট প্ৰতিক্ৰিয়া কৰিলে—পুৰণি কাৰ্যনিৰ্বাহক (যাৰ জীৱন-কাল নিৰ্বাপিত হৈয়ে গৈছিল) বহি ২৬ ডিচেম্বৰ ১৯৪৪ তাৰিখে যোৰহাট নাট্যঘৰত এক বিশেষ 'সন্মিলন' পাতিলে। সাহিত্য-সভাত ইয়াৰপৰাই এটা ফাট মেলিলে। ভাগ্যে, সেই ফাটটো আকৌ জানিবা জোৰা খালে। সেই কথা চমুকৈ মোৰ Annals of Asam Sahitya-Sabha (১৯৬৫) কিতাপত বৰ্ণোৱা হৈছে।

এই বিভাজনৰ কথা লৈ সকলো সাহিত্যিকৰ মাজত অসন্তোষৰ সৃষ্টি হৈছিল। মোলৈ লিখা বসুকান্ত বৰকাকতী, আন কি দূৰণিত থকা যতীন্দ্ৰনাথ দুৱৰাৰ চিঠিতো অনুষ্ঠানটিৰ প্ৰতি এতিয়াও আগ্ৰহ আৰু লগে লগে এক অনুতাপ প্ৰকাশ পাইছিল। দুৱৰাদেৱৰপৰা ঘনায়ে চিঠি পাই থাকোঁ তেওঁৰ উপদেশ-পৰামৰ্শ আদিৰে। তলত দুখন চিঠি তুলি দিলো। অসমীয়া সাহিত্যৰ উচ্চতম শিক্ষাৰ ইতিহাসৰ ফালৰপৰা চিঠি দুখনি তাৎপৰ্যপূৰ্ণ। চিঠিৰ প্ৰেম হ'ল বাতৰি প্ৰেছৰ প্ৰেমধৰ ৰাজখোৱা; তীৰ্থ হল পণ্ডিত তীৰ্থনাথ শৰ্মা; সৰু বৌ হল কবিৰ সৰু নবৌয়েক; বিৰি, চাৰু হ'ল দুই ভতিজী— যাক কবিয়ে বিৰিবালা, চাৰুবালা বুলি জোকাই ৰং কৰে; সাধন হ'ল দীৰ্ঘকাল কবিৰ আল-ধৰা বঙালী ল'ৰা—যাক লৈ বিৰি-চাৰুৱে 'খুড়ীদেউ' বুলি ধেমালি কৰে।

Suit No. 20
123-1-1, Upper Circular Road
Calcutta 17. 10. 1944

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পৰ্ষু পালোঁ আৰু অলপ আচৰিত হলোঁ। মই গোটেই কথাখিনি মুকলি কৰি লেখোঁ। তুমি M. A. দিয়াৰ সম্বন্ধে মোলৈ যিখন প্ৰথম চিঠি দিছিলা মই সাত দিন মানৰ পিছতে তাৰ উত্তৰ দিছিলোঁ। প্ৰায় ১ মাহ মানৰ পাছত কোনোবা এজনৰ মুখে তুমি মোৰপৰা চিঠি নোপোৱা বুলি শুনাত মই ভাৱিলা তুমি ক'ত আছা নেজানি তোমালৈ সকলো কথা বিতং কৰি এখন চিঠি লেখোঁ আৰু লগতে প্ৰেমলৈকো এখন লেখোঁ—প্ৰেমৰ চিঠি-খন সাধাৰণ ভাবৰ চিঠি। তাত মই তেওঁক কৈছিলোঁ যে "মহেশ্বৰ

ঠিকনা নজনাত মই এইখন চিঠি তোমালৈ পঠালোঁ— তুমি যেন তেওঁক নিশ্চয় দিবা''—তেৱোঁ তাৰ উত্তৰত তিন দিন মানৰ মূৰতে তোমাৰ তালৈ গৈ তোমাক দিম বুলি কৈছিল। এতিয়া চিঠি নোপোৱা দেখিহে মই আচৰিত হলোঁ। তাৰ পাছত তোমাৰ M. A. দিয়াৰ সম্বন্ধে মোৰ মত—you must appear in M.A. in English : মই তোমাক অসমীয়াত M. A. দিবলৈ কোনো ৰকমেই উপদেশ দিব নোৱাৰো। Englishঅত ভাল ঠাই ৰাখি Honours পোৱা লবা—এতিয়া বলিয়ালিখন কৰিছা কিয়! এই বছৰ নোৱাৰা অহা বছৰ দিবা—মই এজন Englishঅত M. A. লোৱা অসমীয়া লবাৰ লগত চিনাকি কৰি দিম তেওঁৰ লগত চিঠি পত্ৰ চলাই সকলো খা-খবৰ জানিব পাৰিবা। তেওঁৰ লগত কথা পাতি মই পিছত তোমালৈ তেওঁৰ ঠিকনা পঠাম।

বিজয়া দশমীৰ দিনা দুপৰবপৰা মোৰ বৰ অসুখ কৰি সেই বেমাৰতে ৪।৫ দিন মান লালকাল হৈ প্ৰায় একো ক'ব নোৱৰাৰ দৰে হৈ আছিলোঁ—লাহে ২ ভাল পাইছোঁ—কিন্তু বৰ দুৰ্ব্বল এতিয়াও ভালকৈ গা টঙাব পৰা নাই—তাৰ উপৰি তোমাৰ চিঠি পোৱা দিনাখনো আকৌ এবাৰ চুচুক-চামাককৈ দেখা দি গ'ল। সঁচাকয়ে এইবাৰ মোক বৰ জোকাৰণি দিলে। কি কৰিবা! বিজয়া দশমীৰ পুৱালৈকে মোৰ গা সম্পূৰ্ণৰূপেই ভাল আছিল—হঠাতে ২।৩ মান বজাৰপৰাহে এনেকুৱা হ'ল। আৰুনো কি লেখিম—সাহিত্য-সভাৰ কথা শুনিলো—এনে হ'ব বুলি আগেয়ে অলপমান মোৰ মনত খেলাই-ছিল কিন্তু সেইটো মোৰ মিছা ভয় বুলিয়েই ভাবিছিলোঁ। যাওক যাক সেইবোৰ কথা। আমাৰ নিচিনা আদাৰ বেপাৰীক জাহাজৰ খবৰ কিয়—সক টুলুঙা নাও এখনকে বিচাৰি নেপাওঁ।

তুমি এতিয়াও আমাৰ ঘৰলৈ গৈ থাকা নিশ্চয়—শ্ৰীযুতা সকলোক মোৰ শ্ৰদ্ধা জনাবা আৰু বেমাৰ হৈছিল বুলি ক'বা।

আমাৰ বিবি আইদেউ আৰু চাৰু আইদেউহঁতৰনো খবৰ কি? তেওঁলোকৰ হাত ছুখন "গোধা" হ'লনেকি? সাধনে মোৰ কাৰণে এইবাৰ• বৰ খাটিব লগীয়াত পৰিল। তুমি যেন্না পোৱা বুলিছে বৰ লৰালৰিকৈ এই চিঠিখন লেখিলোঁ।—নহলে এতিয়াও ভালকৈ বহি চিঠি লেখিবৰ অৱস্থা পোৱাহি নাই।

শেহত কওঁ যে তুমি Englishত M. A. দিবই লাগিব। অসমীয়াৰ কথাকে নেভাবিবা। মই তোমাৰ ভালৰ কাৰণেহে কৈছোঁ। ঈশ্বৰে যেন তোমালোকৰ মঙ্গল কৰে।

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

"Who knows what will happen ? Have patience, Shuffle your cards well. Some day I may go to Rome and come back as St. Peter."—এই কথা কেইষাৰ যেন মনত ৰখাবা। J. D.

Suite No. 20
123/111 Upper Circular Road
Calcutta 10. 11. 44

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পাবৰ আজি কেৰাদিনো হ'ল। কিন্তু এতিয়ালৈকে গা টঙাৰ পৰা নাই—মাজতে আকৌ পৰিলোঁ। বৰ্তমান স্কুলৰপৰা ছুটীতহে আছো। কাইলৈমানে এবাৰ যাম বুলি ভাবিছোঁ। বৰ দুৰ্ব্বল কৰি পেলাইছে। এতিয়াও চিকিৎসা চলি আছে। আজি এবিধ অস্ত্ৰ হ'ল আৰু ৩।৪ দিনমানৰ পাছত আকৌ বোধ হয় আন দৰৱ দিব। যাওক এইবোৰ কথা এৰি দিয়া। তুমি খবৰৈল যোৱা কথা লেখিছা। মইনো তাৰ উত্তৰ কি দিম—

শ্ৰীযুতা সৰুবৌ, বিৰি আইদেউ চাৰু আইদেউহঁতেই তাৰ উত্তৰ দিব। অৱশ্যে অসুখৰ সময়ত মানুহৰ নিজৰ আপোন জনৰ ওচৰত থাকিবৰ মন যায়—আৰু মযো মানুহ। কিন্তু এষাৰ কথা আছে⋯'আইৰ খবলৈ যাম, দুই হাতে খাম। বিধতাই বোলে মই পাচে ২ যাম।'

মই তোমাক কিয় অসমীয়াত M.A দিবলৈ মানা কৰিছো, শুনা। Universityত অসমীয়াৰ M.A class আজি ৪।৫ বছৰমানৰপৰাহে খুলিছে এতিয়াও "standardised" হোৱা নাই—কোনো নতুন subjectঅত M.A. class হলে পোনতে কেবাবছৰ মানো তেনে হয়েই। সেই কাৰণে নবাবোৰ বৰ বিমোৰত পৰে। তাৰ উপৰি আমাৰ external examiner কেবাজনো আছে। আমি পঢ়াওঁ বা প্ৰশ্ন কাটোঁ এক ৰকমে আৰু তেওঁলোকে চায় একৰকমে। তেওঁলোকেও প্ৰশ্ন তেনে ৰকমেই কৰে আৰু আমিও আমাৰ standardমতে চাওঁ। আমাৰ হাতত মাথোন তিনিখন মান কাগজহে থাকে। তত্ৰাচ আমি যিমান দূৰ পাৰোঁ standard এটা ঠিক কৰি ল'বলৈ চেষ্টা কৰোঁ আৰু কাকতিৰ লগতো চিঠি-পত্ৰ চলাওঁ—কিন্তু আনে বোধ হয় তেনে নকৰে। প্ৰশ্নৰ ধাৰাও এতিয়ালৈকে কোনো এটা নিৰ্দ্ধাৰিত বাটত আহি পৰাহি নাই। হয়তো আৰু ৩।৪ বছৰমানৰ পাছত ঠিক হব পাৰে। সেই দেখিহে কৈছো এই বাটটো বৰ পিছল। তোমাৰ নিচিনা লৰা এজনে ইয়াত Second Class এটা পালেও আমি ভাল নেপাওঁ। English-অত এটা standard হৈ গৈছে—তুমি সেইমতে পঢ়িব পাৰিবা। ইয়াৰ দৰে অথাই সাগৰত নপৰা। মোৰ বিশ্বাস তুমি (private হৈয়ে হওক) ভালকৈ পঢ়িলেও অন্ততঃ এটা High Second Class পাবা—বিটোৰ আগন ইয়াতকৈ ওখ হ'ব বুলি মোৰ বিশ্বাস। এইবোৰ কাৰণতে মই তোমাক অসমীয়াত M.A. দিবলৈ মানা কৰিছোঁ। আৰু এটা কথা। বিনুজনে privateকৈ অসমীয়াত

M.A. দিছে তেওঁলোকেও ভাত খোৱাৰ পাছত তামোল এখনেৰে মুহদি মৰাৰ দৰে যেনহে লাগে। ভাবপৰা যেন এনে এটা ধাৰণা নকৰিবা যে তাৰ ভিতৰতো আমি serious students পোৱা নাই বুলি। পাইছো, কিন্তু বহুত ক্ষেত্ৰত বিমোৰত পৰা দৰে হয়। সেই দেখিয়েই তোমাক Englishঅত M. A. দিবলৈ কৈছোঁ। যিজন লৰাৰ লগত তোমাৰ চিনাকি কৰি দিম বুলি ভাবিছোঁ তেওঁৰ নাম ধৰ্ম্মেশ্বৰ বৰুৱা—ঘৰ গুৱাহাটীত। তেওঁৰ লগত তুমি সুকলমে চিঠি-পত্ৰ চলাব পাৰা বুলি মই ভাবোঁ। কাৰণ মই তেওঁক কৈ দিম আৰু মোৰ কথা খুব শুনে। পিচে কথা হৈছে মইযে ক'লৈকো ওলাব পৰা নাই।

তাৰ পাছত তোমাৰ "ভক্তি-প্ৰদীপ" সম্বন্ধে। তুমি এই বিষয়ত শ্ৰীমান তীৰ্থলৈ লেখিলেহে বেছি উপকাৰ পাবা। মই সেই বিষয়ে বিশেষ একো নেজানো। তেওঁ এই বিষয়ে univঅত অলপ Research কৰিছে—আৰু অলপতে তেওঁৰ সম্পাদিত "নামঘোষা" universityৰপৰা published হ'ব। Dr Suniti Chatterjeeএ শঙ্কৰী সাহিত্য সম্বন্ধে যে বিশেষ কিবা জানে মই ক'ব নোৱাৰো। অকল তেওঁ কিয়, ইয়াৰ কোনো বঙালী অধ্যাপকেও সেই বিষয়ে নেজানে। তেওঁলোকলৈ পঠালে তেওঁলোকে Dr Bani Kakatiলৈহে refer কৰিব। শ্ৰীতীৰ্থৰ ঠিকনা এতিয়ালৈকে ঠিক হোৱা নাই। ঠান-ঠিত লাগিলেই মই তোমাক জনাম। তেওঁ তোমাৰ বৰ কামত আহিব।

তাৰ পাছতনো আৰু কি লেখিম? একৰকম আছোঁ—গা সম্পূৰ্ণৰূপে ভাল পোৱা নাই—কিমান দিন লাগে ক'ব নোৱাৰোঁ। শ্ৰীযুতা সকলোক মোৰ শ্ৰদ্ধা জনাবা। আইদেউ কুঁৱৰীহঁতক (অৰ্থাৎ বিজিক আৰু চাকক) স্নেহাশিষ দিবা। শ্ৰীমতী বেৰি আৰু তাহঁতো মোৰ মৰম আৰু আশীৰ্ব্বাদ দিবা। মোৰ স্নেহাশিষ লবা"।

অ' আইদেউ কুঁৱৰীহঁতৰ হাতৰ গোধ গুচিল, মানে চিঠি পালোঁ। উত্তৰ লাহে ধীৰেহে যাব। আশা কৰোঁ ভালে আছা। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

ইয়াৰ আগতে কোৱাহে নাই, এই বছৰতে শংকৰদেৱৰ "ভক্তি-প্ৰদীপ" পুথিখনি আধুনিক ধৰণে সম্পাদনা কৰিছিলো। আধুনিক ধৰণে মানে শ্বেকছপিয়েৰৰ নাটকবোৰৰ ভেৰিটি আদিৰ সম্পাদনাৰ ধাৰাত। ডক্টৰ বাণীকান্ত কাকতি ছাৰে তাৰ বেটী-পাতত লগাব পৰাকৈ এবাষাৰ মন্তব্য লেখি তাতে উছাহ যোগাইছিল। "আৱাহন", "বাঁহী" "জয়ন্তী" আদিত ওলোৱা মোৰ ৰোমান্টিক ভাবৰ কবিতাবোৰো বা পদ্যবোৰো একেলগ কৰি এই সময়তে "ৰক্তকমল" নাম দি এলম্ ছপাখানালৈ পঠিয়াইছিলোৱেই। পিছে যুদ্ধ-জনিত কাগজৰ আটকৰ বাবে সি ছপাখানাৰপৰা ঘৰলৈ ঘূৰি আহিল আৰু তাতে বৈ গ'ল। সাধাৰণ পক্ষত সাহিত্য-তাত্বিক কালে অলপ পিঠিয়েই পৰিছিলনেকি! উজনিৰ Assam Tribune কাকতৰ সম্পাদক লক্ষ্মীনাথ ফুকনদেৱৰ ডাঙৰ ওজৰ: For the last few weeks not a single line has flowed from your pen to the "Assam Tribune." Although we are anxious to keep Sibsagar regularly on the map, we have not been able to do it. I would ask you to send reports of local happenings promptly. You write well. Why don't you write occasionally to our "Letters to the Editor" column? Short letters not exceeding half a column on any subject of topical interest will be most welcome. I want to make this

feature a bit more interesting. ( ৩১ জানুৱাৰী ১৯৪৪ )। এজন ছমজদাৰ বন্ধুৱে নগাৱঁৰপৰা ডাঙৰ এটা প্ৰশ্নবোধক চিন পঠিয়াইছিল "সাহিত্য এক। ?... এৰা, কেউফালে অশান্তিৰ মাজত কিয়েইবা সাহিত্য—আমিতো সেই ৰাজ্যৰপৰা অনেক দূৰলৈ গুচি আহিলো" ( ২১ জুন ১৯৪৪ )। আমাৰ উৱলি যোৱা মোৰ ৰহঘৰা শিৱসাগৰ নাট্য-সমাজৰ ৰংচ'ৰা নে ৰঙ্গমঞ্চ নতুনকৈ গুঁঠিবৰ হেঁপাহ হেঁপাহতেই কাতি হৈ পৰি থাকিল। ডিগবইৰ জেনেৰেল অফিছৰপৰা দক্ষিণাকান্ত বৰুৱাদেৱৰপৰা এআষাৰি মাত পাইছিলোঁ। সেই নিমাত-নিবোলৰ বেলা: 'তেনেই দেখোন চেঁচাহে পৰি গৈছে। তোমালোকৰ তাৰো activity একো গম নেপালো। সুৰেশক লগ পাইছিলোঁ—আৰু এই বিষয়ে কথা বতৰাও হৈছিলোঁ—আশাবাদী সুৰেশ পূৰা মাত্ৰায়ে optimistic' ( ২৪ জুন ১৯৪৪ )। বৰুৱাই নতুন পন্থাৰে পৰামৰ্শ দিয়ে। শিৱসাগৰ এনেয়ে আন্ধাৰ। তাতে আকৌ নিষ্প্ৰদীপ। বন্তি জলায় কোনো ? মাজতে ঢিমিক-ঢামাককৈ পাদপ্ৰদীপ জলিছিল ছেপ্টেম্বৰৰ শেষ ভাগত 'ৰাজ-নটী'ৰে। তাৰ নাচ ৰচিছিলো মই।

সমজুৱা জীৱনৰ এই সকলো নৈৰাশ্যৰ মাজত আধুনিক অসমীয়া জীৱনৰ প্ৰথম পোহৰ "অৰুনোদই" জলি উঠা শিৱসাগৰৰপৰাই এই প্ৰান্তৰ বিদ্যাৰ ডাঙৰ জোৰ এডাল জলাবৰ কাৰণে আয়োজন কৰা হ'ল। যি অসম সাহিত্য-সভাৰ সম্মিলন বহি সভাৰ গতিত নভবাকৈয়ে এটা আউলহে লগাই দিলে, সেই সম্মিলন উপলক্ষ্যে গোট খোৱা সুধীজন ১ অক্টোবৰ ১৯৪৪ তাৰিখে কালিপ্ৰসাদ চলিহা মেমৰিয়েল হলত সমৱেত হ'ল—সাৰ্থকতাপূৰ্ণভাৱে "জোনাকী" যুগৰে এজন, বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত। আগতে এয়া কৈ আহিছো। সভাই গোপীনাথ বৰদলৈক সভাপতি আৰু সদ্যঃঅৱসৰপ্ৰাপ্ত স্কুল ইন্‌স্পেক্টৰ শৰৎচন্দ্ৰ গোস্বামীক সম্পাদক কৰি এক শক্তিশালী গুৱাহাটী বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ড গঠন কৰি দিলে, আৰু বৰদলৈৰ

ওপৰত চলি থকা অন্তৰীণ আজ্ঞা ৰহিত কৰিবলৈ আৰু ট্ৰাস্ট বোৰ্ডে এখন ইউনিভাৰ্ছিটি বিল প্ৰস্তুত নকৰালৈকে তেনে কোনো বিল বিধান সভাত উপস্থিত নকৰিবলৈ অসম চৰকাৰক অনুৰোধ কৰিলে। শিৱসাগৰৰ এই সভাখনৰ সিদ্ধান্তক্ৰমে অসমৰ বেলেগ বেলেগ মহকুমাৰ প্ৰতিনিধি গোট খাই কেনেকৈ ডিচেম্বৰ ২৯-৩০ তাৰিখে কনভেনশ্যান পাতিছিল তাৰ কথাও আগতে কৈ আহিছো।

অসমত এটা বিশ্ববিদ্যালয় হোৱাৰ সম্ভাৱনাৰ কথা পোনতে উত্থাপিয়াইছিল কোনো অসমীয়াই নহয়—১৯১৭ চনৰ কলিকতা বিশ্ববিদ্যালয় কমিছনেহে (ছাৰ মাইকেল ছেদলাৰ কমিছন) তেতিয়াৰ কলিকতা বিশ্ববিদ্যালয়ৰ তলৰ আগশাৰীৰ কলেজ কটন কলেজলৈ (যেই ১৯০১ত স্থাপিত) চাই। তেতিয়াৰেপৰা অসম বিধান পৰিষদত তথা আসাম এছোছিয়েশ্যনৰ অধিৱেশনবোৰত বৈ বৈ বিষয়টো নৰম-গৰমকৈ আলোচিত হৈছিল। আনফালে, ১৯২১ চনৰ কলিকতা বিশ্ববিদ্যালয় অধিনিয়ম অনুসৰি বিশ্ববিদ্যালয়টো ভাৰ চৰকাৰৰ হাতৰপৰা বংগ চৰকাৰৰ হাতলৈ যোৱাত অসমৰ শিক্ষাৰ ক্ষেত্ৰত এক বিষম পৰিস্থিতিৰ সৃষ্টি হৈছিল। কিন্তু অসম চৰকাৰৰ সদায় এটা অজুহাত—পাই নাই, পইছা নাই! ১৯৩৪ চনত শ্ৰীহট্টৰ সুনামগঞ্জৰ সমষ্টিৰ এম্. এল্. এ মুনাওয়াৰ আলিয়ে প্ৰাইভেট মেম্বাৰ্চ বিল-ৰূপে এখন বিশ্ববিদ্যালয় বিল বিধান পৰিষদত দাখিল কৰা লৈ পৰিৱেশ বেছ গৰম হৈ উঠে; কিন্তু গৱৰ্ণৰে পুৰণা অজুহাততে বিলখন উত্থাপন কৰিবলৈ অনুমতি নিদিলে। ১৯৩৮ চনত শিক্ষামন্ত্ৰী-ৰূপে মুনাওয়াৰ আলিয়ে এখন বিল উত্থাপন কৰিবলৈ লওঁতেই মন্ত্ৰীসভাখনেই ভঙ্গ হৈ যায়। পিছৰ বছৰত কোনো অনুষ্ঠান আৰু ব্যক্তিয়ে (শৰৎচন্দ্ৰ গোস্বামী) ৰাইজৰপৰা এক পইছা এক পইছাকৈ (তেতিয়া এপইছাৰ মূল্য এটকাৰ চৌষষ্ঠি ভাগৰ এভাগ) তুলি 'পাইচীয়া বিশ্ববিদ্যালয় ফণ্ড' এটা খুলিবলৈ

গা লৰাইছে' বুলি বাতৰিকাকতত বাতৰি ওলাইছিল। ১৯৪৩ চনৰ বিধান সভাৰ বাজেট অধিৱেশনত আমাৰ প্ৰধান মন্ত্ৰী ছাৰ ছাদুল্লাই সদনক জনায় যে বিশ্ববিদ্যালয় নিৰ্মাণ কৰা বিষয়টো চৰকাৰে হাতত লৈছেই। ইতিমধ্যেই ডক্টৰ সূৰ্যকুমাৰ ভূঞাক বিশেষ বিষয়া কৰি এখন আইনৰ খচৰা তৈয়াৰ কৰিবলৈ দিয়া হৈছিল। কিন্তু যেতিয়া ৪ মাৰ্চ-১৯৪১ তাৰিখে শিক্ষামন্ত্ৰী ৰোহিণীকুমাৰ চৌধুৰীয়ে বিলখন সদনত উত্থাপন কৰিলে, সদনৰ বাহিৰে-ভিতৰে কোঢ়াল লাগিল; বিশেষকৈ পৰিকল্পিত 'আসাম বিশ্ববিদ্যালয়'খন ক'ত হ'ব, বিলত তাৰ কোনো উল্লেখ নাছিল; তাৰ ৰূপটোও চৰকাৰৰ হাতৰ মুঠিত সোমাব পৰা ধৰণৰ হৈছিল আৰু টিচিং চৰিত্ৰটো কল্পিত নহৈছিল। বিলখন ছিলেক্ট কমিটি স্তৰ পৰ্যন্ত আগ বাঢ়িছিল। কিন্তু সিমানতেই সি বৈ গ'ল। সেয়ে হ'ল তেতিয়ালৈ বিশ্ববিদ্যালয়ৰ লতা-কটা ৰণ!

'অৰুনোদই''ৰ পিছত আধুনিক অসমৰ সাহিত্য-সংস্কৃতি গঢ়াৰ আঁচনিখন যেনেকৈ কলিকতা-প্ৰবাসী অসমীয়া ডেকা কেইটিমানে চাহৰ মেলত অ. ভা. উ. সা. সভা আৰু "জোনাকী''ৰ ৰূপত ৰচিছিল, প্ৰায় তেনেকৈয়ে 'বেজ' লক্ষ্মীনাথ নথকাতো 'ডেকাবেজ' মাধৱচন্দ্ৰৰ উদ্যোগত ২ জুলাই ১৯৪৪ তাৰিখে কলিকতাত অম্বিকানাথ বৰাৰ ঘৰত কেইজনমান অসমীয়া গোট খাই অসমত বিশ্ববিদ্যালয় গঢ়াৰ সংকল্প কৰিলে আৰু স্থিৰ কৰিলে, বিশ্ববিদ্যালয়টিৰ নাম হ'ব গুৱাহাটী বিশ্ববিদ্যালয়। তাৰ্লৈ অৰ্থ সংগ্ৰহ আৰু ৰক্ষণ কৰিবৰ বাবে এক সাতজনীয়া ট্ৰাস্ট বোৰ্ড পঞ্জীকৃত হ'ব; পুঁজি-সংগ্ৰহৰ বাবে এদল পাৰিতোষিকধাৰী কৰ্মচাৰী হ'ব; "বাঁহী''ৰ সম্পাদক মাধৱচন্দ্ৰ বেজবৰুৱাই সম্প্ৰতিকে কলিকতাৰপৰা প্ৰচাৰৰ কাম কৰিব; ইত্যাদি। ট্ৰাস্ট বোৰ্ড আদিৰ দিহা-পোহা কৰিবলৈ শৰৎচন্দ্ৰ গোস্বামীক দায়িত্ব দিয়া হয়। এই চাহ-মেলাই হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অমুষ্টুপীয়া কিন্তু কাৰ্যকৰী শুভাৰম্ভ। সিদিনাৰ সিদ্ধান্ত

অনুসৰিয়েই শিৱসাগৰৰ সভাখন বহিছিল ট্ৰাস্ট বোৰ্ড গঠন কৰিবৰ উদ্দেশ্যে। গুৱাহাটীত বহা কন্‌ভেনশ্যনলৈ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ নামত কলিকতাৰ প্ৰচাৰ বিভাগৰপৰাই নিমন্ত্ৰণ পঠিওৱা হৈছিল।

মই কনভেনশ্যনলৈ শিৱসাগৰৰ প্ৰতিনিধি হৈ আহিছিলো। কিন্তু গুৱাহাটী পালত মাধৱচন্দ্ৰ বেজবৰুৱাদেৱে মোক প্ৰচাৰ বিভাগৰ হৈ দুদিনৰ সমস্ত আলোচনা আৰু সিদ্ধান্তৰ এক প্ৰতিবেদন তৈয়াৰ কৰিবলৈ লগালে। মোৰ মুখ বন্ধ হ'ল। তলমূৰে কলমহে চলিল। মোৰ কাম দেখি মাধৱ ককাইদেৱে মাজতে থাপ মাৰি সুধিলে, যদি ট্ৰাস্ট বোৰ্ডৰ কাম কৰিবলৈ মই আহিব লগীয়া হয়, মই আহিমনে বাৰু? মই নভবাকৈয়ে ক'লো, 'নিশ্চয় আহিম।' কিন্তু ভাবি চাই ক'লো, 'আহিম কেনেকৈ? ৰৰদলৈ ডাঙৰীয়াকে ধৰি সকলো ট্ৰাষ্টীয়ে বিনা বেতনে কাম কৰিব। সেই ত্যাগ কৰিবলৈ মোৰ কি উপায় আছে? ঘৰ এৰি আহি এমাহ দুমাহ এনেয়ে থকা সুকীয়া কথা।' 'বাৰু, যদি তোমাক বোৰ্ডত প্ৰয়োজন হয়, তোমাৰ এই এমাহ দুমাহৰ স্বেচ্ছাসেৱা আগ বঢ়োৱাৰ কথা থাকিব। তোমাৰ পিছৰ কথা ৰৰদলৈ ডাঙৰীয়াই নিশ্চয় ঠিকমতে ভাবিব। তুমি ঘৰত সোমাই থাকিলে কি হ'ব? ওলাই আহাঁ। ইয়াতহে তোমাৰ আচল ক্ষেত্ৰ। আমাৰ আন্দোলনেও তোমাত ভাল কৰ্মী এজন পাব। লগা হলে তুমি আহিবা বুলিয়ে মই কিন্তু ক'ম। দ্বিতীয় কথা নক'বা।' সেয়া ডেকা-বেজৰ লেখীয়া কথা। মোৰ কেঁকো-খেঁকো নচলে। ঘৰলৈ গৈ কিন্তু কথাটো পাহৰিয়ে গৈলাব লাগে নে 'জুকিয়া শৈজুলি বান্ধি ল টুপালি' কৰিব লাগে, একো চিন্তাত মূৰ ঘমাবলৈ নহ'ল। এনেতে ৮ জানুৱাৰী তাৰিখে বেজ-বৰুৱাৰপৰা এটি কাৰ্ড পালো:

গুৱাহাটী ৫.১.৩৫

মৰমৰ মহেশ্বৰ,

মই কালিহে আহি আকৌ পাইছোঁহি। কালি আহিয়েই তোমাৰ ৰিপোৰ্টটো ৰৰদলৈদেৱক দিয়ালো। বৰদলৈয়ে ৰিপোৰ্টটো পঢ়ি তোমাৰ ওপৰত বৰ impressed হৈছে। আজি পুনৰ তোমাৰ কথাটো ভাঙি কৈ তেখেতৰ মত ললো। তেখেতে তোমালৈ মাতি পঠাই এখন চিঠি ৰমেশ চৌধুৰীক দিবলৈ দিছে। তুমি ইতিমধ্যতে স্কুলৰপৰা ছমাহমানৰ ছুটী লৈ আহা। ইয়াতো তোমাৰ অইন সুবিধা কৰি দিব পৰা যাব। ইয়াত সকলোৱে তোমাক অনাত মত দিছে বিশেষকৈ ৰিপোৰ্টটোৰ ওপৰত impressed হৈয়েই। তুমি এতিয়া যিমান সোনকালে পাৰা গুচি আহা। আহোঁতে লগত কিছুমান (যিমান পোৱা তিমান) হাতে-কৰা কাগজ শ্ৰীযুত বিমলা চলিহাক লগ ধৰি লৈ আহিবা। শ্ৰীযুত বৰদলৈৰ নামত তেওঁলৈ এখন টেলিগ্ৰাম হৈছে। টিকট ছপাৰৰ কাৰণে বেলেগ বেলেগ ৰঙৰ কাগজ লাগে। তুমি এই চিঠি তেওঁক দেখুৱাই হলেও passenger trainতে যিমান পাৰি হাতে-কৰা কাগজ বেলেগ বেলেগ ৰং আৰু sizeৰ লৈ আহিবা।

বিশেষ নাই। তোমাৰ এই কামটো কৰাই লবলৈ পাই বৰ ভাল লাগিছে। আশা কৰোঁ তুমি যিমান সোনকালে পাৰা আহিবা।

মৰম চেনেহ লবা।

ইতি

তো—

শ্ৰীমাধৱ

ইতিমধ্যেই বোৰ্ডৰ সহকাৰী সম্পাদক-ৰূপে যোগ দিয়া ৰমেশচন্দ্ৰ চৌধুৰীৰ (অধিবক্তা) চিঠিখনো লগে লগেই পালো ৯ তাৰিখে:

Gauhati
Ujan Bazar
6.1.45

প্ৰিয় শ্ৰীযুত নেওগ,

আশা কৰোঁ মোৰ পৰা এই চিঠি পাই আপুনি আচৰিত নহব। আপুনি আহি বিশ্ববিদ্যালয়ৰ কামত লাগিবহি বুলি শ্ৰীযুত বেজবৰুৱাৰ মুখে শুনি সন্তোষ পাইছোঁ। আপোনাৰ দৰে উদ্যোগী মানুহৰ হাতত পৰিলে আমাৰ প্ৰচেষ্টা সফল হ'ব বুলি সম্পূৰ্ণ বিশ্বাস।

আপোনাব বিষয়ে শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ লগত শ্ৰীযুত বেজবৰুৱা আৰু মোৰ কথা-বতৰা হৈছিল। [হাতে-কৰা কাগজত লেখা চিঠিৰ মাজ অংশ পোকে ক্ষত-বিক্ষত কৰি কৰি পেলালে। মোৰ নিয়োগ বোৰ্ডে দিব; অবৈতনিকভাৱে মই কাম কৰিব খুজিলেও কথাটো ভাল নেদেখি বুলি বৰদলৈ ডাঙৰীয়াই ভাৱে; সমুচিত ব্যৱস্থা কৰা হ'ব—এনে কথাই তাত আছিল।]

আশা কৰোঁ আপুনি সোনকালে আহি কামত যোগ দিবলৈ—ওপৰৰ ব্যৱস্থ মতে—আপত্তি নকৰিব আৰু যিমান সোনকালে পাৰে ইয়ালৈ আহি কামত যোগ দিব। আপোনাৰ নিজৰ খৰচৰ কাৰণে (ইয়াত থকাৰ) শ্ৰীযুত বেজবৰুৱা ডাঙৰীয়াৰ আগত আপুনি যি idea দিছে সেই অনুসাৰেই আপুনি পাব।

আৰু এটা কথা—পুঁজি-সংগ্ৰহৰ কাৰণে টিকট ছপাবলৈ হাতেৰে তৈয়াৰী কাগজ বিচাৰি শ্ৰীযুত বিমলাপ্ৰসাদ [চলিহালৈ শ্ৰীবৰদলৈ ডাঙৰীয়াৰ এটা টেলিগ্ৰাম] গৈছে আৰু আপোনাৰ হাততে পঠিয়াবলৈ⋯লেখা হৈছে—আপুনি আহোঁতে সেইখিনি লৈ আহিব। শ্ৰীযুত বেজবৰুৱা আজি কলিকতালৈ যাব।

আশা কৰোঁ ভালে আছে—মোৰ সাদৰ সম্ভাষণ গ্ৰহণ কৰিব। ইতি

আঁ—

শ্ৰীৰমেশচন্দ্ৰ চৌধুৰী

পুঃ official চিঠি পিছত দিম। এতিয়া নিদিয়া কাৰণে যেন বেয়া নাপায়—আপুনি আহি পালে দিলেওতো হ'ব। অফিচ নিয়মমতে চলা নাই—আপুনি আহি পালে চলাম।

ৰমেশ

মই চিঠি পোৱা দিনাখনেই তপতে তপতে শ্ৰীচৌধুৰীলৈ উত্তৰ দি এটা কাৰ্ড লেখিলো:

শিৱসাগৰ
৯।১।৪৫
প্ৰিয় চৌধুৰীদেও

আজি আপোনাৰ আৰু কালি বেজবৰুৱাৰ একে-বিষয়ক দুয়োখনি চিঠি পাইছো। মোৰ নিয়োগ সম্পৰ্কত আপোনালোকৰ শলাগ লৈছো আৰু শ্ৰদ্ধেয় শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ ওচৰত কৃতজ্ঞতা-পাশত আবদ্ধ হৈছো। ইমান সোনকালে তালৈ যাব লগীয়া হ'ব বুলি নাভাবিছিলো। তাতে আকৌ স্কুলৰ পৰীক্ষাবোৰ তেনেই ওচৰ পালেহি নহয়। তাৰ উপৰি ঘৰখনৰ এটা থান-থিত লগাই থৈ ডাঙৰীয়াৰ দৰে টুপলি বান্ধি ওলাব নালাগিব জানো? স্কুলত সাধাৰণ স্বৰূপে মাহেকৰ আগ-জাননী দিলেহে ইমান দীঘলীয়া ছুটী দিব পাৰিব। গতিকে সকলো লেঠা-লুঠনি মাৰিবৰ বাবেও মোক এমাহ লাগিব যেন লাগে। এই মাহটোলৈ (খৰক ফেব্ৰুৱাৰীৰ প্ৰথম সপ্তাহলৈ) মোক ৰেহাই দিলে ভাল পাম। যদি ৰেহাই দিব নোৱাৰেহে, সোনকালে লিখিব; এটা ব্যৱস্থা কৰিব লাগিব। থকা-মেলাৰ বিষয়েও

দিহা এটাৰ বিষয়ে ভাবি চাব; বিশেষকৈ আপোনাক এই কথাটিৰ ভাৰ দিব পাৰি যেন লাগিছে। টমিলৈ লিখিম; পিছে তেওঁৰ ওপৰত কিমান নির্ভৰ কৰিব পাৰি ক'ব নোৱাৰোঁ। তাৰ পিছত কাগজৰ কথা। চলিহাদেওক লগ পালো। তেখেতসকলৰ হাতত ৪০ বিম্‌মান বগা সাধাৰণ ফুলস্কেপ কাগজ হ'ব। আপোনালোকে কিমান টিকটৰ হিছাপ দিছে· তাৰ বাবে সদ্যহতে ৬ বিম্‌মান লাগিব বুলি তেখেতৰ অনুমান। এই বিষয়ে এটা টেলিগ্ৰাম কৰিছিল। তাৰ উত্তৰলৈ বাট চাইছে। উত্তৰ পালেই কোনোবা মানুহ বা ডাক যোগে বর্তমান minimum requirementটো পঠাব। ৰঙীন কাগজ সঙকাই পোৱা টান, দিন লাগিব। অতি সোনকালে উত্তৰ দিব। স্নেহসম্ভাষণ জানিবা। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াকো মোৰ শ্ৰদ্ধা জনাব।

শ্ৰীমহেশ্বৰ নেওগ

কার্ডটোত চহীৰ আগতে 'আপোনাৰ' বা 'বিনীত' লেখিবলৈ ঠায়ে নুজুৰিলে। চৌধুৰীদেৱে যেনে পাইছিল তেনেভাৱেই কার্ডটো বৰদলৈ ডাঙৰীয়াৰ আগত পেছ কৰিলে। তেখেতে Address only তলৰ তলত ঠাই অকণ পাই তাতে লেখিলে চৌধুৰীলৈ বুলি:

You may write to say that he may join by the 15th Feb or any time after finishing the Exams.

G. N. Bardoloi

ন্যাস পৰিষদৰ কামৰ বাবে মোলৈ ডাক পৰাত বন্ধুসকলেও ৰং পালে। সিসকলে যোৱে আগৰেপৰা ভাবিছিল—ভাবে এজনৰ ভাষাত—'কচু-চেকীয়ানীৰ মাজত লুকাই থকা বস্তু এটি যে কোনো-বাই কাহানিবা বিচাৰি পাব।' বন্ধু-বান্ধৱৰ এই বস্তুত 'বস্তু'ৰো ৰং-উলাহ পাবৰেহে কথা।

## বৰ পঢ়াশালিৰ খুটা-চ'তি, কৰা-মাৰলি /ক

'হাকিমেনো কি কাম কৰে ?' 'মই ? বিশ্ববিদ্যালয়ত কাম কৰোঁ।' 'বিশ্ববিদ্যালয় ?' মোক কথা সোধাজনে মোৰ উত্তৰটো বুজা নাই বুলি সহজ কৰিবলৈ কওঁ, 'হয়, ইউনিভাৰ্ছিটিত।' 'ইউনি—?' আহকালহে হ'ল দেখোন। ক'লো, 'পঢ়াশালি। গুৱাহাটীৰ বৰপঢ়াশালিত ল'ৰা পঢ়ুৱাওঁ।' সিজনে নুবুজিলেই (অসমীয়াত কথা ক'লে অসমীয়া মানুহে নুবুজেই!) নে মোৰ কামটো সৰু বুলি ভাবিয়েই মনে মনে ৰ'ল। উজনিমুৱা বাছখন ঘৰ্ ঘৰ্ কৰে আগ বাঢ়িল।

১৯৭০ চনত ভাৰত চৰকাৰে পঠাইছিল বাবে পূব ইউৰোপলৈ যাওঁতে হাংগেৰীৰ ৰাজধানী বুডাপেস্টত সিসকলৰ ৰাষ্ট্ৰীয় বিজ্ঞান সভাৰ সংগীত কক্ষত উত্তৰ-পূব ভাৰতৰ লোক-গীত সম্বন্ধে বক্তৃতা দিয়াৰ আগতে মই মোৰ নিজৰ পৰিচয় দি কৈছিলো, "পৃথিৱীৰ সুদূৰতম এটা চুকৰপৰা আহি আপোনালোকৰ মাজত উপস্থিত এই মই এক পঢ়াশলীয়া পণ্ডিত।"

ভাহানি ১৯৪৫-৪৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস পৰিষদৰ কাম কৰি হেম বৰুৱাৰে (অধ্যক্ষ, পাছৰ এম্. সি. জন) মেহু কৰি থাকোঁতে বৰুৱাই মাজে মাজে কৈ উঠে, 'বুঢ়া বয়স হ'লে আগলৈ আমাৰ নেওগ টুক্ টুক্‌কৈ লাখুটিডাল হাতত লৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিষয়ে পতা সভাত লেক্‌চাৰ দিবগৈ: বোপাটিহঁত, এই বুঢ়ায়ে ভাহানিখন বৰদলৈ, কথকদিন চাহাব আদিৰে লগ লাগি তোমালোক পঢ়া এই ডাঙৰ পঢ়াশালিখন কৰিলো; এই বুঢ়ায়ে··· ইত্যাদি, ইত্যাদি।' সেই সাধুটো এতিয়া ক'বৰ বেলা পৰিছে।

তাকে কওঁ। ডাঙৰ পঢ়াশালিখনৰো বয়স ছকুৰি পূৰ হওঁ হওঁ হৈছেহিয়েই।

যিমান পাৰি সিমান সোনকালে ন্যাস পৰিষদৰ কামত আহি যোগ দিব লাগে, মাধৱচন্দ্ৰ বেজবৰুৱাদেৱৰ এই পৰামৰ্শমতে খৰ-খেদা লগাই ৩১ জানুৱাৰী ১৯৪৫ব দিনা শিৱসাগৰ এৰিলোঁৱেই আৰু ২ ফেব্ৰুৱাৰীত মৰিয়ণীত ৰেলত উঠি পিছদিনা পুৱা গুৱাহাটী পালোহিয়েই। পায়ে অধ্যাপক বিৰিঞ্চিকুমাৰ বৰুৱাৰ পুৰণি ঘৰতে (বৰ্তমান ঘৰৰ ঠাইতে) উঠিলো। দেৱকান্ত বৰুৱা আৰু ভোলা বৰুৱা কলেজৰ অধ্যক্ষ-ৰূপে কিছু দিন আগতে যোগ দিয়া হেম বৰুৱাও তাতে আছিল। চাৰি তাৰিখৰ দিনা আৰ্মি লায়েজ অফিচাৰ সচ্চিনানন্দ ৱাৎস্যায়নৰ (হিন্দী সাহিত্যৰ বিশ্ৰুত 'অজ্ঞেয়' আৰু পাছত জ্ঞানপীঠ পুৰস্কাৰ-লব্ধ সাহিত্যকাৰ) গাড়ীত উঠি অধ্যাপক বৰুৱা, দেৱকান্ত বৰুৱা আৰু হেম বৰুৱা, তদুপৰি ৰবীন্দ্ৰনাথ বৰুৱা আৰু ধ্ৰুৱকুমাৰ বৰুৱা (অধ্যাপক বৰুৱাৰ ভতিজা) আৰু মই—এই সকলোৱে বশিষ্ঠাশ্ৰমত লগ-চাহ জলপান খালোঁগৈ। গোপীনাথ বৰদলৈ ডাঙৰীয়া গুৱাহাটীত নাছিল। কলিকতালৈ গৈছিল। কিন্তু তেওঁ কৈ যোৱা-মতে কটন কলেজিয়েট স্কুলৰ (সেই যুদ্ধৰ দিনত স্কুল স্থানান্তৰিত হৈ পুৱা-গধূলি বহিছিলহি কামৰূপ একাডেমিৰ ঘৰত) অস্থায়ী হেডমাস্টৰ অম্বৰাম বৰুৱাদেৱৰ খালি পৰি থকা হেডমাস্টৰৰ বহা 'নিৰলা-কুটীৰ'ত (চেনিকুঠিৰ কমলাকান্ত ভট্টাচাৰ্য পথলৈ সোমোৱাৰ মুখতে অৱস্থিত) মোক বিনামূলীয়াকৈ থাকিবলৈ দিলে। তাৰ লগতে লগা ডাঙৰ ঘৰটো কলেজিয়েট স্কুলৰ ছাত্ৰাৱাস। তাতে তেওঁ মোৰ অনুমুঠি গ্ৰহণৰ দিহাটোও কৰি দিলে। পাঁচ তাৰিখে সেই নিৰলা ঘৰ লোৱা হ'ল। হেম বৰুৱাই অধ্যাপক বৰুৱাৰ ঘৰত কিবা অসুবিধা পাইছিল বুলি অম্ব বৰুৱা ছাৰক কৈ মোৰ লগৰীয়া হ'লহি দহ তাৰিখৰপৰা। পাঁচ ফেব্ৰুৱাৰীত দেৱকান্ত বৰুৱাই তেওঁ সম্পাদনা কৰি থকা

"অসমীয়া"ৰ 'অৰুণমানিৰ চ'ৰা'টো চলাবৰ দায়িত্বকেৰা মোৰ কান্ধত জাপি দি গ'লহি। এইদৰেই মোৰ গুৱাহাটীয়া জীৱন আৰম্ভ হ'ল।

১৬.তাৰিখে বৰদলৈদেৱৰ লগত মোৰ প্ৰথম সাক্ষাৎকাৰ আৰু কথাবতৰা হ'ল। সেইদিনা তেওঁ কলিকতাৰপৰা ঘূৰি আহিছে আৰু লগত লৈ আহিছে দুটা প্ৰকাণ্ড ট্ৰাঙ্ক ভৰাই মাধৱ বেজবৰুৱাই ছপা কৰি দি পঠিওৱা এটকাৰেপৰা এক লাখ পৰ্যন্ত মূল্যৰ কুপনৰ বহীবোৰ। কথা-বতৰাৰ পাছত তেওঁ মোক বহীখিনি চম্‌জি ল'বলৈ দিলে। মই দেখিলো যে বহীবোৰৰ ওপৰত কোনো নম্বৰ নাই। গতিকে কাৰ্পেটৰ ওপৰতে বহি লৈ বহীৰ মুগা বাকলি-পাতৰ মাজেদি দেখা পোৱা কুপনৰ কাগজৰ ৰং চাই চাই বেলেগ বেলেগ মূল্যৰ কুপনৰ বহীবোৰ একেলগ কৰি দলিয়াই দলিয়াই পেলাই গ'লো। বৰদলৈদেৱৰ লগত বহি থকা এজন সংবাদদাতাই মোক তেনে কৰা দেখি ছিঃ ছাঃ কৰি উঠিল। বৰদলৈয়ে ক'লে, 'তেওঁৰ method-এই ঠিক; কামটো তৎক্ষণাৎ হৈ যাব।' হৈ গ'লো। আধা ঘণ্টাৰ ভিতৰতে কি কি মূল্যৰ (১, ৫, ১০, ২৫, ৫০, ১০০, ৫০০, ১০০০, ৫০০০, ১০০০০, ২৫০০০, ৫০০০০ আৰু ১০০০০০ টকাৰ) কিমানখন বহীত কিমান কুপন আছে এখন কাগজত লেখি দিলো। পাছতহে কামৰূপ একাডেমিৰ হেডমাষ্টৰৰ (গোলাপচন্দ্ৰ চৌধুৰী) কোঠাৰ আধাখিনি এৰি পাতি দিয়া ন্যাস পৰিষদৰ কাৰ্য্যালয়লৈ নি ক্ৰম বাখি বহীবোৰৰ ওপৰত নম্বৰ লেখি সংগ্ৰাহক-সকললৈ সেইবোৰ পঠাব পৰা কৰিলো। এইটোৱেই পৰিষদৰ ধন-সংগ্ৰহৰ প্ৰাথমিক প্ৰস্তুতি হ'ল।

১৯ তাৰিখৰ দিনা ন্যাস-পৰিষদৰ সভা বহিল আৰু অৰ্থ-সংগ্ৰহৰ আঁচনিৰ বিষয়ে চিন্তা কৰিলে। সকলোৱে আগ্ৰহ থবকৈ কামটোত আগ বাঢ়িব লাগে। বৰদলৈদেৱে সদস্যসকলক জনালে, 'আমাৰ সমূহৰ ধন-সংগ্ৰহৰ যি ডাঙৰ দায়িত্ব আছে, তালৈ চাই এনেবোৰ

নেওগক আহি কাৰ্যালয় আৰু টকা-কড়িৰ হিচাপৰ ভাৰ ল'বলৈ অনুৰোধ কৰা হয়। ১৯৪৫ৰ ৩ ফেব্ৰুৱাৰীত তেওঁ কাৰ্যালয়ৰ দায়িত্ব লয়।' পৰিষদে মোক পৰিষদৰ অফিচ ছেক্ৰেটাৰী আৰু একাউন্টেন্ট পদবি দি নিয়োগ দিলে। গধূলি হ'লে অফিচ খোলা ৰাখোঁ। তেতিয়া তালৈ ৰমেশচন্দ্ৰ চৌধুৰী, বিৰিঞ্চিকুমাৰ বৰুৱা (দুইজন পৰিষদৰ সহকাৰী সচিব), অধ্যাপক ৰোহিণীকান্ত বৰুৱা, হিৰণ্যচন্দ্ৰ ভূঞা আদি আহি হাতে-কামে লাগেহি। বৰদলৈ ডাঙৰীয়াও আহে মাজে মাজে। তেওঁৰ ঘৰলৈও যাওঁ। তেতিয়া তেওঁ ৰাজনৈতিক ক্ষমতাৰপৰা আঁতৰত—বিশেষকৈ অসুখৰ কাৰণেহে তেওঁক জেলৰপৰা এৰি দিয়া হৈছিল। আন অনেক নেতা তেতিয়া জেলত। তেওঁৰ লগত অনেক সময় কথা-বতৰা হওঁ। কেতিয়াবা তেওঁ কথা পাতি পাতি বহুতডোখৰ বাটলৈকে আগ বঢ়াই দিয়ে। সেই কথা-বতৰাৰ মাজতে তেওঁ এদিন ক'লে, 'তুমি এটা কাম কৰিবা। মই সিদিনা কুমিল্লা ইউনিয়ন বেংকৰ (পাছত ইউনাইটেড বেংক অৱ্ ইণ্ডিয়া) মেনেজাৰৰ লগত কথা হৈছিলোঁ। দেখিলোঁ, বেংকৰ হিচাপ ৰখাৰ নিয়মবোৰ বৰ ভাল। তেওঁ সহায় কৰিম বুলিছে। তুমি দুদিনমান গৈ তেওঁৰপৰা সেয়া শিকি ল'বা।' সেইমতে মই মেনেজাৰজনক লগ ধৰিলোঁ। তেওঁ সময় বান্ধি দিলত এদিন দেওবাৰে ৰাতিপুৱা দুই-তিনি ঘণ্টা তেওঁৰ লগত বহি হিচাপৰ কায়দাটো শিকিলো। আমাৰ কাৰ্যালয়ৰ অংশকালীন সহকাৰী উমেশচন্দ্ৰ তালুকদাৰক (তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পূৰ্ণকালীন টাইপিস্ট আৰু সহকাৰী) লৈ বণ্ডা-ক'লা ভাউচাৰ আদি ছপাই, কেছ বহী, লেজাৰ বহী আদি সুকীয়া কৰি পৰিষ্কাৰকৈ হিচাপ ৰখাৰ দিহা কৰিলোঁ। এদিনাখন বৰদলৈ ডাঙৰীয়াই হিচাপ ৰখাৰ পদ্ধতি চাবৰ বাঞ্ছা কৰাত বহীবোৰ লৈ তেওঁৰ ঘৰলৈ গ'লো। বাহিৰ বাৰাণ্ডাৰ ৰ'দতে বহি তেওঁ বহীবোৰ চালে। "আজিলৈ আমাৰ মুঠ সংগ্ৰহ

কিমান, আজি হাতত নগদ কিমান আছে, অমুক জিলাৰ অৰ্থ-সংগ্ৰহ সমিতিৰ যোগেদি কাৰপৰা কিমান টকা গোট খালে—এনে সকলোবোৰ কথা একেলগে দেখুৱাব পৰা হিচাপ ক'ত ? সেইটো দেখোন নাই' বুলি অলপ খং কৰি বহী কেইখন দলি মাৰি দিলে। মই বিমোৰত নপৰিলো; মাথোন ক'লো, 'ছাৰ, আমাৰ কেছ বহী, লেজাৰ বহী, মাহেকীয়া স্টেটমেণ্টৰ বহী, এইবিলাকে হিচাপ-বিষয়ক সুকীয়া সুকীয়া প্ৰশ্নৰ উত্তৰ দিব। সংগ্ৰহৰ আৰু খৰচৰ সকলো বিতং বিৱৰণ এই বহী কেইখনৰপৰা সাৰি যাব নোৱাৰে। আজি হাতত কি আছে সেয়া কেছ বহীয়ে, এখন জিলাসমিতিৰ যোগে কিমান টকা কাৰপৰা সংগ্ৰহ হ'ল তাক লেজাৰ বহীৰ এটা পৃষ্ঠাই আৰু আজি আমাৰ মুঠ বিত্তীয় পৰিস্থিতি স্টেটমেণ্টৰ বহীয়ে দেখুৱাব। আপুনি শিকিবলৈ কোৱামতেই এই পদ্ধতি গ্ৰহণ কৰিছো। ইয়ে আমাৰ বাবে আটাইতকৈ ভাল পদ্ধতি।' তেতিয়া তেওঁ নিজে উঠি গৈ তলৰপৰা বহী কেইখন তুলি আনি এবাৰ লুটিয়াই চালে আৰু দুই-এটা কথা সুধি 'ভাল হৈছে' বুলি কৈ মোক বিদায় দিলে।

সমস্ত অসম জুৰি (অৱশ্যে শ্ৰীহট্ট কাছাৰ এৰি) বিশ্ববিদ্যালয় আন্দোলনৰ ঢৌ উঠিল। সভা-সমিতি, সমদল-শোভাযাত্ৰা আদি চাৰিও ফালে। সকলো ঠাইৰে গণ্য-মান্য লোকৰেপৰা স্কুলীয়া ছাত্ৰলৈকে সকলোৱে সমদলত যোগ দি বিশ্ববিদ্যালয়ৰ ধ্বনি তুলিলে আৰু সভাত বহি অৰ্থ-সংগ্ৰহৰ উপায় চিন্তা কৰিলে। ঘৰে ঘৰে মুষ্টি-ভিক্ষাও হ'ল। কিন্তু ন্যাস-পৰিষদৰ ফালৰপৰা ধন গোটোৱাৰ দায়িত্ব বিভিন্ন জিলা সংগ্ৰহ-সমিতিবোৰৰ ওপৰত ন্যস্ত কৰা হ'ল আৰু জিলা সমিতিবোৰে ঠায়ে ঠায়ে এলেকায় এলেকায় সৰু সমিতি গঠন কৰি টকা তোলাৰ দিহা কৰিলে। অলপ ডাঙৰ ডাঙৰ দান সংগ্ৰহ কৰি অৰ্থ-সংগ্ৰহত বিশেষ উৎসাহ যোগাবৰ বাবে বৰদলৈ ডাঙৰীয়া নিজেই ধনৰ সংগ্ৰহৰ কামত, আৰু গুৱাহাটীৰপৰা ডিব্ৰুগড় পৰ্যন্ত ভ্ৰমণ কৰিলে। তেওঁৰ লগত

ৰোহিণীকুমাৰ চৌধুৰীদেৱ, ন্যাস পৰিষদৰ ধনভঁৰালী ডেকা ব্যৱসায়ী বিনায়ক হিমৎসিংকা (কলিকতাৰ এই যুৱকজনক বৰদলৈয়ে শান্তি-নিকেতনলৈ যাওঁতে তাতে লগ পাই কথা-বতৰা হৈ ভাল পাই তেওঁক পৰিষদৰ হতুৱাই ধনভঁৰালী নিযুক্ত কৰাইছিল গুৱাহাটীৰ ফাঁচীবজাৰৰ চান্দমল চেৰাউগীৰ লগত যুটীয়াকৈ), মাধৱচন্দ্ৰ বেজবৰুৱা আৰু বিৰিঞ্চিকুমাৰ বৰুৱাও ঘূৰিছিল আৰু বিভিন্ন স্থানত স্থানীয় নেতাসকলে হাত-উজান দিছিল।

বেজবৰুৱাই অনেক সময়ত বৰদলৈৰ বাবে ক্ষেত্ৰ নিৰ্মাণ কৰিবৰ বাবে কোনো কোনো ঠাই আগতীয়াকৈ ঘূৰি আহিছিল। সেই সময়ত কি প্ৰচণ্ড কৰ্ম-শক্তিৰে তেওঁ কাম কৰিব পাৰিছিল, দেখা পোৱা গৈছিল। ১৯৪৫ৰ ব'হাগ বিহুৰ সময়ত মই শিৱসাগৰৰপৰা গোলাঘাটলৈ আহোঁতে তেওঁ মোক দেৰগাঁৱত লগ পালে আৰু মাজুলীৰ ডাঙৰ ডাঙৰ সত্ৰ কেইখনৰ সত্ৰাধিকাৰসকলৰ ওচৰলৈ যাবলৈ লগ ধৰিলে। মাথোন মোৰ গাত থকা কাপোৰ সাজেৰেই মই তেওঁৰ লগত যাব লগীয়া হ'ল। তেওঁ লগত আৰু ল'লে দেৰগাঁৱৰ ডেকা নেতা নৱেন শৰ্মাক। প্ৰভুসকলক লগ পাবলৈ যাওঁতে কিছু নতুন ধৰণৰ অভিজ্ঞতাও লাভ কৰা হ'ল। বেঙেনাআটিৰ গোসাঁইৰ সমীপলৈ যাওঁতে বাটতে এজন স্থানীয় ডেকাক পাই শৰ্মাই গোসাঁইৰ ওচৰত আমাক 'ভেটাবলৈ' অনুৰোধ কৰিলে। ডেকাই ভিতৰত বতৰা দিলেগৈ। গোসাঁই গৃহী অৰ্থাৎ বিবাহিত। লৰা-লৰিকৈ নিজৰ আসন পৰাই, শৰাই-গাৰু, ভোগজৰা আদি দিয়াই প্ৰভুৱে আমাক ডাক দিলে। আমি ভিতৰ সোমাই দেখিলোঁ, গোসাঁইৰ সমুখত আসন বুলিবলৈ কলপাত এখিলাও নাই। আমাক ভেটোৱা- ল'ৰাটিয়ে আঁঠু লৈ সেৱা কৰি মাটিতে বহা দেখি আমিও তাকে কৰিলোঁ। ভেটিয়া ল'ৰাটিয়ে আমাৰ পৰিচয় দিলে। লগে লগে দেখিলোঁ, গোসাঁইৰ গাত যেন বেয়াকৈ চাটি-কুটি লাগিছে।

সেইটি লক্ষ্য কৰি আমিও প্ৰভুক ৰবদলৈ ভাতৰীয়াৰ আগজনৰ পূৰ্ব-বাৰ্ত্তা মাথোন জনাই লৰা-ছবিকৈ বিদায় ল'লো। আমি গোসাঁই-ঘৰৰপৰা কেইখোজমান বাট আহোঁতেই গোসাঁয়ে ল'ৰাটিক আমাৰ লগৰপৰা মতাই নিলে। আমি তেওঁক এৰি থি চাপি অহা গধূলিৰ ভয়ত কমলাবাৰী মুখে দীঘল দীঘলকৈ খোজ চলালো। কিন্তু বৰহ দূৰ যাবলৈ নৌ পাওঁতেই ল'ৰাটি উধাতু খাই লৰি আহি আমাক লগ ধৰিলে, ক'লে, 'ভেট' হোৱাৰ আগতে আমাৰ চিনাকি নিদিয়া বাবে প্ৰভুৱে তেওঁক বিস্তৰ খং কৰিছে। ল'ৰাটিয়ে আমাৰ ক্ষমা-প্ৰাৰ্থনাও কৰিলে। আমি ক'লো, আমাক বিশেষ আসন নিদিয়াত আমাৰ অকণিকে দুখ নাই, কিন্তু দূৰ আৰু ওচৰৰপৰা অহা শিছ-ভকতসকলকযে গোসাঁয়ে সদায় মচি-কাছি নিকা কৰি থোৱা হ'লেও মজিয়াতে লেপেটা কাঢ়িবলৈ দিয়ে, সেইটোহে শোভন কাৰ্য বুলি ভাবিব নোৱাৰিলো। আমাৰ সেই বাণী ল'ৰাটিয়ে নিশ্চয় প্ৰভু ঈশ্বৰৰ চৰণত নিবেদন কৰাগৈ নাছিল। আমাৰনো দুখ কি? Beggars have no choice.

আমি আউনিআটি সত্ৰৰ আলহী-গৃহত এনিশা বৰ্জিৰ লগীয়া হ'ল। পাছ দিনাহে আমাক প্ৰভু ঈশ্বৰৰ সমীপলৈ ভেটাবলৈ নিয়া হ'ল। কিন্তু ঈশ্বৰৰ বঙলাত উঠিবৰ সময়ত ভেটোৱাগৰাকীয়ে জনালে যে ভেট হওঁতে প্ৰভুক দৰ্শনী-ৰূপে ধন দিয়া নিয়ম। আমি তাৰ বাবে সাজু নাছিলো। তথাপি তিনিজনৰ ভিতৰত নগণ্য কিবা এফেৰা আগ বঢ়োৱা হ'ল। বঙলাৰ পৰ্টিকোত অনেকজন শিছ-ভকত সমৱেত। গোসাঁয়ে বেছ সুন্দৰ কায়দাত সিসকলৰ কোঁচলৈ তুলসীৰ মালাৰ নিৰ্মালি মাৰি মাৰি পঠিয়াইছে। তাকে দেখি আমিকেইটাৰো লোভ হৈছিল সেই কায়দাত পৰা মালা ল'বলৈ। কিন্তু বহুত পৰ বহিও দেখিলো, আমাৰ ভাগত মালা নপৰিল। হয়তো ইয়াৰ কাৰণ আৰ্থিক। হয়তো গোসাঁই-ঈশ্বৰে আমাক

গুৰু-গোসাঁই নমনা অসুৰ বুলিয়েই জ্ঞান কৰিছিল। সি যি হওক, আমাৰ কোনো আক্ষেপ নাছিল। আমি মাথোন দূত। আমাৰ কাম হ'ল। ঘূৰি আহিলো। লোভ বেয়া বস্তু।

মাধৱ ককাইদেউ আৰু মই এদিন দুখন বাইচাইকেল লৈ কমলাবাৰীৰপৰা দক্ষিণপাট সত্ৰলৈ ওলালো। ত'ৰ হ'লে প্ৰভু ঈশ্বৰৰ সংগত আমাৰ বিশ্ৰম্ভালাপ বাৰুকৈয়ে হ'ল। প্ৰসাদো গ্ৰহণ কৰা হ'ল হাতীখুজীয়া বাটিত। আমাৰ দৌত্যৰ কাৰ্য সমাপ্ত কৰি গধূলি ওলোলাই অহা আকাশলৈ চাই আমি কমলাবাৰীৰ বাহৰলৈ প্ৰত্যাৱৰ্তন কৰিব খুজিলো। প্ৰভুৱে ক'লে, বতৰো বেয়া কৰি আনিছে; কথা মুখেও লোভ দেখুৱাইছে, নিশাটি থানতে ৰখিলেই মংগল। মাধৱ ককাইদেউ কিন্তু অশান্ত প্ৰাণী। এটা ৰাতি আৰামত হেৰুৱালে কামযে পিছ পৰি যাব! গতিকে বিদায়হে কৰিলো। প্ৰভুৱে কিন্তু ক'লে "আমাৰ হ'লে বচন নৰ'ল।" বাহিৰ কৰাপাটৰপৰা চাইকেল দুখন লৈ বিৰিণাৰ মাজৰ' লুংলুঙীয়া বাটে পিল্ পিল্কৈ গতি কৰিলো। ককাইদেউৰ গাড়ী মনৰ উছাহত বিৰিণাৰ জোপোহাৰ ওপৰেই জঁপিয়ায়। কিছু দূৰ আগ বাঢ়িলো। এনেতে মই ক'লো, 'মাধৱদা, সমুখৰ আকাশখনলৈ চাওকচোন। একেবাৰেই কাউৰীৰ কণীৰ লেখীয়া হৈছে। যাব পাৰিমনে?' তেওঁ ওম্ তং সং একো নুবুলি চাইকেলৰপৰা নামিল, চাইকেলখন ঘূৰাই ল'লে আৰু আগৰ কোবতে ঘূৰাই চাইকেল চলাই দিলে। ময়ো তথা কৰিলো। আমি আহি সত্ৰৰ কৰাপাটত আমাৰ দ্বি-চক্ৰ-চালিত ৰথ ৰাখিছো; দেখি কীৰ্তন-ঘৰৰ পিৰালিত প্ৰভু ঈশ্বৰে চকি এখনত বহি থকাৰেপৰা মাত লগাইছে, "আমাৰ হ'লে দুচনকাকি প্ৰভুৱে ৰাখিলে।" সিমানকণ কথাৰ লগে লগেই কাউৰীৰ কণীৰ বৰণ সানি আকাশ ঢাকি ধৰা ডাৱৰবোৰে কলহৰ কানেৰে পানী ঢালিবলৈ ধৰিলে। কাৰো মাত কোনেও শুনা হ'লোহঁক।

আমি বহুত পৰৰ মূৰতহে কোনোমতে ভকতৰ হাটীলৈকে যাব পাৰিলো। নিশাও প্ৰভুৰ প্ৰসাদ গ্ৰহণ কৰি ভকতৰ বহাত বাঁহৰ চ'চাল্লিৰ একেখন বিচনাতে আমি দুইটি নিদ্ৰাত পৰিলো। পুৱা হওঁতে নৌহওঁতেই মাধৱদা উঠিল। দুয়ো বাহীমুখেই কমলাবাৰীলৈ যাত্ৰা কৰিলো। আমাৰ সময়ৰ জোখ ঠিকেই ব'ল। মাজুলীৰপৰা ঘূৰি মই যোৰহাট-শিৱসাগৰো ঘূৰি তাৰ উৎসৱত যোগ দি, জিলা সংগ্ৰহ-সমিতি আৰু চাৰিং, বেতবাৰী আদি দুই-এক স্থানীয় সমিতিৰ লগতো কাম কৰি গুৱাহাটীলৈ ঘূৰিলো। ঘৰ পাই দেখোঁ নিৰলা-কুটীৰত এতিয়া আচল গৰাকী উপস্থিত। মানে, কলেজিয়েট স্কুলৰ স্থায়ী হেডমাস্টৰ বসন্তকুমাৰ বৰুৱাই কামত যোগ দি হেডমাস্টৰৰ কোৱাৰ্টাৰত অৱস্থান কৰিছেহি। ভাবিলো, এতিয়া দেখোন খেদাহে খাব লাগিল। পিছে বৰুৱাদেৱৰপৰাই জানিলো, তেওঁৰ ঘৰৰ মানুহ নাহে; তেৱোঁ মোৰ আৰু হেম বৰুৱাৰ দৰে 'ভাং মাৰে ডণ্ডুৱা'ৰ জীৱনেই যাপন কৰিব আৰু ছাবে আমাকো সেই জীৱনৰ লগৰীয়া-ৰূপে পালে ভাল পাব। তেওঁ হেম বৰুৱাৰ এসময়ৰ শিক্ষক আছিল, আৰু মই তেওঁক উত্তৰ লখীমপুৰত সহকৰ্মী এছিষ্টেণ্ট হেডমাস্টৰ হিছাপে পাই অহাৰ কথা আপোনালোকক আগতে কৈ আহিছোৱেই। গতিকে আমি তিনি পুৰুষেৰে আমাৰ সংসাৰ চলিবলৈ ধৰিলে; খোৱাৰ দিহাও আগৰ দৰেই ল'বাৰ হোস্টেলৰপৰাই চলিল।

বাৰানসী হিন্দু বিশ্ববিদ্যালয়ৰ বাবে দান সংগ্ৰহ কৰি ফুৰোঁতে পণ্ডিত মদনমোহন মালব্যক মানুহে মগনিয়াৰ বুলিছিল। বুলিছিল Prince of Beggars. আমাৰ গোপীনাথ বৰদলৈদেৱেও সেই বেশ ধাৰণ কৰি মানুহৰ ঘৰে ঘৰে ঘূৰিছিল। কেয়োফালৰপৰা অভূতপূৰ্ব সঁহাৰিও পাইছিল। দেশৰ বাবে বিদ্যাৰ হক বুজা ধনী লোকসকলে মুকলি হাতে দান কৰিছিল বা দানৰ প্ৰতিশ্ৰুতি দিছিল।

কিন্তু জন-সাধাৰণৰ মাজত বিশ্ববিদ্যালয় আন্দোলনে কেনে প্ৰতিক্ৰিয়া কৰিছিল, তাৰ দুটা উদাহৰণ মই স্থানান্তৰত দিছিলো। আজিৰ মানুহে সেয়া বিশ্বাসেই কৰিব নোখোজে। ৰবদলৈ উজনি অসমলৈ যাব লগীয়া হ'ল। কিন্তু তেওঁৰ গাড়ী নাই। শেহত এখন গাড়ী পোৱা গ'ল। কিন্তু ইন্ধন আৰু চালক নিজে যোগাৰ কৰি ল'ব লাগিব। এজন পঞ্জাবী শিখ ড্ৰাইভাৰ লোৱা হ'ল। তেওঁ এসপ্তাহৰো ওপৰ কাল ৰবদলৈক উজনিত ঘূৰালে আৰু ভ্ৰমণৰ অন্তত সকলো গুৱাহাটী পালতহি ড্ৰাইভাৰজনলৈ যেতিয়া পাৰিতোষিক আগ বঢ়োৱা হ'ল, তেওঁ সেয়া গ্ৰহণ নকৰিলে; মাথোন ক'লে, "আপোনালোকে ইমান কষ্ট কৰিছে, ভিখাৰীৰ দৰে ঘূৰিছে দেশৰ কাৰণে। আপোনালোকে জানো টকা লৈছে? মইযে আপোনালোকক এনে ভাল কামত সহায় কৰিলো, সেয়ে মোৰ কামৰ দাম হ'ল।" পেট্ৰলৰ খৰচৰ বাবদ অলপ টকা পৰিষদৰ হিচাপৰপৰা মিলোৱা হৈছিল। কিন্তু তাত ৰবদলৈয়ে আপত্তি তুলিলে আৰু নিজৰপৰাই সেই টকা দি তাৰ লেঠা মাৰিলে।

বিশ্ববিদ্যালয় আন্দোলনে সৰ্বসাধাৰণ মানুহৰ মাজত, আন কি বিশ্ববিদ্যালয়ক খায় নে কাণত পিন্ধে তাকো নজনা লোকৰ মাজতো উৎসাহ-উদ্দীপনা জগাই তুলিছিল। সেই অভিযানৰ মাজত এদিন এজনী মাগনী বুঢ়ীয়ে দিনটো খুজি-মাগি যি পাইছিল, সেইখিনি বিশ্ববিদ্যালয় পুঁজিলৈ অকাতৰে দান কৰিছিল, 'দেউতাইত, মই আৰু আজি এইকেইটাকেহে পাইছিলো। তাকেই দিছো। আৰু মোৰ একো নাই' বুলি। আজি বিশ্ববিদ্যালয়ে সেই দানৰ কথা স্মৰণ কৰে নে নাই, নাজানো। আৰু বিশ্ববিদ্যালয়ো সৰ্বসাধাৰণৰ কথাত কিমান দূৰ লাগিছে, তাৰ বিচাৰ-বিশ্লেষণ হ'ব লাগে। তদুপৰি অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিক বৰ্দ্ধনাৱেক্ষণ দিবৰ বাবেই গুৱাহাটী বিশ্ববিদ্যালয়ক জন্ম দিয়া হৈছিল। সেই কাৰ্যওৰা কিমান আশানুৰূপভাৱে হৈছে, তাৰো খতিয়ান আমি ল'ব লাগে।

১৯৪৫ৰ ৪ এপ্ৰিল তাৰিখে লোক-দেখনিগ্নাৰকৈ বিশ্ববিদ্যালয়ৰ বাবে সংগ্ৰহ অভিযান আৰম্ভ হৈছিল। সেইদিনাখনেই বৰদলৈ আৰু পৰিষদৰ আন এজন সদস্য ৰোহিণীকুমাৰ চৌধুৰী লগ লাগি গুৱাহাটী মাৰোৱাৰী ব্যৱসায়ী সম্প্ৰদায়ৰপৰা ডেৰ লাখ টকা বিচাৰে। তাৰ পিছদিনাখনেই লুনকৰন সোহনলালৰ গাদীৰপৰা ২৫,০৬০ টকাৰ এটি দান ন্যাস-পৰিষদৰ ভিক্ষা-পাত্ৰত পৰেহি। সেইদিনাই দুয়োজন নেতা নগাঁৱলৈ যাত্ৰা কৰে আৰু দুদিনৰ ভিতৰত নগদ আৰু প্ৰতিশ্ৰুতি ধৰি ত্ৰিছ হাজাৰ টকাৰ দান সংগ্ৰহ কৰে, আৰু গোলাঘাট, যোৰহাট, শিৱসাগৰ. ডিব্ৰুগড়, তিনিচুকীয়া আদি অঞ্চল ভ্ৰমণ কৰেগৈ। এই সময়তে এই সমস্ত অঞ্চলত গুৱাহাটী বিশ্ববিদ্যালয় পথেক উদ্‌যাপিত হয়। এপ্ৰিল-মেই এই দুমাহৰ ভিতৰত ৫,৮০ ৯৫২ টকাৰ দানৰ প্ৰতিশ্ৰুতি আৰু নগদ ১,৫৭,৭০১ টকা সংগৃহীত হ'ল। ন্যাস-পৰিষদে আশা কৰিছিল ডিছেম্বৰ মাহৰ ভিতৰতে ত্ৰিছ লাখ টকাৰ পুঁজি হৈ যাব। সি অবাস্তৱ আশা নাছিল। প্ৰকৃততে, ৩১ জুলাইৰ ভিতৰত জিলা সংগ্ৰহ-সমিতি আদিৰ জৰিয়তে ৩,৪৩,৪২১ অনা পৰিষদৰ পুঁজিত পৰিছিলহি।

কলিকতাৰ অধিবক্তা প্ৰভুদয়াল হিমৎসিংকাই (পিছত ৰাজ্য সভাৰ সদস্য) প্ৰস্তুত কৰি দিয়া ন্যাস দলিলখন গ্ৰহণ কৰি পৰিষদে পঞ্জীয়ন কৰাই ল'লে আৰু ৩১ জুলাইত বৰদলৈদেৱৰ এখন আৱেদন প্ৰকাশ কৰি পুনৰ সংগ্ৰহৰ কাম পূৰ্ণোদ্যমে লগাৰ কথা ভবা হ'ল। তেতিয়া ভৰ বাৰিষা। বৌদ্ধ ভিক্ষুসকলৰ দৰে যেন পৰিষদবো বৰ্ষাৱাস পৰিল। বৰদলৈদেৱো পুনৰ লাহে লাহে প্ৰদেশখনৰ নানা ৰাজনৈতিক সমস্যাৰ মাজত সোমাই পৰিছিল। জিলা সমিতিবোৰৰ যোগে সংগ্ৰহৰ কাম চলি আছিল যদিও, আমি ভাবিলো, আকৌ খৰালি অহাৰ লগে লগেহে পুনৰ পূৰ্ণোদ্যম আহিব। সেই মাহৰ মাজ ভাগতহে ইতিমধ্যে নিৰ্বাচিত কথকদিন আলি আহমদ চাহাবে

পৰিষদৰ সচিৱ পদ গ্ৰহণ কৰিবলৈ সম্মতি জনায়। তেতিয়া কিন্তু বিশ্ববিদ্যালয় আন্দোলনৰ প্ৰথম উৎসাহ কিছু শাম কাটি গৈছিল। গতিকে ডাঙৰ ৰূপত সংগ্ৰহৰ আন্দোলন এটা নতুনকৈ গঢ়ি তুলিব লগীয়া হৈছিল। সকলোৱে অহা খৰালিলৈকে এতিয়া বাট চোৱা হ'ল। গতিকে এতিয়া মোৰ কাম হ'ল ইতিমধ্যে সংগৃহীত ধন সংগ্ৰাহকৰ হাতৰপৰা সমিতিবোৰৰ হাতলৈ আৰু সমিতিবোৰৰ হাতৰপৰা পৰিষদৰ হাতলৈ ঠিকে-ঠাকে আহিছেনে, সেইটো চাই ফুৰা। নহ'লে সচৰাচৰ দেখা যায়, অলপমান আওহেলাতে বাজহুৱা কাৰ্যত সংগ্ৰহ কৰা ধন দাতাই দিলেও, বিধতাই তাক বিচাৰি নোপোৱা হয়। বৰদলৈয়ে এই বিষয়ত সাৱধান হ'বলৈ মোক পোনতেই সকীয়াই দিছিল। গতিকে অসমৰ ঘাইকৈ জিলা সমিতিবোৰৰ কাৰ্যস্থললৈ গৈ এই বিষয়ত তদাৰক কৰা মোৰ ডাঙৰ কাম হৈ পৰিছিল। এই বিষয়ত কিন্তু জিলা সমিতিবোৰৰ সম্পাদকসকলে সাগ্ৰহ সহযোগিতা দান কৰিছিল আৰু সিসকলৰ দুই-এজনে মোক নিজৰ ঘৰতে দুদিনলৈ আতিথ্য দি আপ্যায়িত কৰিছিল আৰু হিছাপ পত্ৰৰ লেখীয়া কটুৰ কামটোও মোৰ বাবে মধুৰ কৰি তুলিছিল। সমিতিবোৰে হিচাপ দাখিল কৰিবৰ কাৰণে মই ফৰম বা প্ৰপত্ৰ তৈয়াৰ কৰি দিছিলো। অৱশ্যে অনেক সময়ত সমিতিৰ হিচাপৰ ষ্টেটমেণ্টো মই নিজে গৈহে তৈয়াৰ কৰি ল'ব লাগিছিল, কাৰণ সকলো সেই বিষয়ত অভ্যস্ত নহয় বা সকলোৱে তেনেকুৱা লেকাট লাগি কৰিব লগীয়া কাম কৰি ভালো নাপায়। কিন্তু এই কথাটো সন্তোষেৰে ক'ব পাৰোঁ যে সকলো সমিতিৰে হিছাপ শেহলৈকে পৰিষ্কাৰ কৰি আনি হিচাপ পৰীক্ষকৰ হাতত দিবহি পাৰিছিলো। মাথোন এখন জিলাৰ কিছু সংগ্ৰাহকৰ হাতত থকা এটকীয়া, পাঁচটকীয়া কিছু কুপনৰ বহী বাৰণালীৰে আয়া-আধি নষ্ট কৰাত সংগ্ৰাহকৰ উক্তিৰ ওপৰতে ভিত্তি কৰি পৰিষদে হিছাপ গ্ৰহণ

কৰে। ডিব্ৰুগড় জিলা সংগ্ৰহ সমিতিৰ সম্পাদক জীৱনৰাম ফুকন, শিৱসাগৰৰ ভুবনচন্দ্ৰ সন্দিকৈ, যোৰহাটৰ অধ্যাপক তুলসীনাৰায়ণ শৰ্মা, গোলাঘাটৰ যদুনাথ শইকীয়া আৰু দৌলেশ্বৰ দত্ত, তিনিচুকীয়াৰ প্ৰেমধৰ ৰাজখোৱা, নগাঁৱৰ অধ্যাপক মহেশচন্দ্ৰ দেৱ গোস্বামী, গুৱাহাটীৰ চণ্ডীচৰণ বৰ্মন, তেজপুৰৰ হৰকান্ত দাস, শিলঙৰ লক্ষ্মীপ্ৰাণ চাংকাকতী আদি জিলা সম্পাদকসকলৰ আশাশুধীয়া যত্ন আজিও আনন্দেৰে সোঁৱৰোঁ। তদুপৰি অসমৰ বিভিন্ন স্থানৰ আৰু কলিকতা আদিৰ সৰু সৰু সংগ্ৰহ সমিতিবিলাকৰ আত্ম-নিয়োগ স্মৰণীয়। বিভিন্ন ঠাইলৈ সংগঠনৰ কামত যাওঁতে, অনেকজন বন্ধুৰে আদৰ-যতনৰ কথাও আজি মোৰ সুখ-স্মৃতি। তেনে এটি স্মৃতি বহন কৰিছে নগাঁৱৰ অধ্যাপক মহেশচন্দ্ৰ দেৱ গোস্বামীৰ এই চিঠিকণে: 'আপোনাক মোৰ উকুথা পঁজাত আলহী ৰাখি মই যিমানেই আনন্দ নাপাওঁ, আপুনি পোৱা অসুবিধাবিলাকৰ বাবে ভাবি বৰ দুখ লাগে। পিছে আপুনি তাত পৰাংমুখ নহয় দেখি আৰু নিজেই ঘৰুৱা হৈ পৰাত বৰ ৰং লাগিল। আমাৰ আশ্ৰমৰ আলহী হ'লেই, আশ্ৰমখন নিজৰ ভাবি চলিব জানিলেই সকলো অপায়-অসুবিধা আঁতৰে' (২৫ আগষ্ট ১৯৪১)। গোসাঁই তেতিয়া কলঙৰ পাৰৰ এটি ঘৰত থাকিছিল; গোসানী আহি তেতিয়াও 'গৃহিণী গৃহমুচ্যতে' কৰা নাছিল।

অলপৰ আগতেহে বৰ্ণালো, মাধৱ বেজবৰুৱাদেৱেৰে একেলগে মাজুলী ভ্ৰমণ কৰি অহাৰ কথা, তাৰ পাছতে তেওঁ বৰদলৈ ডাঙৰীয়াৰ লগত আৰু অকলেও আকৌ মাজুলী আৰু উজনিৰ আন ঠাইলৈও গ'ল, আৰু তাৰ পিছত কলিকতালৈ ঘূৰিল। কিন্তু তেওঁৰ মনটো সদায় ঘূৰি ঘূৰি অসমলৈকে আহি থাকিল। কলিকতা পায়ে মোলৈ এটা পোষ্টকাৰ্ডত লেখিলে:

203/21 Russa Rd. South
P.O. Tollygunge
21.5.45

মৰমৰ মহেশ্বৰ,

মই আহি পোৱাৰ প্ৰায় এসপ্তাহ হ'লহি। কামবিলাক এমাহৰো ওপৰৰ পৰি থকা বাবে এই এসপ্তাহ সেইবোৰতে গৈছে। কথকদ্দিন চাহাব আহি পৰশুই পাই কালি দিল্লীলৈ গৈছে। মোৰ ইয়ালৈ কালি শ্ৰীযুত অমিয় দাসক লগত লৈ আহিছিল। দিল্লীৰপৰা ঘূৰি আহিলেই তেওঁতে অফিচৰ ভাৰ ল'বগৈ। মই সকলো অৱস্থা বুজাই কৈছোঁ।

মোৰ বামুণমন (লক্ষিত) মই আহি পোৱাৰ পিচদিনাখন দাৰ্জিলিং মেইলত পালেহি। সি ঘৰলৈ গৈছিল। এতিয়া তেও ৰক্ষা পাইছো। নবৌৱেৰাক মাকে তেজপুৰৰপৰা বৰকৈ মাতি পঠিওৱাত মছুৰীলৈ যোৱা ভাবনা এৰি দি তেজপুৰলৈ যোৱাই ঠিক কৰিছে। ময়ো তথাস্তু বুলিয়েই কৈছো—কাৰণ তেতিয়া হলে শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই আহোঁতে কৈ পঠিওৱাৰ দৰে ট্ৰাষ্ট বোৰ্ড আৰু মাজুলিৰ যাত্ৰাত মই তেখেতৰ লগত থাকিব পাৰিম।

তুমি এই চিঠি পায়েই শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ tour programme, ট্ৰাষ্ট বোৰ্ডৰ বৈঠকৰ দিন, সকলো মোক ঘূৰি ডাকত জনাবা। লগতে তোমাৰ চাৰকো জীয়েকৰ মাকৰ ঘৰলৈ যোৱা ইচ্ছাটো জনাবা। তেখেতৰ স্কুল বন্ধ হ'ব জুনৰ প্ৰথম সপ্তাহতে বোধ হয়। তেতিয়া জীয়েকক গুৱাহাটীৰপৰা তেজপুৰলৈ তেখেতেই নিব পাৰিব বোধ হয়। সেই কথাবাৰ কৰা। কাৰণ মই সময় নেপাবও পাৰোঁ। তুমি এই চিঠিখনকে দেখুৱাব পাৰা।

তোমাৰ প্ৰবন্ধটো তপতে তপতে ছপাবলৈ দিলো—ছপা হৈছে। মই যোৱাৰ আগতে বাঁহী (মাহেকীয়া) ওলাব।

বিশেষ নাই। তাৰ সকলো খবৰ জনাবা। মই ট্ৰাষ্ট বোৰ্ডৰ তাৰিখ আৰু বৰদলৈৰ যাত্ৰাৰ কথা ভাবি আছো। সেইটো জানিলেই মই যাওনা হোৱাৰ দিন ঠিক কৰি তোমাক জনাম। মৰমচেনেহ লবা।

ইতি

তোমাৰ

শ্ৰীমাধৱ দাদা

মই ছাৰক (বসন্তকুমাৰ বৰুৱা) দিব লগীয়া বাৰ্ত্তা দিলো আৰু বেজবৰুৱালৈও বিচৰা বাতৰিখিনি পঠালো। বেজবৰুৱানী (উষা) মাকৰ ঘৰলৈ আৰু বেজবৰুৱা বিশ্ববিদ্যালয়ৰ কাম কৰিবলৈ অসমলৈ আহিল। ডেকা-বেজ বৰদলৈৰ লগত সংগ্ৰহ-ভ্ৰমণ কৰি কলিকতালৈ ঘূৰিল। নবৌ তেজপুৰতে ৰ'ল। সিফালে অসমৰপৰা যোৱাৰ পাছত মাধৱ দাদাৰ গা বেয়া হ'বলৈ ধৰে। ১৭ জুন ১৯৪৫ তাৰিখে বিশেষ জৰুৰী কথাৰে মোলৈ কাৰ্ড এটা লেখিছে; তাতে কৈছে, "মোৰ গা ভাল নহয়। জ্বৰৰ গাৰেই এই চিঠিখন লেখিছো। দুই-এদিনতে ভাল হ'ব বোধ হয়। তুষাৰ কান্তিৰ লগত অসমলৈ যোৱাৰ কথা আছে····।" কিন্তু তেওঁ অসমলৈ আৰু আহিব নোৱাৰে। জ্বৰ চলিয়ে থাকে। আগষ্টৰ শেহৰ ফালে অসুখ বেয়াৰ ফালে ঢাল লোৱাত খবৰ পাই নবৌ কলিকতালৈ ঘূৰিল। চেপ্টেম্বৰ মাহত মই ন্যাস-পৰিষদৰ হিচাপ-পৰীক্ষক নিযুক্ত হোৱা কলিকতীয়া ফাৰ্মখনক সগ ধৰি হিচাপ ৰখা পদ্ধতি আদি দেখুৱাই মতামত ল'বৰ বাবে কলিকতালৈ যাব লগীয়া হয়। তেতিয়া ২৭ তাৰিখে তেওঁক মই টলীগঞ্জৰ তেওঁৰ ঘৰত চাবলৈ গৈছিলো। অসুখ বেছি নাছিল যদিও তেওঁৰ বিছনাতে পৰি থাকিব লগীয়া অৱস্থা। সকবেপৰা বিখ্যাত মোহন নাইডুৰপৰা ব্যায়াম-

শিক্ষা কৰি নিয়মীয়াকৈ ব্যায়াম কৰা আৰু বিশ্ববিদ্যালয় আন্দোলনত হিল-দল ভাঙি ঘূৰি ফুৰা ডেকা-বেজৰ সেই অৱস্থা দেখি বৰ দুখ লাগিল। তেতিয়া তেওঁ মাদ্ৰাজৰ মদনপলীৰ চেনাটৰিয়ামলৈ যাবৰ কাৰণে যোগাৰ-জাতি কৰাই আছে। কিন্তু বিশ্ববিদ্যালয়ৰ কাম কিছু দিন শাঁত পৰি থকাত তেওঁৰ মনত শান্তি নাই, তেওঁ যেন নিজে আহি সকলোৰে টোপনি ভাঙি জগাই দিবহি, ক'বহি, "সময় পাৰ হৈ গৈ আছে, চোৱাঁ, আমাৰ বিশ্ববিদ্যালয় এতিয়াও হোৱা নাই।" কিন্তু অক্টোবৰ মাহৰ শেহৰ ফালে তেওঁ মাদ্ৰাজৰ আৰোগ্যৱৰম ছেনাটৰিয়ামলৈহে যাব লগীয়া হ'ল শৰীৰত ৰাজৰোগ লৈ। আৰোগ্যৱৰম পালেই যেন তেওঁ আৰোগ্যলাভ কৰিব বিশ্ববিদ্যালয়ৰ কাম কৰিবলৈ—মুহূৰ্তে মুহূৰ্তে তেওঁ তাকে আশা কৰি গ'ল।

আনফালে বিশ্ববিদ্যালয় আন্দোলন পৰি যোৱাৰপৰা পুনৰ তুলি আনিবৰ উপায় নহ'ল। প্ৰতিবাৰেই সেই কথা ভবাৰ লগে লগে কামটো পিছুৱাই দিয়াৰ কাৰণহে ওলায়। আমাৰ beginner of activities বেজবৰুৱা ৰোগ-শয্যাত। বিৰিঞ্চিকুমাৰ বৰুৱাও লণ্ডন বিশ্ববিদ্যালয়লৈ গ'ল ডক্টৰেট কৰিবৰ কাৰণে। তেওঁৰ ঠাইত অধ্যাপক সুৰেশচন্দ্ৰ ৰাজখোৱা সহকাৰী সম্পাদক নিযুক্ত হ'ল। বছৰটোৰ (১৯৪৫) শেহৰ ফালে দেশৰ ৰাজনৈতিক পৰিৱেশে নতুন ৰূপ ল'বলৈ ধৰিলে। নতুন বছৰৰ আৰম্ভণিতে সাধাৰণ নিৰ্বাচনৰ সম্ভাৱনাই দেখা দিলে। বৰদলৈ ডাঙৰীয়া, কথকজিন চাহাব, সকলোৰে দৃষ্টি সেইফালে নিবদ্ধ হোৱাটো স্বাভাৱিক। নিৰ্বাচন আহিল ২১ জানুৱাৰী ১৯৪৬ তাৰিখে। ন্যাস পৰিষদৰ কাৰ্যালয়ত কাম প্ৰায় নোহোৱাৰ দৰেই হৈছিল কাৰণে মযো শিৱসাগৰলৈ গলো, মোমাইৰ জী এজনীৰ বিয়া খালো, আৰু বিমলাপ্ৰসাদ চলিহাৰ বিধান সভাৰ পদ-প্ৰাৰ্থিত্বৰ হকে দুদিনমান ঘূৰিও দিলোঁ। বাগমুখ, ছিচাংমুখ, নাজিৰা

আদিত। নির্বাচনৰ পৰিণাম বাহিৰ হ'ল। ফখৰুদ্দিন চাহাব জিকিব নোৱাৰিলে, হাৰিল। বৰদলৈৰ কংগ্ৰেছী মন্ত্রিদল ঘোষিত হল ১০ ফেব্ৰুৱাৰীৰ দিনা। পিছত ফখৰুদ্দিন চাহাবক অসমৰ এডভোকেট-জেনেৰেল কৰা হ'ল। বৰদলৈয়ে চৰকাৰ গঠন কৰাত সকলোৰে এটা ভাব হ'ল যে এতিয়া ৰাইজৰপৰা ধন নুতুলিলেও হ'ব, চৰকাৰেই বিশ্ববিদ্যালয় কৰি দিব। আমি কিন্তু এই চিন্তাধাৰাক সমর্থন নকৰি আকৌ ৰাজহুৱা উচ্ছ্বাস জগাই তুলিবৰ চিন্তা কৰিলো। শেহত উজনি অসমৰ যোৰহাটত দ্বিতীয় এক গুৱাহাটী বিশ্ববিদ্যালয় কনভেনশ্যন পতাৰ সিদ্ধান্ত কৰা হ'ল। সেই অৰ্থে মোকে পাঁচি-লত মই যোৰহাটলৈ গৈ ৩১ ম'র্চত এখন ৰাজহুৱা সভা কৰি জেহিৰুদ্দিন আহমদ চাৰক সভাপতি আৰু ৰাজেন্দ্ৰনাথ বৰুৱা (অধি-বক্তা) আৰু গৌৰীনাথ বৰকটকীক যুটীয়া সম্পাদক কৰি এখন অভ্যার্থনা সমিতি গঠন কৰিলোগৈ। ২১ এপ্রিল তাৰিখে পাছবেলা জগন্নাথ বৰুৱা কলেজৰ সর্বানন্দ ভৱনত কনভেনশ্যন বহিল। বৰদলৈ ডাঙৰীয়া সভাপতিৰূপে আছিল। দুদিনৰ আগতে যোৰহাটলৈ গৈ ফখৰুদ্দিন চাহাবে সম্পাদকৰ ভূমিকা ল'লেগৈ। কিন্তু সভাত প্রথম কনভেনশ্যনৰ আগ্রহ বা চিন্তা একো দেখা পোৱা নগ'ল। প্রতি-নিধিও মাথোন ছজন নে সাতজনহে উপস্থিত আছিল। সভাত লাভৰ ভিতৰত মাথোন হ'ল—আলি আহমদে সক্রিয়ভাৱে সম্পাদকৰ কামত লাগিম বুলি ৰাইজক কথা দিলে আৰু সেই উদ্দেশ্যে ন্যাস পৰিষদৰ কার্যালয় গুৱাহাটীৰপৰা শিলঙলৈ (য'ত তেতিয়া বৰদলৈ, আহমদ দুয়োজনৰে স্থিতি) তুলি নিয়াৰ চিন্তাও ব্যক্ত কৰিলে। সভাত মাধৱচন্দ্ৰ বেজবৰুৱাৰ প্রতি মৰম আৰু শ্রদ্ধা থকা লোক-সকলৰ তৰফৰপৰা এটা প্রস্তাৱ উঠিছিল যে ন্যাস-পৰিষদে তেওঁৰ চিকিৎসাৰ কাৰণে অর্থ-সাহায্য আগ বঢ়োৱা এটি সজ কাম হ'ব। কিন্তু সেই প্রস্তাৱ গ্রহণ কৰাত অসুবিধা হ'ব বুলি তাক গ্রহণ

কৰা নহ'ল। কিন্তু সভাস্থলত সভাপতি বৰদলৈদেৱে বিশ্ববিদ্যালয়ৰ সম্পৰ্কত বেজবৰুৱাৰ আত্মোৎসৰ্গৰ কথা সুঁৱৰি সেমেকা দুটি চকু লৈ ক'লে, বিশ্ববিদ্যালয়-প্ৰতিষ্ঠাৰ হকে দিন-ৰাতি ওৰেও পৰিশ্ৰম কৰাই মাধৱৰ কাল হৈছে। সেয়ে সঁচা হ'ল। আৰোগ্যৰৱমৰ আস্পতালত দুৰাৰোগ্য ৰোগত ক্ষণে ক্ষণে ভুগি থকিও ডেকা-বেজে বিশ্ববিদ্যালয়ৰ কথাকে জপি থাকিল। আমাৰপৰা কি কাম হৈছে সেই বিষয়ে চিঠি-পত্ৰ নাপালে তেওঁ নবৌৰ হতুৱাই আমালৈ চিঠি লিখায়। আটাইতকৈ করুণ যেন লাগে—তেওঁৰ শেহ চাপি আহিছে বুলি ভাবি বুকুৰ বিষত চেঙালুটি পাৰি থকা অৱস্থাত বৰদলৈলৈ চিঠি লিখে: বিশ্ববিদ্যালয় হৈ উঠা তেওঁ দেখা নাপালে; শেহত বিশ্ব-বিদ্যালয়ৰ হকে তেওঁ কাম কৰিব নোৱৰাও হ'ল; এইহে আছিল তেওঁৰ ভাগ্যত; এতিয়াও তেওঁৰ আত্মা সুখী হ'ব যদি তেওঁৰ জীৱনৰ শেহ সম্বল বাঁহী প্ৰেছটোকে হ'ব লগা বিশ্ববিদ্যালয়ে নিজৰ কৰি লয়। চিঠিখন পঢ়ি বৰদলৈ বৰ গহীন হ'ল। থোকা-থুকি মাতেৰে ক'লে, ব্যক্তিগত চিঠিখন যেন মই ন্যাস কাৰ্যালয়ৰ কাগজৰ লগত পঞ্জীবদ্ধ নকৰোঁ, কাৰণ এটা ৰাজহুৱা অনুষ্ঠান এটা পৰিয়ালৰ শেহ এটি সম্বলো আনন্দ-মনেৰে গ্ৰহণ কৰিব পৰাৰ জোখাৰে নিৰ্দয় হ'ব নালাগে। সিফালে ১৯ অক্টোবৰ ১৯৪৬ তাৰিখে আৰোগ্য-ৰৱমত মাধৱ ককাইদেউৰ অশান্ত আত্মা নশ্বৰ দেহা এৰি আকাশত বিলীন হ'ল। বিশ্ববিদ্যালয়ে তেতিয়াও এক অস্তিত্ব হৈ কিন্তু ৰূপ লৈ উঠিব পৰা নাই।

# বৰপত্ৰাশালিৰ খুঁটা-চাঁতি, বৃৰা-মাৰালি /খ

বিশ্ববিদ্যালয় গঢ়িবলৈ ধন তোলা আগৰণ চেৰেমা পৰি আছিল। ১৯৪৬ ছনটো তেনে উম্মা নোৰোৱা অৱস্থাতেই আৰম্ভ হ'ল। ২১ এপ্ৰিল তাৰিখে যোৰহাটত বহা দ্বিতীয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ কনভেন্‌শ্যনত কথকদিন ছাহাবে উত্থাপন কৰা ১৯৪৫-৪৬ ছনৰ হিছাপৰ খতিয়ানমতে ৩১ মাৰ্চ তাৰিখলৈকে বিশ্ববিদ্যালয়ৰ পুঁজিত পৰা ধনৰ পৰিমাণ হ'ল ৪,৭৮,৮৮৩ টকা ছঅনা। ইয়াৰ ভিতৰত দান-ৰূপে পোৱা ধন প্ৰকৃত পক্ষে ১৯৪৫ৰ প্ৰথম কেইটামাহৰ সংগ্ৰহ-আন্দোলনৰ ফল মাত্ৰ। তাৰ পিছত কৰোঁ বুলিও পুনৰ কাম আৰম্ভ কৰা হৈ নুঠে। কিন্তু এই সময়ত আন কেইটামান আৱশ্যকীয় কথালৈও দৃষ্টিপাত কৰিব লগীয়া হৈছিল। সেইকেইটা কাৰ্য হ'ল— ভৱিষ্যত বিশ্ববিদ্যালয়ৰ বাবে মাটি লোৱা, বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ কৰি ভাৰত চৰকাৰৰপৰা অৰ্থৰ অনুদান পাবৰ যত্ন কৰা আৰু বিশ্ববিদ্যালয় অধিনিয়ম বা আইনৰ খচৰা বা বিল তৈয়াৰ কৰা এইকেইটা বাহিৰৰ আন্দোলন-আলোচনা নোহোৱাকৈও কাৰ্যালয়কে কেন্দ্ৰ কৰি কাগজে-কলমে কৰিব পৰা কাম। ডেকা-ৰেজ তেতিয়া আৰোগ্যৱৰমৰ যক্ষ্মা-চিকিৎসালয়ত যদিও তেওঁ তাতো অনবৰত বিশ্ববিদ্যালয়ৰ কথাকেহে ধ্যানে-জ্ঞানে জপি আছিল। ডিছেম্বৰ, জানুৱাৰী মাহৰ মাজত লেখা এখন চিঠিত তেওঁ বিশ্ববিদ্যালয়ৰ আঁচনিৰ কথা লেখিছে : তেওঁৰ গা ভাল হ'লেই দক্ষিণ ভাৰতৰ বিশ্ববিদ্যালয়বিলাকৰপৰাও খবৰ-খাবাৰ লৈ আঁচনিৰ সমল গোটাই লৈ আহিব। কিন্তু তেওঁ ভাবিব নোৱাৰে যে সেই অৱস্থা আৰু তেওঁ নাপায়।

বছৰৰ শেষ দিন
SW 44. U. M. T. Sanatorium
P. O. Arogyabaram

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পাই বৰ ৰং পালো। বিশ্ববিদ্যালয়ৰ বুলেটিনখনৰ কথাও বুজিলো। কিন্তু ইমানদিনে নোলোৱাটো বৰ বেয়া হৈছে। কেতিয়াবাই ওলাব লাগিছিল। পলম হয় বুলিয়েই মই তোমালোকলৈ পঠিয়াই দিলো। নহলে মোৰ প্ৰেছতে ছপাই দিব পাৰিলোহেঁতেন। তুমি তাগিদা দি সোনকালে ছপাই উলিওৱা। মই সুৰেশলৈকো লেখিছো। বিশ্ববিদ্যালয়ৰ কাম চেঁচা পৰিবলৈ নিদিবা —একালে নহয় একালে চলাই থাকা। মই ভাল হৈ ঘূৰি যাওঁতে এইফালৰ বিশ্ববিদ্যালয়কিটাৰ পৰা কিজানি বহুত materials for scheming লৈ যাব পাৰিম যেনে—Mysore, Travancore, Madras, Annamalai, Andhra, Utkal, etc. দৰ্কাৰ পৰিলে Bombay, Nagpurও নিব পৰা যাব। তালৈকে যি যি বিষয়ৰ materials (particulars) লাগে তাৰ এটা outline কৰি থবা। মই কিজানি March-April মানত যাব পাৰিম। শ্ৰীযুত বৰদলৈ ভাওৰীয়াৰ কাণ চোৱাই থবা—যদি দৰ্কাৰ যেন দেখে তেন্তে মই সোমাই যাব পাৰিম হবলা।

মোৰ গা ভাল পাই আহিছো। এটাইকেইটা A.P.এ কৃতকাৰ্য্য হৈছে। যোৱা সপ্তাহত ৪ পাউণ্ড ওজন বাঢ়িছে। মুঠতে অসমীয়া বাইজৰ আশীৰ্ব্বাদ আৰু ভগৱানৰ কৃপাত সোনকালেই ভাল হৈ যাব পাৰিম বুলি ভাবিছো।

নতুন বছৰৰ মৰম-চেনেহ লবা আৰু সকলোটিকে দিবা। বিশেষ নাই। ইতি

তোমাৰ
মাধৱদাদা

মাৰ্চ-এপ্ৰিলত ঘৰলৈ ঘূৰা মিছা আশাতহে পৰিণত হয়। শৰীৰ বাৰে বাৰে ভাগি পৰে। তাৰ মাজতো আমাৰ কামৰ খবৰ পালে মনটো উলাহি উঠে আৰু আমাৰপৰা চিঠি পাই নাথাকিলে বৰ বিমৰ্ষ হৈ পৰে। এই প্ৰসংগত ৰেজবৰুৱানীৰ তলৰ চিঠিখনি পঢ়িব লগীয়া :

Arogyavaram P. O.
26.9.46

প্ৰিয় নেওগ,

আপোনাৰ চিঠি আৰু ইউনিভাৰ্চিটি সম্পৰ্কীয় কাগজ পাই বৰ ভাল পাইছো। বিশেষকৈ মাধৱদাদাৰা বৰ 'খুচী'। তেওঁক সেই বিষয়ে অলপমান neglect কৰা যেন পালে, বোধ কৰোঁ পেটে পেটে অভিমান হয়। সেয়েহে, কোনোবাই অলপ খবৰ-খাটি দি থাকিলে ভাল পায়।

যাহওক, আপোনাৰ অৱস্থা সকলো বুজিছোঁ। তথাপি university ৰ সম্পৰ্কে সামান্য অলপ কাম-কাজ হলেও, তেওঁলৈ জনাই থাকিলে বোধ কৰোঁ ভাল পাই থাকিব।

তেওঁৰ শৰীৰেহে দেখোন বিশেষ improvement দেখুৱা নাই। অৱশ্যে ৬ মাহৰ আগৰ crisisঅতকৈ ভাল। কিন্তু on the whole দেখোম একো উন্নতি কৰিব পৰা নাই। দুদিনমান ভালে থাকে, আকৌ কিবা এটি আহি ওলায়হি। এইদৰেই এবছৰ গ'ল। বেয়া দিন বা গ্ৰহ বোধ কৰোঁ পাৰ হোৱা নাই। সি যি কি নহওক. ইয়াৰ climateএও তেওঁক suit নকৰিব পাৰে; বহুতকে নকৰে। জ্বৰ আদি সকলো প্ৰায় একেই বুলিব লাগে।

তেওঁৰ ৰুকায়েক বোধ কৰোঁ অলপতে শ্বিলঙলৈ আহিব। তেখেতৰ পৰাই সকলো বুজিব। তেখেতে আপোনাক লগ ধৰিবৰ কথা আছে।

বিশেষ একো নাই। মন বৰ ভাল নহয়—নানানটা চিন্তাত। তথাপি স্ফূর্তি কৰিয়েই আছো। উপায় নাই। শ্ৰদ্ধা।

বিঃ

উঃ বেঃ

যদিও ন্যাস-পৰিষদৰ কাৰ্যালয় এতিয়া প্ৰায় নিমাওমাওৰ দৰেই হৈ পৰিছিল, ভিতৰি লেখা-পঢ়াৰ কাম আগ বাঢ়িছিল। বৰদলৈ আৰু আলি আহমদ দুয়ো এতিয়া শ্বিলঙত থকা কাৰণে কাৰ্যালয় শ্বিলঙলৈ স্থানান্তৰিত কৰাৰ কথা আলি আহমদ চাহাবে ২১ এপ্ৰিলৰ যোৰহাটৰ কন্‌ভেন্‌শ্যনতে উল্লেখ কৰিছিল। ৩ জুন তাৰিখে তেওঁৰ শ্বিলঙৰ কেন্‌ছেছ ট্ৰেচৰ কাষৰৰ বাসভৱন (ভাবাঘৰ) আপাৰ ইলাইছিয়ামত ন্যাস-পৰিষদৰ কাৰ্যপালিকাৰ অধিবেশন বহিল। সেইখন সভাত সদস্যসকলৰ বাহিৰেও বিষ্ণুৰাম মেধি, অমিয়কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী আৰু সিদ্ধিনাথ শৰ্মাও উপস্থিত আছিল যাতে চৰকাৰ পক্ষৰ লোক বিশ্ববিদ্যালয় বিষয়ত বিশেষভাৱে সজাগ হ'ব পাৰে। এতিয়া যিহেতু কাগজ-কলমৰ কামেই প্ৰধান হৈ উঠিছিল, কাৰ্যালয় শ্বিলঙলৈ তুলি নিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু জমিৰ কথা চিন্তাৰ বাহিৰেও বিশ্ববিদ্যালয়ৰ আঁচনি আৰু ইউনিভাৰ্ছিটি বিল প্ৰণয়ন কৰাৰ চিন্তা কৰিবলৈকে থিৰাং কৰা হয়। বৰদলৈ ডাঙৰীয়াই যদিও প্ৰতিশ্ৰুত দান-বৰঙণি আদায় কৰা আৰু নতুন দান সংগ্ৰহ কৰাৰ দিহা কৰিব লাগে বুলিছিল, পৰিষদৰ ফালৰপৰা নগৰবোৰ ঘূৰি কাম কৰিব পৰা নেতা-স্থানীয়

লোকৰ অভাৱত (বৰদলৈদেৱতো প্ৰধানমন্ত্ৰী-ৰূপেই অতিশয়, ব্যস্ত, ফখৰুদ্দিন ছাহাবো এডভোকেট-জেনেৰেল হিছাপে নিজৰ কৰ্তব্যত আবদ্ধ, মাজে মাজে মাথোন সৰ্ব-ভাৰতীয় কংগ্ৰেছৰ কাৰ্যপালিকাৰ বাবে দিল্লী আদিলৈ গৈ আছিল) সেই কাম হাতত লোৱা নহ'লগৈ। ১৭ জুলাই তাৰিখে কমাৰ্চিয়েল কেৰিইং কোম্পানীৰ সৌজন্যত মাল-মটং লৈ কাৰ্যালয়টিৰে শ্বিলঙলৈ উঠি গ'লো আৰু তাতে ছৰকাৰৰ পাব্লিচিটি ডিপাৰ্টমেণ্টৰ কাষৰে চৰকাৰী এটা কোঠাত পানিকা পাতি বহিলোগৈ। সেই বিভাগৰ ডাইৰেক্টৰ ঈশ্বৰপ্ৰসাদ চৌধুৰী মাতলৈ-বোললৈ বৰ সহায় হ'ল আৰু আৰু তেতিয়া সহকাৰী ডাইৰেক্টৰ (হ'বপায়) মুনীন বৰকটকীয়ে দুদিন পিছতে মোৰে একে কোঠাতে অফিচ পাতিলে।

ন্যাস-পৰিষদৰ ২ৈ জুলাই মাহত বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী আৰু প্ৰাক্তন শিক্ষাধিকাৰ জি. এ স্মল ছাহাব গোট খাই গুৱাহাটী, পলাশবাৰী পথৰ দুয়ো ক'ষৰ উত্তৰ জালুকবাৰী, মাজ জালুকবাৰী, সদিলাপুৰ, কছাৰীগাৰিগাঁও আৰু দেহানগাৰিগাঁও, এই পাঁচখন গাঁৱৰপৰা মুঠ দুহেজাৰে বিঘাৰ অলপ সৰহ মাটি (২,৩৩৩ বিঘা) বিশ্ববিদ্যালয়ৰ স্থান ৰূপে নিৰূপণ কৰে। অৱশ্যে এই খবৰ ওলোৱাৰ লগে লগে এটা উখল-মাখল লাগে। মাটিগিৰিসকলৰ আপত্তি উঠাটো স্বাভাৱিক; কিন্তু জনা-বুজাসকলেও কৈ উঠে, ইমানখন মাটি বিশ্ববিদ্যালয় এটাকনো কিয় লাগে! তেওঁলোকে অৱশ্যে বিশ্ববিদ্যালয়ৰ পৰিসৰৰ কোনো ধাৰণা কৰিব নোৱাৰিছিল বাবেই কাগজে-পত্ৰয় এনে ওজৰ তুলিছিল। সেই আপত্তি খণ্ডন কৰিবৰ অৰ্থে মোৰ চিঠিৰ উত্তৰত সিংহল বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ আইভৰ জেনিংছে লেখা দীঘলীয়া এখন চিঠি আমাৰ কাকতবোৰত প্ৰকাশ কৰি দিয়া হয়। আনফালে বিশ্ববিদ্যালয়ৰ বাবে একুইজিশ্যন প্ৰেনত পৰা মাটিৰ পট্টাদাৰসকলৰ আপত্তি চৰকাৰ পক্ষৰপৰা কিছু শুনিব

লগীয়া হয় আৰু মুঠ একুইজিশ্যন প্লেনৰ বহুত মাটি তেওঁলোকক এৰি দিয়া হয়। অৱশ্যে এইটো কথা আঙুলিয়াই দিয়া হৈছিল যে মালব্যজীয়ে হিন্দু বিশ্ববিদ্যালয় নির্মাণ কৰা সময়ত পঁচিছখন ভৰ গাঁৱকে উচ্ছেদ কৰিব লগীয়া হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাবে মাটি চোৱা, একুইজিশ্যন প্লেন কৰা আদি কামত চৰকাৰৰ ৰিকুইজিশ্যন অফিচাৰ যামিনীকান্ত চক্ৰৱৰ্তীয়ে প্ৰভূত সহায় কৰিছিল। সেই সময়ত বৰদলৈদেৱে ডবল লেংটি মাৰি চুৰীয়া কোঁচাই পিন্ধি আৰু হাতেৰে লাখুটি বাই, আৰু মল ছাহাবে হাফ-পেণ্ট পিন্ধি হলং হলং কৰি খোজ কাঢ়ি আমাৰ লগত অঞ্চলটোত ঘূৰি ফুৰাৰ দিনবোৰৰ কথা এতিয়াও মনত পৰে। অফিচ শ্বিলঙতে হ'ল যদিও মই মাটিৰ কথাৰে সুৎ সুৎকৈ গুৱাহাটীলৈ নামি আহিব লাগিছিল আৰু প্ৰতিবাৰেই যামিনীকান্ত চক্ৰৱৰ্তীক লগ ধৰি সদিলাপুৰ-জালুকবাৰীত এপাক মাৰিব লগীয়া হৈছিল। জুলাইত চক্ৰৱৰ্তীয়ে আমাৰ কাৰণে একুইজিশ্যন প্লেন প্ৰস্তুত কৰিছিল। মাজে মাজে দুই বা একে আমাৰ ভূমি-অধিগ্ৰহণৰ কামত বিধি-পথালিযে নিদিছিল, এনে নহয়। আন কি আয়ুক্ত ছি. এছ. গানিং ছাহাবে এটা ওলোটা-ওভতা টোকা দি আমাৰ মাটিৰ বাবে আৱেদনকে ঘূৰাই পঠিয়াইছিল। মাজতে ৰেভিনিউ ডিপাৰ্টমেণ্টে কৈছিল, মাটিগিৰিসকলক পুনঃসংস্থাপন কৰিব নোৱৰালৈকে আমি মাটিত ভৰি নিদিওঁ বুলি এখন মচুলুকা লেখি দিব লাগে। জালুকবাৰী-গাড়ীগাঁৱলৈ আহিলে অধিগ্ৰহণত আপত্তি কৰা লোকৰ বেজাৰৰ কথা শুনিব লাগিছিল। ক'ৰবাত সাম্প্ৰদায়িক উত্তেজনাৰ ভু পাই গবৰ্ণৰেও বোলে উচ্ছেদ বন্ধ কৰিবলৈ কৈছিল। সি যি হওক, ১৩ নৱেম্বৰ ১৯৪৬ তাৰিখৰ "আসাম গেজেট"ত বিশ্ববিদ্যালয়ৰ মাটিৰ বাবে একুইজিশ্যন নটিফিকেশ্যন বাহিৰ হ'ল। একুইজিশ্যন প্লেনত ধৰা মাটিখিনিৰ অন্তৰ্গত ঘৰ-দুৱাৰৰ বাবে উৎকৃষ্টখিনি তেজিয়া

সামৰিক বিভাগৰ দখলত। বিশ্ববিদ্যালয়ৰ আজিৰ ডাঙৰ ডাঙৰ ঘৰবোৰ সেই মাটিতে সজা হৈছে। সেইখিনি ঠাই সামৰিক দখলৰ বাবে ৰিকুইজিশ্যন কৰা আছিল; যামিনীকান্ত চক্ৰৱৰ্তীৰ উপদেশ-মতে সেইখিনি ডিৰিকুইজিশ্যন কৰা হোৱাৰ আগতে বিশ্ববিদ্যালয়ৰ নামলৈ আনিবৰ যত্ন কৰা হয়। এই বিষয়ত বাধা-বিঘিনি কিছু ঘটিছিল; কিন্তু স্মল ছাহাবৰ মধ্যস্থতাত সামৰিক বিভাগৰ কুকুৰা-নখৰ চাবৰ টিল পৰিল আৰু শেহন্তত ২৬ ছেপ্টেম্বৰ তাৰিখে এই জোখৰপৰা এশ একৰ (৩৫০ বিঘামান) মাটিৰ দখল ন্যাস পৰিষদৰ হৈ মই চমজি লওঁ। সেয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ মূল ভেটি-মাটি। বিশ্ববিদ্যালয়ৰ মাটিত থকা চক্ৰেশ্বৰ আৰু কালশিলা পাহাৰ দুটাৰ গাতে লগা ঠাইবোৰকে ধৰি এই অঞ্চলটোত মিলিটেৰিৰ নিউ গ্ৰীন্‌উইচ্‌ কেম্পটো আছিল। তাৰ কেপ্টেইন এছ্‌. এফ্‌. লীক লগ পাইছিলোঁগৈ; চক্ৰৱৰ্তীৰে কেম্পটো চাইছিলোঁগৈ। সেইখিনিৰে এডোখৰ ওখ মাটি খানি বহুতবোৰ মানুহৰ মূৰ উলিওৱা হৈছিল পিছত; সম্ভৱতঃ সেইবোৰ ৰজাদিনীয়া যুদ্ধৰ বেলা 'মঠাডাং বন্ধা'ৰ অৱশিষ্ট চিন। এইদৰে সেই মাটিত বুৰঞ্জীয়ে তৰপ পাতিছিল।

মাজতে আকৌ দেৱেশ্বৰ শৰ্মা ডাঙৰীয়াই এটা বাদ-প্ৰতিবাদৰ মূৰ মেলে। সেইদিনাখন পৰিষদৰ অফিচ কৰি মোৰ থকা ঠাই আৰ্ল্‌ ছেনিটবিয়ামলৈ ঘূৰিছোঁ। বাটতে ৱাৰ্ড লেকৰ হাতীপিঠীয়া দলংখনৰ ওপৰত উঠোঁতেই তেওঁৰে দেখা হ'ল। 'কিহে ডেকা ল'ৰা, তোমালোকৰ ইউনিভাৰ্ছিটি হ'বনে নহয়?' 'ছাৰ, কিয় নহ'ব? আমাৰ মাটি-বাৰী লোৱা ঠিক হৈ গৈছে নহয়।' 'ক'ত? ক'ত লৈছালো মাটি?' মই ক'লো, পাণ্ডুৰ ভাটীত জালুকবাৰী আদি গাঁৱত দুহেজাৰৰ ওপৰ সংখ্যাৰ বিঘা মাটি অধিগ্ৰহণৰ দিহা হৈছে। 'সেইখলতনো মাটি বিচাৰিবলৈ তোমালোকক কিহে পাইছিলহে? Young man, for Heaven's sake, have some imagi-

nation. সেইবোৰ মাটি লুইতে খহাই শেষ কৰিব। ৰ'বা, মই কাগজলৈ লেখোঁ।' তেওঁ লেখিলেও হয় ২৬ জানুৱাৰী ১৯৪৭অৰ Assam Tribune কাকতত। মানুহৰ মাজত বিমৰ্ষ ভাৱ এটা হ'ল। সেই সময়ত দিল্লীলৈ যোৱা বৰদলৈ শিলঙলৈ ঘূৰাৰ পথত গুৱাহাটীতে সাংবাদিকসকলে জুমুৰি দি ধৰিলে, কিয় এনে বিপদজনক ঠাইত মাটি লোৱা হ'ল বুলি। বৰদলৈয়ে দৃঢ় স্বৰে ক'লে, যোৱা এশ বছৰে সেই মাটিৰ এচাহিও লুইতে খানি নিয়াৰ বুৰঞ্জী কাৰো হাতত নাই আৰু সেই মাটিকেই বিশ্ববিদ্যালয়ৰ বাবে সোনকালে দখল কৰা হ'ব। সিমানতে অৱশ্যে সন্দেহটোৰ ওৰ পৰিল। বাদ-বিতণ্ডা আৰু নহ'ল।

১৯৪৭ৰ প্ৰাৰম্ভৰপৰা বিশ্ববিদ্যালয়ৰ আঁচনি আৰু বিলৰ বিষয়ে চিন্তা আৰু কৰ্ম কাৰ্যকৰীভাৱে আগ বাঢ়ে। আলি আহমদ ছাহাবৰ বিশেষ পৰিচিত বুলি কলিকতাৰ ইম্পিৰিয়েল লাইব্ৰেৰিৰ (পিছত নেশ্যনেল লাইব্ৰেৰি) গ্ৰন্থাগাৰিক আছাদুল্লাৰ জৰিয়তে বিশ্ববিদ্যালয়-বিষয়ক বিভিন্ন গ্ৰন্থ আনি আলি আহমদ ছাহাবৰ পৰামৰ্শ অনুসৰি পঢ়োঁ আৰু টোকা কৰোঁ—আব্ৰাহাম ফ্লেক্সনাৰৰ Universities—American, English and German (OUP), মিনেছটা বিশ্ববিদ্যালয়ৰ প্ৰেছিডেণ্ট লটাছ ডি কফ্‌মেনৰ The State University: Its Work and Problems, পি. শেষাদ্ৰিৰ The Universities of India (Humphry Milford), ইত্যাদি। ভাৰতৰ সকলো বিশ্ববিদ্যালয়লৈকে চিঠি দি সিসকলৰ কেলেণ্ডাৰ, বিশ্ববিদ্যালয় আইন (Act, Statute) আৰু আন যাৱতীয় খবৰ সংগ্ৰহ কৰোঁ। ইতিপূৰ্বে ডক্টৰ সূৰ্যকুমাৰ ভূঞাই তৈয়াৰ কৰা 'আসাম বিশ্ববিদ্যালয়'ৰ আঁচনিও হুবকাবৰ ঘৰৰপৰা উলিয়াই চাওঁ। প্ৰায়বিলাক ভাৰতীয় বিশ্ববিদ্যালয়েই নিজৰ কাগজ-পত্ৰ খবৰ-বাতৰি বৰ আগ্ৰহেৰে আমালৈ পঠিয়াইছিল। সিসকলৰ

চিঠি-পত্ৰৰ ভিতৰত সিংহল বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ আইভৰ জেনিংছৰ পাঁচটা ফুলস্কেপ পৃষ্ঠা জুৰি ঘনকৈ টাইপ কৰা চিঠিখন বৰ সুন্দৰ আছিল। যদিও মই বিশ্ববিদ্যালয়ৰ ৰেজিস্ট্ৰাৰলৈহে চিঠি দিছিলো, বিষয়টোৱে বিশ্ববিদ্যালয়ৰ নীতিকো স্পৰ্শ কৰে বাবে উপাচাৰ্যই তাৰ উত্তৰ নিজেই দিয়ে। তেওঁ পোনতেই লিখে, I am happy to hear of a proposal to establish a new Univeisity ın Assam, and our experience in Ceylom may be helpful. তেওঁ জনায়, আমাৰ ইয়াৰপৰা কোনো এজনক পঠিয়ালে তেওঁক পৰিপাটিকৈ সকলো কথা বুজাই দিব পাৰিব আৰু বিশ্ববিদ্যালয়ৰ আৰ্কিটেক্টৰ লগতো বহি আলোচনাত সহায় কৰি দিব পাৰিব। তেওঁ কৈছে, ভাৰতৰ কলিকতা, ঢাকা আৰু পঞ্জাব বিশ্ববিদ্যালয়ৰ আযোগৰ প্ৰতিবেদনবিলাকৰ ওপৰত সিংহল বিশ্ববিদ্যালযে বিশেষকৈ নিৰ্ভৰ কৰিছিল, আৰু Indeed, at one stage the Sadler Repoıt on the Universıty of Calcutta was described as the "bible" of the future University of Ceylon. ১৯৪৩ চনৰপৰা সিংহলে Inter-University Board of Indiaত যোগ দিও অশেষ উপকৃত হৈছে। বিশ্ববিদ্যালয়টিৰ পোনৰ চুটি মূল নীতি হ'ল যে সি সম্পূৰ্ণ unitary আৰু residential হ'ব লাগিব। সেই উদ্দেশ্যে কলম্বো চহৰৰ বাহিৰত নি আহল-বহলকৈ বিশ্ববিদ্যালয়খন নিৰ্মাণ কৰা হয়। এই প্ৰসংগত ডক্টৰ জেনিংছে চুটা কথাত বিশেষ গুৰুত্ব দিয়ে। First, it is wise to have too much land rather than too little, because the surplus can always be cultivated and its value will increase because of the proximity of the University. Secondly, the beauty of the site is a valuable asset because of its influence

on the intellectual and emotional development of the student. We intend to become the most beautiful University in Asia if not in the world : but if your University likes to adopt the same aim we shall be happy to compete with you because competition will be good for both of us. কি সুন্দৰ কথা! যিসকলে আমাৰ কাৰণে ২,৩৩৩ বিঘা মাটি অত্যন্ত বেছি হৈছিল বুলি কৈছিল, সেইসকলৰ কথা জেনিংছ ছাহাবৰ এই উক্তিৰে উত্তৰ দি খণ্ডন কৰা হৈছিল। কিন্তু এইটোহে পৰিতাপৰ কথা,-হ'ল যে গুৱাহাটী বিশ্ববিদ্যালয়ে পৰিশেষত too much landৰ ঠাইত too littleকে অধিক ভাল বুলি ভাবিলে, আৰু সিংহলৰ লগত সৌন্দৰ্য-প্ৰতিযোগিতাত প্ৰৱেশ কৰাৰ কথা আমাৰ মনে-ঘৰেও নোসোমাল! তাতে আকৌ আমাৰ যিকেইটাহে জুই-শলা বাহৰ দৰে কোনো সৌন্দৰ্য নথকা ঘৰ হ'ল!! এতিয়াও আমাৰ বিশ্ববিদ্যালয়ে মনত ৰাখিব পাৰে যে universities are built for the long run, not for the day after tomorrow. সিংহল বিশ্ববিদ্যালয়ৰ আঁচনিৰ অনেক কথাই গোপনীয় আছিল যদিও জেনিংছ ছাহাবে সহজ কৰি তাৰ বহুত কথা মোলৈ লিখা চিঠিতে জনায়। তেওঁ জনায়, we have virtually no income from fees, because university education in Ceylon is entirely free. এইটো কথাও তেওঁ কয় যে তেওঁৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ প্ৰৱেশ নীতি কিন্তু অত্যন্ত কঠোৰ; Ceylon Senior School Certificate পৰীক্ষা যদিও Cambridge Seniorৰ সমপৰ্যায়ৰ, তথাপি বিশ্ববিদ্যালয়ে তাৰ ওপৰতো এটা Entrance Examination পাতিহে ল'বা বাছে। ১৯৪৬ চনত ১,২০০ প্ৰৱেশ-প্ৰাৰ্থীৰ পৰীক্ষা লৈ মাথোন ৪০০ জনকহে

ভৰ্তি কৰে। প্ৰথম গুৱাহাটী বিশ্ববিদ্যালয় কনভেনশ্যনত অনেকজন বক্তাই দৃঢ় স্বৰে কৈছিল, "গুৱাহাটী বিশ্ববিদ্যালয় তৃতীয় শ্ৰেণীৰ ছাত্ৰেৰে ভৰ-পূৰ হ'ব নালাগিব।" আমাৰ সেই দৃঢ় স্বৰ কেতিয়া-বাই কোমল হৈ পৰিল; এম্. এ.ৰ দ্বিতীয় শ্ৰেণীক তৃতীয় শ্ৰেণীৰ লগত চামিল কৰি দিয়াত শিশ্ববিদ্যালয়ৰপৰা ওলাই অহাসকলৰ কাকো কোনেও আজি তৃতীয় শ্ৰেণীৰ বুলিবকে নোৱৰা হ'ল।

১৯৪৭ৰ ৬ ফেব্ৰুৱাৰী তাৰিখৰ এখন কলিকতীয়া কাগজত বৰদলৈ ডাঙৰীয়াৰ এটি উক্তি প্ৰকাশ পায় যে চলিত বছৰটোৰ ভিতৰতে বিশ্ববিদ্যালয়ৰ কথাটোৱে এটা নিৰ্দিষ্ট ৰূপ লৈ উঠিবই। লগতে ইয়াকো কোৱা হয় যে অসম চৰকাৰে অতি সোনকালে এখন বিশ্ববিদ্যালয় বিল অসম বিধানসভাৰ নিয়াৰিত তুলিব। প্ৰকৃত পক্ষে ন্যাস-পৰিষদে ২১ ফেব্ৰুৱাৰীতহে গৃহ-ৰচনা আৰু আৰ্কি-টেক্ট-নিয়োগ সম্পৰ্কে খাটাং আলোচনা কৰে আৰু কেন্দ্ৰীয় চৰকাৰৰ ওচৰত খৰচৰ আঁচনি দাখিল কৰিবলৈও সিদ্ধান্ত কৰে। ইতিমধ্যে অসমৰ প্ৰধান মন্ত্ৰী আৰু শিক্ষামন্ত্ৰীৰূপে বোম্বাইত বহা Central Advisory Board of Educationৰ সভাত যোগদান কৰিবলৈ যাওঁতে বৰদলৈয়ে ৮ জানুৱাৰী তাৰিখে বোৰ্ডৰ সভাপতি ডক্টৰ ছাৰ জন ছাৰ্জেণ্টক বোম্বাই গৱৰ্ণৰে দিয়া পাৰ্টিতে লগ ধৰি অসমৰ সমস্ত শিক্ষাৰ সমস্যাৰ বিষয়ে কিছু কথা কয় আৰু বোম্বাইত থকাতে ১১ তাৰিখে ছাৰ জনলৈ এখন চিঠি দিয়ে। সেই চিঠিত অসমৰ বাধ্যতামূলক প্ৰাথমিক শিক্ষা, বুনিয়াদী শিক্ষা, মাধ্যমিক শিক্ষা আৰু এখন মাধ্যমিক শিক্ষা বোৰ্ড গঠনৰ কথা লিখি ডক্টৰ ছাৰ্জেণ্টৰ পৰামৰ্শ আৰু কেন্দ্ৰীয় চৰকাৰৰ অনুদান পোৱাত সাহায্য বিচাৰে। লগতে কলিকতা বিশ্ববিদ্যালয়ৰ তলত থকা বাবে অসমৰ শিক্ষাৰ বিকাশ ভালকৈ নোহোৱা কথা কৈ নিজৰ এখন বিশ্ববিদ্যালয় পাতিবলৈ অসমত কি বাজহুৱা উৎসাহ আৰু কাৰ্য হৈছে, তদুপৰি

বন-বিজ্ঞান, কৃষি-বিজ্ঞান, কাৰিকৰি আৰু শিক্ষক-প্ৰশিক্ষণৰ ক্ষেত্ৰত অসমৰ অভাৱ-অভিযোগ তথা সম্ভাৱনাৰ কথা কৈ বিশ্ববিদ্যালয় স্থাপন আৰু তাক পৰিচালনা কৰিবৰ বাবে ভাৰত চৰকাৰৰ অনুদান পাবৰ দিহা বিচাৰে। প্ৰধান মন্ত্ৰী আৰু ন্যাস পৰিষদৰ সভাপতি-ৰূপে ২৬ ফেব্ৰুৱাৰী তাৰিখে বৰদলৈয়ে নতুন দিল্লীত ইউনিভাৰ্ছিটি গ্ৰাণ্ট্‌ছ কমিটিৰ সভাপতিলৈ এখন চিঠি লিখি বিশ্ববিদ্যালয়ৰ বাবে এককালীন আৰু বাৰ্ষিক অনুদান বিচাৰে আৰু ২৭ তাৰিখে ভাৰত চৰকাৰৰ শিক্ষা সদস্য মৌলানা আবুল কালাম আজাদক লগ ধৰি তেওঁৰ সহানুভূতি আৰু সহায় প্ৰাৰ্থনা কৰে। ৬ মাৰ্চত কথকদিন ছাহাবে গ্ৰাণ্ট্‌ছ কমিটিলৈ বিশ্ববিদ্যালয়ৰ এখন বিশদ আঁচনি পঠিয়াই লগতে বিশ্ববিদ্যালয়ৰ স্বৰূপটি কেনে হ'ব, তাকো ব্যাখ্যা কৰে। বিশ্ববিদ্যালয়ৰ মাটি কিনি, তাক বাসোপযোগী কৰি, তাত ছিনেট হাউছ, প্ৰশাসনৰ ঘৰ, গ্ৰন্থাগাৰ, ছপাশাল, বাস-গৃহ আদি নিৰ্মাণ কৰিবৰ বাবে ৪৪ লাখ টকা আৰু কলা, বিজ্ঞান, আইন আৰু বিশেষ শিক্ষা-বিভাগবোৰৰ বাবে গৃহ-নিৰ্মাণৰ বাবে সদ্যহতে ৫৬ লাখ টকাৰ খৰচৰ সম্ভাৱনা দেখুওৱা হৈছিল। জুলাই মাহত মৌলানা আজাদে বৰদলৈলৈ এখন চিঠি লিখি জনালে, তদানীন্তন পৰিস্থিতিত কেন্দ্ৰীয় চৰকাৰে হ'ব লগা বিশ্ববিদ্যালয়ৰ বাবে আৰ্থিক সাহায্য দিব নোৱাৰে।

ইফালে অসমৰ ৰাজনৈতিক ভৱিষ্যত তথা ভাৰতৰ ৰাজনৈতিক ৰূপ লৈ নানা প্ৰশ্ন, নানা খেলি-মেলি আৰু নানা ঘটনাৰ উদ্ভৱ হ'ল। সেই পৰিস্থিতিত অসমৰ শিক্ষাৰ ব্যৱস্থা কি হ'ব, কেনি সি গতি ল'ব, সেইটো থিৰাং কৰাই দিল্লীৰ কাৰণে কঠিন হ'ল। আন কি, ডক্টৰ ছাৰ জন ছাৰ্জেণ্টে বৰদলৈৰ চিঠিৰ প্ৰাপ্তি-স্বীকাৰ কৰি সেই বিষয় লৈ ভৱা আৰু পাৰিলে তাকে লৈ অসমলৈ অহাৰ প্ৰস্তাৱ কৰোতে জুন মাহৰ মাজভাগ পালেহি। 'ইতিমধ্যে ৰাইজৰ

OFFICE OF THE GAUHATI UNIVERSITY TRUST BOARD

Ref.No. .../27/47

From

Fakhruddin Ali Ahmed Esq., Bar-at-Law
Secretary, Gauhati University Trust Board
Shillong, Assam.

To

The Secretary, University Grants Committee,
Central Advisory Board of Education
New Delhi.

Dated Shillong, the th March, 1947.

Sir,

~~As you are perhaps aware that~~ our President, Hon'ble Srijut Gopinath Bardaloi, Prime Minister of Assam, had ~~a talk and~~ correspondence with Dr. Sir John Sargent D.Sc., D.Litt. regarding the stablishment of a University in the province of Assam, I have the honour to enclose a Note on the Gauhati University Scheme for necessary guidance and action. It is needless for me to point out that the establishment of the University is an absolute necessity in the province. It will be seen from the note enclosed herewith that indications have been given as regard to the nature of the proposed University ~~and the approximate cost which will have to be incurred immediately for establishing the University~~. You are perhaps aware that Assam is a poor province and it is difficult to collect the funds necessary for ~~the establishment of right type of the University~~. Moreover, ~~apart from the fact~~ that this province has had no direct assistance in University matters from the Government of India up till this time, the Central Government has drawn a large income from Assam through the duty on petrol and tea out of which only a very small share of the proceeds has come to Assam. The ~~fact that~~ the education of the province of Assam, notwithstanding the protests from the people, has till now been subordinated to the direction and control of the University of Calcutta and the Bengal Government. ~~should also not be lost sight of in taking into consideration the case of Assam for necessary help from the Central Advisory Board.~~

I shall be grateful to you if you will kindly place our case before the Committee for giving a sympathetic consideration and extending a substantial help by way of granting both recurring and non-recurring grants ~~and help the poor people in the establishment~~ of a University of the right type. I think the Hon'ble Srijut Gopinath Bardoloi, as Minister in charge of the Education Department will also be addressing to you a letter on the same subject. I hope to hear from you at an early date. If possible please indicate the amount we may immediately expect by way of grant for starting the work of the University.

I have the honour to be,
Sir,
Your most obedient servant,

Secretary,
Gauhati University Trust Board.

গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস-পৰিষদৰ সচিব ফখৰুদ্দিন আলি আহমদে কেন্দ্ৰীয় শিক্ষা পৰিষদৰ বিশ্ববিদ্যালয় অনুদান সমিতিলৈ দিবৰ বাবে লেওগে কৰা চিঠিৰ খচৰা আলি আহমদ ছাহাবৰ হাতৰ স্পৰ্শেৰে

মনতো বিশ্ববিদ্যালয় হ'ব নে নহয়, হ'লে কেতিয়া হ'ব, ইত্যাদি প্রশ্ন লৈ উচপিচ লাগিল। "দৈনিক অসমীয়া" কাকতৰ শিলঙৰ প্রতিনিধিয়ে (কীৰ্তিনাথ হাজৰিকা নে পূর্ণ চাংকাকতী) সেই দেখি মোৰ লগত এটা সাক্ষাৎকাৰ কৰি ২৪ এপ্রিল তাৰিখৰ কাকতত দীঘলীয়া এটা সম্বাদ প্রকাশ কৰে। মই কৈছিলো যে বিশ্ববিদ্যালয়ৰ কাম আগ বাঢ়ি আছে, সোনকালেই বিশ্ববিদ্যালয় আঁচনি কার্যত প্রতিফলিত কৰিব পৰা হ'ব, মাটি লোৱাৰ ব্যৱস্থা চলি আছে, অসম বিধান-সভাৰ অহা অধিৱেশনত বিশ্ববিদ্যালয় বিল উপস্থাপিত হ'ব আৰু আলি আহমদ ছাহাব আৰু চৰকাৰৰ বুনিয়াদী শিক্ষা বিভাগৰ উপদেষ্টা মিষ্টাৰ স্মলে সেইখন ৰচনা কৰি আছে। এই সাক্ষাৎকাৰৰ সম্বাদৰ ওপৰত নির্ভৰ কৰি 'বিশ্ববিদ্যালয় লাগে—এতিয়াই' বুলি সম্পাদকীয় স্তম্ভত এটি গভীৰ প্রবন্ধ প্রকাশ পায়। সম্পাদক বৰুৱাই 'অহা দহমাহৰ ভিতৰতে ভাৰতৰ শাসনতান্ত্রিক ইতিহাসত বিৰাট পৰিৱৰ্তন অহাৰ কথা' উল্লেখ কৰি 'বিশ্ববিদ্যালয়ৰ দৰে এটি জাতীয় অভাৱ সোনকালে পূৰণ কৰি ল'বলৈ অসমীয়া ৰাইজক সকীয়াই দিয়ে। সম্পাদকীয়টোৱে ন্যাস পৰিষদৰ 'দুবছৰ তিনি মাহ'ৰ কামৰ খতিয়ান লৈ 'ঘোৰ দুর্দিন, ৰণুৱাৰ দপ্‌দপনি, সামৰিক যান-বাহনৰ হুলস্থুল, ভাত-কাপোৰৰ চিন্তা, এই সকলো-বোৰে অসমবাসীক অতিষ্ঠ কৰি তোলা' অৱস্থাত আৰম্ভ হোৱা বিশ্ববিদ্যালয় আন্দোলনৰ কথাত কৈছিল, "ইয়াৰ আগেয়ে কোনো ৰাজহুৱা কামৰ বাবে ইমান সৰহ ধন উঠা নাছিল। ধন তোলাৰ বাহিৰেও বিশ্ববিদ্যালয়ৰ আঁচনি-ৰচনা, ঠাই-নির্ণয় প্রভৃতি কামো বহুখিনি আগ বাঢ়িছে। এই কম সময়ৰ ভিতৰতে ইমানখিনি কাম হৈ উঠা সঁচাকৈয়ে বিশ্ববিদ্যালয়ৰ কৰ্মীসকলৰ কৃতিত্বৰ পৰিচায়ক আৰু তাৰ কাৰণে তেওঁলোক আমাৰ শলাগৰ পাত্র। সাধাৰণ অৱস্থাত বিশ্ববিদ্যালয়-স্থাপনৰ কাম ধীৰে-সুস্থিৰে

হোৱাটো স্বাভাৱিক আৰু বাঞ্ছনীয়ও। কিন্তু দিন কালৰ গতি-গতি আৰু কামৰ সুকীয়া অৱস্থালৈ চাই অসমত বিশ্ববিদ্যালয়প্রতিষ্ঠা পলম হৈছে। গুৱাহাটী বিশ্ববিদ্যালয় আমাৰ কাৰণে কেৱল এখন উচ্চ শিক্ষাৰ ব্যৱস্থা থকা অনুষ্ঠানেই নহয়—ই মুৰ সুমাবৰ ঠাই এডোখৰৰ অভাৱত উটি-বুৰি ফুৰা অসমীয়া সংস্কৃতি আৰু সাহিত্যৰ আশ্রয়স্থল হ'ব লাগিব।"

যদিও স্মল আৰু ফখৰুদ্দিন চাহাব দুইজনকে ইউনিভাৰ্চিটি বিল তৈয়াৰ কৰিবৰ ভাৰ ন্যাস-পৰিষদে দিছিল, স্মল চাহাবে বিশ্ববিদ্যালয়ৰ আইনব্যৱস্থা সম্পর্কে এটা প্রবন্ধহে লিখি উলিয়াইছিল; বিল-ৰচনাৰ কামটো পাছৰজনাই অকলেই সামৰিব লাগিছিল। মই মাথোন আৱশ্যকীয় সমল তেওঁক যতাই দিছিলো। আলি আহমদে কিন্তু আন উপাদানতকৈও দিল্লী বিশ্ববিদ্যালয় আৰু ঢাকা বিশ্ববিদ্যালয়ৰ অধিনিয়ম দুখনৰ ওপৰত প্রায় সর্বত্র গুৰুত্ব দিছিল। অৱশ্যে সেই পন্থা লাভজনকো হৈছিল, কাৰণ কলিকতা বিশ্ববিদ্যালয় আয়োগৰ (মাইকেল ছেদলাৰ আয়োগ) প্রশস্ত প্রতিবেদনৰ ওপৰতে সেই দুখন বিশ্ববিদ্যালয়ৰ আইন প্রতিষ্ঠিত আছিল। কিন্তু বিল ৰচনা কৰি থকা সময়ত মই ফখৰুদ্দিন চাহাবক কৈছিলো যে দিল্লী-ঢাকাৰ গঠনৰ লগত কলিকতা বিশ্ববিদ্যালয়ৰ গঠন নিমিলে; আমাৰ কলেজকেইটাৰ প্রশাসন, পৰীক্ষা আদি কলিকতাৰ পুৰণি ৰীতিতে চলি আছে; গতিকে চলিত অৱস্থা আৰু নতুন আইনৰ ব্যৱস্থাৰ মাজত এটা ফাট (gap) পৰি যাব। আমাৰ দৃষ্টিতে নতুন বিশ্ববিদ্যালয়ৰ এলেকা (jurisdiction) যেতিয়া অসমখন হ'ব, তেতিয়া তাৰ affiliated কলেজকেইটাই দিল্লী বিশ্ববিদ্যালয়ৰ তলতীয়া পাঁচখন constituent কলেজৰ ধাৰাত চলিব নোৱাৰিব। ফখৰুদ্দিন চাহাবে ক'লে যে কার্যত যেতিয়া চলিব লাগিব, তেতিয়া সকলো ঠিক হৈ যাব। যেতিয়া কিন্তু সেইমতে গুৱাহাটী বিশ্ববিদ্যালয় চলিব লগীয়া হ'ল, তেতিয়া

অসুবিধা পাবলৈ ধৰিছিল আৰু পাছত দিল্লীৰ ধাৰালৈ নগৈ কলিকতাৰ ধাৰাতে বৈ গৈ নিয়মকেহে সলনি কৰি ল'ব লগীয়া হ'ল। সি যি হওক, তেওঁ ডোখৰ ডোখৰকৈ বিল এডভোকেট-জেনেৰেলৰ অফিচৰ ষ্টেনোগ্ৰাফাৰক শ্ৰুতলিপি দি বা নিজেই হাতে লেখি টাইপ কৰাই মোক দি গ'ল। বন্ধু নবেন শৰ্মাৰে লগ লাগি মই ষ্টেনছিল কটাই তাৰ কপি কৰি ন্যাসৰক্ষীসকললৈ পঠাই দিলো আৰু ন্যাস পৰিষদে ১৫ জুন তাৰিখে আলি আহমদৰ ঘৰত আবেলিৰ জলপান খাই তেওঁৰ বিলৰ খচৰাখন সামান্য মাথোন সাল-বদল কৰি গ্ৰহণ কৰিলে। সেই গঢ়ত তাক চৰকাৰৰ হাতত গতাই দিয়া হ'ল শিক্ষাধিকাৰ সুৰেন্দ্ৰনাথ সেন আৰু শিক্ষা-সচিব এছ্. এল্. মেহতাৰ যোগে। যদিও ইতিপূৰ্বে বৰদলৈয়ে বিলখন private member's bill ৰূপেও বিধান সভাত উত্থাপিত হ'ব পাৰে বুলি কৈছিল, তথাপি এতিয়া চৰকাৰী বিল-ৰূপেই সি থিয় দিলে। বিলখন ছিলেক্ট কমিটিলৈ গ'ল। তাৰপৰা সামান্য দুই-এটা পৰিৱৰ্তনেৰে ঘূৰি আহিলত ১২ ছেপ্টেম্বৰত বৰদলৈয়ে সেইখন বিধান-সভাত পুনৰুত্থাপন কৰিলে আৰু পাছ দিনাখনেই সভাই সৰ্বসম্মতিক্ৰমে বিলখন গ্ৰহণ কৰিলে। ১৫ অক্টোবৰত গবৰ্ণৰে বিলখনত সম্মতি জনায় আৰু লগে লগে বিলখন এক্টত (গুৱাহাটী বিশ্ববিদ্যালয় অধিনিয়ম ১৯৪৭) পৰিণত হয়। ১ জানুৱাৰীৰপৰা ১০ জানুৱাৰী পৰ্যন্ত শিলঙত বহি অডিটৰ সিংঘী এণ্ড কোম্পানিয়ে পৰিষদৰ হিচাপ দিনে-নিশা পৰীক্ষা কৰিলে। ১৯৪৮ৰ ১ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হ'ল। ২৫ জানুৱাৰী তাৰিখে গুৱাহাটীত বিশ্ববিদ্যালয়ৰ ৰেজিস্ট্ৰাৰৰ অফিচতে ন্যাস পৰিষদৰ শেষ বৈঠক বহি আদিৰেপৰা ৩১ ডিছেম্বৰ ১৯৪৭ পৰ্যন্ত পৰিষদৰ টকা-পইছাৰ হিচাপ হিচাপ-পৰীক্ষকৰ প্ৰতিবেদনে সৈতে গ্ৰহণ কৰে। লগতে পাছৰ কেইদিনৰ হিচাপো। বিশ্ববিদ্যালয় বিল সম্পৰ্কে ছিলেক্ট কমিটি স্তৰত আলোচনা হৈ থাকোঁতে যোগ

দিয়া এক্টখনৰ ছেদ এটা হ'ল: 1. (3) The Gauhati University Trust Board shall be dissolved and all properties and rights now vested in the said Trust Board shall be transferred to and vested in the said University on such date as this Act may come into force. আইনখনৰ মুখ-কথাতো (preamble) এই একে কথাই থাকিল। সেইফালে দৃষ্টি ৰাখি পৰিষদে সিদ্ধান্ত কৰে: 4. Resolved that the Gauhati University Trust Board be finally dissolved from this 25th day of January 1948 under the provisions of the Gauhati University Act 1947 and that all trust funds and properties and all accounts with the Board's Bankers in the name of the Board be operated by the said University.

5. The University authorities are requested to take over charge of the University trust funds on the same conditions under which the University Trust Board collected donations from the donors, attention being drawn to Bulletin No. 7 of the Publicity Department of the Board. একেদিনাখনেই বিশ্ববিদ্যালয় তৃতীয় কনভেশ্যনো বহি নৱজাত বিশ্ববিদ্যালয়ক আশীৰ্বাদ জনায়। ইয়াৰ পাছত এদিন বিশ্ববিদ্যালয়ৰ প্ৰথম কোৰ্টৰ আৰু ন্যাসপৰিষদৰ সংযুক্ত অধিৱেশন বহিছিল। ২৫ জানুৱাৰী তাৰিখে বিশ্ববিদ্যালয়ৰ কোষাধ্যক্ষ শৈলধৰ ৰাজখোৱাই ন্যাসপৰিষদৰ দলিল-পত্ৰ, সম্পত্তি আৰু দায়িত্ব পৰিষদৰ সচিব আৰু কাৰ্য্যালয়াধ্যক্ষ মোৰপৰা চমজি লয়। পৰিষদে ৫,০৭,৩৭৮।১ পাই সংগ্ৰহ কৰিছিল আৰু ৩৬,৩৮১॥/৬ পাই বেংকৰ সুদ হিছাপে পাইছিল। খৰচ বাদ দি বেংক-

বেলেঞ্চ, সাজ-সৰঞ্জাম, কিতাপ আদি ৰূপে মুঠে ৫,৮২,৭০৭৮৯৪ পাই বিশ্ববিদ্যালয়ক দিয়া হয়। ইয়াৰ উপৰি ছপা ৭ নম্বৰী বুলেটিনমতে দহ লাখ টকা দানৰ প্ৰতিশ্ৰুতি আছিল। কিন্তু বিশ্ববিদ্যালয়ে সেই প্ৰতিশ্ৰুত দান যি সংগ্ৰহ নকৰিলেই, সংগৃহীত ধনৰ ভিতৰৰ বিশেষ উদ্দেশ্যে দিয়া দান (৫৫,০০০ টকা) সেই উদ্দেশ্যৰ অৰ্থে খৰচ কৰা নাই। এইভাৱে কেইবাটাও কথাত বিশ্ববিদ্যালয়ে ন্যাস পৰিষদৰপৰা চমজি লোৱা দায়িত্ব পালন নকৰিলে। এইটো অৱশ্যে দুখৰ কথা। বিশ্ববিদ্যালয়ে আমাৰ আশা-আকাঙ্ক্ষাবোৰ পূৰণ নকৰিলে— ইও এটা সাধাৰণ আক্ষেপ। তথাপি আমাৰ প্ৰবোধ—বিশ্ববিদ্যালয় নোহোৱা অসমৰ এটা বিশ্ববিদ্যালয় হ'ল।

# নিৰলাৰপৰা ৰামগিৰিলৈ

অসমৰ ভিতৰত নগৰৰ চেহেৰা থকা এডোখৰেই ঠাই—গুৱাহাটী। urbanity বা নগৰ-সভ্যতাৰ বতাহছাটি গাত লগাওঁ বুলিলেও তালৈকে চাপি-কুঁচি আহিব লাগে। বৰ সক্ৰিয়ভাৱে নহ'লেও আধুনিক উচ্চ সাৰস্বত সাধনাৰ অনুপ্ৰেৰণা দিব পৰা অনুষ্ঠান কটন কলেজো এই চহৰতে। আধুনিক সংবাদসেৱা আদিৰ অনুশীলনৰ বাটো গুৱাহাটীতেই লাহে-ধীৰে হ'লেও বহলি গৈ থাকে। অসমৰ ৰাজনৈতিক নহ'লেও সাংস্কৃতিক-শৈক্ষিক ৰাজধানীৰূপে ৰজাঘৰত নহ'লেও প্ৰজাঘৰত গুৱাহাটী সৰ্বাগ্ৰত পৰিগণিত। সেই হেন অসমীয়া জীৱনৰ মেট্ৰপলিছ বা ৰাজধানী গুৱাহাটীত থাকিবলৈ আহি ভাল লাগিল। ইয়াত পাবলৈ বিচৰা সকলোকে পোৱা যায়। বিশেষকৈ মই পোৱা বা পাব লগীয়াৰ ভিতৰত ডক্টৰ বাণীকান্ত কাকতি, ডক্টৰ সূৰ্যকুমাৰ ভূঞা ছাৰসকলৰ নিৰাপ এয়া। কাকতি ছাৰেতো স্পষ্টকৈয়ে ক'লে, 'তুমি ইয়ালৈ গুচি আহি ভালেই কৰিলা। এতিয়া আমাৰ কাম হ'ব।' ইতিমধ্যেই শঙ্কৰদেৱৰ "ভক্তি-প্ৰদীপ"খনিৰ আধুনিক সংস্কৰণ এটি ছপাশালৰ ভীমৰ মাজত সুমুৱাই থৈ আহিছিলো। ছাৰে তাতে আশীৰ্বাদ এজোলোকা দিলে। "কীৰ্ত্তন-ঘোষা" আৰু "নাম-ঘোষা"ৰ কামো আৰম্ভ কৰিছিলো। তাতো অৱলম্বন কৰিব লগীয়া বৰ্ণবিন্যাস-ৰীতিৰ বিষয়ত ছাৰৰ পৰামৰ্শ লৈ থোৱা আছিল। বৰগীত, অঙ্কীয়া নাটৰ পাঠো ঘাটিবৰ যত্ন কৰিছিলো সত্ৰ আৰু ব্যক্তিৰপৰা পুথি গোটাই। এতিয়া ছাৰৰ সন্নিকট পাই শঙ্কৰদেৱৰ অধ্যয়নৰ ফালে আৰু একণ আগ বাঢ়িবৰ অনুপ্ৰেৰণা পোৱা গ'ল। ২ মাৰ্চ ১৯৪৫ তাৰিখে পুৰণি

"ৰঁাহী"ৰ পাতৰপৰা 'বৰদোৱা গুৰুচৰিত'খনি তুলিবলৈ আৰম্ভ কৰিছিলো। অসমৰ সাংস্কৃতিক-সামাজিক ইতিহাস-অধ্যয়নৰ কাৰণে গুৰু-চৰিতবোৰ যে কিমান মূল্যবান সমল, সেই কথা আমাৰ পণ্ডিত-সকলৰ আজিও হ'বলা উপলব্ধি হোৱা নাই যেন লাগে। এই কেইদিনমান সেইটো কথাকে ইতিহাসৰ পণ্ডিত ডক্টৰ হেৰম্বকান্ত বৰপূজাৰিৰে আলোচনা কৰি আছো। মই গুৱাহাটীত থিত দিয়ে তেনে পৰ্যায়ৰ বিচাৰ-বিমৰ্ষ৷ কৰিছিলো অধ্যাপক সুৰেশচন্দ্ৰ ৰাজখোৱাৰে। গুৱাহাটীৰ হৰমোহন দাসৰ সংগ্ৰহত ৰামচৰণ ঠাকুৰৰ ভণিতা থকা বিতৰ্কিত গুৰু-চৰিতখনৰ এখন সাঁচিপতীয়া পুথি আছিল। মই আৰু ৰাজখোৱাই ৪ মাৰ্চৰপৰা বেছ কিছু দিন দাসদেৱৰ ঘৰলৈ গৈ গৈ পুথিখনিৰপৰা হলিৰাম মহন্ত ঠাকুৰৰ ছপা সংস্কৰণেৰে পাঠ মিলাইছিলোগৈ। ৰাজখোৱাদেৱে চৰিতত সন্নিবিষ্ট বাৰভূঞাসকলৰ বুৰঞ্জীৰ ঐতিহাসিক মূল্য বিচাৰ কৰি ইংৰাজীত এটা প্ৰবন্ধ লিখিছিল; সেইটো Journal of Assam Research Societyত প্ৰকাশ পাইছিল। তেওঁ অৱশ্যে বিষয়টো আৰু অনুধাৱন নকৰিলে। মই কিন্তু পিছত মোৰ পি. এইচ্. ডি. ডিগ্ৰীৰ বাবে লিখা Sankaradeva and His Timesঅত বিষয়টো আৰু অলপ বঢ়িবৰ বাবে যত্ন কৰিছিলো। তাত কি কৰিব পাৰিলো, আন গৱেষকসকলে দেখোন মাতকে মতা নাই! নে 'সকলো আছিল, সকলো আছে, মুগুণো, নলওঁ গম' বুলিছে, তাকো নাজানো।

'নিৰলা-কুটিৰ'ত হেম বৰুৱা আৰু বসন্তকুমাৰ বৰুৱাদেৱেৰে পতা আমাৰ সংসাৰ কিন্তু বৰ ৰসাল হৈছিল। সেই দুইগৰাকীয়েই ভাল কথাচহকী। তদুপৰি আমাৰ আড্ডাত যোগ দিবলৈ আন 'কথাৰ সাগৰ'কো পোৱা গৈছিল। বৰুৱা ছাৰ থাকিলে তেওঁৱেই আলোচনাৰ ঘাই অংশ-গ্ৰহীতা হয়, আমাৰ অংশ-গ্ৰহণ কিছু খৰ্ব হয়। তেওঁৰ মাত সৰু আৰু মিহি যদিও সকলো ৰসেই তাত

বিস্তাৰ লাভ কৰে, আৰু কেতিয়াবা ৰসৰ ধাৰাটি বৰকৈ মুকলি হ'লে তেওঁৰ প্ৰাক্তন হ'লেও ছাত্ৰ হেম বৰুৱাই লাজত তল-মূৰ কৰিব লাগে আৰু আমাৰ দুইৰ ইহা কামটো ছাৰ ওলাই যোৱালৈ মুলতুবি কৰি থ'ব লাগে। ছাৰ নথকাত আমাৰ বৈঠকবোৰ ভজা বাদাম বা চানাচুৰ খোৱাৰপৰা নীলমণি ফুকন ককাৰ জন্ম-জয়ন্তী-লৈকে বিবিধ বিষয়ৰ, হৰেক ৰঙৰ হ'ব পাৰে। সাহিত্যিক বন্ধু দুই-এজন আহিয়ে থাকে; তেতিয়া আকৌ উচ্চ গ্ৰামত আলচ চলে। তেতিয়া চলিছিল কমলনাৰায়ণ দেৱ (এওঁ বাহিৰৰপৰা হিন্দী-প্ৰচাৰৰ অৰ্থে ১৯৩৮ত আহি অসমীয়া ভাষাক নিজৰ কৰি লৈছিল আৰু কেইবছৰমানৰ ভিতৰতে গুৱাহাটীতে তেওঁৰ মৃত্যু ঘটিছিল—৪ ছেপ্টেম্বৰ ১৯৪৬ত) আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য-সম্পাদিত দ্বিতীয় পৰ্যায়ৰ "জয়ন্তী" পত্ৰিকাৰ প্ৰগতিশীল (প্ৰোগ্ৰেছিভ্) সাহিত্য-কবিতাৰ স্তৱ। এবাৰ দুইজন সম্পাদক বাহিৰত থাকিব লগীয়া হোৱাত এটা সংখ্যা "জয়ন্তী"ৰ মই আলহী-সম্পাদক হ'ব লগীয়া হৈছিল। এই "জয়ন্তী"তে মই "চটাই পৰেবত আৰু ছিৰি লুইত" শিৰোনামা দি বনগীতৰপৰা আমাৰ সামাজিক অধ্যয়নৰ প্ৰবন্ধ কেইটামান লিখিছিলো; পাছত সেইকেইটা "অসমীয়া গীতি-সাহিত্য" নামৰ পুথিত সন্নিৱিষ্ট হৈছে। একালে শঙ্কৰদেৱ, আনফালে বনগীতৰ চৰ্চা কৰা দেখি (দুইটাই সামাজিক অধ্যয়ন) এজন বন্ধুৱে আকৌ, ৰাজা ৰামসিংহৰ কথাৰে মোক মস্কৰাহে কৰিছিল: "চাবাছ অচমিয়া চেনা! এক চেনাই নাও মাৰিব পাৰে, গড় বান্ধিব পাৰে....!" ৫ মাৰ্চ ১৯৪৫ তাৰিখে কটন কলেজৰ গুৱাহাটী এ.এছ্.এল্. ক্লাবৰ এখন সভাত যোৱা আঢ়ৈ কুৰি বছৰৰ অসমীয়া সাহিত্যৰ বিষয়ে লেকচাৰ কৰিছিলো। সেইদিনা সভানেত্ৰী আছিল নলিনীবালা দেৱী। তেতিয়া সম্পাদক জীৱকান্ত বৰুৱা। মনত আছে সভালৈ শাৰী পিন্ধি অহা গোৱালপৰীয়া এটি ছোৱালীক সভানেত্ৰীয়ে বৰ ভৰ্ৎসনা কৰিছিল। সেই ধুনীয়া অনুষ্ঠানটোৰ বিষয়ে সেয়ে শেষ

জনা। তাৰ পাছত সি কাৰ মায়াত জানো হৰণলুকি দিলে!

দুইজন বৰুৱা গুৱাহাটীৰ বাহিৰলৈ গ'লে মোৰ বৰ নিজান নিজান অকলশৰীয়া অকলশৰীয়া লাগে। ইফালে তেতিয়া যুদ্ধৰ নিষ্প্ৰদীপ চলি আছে। তাতে আকৌ স্কুলীয়া স'ৰাৰ হোস্টেলৰ ভাত ফুট গধূলিতে বাঢ়ে—মই অফিচ বন্ধ কৰি আহিয়ে তাৰ গৰাহ ধৰিব লাগে। তেতিয়াই জানো শুবকে পাবি—বিশেষকৈ যেতিয়া গৰম হয়? গতিকে খাই-বৈ উঠি সৰু মাইদেউৰ (সুধা হাজৰিকা) ওচৰ পাওঁগৈ। তেওঁ থাকে লেম্ব ৰোডত দেউতাকৰ (কনকলাল বৰুৱাৰ ভাই মহেন্দ্ৰলাল বৰুৱা) লগত। আন্ধাৰ নিশা বাবে কেতিয়াবা লণ্ঠন এটা আৰু বাহতুৰা কুকুৰৰ ভয়ত বাঁহ এডালকে হাতত লৈ যাব লাগে। কেতিয়াবা মূৰত গামোচাখন মাৰি কান্ধত বাঁহডাল পেলাই তাতে লেমটো ওলমাই লৈ মাইদেউৰ কাষ ওলালেগৈ ল'ৰা-ছোৱালীহঁতৰ বৰ ধেমালিয়েই হয়। মাইদেউৰ ঘৰৰ ওচৰতে তেতিয়া যোগেন্দ্ৰনাথ বৰুৱা উকীলৰ মাটিত এটা ঘৰত অম্বিকাগিৰি ৰায়চৌধুৰী আছিল তেওঁৰ পুৰণি অৰুণা প্ৰেছৰ অৱশিষ্টৰে। তাৰপৰা কেতিয়াবা কেতিয়াবা "ডেকা অসমো" ওলায়। তেওঁৰ লগত পুনৰ সংশ্ৰৱ হয়। অসমৰ স্বকীয়া সমস্যাবোৰ লৈ তেওঁ সদায় চিন্তিত। তাতে আমাৰ আগত আৰু তেওঁৰ কাকতত ৰিবৰি দুখ কৰি থাকে। মাজে মাজে তেওঁ ইংৰাজী বিবৃতি দিবলৈ বা বাহিৰলৈ চিঠি দিব লগীয়া হ'লে তেওঁ মোক সহায় কৰিবলৈ কয়। মই কৰোঁ। পিছত কনষ্টিটিউৱেণ্ট এচেম্বলিৰ কাম চলি থকাৰ সময়ত অসম জাতীয় মহাসভাৰ হৈ দিয়া বিশদ স্মাৰক-পত্ৰৰ ইংৰাজী ৰূপ দিয়াত মই কেইবাদিনো তেওঁৰে লাগি দিছিলো; আৰু সেই কাৰ্যত বৰদলৈ ডাঙৰীয়াই মোক উৎসাহ দিছিল, কাৰণ অসমৰ দৃষ্টিকোণৰপৰা কিছু কথা সদায় ক'ব লগীয়া আছিল—যিবোৰ নানা উপাদানেৰে গঠিত অসম কংগ্ৰেছৰপৰা স্পষ্টকৈ ক'ব পৰা নাযায়। বৰদলৈৰ এনে মনোভাৱৰ লগত পাছৰ দুই-এজন

কংগ্ৰেছীৰ দৃষ্টিভঙ্গি দেখাতে পৃথক হৈছিল, কাৰণ তেওঁলোকে অসম জাতীয় মহাসভাখন এজন মানুহৰহে সভা বুলি দিল্লীত জাহিৰ কৰিছিল, যাৰ ফলত দিল্লীয়ে আগতে ৰায়চৌধুৰীৰ কথাত যিৰূপ গুৰুত্ব দিছিল, সেয়া পাছলৈ সমূলি নিদিয়া হ'ল। সি আমাৰ বাবে ক্ষতিকৰ কথাই হ'ল। বিষ্ণুপ্ৰসাদ ৰাভা এই সময়ত (১৯৪৫) মাজে মাজে গুৱাহাটীলৈ আহে। তেওঁক লগ পাওঁ কামাখ্যা-নীলাচল পৰ্বতৰ নামনিৰ বিশেষ এঠাইত। মাৰোৱাৰী গাদীৰ হিছাপৰ বহীৰ নিচিনা এটা বহীত তেওঁ সাত ৰাজ ঘূৰি গোটোৱা সাংস্কৃতিক বতৰা আৰু সমলৰ টোকা আৰু চিত্ৰবোৰ দেখুৱায়। মই আৰু প্ৰফুল্লদত্ত গোস্বামীয়ে (পাছৰ ডক্টৰ) ৰাভাৰে আলোচনাৰ পাছত টোকা কৰি ডিমাছা কছাৰীসকলৰ লোকগীতৰ বিষয়ে দুটা প্ৰবন্ধ লেখোঁ— মোৰটো মোৰ "অসমীয়া গীতি-সাহিত্য"ত আৰু গোসাঁইৰটো তেওঁৰ Folk Literature of Assamঅত পাব। ৰাভাক লৈ এদিনা (২৪ জুন) আমাৰ বহাতে গানৰ মজলিছৰো আয়োজন কৰা হৈছিল।

এই সময়তে ভালেই নে বেয়াই এটা কাম কৰি পেলাইছিলো। জুলাই মাহত ৰাজমোহন নাথ-সম্পাদিত "শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত" প্ৰকাশ পায়। নাথে ইতিপূৰ্বে বিশেষকৈ কপিলী উপত্যকাৰ প্ৰত্নতত্ত্ব উদ্ধাৰ কৰা আদি সৎকাৰ্য কৰিছিল, আৰু পুৰণি অসমীয়া সাহিত্য-অধ্যয়নতো বিশেষ ৰতি দেখুৱাইছিল। কিন্তু বৰ্তমান প্ৰকাশনৰ পাতনিত ডক্টৰ বাণীকান্ত কাকতি, কালিৰাম মেধি আদি আমাৰ ৰৰেণ্য পণ্ডিতসকলক 'তথাকথিত পণ্ডিত' 'তথাকথিত পণ্ডিতাভিমানী ব্যক্তি' আদি কুৎসিত বিভূষা দি হেয় কৰিবৰ যত্ন কৰা দেখি মোৰ গাই নস'লে। আনফালে, শুদ্ধ পাঠৰ নামত তেওঁ অজস্ৰ পাঠ-বিভ্ৰাট ঘটোৱাৰ উপৰিও মাধৱদেৱ-ৰচিত আৰু মাধৱদেৱৰ নামত প্ৰচাৰিত নাটৰ গীতো (এইবোৰক প্ৰকৃততে 'অঙ্কীয়া গীত'হে বোলা হয়, 'বৰগীত' নহয়) পুথিখনত সামৰিছিল আৰু পুথিৰ ঐতিহ্যগত গীতৰ ক্ৰম ভাঙি দি (এনে ক্ৰম ভঙা যে কেনে কথা, তাক উপলব্ধি

কৰিবলৈ হ'লে ভাই মনী সিংঘই "গুৰুগ্ৰন্থ সাহিব"ৰ ৰাগ আৰু মহল্লাৰ ক্ৰম ভঙাৰ কথা সুঁৱৰিব লাগে) 'অইন দেশৰ মহাজন-সকলৰ পদাৱলী সম্পাদন কৰাৰ আৰ্হি লৈ' বংগীয় পদাৱলীৰ দৰে শান্ত, বাৎসল্য আৰু আন কি মধুৰ ৰসৰ পৰ্যায়ত গীতবোৰ ভাগ কৰিছিল, ইতিপূৰ্বে তেওঁৰ সম্পাদিত "শ্ৰীশ্ৰীশংকৰদেৱৰ বৰগীত"ৰ সমালোচনাত পণ্ডিতসকলে সেইটো ভুল পন্থা বুলি কোৱা কথাক তেওঁ তাচ্ছিল্যহে কৰিছিল, আনফালে আকৌ 'টিকা-টিপ্পনী'ৰ (!) অনেক ঠাইত হাঁহি উঠা ভুল অৰ্থ দিছিল (যেনেকৈ বিখ্যাত 'শতপত্ৰ বিকশিত ভ্ৰমৰ উৰাই' শাৰীটোৰ 'পত্ৰ বিকশিত' পাঠ লৈ তাৰ অৰ্থ কৰিছে 'পাখি মেলি'—যেন এশ পাখি লগা একোটা ভোমোৰা উৰাৰ কথাহে মহাপুৰুষে কৈছে! 'গুঞ্জা'ৰ অৰ্থ কৰিছিল কাচমণি!), আৰু বৰগীত শব্দৰ অৰ্থ কৰিছিল 'ওস্তাদি গান'! ২২ ছেপ্টেম্বৰৰ "সাদিনীয়া অসমীয়া"ত মই 'মৎসেন্দ্ৰনাথ' স্বাক্ষৰেৰে "গড়কাপ্তানী প্ৰখৰতাৰ খৰলুটি" নাম দি এটা চোকা সমালোচনা উলিয়ালো। তাতে মনত দুখ পাই নাথে যোৰহাটৰ কাছাৰীত এক মান-হানিৰ গোচৰ তৰিলে—পোনতে সম্পাদক দেৱকান্ত বৰুৱা আৰু প্ৰিণ্টাৰ সোণাৰাম বেজৰ বিৰুদ্ধে। ১৯৪৬ মাৰ্চ মাহত "অসমীয়া" প্ৰেছৰপৰা মোৰ নাম উলিয়াই মোকো সাঙুৰি দিলে আচামী-ৰূপে। কুলধৰ চলিহা আৰু গুঞ্জানন বৰুৱা নাথৰ উকীল। "অসমীয়া"ৰ পক্ষ সমৰ্থন কৰিলে দেৱেশ্বৰ শৰ্মা আৰু ৰাজেন্দ্ৰনাথ বৰুৱাই (পাছৰ এম্. পি.জন)। সিপক্ষক জেৰা কৰিবৰ কাৰণে বৰুৱাদেৱক মই বৈষ্ণৱ সাহিত্যত পণ্ডিত কৰি তুলিব লগীয়া হ'ল আৰু তাৰ লগতে মোৰো জ্ঞানৰ টোপোলাটো চেপেটাৰপৰা শকত কৰিবলৈ যত্ন কৰিব লগীয়া হ'ল। অলপ আগতে কৈছোৱেই শঙ্কৰদেৱৰ ৰচনা সাঁচি-পাতৰপৰা অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিছিলো; "কীৰ্ত্তন-ঘোষা"ৰ বাহিৰেও অংকীয়া নাট কেয়োখন, বৰগীত আদি পুথিৰ পাঠ

উদ্ধাৰ কৰাৰ যত্নতো আছিলো। গোচৰৰ গৰজত এতিয়া কথাবোৰ আকৌ লুকীয়া ধৰণে পিটিকি চাব লগীয়া হ'ল। দেৱকান্ত বৰুৱা, সোণাৰাম বেজ আৰু মই উজনিমুৱা ৰেলগাড়ীত উঠি মোকৰ্দমাৰ দিন পৰিলে যোৰহাট-ভ্ৰমণৰ অৰ্থে যাব লাগে। আমাৰ অধিবক্তাই মাজতে জনালে যে ৰণ টান, গতিকে ভক্তৰ কাকতি, ভক্তৰ ভুঞা আৰু কালিৰাম মেধিক আমাৰ সাক্ষী দিব লাগিব; লাগিলে কমিশ্যন কৰাই গুৱাহাটীতে সিসকলৰ সাক্ষ্য লোৱাটো কৰা যাব। সিসকলেও সম্মতি দিলে। ২৩ জুলাই তাৰিখে শোধৰ এটা দিন পৰিছিল। তাৰ আগতে দুই পক্ষৰে বন্ধু-বান্ধৱে মকৰ্দমাটো মিট-মাট কৰিবৰ কাৰণে হেঁচা দি আছিল। "অসমীয়া"ৰ তৰফৰপৰা জগদীশচন্দ্ৰ মেধিকো উকীল ধৰা হ'ল। ২২ জুলাই তাৰিখে আমি তিনি আচামী আৰু মেধি ৰেলত উঠিলো যোৰহাট বুলি। পাছ-দিনা পুৱা হওঁ নহওঁতেই যেতিয়া মৰিয়ণীত নামো পেৰ্ পেৰ্কৈ বৰষুণ। বৈ থকা যোৰহাটৰ ৰাছত আমি উঠোঁতেই গাৰ কাপোৰ, বিছনাৰ টোপোলা, সকলো তিতিল। যোৰহাটৰ ৰাছ ষ্টেণ্ডত আকৌ বস্তু কঢ়িওৱা মানুহ সেই পুৱাতে পাবলৈ নাই! কোনোমতে এটি আহি বৰুৱাৰ বস্তুখিনি ল'লে। মেধিয়ে নিজৰ বস্তু নিজ কান্ধত পেলাই ওচৰৰ শহুৰৰ ঘৰলৈ খোজ ল'লে। মই মোৰ টোপোলা মূৰত তুলি লৈ ওচৰতে থকা নীলমণি ফুকন ককাৰ বহালৈ গ'লো। ককা শোৱাৰপৰা উঠি দপদপালে, "তোমালোক পণ্ডিতবোৰেহে পিঠিত থপৰিয়াই নেগুৰ কাটি ৰাজমোহন ৰায়ক ডোঙত মেলিলা। এতিয়া গোচৰত চৌচৰা! মই ৰাজমোহনকো কৈছো, তোমালোককো কৈছো, তোমালোককো কওঁ, আজিয়ে মিটমাট কৰিবী একা।" ইতিমধ্যেই বোলে নায়ক শ্ৰীহট্টলৈ বদলিৰ হুকুম দিয়া হৈছিল। গুণানন্দ বৰুৱা আৰু জগদীশচন্দ্ৰ মেধিৰ যুটীয়া যত্নত জানিবা কাজিয়াখন সমাপ্ত হ'ল। মিট-মাটৰ লেখালেখি হৈ

যোৱাৰ পাছত গোচৰ শোধা হাকিম ছিনিয়ৰ ই. এ. চি. আলো-ৱাৰ হুছেইনে মোৰ ভাষাৰ জ্ঞান আৰু দখল প্ৰশংসা কৰিলে! ফুকন ককাই আকৌ কৈছিল, মোৰ সমালোচনাটোত জতুৱা শব্দবোৰ ব্যৱহাৰ কৰাটোৱেই বোলে মোকৰ্দমাটোৰ গুৰি হ'ল! মই হ'লে ক'ব নোৱাৰিলো! গোচৰখনে কিন্তু এটা কথা দেখুৱালে যে পুৰণি সাহিত্যৰ তথা সংস্কৃতিৰ প্ৰকৃত বিদ্যায়তনিক অধ্যয়নৰ অতীব প্ৰয়োজন; তাৰ অভাৱত পথাৰৰ মাজৰ মুঢ়া সকলো পোনে পোন কৰাৰ দৰে নাথৰ দৰে লোকেও নিজৰ ব্যাখ্যা দি ল'বৰ সুবিধা পাইছিল। এই সময়তে যোৰহাটৰ এজন স্থানীয় সংগীতজ্ঞই বৰগীতৰ নিজস্ব ৰাগ গুচাই হিন্দুস্থানী ৰাগ দি দি তাত চৌতাল আদি তাল বান্ধি "বৰগীতৰ স্বৰলিপি" নামে এখন কিতাপ উলিয়ালে। মিত্ৰ-দেৱ মহন্ত, দৰ্পনাথ শৰ্মা, কীৰ্তিনাথ বৰদলৈ আৰু মুক্তিনাথ বৰদলৈৰ-পৰাও ওজৰ শুনিলো, সেই স্বৰলিপি বজালে বৰগীত নাবাজে, 'ওস্তাদি গান'হে বাজে। ৰাজমোহন নাথৰ থিওৰিৰ লগত যেন ঐক্যতান! কিন্তু কোনেও ক'তো এনানি কথা লিখি প্ৰতিবাদ নকৰে! ২৩ মেইৰ "দৈনিক অসমীয়া"ত মষে 'জাতীয় চেতনাহীন ওস্তাদ' বুলি এটা প্ৰবন্ধ লিখিলো। এইবাৰ জানিবা মান-হানিৰ গোচৰ নহ'ল। কাৰো প্ৰতিবাদো নোলাল। মাথোন ভিতৰৱা মজলিছত এটা গুৰ্‌গুৰণি উঠিলে, 'এঃ নেওগ? নেওগতো ওস্তাদ নহয়েই!!" নহয়, হয়। কিন্তু এতিয়া ওস্তাদো ঠাণ্ডা হ'ল।

গোচৰখনৰ ফলত কাৰ্কতি ছাৰ আৰু কালিৰাম মেধিৰে মোৰ সম্বন্ধ গাঢ় হ'ল আৰু শংকৰদেৱ-অধ্যয়নৰ মাজলৈ অধিকভাৱে সোমাই যাব লগীয়া হ'ল। এইবেলা ছাৰৰ হাতত থকা "গুৰু-চৰিত-কথা"ৰ-পৰা মেধিদেৱে কৰা সংক্ষিপ্ত টোকাৰ এখন বহী পাই মন উকলীকৃত হৈ উঠিল। বিশেষকৈ পুথিখনিৰ মনোৰম ভাষাই যে মোক যেন কুঁহি শতিকাৰপৰা বাৰে বাৰে তুলি নি ষোল শতিকা পোৱায়লৈ?

ইয়াৰ পিছৰ বছৰত লেখা মোৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" গ্ৰন্থত গুৰুচৰিত-খনিৰ উদ্ধৃতিৰে মেখিৰ বহীখনৰ বৰ সহায় পাইছিলো। উপেন্দ্ৰ-চন্দ্ৰ লেখাৰুৱে তাৰ বহুত পাছতহে তেওঁৰ সংস্কৰণ উলিয়ায়। সেই সময়ত ওলোৱা সকলো বিবদমান বিষয় লৈ "ধূপৰ বঠি" বুলি পুস্তিকা এখন প্ৰস্তুত কৰা হৈছিল। বিশেষকৈ মেখি, দেৱ বৰুৱা আৰু হেম বৰুৱাৰে আলচি-ছলচি তাক ধঁহি-পিহি নিমজ কৰা হৈছিল যাতে সেয়া গাত লাগিলেই কুলাচলৰ নিধন হয়! বাদ-প্ৰতিবাদৰ ক্ষেত্ৰখন পাছে লাহে লাহে আপুনি নিকা হৈ যোৱাত পুস্তিকাখন উলিওৱা নহ'লগৈ। বাদ-প্ৰতিবাদৰ উমাৰ মাজত নিৰলে 'বাৰকুৰি বৰগীত' নামৰ এটা প্ৰবন্ধ লিখিছিলো আৰু "দৈনিক অসমীয়া"ত প্ৰকাশৰ কাৰণে দিছিলো। কিন্তু এবাৰ সাপে খালে লেজুলৈকে ভয় দেখি তেওঁলোকে মোৰ লেজুডাল এমাহৰ পিছত মোকে ঘূৰাই দিলে। পাছে ৰঘুনাথ চৌধাৰী আতাই বস্তুটো দেখা পাই ভাল পাই বৰ মৰমেৰে তাক তেওঁৰ "সুৰভি"ত প্ৰকাশ কৰিলেগৈ। সেইটো মোৰ লেখাৰ ভিতৰত সকলোতকৈ সমাদৃত প্ৰবন্ধ। প্ৰকাশৰ লগে লগে মেখি, জ্যোতিপ্ৰসাদ, নকুলচন্দ্ৰ ভূঞা আদিয়ে চিঠিৰে তাক আদৰ জনায়। সি মোৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ"ৰ অন্তৰ্গত হৈ সন্নিৱিষ্ট হৈ আছে। নাথৰ সম্পাদিত "কালিয়দমন নাট"ৰ সমালোচনা কৰি লিখা 'কালিদমনৰ পাঠ-বিভ্ৰাট' নামে এটা প্ৰবন্ধ মাধৱচন্দ্ৰ বেজবৰুৱাৰ "বাঁহী"ৰ দুসংখ্যাত ছপা হৈছিল।

এইবোৰ সাহিত্য-সংস্কৃতি-জগতৰ খেলি-মেলিত সোমোৱাৰ আগতে 'নিৰলা কুটীৰ'ত দুজনা বৰুৱাৰে গৃহবাসৰ অন্ত পৰিছিল কেইমাহ মানতে। মই আমাৰ ন্যাস-পৰিষদৰ মহকুমা সমিতিবিলাকৰ কাম চাবলৈ উজনিত ভ্ৰমণ কৰিবলৈ ওলাই গৈছিলো। সেই ভ্ৰমণৰ শেষ পৰ্যায়ত নগাঁৱত থকাতে তাত হেম বৰুৱাক লগ পালো—কংগ্ৰেছৰ কিবা এখন ডাঙৰ সভাৰ বাবে গৈছিল। তেওঁ ক'লে

যে স্কুল কর্তৃপক্ষক লগা হোৱাত আমাৰ ছুইৰ 'নিৰলা' এৰিৰ লগীয়া হ'ল, গতিকে শিলপুখুৰীৰ বৰদলৈৰ ঘৰৰ ওচৰতে ৰবীন্দ্রনাথ চৌধুৰীৰ ঘৰটো ভাৰাতৈ লোৱা হৈছে. মই গুৱাহাটীলৈ ঘূৰি গ'লে তালৈকে যাব লাগিব, বৰুৱা নিজে কিন্তু কলেজৰ বন্ধৰ বাবে তেতিয়া যোৰহাটলৈহে যাব। মোৰ নগাঁৱৰ কাম শেষ হোৱাত গুৱাহাটীলৈ ঘূৰিলো আৰু নতুন ঘৰত সোমালোহি। আহল-বহল বাৰীখনেৰে সৈতে ধুনীয়া ঘৰটো। তাত ইতিমধ্যেই আমাৰে সহবাসী হ'বলৈ শৰৎচন্দ্র বৰুৱা ('মহর্ষি' কমলাকান্ত ভট্টাচাৰ্যৰ জোঁৱাই) আৰু তেওঁৰ যোগে অভয় ডেকা নামে এজন ব্যৱসায়ী ডেকা ঠাই লৈ আছিল। দুদিনৰ পাছতে হেম বৰুৱাও আহিল যোৰহাটৰপৰা বন্ধ খাই। তাৰ কিছু দিন পিছতে আকৌ মোৰ বৰমমাৰ ল'ৰা ৰবীন্দ্রনাথ হাজৰিকা আমাৰ লগ হ'লহি। আমি পাঁচটা মানুহৰ ঘৰেই বোলক বা 'মেছ'ই বোলক, ভালকৈ চলি যাবলৈ ধৰিলে। ডাং-ডঙুৱাৰ ঘৰ বুলি তাৰ নাম দিয়া হ'ল 'ৰামগিৰি'—যদিও লোকৰ ভাবাঘৰ এটাৰ নামকৰণ কৰিবলৈ আমাৰনো বাৰু কি এক্তিয়াৰ আছিল? সেই নাম পিছে প্ৰখ্যাতেই হৈ উঠিল। আমি পাঁচটাৰ কিন্তু একেলগে একে সময়তে ভাতমুঠি খোৱা কাচিৎ-কেতিয়াবাহে হয়। প্ৰত্যেকৰে কামৰ সময়ৰ, কামৰ ক্ষেত্ৰৰ ৰূপ বেলেগ বেলেগ। আগৰেপৰা হেম বৰুৱা আৰু মোৰ কথাৰ মাজিহাৰ লগ দেৱ বৰুৱা কিন্তু এতিয়াও আহি থাকে আৰু আমি দুয়োয়ে জহ কালি ভাত-পানী খাই উঠি "অসমীয়া"ৰ অফিছলৈ গৈ মেল মাৰোঁ। কেতিয়াবা সম্পাদকীয় এটাও লেখা হয় কথা-প্ৰসংগতে। সেইদৰে মৌলানা আজাদৰ কথাৰে 'ভাৰতৰ কর্ণধাৰ' বোলা মই লিখা (১০ জুলাই ১৯৪৬) প্ৰবন্ধটো বাহিৰত সমাদৃত হৈছিল—অৱশ্যে মই লিখা বুলি নজনাকৈ। জুন-জুলাই মাহত জ্যোতিপ্ৰসাদ আগৰৱালা গুৱাহাটীলৈ আহি তৰুণ আগৰৱালাৰে থাকেহি। ২৭ জুনৰ দিনা শিল্পজনক ওচৰলৈ যাওঁতে

জ্যোতিপ্ৰসাদক লগ পাওঁ। কথাৰ মূৰত বৰগীতৰ সংগীতত্বৰ আলোচনা হয়। ২৯ তাৰিখে সন্ধিয়া কুৰিবলৈ যাওঁতে তেওঁ বাটৰেপৰা মোক মাতি নিয়ে। অসমীয়া সংগীতৰ বিষয়ে আলোচনা হয়। তেওঁ ক'লে, তেওঁ বিষ্ণুপ্ৰসাদ ৰাভাক ছবছৰমানৰ আগতে বৰগীতৰ বিষয়ে টোকাৰে এখন বহী দিছিল। বৰগীতৰ ৰাগ হয়তো আজি চাৰি-পাঁচ শ বছৰে অলপ পৰিবৰ্তিত হৈছে। কোনো গায়নে দুটা 'ৰাগ দিওঁতে' (আলাপ কৰোঁতে) প্ৰায় একে কৰিয়ে 'টানে'। শঙ্কৰদেৱে কি টেক্নিকত সুৰ compose কৰিছিল, সি বিচাৰ্য। আগৰৱালাৰ মতে অসমৰ সঙ্গীতৰ বহুতখিনি মিল কৰ্ণাটকী সঙ্গীতেৰে। বহুতো তামিল গীত দূৰৰপৰা শুনাত বৰগীত যেনেই লাগিব। ক'লে, তেওঁৰ নিজৰ 'সুৰৰে জিঞ্জিৰি' আদি শাৰীবোৰ বৰগীতৰ ঢঙৰ। "জয়মতী" ছবিত তেওঁ ভাৰতৰ ভিতৰতে পোন প্ৰথমবাৰলৈ harmonised music দিছিল। পিছদিনা কামাখ্যা-পৰ্বতৰ তলৰ বাহৰত বিষ্ণুপ্ৰসাদ ৰাভাক লগ পালোগৈ। তেওঁ "অসমীয়া কৃষ্টি" বুলি এটা ধুনীয়া প্ৰবন্ধ লিখি আছিল। তেওঁৰ মতে ভাৰতীয় সংগীতক উত্তৰ ভাৰতীয়, কৰ্ণাটকী আৰু অসমীয়া, এই তিনি schoolত ভাগ কৰিব পাৰি। ৰাভাই চায়েঙীয়া (চায়েং=দিহিং নৈ) আৰু বহুৱা—বিহুৰ এই দুটা ধাৰাৰ কথা কয়। দক্ষ-যজ্ঞত শিৱৰ গণবিলাকে কটা মূৰৰ ঠাইত দক্ষৰ কান্ধত ছাগলীৰ মূৰ লগাই দিলত সি লৰফৰ কৰি থকাৰপৰা হেনো বহুৱালিৰ উৎপত্তি হ'ল। জোপোহাৰ মাজৰপৰা এহাল ছাগ-ছাগী-বেশী লোক ওলাই ডেকা গাভৰুৰ মাজত নাচে। দক্ষৰ গাত কল-পতুৱা আৰু মূৰত ওদাল গছৰ আঁহ আদিৰ চুলি পিন্ধাই নচুওৱা হয়। এয়ে বহুৱা বিহু। জ্যোতিপ্ৰসাদে মোক তেওঁ লিখা চন্দ্ৰকুমাৰ আগৰৱালাৰ জীৱনীখন চাবলৈ দিয়ে। তেওঁ তাত দদায়েকৰ জীৱনীত development of the soul-ৰূপে এটি অধ্যয়ন কৰিবলৈ বিচাৰিছে। যদিও বিৱৰণবোৰ compact নহয়, ভাষা

হ'লে সুন্দৰ। চন্দ্ৰকুমাৰৰ জীৱন আৰু আৰ্ট, দুই ফালৰপৰাই পোহৰ বিলাৰ পৰা বস্তু হৈছে। পুথিখনৰ শেষত তাহানিতে চন্দ্ৰকুমাৰৰ মৃত্যুৰ দিনাখনেই লিখা আৰু "জয়ন্তী"ত ওলোৱা মোৰ ছনেট 'চন্দ্ৰকুমাৰলৈ'টো তুলি দিছে। জ্যোতিপ্ৰসাদে ক'লে যে কবিতাটোৰ ওপৰত মই ৰবাৰ্ট ব্ৰাউনিঙপৰা উদ্ধৃতি দিয়া 'still loftier' আদি কথাবোৰ দেখি দদায়েকৰ আধ্যাত্মিক উচ্চতাৰ বিষয়ে তেওঁৰ উচ্চ ধাৰণা এটাৰ উদ্ৰেক হয় আৰু লিখাত আগ বঢ়াৰ লগে লগে সি দৃঢ় হৈ পৰে। এটা সুৰত মোৰ 'বাৰকুৰি বৰগীত' প্ৰবন্ধৰ কথা লৈও তেওঁৱে আলোচনা কৰে'। মোৰ appoachটো তেওঁ ভাল বোলে। সঙ্গীত-ধাৰা সম্পৰ্কে তেওঁৰ আৰু ৰাভাৰ মতৰ উদ্ধৃতি তাত সুমুৱাই দিয়া হয়।

৯ জানুৱাৰী ১৯৪৬ৰ দিনা মহাত্মা গান্ধী গুৱাহাটীলৈ আহে। তেতিয়া দুদিনমান আবেলি আবেলি পাণবজাৰৰ জুবিলি গাৰ্ডেনত (এতিয়া পানী-কল হোৱা ঠাইত) প্ৰাৰ্থনা-সভা হৈছিল। সেই প্ৰাৰ্থনা-সভাত গোৱা আন গীতৰ লগত মনত পৰাত কুইনীৰ (সুদক্ষিণা হাজৰিকা/শৰ্মা) 'এ জয় ৰঘুৰ নন্দন' মাতত জিলিকিছিল। ১০ জানুৱাৰী তাৰিখে শৰণীয়াৰ কস্তুৰবা আশ্ৰমত ৰাষ্ট্ৰভাষা কৰ্মীসকলৰ এখন সৰু সভাক বাপুৱে সম্বোধন কৰিছিল। সেই সভাত ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সদস্য-ৰূপেময়ো উপস্থিত আছিলো আৰু সেইদিনা-খনেই মহাত্মাক নিকটতম সান্নিধ্যত দেখা পাইছিলো। তাৰ পিছৰ দুদিন প্ৰাৰ্থনা-সভাত দেখাৰ পাছত আৰু মহাপুৰুষগৰাকীক জীৱনত দেখা নাপালো।

আগতেই কৈছো, ২৭ জুলাই ১৯৪৬ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস-পৰিষদৰ কাৰ্যালয় তুলি লৈ শিলঙলৈ উঠি গ'লো। ৰামসিংৰিপৰাও বিদায় ল'লো।

# গিৰিশিখৰৰপৰা আকৌ ৰামগিৰিলৈ /ক

১৯৪৬ৰ মাজ ভাগত বিশ্ববিদ্যালয়ৰ ন্যাসৰ কামৰ মাজত মোৰ অৱস্থা 'ডলাৰ বগৰী প্ৰায় ক'তো থান-থিত নাই।' এজন বন্ধুৱে মোলৈ চিঠি লিখিবলৈকো মোৰ ঠিক-ঠিকনা নাপাই গুৱাহাটীলৈ কাৰ্ড এটা (১৫ মেই) লিখিছিল: 'কণাৰ ফৰমুটি লাগে যদি লাগিব নালাগে যদি নাই বুলিয়েই এই চেষ্টা। আজি কিছু দিনৰ আগতে গুৱাহাটীৰ ফালে যাওঁতে তোমাৰ খবৰ কৰি বিশেষ একো উৱাদিহ উলিয়াব নোৱাৰিলোঁ। ছোৱালী এটিয়ে ক'লে, তুমি সদিয়াত বুলি— তাকো বৰ ডাঠি ক'ব নোৱাৰিলে। তাৰ পিছত শুনিলো বিশ্ব-বিদ্যালয়ৰ কামত তুমি যোৰহাটত। তাৰ পিছত, তোমাৰ গন্তব্য বা, ধৰাঁ স্থাতব্য স্থানৰ বিষয়ে অনেক থিওৰি মনৰ ভিতৰত উদয় হ'ল, অনেক মাৰ গ'ল। ভাবিছিলো, ইয়াৰ মাজতে তোমাৰ চিঠি এডুখৰি দেখিবলৈ পালে লেঠাটো ছিগিব। সিও নাই। মুঠৰ ওপৰত তুমি বৰ আচৰিত বস্তু!" নিকদ্দেশ কেৰাৰ আচামী আচৰিত বস্তুটো মই শেহত শিলঙৰ শৈলশিখৰত উঠিলোগৈ। আৰ্ল ইণ্ডিয়ান ছেনিটেৰিয়ামৰপৰা এখন চিঠিত (১৫ আগষ্ট) সেই দেখি লিখিছিলো— "মই বৰ্তমান বন্ধু নবেন শৰ্মাৰ লগত একেটা কোঠাতে আছো। তেওঁ এটা সৰু সুৰা hotel খুলিছে। তাতে খাওঁ। লিখা-পঢ়া কৰাৰ কাৰণেহে বৰ অসুবিধা হৈছে। ফুৰিবলৈও লগ নোহোৱাৰ নিচিনা। কোনো মানুহৰ ঘৰলৈ যাবলৈও বৰ ভাল নালাগে। এই-খন হ'ল ব্ৰহ্মাণ্ডৰ কেৰাণীৰ ৰাজ্য! ইয়াত ছাহাব Secretary-বোৰৰ কথা আৰু অফিচৰ ফাইলৰ কথা মাত্ৰ। সকলোৱেইতো ইয়াত ছাহাব—অন্ততঃ ভাবেই বহুতক ছাহাব কৰিছে।" ভাবে

সকলোকে ঠেঙা-কোট পিন্ধায়। মোকো। হাত দুখন কামত লগাও-কৈও চোলাৰ মোনাতহে সোমাই থাকে, নহ'লেবা চিম্‌নিৰ জুইৰ আগত নাচে। তিনি কুৰি পোন্ধৰ টকা ভৰি পার্ছিয়ান কোট নামৰ এটা হলৌ চোলা কৰি লওঁ।

১৯৪৬ত ভাৰতত কিছুমান ঘটনা দ্ৰুতভাৱে ঘটে। সেইবোৰে আহি আমাক স্পৰ্শ নকৰাকৈ নাথাকে। জুলাই মাহত সংবিধান সভা (Constituent Assembly) ব্ৰিটিশ পাৰ্লামেণ্টে গঠন কৰি দিয়াৰ পাছত ১৬ আগস্ট তাৰিখে মুছলিম লিগে direct action-অৰ দিন পালন কৰে। শ্বিলঙতো সেইদিনাখন লিগৰ সমদল ওলাইছিল। বিশেষকৈ কলিকতাত 'দাঙ্গা-হাঙ্গামা' হয় গুলীবৰ্ষণ হয়, নজনঁ লোক নিহত আৰু বহুতো আহত হয়। মন কৰিব লগীয়া যে সেইদিনাখনেই আমি শ্বিলঙত বৰেণ্য মনীষী এইচ্‌. জি. ৱেল্‌ছ ঢুকোৱা বতৰা পাওঁ। ১৮ তাৰিখে খবৰ আহে সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলস্বৰূপে কলিকতাত দুহাজাৰ লোকৰ মৃত্যু ঘটিছে। সেইদিনা শ্বিলং জুৰি ঘনকৈ পুলিছ পেট্ৰলিং চলে। এটা গুজব উঠে যে ৰাজধানীত বহুতো গুণ্ডাই অনুপ্ৰৱেশ কৰিছে। ২১ তাৰিখৰ বাৰ্তা—কলিকতাত মৃত্যুৰ সংখ্যা তিনি হাজাৰলৈ উঠিছে, শিখসকলে মুছলমানসকলৰ আক্ৰমণ ৰোধ কৰাত বিশিষ্ট ভূমিকা লৈছে। চাৰি দিনৰ পিছত এটা গুজব উঠিল আমি থকা আৰ্ল ছেনিটেৰিয়ামৰ ওপৰৰ প্ৰত্যক্ষ সংগ্ৰাম বা direct actionঅৰ 'হানা' পৰিব বুলি—পিছে মিছাতে। মুঠতে, সাম্প্ৰদায়িক বিষে দেশখনক ৰুগ্ন কৰি পেলাইছিল, সেইটো অনুভৱ হৈছিল। ইয়াৰ মাজতে ২৪ তাৰিখে শ্বিলঙলৈ ডক্টৰ ৰামমনোহৰ লোহিয়া আহে শংকৰচন্দ্ৰ বৰুৱা, হেম বৰুৱা, দেৱ বৰুৱা, লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকাৰে। সদৌ শ্বিলঙীয়াৰ হৈ মই এখন অভিনন্দনৰ খচৰা কৰিলো; বন্ধু নৰেন আৰু ৰাষ্ট্ৰভাষা সমিতিৰ প্ৰচাৰক পদ্মনাথ বৰঠাকুৰে তাক হিন্দী

কৰিলে। আবেলি জেইল ৰোডৰ পথাৰত সভা হ'ল। সভাপতি ফখৰুদ্দিন ছাহাব। লোহিয়াই চলন্ত পৰিস্থিতিৰ বিষয়ে সুদীৰ্ঘ বক্তৃতা দিলে। নৱেম্বৰৰ ৬ তাৰিখে গুৱাহাটী সংগ্ৰহ-সমিতিৰ হিচাপ আৰু বিশ্ববিদ্যালয়ৰ মাটি চাবলৈ ভৈয়ামলৈ আহোঁতে মঙ্গলদৈ চাই ঘূৰি অহা দেৱকান্ত বৰুৱাৰ মুখে ত'ৰ পমুৱাৰপৰা হোৱা মানুহৰ পয়মালৰ কথা শুনো। ৰাইজ এতিয়া জাগি উঠিছে—যি ৰাইজৰ মাজত ইংৰাজ চৰকাৰে মাটিত খাজনা বঢ়োৱা দিনত যোৱা শতিকাত প্ৰথম প্ৰজা-বিদ্ৰোহ হৈছিল। শিঙাৰে বিপদ-সংকেত দিয়াৰ চলতি হৈছে। "মণিটাৰী গাঁও গ'লে মঙলদৈ যাব, অসম যাব। এদিন শৰাইঘাট ৰৈছিল বাবে অসম ৰৈছিল।" এনে ভাবনাৰ জাগৃতি হৈছিল। অসম, বঙ্গদেশ আদিৰ ওপৰত পাকিস্তান বহুওৱা মানচিত্ৰ দুই-এখনো কাৰো হাতত দেখা পাইছিলো। মুঠতে কিবা এটা অশান্তিয়ে দেশক কৰ্কট ৰোগৰ দৰে কামুৰিছিল। ইতিমধ্যেই অসমে আন এটা বিভীষিকাৰ সমুখ হ'ব লগীয়া হৈ আছিল। সেয়া হ'ল ১৯৪৬ মাৰ্চত ব্ৰিটিশ কেবিনেট মিশ্যনৰ প্ৰস্তাৱিত groupingৰ কথা। তাৰ কথাপোনতে বৰদলৈ ডাঙৰীয়াৰপৰা তেওঁ এবাৰ দিল্লীৰ-পৰা ঘূৰি অহাৰ পাছত বছৰটোৰ প্ৰথম ভাগতে ঘৰুৱা মেলত শুনিছিলো। মহাত্মা আৰু আন ভাৰতীয় নেতাসকলে তেওঁক কোৱা কথাও সেইদৰেই প্ৰত্যক্ষভাৱে জানিছিলো। সোনকালে সকলো কথা ৰাষ্ট্ৰ হ'ল আৰু গান্ধীজীৰ আশীৰ্বাদ লৈ অসমত এটা আন্দোলনেই গঢ় লৈ উঠিল। কংগ্ৰেছীসকলো তাৰ বাদ পৰি নাথাকিল। তেওঁলোকে জাতীয় কংগ্ৰেছৰ সিদ্ধান্তৰো বিৰোধিতা কৰিলে। ২৪ মেই তাৰিখে অসম জুৰি গ্ৰুপিং-বিৰোধী দিৱস পালন কৰা হ'ল। গান্ধীজীৰ উৎসাহ-বাণী সকলোৰে মুখে মুখে হ'ল: It is impertinent suggestion that Bengal should dominate Assam in any way. Tell the people,

'Even if Gandhi tries to dissuade us, we won't listen.' গ্ৰুপিং-বিৰোধী দিনসৰ দিনা বিজয়চন্দ্ৰ ভাগৱতীয়ে মোক এখন পুস্তিকা (brochure) প্ৰস্তুত কৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু বতাহৰ আগত উৰি ফুৰোঁতে মোৰ সেইটি কাম কৰা হৈ নুঠে। ডিচেম্বৰৰ চতুৰ্থ সপ্তাহতহে সেই কামলৈ আহোঁ। Assam Opposes Grouping বুলি এটা প্ৰবন্ধ লিখি উলিয়ালো। ২৫-২৬ তাৰিখে বাহিৰৰ কাগজ কেইবাখনলৈও সেইটো পঠিয়ালো আৰু অসম বিধান সভাৰ পাৰ্লিয়ামেণ্টেৰি পাৰ্টিৰ অফিচ ছেক্ৰেটাৰি কুল হাজৰিকাকো একপি দিলো। দিল্লীৰপৰা ওলোৱা Janata নামৰ কংগ্ৰেছৰ ভিতৰৰ ছোছিয়েলিষ্ট দলৰ মুখপত্ৰত (অৰুণা আছফ আলি, জয়প্ৰকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া আদি-সম্পাদিত) প্ৰবন্ধটো ওলায় এটা টোকাৰে—An Assam patriot states in this article the reasons for his province's determined opposition to the scheme for grouping with Bengal. বোম্বাইৰ নেশ্যনেল প্ৰেছ ছিণ্ডিকেট ইণ্ডিয়াৰ যোগেদি Blitz আদিতো লেখাটো ওলায়। ইয়াৰ পাছত Stay Out বুলিও এটা প্ৰবন্ধ লিখিছিলো। গ্ৰুপিঙৰ ভূতে আমাক বহুত দিন লণ্ডি থাকে। ২ ছেপ্টেম্বৰত ইতিমধ্যে মধ্যকালীন (interim) ব্যৱস্থা-ৰূপে পণ্ডিত জৱাহৰলাল নেহৰুৰ মন্ত্ৰীসভাও গঠিত হয়। শেহতীয়া ৩ জুন ১৯৪৭ তাৰিখে ভাইচৰয়ে দেশ ভগাৰ এক নতুন পদ্ধতি ঘোষণা কৰে। তাৰ ঘাই কথা—উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু শ্ৰীহট্ট আদিৰ হ'ব লগীয়া স্বৰূপ-নিৰ্ণায়ক plebiscite, আৰু পঞ্জাব আৰু বঙ্গৰ বিভাজন। এই প্ৰস্তাৱৰ ফল-স্বৰূপে পূৰ্বতে পৰিকল্পিত গ্ৰুপিং নঘটিল। জুলাইৰপৰা সংবিধান সভা আদি নতুন ভাৰতৰ কাম আৰম্ভ হ'ল। শেষত আহিল ১৫ আগষ্ট ১৯৪৭। খিলঞ্জৰ ঠেঁৰেঙা লগা টেঁটা বতাহ কালি আগ বাঢ়ি বাৰ বজাত জঁংধ্বনি আৰু

ছাৰে যাৰ বজাত হিলৈৰ শব্দ শুনা গ'ল। ডায়েৰিৰ পাতত টুকি থ'লো : It was a tame affair. পুৱাতে নৱেনৰ দোকানৰপৰা ৰাষ্ট্ৰীয় নিচান এখন আনি অফিছৰ সমুখত তৰিলো। পলোগ্ৰাউণ্ডত পেৰেড চালোগৈ। এইবোৰ সকলো সম্পূৰ্ণ official ঘটনা। উন্মাদনাবিহীন। হেপিলজত বহি ৰেডিওত লৰ্ড মাউণ্টবেটেন আৰু ডক্টৰ ৰাজেন্দ্ৰপ্ৰসাদৰ বক্তৃতা শুনিলো। আবেলি ছাৰে পাঁচ বজাত অল ছেইণ্টছ চাৰ্চৰ চোতালত সভা হ'ল। গোপীনাথ বৰদলৈ, জে. এম. নিকলছ ৰয়, ছাৰ মহম্মদ ছাদুল্লা, ফখৰুদ্দিন আলি আহমদ আৰু গৱৰ্ণৰ ছাৰ আকবৰ হায়দৰীয়ে বক্তৃতা কৰিলে। গধূলি ৱাৰ্ড লেকৰ ওপৰত খাৰ-মহলা আদি জলাই ছুৰকাৰেও ৰং কৰিলে। এইদৰেই আনাৰ স্বাধীনতা আহিল। কিন্তু লগতে লৈ আহিল এক বিষম পৰিস্থিতি। Bliss was in that hour to be alive,/To be in youth was very heaven.—এই দুই পংক্তিৰ উদ্ধৃতিৰে At the Threshold নামেৰে এটা প্ৰবন্ধ লিখোঁ।—স্বাধীনতাই আমাৰ দুৱাৰদলিত দ'ম্যাই দিয়া সমস্যাৰ কথাৰে। এইবোৰ সাধাৰণ কথাৰ উপৰিও স্বাধীনতাই মানুহৰ ৰূপো নৱ নৱ কৰি দেখুৱাবলৈ ধৰিলে। যোৰহাটৰপৰা এজন বন্ধুৱে (প্ৰেমধৰ ৰাজখোৱা) লিখা চিঠিয়ে ক'লে (২০ আগস্ট) : 'ইতিমধ্যে আক' স্বাধীনতাৰ উলহ-মালহো আহি পৰিল। দেশখনো হুওঁ বুলিয়েই ঘপ কৰে স্বাধীন হৈ পৰিল হয়। ৰাইজৰ স্বাধীনতা উৎসৱত গা ঢালি ৰং-ৰহইছ কৰি বাইখ্‌ নাই। সুবিধাবাদীসকলৰ কোব আটাইতকৈ চৰা। তেওঁলোকে লগোৱা পতাকাও ডাঙৰ-দীঘল, টুপীও ওখ, দৌৰেও আগত, বক্তৃতাও দিয়ে দেশোদ্ধাৰৰ। এতিয়া স্বাধীনতা-লাভৰ পাছত এই মানুহবোৰৰ স্বৰূপ ভুলিয়ালে, গণতন্ত্ৰৰ ঠাইত দলতন্ত্ৰহে সৃষ্টি হ'ব। যোৰহাটৰ কাণ্ড-কাৰখানা কিছুমান দেখি শুনি মানুহবোৰলৈ ঘৃণা ওপজে। অন্য ঠাইতো এনে

অভিনয় হোৱা একো অস্বাভাৱিক নহয়।' অস্বাভাৱিক ক'ত? সি স্বাভাৱিকেই। আৰু সেয়ে স্থায়ী লক্ষণ হৈ পৰিছে আমাৰ সমাজত। স্বাধীনতা-লাভৰ আগতে যিবোৰ মুনাফাখোৰ, মজুতদাৰক পণ্ডিতজী আদিয়ে নিকটতম বৃক্ষৰ ডালত ফাঁচী দিয়াৰ কথা কৈছিল, তেওঁলোকেইহে সমাজত ৰৰপীৰা পাৰি বহিল। সেইদৰে ভাৰতৰ সমাজ-ব্যৱস্থাৰ কি ভৱিষ্যত হ'ব পাৰে, তাৰ চিন সেই ছুপতীয়াতে ওলাইছিল। সমাজৰ বিহ মূলাজোপা সেইদৰেইহে লহ্-পহ্-কৈ বাঢ়ি উঠিছে।

যদিও খাছিয়া-খাছিয়ানীৰ ৰাজ্য, কেৰাণী মহৰীৰ ৰাজ্য শ্বিলং শিখৰলৈ উঠিলো, মোৰ জীউ-লাউটো কিন্তু ভৈয়ামতে থৈ যাব নালাগিল। যদিও এতিয়া দেশ-শাসনত ব্যস্ত, তথাপি আমাৰ সভাপতি বৰদলৈ শ্বিলঙতে; আৰু সম্পাদক আলি আহমদো শ্বিলঙতে; সেইহে শ্বিলঙত মোৰ অধিষ্ঠান মোৰ কাৰ্যালয়টিৰে, কাৰণ তাৰ মই অধিকৰ্তা, ছুপাৰিণ্টেণ্ডেণ্ট। গুৱাহাটীত থাকোঁতে আৰু শ্বিলঙলৈ অহাৰ পিছতো লগ পালেই ডক্টৰ কাকতি ছাৰে বিশ্ববিদ্যালয়-নিৰ্মাণৰ অগ্ৰগতিৰ খবৰ-বাতৰি লৈ মাজে মাজে মোক জোকায়, 'তোমালোকৰ ইউনিভাৰ্ছিটি আৰু ক'ত হ'ব! তোমালোকৰ কাৰ্যকৰ্তা কথকদ্দিনেই দেখোন দিল্লীৱালা। তেওঁ আৰু অসমীয়া বিশ্ববিদ্যালয় কৰি দিবনে?' মই কওঁ, 'ছাৰ, কিয় নকৰিব? তেওঁৰ দৰে এজন জাতীয়তাবাদী নেতা লাগিলে, আমাৰ বিশ্ববিদ্যালয় নহ'বনে? তেওঁ আমাৰ বাঘ যেন কৰ্নেল জালনুৰ আলিৰহে পুত্ৰ।' 'সেইটো হয়। কিন্তু বাইবেলৰ ছলোমনৰ দৰে he came in search of his father's asses, and became a king. জালনুৰ আলিৰ কামৰূপ জিলা চাকি থকা মাটি-সম্পত্তি ৰাখিবলৈ আহিবৰ লগীয়া নোহোৱা হ'লে, তেওঁনো আসামৰ মন্ত্ৰী হ'বলৈ ক'ত আহিলহেঁতেনহে?' 'ছাৰ, ৰজা ছলোমনতো Solomon the

Wise নামে জনাজাত হ'ল। আমাৰ কথকদ্দিন ছাহাবৰো তেনে এটা বহল বিচাৰ ভৰা মন আছে।' 'হ'ব, হ'ব দিয়া। ইউনি-ভাৰ্ছিটিখন সোনকালে হওক।' সকামত আৰু কেতিয়াবা অকামতো কথকদ্দিন ছাহাবৰ লগ পাই কথা পাতিবলৈ যাওঁ। দেখা পালেই তেওঁ হাঁহি মাৰি মিঠা মাতেৰে মাতে, "আহাঁ, আহাঁ, নেওগ (শব্দটো প্ৰায় খৰ দৰেহে শুনো), ক্যা আ-ছিলা?' তাৰ পিছত আপোনাৰ ইলাইছিয়ামৰ ঘৰত হ'লে চাহ-জলপানো দি সহজভাৱে সকলো কথা পাতে। বিশ্ববিদ্যালয়ৰ আইন-প্ৰণয়নৰ কামত তেওঁক দেখি-ছিলো, সহজভাৱে কামখিনি লয়, আৰু কৰে।

শ্বিলং পৰ্বতত হ'লেও সাহিত্যিক বোলা শ্ৰেণীৰ প্ৰাণী পৰ্বতৰ কাছ-কণী নহয়। হলীৰাম ডেকা (ৰেভিনিউ ট্ৰিবিউনেলৰ মেম্বৰ-ৰূপে ছৰকাৰত নকৈ যোগ দিয়া), কেশৱনাৰায়ণ দত্ত (অধ্যাপক), হৰিপ্ৰসাদ বৰুৱা (ইঞ্জিনিয়াৰ, আমাৰ পৰিষদৰো সদস্য), কৃষ্ণ ভূঞা ('আৱাহন' কালৰ গাল্পিক), নাৰায়ণ বেজবৰুৱা (গুৱাহাটীত তাহানি ডেকা-ৰুকন, ডেকা-বেজৰ লগৰ ডেকা) আৰু অতুলচন্দ্ৰ বৰুৱা (তাহানি ৰঘুনাথ চৌধুৰী আতাৰ নেতৃত্বত থূপ খোৱা ছাত্ৰ-সাহিত্যকৰ দলৰ এজন) আদিক লৈ এটা সাহিত্যিক মহল শ্বিল-ঙতো গঢ় লৈ উঠে। বিশেষকৈ অতুলচন্দ্ৰ বৰুৱাদেৱৰ অক্লান্ত সংগঠনশক্তিৰ বলত মুকুল সঙ্ঘই নিজৰ বুৰঞ্জী প্ৰতিষ্ঠা কৰে। পূৰ্বৰেপৰা সাহিত্য-সেৱা কৰি থকাসকলৰ বাহিৰেও দেৱীচৰণ দাস, ভুৱনচন্দ্ৰ শৰ্মা (এক পথ-দুৰ্ঘটনাত তেওঁৰ শ্বিলঙতে মৃত্যু ঘটে) আদি অনেক-জনৰ সাহিত্যচেষ্টাও সঙ্ঘৰ কাৰ্যৰ মাজতে মুকুলিত হয়। ছেক্ৰে-টেৰিয়েট জগতখনে হেঁচা মাৰি ধৰি ৰখাৰপৰা শ্বিলঙৰ বৈচিত্ৰ্য ভৰা নিসৰ্গৰে দেওবাৰৰ দিনা মনবোৰ মুকলি কৰি লৈ এটি আত্মীয়তা ভৰা সৰু দল কোনোজনৰ নিমন্ত্ৰণক্ৰমে গোট খায়, 'সাহিত্য কৰে' আৰু চাহ-জলপান খায়। বাহিৰৰপৰা কোনোবাজন

সাহিত্যিক আহি যোগ দিলে ভালৰে কথা। মযো বন্ধু নবেন শৰ্মাৰে গৈ এই চাহ আৰু 'চাহিত্য'ৰ মেলত মেল মাৰোঁগৈ। 'সাহিত্যত শঙ্কৰদেৱ' (১ জানুৱাৰী ১৯৪৭), পাছত "আৱাহন"ত আৰু মোৰ 'অসমীয়া গীতি-সাহিত্য'ত প্ৰকাশিত 'বনগীতত বুৰঞ্জীৰ আঁচোৰ' (১৩ এপ্ৰিল ১৯৪৭), পাছত হেম বৰুৱা-সম্পাদিত "পছোৱা"ৰ প্ৰথম কেইখিলা পাতত প্ৰকাশিত 'অঙ্ক আৰু ঝুমুৰা—জাল আৰু সঁচা' (১৬ নবেম্বৰ ১৯৪৭) আদি মোৰ প্ৰবন্ধ সংঘতে পোন প্ৰথম পঠিত হৈছিল। নন্দনতত্ত্বৰ কথাৰে 'ৰূপ-ভিখাৰী' কবিতা (২৫ আগস্ট ১৯৪৬), নতুন 'আঁঠু-ভগা' কবিতা 'ৰঙীন সমদল' আদিৰো প্ৰথম প্ৰকাশ সেই সংঘতেই। ফুৰাৰ আৰু আবৰি-বিবৰি মেলৰ লগৰীয়া নবেন শৰ্মাৰ (বেচেৰা আকৌ অফিছ আৰু তেওঁৰ অন্ন-সত্ৰ, এই দুইৰ মাজত সদায় দুদোল্যমান হৈ থাকে) বাহিৰেও অতুল বৰুৱাক খুব ঘনকৈ পাওঁ, কাৰণ তেওঁ ৰেভিনিউ ছেক্ৰেটেৰিয়েটৰ কৰ্মী বাবে তেওঁৰে বিশ্ববিদ্যালয়ৰ জমিৰ লেঠাত কথা পাতিব লাগে, মুকুল সংঘৰ activist-ৰূপে তেওঁৰে লাগি ব্যস্ত হ'ব লাগে, আবেলিৰ ভ্ৰমণ আৰু social visit লগেৰে কৰিব লাগে, আৰু সৰ্বোপৰি মোৰ বাবে ভাৰা ঘৰ বিচাৰি ঘুৰিব লাগে—যদিও সেই ভাৰাঘৰটো আমাৰ আৰু ক'তো উলিওৱা হৈ নুঠে। লাইটুম্‌-প্ৰা, মৌখাৰ, জেল ৰোড আৰু কত ঠাই চাই ফুৰোঁ! এবাৰ সেইদৰে লুম-ছ'-ৰ'ত এটা ঘৰলৈ বাৰে বাৰে যাওঁতে ওচৰতে থাছিয়া ৰেজে কুকুৰাৰ পেট ফালি মঙল চোৱা আৰু আমাৰ ৰেজালিৰে সাইলাথ একে সুৰত মন্ত্ৰ মতা পাইছিলোঁগৈ (১৮ মেই ১৯৪৭)। সময়ৰ জোখ ল'লে কিন্তু মোৰ আটাইতকৈ ডাঙৰ লগৰীয়া নাৰায়ণ বেজবৰুৱাহে। মোৰ অফিছতে হওক, বা ঘৰতে হওক, বা অন্যত্ৰই হওক, মেলত বহিলে ঘড়ী-টড়ীৰ মুখলৈ তেওঁ নাচায়। তেওঁ নিজৰ কবিতা অজস্ৰ ধাৰে মুখস্থ মাতি যায়, উচ্ছ্বসিত সুৰত গান গায়, কোনোদিনা 'ৰ'ৰ নেওগ, আপোনাৰ

এখন ছবিকে আঁকোঁ' বুলি কলমেৰে কাগজ বোলাই যায়। তেনেকুৱা লাগে। বাহ্নিত সঙ্গী হৈও মোৰ My Familiar. বিশেষকৈ ডেকা-যুৱক আৰু ডেকা-বেৰুৰ চৰিত্র-কীৰ্তনত তেওঁ কোনো সময়ৰ ব্যৱহাৰ বুঢ়া-ভকতকো যেন চেৰ পেলাব পাৰে। কেতিয়াবা তেওঁ তেওঁৰ লুম্পেৰিঙৰ বহালৈও লৈ যায় কথা-সুখ দিবলৈ। গুৱাহাটীত মোমাইৰ ঘৰত ঘকৰা মেলত যি সোৱাদ লৈছিলো, এতিয়া সেইটি প্ৰতিফলিত ৰূপত পালো মমাৰ পো-জীয়ৰীৰ মাহীৰ ঘৰত লাবানত। তাতে আকৌ মহাদেউজন (ভগৱান দাস) মোৰ মমাৰ দৰেই কথা-ৰসিক আৰু তেওঁৰ মাতটোত যেন মমাৰ মিঠা মাতৰ সুৰটো অকণমান কেনেবাকৈ লাগি আছিল! আমাৰ পৰিয়ালৰ ধন-ভঁৰালী বিনায়ক ছিমৎসিংকা খিলঙলৈ আহিলেই কেতিয়াবা মোৰ অফিচত, কেতিয়াবা ৰবদলৈৰ ঘৰত মোৰে মেল মাৰেছি।

হেৰোৱা অতীতৰ লগতে মুকুল সঙ্ঘত পঢ়া পুৰণি বুৰঞ্জী আৰু চৰিতৰ ভাষাৰে লিখা ছেমছন আদি বাইবেলৰ গল্প ছুটামানলো কেনি গ'ল আজি আৰু ক'ব নোৱাৰোঁ। আৰু এটা তেনেকৈ হুৰধি বনৰ নিয়ৰৰ লগত নোহোৱা হোৱা বস্তু আছিল 'ঠাকুৱা কোঁৱৰ আৰু হেণ্ডুলী কুঁৱৰীৰ বিহুমালতী' বুলিবৰ বেলাড স্টাইলত লিখা গীত। সেইটোৰ সুৰলা সুৰ-সংযোজন কৰিছিল ডেকা পৰিমল বৰুৱাই ( ভৈৰৱচন্দ্ৰ বৰুৱাৰ পুত্র ) আৰু তাকে গাইছিল ছুটি ছোৱালীয়ে—কোঁৱৰৰূপে মীনা ( এতিয়া মাননীয়া ভদ্ৰমহিলা, বয়সস্থা অধ্যাপিকা, মোৰ প্ৰিয় ছাত্র ভদ্ৰ ৰৰাৰ সহধৰ্মিণী ) আৰু কুঁৱৰী-ৰূপী মইনীয়ে ( লাবানৰ গোলাপচন্দ্ৰ বৰুৱাদেৱৰ ছোৱালী )। তাৰ এশাৰী মাথোন মীনাৰ মনত আছে: 'সদিয়া ধুবুৰী/লুইতপৰীয়া/ শৰাইঘটীয়া-দল।' ১৯ এপ্রিল ১৯৪৭ৰ দিনা লাবানৰ আসাম ক্লাবত খিলং ছাত্র সংঘই পতা বিহু-মেলাৰ বাবে ৰচিত হৈছিল সেই গান। ৰবদলৈ ডাঙৰীয়াৰ ৰৰল'ৰা বাপাই( ধীৰেন )হঁতে আকৌ

বুলি কৈৰি মোক সংঘৰ স্থায়ী সভাপতি পাতি লৈছিল নহয়! সেইহে নাচে-গীতে বিহু-মেলাৰ বিশেষ আয়োজন। সেইবাৰ শিলঙৰ অসম ক্লাবত ২ অক্টোবৰত গান্ধী-জয়ন্তী বিশেষভাৱে পালন কৰিছিলো বিশেষকৈ ছাত্ৰ-সংঘয়ো তাতে বহলভাৱে যোগ দি। আমাৰ সদস্য ব্ৰজেন বৰুৱাই আঁকা গান্ধীজীৰ ছবি এখন সভাপতি ফখৰুদ্দিন ছাহাবে নিলাম কৰি ১৩০ টকাত বেচিছিল, এম্. এ. খান বোলা এজনে কিনিছিল। মুকুল সংঘৰ এক অধিৱেশনত (১৮ আগষ্ট ১৯৪৭) কাকা কালেলকাৰ উপস্থিত আছিল। সেই সময়ত বিশ্ববিদ্যালয় বিল আৰু তাৰ পাছৰ কাম চলি আছে। কাকাজীয়ে সভাত কৈছিল, -বিলখন ইংৰাজী ভাষাত হ'ব নালাগিছিল, অসমীয়া ভাষাতহে হোৱা উচিত আছিল। উল্লেখ কৰিব লগীয়া যে বৰদলৈয়ে গান্ধীজীৰ আশীৰ্বাদ লৈ কাকাজীক বিশ্ববিদ্যালয়ৰ উপাচাৰ্য-ৰূপে আনিবৰ যত্ন কৰিছিল। পিছে তেওঁ তেনেকৈ অহা নহ'লত তেওঁক বিশ্ববিদ্যালয়ৰ কাৰ্য-পৰিষদ একজিকিউটিভ কাউঞ্চিলৰ সদস্য কৰি দিছিল; কিন্তু তেওঁ বোধ হয় এবাৰো কাউঞ্চিলৰ সভালৈ আহিব'নোৱাৰিলে। কালেলকাৰৰ প্ৰসঙ্গত মনত পৰে—২৩ ছেপ্টেম্বৰত বিশ্ববিদ্যালয় দিৱস উপলক্ষে অপেৰা হলত হোৱা সভাত বৰদলৈ আৰু নিকলচ্‌ ৰয়ে অসমীয়া বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বাহন হ'ব লাগে বুলি মত প্ৰকাশ কৰিছিল; কিন্তু সিদিনা সভাৰ সভাপতি আজি আহমদে সেই কথা সমৰ্থন নকৰিছিল। ৬ অক্টোবৰৰ Assam Tribuneত সম্পাদকে আহমদক সেই বাবে টানকৈ সমালোচনা কৰিছিল।

শিলঙত থকাতে "সুৰভি"ত (আহিন-কাতি সংখ্যা) প্ৰকাশিত 'বাদুৰুমি বৰগীত' আৰু "আৱাহন"ত ওলোৱা 'বনগীতত যুৱজীৱ আঁচোৰ' (চটাই পৰেৰত আঙি ছিৰি-লুইত) প্ৰবন্ধই বিশেষ আদৰ পাইছিল। ক্লাৰিবাম মেধিয়ে লেখিছিল—Your বাদুৰুমি বৰগীত

is an excellent article and it shows your worth as a writer of masterpiece. It will silence the enemies of our sect. I congratulate you for this admirable article. জ্যোতিপ্ৰসাদে লিখিছে—'সুৰভিত গুলোৱা বাৰকুৰি বৰগীত প্ৰবন্ধত বৰগীত আৰু কামৰূপী সংগীতৰ schoolৰ আপোনাৰ আলোচনা সাঙ্গীতিক তথ্যৰ ফালৰপৰা নিৰ্ভুল হৈছে।' নকুলচন্দ্ৰ ভূঞাই এটা কাৰ্ড দিলে—'"সুৰভি"ত বাৰকুৰি বৰগীতৰ প্ৰবন্ধ পঢ়ি ভাল পালো। এনে প্ৰবন্ধ আমাক আৰু লাগে। লিখি থাকিব দেই।' বেণুধৰ শৰ্মাৰ কথা পাছত তুলি দিছো। ভূঞাই আকৌ এটা কাৰ্ডত 'বনগীতত বুৰঞ্জীৰ আঁচোৰ'ৰ বিষয়ে ক'লে—'"আৱাহন"ত আপোনাৰ প্ৰবন্ধটো পঢ়িলো। লিখাৰ ধৰণত নতুনৰ আছে। পঢ়ি ভাল লাগিল।' ইয়াৰ মাজতে গ্ৰীছ আৰু ৰোমৰ সাধু কিছুমান অসমীয়াত মোৰ আইৰ ভাষাত লিখি উলিয়াইছিলো। সেই গোটটোক কি নাম দিম? —'হেলাছপুৰৰ সাধু'? 'হেলছি-পুৰুৰ সাধু'? সেইটোকে ভাবি বাতৰি প্ৰেছৰ প্ৰেমধৰ ৰাজখোৱাক কাগজসোপা দিছিলো ছেপি দিব পাৰেনে চাবলৈ। পিছত আকৌ মোৰ বন্ধু টমিয়ে নিজ ঘৰতে পদ্ম-প্ৰকাশ বুলি এটা প্ৰকাশ-অনুষ্ঠান খুলি ১৯৪৭ ডিছেম্বৰত সুধিলে,

মহেশ্বৰ

তোমাৰ হেলছ দেশৰ সাধু"কেইটা নিদিয়ানে ছপাবলৈ? যিকেইটা আছে তাকেই দিয়াচোন। ৰাজখোৱালৈ আশা কৰিব নেলাগে। তিনি-চাৰি-ফৰ্মীয়া কিতাব হ'লেও তাৰ আধৰ, ছবি আনিবে বেয়া নহ'ব। সোনকালে উলিয়াবলৈ আশা কৰিব পাৰিছো। কাগজৰ সুবিধা আছে। কিবা তাকত উত্তৰ দিবা।

শেহন্তত বান্ধোঁকে পুথিখন দিলোঁ। পিছৰ বছৰত সি "ডাৱৰৰ সিপাৰে ধুনীয়া দেশ" নাম ধৰি ওলাল। শঙ্কৰদেৱৰ ৰচনা আদি সম্পৰ্কে এখন কিতাপ (আগৰ প্ৰবন্ধৰ সংগ্ৰহ) কৰি এজন প্ৰকাশক বন্দৱস্ত কৰি সোণৰ (ড' চৈতন্যনাথ হাজৰিকা) যোগে কলিকতাৰ অনাদি প্ৰেছ নামে এখন ছপাশাললৈ পঠিয়াইছিলোঁ টকা এশৰে। কিন্তু সুদে-মূলে মূলনাঠি হয় যেন দেখি লেখাবোৰ ঘূৰাই আনিলোঁ, টকাৰহে আদি নাপালোঁ। প্ৰেছেই যেতিয়া অনাদি! লেখাবোৰ ক'লৈ গ'ল তাৰো আজি একো উৱাদিহ নাপাওঁ। ১৯৪৬ৰ অক্টোবৰৰ শেহত বিশ্ববিদ্যালয় আন্দোলনৰ উৎস মাধৱচন্দ্ৰ বেজবৰুৱাৰ মৃত্যু ঘটে। ৮ নৱেম্বৰৰ "অসমীয়া"ত 'মাধৱচন্দ্ৰ বেজবৰুৱা' নামে এটা প্ৰবন্ধেৰে অশ্ৰু অঞ্জলি যাচিলোঁ। পাছত ইব্ৰাহিম আলিয়ে বেজবৰুৱাৰ বিষয়ে এখনি গ্ৰন্থকে প্ৰকাশ কৰে।

ছিৰি লুইত, ধনছিৰি (শিৰি)—এইবোৰ নৈৰ নামৰ ছিৰি বা শিৰি অংশটো ক'ৰপৰা আহিল? মই ডক্টৰ কাকতি ছাৰৰপৰা পোৱা জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি লিখিলোঁ যে এই ছিৰি-শিৰি অষ্ট্ৰিক ভাষাৰপৰা আহিছে, অৰ্থ নৈ বা পানী। মোৰ কথাৰ প্ৰতিবাদ কৰি বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাদেৱে আকৌ লেখিলে বোলে এই ছিৰি-শিৰি সংস্কৃত শ্ৰীৰপৰা আহিছে। উত্তৰত মই ক'লোঁ যে আমাৰ অভ্যাসবশতঃহে অনেক শব্দকে সংস্কৃতৰ ফালে আমি পোনাই লওঁ, প্ৰকৃততে কিন্তু শব্দবোৰৰ তলত আৰ্যেতৰ ভাষাৰ দানৰ অধঃস্তৰ এটা সোমাই থাকে। এই সময়তে সাদিনীয়া 'অসমীয়া'ত 'অসম সাহিত্য সন্মিলন সম্পৰ্কে দুটামান কথা' বুলি অসম সাহিত্য-সভাৰ ভিতৰ-চ'ৰাত ভুমুকি মাৰিছিলোঁ আৰু তাৰ পূৰ্বে অতুল বৰুৱা আদিৰে মুকুল সঙ্ঘতো দুটামান অধিৱেশনত সভাক সজাগ কৰা কথা লৈ আলোচনা কৰিছিলোঁ। তেতিয়া সভাপতি ফুকন ককা খিলঞ্জলৈ আহি সঙ্ঘৰ সভ্যসকলৰ লগত আলোচনা কৰিছিলহি।

এই সময়ছোৱাত দুটা গুৰু কামলৈও মন মেলিছিলো। এক, কালিৰাম মেধিৰ হাতত "শ্ৰীহস্তমুক্তাৱলী"ৰ সম্পূৰ্ণ এটি প্ৰতিলিপি পাই তাৰ চৰ্চা,* আৰু, দ্বিতীয়, ঐতিহাসিকভাৱে শঙ্কৰদেৱৰ চৰিত-সমূহৰ বিচাৰ, কাৰণ কোনো দুখন গুৰু-চৰিতৰে সম্পূৰ্ণ মিল দেখা পোৱা নাযায়। মেধিৰপৰা পোৱা "গুৰু-চৰিত-কথা"ৰ টোকা-বহী আৰু ইতিমধ্যে ছপা হোৱা দৈত্যাৰি, ৰামানন্দ দ্বিজ, ভূষণ দ্বিজ, ৰামচৰণৰ চৰিত আৰু সাঁচিপতীয়া চৰিত আৰু বিবিধ বুৰঞ্জীৰ সহায় লৈ ঐতিহাসিক-তুলনামূলক ভিত্তিত শিলঙতে সেই কাম আৰম্ভ কৰিছিলো যতীন্দ্ৰনাথ গোস্বামীৰে (যোৰহাটৰ, অসম সাহিত্য-সভাৰ পাছৰ প্ৰধান সম্পাদক আৰু সভাপতি) লগ লাগি মাদান লাবানৰ জীৱেশ্বৰ গোস্বামী প্ৰভুৰ ঘৰটি তিনিমাহমানৰ কাৰণে ভেৰোণীয়াকৈ লৈ থকা সময়ত (ডিছেম্বৰ ১৯৪৬-এপ্ৰিল ১৯৪৭)। ৩১ অক্টোবৰ ১৯৪৬ তাৰিখেই সেই সঙ্কল্পটি লৈ প্ৰথম দুটামান শাৰী লিখিছিলো। ১৯৪৭ ডিছেম্বৰত বস্তুটোৱে এটা গঢ় লৈ উঠিছিল। তেতিয়াই তাক গুৱাহাটীত মেধি ডাঙৰীয়াক আৰু তীৰ্থনাথ শৰ্মাক কলিকতাত দেখুৱাব পৰা হৈছিলো। সিসকলে মোৰ ঐতিহাসিক-তুলনামূলক পদ্ধতিটোক প্ৰশংসা কৰিছিল। কামটোত আগুৱাই গৈ আছিলো। পাছত যেতিয়া গুৱাহাটীত ৰামধেনু প্ৰকাশ লিমিটেড গঠিত হ'ল, তেতিয়া দেৱকান্ত বৰুৱাৰ আগ্ৰহত তেওঁৰ এখন পাতনিৰে সেইখন সেই কোম্পানিৰপৰা প্ৰকাশ পালে ১৯৪৮ত।

২৩ ছেপ্টেম্বৰ ১৯৪৭ তাৰিখে শিলং ছাত্ৰ সংঘৰ কৰ্মী ব্ৰজেন বৰুৱা আৰু ৰাপাইৰে (বৰদলৈৰ বৰল'ৰা ধীৰেন) লাবানত ঘূৰি ফুৰোঁতে লক্ষেশ্বৰ বৰবৰাৰ ঘৰত ডক্টৰ সূৰ্যকুমাৰ ভূঞাক লগ পালো। ছাৱে সুধিলে, 'কাইলৈ তুমি দিনৰ দহ বজাত ক'ত থাকিবা?' মই অফিছত থাকিম বুলি জনোৱাত অফিছটোৰ স্থানৰ বুজ লৈ ভূঞাদেৱে ক'লে, 'মই ঠিক দহ বজাত তোমাৰ অফিছলৈ যাম।

তুমি মোৰ লগত ভাল এঠাইলৈ যাব লাগিব।' ক'লৈ যাব লাগিব, ছাৰে কিন্তু নক'লে। মই পাছদিনা দহ বজাৰ আগতে অফিছলৈ গৈ ছাৰলৈ বাট চাই থাকিলো আগ্রহেৰে। ঠিক দহ বাজিবলৈ পাঁচ মিনিট থাকোঁতে ছাৰৰ মাটি ৰঙৰ গাড়ীখন মোৰ অফিছৰ আগত থিয় হ'লহি। ছাৰে মোক গাড়ীখনত তুলি ওচৰৰ টিলাটোৰ ৰাজভৱনলৈ লৈ গ'ল। ত'ত পাই গাড়ীৰপৰা বৰ শৰাই এখন উলিয়াই ল'লে। তেতিয়াৰ গৱৰ্ণৰ ছাৰ আকবৰ হাইদৰী ওলাই আহিলত মোক পৰিচয় কৰি দিলে, মই লাটেৰে কৰ-মৰ্দন কৰিলো। ছাৰে তেওঁক শৰাইখনৰ কথা বুজাই ক'লে আৰু ক'লে যে মোক অনাৰ উদ্দেশ্য হ'ল আগন্তুক পৰ্বত-ভৈয়াম সম্মিলন সপ্তাহত অসমৰ বুৰঞ্জী সম্পৰ্কীয় প্ৰদৰ্শন-সমূহত মই ভাল পৰামৰ্শ দিব পাৰিম, আৰু সদ্যহতে ঋতা মুখাৰ্জীয়ে (সাহিত্যৰথী বেজবৰুৱাৰ প্ৰথমা কন্যা অৰুণা আৰু সত্যব্ৰত মুখাৰ্জীৰ কন্যা—বিদুষী আৰু কলাকাৰ) পৰিকল্পনা কৰা 'যুগে যুগে অসম' নামৰ 'বেলে'ৰ বিষয়ত আৱশ্যকীয় কথা মোৰপৰা ল'ব পৰা হ'ব। তেনেতে ঋতাও আহিল। তেওঁৰ লগতো পৰিচয় আৰু আলাপ হ'ল। তাৰ পাছত মই বিদায় ল'লো; ছাৰৰ গাড়ীয়ে মোক অফিছত থৈ গ'লহি। ইযাৰ পাছত ঋতাৰে বহুতবাৰ আলোচনা হৈছিল। তেওঁ আশাশুধীয়া কলাকাৰ, দিনে কঠোৰভাৱে নৃত্য-অভ্যসন কৰে। সাজ-কাপোৰৰ বিষয়ে যি পাৰোঁ পৰামৰ্শ দিওঁ আৰু শেষ যুদ্ধক্ষেত্ৰত লাচিত বৰফুকনৰ বচন এফাঁকিও সূত্ৰ-কথা আদিৰে লেখি দিওঁ। আনফালে, খাছিয়া-জয়ন্তীয়া জিলা ভিত্তিত পতা পৰ্বত-ভৈয়াম উছৱৰ বাবেও কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত অহা খৈৰামী (খাছিয়া) কটকীক 'চৌখাম কৰা'ৰ দৃশ্য এটি লৈ নংক্ৰেম নাচৰ আভাস সানি আৰু আৰু অসমীয়া-খাছিয়া ভাষাৰ সংমিশ্ৰণেৰে একপ্ৰকাৰ বেলে এটি ৰচনা কৰা হৈছিল। এই বিষয়ত খাছিয়া ডেকা মেকডোনাল্ড আৰু মিছ ষ্বেৰ আৰু মোৰ অফিছৰ

টাইপিস্ট পি. ছিয়েমলিয়েহে সহায় কৰিছিল। মৌলাইৰ ওচৰৰপৰা কঁহুৱা বন আনি ভৈয়ামৰ দৃশ্য কৰা হৈছিল। অসমীয়া ছোৱালী বুলুৱে (এতিয়া সহকাৰী শিক্ষাধিকাৰ তিলোত্তমা বৰুৱা) খাছিয়া কুঁৱৰীৰ বেশত নংক্ৰেমৰ আৰ্হিৰ নাচ নাচিছিল। জিলা-ভিত্তিক উছৱত (২০ অক্টোবৰ ১৯৪৭) অসম বিধান সভাৰ কম্পাউণ্ডত হোৱা প্ৰদৰ্শনীত ৰাণী গাইডালুৰ ডিভিৰ আভৰণ, লুছাই বয়ন-শিল্প, ভুটীয়া তাঁত, খাছিয়া পুৰণি সাজ-অলংকাৰ আদি আছিল বিশেষ প্ৰদৰ্শনৰ বস্তু। মূল উছৱটোৰ (৫ নৱেম্বৰৰপৰা আৰম্ভণি) বাবে আউনিআটী, দক্ষিণপাট আদি সত্ৰৰ ভকতসকল, দিচাংপানীৰ বৌদ্ধ বিহাৰৰ নন্দবংশ ভিক্ষু আদিসকল আহিছিল। আউনিআটীৰ হৰিনাম, সূত্ৰধাৰী-নাচ, নটুৱা-নাচ, ওজা-পালি আৰু সত্ৰাধিকাৰ-ৰচিত "দ্ৰৌপদীৰ স্বয়ম্বৰ" নাটৰ অভিনয় হৈছিল। নাটৰ অভিনয় দেখি কলিকতা আদিৰপৰা অহা দৰ্শকসকল হতাশ হৈ কৈছিল, 'ই দেখোন আমাৰ যাত্ৰাই!' কাৰণ, অঙ্কীয়া বা পুৰণি ভাষা-নাটৰ পদ্ধতি প্ৰভু ঈশ্বৰে পৰিহাৰ কৰিছিল। উছৱত ওড়িয়া, গাৰো, খাছিয়া, বড়ো-কছাৰী আদিৰ নাচো দেখুওৱা হৈছিল আৰু প্ৰদৰ্শনীত পুৰণি অলংকাৰ-পাতি, কাপোৰ-কানি আদি ওলাইছিল। কাণৰ লোকা-পাৰ আৰু ভাওনাৰ সূত্ৰধাৰীৰ পিতলৰ 'মোগলাই টুপী' আদি আপুৰুগীয়া বস্তু তাতে দেখিছিলো।

এইবোৰ সামাজিক কাম আৰু উছৱৰ মাজত সৰ্বোপৰি চলে ন্যাসপৰিষদৰ বিবিধ কাম আৰু চিন্তা। শিলং তেতিয়া অসম চৰকাৰৰ ৰাজধানী। চৰকাৰৰ বিভিন্ন বিভাগে বিশ্ববিদ্যালয়ত কিদৰে যোগ দিব পাৰে, তাৰো চিন্তা চলে। ইঞ্জিনিয়াৰিং কলেজ, পুলিছ ট্ৰেইনিং কলেজ, কৰেস বিকনস্ট্ৰাকশ্যন ইনষ্টিটিউট, কো-অপাৰেটিভ ট্ৰেইনিং ইনষ্টিটিউট আদি বিবিধ শিক্ষা-প্ৰশিক্ষণৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰস্তাৱৰ উথল-মাথল লাগে। সকলোবোৰকে বিশ্ববিদ্যা-

লয়ৰ বাবে লোৱা আৰু ল'ব খোজা মাটিত একোডুখৰি স্থান লাগে। সংশ্লিষ্ট বিভাগবোৰে সেই লৈ ন্যাস পৰিষদৰ লগত আলোচনাত বহিব খোজে। ইয়াৰ ভিতৰত কো-অপাৰেটিভ বিভাগৰ যজ্ঞেশ্বৰ গগৈ অনেকবাৰ কথা পাতিবলৈ আহে— মোৰ লগত আৰু আলি আহমদৰ লগত। পৰিষদে নীতিগতভাৱে তেওঁলোকৰ অনুষ্ঠানৰ বাবে ঠাই দিবলৈ মান্তি হয়। কিন্তু পৰিষদ মৰি বিশ্ববিদ্যালয় হোৱাত সেইবোৰ কথাৰ ফুটকে উঠা দেখা নগ'ল। সেইদৰে বিশ্ববিদ্যালয়ৰ বাবে স্থকীয়া আর্কিটেক্ট-নিয়োগৰ সিদ্ধান্তও কৰা হয়। সেইমতে বোম্বাইৰ Sathe and Gooda Co-ৰ সাথেক লগত লৈ বৰদলৈ, আলি আহমদ, ডক্টৰ ভূঞা, বিশ্ববিদ্যালয়ৰ ৰেজিস্ট্ৰাৰ হ'ব লগীয়া ফণীধৰ দত্ত আৰু ছৰকাৰী কেইবাজনো বিষয়া দীঘলী পুখুৰীৰ দুই মূৰে হাই-কোর্টৰ বাবে মাটি চোৱাৰ লগতে জালুকবাৰীতো বিশ্ব-বিদ্যালয়ৰ মাটি চাই ঘূৰিছিল। শেহলৈকে সাথেক বিশ্ববিদ্যালয়ৰ আৰ্কিটেক্ট-ৰূপে নিয়োগ কৰা নহ'ল। হৰিপ্ৰসাদ বৰুৱাৰ যোগে জে. পি. কেছি বোলা এজন ইঞ্জিনিয়াৰৰপৰা survey plan, contour plan আদি লোৱা হৈছিল। সিও কামত নালাগিছিল।

মই শিলঙত থকাৰ মাজতে মোৰ পিতৃ-বিয়োগ ঘটে। ২১ এপ্ৰিল ১৯৪৭ তাৰিখে ভাইটোৰপৰা (মোক্ষেশ্বৰ) টেলিগ্ৰাম পালোঁ, দেউতাৰ অসুখ বুলি; ২৩ তাৰিখে শিৱসাগৰলৈ যাত্ৰা কৰিলোঁ। ২৮ তাৰিখে দেউতা ঢুকাল। লগে লগে এটা পুৰুষ শেষ।

# গিৰিশিখৰৰপৰা আকৌ ৰামগিৰিলৈ /খ

বহুত দিনৰেপৰা এম্. এ. পৰীক্ষা দিয়াৰ ছাঁ জুই খেদাৰ কথা বাৰে বাৰে কৈ শুনোতাক আমনি দি আহিছো। এতিয়া গুৱাহাটী-শ্বিলঙলৈ আহিলত তাৰ বাবে বৰ সুবিধা হ'ব বুলিয়ে ভাবিছিলো। প্ৰকৃত পক্ষত কিন্তু নহ'ল। ইয়াত ব্যস্ততা হ'ল বৰ বেছি। ৭ অক্টোবৰ ১৯৪৬ তাৰিখে শিৱসাগৰত কবি দুৱৰাক লগ পাওঁতে তেওঁ পতি পতিকৈ পৰীক্ষা দিয়াৰ কথা কয়; নহ'লে আমাৰ বিশ্ব-বিদ্যালয় হ'লে মোৰ ঠাই ক'ত হ'ব! পিছৰ বছৰতে পৰীক্ষাটো দিবই লাগিব—সকলো বন্ধু-বান্ধৱৰ পৰামৰ্শত সেই কথা প্ৰায় ঠিক হ'ল। পানীত নানামিলে জানো মানুহে সাঁতুৰিবলৈ শিকিব পাৰে? সেই ভাবি বছৰটোৰ শেষত যেতিয়া পিছৰ পৰীক্ষাৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ অনুমতি বিচাৰিবৰ সময় হ'ল, তেতিয়া বাহিৰা পৰীক্ষাৰ্থীৰূপে মাছুল দি ইংৰাজীৰ এম্. এ. পৰীক্ষা দিয়াৰ অনুমতি বিচাৰি দৰখাস্ত কৰিলো। পানীত এইদৰে নামিলোৱেই যেতিয়া বাহু আছাৰিবৰো যত্ন কৰিব লগীয়া হ'ল। কিন্তু পানীৰ সোঁত দহোঁ ইমান বলী যে বাহু দাঙিবই নোৱাৰোঁ—কাৰণ সেইখন ইংৰাজী সাহিত্যৰ মহাসাগৰ। তেতিয়া চিন্তা আহিল ইংৰাজী এৰি যত্ন কৰিব পৰামৰ্শ লঙ্ঘন কৰি অসমীয়াৰ পৰীক্ষাৰ উদ্যম কৰা যাওক—নহ'লে মোৰ ঘোৰ নাটনিৰ মাজৰপৰা বিশ্ববিদ্যালয়ক দিয়া এশ টকাৰ মাছুলো পানীত পৰিব। এসময়ত শিৱসাগৰত থকাতে দুই-এখন অসমীয়াৰ এম্. এ.ৰ কিতাপ গোটাইছিলোঁও। তাৰ ধূলি-বালি মোহাৰি পাঠ্যক্ৰমৰ চাহিদা পূৰাবৰ যত্ন কৰিলো আৰু চপলা বুক ষ্টলে দুখনমান কিতাপ যোগাৰ কৰি দিলে। কিন্তু ইংৰাজীৰ এম্. এ.

পাঠ্যক্রম যদি মহাসাগৰ, অসমীয়াৰ পাঠ্যক্রম চাহাবা। কিতাপ-ফলি সৰহভাগ ক'তো কেনিও পাবলৈ নাই। এভিয়া অৱস্থা 'আকাশ-পাতাল শুদা দেখোঁ। ব'ল খোৱা ব'ল, হেলৌ কইচো।' ১৯৪৭ৰ জানুৱাৰীত ইংৰাজীৰ ঠাইত ভাৰতীয় আধুনিক ভাষাৰ (অসমীয়া) পৰীক্ষা দিবলৈ অনুমতিৰ বাবে আৱেদন কৰিলো আৰু বিদ্যাবন্ত কৰিলো। অতুল বৰুৱাই খবৰ দিলে শ্বিলঙৰে শৈলবালা দাস বোলা এগৰাকী বিশ্ববিদ্যালয়ৰ ছাত্রীয়ে অসমীয়াৰ এম্. এ. পৰীক্ষা দিবৰ যোগাৰ কৰি আছে; গতিকে তেওঁৰ তাত দুই-এখন পুথি পোৱা যাব পাৰে। বৰুৱাই মোক তেওঁৰ ওচৰলৈ লৈ গ'ল। তেওঁৰপৰা কিন্তু কিতাপ পোৱাতকৈ মোৰ মোনাৰপৰাহে দুই-এখন দিব লগীয়া হ'ল। তেওঁৰ তাত পিছে খবিৰুদ্দিন নামে এজন বিশ্ববিদ্যালয়ত অসমীয়া পঢ়া ছাত্রৰপৰা আনি থোৱা এ. ছি. উলনাৰৰ Introduction to Prakritৰ দ্বিতীয় তাঙৰণটো (এইখন দুর্লভ, কাৰণ লাহোৰত ছপোৱা কিতাপৰ সৰহভাগ ভাৰত-বিভাজনত লাহোৰতে থাকি আহিল) পাইছিলো। সেই বছৰত (১৯৪৬) অসমীয়াৰ এম্. এ. পৰীক্ষাৰ পৰীক্ষাৰ্থী পৰাগ চলিহাকো মোৰ দুখনমান কিতাপ দি পিছত তেওঁৰপৰা মোৰ কিতাপৰ লগতে তেওঁৰো দুখন কিতাপ পাইছিলো। জোখত তাকৰ হ'লেও লেখত বহুত পাঠ্য পুথি লৈ ছৰা-দুৱা লগা অৱস্থা, সিও এক গৱেষণা নে হেদাণ্ডি মেলা উদঙীয়া পক বিচৰাৰ দৰেই লেঠা হৈ উঠিল। সহায়-হাত বিচাৰি বন্ধু আৰু শুভাৰ্থীসকললৈ S.O.S. পঠিয়ালো। মুৰা-মুৰিত সিসকলেও নানাভাৱে সঁহাৰি জনালে, এম্. এ. পৰীক্ষা দিবলৈ ওলোৱা নাই যেন কিবাটো 'ঘইগু' কৰিবলৈকে দিহা-পোহা কৰিছোঁ। কোনোৱে বিউ এখোলা, কোনেওবা যূপকাষ্ঠ এচলি আগবঢ়ালে। ডক্টৰ ভূঞা ছাৰে Indian Historical Quarterlyত ওলোৱা তেওঁৰ Assamese Historical Literature প্ৰবন্ধৰ

offprint এটা পঠিয়ালে কটকীৰ হাতে। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে পঠিয়ালে দুৰ্গাবৰী ৰামায়ণখন। নকুলচন্দ্ৰ ভূঞাদেৱে তেওঁৰ "ব'হাগী"ৰ একপি পঠালে। চাৰিঙীয়া বেণুধৰ শৰ্মাই 'পতিয়া ভেজিলে' :

চাৰিং

২।১১।৪৭

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পৰহিয়েই পালোঁ। এই কেইদিন শিৱসাগৰত হোৱা সুকুমাৰ কলা-প্ৰদৰ্শনীত ব্যস্ত থাকিব লগীয়া হোৱাত, পোৱা-মাত্ৰেই উত্তৰ দিব নোৱাৰিলোঁ।

তুমি খোজা কিতাপ এখনো পঠাব নোৱাৰিলোঁ। মাত্ৰ ঢেকিয়াল ফুকনৰ খনকে ৰেজিষ্টৰী ডাকত পঠালোঁ—পোৱাৰ বাতৰি দিবা। "আপোনে ছপোন ভৰায়"—এই কথাষাৰ তাহানি পদ্ম বৰুৱাই সদাই কৈছিল, লিখিছিলও। "পুৰণি অসমীয়া সাহিত্য" মোৰ হাতত নায়েই, কিনাই নাই। "সাধুকথাৰ কুকি"ও নাই, পুৰণি জোনাকীবোৰত তাৰ সাধুবোৰ আছে দেখি সুকীয়াকৈ কিতাপখন ৰাখিলোঁ যদিও, কাৰবাক পঢ়িবলৈ দিলোঁ। আপুকগীয়া কিতাপ "ৰামনৱমী", "গীতিৰামায়ণ", 'কথাভাগৱত" গুৱাহাটীয়া ভাওজোৰা আপোন মানুহ এজনে নি ঘূৰাই নিদিলে। আগলৈকো কৈছো, তুমি যদি অসমীয়া হৈ জনম ধৰা আৰু তোমাৰ গাত কিতাপ ৰখা ৰোগ বাহ লয়হি, তেন্তে কেতিয়াও হেজাৰ আপোন বুলিলেও কিতাপ ধাৰলৈ নিদিবা। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ আদৰ্শ এই বিষয়ে লাখটকীয়া। যি হওক, নাই মোমাইতকৈ কণা মোমায়েই অলপ-অচৰপ তোমাক সুবিধা দিব বুলি "ঢেকিয়াল ফুকন"খনকে পঠিয়ালোঁ। ফুকনৰ জীৱনীৰ বাহিৰেও, মোৰ নিমিত্তে এইখনৰ মূল্য আছে—

নয়নাভিৰাম আৰু মনোভিৰামে দেউতাকৰ আদেশ অনুসৰি উপহাৰ দিয়া বাবে।

সিদিনা "আৱাহন"ত তোমাৰ 'চটাই পৰেৱত....' ° প্ৰবন্ধ পঢ়িলোঁ। গীতবিলাকত থকা বুৰঞ্জীৰ সৌন্দৰ্য্য উলিয়াই দিয়াত তোমাৰ নতুন গৱেষণাৰ ধাৰা ওলাই পৰিছে। সেইবাবে শলাগ লৈছোঁ। অ'ত-ত'ত দুই-এটা খুত অৱশ্যে আছে। মই পোৱা "আৱাহন"ত সেইবোৰ আঁচ দি থৈছোঁ। পাৰিলে, যোগ-বিয়োগ দি, তোমাৰ কিতাপ উলিয়ালে, দিব লাগিব।....

...তাহানিৰ দৰে আজিকালি সমসাময়িক দেশৰ গতিবিধি সম্পৰ্কে লেখালেখি কৰিবলৈ মনোমত বন্ধু-বান্ধৱ আৰু নাইকীয়া হ'ল। অকলশৰীয়া হৈনো আৰু কিমান দিন থাকিম?

অ' এটা কথা কওঁ। পাৰিলে ক'ৰবাত এষাৰ উন্নুকিয়াবা। ডক্টৰ ভূঞাই লাচিত বৰফুকনৰ জীৱনীত—শেষৰ ছোৱাত—বৰদলৈৰ বংশ লিখি তোষামোদৰ পুষ্পহে বৰিষণ কৰিলে। বুৰঞ্জীলিখক আচল কথাবোৰ আঁতৰি গ'লে, কিবা লাগে দেখোন।

সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জীখনত কালাপাহাৰৰ বিষয়ে লিখা কথাখিনি কিয় বাদ দিলে?

শিৱসাগৰৰ প্ৰদৰ্শনীখন এইবাৰ সঁচাকৈয়ে চকুত লগাকৈ পতা হৈছিল। বস্তু সজোৱাৰ আটোমটোকাৰিতা, মানুহ ওলোৱা-সোমোৱাৰ শৃঙ্খলতা, পৰিপাটিকৈ কৰা হৈছিল। প্ৰত্যেক চাৰুকলা-বিভাগতে একোগৰাকী দীপলিপ্ কনিয়াই (ললনাই) চকীয়ালৰ (guard) কাম কৰিছিল।

মৰম ল'বা। চিঠি দিবা। নাপাহৰিবা।

ইতি

তো শ্ৰীবেণু

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ঘৰুৱা পুথিভঁৰালৈকো হাঁফুটি লগাই চাইছিলো। ফলত তেজপুৰৰপৰা উষা বেজবৰুৱাই লিখিলে :

তেজপুৰ

প্ৰিয় নেওগ,

আপুনি শিৱসাগৰৰ শ্ৰীযুত দাদালৈ দিয়া ( ৰে. ডাক টিকট সহ ) চিঠিখন এইমাত্ৰ পাইছোঁ।

আপুনি বিচৰা কিতাপকিখনৰ ভিতৰত আটাইখিনি মোৰ হাতত নাই। ৺লক্ষ্মী দদাইদেউৰ কিতাপ দুখন আৰু ডঃ কাকতিৰ কিতাপখন আছিল; তাকে পঠালোঁ। ৺দদাইদেউৰ কিতাপ আপোনাকহে দিছোঁ। মোৰপৰা নিয়া বুলি নকব, কাৰণ ইয়াৰ গ্ৰাহক বহুত ওলায়। অথচ কিতাপ মোৰ হাতত এটা copyহে আছে। হেৰাই বুলি ভয় লাগে। আপুনি ভালকৈ ৰাখিব, বা মূল্য বুজিব বুলিয়েই দিছোঁ। বাকী মোৰ আটাইবোৰ কিতাপ আছে নে নাই কব নোৱাৰিছোঁ। "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনী"খন থাকিব পায়। বাকী "শ্ৰীবৎস-চিন্তা" আৰু "কথা-ভাগৱত" আছে নে নাই সন্দেহ। মই পুনৰ শ্ৰীযুত দাদালৈ লিখিছোঁ। আছে যদি নিশ্চয় দিব। অসমীয়া textbookৰ সদায় এই বিলৈ। আপোনালোকে এইবোৰত মন নিদিলে উপায় নাই। আশা কৰোঁ অসমত বিশ্ববিদ্যালয় হোৱাৰ লগে লগে এইবোৰ সমস্যাৰ সমাধান হ'ব। text-book বঙালী, ইংৰাজীকে আদি কৰি সকলো পোৱা যায়। কেৱল অসমীয়া কিতাপ কেই-খনহে out of print. মোৰো সেয়ে হৈছে। অসমীয়া কিতাপ দুখন যোৰহাট, গুৱাহাটী, তেজপুৰ ক'তো বিচাৰি পোৱা নাই। আপোনাৰ হাতত আছেনেকি ? এখন হ'ল সত্যনাথ বৰাৰ 'চিন্তাকলি'

আৰু যতীন দুৱৰাৰ "কথা-কবিতা।" অলপ খবৰ কৰি চাবচোন সেই আজৰি সময়ত।....

শ্ৰদ্ধেয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰপৰাও ৯ নবেম্বৰত "শ্ৰীবৎস-চিন্তা"-খনিয়ে সৈতে এটুকুৰা কাগজ পালোঁ এই বুলি :

প্ৰিয় নেওগ,

তোমাৰ কাৰ্ড এখনি পাই তোমালৈ কিতাপ এখন পঠাবলৈ লিখিছিলোঁ। এতিয়াহে বুজিলোঁ তেওঁ নপঠালে। —বুঢ়াৰ অপৰাধ সৰ্ব্বতোভাৱে মাৰ্জ্জনীয় নহয় জানো ?

তুমি খুজিছা যেতিয়া কিবা সজ ঠাইত লগাবলৈকে খুজিছা নিশ্চয়। বাকচৰ তলীত ক'লাম'লা দুখনি আছিল, তাৰে ভালখনি এইয়া পঠালোঁ। এনেয়ে বজাৰত বিক্ৰি নোহোৱা, তাতে আকৌ ক'লামলা; গতিকে দামৰ কথা নোতোলাই ভাল। ভালকৈ থৈ দিবা। ক'তো নেপালে বিচাৰিম।

তোমাৰ

শ্ৰীইন্দ্ৰ

যোৰহাট চৰকাৰী কৃষি-পামৰপৰা মই কিতাপ গোটাবলৈ কোৱা মোৰ বন্ধু আৰু ত'ৰ মেনেজাৰ জগৎচন্দ্ৰ বৰপূজাৰিয়ে (পাছত তেওঁ একে কামতে আন্দামান দ্বীপত আছিলগৈ) মোৰ বাবে তেওঁৰ কিতাপ-অনুসন্ধানৰ বিফলতাৰ ডায়েৰি পঠিয়াইছিল :

Jorhat Govt. Farm
15.11.47

মৰমৰ মহেশ্বৰ,

হৰি মোৰ বান্ধ!

তোৰ পোষ্টকাৰ্ডখনৰো উত্তৰ নেপাই ভাবিছ চাকৈ—মই এইখিনি

পায়েই কথাটো পাহৰিলো। তই জহনীত যাবলৈকে—আহি পোৱাৰ পাৰ্চদিনাৰে পৰা কিতাপ বিচাৰি হায়ৰাণ। দহ বন কাঢ়ি কৰি তোৰ কিতাপ বিচাৰি যিদৰে হাবাথুৰি খাইছো, মোৰ খীৰতিজনী (ছুটা বাটৰ) হেৰোৱা হলেও ইমানখিনি কৰিলোহেঁতেন নে নাই কব নোৱাৰো যেহেতু ঈশ্বৰ বস্তুৱে তেনে সুবিধা বা অসুবিধা এতিয়ালৈকে দিয়া নাই।

কিতাপকিটা ৰবচিনাকি দেখি যতে ততে পাম বুলিয়েই আশা কৰি তোক কৈছিলো, কিন্তু "দূৰাৎ তু পৰ্ব্বতা ৰম্যাঃ" এখন এখনকৈ পুস্তকাগাৰ কেৰাখনো ঘোল্মালিলো—এজন এজনকৈ বুৰিয়ে বুৰিয়ে মানুহক 'কোৱাই' খুৱাই হাত-ভৰিত ধৰিলো, কিন্তু তই এম্. এ. দিয়াৰ ভয়তেই হৰপায় কিতাপবিলাক বাৰ্মা ৰ' ভেদি অজাতি মুলুককৈ গ'ল হেন পাওঁ।

শেষত প্ৰঃ তুলসীনাৰায়ণ শৰ্মাক ধৰিলোগৈ; কলে—তয়ো তেখেতক অনুৰোধ কৰিছিলি; পিচে কলেজ লাইব্ৰেৰীৰ কিতাপকিটা প্ৰঃ নবীন গোস্বামায়ে আগতেই নিলে, তথাপি মানুহ এটা কলেজ খুলিলত পঠাবলৈ কলত পঠালো—যি হল লগত চিঠি দুখন পঢ়িলেই বুজিবি। আৰু কেইটামান ৰবশি পেলাই থৈছো—টিপিয়াইছে। পাচত জনাম। হেস্ত নেস্ত কিবা এটা লিখিবলৈ বুলি আশা কৰি বৈ থাকোঁতে এতে বেলি হ'ল। Shillongৰপৰা ৩১ তাং আহি পায়েই শিৱসাগৰৰ প্ৰদৰ্শনীলৈ কিবা পৰীক্ষক হৈ যাব লগা হ'ল—সেইবোৰ বহুত কথা—লিখি মোৰ বহুমূলীয়া সময় নষ্ট নকৰোঁ। লগ পালে সুধিবা, ক'ম।

পাচে 'কুকুৰ কটা'! ফ'ট' তোলাৰ সময়তেই কৈছিলো নহয় ফিল্মটো ভিতৰত লৰ পৰা বিধৰ নাছিল—আগতেই তই নকলি—এইটো তোৰ লাওখোলা হ'ল চাবি আৰু 'S'কো দেখুৱাবি। 'S'ৰ খবৰ কি? অহংপুৰুষৰ কথা কৈছিলিনে নাই? বাকী ফ'ট' দুখন

'শাহেক'ক মোৰ নমস্কাৰ একোটিৰে সৈতে ভেটাই দিবি দেই। আশা কৰো তেখেতসকল ভালে আছে। সেই ৫ নংত থকা তেজ-পুৰুষ সকলৰ খবৰ কি?

তই নেকান্দিবি। এইবাৰ লগ পালে মই ধুনীয়াকৈ তোৰ ক'ট' এখন তুলি দিম দেই ম-য়ূ-না। অহা 'খিচমিচ্' বিছুতো ভাল কৰক্ এটা দিম দেই।

১৭।১১।৪৭

Wifeক আজি Hospitalলৈ Operationৰ কাৰণে নিয়া কথা—বৰ অশান্তি। গধূলি এটা লাইব্ৰেৰীলৈ এখন কিতাপ পোৱাৰ আশাত গৈছিলো—পিছে নেপালো।

তোৰ

—জগত—

পুঃ পকামূৰা লাইব্ৰেৰীত "শ্ৰীবৎস-চিন্তা" এখন আছে; কিন্তু ২।৩ দিনতকৈ বেচি দিনলৈ issue নকৰে। বোধ কৰো টকা জমা দিলে দিব। যদি লাগে মই যোগাৰ কৰিম—জানিবলৈ দিবি দেই। ............

—জগত—

জগতৰ এইখন 'ভিতৰপকীয়া' ভাষাৰ চিঠি। 'মহৰ্ষি' কমলা-কান্ত ভট্টাচাৰ্যৰ জীয়ৰী বুলি শ্বিলঙতে থকা অধ্যক্ষা উষা ভট্টাচাৰ্যৰ ঘৰতো দুখন পুথি পোৱাৰ আশাত ভুমুকি মাৰিছিলোগৈ। পিছে ইতিমধ্যেই তেওঁ আমাৰ কহিনুৰ 'মহৰ্ষি'ৰ "অষ্টাবক্ৰ-সংহিতা"খন ঘৰৰ মাজ-মজিয়াতে হেৰুৱাই পেলাইছিল। আনৰ পুথিৰ আৰু কা কথা? কিন্তু এই লেখীয়া কেয়োফালৰ নাই-নাইৰ মাজতে সেই দিনত পৰীক্ষা দিব লাগিছিল। আগৰ বছৰত পৰীক্ষা দিয়া পৰাগ মইনাই লেখিলে: "সিদিনা লেখা ৰামনৱমী, ওভতনি, জীৱন চৰিত একো নাই। 'সাহিত্যৰ চানেকি'ত জীৱনচৰিতখন পাৰ—

সেয়েই হ'ব! আৰু এটা কথা কিতাপৰ কাৰণে কেনৈ ভাবিছে? মুঠতে আপোনাৰ জিভাৰ আগত থকা সাহিত্যৰ দ'মটো ভালকৈ পতহিয়াই থক—মকৰধ্বজৰ কামতো দিবই—ভাল M. & B. tonicও হবগৈ।" কিন্তু দুই-চাৰিপতীয়া মাখোন হ'লেও কিতাপ-বোৰৰ বাকলি-পাতো নেদেখাকৈ পৰীক্ষা দিব পাৰি জানো? মই নিজে লেখা প্ৰবন্ধবোৰত কথাবোৰৰ বহুল একোটা ছবি আছিল; তাকে মোৰ আগৰ পৰীক্ষাৰ্থীসকলে কামত ব্যৱহাৰো কৰিছিল; কিন্তু নাম ধৰি দিয়া কিতাপ কেইখনৰ লগত প্ৰত্যক্ষ পৰিচয়তো লাগে! কিন্তু পোৱা যায় ক'ত!! গুণাভিৰাম বৰুৱাৰ "ৰামনৱমী" খনৰ অসমত বোধ হয় তেতিয়া এটা কপিও নাই। তাক পাওঁ ক'ত?

এনেতে এদিন দূৰৰ গঙ্গা ওচৰ পালেহি। গুৱাহাটীত অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাক গৈ লগ পাম বুলি ভাবি থাকোঁতেই গৈছিল। সেইদিনা ৩০ ছেপ্টেম্বৰ ১৯৪৭। গধূলি শুনিলো জে. বৰুৱা খোদ মই থকা আৰ্ল ছেনিটেৰিয়ামত। লৰি গ'লো তেওঁক চাবলৈ। কিন্তু এই কি! ছেনিটেৰিয়ামৰ মুখৰ ঘৰটোত ভোলানাথ বৰুৱাৰ প্ৰকাণ্ড চিত্ৰখনৰ তলত কাঠৰ তক্তাত জে. বৰুৱা লাং খাই পৰি আছে। মোক দেখি চিয়ঁৰি চিয়ঁৰি ক'লে, 'চোৱাঁ, চোৱাঁ নেওগ বোপা, এইখন বি বৰুৱাৰ ছবি। প্ৰকাণ্ড frock coat পিন্ধিছে। well trimmed beard. কিন্তু তেওঁক frock coat পিন্ধিবলৈ, to trim his beard কোনে শিকাইছিল? মই নহয়নে?' মই ক'লো 'হয়, ছাৰ, হয়।' 'বি. বৰুৱাক streets and buildings of London চিনাই দিছিল কোনে? মই। এতিয়া সেই বি. বৰুৱাৰ ঘৰত মোৰ বাবে জগহ নহী হৈ।' মই ক'লো, ছাৰ, কিয় নহ'ব? কোনে ক'লে নাই বুলি?" 'সৌটো চকিদাৰে কৈছে, আপকে লিয়ে জগহ নহী হৈ!' তেওঁক সেইটো ভুল কৰিছে বুলি কৈ মেনেজাৰ. অৰুণ বৰুৱাক কৈ ঠাই উলিয়াই দিয়া হ'ল।

পিছদিনা পুৱাৰ ব'দত তেওঁৰ সদানন্দ মূৰ্তি দেখা পালো। কিন্তু মোৰে সবহ কথা নহ'ল। তেওঁ গুৱাহাটীলৈ গ'লগৈ। আকৌ যেতিয়া ২৪ নৱেম্বৰত শিলঙলৈ আহিল, ছেনিটেৰিয়ামত থাকি শিলং হোটেলতহে থাকিল। সেইবাৰ আকৌ তেওঁৰ বৰ ৰেজাৰ প্ৰধান মন্ত্ৰীক দেখা কৰিবলৈ যাওঁতে বৰদলৈয়ে কিবা কথাত লাগি বোলে Has it not entered your head ? বুলি ক'লে। মই নানা প্ৰকাৰ তেওঁক চেঁচনি-বুজনি দিলো। তেওঁ মোৰ কপালৈ বাৰে বাৰে চাই থাকি ক'লে, 'Well, young man, you have got a beautiful gesture, which will work well in the public. বুজিছানে—your gesture—gesture?' পিছদিনাহে "ৰাম-নৱমী"ৰ কথা উলিয়ালো। তেওঁ ক'লে, 'মোৰ দেউতাৰ কিতাপবোৰ একেলগে বান্ধি মই থৈছিলো। এজন মানুহে তাৰপৰা ৰামনৱমীখন ফালি লৈ গ'ল। মই তোমাক তেওঁৰ নামটো ক'ব পাৰোঁ। কিন্তু নকওঁ।' কিতাপখনৰ বিষয়-বস্তুৰ আভাস বিচৰাত জে. বৰুৱা ছাহাবে এটা পাঁচ-মিনিটীয়া লেকচাৰ দিলে; সেয়ে মোৰ "ৰামনৱমী" পঢ়াৰ সমান হ'ল। তেওঁ ক'লে, নাটকৰ নায়ক ৰাম সদ্যোবিধবা নৱমীৰে প্ৰণয়-পাশত আবদ্ধ হোৱা বাবে এজন গোসাঁয়ে ৰামৰ গাত 'চাট' মাৰিছিল আৰু সেইদিনা গোসাঁয়ে স্বপ্ন দেখিলে এজন চুটি-চাপৰ বামুণে কৈছেহি, 'মোৰ গাত ইমানবোৰ হুল। তুমিও এডাল নতুন হুল ভৰালা।' এই স্বপ্নৰ পুৰুষজন হ'ল ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, যি ৰাসবিহাৰী ঘোষৰ হতুৱাই বিধবা পুনৰ্বিবাহ আইন কৰাইছিল। গুণাভিৰামে কলিকতাত হোৱা বিধবা-বিবাহ চাইছিল আৰু তাৰ কথা "অৰুনোদই"ত লিখিছিল।

১৮ অক্টোবৰ তাৰিখে গুৱাহাটীত ন্যাস পৰিষদৰ সভা হওঁতে মই যোৰহাটত কিতাপ-পত্ৰ গোটাই পঢ়িবলৈ যাবলৈ ছুটী বিচাৰিলো; কিন্তু তেতিয়া পৰিষদৰ কাম সামৰিবৰ ওচৰ চাপি অহা বাবে

কোৱা হ'ল যে পৰীক্ষাৰ আগে আগে মাখোন ছুটী লোৱাহে বাঞ্ছনীয় হ'ব। দুবছৰ আগতে অসমীয়াত এম্. এ. ডিগ্ৰি লোৱা অধ্যাপক তুলসীনাৰায়ণ শৰ্মাৰ হাতত প্ৰায়খিনি কিতাপ আছিল বুলি গম পাইছিলো। তেওঁলৈ লিখাত তেওঁ পৰামৰ্শ দিলে যে যেহেতু তেওঁৰ কিতাপ-পত্ৰখিনিকে লৈ তেওঁৰ কলেজৰ নবীনচন্দ্ৰ গোস্বামী কলিকতাত পৰীক্ষা দিবলৈ যাব, ময়ো পৰীক্ষাৰ বাৰু কেইদিনমান আগতে কলিকতালৈ গ'লে সেই আটাইবোৰ চাই-মেলি লোৱাত অকণো অসুবিধা নহ'ব। কলিকতা বিশ্ববিদ্যালয়ৰ হাৰ্ডিঞ্জ হোস্টেলত থকা শিৱসাগৰৰ ছাত্ৰ দুলালচন্দ্ৰ বৰবৰুৱালৈ লিখাত আৰু টকা পঠিওৱাত মোৰ বাবে তেওঁৰ লগতে পৰীক্ষাৰ কেইদিন থাকিবৰ বাবে ঠাই ঠিক কৰিলে আৰু জনালে নবীন গোস্বামীৰ বাবেও সেইদৰে তেৱেঁ ঠাইৰ বন্দবস্ত কৰি থৈছে। শেহত্তত ২৬ নবেম্বৰ তাৰিখে ফখৰুদ্দিন ছাহাবৰ ওচৰলৈ গ'লো ২ ডিছেম্বৰত কলিকতালৈ গৈ ১২ তাৰিখৰপৰা পৰীক্ষা দিবলৈ ছুটী বিচাৰি। তেওঁ কলে, 'এতিয়া ট্ৰাস্ট বোৰ্ড wind up কৰিব লাগে, accounts auditorএ চোৱাৰ পিছতহে যাব লাগে।' মই তাৰিখবোৰ লৈ মোৰযে তৎক্ষণাৎ যোৱাৰ কি প্ৰয়োজন আৰু ডিছেম্বৰৰ শেহ সপ্তাহৰ আগতে অডিটৰ কোম্পানিয়েযে মানুহ পঠাব নোৱাৰে বুলি জনাইছে, সেইটো বুজাই ক'লো। কিন্তু তেওঁ প্ৰথমে কোৱা কথাটোতে ধৰি থাকিল। মোৰ মূৰত আকাশী সৰগ যেন ভাগি পৰিল। মই হতাশ হৈ তিনি-চাৰি দিন বহি থাকি ৩০ নৱেম্বৰ দেওবাৰে বৰদলৈ ডাঙৰীয়াক ঘৰতে লগ ধৰিলো আৰু মোৰ দুখৰ কথা ক'লো। তেওঁ টেলিফোনটো তুলি লৈ ফখৰুদ্দিন ছাহাবক সহজভাৱে ক'লে, মই সোনকালে নগ'লে মোৰ পৰীক্ষা দিয়াত অসুবিধা হ'ব, ইফালে অডিটৰো এতিয়া নাহে, গতিকে মোক তেওঁ ৪ ডিছেম্বৰ তাৰিখে যাবলৈ দিছেই। আলি আহমদে তেওঁৰ নেতাৰ কথা বিনা ওজৰে মানি ল'লে। বৰদলৈয়ে মোক

কলিকতালৈ যাবলৈ কৈ আলি আহমদলৈ এটা ফোন কৰিবলৈও উপদেশ দিলে। সেইমতে পিছদিনা ফোনত সচিবক জনাই তাৰ পিছদিনা কলিকতালৈ যাত্ৰা কৰিলো। ইতিমধ্যেই ছেনিট্টেৰিয়ামত বহি পৰীক্ষাৰ বাবে যথেষ্ট কছৰৎ কৰিছিলো। বিশেষকৈ পালি আৰু প্ৰাকৃতৰ দৰে নতুন ভাষাৰ নিজেই নিজৰ শিক্ষক—সংস্কৃতৰ সীমিত জ্ঞানৰ চুৰাবেদি গৈ। কিন্তু সেই পেপাৰতে বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষাৰ (অসমীয়া, বঙলা, ওড়িয়া, মৈথিল, হিন্দী আদি) সকলো পৰীক্ষাৰ্থীৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ ধৰিব পাৰিলো ৮০। বঙলাও নিজে নিজে শিকা; আৰু বঙলাৰ পেপাৰত পালো শতকৰা ৭২ নম্বৰ। পদেঁাতে কেতিয়াবা শৈলবালাৰে, কেতিয়াবা উত্তৰ লখীমপুৰৰ বুদ্ধীন্দ্ৰনাথ বৰুৱাৰে আলোচনা কৰোঁ। কিন্তু চিন্তা লাগি থাকিল একেবাৰেই শ্ৰীমুখ নেদেখা কিতাপ সেই-খনলৈহে।

# পুনৰেৰ ৰামগিৰিত /ক

১৯৪৭ চনৰ চাৰি ডিচেম্বৰ তাৰিখে পুৱাতে উঠি কলিকতা বুলি গুৱাহাটীৰ বাছ ধৰিবলৈ গ'লো। চেনিটেৰিয়ামৰপৰা ওলাবলৈ নৌ পাওঁতেই হাতৰ এটেচি কেছটোৰ ভিতৰৰ চিয়াঁহীৰ দোৱাতৰপৰা সমস্ত চিয়াঁহী ওলাই পৰি কেছটো, তাত থকা গামোচা আৰু আন কি মই পিন্ধি ওলোৱা চুৰীয়াখনো বগাই পেলালে। তাকে দেখি বিদায় দিবলৈ ওলোৱা সকলো কেইজন বন্ধুৱে ক'লে, "আপোনাৰ আপোনা আপুনি গুড্‌লাক হ'ল। পৰীক্ষাত ফাৰ্স্ট ক্লাছ ব'বই।" তেনেকৈয়ে এমৈলাম মহীৰ খৰচত যদি ক্লাছটো বয় কিনো বেয়া কথা? গুৱাহাটী পাই উজান বজাৰত মাইদেউৰ লগত ভাত এমুঠি খাই অলপ ওলাই গ'লো। দেৱকান্ত বৰুৱাৰ ঘৰত আকৌ কামাখ্যা পৰ্বতৰ হাত চোৱা বামুণ এজনে হাত চাই ক'লে, 'আপোনাৰ ভৱিষ্যৎ দেখিব পৰা শক্তি আছে।........ কিন্তু আপুনি বয়স তিনি কুৰি বছৰতকৈ সৰহ নাপাব আৰু জলপথে ভ্ৰমণত আপোনাৰ মৃত্যু-ভয় আছে।' কিন্তু পধুলিলৈ মোৰ জল-পথেই প্ৰধানমান ভ্ৰমণ হ'ল। পাণ্ডুঘাটৰপৰা নাৱে আমিনগাঁৱলৈ পাৰ হৈ সিপাৰত বৈ থকা আসাম মেইলৰ ৰেলগাড়ীত উঠিলোগৈ। পাৰ্বতীপুৰেদি পিছদিনা আবেলি ৩ বজাত কলিকতা বিশ্ববিদ্যালয়ৰ বিখ্যাত হাৰ্ডিঞ্জ হোস্টেলত থিত ল'লোগৈ। ১২ ডিচেম্বৰ শুকুৰবাৰৰ-পৰা এম্. এ. পৰীক্ষা আৰম্ভ হ'ল। আমি চাৰিজনে আধুনিক ভাৰতীয় ভাষাৰ (অসমীয়া) পৰীক্ষাত বহিলো—মই, যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক নবীনচন্দ্ৰ গোস্বামী, উত্তৰ লখীম-পুৰৰ স্কুলসমূহৰ ডেপুটি ইন্‌চপেক্টৰ মুনীন্দ্ৰনাথ বৰুৱা আৰু খিলঞ্জৰ

শৈলবালা দাস। মই ইতিমধ্যে লগ নোপোৱা কিতাপ কেইখনমান গোস্বামীয়ে লৈ আহিছিল। সেই কেইখনৰ লগতো সাক্ষাৎ বা নৱ-সাক্ষাৎ হ'ল। ১২ তাৰিখৰপৰা ২০লৈকে দিনে একোখনকৈ পেপাৰ হৈ গ'ল— মাজৰ দেওবাৰটো এৰি। পৰীক্ষা দি ভালেই লাগিল।

পৰীক্ষাৰ শেহদিনা তেতিয়া কলিকতাতে থকা কবি নলিনীবালা দেৱী আইক লগ পালোগৈ। তেওঁ "স্মৃতিতীর্থ" নামে পিতৃ কর্মবীৰ বৰদলৈৰ জীৱনী এখনি ছপাশালত দিছে। পিতৃদেৱেকে ইংৰাজী ভাঙনি কৰি যোৱা নলিনীবালাৰ কবিতাৰ এটি সৰু সংগ্ৰহ ছপা হৈ ওলাইছিল; তাৰ কপি এটা কবিয়ে মোক উপহাৰ দিলে। পিছ-দিনা নবেন শর্মাৰপৰা চিঠি পালো, গুৱাহাটীত বাতৰি-কাকতত ওলাইছে ১ জানুৱাৰীৰ পৰা বিশ্ববিদ্যালয় 'চালু' হ'ব। তাৰ পিছদিনা অর্থাৎ ২২ তাৰিখে ওল্ড পোস্ট অফিছ স্ট্ৰীটস্থ আমাৰ হিছাপ পৰীক্ষক সিংঘী এণ্ড কোম্পানিৰ ৰামচন্দ্ৰ সিংঘীক লগ পালোগৈ। তেওঁ ক'লে, সেইদিনা তেওঁলোকৰ পৰীক্ষক জি. সান্যাল অসমৰ দেৰগাঁৱলৈ যাত্ৰা কৰি আহিছে, আৰু তাৰপৰা ঘূৰোঁতে শিলঙত সোমাব আৰু আমাৰ হিছাপ চাব। মই ২৩ তাৰিখে কলিকতা এৰি পিছদিনাখনেই শিলং পাই সান্যাললৈ বাট চাই ৰ'লো আৰু নতুন অহা হিছাপ টুকুৰা-বোৰ মূল হিছাপৰ লগত খাজি গ'লো। সান্যালে আহি ১৯৪৮ৰ ১ জানুৱাৰীতহে কাম আৰম্ভ কৰিলে। মই পৰিপাটিকৈ হিছাপ দেখুৱালো, কিন্তু এটকীয়াৰেপৰা পঁচিছ হাজাৰলৈকে বিবিধ মূল্যৰ কুপনৰ কাউণ্টাৰফইলত চহী কৰোঁতে তেওঁৰ নিতে পুৱা সাত বজাৰ-পৰা নিশা দহ বজালৈকে কাম কৰি কাম শেষ কৰোঁতে দহ দিন লাগিল। ১৭ তাৰিখে মাইকী মেকুৰীয়ে পোৱালি কঢ়িওৱাৰ দৰে – পৰিষদৰ অফিছটো টোপোলা বান্ধি লৈ গুৱাহাটীলৈ নামিলো। পুনৰ অধ্যক্ষ হেম বৰুৱাৰ লগত আগৰ দৰে মোৰ ৰামগিৰি'ৰ তক্তাপোচতে ঠাই ল'লোহি। ২৬ জানুৱাৰী তাৰিখে

ন্যাস পৰিষদৰ সভা আৰু তৃতীয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ কন্‌ভেন্‌শ্যন বহিল। কথৰ্কদিন ছাহাবে বিশ্ববিদ্যালয়টি যাহিৰৰ হুকা-বধা নোহোৱাকৈ পাণ্ডিতসকলৰ শাসনত সুঅনুশাসিত হ'ব বুলি আশা প্ৰকাশ কৰিলে। লগে লগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস পৰিষদৰ জীৱন-কাল সমাপ্ত হ'ল। লগে লগে মোৰ কাৰ্যকালো। গতিকে 'কৰ্কৰী-জল-পান' কৰি মই আকাশত ওলমি থাকিলো। অৱশ্যে ৰেজিষ্ট্ৰাৰ ফণীধৰ দত্তৰ অফিচলৈ গৈ থাকিলো কোনো পদবী নোহোৱাকৈ। কিন্তু ইতিমধ্যে ন্যাস পৰিষদৰ বৰদলৈ, আলি আহমদকে ধৰি কাৰ্যকৰ্তাসকলৰ দায় ধৰি মতমতোৱা দুই কি এক নৱ বিশ্ববিদ্যালয়ৰ কাৰ্যকৰ্তা হ'ল আৰু ন্যাস পৰিষদে সিসকলক থান-মান নিদিয়াৰ বাবে 'পূৰ্ব শত্ৰু মনে জানি' গোৰ্‌ গোৰণিও তুলিলে, সেই সময়তে বিশ্ববিদ্যালয়ৰ নিৰ্মাতা বুলি বৰদলৈক বিশ্ববিদ্যালয়ৰ কোৰ্টৰ আজীৱন সভ্য কৰা বা তেনে সন্মান দিয়াৰ কথা উঠিছিল, তাকো আওকাণ-আওহেলা কৰিলে। বিশ্ববিদ্যালয় আন্দোলনৰ বেলা তেওঁ-লোকক আদৰ নকৰা বুলি মোৰ ওপৰতো তেনেজনৰ ৰোষে বুৰবুৰণি কাঢ়িছিল। গতিকে মোৰ যৎসামান্য সেৱাৰ বিবেচনাত মোক বিশ্ববিদ্যালয়ত একণমান ভাল ঠাই দিব বুলি ভবাসকলে তাকে দেখাদেখি দুখ কৰিব লগীয়াহে হ'ল। কথাটো বিশ্ববিদ্যালয়লৈ এৰি দিদি ন্যাস পৰিষদ গুচাই বিশ্ববিদ্যালয়ৰ কাম চুক কৰা সময়তে মোকে ঠিকমতে প্ৰতাইত ৰহওৱা উচিত আছিল বুলি পাছত বৰদলৈ-য়েৰে ভাব প্ৰকাশ কৰিছিল। কিন্তু আন কিছুমান কথাতহে বৰ-দলৈ, আদি ছৰকাৰ পক্ষৰ মনভঙ্গ হোৱা যেন হৈছিল, আৰু সেই বাবে সোনকালেই দ্বিতীয় গুৱাহাটী বিশ্ববিদ্যালয় (সংশোধন) অধি-নিয়ম কৰি এখন শক্তিসম্পন্ন গৃহনিৰ্মাণ সমিতি গঢ়ি দি বিশ্ববিদ্যালয়ৰ শক্তি বহুতখিনি খৰ্ব কৰা হৈছিল। আন কি, বিশ্ববিদ্যালয়ৰ উপাচাৰ্য, অথবা তেওঁৰ প্ৰতিনিধিক সেই সমিতিৰ সাধাৰণ সদস্য

মাখোন কৰা হ'ল। বিশ্ববিদ্যালয়ৰ পণ্ডিতসকলৰ কামত চৰকাৰৰ এই প্ৰথম হুকা-ৰধা হ'ল। সি কিমান আৱশ্যকীয় আছিল, সি অৱশ্যে সুকীয়া কথা। গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস পৰিষদৰ কথা যিমান খৰকৈ পাহৰিব পাৰি, সিমানেই যেন মঙ্গল—এনে এটা ভাব বিশ্ববিদ্যালয়ৰ কিছুৰ মনত অন্ততঃ হৈছিল। ন্যাস-পৰিষদে সংগ্ৰহ কৰা ধনৰ ঠিক উদ্দেশ্যত খৰচ নকৰা আৰু প্ৰতিশ্ৰুত দানবোৰ সংগ্ৰহ নকৰাটো এনে মনোবৃত্তিৰপৰা উদ্ভূত আলস্য বুলি আনসকলে ভাবিবৰ কাৰণ বিচাৰি পাইছিল।

প্ৰথমৰভোখৰত মোৰ প্ৰতি দয়া-পৰবশ হ'বলৈ বিশ্ববিদ্যালয়ৰ সুমতি হ'ব বুলি আশাতে বন্ধি থাকিলো। সেই সময়তে কিন্তু সমস্ত ভাৰতকে আন কি বিশ্বকো হঠাতে এক বিষাদৰ ছায়াই আৱৰি ধৰিলে। ৩০ জানুৱাৰীৰ সন্ধিয়া পৰত হেম বৰুৱা আৰু মই মোৰ কথাটো কি হ'ব নহ'ব তাৰে কথা পাতি পাণবজাৰৰ মাজেদি খোজ কাঢ়ি আহি থাকোঁতে হঠাতে এজন ডেকাই ছাই-কেলৰপৰা নামি কেঁপাই-জোপাই ক'লে 'ছাৰ, এইমাত্ৰ ৰেডিওত কৈছে, গান্ধীজীক দিল্লীৰ প্ৰাৰ্থনা সভাত কোনোবা এটাই গুলীয়াই হত্যা কৰিলে।' সেই সময়ত মই চুৰট খাইছিলো। নিদাৰুণ বাৰ্ত্তাটো শুনি মুখৰপৰা চেলেউ উফৰি পৰিল। তাৰ আৰু জীৱনত বুটলি লোৱা হোৱা নাই। আমি লৰা-লৰিকৈ ৰেডিও থকা এঘৰৰ কাষ চাপিলো। পণ্ডিত নেহৰুৰ 'বন্তিগছি আজি নুমাই গ'ল' (The light has gone out) আদি চকুলো টুকি টুকি কোৱা কথাবোৰ শুনিলো। সেই দিনবোৰত সকলোৰে মনবোৰত কি উখল-মাখল লগা বিষণ্ণতাৰ ভাৱৰ জাউৰি উঠিছিল, তাৰ এজন বন্ধুৰ চিঠিৰেই বৰ্ণাও:

'এই কেইদিন উত্তৰৰ কাৰণে আশা কৰিও তোমাৰ মেখোন কোনো সঁহাৰি পোৱা নাই। অৱশ্যে আকাশত যি দুৰ্যোগৰ মেঘ,

চাৰিওফালে যি আঁউসীৰ অন্ধকাৰ, তাত আৰু কি চিঠি লিখিবা? ভাবি ভাবি ওৰ নপৰে, কান্দি কান্দি চকুৰ পানীৰ সোঁত নিছিগে, কথা ক'বলৈ মাত বন্ধ হৈ যায়, লিখিবলৈ ল'লে হাতবগৰা কাপ খহি পৰে—মনত ক'ত আৰু শান্তি? যাৰ কথা ভাবিলে বিশ্ব-মানৱতালৈ মনত পৰে, যাৰ আদৰ্শ একোটা ক্ষণিক বিজুলী-প্ৰৱাহতে বহুত ওখ স্তৰলৈ উঠি যোৱা যেন লাগে, যাৰ একোটা বাণীয়ে অন্তৰৰো অন্তৰতম প্ৰদেশ স্পৰ্শ কৰি যায়—সেই মহান পুৰুষৰ মহান আত্মা আজি মুক্ত; নশ্বৰ ক্ষণভঙ্গুৰ পৃথিৱীত তেওঁৰ নশ্বৰ দেহা লীন হৈ গ'ল। যাওক—এই পাপৰ পৃথিৱী, এই অবাস্তৱ ক্ষুদ্ৰ জগত তেওঁৰ পুণ্যাত্মাৰ কাৰণে, তেওঁৰ সুবিশাল চিৰন্তন সত্তাৰ কাৰণে হয়তো অনুপযুক্ত; কিন্তু দুখ লাগে তেওঁ যেন যিদৰে যাব লাগিছিল, সেইদৰে নগ'ল—কিবা যেন আৰু থাকি গ'ল। কেই-বছৰ আগতে ভাৰতৰ কবি-ঋষি স্বৰ্গগামী হৈছিল—তেতিয়াও পৃথিৱীয়ে কান্দিছিল, কবিৰ হৃদয় সুদা হৈ গৈছিল, আৰ্টিষ্টৰ অনুপ্ৰেৰণাৰ নিজৰা শুকাই গৈছিল, কিন্তু তেতিয়াতো এইদৰে অকালবিধ্বস্ত আশাৰ বেদনাত থাকি থাকি অন্তৰখনে চিঞৰি উঠা নাছিল—উঃ কি ভীষণ! নিয়তিৰ বিচাৰত প্ৰশ্ন উঠা নাছিল—বিধি, এতিয়াই কিয়? কিন্তু, এই মহাপুৰুষৰ মহাপ্ৰয়াণত অবাধ্য প্ৰশ্নৰ জাউৰিয়ে বিশ্ব-নিয়ন্তাৰো যেন মুখ বন্ধ কৰিব খোজে। —সময় যেন পূৰা হোৱা নাই, প্ৰণালী যেন ন্যায়পূৰ্ণ হোৱা নাই......। পাশ্চাত্য দেশৰ যুদ্ধৰ তাপ লাগি অহা বিষাক্ত বতাহছাটিক শান্তি প্ৰেম অহিংসাৰ সুগন্ধি ৰেণুৰে পৱিত্ৰ কৰিবলৈ যি বিৰাট চেষ্টা কৰিছিল মহাপুৰুষে, তাৰ সফলতাৰ আগতেই বাৰু নিষ্ঠুৰ বিধিয়ে কিয় এনে নিদাৰুণ বিধান কৰিলে? মানুহৰ বাৰ বছৰে দেৱতাৰ একছৰ। সঁচাকৈয়ে আমাৰ নিচিনা অকৰ্মণ্যৰ বাৰ বছৰ নালাগে শ শ বছৰেহে মহাপুৰুষৰ কৰ্মময় জীৱনৰ এবছৰৰ সমানেই হ'ব। কৰ্মবহুল উদাৰ

যুগৰ জীৱন লাভ কৰিলে আৰু মৃত্যুৰ সিপাৰত লাভ কৰিলে মৃত্যুহীন এটি অনন্ত জীৱন। তথাপিও, তথাপিও অবোধ মনে যেন কৈ উঠে—He should have died hereafter.

'অবিশ্বাস্য যেন নালাগেনে বাৰু? চিৰজীৱন অহিংসাৰ ব্ৰত লৈ পৃথিৱীৰ অশান্ত, অশিৱ শক্তিৰ বিপক্ষে সংগ্ৰাম কৰি তাৰ ঠাইত শান্তি আৰু প্ৰেমৰ স্থাপনা কৰাটোৱেই যাৰ জীৱনৰ মূল মন্ত্ৰ, সেই মহান পুৰুষেই আৰু' হিংসাৰ কদৰ্য ষড়যন্ত্ৰত প্ৰাণ হেৰুৱাব লগীয়া হ'ল। আনহাতে, এইটোনো কেনেকৈ বিশ্বাস কৰিবা, যিজনৰ জীৱনৰ প্ৰতি মুহূৰ্ত্তই ভগৱানৰ দ্বাৰা চালিত, তেওঁৰ মৃত্যুতযে ভগৱানৰ হাত নাই? আকৌ, ভাবি চোৱাচোন বৈষম্যৰ কেনে সমাৱেশ—এজনে তেওঁৰ উচ্চ আদৰ্শৰ পোহৰেৰে জগতক পোহৰাই জগতৰ শিৰৰ মুকুট হৈ গ'ল, আৰু আনজনে হীনতাৰ চৰম সীমালৈ গৈ, মহাপুৰুষৰ বধৰ কাৰণ হৈ সাৰ্বজনীন তিৰস্কাৰৰ পাত্ৰ হ'ল। চৰমবোৰ লগ লাগি যায়। বোধ কৰোঁ গণিতেও কয় সৰল ৰেখা দুয়ো মূৰে বঢ়াই নি থাকিলে শেহত গৈ অসীমত দুয়ো মূৰ লগ লাগে। হয়তো আততায়ীৰ অবৰ্ণনীয় পাপৰ কালিমাৰ আগত মহাত্মাৰ নিষ্কলুষ জীৱন আৰু উজ্জ্বল কৰি তোলাই আনন্দময়ৰ ইচ্ছা! সঁচাকৈয়ে—his death has been as incredible as the man he was.'

বিশ্বৰ জেউতি হৰণ কৰা এই ঘটনাৰ এমাহ-ডেৰমাহমান পাছত এদিন সদিয়া এয়াৰ মেইলত পঠিওৱা ন্যাস পৰিষদৰ হিচাপ-পৰীক্ষক কোম্পানীৰ জি. সান্যালৰ এটা পোস্টকাৰ্ডে ক'লেহি (কাৰ্ডটোত সান্যালে তাৰিখ দিয়া নাছিল, আৰু তাত লগোৱা ওপৰঞ্চি টিকটে লৈতে ডাকঘৰৰ তাৰিখৰ চাব বহা অংশ কোনোবা নিগনিয়ে আন সাঁচি ৰখা বহুতবোৰ চিঠিৰ সেই অংশৰ লগতে একৰাই লৈ গ'ল বাবে চিঠিৰ তাৰিখ সঠিক ক'ব নোৱাৰিলো) যে মই প্ৰথম শ্ৰেণী পাই এম্.এ. পৰীক্ষাত উঠিছো।

সেইবাৰৰ আমি চাৰিজন পৰীক্ষাৰ্থীৰ এজন (নবীনচন্দ্ৰ গোস্বামী) দ্বিতীয় শ্ৰেণীত, এজন তৃতীয় শ্ৰেণীত উত্তীৰ্ণ হ'ল, আৰু এজন হ'ল অনুত্তীৰ্ণ। পৰীক্ষাৰ এই খবৰৰপৰাও কিন্তু বিশ্ববিদ্যালয়ৰ নিয়োগৰ ক্ষেত্ৰত মোৰ দৰ নাবাঢ়িল, একো লাভ নহ'ল। নহ'ল কিন্তু ভালেই হ'ল। 'বঞ্চিত করে বাঁচালে মোরে।' কাৰণ, তেতিয়া লাভ হোৱা হ'লে মোৰ বোধ হয় আজি অন্য পৰিচয়হে হ'লহেঁতেন। তিব্ৰিটো। পোৱাত শুভাৰ্থী আৰু বন্ধুসকলৰ 'অন্তৰে হৰিষ' হ'ল। বেণুধৰ শৰ্মাই (৭ ব'হাগ ১৮৭০) সুমলীয়া জীয়েকৰ বিয়ালৈ মতাৰ ছলতে জনালে 'অ', আশাৰ অনুৰূপে কৃতিত্ব লাভ কৰাত শলাগৰ শৰাই।' যতীন্দ্ৰ-নাথ দুৱৰাই ইতিমধ্যেই কলিকতাৰ ভয় লগা পৰিস্থিতিৰ বাবে সেই ঠাই এৰিছিল শিৱসাগৰৰ ঘৰ বুলি। কিন্তু তাত তেওঁক অসুখে পোৱাত ডিব্ৰুগড়লৈ যাব লগীয়া হ'ল চিকিৎসাৰ বাবে। মোৰ পৰীক্ষাৰ খবৰটোৰে মই তালৈকে এখন চিঠি দিলো। উত্তৰত তেওঁ লিখিলে :

P. O. Sibsagar
(Assam)
Dated, 6.5. 1948

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন মই ইয়াতহে পালোঁহি। ডিব্ৰুগড়লৈ যোৱাৰ কাৰণ হয়তো তুমি জানিবই পাৰিছা। আকৌ সাতদিনমানৰ মূৰতে এবাৰ দেখুৱাবগৈ লাগিব। বৰ্ত্তমানে 85% মান ভাল পাইছোঁ। আশা কৰোঁ বাকীও লাহে লাহে ভাল হৈ আহিব। তাৰ পাছত মোৰ মৰম আৰু আশীৰ্ব্বাদ লবা আৰু সঁচাকৈয়ে ভাল পাইছো তুমি প্ৰথম বিভাগত কৃতকাৰ্য্য হোৱা দেখি। মোৰ শেহলৈকে ধাৰণা আছিল যে তুমি ইংৰাজীতহে M.A. দিছা বুলি।

পিছত বেতিয়া এখন কাগজ বৰ প্ৰশংসা কৰা দেখি বিবিহঁতে চাব খোজাত দেখুৱালত ক'লে যে 'ছাবৰ কাগজ'; তাতো বিশ্বাস কৰা নাছিলো—তাৰ পাছত ছুলালক দুটামান প্ৰশ্নৰ উত্তৰ পঢ়াই শুনোৱাত আৰু মোৰ বৰ ভাল লাগিছে বুলি কোৱাত তেতিয়াহে তোমাৰ কথা কৈছে। অৱশ্যে নম্বৰ আগতে পঠোৱা হ'ল। আকৌ কওঁ যে ঈশ্বৰে তোমাক ভালে কুশলে ৰাখক আৰু অসমীয়া ভাষাৰ হকে কাম-কাজ কৰিবলৈ সামৰ্থ্য দিয়ক এয়ে প্ৰাৰ্থনা।

মই তোমাক ডিব্ৰুগড়লৈ মাতিছিলো মোৰ নিজৰ সম্বন্ধে দুটা-মান কথা সুধিবলৈ। ....[এইখিনিৰপৰা কথাখিনি Strictly Confidential বুলি জনোৱাত ইয়াত বাদ দিলো।]...

কি কৰিলো কি নকৰিলো ভাবিবৰ মন নাই। সপোনত হেৰা পোৱা ধন দিঠকত কোনে ক'ত পালে,/কল্পনাৰ মায়াকাননত কিনো বীণ কোনেনো বজালে./জীৱনৰ বিয়লি বেলিকা আজি তাৰ নকৰোঁ বিচাৰ,/মাৰ যক অন্তৰতে যত সুখ-দুখ আশা-নিৰাশাৰ। এতিয়া মোৰ Wordsworthৰ line কেইটা ৰৰকৈ মনত পৰিছে: To be a prodigal's favourite then worse truth,/A miser's pensioner—behold our lot!/O Man, that from thy fair shining youth/Age might but take the things youth needed not." নহয় জানো?

চিঠিখন বোধ হয় বলিয়ালিৰ দৰে হল—দায়-দোষ নধৰিবা। ইয়াৰপৰাই বুজিছা মনৰ অৱস্থা কেনে। আশা কৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

## পুনৰেৰ ৰামগিৰিত /খ

মোৰ আন এখন চিঠিৰ উত্তৰত দুৰ্বাই লিখিলে :

P.O. Sibsagar
(Assam)
Dated, 21.5.1948

মৰমৰ মহেশ্বৰ,

মই মাজতে চিকিৎসাৰ কাৰণে আকৌ এবাৰ Dibrugarhলৈ যাব লগীয়া হৈছিল। তাৰপৰা আহিয়েই তোমাৰ চিঠিখন পালোঁ আৰু পাই বৰ বং পালোঁ। তোমাক অতিকৈ আপোন বুলি ভবাৰ কাৰণে মনৰ কথা সকলো মুকলি কৰি লেখিছিলোঁ। মনৰ অৱস্থা সিমান ভাল নথকাৰ কাৰণে কিবাবোৰ লেখিছিলোঁ হ'ব পায়। যাওক বাৰু সেইবোৰ কথা।....

[এই চিঠিতো Confidential বাবে কিছু কথা বাদ দি ছপাত।]...

মই তোমাক অসমীয়াত M.A. দিবলৈ মানা কৰাৰ কাৰণ হৈছে যে আমাৰ তাৰ মানুহসকলে অসমীয়াত M.A. দিয়াটো ভাত খোৱাৰ পাছত তামোলৰ মুহুদি বুলি ভাবি যিহকে পাই তাকে লেখে। সিবাৰ এজনে Matric বা I.A. ল'বাই অসমীয়া লেখাৰ দৰে লেখিছিল, সকলোৱে হাতকে fail হ'ল। তাৰ উপৰি তুমি অসমীয়াত Second Class পোৱাহেঁতেন, মই অতিকৈ বেজাৰ পালোঁহেঁতেন —হয়তো বলেৰে আকৌ এবাৰ Englishত দিয়ালোঁহেঁতেন। তোমাৰ mysticism আৰু Boswellৰ

Johnsonৰ Life সম্বন্ধে লেখা প্ৰশ্নকেইটা মোৰ বৰ ভাল লাগিলে। তুমি মাথোন Boswellৰ Lifeৰপৰা দুই-চাৰিটা quotation দি তোমাৰ কথাবিলাক বুজাব লাগিছিল—অকণমান আভাস দি থোৱাহেঁতেন বোধ হয় অতি সুন্দৰ হ'লহেঁতেন। Mysticism লেখোঁতে ৰবৰ্টলৈৰ অকল 'ৰহতৈ লিগিৰী'ত সমাপ্ত নকৰি আন-বিলাকৰ সম্বন্ধে দুই-চাৰি আষাৰমান (যদিও সামান্য) কোৱাহেঁতেন বোধ হয় আৰু ভাল হ'লহেঁতেন।— যাওক ঈশ্বৰে তোমাক Ist Class দিয়ালে তাৰ কাৰণে তোমাৰ ইংৰাজী সাহিত্যত যথেষ্ট জ্ঞান থকা।........ তোমাৰ 'অতীন্দ্ৰিয়বাদ'টো মোক আকৌ লিখি দিব লাগিব। মৰম লবা। দিগ দিয়াৰ কাৰণে বেয়া নেপাবা। ঈশ্বৰে মঙ্গল কৰক।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

আন এজন পৰীক্ষক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱেও আকৌ সমালোচক জন্তৰ কাকতিৰ বিষয়ে প্ৰশ্নৰ উত্তৰত লেখা মোৰ কথাখিনি নকলকৈ ৰাখিবলৈ খুজিছিল। সি যি হওক, ফাৰ্ষ্ট ক্লাছ হ'লো, মই'লো, 'ৰামগিৰি'ৰ ভক্তাপোচতে দিনবোৰ আগ বাঢ়ি গৈ থাকে বৰ লাহে লাহে। আগৰ কেয়োজনেই তাৰ বাসিন্দা। তাতে বহি বহি কেতিয়াবা কিবা লিখোঁ, কেতিয়াবা বং আৰু লেখনী লৈ কিবা-কিবি ছবি আকোঁ।— 'প্ৰকৃতি-পুৰুষ'খন ল'ৰাকলীয়া বন্ধু সুন্দৰমোহন ৰবৰ্টলৈয়ে লৈ গৈ ভাৰৰ নাট্য মন্দিৰৰ জেওঁৰ সঙ্গীত বিদ্যালয়ৰ বেৰত আৰি থৈছিলগৈ, তাৰ পাছত সি কেনিবা নিকদেশ হ'ল; 'বাপু আইৰে'খন 'আগলীত মৰা' কিন্তু 'জেউতি:চৰা' মহাত্মাজীৰ সম্বিত বদন, তাকো মই ৰাখিব নোৱাৰিলো, কোনে

নিজে জানো! সত্যপ্ৰসাদ বৰুৱাই মোৰ "ভাৰতৰ সিপাৰে ধুনীয়া দেশ" ছপাই উলিয়াবলৈ লোৱাত তাৰ বাকলি-পাতৰ ছবিখন আঁকিলো; সেইখনৰ বাবেই Statesman Pressঅৰপৰা ব্লক কৰাই আনিছিল। ভভ্ৰুপৰি বেণুধৰ শৰ্মাৰ "সাতাৰুৱা হাল"ৰ ভেতৰ প্ৰথম তাঙৰণৰ বাকলি-পাতৰ বাবেও এটা স্কেচ্ কৰি দিছিলো। এই-বোৰ স্কেচৰ বাবে বাৰুই উপহাৰ দিছিল দুখন পুথি with love & hatred বুলি লিখি। মোৰ উপদেশত তৰুণ শিল্পী শশ বায়-বৰুৱায়ো দুখনিমান চিত্ৰ কৰিছিল। এনি-তেনি কাম-কাজৰ খবৰ কৰিছিলো। শ্বিলঙৰ অধ্যাপক কেশৱনাৰায়ণ দত্তৰ যত্নত St. Anthony's Collegeৰ অধ্যক্ষই জুলাইৰ পৰা কাম দিব পাৰে৷ বুলি এখন চিঠি দিছিল; কিন্তু তালৈ যাব নোৱাৰো বুলিহে জনাব লগীয়া হ'ল। গতিকে সেই সময়ত বিনা পইছায় 'সাহিত্য কৰা'ই মোৰ 'পেছা' হৈছিল—হেম বৰুৱাৰ "পছোৱা"ত আৰু অ'ত ত'ত। আমাৰ সাহিত্যিকসকলৰ লগতো আদান-প্ৰদান কৰিছিলো আৰু সিসকলৰ প্ৰবন্ধ পাতিৰ আগ-গুৰি ধৰিছিলো তাৰ মাজতে। Shrijut Maheswar Neog M. A./ Hilpukhuri Uzanbazar/ Gauhati ঠিকনাত বেণুধৰ শৰ্মাৰপৰা এটা লেখাই হৈতে পোৱা এখন চিঠি:

চাৰিং
১৮।১০।৪৮

মহেশ্বৰ নেওগ,

এইখন পঠালো৷—সবাজবিকৈ লেখি। খণ্ডৰ অনেকত বিহকে আছিল, তাকে লেখিলো। তুমি চাই-চিতি সদ্ব্যৱহাৰ কৰিবা। "অসমীয়া"লৈ পঠিয়াব পাৰিলে ভাল। মোৰ লগত "অসমীয়া"ৰ কাৰবাৰ নাই।

তুমি বোলে পিয়লি, মণিৰাম (নাটক) আৰু ৫৭ চালৰ এটা সমালোচনা লিখিছা। ভাল পাইছো শুনি।

পিয়লিৰ ফাঁচী হৈছিল ১৮৩০ চনত। শ্ৰীযুত কৰুণাকান্ত দত্তই (প্ৰফেচৰ) Journal of the Kamrup Anusandhan Samitiৰ যোৱা সংখ্যাত এটা প্ৰবন্ধ লিখিছিল। তেতিয়া Cooper চাহাব Judicial কমিছনাৰ আছিল। পঞ্চায়তত বিচাৰ হৈছিল দেশদ্ৰোহীক ফাঁচী হ'ব লাগে বুলি। কিন্তু David Scottৰ approval নোহোৱাকৈ ফাঁচী দিব নোৱাৰি। ইতিমধ্যে Neufville মৰি থাকিল। মণিৰাম দেৱান তেতিয়া বৰপঞ্চায়ত-সৰুপঞ্চায়তৰ চিৰস্তাদাৰ (interpreter) আছিল। কিতাপখন proscribe কৰাৰ লাগে। "মণিৰাম দেৱান" নাটখন proscribe কৰিবলৈ যোৰহাটৰ-পৰা representation গৈছে। মৰম লবা।

ইতি

তো

শ্ৰীবেণু

"মণিৰাম দেৱান" নাটকখন পঢ়িবলৈ পোৱাই নাই। ইন্দীবৰ চিৰস্তাদাৰৰ 'জীৱনাদৰ্শ'খনত ভালেমান অমূলক আৰু কল্পিত কথা থকা বাবে সেই সময়ত Text-book Committeeএ কিতাপখন নামঞ্জুৰ কৰিছিল।

'ফাঁচীৰ আগ দিনা মণিৰামে দিয়া চিঠিখনো মিছা বুলিয়ে প্ৰমাণ হৈছে। ১৮২৫ৰপৰা ১৮৩০লৈকে জয়সাগৰ পুখুৰীপাৰতহে কাছাৰী বহিছিল। হৰনাথ ডাবোগা আছিল ১৮৫৭ চালত, ১৮৩০-চনত নহয়।'

২৪ অক্টোবৰ তাৰিখে এটা কাৰ্ডত মণিৰাম-পিয়লীৰ বিতৰ্কৰ বিষয়ে "সমালোচনা এটা 'অসমীয়া'ত দিবই লাগে। নহ'লে শিক্ষ-

সাগৰ-যোৰহাটত বৰ বদনাম হৈছে” বুলি লিখি শৰ্মাই সকীয়াই দিছিল।

কটন কলেজত উদ্ভিদবিদ্যাৰ এম্.এছ্.ছি. খোলাৰ সিদ্ধান্ত কৰি প্ৰফেছৰৰ নিয়োগ দিছিল ছৰকাৰে। অসমীয়া আৰু অৰ্থনীতিৰো সেই কলেজতে শিক্ষক-নিয়োগৰ বাবে আয়োজন চলিল। আনসকলৰ লগতে মঘো লেকচাৰৰ পদৰ বাবে দৰ্খাস্ত কৰিলো। কিন্তু মূৰকত ছৰকাৰে এই তিনিওটা বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী গুৱাহাটী বিশ্ববিদ্যালয়লৈ এৰি দিবলৈ স্থিৰ কৰিলে। বিশ্ববিদ্যালয়ৰপৰা আন বিষয়ৰ লগতে অসমীয়াৰ প্ৰফেছৰ, ৰিডাৰ আৰু লেকচাৰাৰ একোজনকৈ বিচাৰি জাননী দিলে। ডক্টৰ কাকতি ছাৰে সহায় কৰি লিখোৱা নিয়োগৰ বাবে মোৰ আৱেদন দাখিল কৰিলো। হ’ব লগা লেকচাৰাৰ সম্পৰ্কে পোনতে অলপ খেলি-মেলিৰ খবৰ শুনা গৈছিল। কিন্তু ৮ নৱেম্বৰ ১৯৪৮ তাৰিখে উপাচাৰ্য সন্দিকৈ ডাঙৰীয়া, ডক্টৰ সূৰ্যকুমাৰ ভূঞা আৰু কালিৰাম মেধিৰে গঠিত প্ৰাৰ্থী-বাছনি সমিতিয়ে প্ৰফেছৰ-ৰূপে ডক্টৰ বাণীকান্ত কাকতিৰ, ৰিডাৰ-ৰূপে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ আৰু লেক্চাৰাৰ-ৰূপে মোৰ নাম ওপৰত দি কাৰ্য পৰিষদলৈ নিয়োগৰ পৰামৰ্শ দিলে—ৰিডাৰ আৰু লেকচাৰাৰ পদৰ বাবে দ্বিতীয় একোটি নামো ৰাখি। সন্দিকৈদেৱে কাৰ্য পৰিষদত (Executive Council) পৰামৰ্শাৱলী উত্থাপন নকৰাকৈয়ে আমাক ১ ডিচেম্বৰ ১৯৪৮ তাৰিখে কামত যোগ দিবলৈ নিয়োগ পত্ৰ দিয়ালে।

ইতিমধ্যে ১৩ নৱেম্বৰৰ দিনা উত্তৰ কামৰূপৰ জালাহত হোৱা কামৰূপ ট্ৰাইবেল স্টুডেণ্ট্ছ কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশনৰ সাংস্কৃতিক বিভাগৰ সভাপতি-ৰূপে নিমন্ত্ৰণ পাই যাব লগীয়া হৈছিল। মূল সভাখনৰ সভাপতি ডা' ভুৱনেশ্বৰ বৰুৱা ডাঙৰীয়া। মই তেওঁৰ লগতে এখন জিপ গাড়ীত উঠি জালাহত সভা কৰিবলৈ যাবলৈ

ঠিক কৰিলো। আগদিনা তেওঁ ক'লে যে পুৱা ঠিক পাঁচ বজাত মই তেওঁৰ ঘৰ (তেতিয়া তেওঁ উজান বজাৰত জজ যোগেন্দ্ৰনাথ বৰুৱাৰ ঘৰৰ সমুখত এটা ভাৰা-ঘৰত আছিল) পাবগৈ লাগিব, তাৰ পাছত ঠিক ছাবে পাঁচ বজাত 'কনকনে ঠাণ্ডায় আমাদের যাত্রা হবে শুরু।' বৰুৱাদেৱে ডেকাইঁতক সদায় সোৰোপা, অকামিলা বুলি গালি পাৰি থাকে। মই কিন্তু তেওঁৰ ঘৰৰ বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে ভিতৰত পুৱাৰ ঘড়ীয়ে টং টংকৈ পাঁচটা কোব মাৰিলে আৰু মই দুৱাৰত পাঁচটা ঠোকৰ মাৰিলো মৃদুকৈ। লগে লগে ডাঃ বৰুৱা উঠি আহিল "ঠিক আছা ডেকা" বুলি। তেওঁৰ লগতে নিশাটোৰ লঘোনটো চাহ-জলপানেৰে ভাঙি ছাবে পাঁচ বজাত জালাহ-যাত্ৰা আৰম্ভ কৰিলো। যেতিয়া জালাহ পালোগৈ, আমাৰ দুইৰে চুলিত বাটৰ ধূলিৰ কৃপাত যেন থিয়েটাৰ-ভাওনাৰ ভীষ্ম-দ্ৰোণৰ পলিত কেশৰহে সজ্জা। বাটত যাওঁতে ডাক্তৰ ডাঙৰীয়াই হাঁহি-মাতি দুই-এটা নিজৰ-পৰৰ কাহিনীও শুনালে। মাজতে ক'লে, 'তুমি মোৰ লগত আহিছা, বৰ ভালেই হৈছে। মোৰ আকৌ সভাত দীঘলীয়া বক্তৃতা নোলায়েই। অলপমান ক'লেই বক্তব্যৰ ওৰ পৰে। সভাখন চমুতে সামৰণি পৰে।' সেইদিনা পিছে মোৰ কথা কোৱাটো তেওঁৰ সভাখনৰ শেষতহে হ'ব লগীয়া। তেওঁ কৈ গ'ল, 'এবাৰ কিন্তু মোৰ লগত এজন বক্তাক লৈ গৈছিলো। তেওঁক নি যি বিপদতহে পৰিছিলো!' নিজৰ কথা সোনকালে চাঁচ পৰাৰ ভয়ত বৰুৱাদেৱে বোলে সেইবাৰ এজন দেশকৰ্মীক লগতে লৈ গৈছিল যাতে সভাখন দুটামান কথাৰে কিছু পৰ 'জমাই' ৰাখিব পাৰে। সভাস্থলত দেশ-কৰ্মীজনক কথাৰ ক'বলৈ উঠিবলৈ কৈয়ে মনত এটা ভাব খেলোৱাত বৰুৱাই সুধিলে, 'তুমি কিহৰ বিষয়ে ক'বা, জানাতো?' 'অ, মই ঐক্যতাৰ বিষয়ে ক'ম।' 'এঃ, সেইটো সভাৰ বিষয় নহয়হে।

১৯৪৫ৰ ৪ এপ্ৰিল তাৰিখে লোক-দেখনিয়াৰকৈ বিশ্ববিদ্যালয়ৰ বাবে সংগ্ৰহ অভিযান আৰম্ভ হৈছিল। সেইদিনাখনেই ৰবদলৈ আৰু পৰিষদৰ আন এজন সদস্য ৰোহিণীকুমাৰ চৌধুৰী লগ লাগি গুৱাহাটী মাৰোৱাৰী ব্যৱসায়ী সম্প্ৰদায়ৰপৰা ডেৰ লাখ টকা বিচাৰে। তাৰ পিছদিনাখনেই লুনকৰন সোহনলালৰ গান্ধীৰপৰা ২৫,০৬০ টকাৰ এটি দান ন্যাস-পৰিষদৰ ভিক্ষা-পাত্ৰত পৰেহি। সেইদিনাই ছুয়োজন নেতা নগাঁৱলৈ যাত্ৰা কৰে আৰু ছুদিনৰ ভিতৰত নগদ আৰু প্ৰতিশ্ৰুতি ধৰি ত্ৰিছ হাজাৰ টকাৰ দান সংগ্ৰহ কৰে, আৰু গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, তিনিচুকীয়া আদি অঞ্চল ভ্ৰমণ কৰেগৈ। এই সময়তে এই সমস্ত অঞ্চলত গুৱাহাটী বিশ্ববিদ্যালয় পৰেক উদ্‌যাপিত হয়। এপ্ৰিল-মেই এই ছুমাহৰ ভিতৰত ৫,৮০ ৯৫২ টকাৰ দানৰ প্ৰতিশ্ৰুতি আৰু নগদ ১,৫৭,৭০১ টকা সংগৃহীত হ'ল। ন্যাস-পৰিষদে আশা কৰিছিল ডিচেম্বৰ মাহৰ ভিতৰতে ত্ৰিছ লাখ টকাৰ পুঁজি হৈ যাব। সি অবাস্তৱ আশা নাছিল। প্ৰকৃততে, ৩১ জুলাইৰ ভিতৰত জিলা সংগ্ৰহ-সমিতি আদিৰ জৰিয়তে ৩,৪৩,৪২১ অনা পৰিষদৰ পুঁজিত পৰিছিলহি।

কলিকতাৰ অধিবক্তা প্ৰভুদয়াল হিমৎসিংকাই (পিছত ৰাজ্য সভাৰ সদস্য) প্ৰস্তুত কৰি দিয়া ন্যাস দলিলখন গ্ৰহণ কৰি পৰিষদে পঞ্জীয়ন কৰাই ল'লে আৰু ৩১ জুলাইত ৰবদলৈদেৱৰ এখন আবেদন প্ৰকাশ কৰি পুনৰ সংগ্ৰহৰ কাম পূৰ্ণোদ্যমে লগাৰ কথা ভবা হ'ল। তেতিয়া ভৰ বাৰিষা। বৌদ্ধ ভিক্ষুসকলৰ দৰে যেন পৰিষদৰো বৰ্ষাবাস পৰিল। ৰবদলৈদেৱো পুনৰ লাহে লাহে প্ৰদেশখনৰ নানা ৰাজনৈতিক সমস্যাৰ মাজত সোমাই পৰিছিল। জিলা সমিতিবোৰৰ যোগে সংগ্ৰহৰ কাম চলি আছিল যদিও, আমি ভাবিলো, আকৌ খৰাদিন অহাৰ লগে লগেহে পুনৰ পূৰ্ণোদ্যম আহিব। সেই মাহৰ মাজ ভাগতহে ইতিমধ্যে নিৰ্বাচিত কথকদিন আলি আহমদ চাহাবে

পৰিষদৰ সচিব পদ গ্ৰহণ কৰিবলৈ সম্মতি জনায়। তেতিয়া কিন্তু বিশ্ববিদ্যালয় আন্দোলনৰ প্ৰথম উৎসাহ কিছু শাম কাটি গৈছিল। গতিকে ডাঙৰ ৰূপত সংগ্ৰহৰ আন্দোলন এটা নতুনকৈ গঢ়ি তুলিব লগীয়া হৈছিল। সকলোৱে অহা খৰালিলৈকে এতিয়া বাট চোৱা হ'ল। গতিকে এতিয়া মোৰ কাম হ'ল ইতিমধ্যে সংগৃহীত ধন সংগ্ৰাহকৰ হাতৰপৰা সমিতিবোৰৰ হাতলৈ আৰু সমিতিবোৰৰ হাতৰপৰা পৰিষদৰ হাতলৈ ঠিকে-ঠাকে আহিছেনে, সেইটো চাই ফুৰা। নহ'লে সচৰাচৰ দেখা যায়, অলপমান আওহেলাতে বাজহুৱা কাৰ্যত সংগ্ৰহ কৰা ধন দাতাই দিলেও, বিধতাই তাক বিচাৰি নোপোৱা হয়। ৰৰদলৈয়ে এই বিষয়ত সাৱধান হ'বলৈ মোক পোনতেই সকীয়াই দিছিল। গতিকে অসমৰ ঘাইকৈ জিলা সমিতিবোৰৰ কাৰ্যস্থললৈ গৈ এই বিষয়ত তদাৰক কৰা মোৰ ডাঙৰ কাম হৈ পৰিছিল। এই বিষয়ত কিন্তু জিলা সমিতিবোৰৰ সম্পাদকসকলে সাগ্ৰহ সহযোগিতা দান কৰিছিল আৰু সিসকলৰ দুই-এজনে মোক নিজৰ ঘৰতে দুদিনলৈ আতিথ্য দি আপ্যায়িত কৰিছিল আৰু হিছাপ পত্ৰৰ লেখীয়া কটুৰ কামটোও মোৰ বাবে মধুৰ কৰি তুলিছিল। সমিতিবোৰে হিচাপ দাখিল কৰিবৰ কাৰণে মই ফৰ্ম বা প্ৰপত্ৰ তৈয়াৰ কৰি দিছিলো। অৱশ্যে অনেক সময়ত সমিতিৰ হিচাপৰ স্টেটমেণ্টো মই নিজে গৈহে তৈয়াৰ কৰি ল'ব লাগিছিল, কাৰণ সকলো সেই বিষয়ত অভ্যস্ত নহয় বা সকলোৱে তেনেকুৱা লেকাট লাগি কৰিব লগীয়া কাম কৰি ভালো নাপায়। কিন্তু এই কথাটো সন্তোষেৰে ক'ব পাৰো যে সকলো সমিতিৰে হিচাপ শেষলৈকে পৰিষ্কাৰ কৰি আনি হিচাপ পৰীক্ষকৰ হাতত দিবহি পাৰিছিলো। মাথোন এখন জিলাৰ কিছু সংগ্ৰাহকৰ হাতত থকা এটকীয়া, পাঁচটকীয়া কিছু কুপনৰ বহী বানপানীয়ে আধা-আধি নষ্ট কৰাত সংগ্ৰাহকৰ উক্তিৰ ওপৰতে ভিত্তি কৰি পৰিষদে হিছাপ গ্ৰহণ

কৰে। ডিব্ৰুগড় জিলা সংগ্ৰহ সমিতিৰ সম্পাদক জীৱনৰাম ফুকন, শিৱসাগৰৰ ভুবনচন্দ্ৰ সন্দিকৈ, যোৰহাটৰ অধ্যাপক তুলসীনাৰায়ণ শৰ্মা, গোলাঘাটৰ যদুনাথ শইকীয়া আৰু দৌলেশ্বৰ দত্ত, তিনিচুকীয়াৰ প্ৰেমধৰ ৰাজখোৱা, নগাঁৱৰ অধ্যাপক মহেশচন্দ্ৰ দেৱ গোস্বামী, গুৱাহাটীৰ চণ্ডীচৰণ বৰ্মন, তেজপুৰৰ হৰকান্ত দাস, শিলঙৰ লক্ষ্মীপ্ৰাণ চাংকাকতী আদি জিলা সম্পাদকসকলৰ আশাশুধীয়া যত্ন আজিও আনন্দেৰে সোঁৱৰেঁ। তদুপৰি অসমৰ বিভিন্ন স্থানৰ আৰু কলিকতা আদিৰ সৰু সৰু সংগ্ৰহ-সমিতিবিলাকৰ আত্ম-নিয়োগ স্মৰণীয়। বিভিন্ন ঠাইলৈ সংগঠনৰ কামত যাওঁতে, অনেকজন বন্ধুৱে আদৰ-যতনৰ কথাও আজি মোৰ সুখ-স্মৃতি। তেনে এটি স্মৃতি বহন কৰিছে নগাঁৱৰ অধ্যাপক মহেশচন্দ্ৰ দেৱ গোস্বামীৰ এই চিঠিকণে: 'আপোনাক মোৰ উৰুখা পঁজাত আলহী ৰাখি মই যিমানেই আনন্দ নাপাওঁ, আপুনি পোৱা অসুবিধাবিলাকৰ বাবে ভাবি বৰ দুখ লাগে। পিছে আপুনি তাত পৰাংমুখ নহয় দেখি আৰু নিজেই ঘৰুৱা হৈ পৰাত বৰ ৰং লাগিল। আমাৰ আশ্ৰমৰ আলহী হ'লেই, আশ্ৰমখন নিজৰ ভাবি চলিব জানিলেই সকলো অপায়-অসুবিধা আঁতৰে' (২৫ আগষ্ট ১৯৪১)। গোসাঁই তেতিয়া কলঙৰ পাৰৰ এটি ঘৰত থাকিছিল; গোসানী আছি তেতিয়াও 'গৃহিণী গৃহমুচ্যতে' কৰা নাছিল।

অলপৰ আগতেযে বৰ্ণালো, মাধৱ বেজবৰুৱাদেৱেৰে একেলগে মাজুলী ভ্ৰমণ কৰি অহাৰ কথা, তাৰ পাছতে তেওঁ বৰদলৈ ডাঙৰীয়াৰ লগত আৰু অকলেও আকৌ মাজুলী আৰু উজনিৰ আন ঠাইলৈও গ'ল, আৰু তাৰ পিছত কলিকতালৈ ঘূৰিল। কিন্তু তেওঁৰ মনটো সদায় ঘূৰি ঘূৰি অসমলৈকে আহি থাকিল। কলিকতা পায়ে মোলৈ এটা পোষ্টকাৰ্ডত লেখিলে:

203/21 Russa Rd. South
P.O. Tollygunge
21.5.45

মৰমৰ মহেশ্বৰ,

মই আহি পোৱাৰ প্ৰায় এসপ্তাহ হ'লহি। কামবিলাক এমাহৰো ওপৰ পৰি থকা বাবে এই এসপ্তাহ সেইবোৰতে গৈছে। কথকদিন চাহাব আহি পৰশুই পাই কালি দিল্লীলৈ গৈছে। মোৰ ইয়ালৈ কালি শ্ৰীযুক্ত অমিয় দাদক লগত লৈ আহিছিল। দিল্লীৰপৰা ঘূৰি আহিয়েই তেখেতে অফিচৰ ভাব ল'বগৈ। মই সকলো অৱস্থা বুজাই কৈছোঁ।

মোৰ বামুণজন (ললিত) মই আহি পোৱাৰ পিচদিনাখন দাৰ্জিলিং মেইলত পালেহি। সি ঘৰলৈ গৈছিল। এতিয়া তেও ৰক্ষা পাইছো। নবৌৱেৰাক মাকে তেজপুৰৰপৰা ঘৰকৈ মাতি পঠিওৱাত মছুৰীলৈ যোৱা ভাবনা এৰি দি তেজপুৰলৈ যোৱাই ঠিক কৰিছে। ময়ো তথাস্তু বুলিয়েই কৈছো—কাৰণ তেতিয়া হলে শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই আহোঁতে কৈ পঠিওৱাৰ দৰে ট্ৰাষ্ট বোৰ্ড আৰু মাজুলিৰ যাত্ৰাত মই তেখেতৰ লগত থাকিব পাৰিম।

তুমি এই চিঠি পায়েই শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ tour programme, ট্ৰাষ্ট বোৰ্ডৰ বৈঠকৰ দিন, সকলো মোক ঘূৰি ডাকত জনাবা। লগতে তোমাৰ চাৰকো জীয়েকৰ মাকৰ ঘৰলৈ যোৱা ইচ্ছাটো জনাবা। তেখেতৰ স্কুল বন্ধ হ'ব জুনৰ প্ৰথম সপ্তাহতে বোধ হয়। তেতিয়া জীয়েকক গুৱাহাটীৰপৰা তেজপুৰলৈ তেখেতেই নিব পাৰিব বোধ হয়। সেই কথাবাৰ কবা। কাৰণ মই সময় নেপাবও পাৰোঁ। তুমি এই চিঠিখনকে দেখুৱাব পাৰা।

তোমাৰ প্ৰবন্ধটো তপতে তপতে ছপাবলৈ দিলো—ছপা হৈছে। মই যোৱাৰ আগতে বাঁহী (মাহেকীয়া) ওলাব।

বিশেষ নাই। তাৰ সকলো খবৰ জনাবা। মই ট্ৰাষ্ট বোৰ্ডৰ তাৰিখ আৰু বৰদলৈৰ যাত্ৰাৰ কথা ভাবি আছো। সেইটো জানি-লেই মই বাওনা হোৱাৰ দিন ঠিক কৰি তোমাক জনাম। মৰম-চেনেহ লবা।

ইতি

তোমাৰ

শ্ৰীমাধৱ দাদা

মই ছাৰক (বসন্তকুমাৰ বৰুৱা) দিব লগীয়া বাৰ্ত্তা দিলো আৰু বেজবৰুৱালৈও বিচৰা বাতৰিখিনি পঠালো। বেজবৰুৱানী (ঊষা) মাকৰ ঘৰলৈ আৰু বেজবৰুৱা বিশ্ববিদ্যালয়ৰ কাম কৰিবলৈ অসমলৈ আহিল। ডেকা-বেজ বৰদলৈৰ লগত সংগ্ৰহ-ভ্ৰমণ কৰি কলিকতালৈ ঘূৰিল। নবৌ তেজপুৰতে ৰ'ল। সিফালে অসমৰপৰা যোৱাৰ পাছত মাধৱ দাদাৰ গা বেয়া হ'বলৈ ধৰে। ১৭ জুন ১৯৪৫ তাৰিখে বিশেষ জৰুৰী কথাৰে মোলৈ কাৰ্ড এটা লেখিছে; তাতে কৈছে, "মোৰ গা ভাল নহয়। জ্বৰৰ গাৰেই এই চিঠিখন লেখিছো। দুই-এদিনতে ভাল হ'ব বোধ হয়। তুষাৰ কান্তিৰ লগত অসমলৈ যোৱাৰ কথা আছে....।" কিন্তু তেওঁ অসমলৈ আৰু আহিব নোৱাৰে। জ্বৰ চলিয়ে থাকে। আগষ্টৰ শেহৰ ফালে অসুখ বেয়াৰ ফালে ঢাল লোৱাত খবৰ পাই নবৌ কলিকতালৈ ঘূৰিল। ছেপ্টেম্বৰ মাহত মই ন্যাস-পৰিষদৰ হিচাপ-পৰীক্ষক নিযুক্ত হোৱা কলিকতীয়া কাৰ্মখনক লগ ধৰি হিচাপ ৰখা পদ্ধতি আদি দেখুৱাই মতামত ল'বৰ বাবে কলিকতালৈ যাব লগীয়া হয়। তেতিয়া ২৭ তাৰিখে তেওঁক মই টলীগঞ্জৰ তেওঁৰ ঘৰত চাবলৈ গৈছিলো। অসুখ বেছি নাছিল যদিও তেওঁৰ বিছনাতে পৰি থাকিব লগীয়া অৱস্থা। সকবেপৰা বিখ্যাত মোহন নাইডুৰপৰা ব্যায়াম-

শিক্ষা কৰি নিয়মীয়াকৈ ব্যায়াম কৰা আৰু বিশ্ববিদ্যালয় আন্দোলনত হিল-দল ভাঙি ঘূৰি ফুৰা ডেকা-বেজৰ সেই অৱস্থা দেখি বৰ দুখ লাগিল। তেতিয়া তেওঁ মাদ্ৰাজৰ মদনপলীৰ চেনাটৰিয়ামলৈ যাবৰ কাৰণে যোগাৰ-জাতি কৰাই আছে। কিন্তু বিশ্ববিদ্যালয়ৰ কাম কিছু দিন শাঁত পৰি থকাত তেওঁৰ মনত শান্তি নাই, তেওঁ যেন নিজে আহি সকলোৰে টোপনি ভাঙি জগাই দিবহি, ক'বহি, "সময় পাৰ হৈ গৈ আছে, চোৱাঁ, আমাৰ বিশ্ববিদ্যালয় এতিয়াও হোৱা নাই।" কিন্তু অক্টোবৰ মাহৰ শেহৰ ফালে তেওঁ মাদ্ৰাজৰ আৰোগ্যৱৰম চেনাটৰিয়ামলৈহে যাব লগীয়া হ'ল শৰীৰত ৰাজৰোগ লৈ। আৰোগ্যৱৰম পালেই যেন তেওঁ আৰোগ্যলাভ কৰিব বিশ্ববিদ্যালয়ৰ কাম কৰিবলৈ---মুহূৰ্তে মুহূৰ্তে তেওঁ তাকে আশা কৰি গ'ল।

আনফালে বিশ্ববিদ্যালয় আন্দোলন পৰি থোৱাৰপৰা পুনৰ তুলি আনিবৰ উপায় নহ'ল। প্ৰতিবাৰেই সেই কথা ভবাৰ লগে লগে কামটো পিছুৱাই দিয়াৰ কাৰণহে ওলায়। আমাৰ beginner of activities বেজবৰুৱা ৰোগ-শয্যাত। বিৰিঞ্চিকুমাৰ বৰুৱাও লণ্ডন বিশ্ববিদ্যালয়লৈ গ'ল ডক্টৰেট কৰিবৰ কাৰণে। তেওঁৰ ঠাইত অধ্যাপক সুৰেশচন্দ্ৰ ৰাজখোৱা সহকাৰী সম্পাদক নিযুক্ত হ'ল। বছৰটোৰ (১৯৪৫) শেহৰ ফালে দেশৰ ৰাজনৈতিক পৰিবেশে নতুন ৰূপ ল'বলৈ ধৰিলে। নতুন বছৰৰ আৰম্ভণিতে সাধাৰণ নিৰ্বাচনৰ সম্ভাৱনাই দেখা দিলে। বৰদলৈ ডাঙৰীয়া, ফখৰুদ্দিন চাহাব, সকলোৰে দৃষ্টি সেইফালে নিবদ্ধ হোৱাটো স্বাভাৱিক। নিৰ্বাচন আহিল ২১ জানুৱাৰী ১৯৪৬ তাৰিখে। ন্যাস পৰিষদৰ কাৰ্যালয়ত কাম প্ৰায় নোহোৱাৰ দৰেই হৈছিল কাৰণে ময়ো শিৱসাগৰলৈ গলো, মোমাইৰ জী এজনীৰ বিয়া খালো, আৰু বিমলাপ্ৰসাদ চলিহাৰ বিধান সভাৰ পদ-প্ৰাৰ্থিত্বৰ হকে দুদিনমান ঘূৰিও দিলোঁ। বাণমুখ, দিহাংমুখ, নাজিৰা

আদিত। নিৰ্বাচনৰ পৰিণাম বাহিৰ হ'ল। ফখৰুদ্দিন চাহাব জিকিব নোৱাৰিলে, হাৰিল। বৰদলৈৰ কংগ্ৰেছী মন্ত্ৰিদল ঘোষিত হ'ল ১০ ফেব্ৰুৱাৰীৰ দিনা। পিছত ফখৰুদ্দিন চাহাবক অসমৰ এডভোকেট-জেনেৰেল কৰা হ'ল। বৰদলৈয়ে চৰকাৰ গঠন কৰাত সকলোৰে এটা ভাব হ'ল যে এতিয়া ৰাইজৰপৰা ধন নুতুলিলেও হ'ব, চৰকাৰেই বিশ্ববিদ্যালয় কৰি দিব। আমি কিন্তু এই চিন্তাধাৰাক সমৰ্থন নকৰি আকৌ ৰাজহুৱা উচ্ছাস জগাই তুলিবৰ চিন্তা কৰিলো। শেহত উজনি অসমৰ যোৰহাটত দ্বিতীয় এক গুৱাহাটী বিশ্ববিদ্যালয় কনভেনশ্যন পতাৰ সিদ্ধান্ত কৰা হ'ল। সেই অৰ্থে মোকে প'াচি-লত মই যোৰহাটলৈ গৈ ৩১ মৰ্চত এখন ৰাজহুৱা সভা কৰি জেহিৰুদ্দিন আহমদ চাৰক সভাপতি আৰু ৰাজেন্দ্ৰনাথ বৰুৱা (অধি-বক্তা) আৰু গৌৰীনাথ বৰকটকীক যুটীয়া সম্পাদক কৰি এখন অভ্যৰ্থনা সমিতি গঠন কৰিলোগৈ। ২১ এপ্ৰিল তাৰিখে পাছবেলা জগন্নাথ বৰুৱা কলেজৰ সৰ্বানন্দ ভৱনত কনভেনশ্যন বহিল। বৰদলৈ ডাঙৰীয়া সভাপতিৰূপে আছিল। দুদিনৰ আগতে যোৰহাটলৈ গৈ ফখৰুদ্দিন চাহাবে সম্পাদকৰ ভূমিকা ল'লেগৈ। কিন্তু সভাত প্ৰথম কনভেনশ্যনৰ আগ্ৰহ বা চিন্তা একো দেখা পোৱা নগ'ল। প্ৰতি-নিধিও মাথোন ছজন নে সাতজনহে উপস্থিত আছিল। সভাত লাভৰ ভিতৰত মাথোন হ'ল—আলি আহমদে সক্ৰিয়ভাৱে সম্পাদকৰ কামত লাগিম বুলি ৰাইজক কথা দিলে আৰু সেই উদ্দেশ্যে ন্যাস পৰিষদৰ কাৰ্যালয় গুৱাহাটীৰপৰা খিলঙলৈ (য'ত তেতিয়া বৰদলৈ, আহমদ দুয়োজনৰে স্থিতি) তুলি নিয়াৰ চিন্তাও ব্যক্ত কৰিলে। সভাত মাধৱচন্দ্ৰ বেজবৰুৱাৰ প্ৰতি মৰম আৰু শ্ৰদ্ধা থকা লোক-সকলৰ তৰফৰপৰা এটা প্ৰস্তাৱ উঠিছিল যে ন্যাস-পৰিষদে তেওঁৰ চিকিৎসাৰ কাৰণে অৰ্থ-সাহায্য আগ বঢ়োৱা এটি সজ কাম হ'ব। কিন্তু সেই প্ৰস্তাৱ গ্ৰহণ কৰাত অসুবিধা হ'ব বুলি তাক গ্ৰহণ

কৰা নহ'ল। কিন্তু সভাস্থলত সভাপতি বৰদলৈদেৱে বিশ্ববিদ্যালয়ৰ সম্পৰ্কত বেজবৰুৱাৰ আত্মোৎসৰ্গৰ কথা সুঁৱৰি সেমেকা ছুটি চকু লৈ ক'লে, বিশ্ববিদ্যালয়-প্ৰতিষ্ঠাৰ হকে দিন-ৰাতি ওৰেও পৰিশ্ৰম কৰাই মাধৱৰ কাল হৈছে। সেয়ে সঁচা হ'ল। আৰোগ্যৰমৰ আস্পতালত দুৰাৰোগ্য ৰোগত ক্ষণে ক্ষণে ভুগি থকিও ডেকা-বেজে বিশ্ববিদ্যালয়ৰ কথাকে জপি থাকিল। আমাৰপৰা কি কাম হৈছে সেই বিষয়ে চিঠি-পত্ৰ নাপালে তেওঁ নবৌৰ হতুৱাই আমালৈ চিঠি লিখায়। আটাইতকৈ করুণ যেন লাগে—তেওঁৰ শেহ চাপি আহিছে বুলি ভাবি বুকুৰ বিষত চেণ্ডালুটি পাৰি থকা অৱস্থাত বৰদলৈলৈ চিঠি লিখে, বিশ্ববিদ্যালয় হৈ উঠা তেওঁ দেখা নাপালে; শেহত বিশ্ব-বিদ্যালয়ৰ হকে তেওঁ কাম কৰিব নোৱৰাও হ'ল; এইহে আছিল তেওঁৰ ভাগ্যত; এতিয়াও তেওঁৰ আত্মা সুখী হ'ব যদি তেওঁৰ জীৱনৰ শেহ সম্বল বাঁহী প্ৰেছটোকে হ'ব লগা বিশ্ববিদ্যালয়ে নিজৰ কৰি লয়। চিঠিখন পঢ়ি বৰদলৈ বৰ গহীন হ'ল। থোকা-থুকি মাতেৰে ক'লে, ব্যক্তিগত চিঠিখন যেন মই ন্যাস কাৰ্যালয়ৰ কাগজৰ লগত পঞ্জীবদ্ধ নকৰোঁ, কাৰণ এটা ৰাজহুৱা অনুষ্ঠান এটা পৰিয়ালৰ শেহ এটি সম্বলো আনন্দ-মনেৰে গ্ৰহণ কৰিব পৰাৰ জোখাৰে নিৰ্দয় হ'ব নালাগে। সিফালে ১৯ অক্টোবৰ ১৯৪৬ তাৰিখে আৰোগ্য-ৰমত মাধৱ কন্দলিদেউৰ অশান্ত আত্মা নশ্বৰ দেহা এৰি আকাশত বিলীন হ'ল। বিশ্ববিদ্যালয়ে তেতিয়াও এক অস্তিত্ব হৈ কিন্তু ৰূপ লৈ উঠিব পৰা নাই।

# বৰপট্টাশালিৰ খুঁটা-চাঁতি, বুৰা-মাৰলি /ঘ

বিশ্ববিদ্যালয় গঢ়িবলৈ ধন তোলা আগৰণ চেবেমা পৰি আছিল। ১৯৪৬ ছনটো তেনে উমা লোৱা অৱস্থাতেই আৰম্ভ হ'ল। ২১ এপ্রিল তাৰিখে যোৰহাটত বহা দ্বিতীয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ কনভেনশ্যনত কথকন্দিন ছাহাবে উত্থাপন কৰা ১৯৪৫-৪৬ ছনৰ হিচাপৰ খতিয়ানমতে ৩১ মাৰ্চ তাৰিখলৈকে বিশ্ববিদ্যালয়ৰ পুঁজিত পৰা ধনৰ পৰিমাণ হ'ল ৪,৭৮,৮৮৩ টকা ছঅনা। ইয়াৰ ভিতৰত দান-ৰূপে পোৱা ধন প্রকৃত পক্ষে ১৯৪৫ৰ প্রথম কেইটামাহৰ সংগ্রহ-আন্দোলনৰ ফল মাত্র। তাৰ পিছত কৰোঁ বুলিও পুনৰ কাম আৰম্ভ কৰা হৈ নুঠে। কিন্তু এই সময়ত আন কেইটামান আৱশ্যকীয় কথালৈও দৃষ্টিপাত কৰিব লগীয়া হৈছিল। সেইকেইটা কাৰ্য হ'ল— ভৱিষ্যত বিশ্ববিদ্যালয়ৰ বাবে মাটি লোৱা, বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ কৰি ভাৰত চৰকাৰৰপৰা অৰ্থৰ অনুদান পাবৰ যত্ন কৰা আৰু বিশ্ববিদ্যালয় অধিনিয়ম বা আইনৰ খচৰা বা বিল তৈয়াৰ কৰা এইকেইটা বাহিৰৰ আন্দোলন-আলোচনা নোহোৱাকৈও কাৰ্যালয়কে কেন্দ্র কৰি কাগজে-কলমে কৰিব পৰা কাম। ডেকা-ৰেজ তেতিয়া আৰোগ্যৰৰমৰ যক্ষা-চিকিৎসালয়ত যদিও তেওঁ তাতো অনবৰত বিশ্ববিদ্যালয়ৰ কথাকেহে ধ্যানে-জ্ঞানে জপি আছিল। ডিচেম্বৰ, জানুৱাৰী মাহৰ মাজত লেখা এখন চিঠিত তেওঁ বিশ্ববিদ্যালয়ৰ আঁচনিৰ কথা লেখিছে: তেওঁৰ গা ভাল হ'লেই দক্ষিণ ভাৰতৰ বিশ্ববিদ্যালয়বিলাকৰপৰাও খবৰ-খাবাৰ লৈ আঁচনিৰ সমল গোটাই লৈ আহিব। কিন্তু তেওঁ ভাবিব নোৱাৰে যে সেই অৱস্থা আৰু তেওঁ নাপায়।

বছৰৰ শেষ দিন
SW 44. U. M. T. Sanatorium
P. O. Arogyabaram

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পাই বৰ বং পালো। বিশ্ববিদ্যালয়ৰ বুলেটিনখনৰ কথাও বুজিলো। কিন্তু ইমানদিনে নোলোৱাটো বৰ বেয়া হৈছে। কেতিয়াবাই ওলাব লাগিছিল। পলম হয় বুলিয়েই মই তোমালোকলৈ পঠিয়াই দিলো। নহলে মোৰ প্ৰেছতে ছপাই দিব পাৰিলোহেঁতেন। তুমি তাগিদা দি সোনকালে ছপাই উলিওৱা। মই সুৰেশলৈকো লেখিছো। বিশ্ববিদ্যালয়ৰ কাম চেঁচা পৰিবলৈ নিদিবা—এফালে নহয় এফালে চলাই থাকা। মই ভাল হৈ ঘূৰি যাওঁতে এইফালৰ বিশ্ববিদ্যালয়কিটাৰ পৰা কিজানি বহুত materials for scheming লৈ যাব পাৰিম যেনে—Mysore, Travancore, Madras, Annamalai, Andhra, Utkal, etc. দৰ্কাৰ পৰিলে Bombay, Nagpurও নিব পৰা যাব। তালৈকে যি যি বিষয়ৰ materials (particulars) লাগে তাৰ এটা outline কৰি থবা। মই কিজানি March-April মানত যাব পাৰিম। শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ কাণ চোৱাই থবা—যদি দৰ্কাৰ যেন দেখে তেন্তে মই সোমাই যাব পাৰিম হবলা।

মোৰ গা ভাল পাই আহিছো। এটাইকেইটা A.P.এ কৃতকাৰ্য্য হৈছে। যোৱা সপ্তাহত ৪ পাউণ্ড ওজন বাঢ়িছে। মুঠতে অসমীয়া ৰাইজৰ আশীৰ্ব্বাদ আৰু ভগবানৰ কৃপাত সোনকালেই ভাল হৈ যাব পাৰিম বুলি ভাবিছো।

নতুন বছৰৰ মৰম-চেনেহ লবা আৰু সকলোটিকে দিবা। বিশেষ নাই। ইতি

তোমাৰ
মাধৱদাদা

মাৰ্চ-এপ্ৰিলত ঘৰলৈ ঘূৰা মিছা আশাতহে পৰিণত হয়। শৰীৰ বাৰে বাৰে ভাগি পৰে। তাৰ মাজতো আমাৰ কামৰ খবৰ পালে মনটো উলাহি উঠে আৰু আমাৰপৰা চিঠি পাই নাথাকিলে বৰ বিমৰ্ষ হৈ পৰে। এই প্ৰসংগত বেজবৰুৱানীৰ তলৰ চিঠিখনি পঢ়িব লগীয়া :

Arogyavaram P. O.
26.9.46

প্ৰিয় নেওগ,

আপোনাৰ চিঠি আৰু ইউনিভাৰ্চিটি সম্পৰ্কীয় কাগজ পাই বৰ ভাল পাইছো। বিশেষকৈ মাধৱদাদাৰা বৰ 'খুচী'। তেওঁক সেই বিষয়ে অলপমান neglect কৰা যেন পালে, বোধ কৰোঁ পেটে পেটে অভিমান হয়। সেয়েহে, কোনোবাই অলপ খবৰ-খাটি দি থাকিলে ভাল পায়।

যাহওক, আপোনাৰ অৱস্থা সকলো বুজিছোঁ। তথাপি university ৰ সম্পৰ্কে সামান্য অলপ কাম-কাজ হলেও, তেওঁলৈ জনাই থাকিলে বোধ কৰোঁ ভাল পাই থাকিব।

তেওঁৰ শৰীৰেহে দেখোন বিশেষ improvement দেখুৱা নাই। অৱশ্যে ৬ মাহৰ আগৰ crisis অতকৈ ভাল। কিন্তু on the whole দেখোন একো উন্নতি কৰিব পৰা নাই। দুদিনমান ভালে থাকে, আকৌ কিবা এটি আহি ওলায়হি। এইদৰেই এবছৰ গ'ল। বেয়া দিন বা গ্ৰহ বোধ কৰোঁ পাৰ হোৱা নাই। সি যি কি নহওক. ইয়াৰ climate এও তেওঁক suit নকৰিব পাৰে; বহুতকে নকৰে। জ্বৰ আদি সকলো প্ৰায় একেই বুলিব লাগে।

তেওঁৰ ককায়েক বোধ কৰোঁ অলপতে শ্বিলঙলৈ আহিব। তেখেতৰ পৰাই সকলো বুজিব। তেখেতে আপোনাক লগ ধৰিবৰ কথা আছে।

বিশেষ একো নাই। মন বৰ ভাল নহয়—নানানটা চিন্তাত। তথাপি স্ফূৰ্তি কৰিয়েই আছো। উপায় নাই। শ্ৰদ্ধা।

বিঃ

উঃ বেঃ

যদিও ন্যাস-পৰিষদৰ কাৰ্যালয় এতিয়া প্ৰায় নিমাওমাওৰ দৰেই হৈ পৰিছিল, ভিতৰি লেখা-পঢ়াৰ কাম আগ বাঢ়িছিল। বৰদলৈ আৰু আলি আহমদ দুয়ো এতিয়া শ্বিলঙত থকা কাৰণে কাৰ্যালয় শ্বিলঙলৈ স্থানান্তৰিত কৰাৰ কথা আলি আহমদ চাহাবে ২১ এপ্ৰিলৰ যোৰহাটৰ কন্‌ভেন্‌শ্যনতে উল্লেখ কৰিছিল। ৩ জুন তাৰিখে তেওঁৰ শ্বিলঙৰ কেন্‌ছেছ ট্ৰেচৰ কাষৰ বাসভৱন (ভাবাঘৰ) আপাৰ ইলাইছিয়ামত ন্যাস-পৰিষদৰ কাৰ্যপালিকাৰ অধিৱেশন বহিল। সেইখন সভাত সদস্যসকলৰ বাহিৰেও বিষ্ণুৰাম মেধি, অমিয়কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী আৰু সিদ্ধিনাথ শৰ্মাও উপস্থিত আছিল যাতে চৰকাৰ পক্ষৰ লোক বিশ্ববিদ্যালয় বিষয়ত বিশেষভাৱে সজাগ হ'ব পাৰে। এতিয়া যিহেতু কাগজ-কলমৰ কামেই প্ৰধান হৈ উঠিছিল, কাৰ্যালয় শ্বিলঙলৈ তুলি নিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু জমিৰ কথা চিন্তাৰ বাহিৰেও বিশ্ববিদ্যালয়ৰ আঁচনি আৰু ইউনিভাৰ্ছিটি বিল প্ৰণয়ন কৰাৰ চিন্তা কৰিবলৈকে থিবাং কৰা হয়। বৰদলৈ ডাঙৰীয়াই যদিও প্ৰতিশ্ৰুত দান-বৰঙণি আদায় কৰা আৰু নতুন দান সংগ্ৰহ কৰাৰ দিহা কৰিব লাগে বুলিছিল, পৰিষদৰ কালৰপৰা নগৰে-নগৰে ঘূৰি কাম কৰিব পৰা নেতা-স্থানীয়

লোকৰ অভাৱত (বৰদলৈদেৱতো প্ৰধানমন্ত্ৰী-ৰূপেই অতিশয় ব্যস্ত, কথকদ্দিন ছাহাবো এডভোকেট-জেনেৰেল হিচাপে নিজৰ কৰ্তব্যত আবদ্ধ, মাজে মাজে মাথোন সৰ্ব-ভাৰতীয় কংগ্ৰেছৰ কাৰ্যপালিকাৰ বাবে দিল্লী আদিলৈ গৈ আছিল) সেই কাম হাতত লোৱা নহ'লগৈ। ২৭ জুলাই তাৰিখে কমাৰ্চিয়েল কেৰিইং কোম্পানীৰ সৌজন্যত মাল-মটং লৈ কাৰ্যালয়টিৰে শ্বিলঙলৈ উঠি গ'লো আৰু তাতে চৰকাৰৰ পাব্লিচিটি ডিপাৰ্টমেণ্টৰ কাষৰে চৰকাৰী এটা কোঠাত থানিকা পাতি বহিলোগৈ। সেই বিভাগৰ ডাইৰেক্টৰ ঈশ্বৰপ্ৰসাদ চৌধুৰী মাতলৈ-বোললৈ বৰ সহায় হ'ল আৰু আৰু সেতিয়া সহকাৰী ডাইৰেক্টৰ (হ'বপায়) মুনীন বৰকটকীয়ে দুদিন পিছতে মোৰে একে কোঠাতে অফিচ পাতিলে।

ন্যাস-পৰিষদৰ হৈ জুলাই মাহত বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী আৰু প্ৰাক্তন শিক্ষাধিকাৰ জি. এ স্মল ছাহাব গোট খাই গুৱাহাটী, পলাশবাৰী পথৰ দুয়ো কাষৰ উত্তৰ জালুকবাৰী, মাজ জালুকবাৰী, সদিলাপুৰ, কছাৰীগাৱঁগাঁও আৰু দেহানগাৱঁগাঁও, এই পাঁচখন গাঁৱৰপৰা মুঠ দুহেজাৰ বিঘাৰ অলপ সৰহ মাটি (২,৩৩০ বিঘা) বিশ্ববিদ্যালয়ৰ স্থান ৰূপে নিৰূপণ কৰে। অৱশ্যে এই খবৰ ওলোৱাৰ লগে লগে এটা উথল-মাথল লাগে। মাটিপিৰিসকলৰ আপত্তি উঠাটো স্বাভাৱিক; কিন্তু জনা-বুজাসকলেও কৈ উঠে, ইমানখন মাটি বিশ্ববিদ্যালয় এটাকনো কিয় লাগে! তেওঁলোকে অৱশ্যে বিশ্ববিদ্যালয়ৰ পৰিসৰৰ কোনো ধাৰণা কৰিব নোৱাৰিছিল বাবেই কাগজে পত্ৰই এনে ওজৰ তুলিছিল। সেই আপত্তি খণ্ডন কৰিবৰ অৰ্থে মোৰ চিঠিৰ উত্তৰত সিংহল বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ আইভৰ জেনিংছে লেখা দীঘলীয়া এখন চিঠি আমাৰ কাকতবোৰত প্ৰকাশ কৰি দিয়া হয়। আনফালে বিশ্ববিদ্যালয়ৰ বাবে একুইজিশ্যন প্ৰেনত পৰা মাটিৰ পট্টাদাৰসকলৰ আপত্তি চৰকাৰ পক্ষৰপৰা কিছু শুনিব

লগীয়া হয় আৰু মুঠ একুইজিশ্যন প্লেনৰ বহুত মাটি তেওঁলোকক এৰি দিয়া হয়। অৱশ্যে এইটো কথা আঙুলিয়াই দিয়া হৈছিল যে মালব্যজীয়ে হিন্দু বিশ্ববিদ্যালয় নিৰ্মাণ কৰা সময়ত পঁচিছখন ভৰ গাঁৱকে উচ্ছেদ কৰিব লগীয়া হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাবে মাটি চোৱা, একুইজিশ্যন প্লেন কৰা আদি কামত চৰকাৰৰ ৰিকুইজিশ্যন অফিচাৰ যামিনীকান্ত চক্ৰৱৰ্তীয়ে প্ৰভূত সহায় কৰিছিল। সেই সময়ত বৰদলৈদেৱে ডবল লেংটি মাৰি চুৰীয়া কোঁচাই পিন্ধি আৰু হাতেৰে লাখুটি বাই, আৰু ময় ছাহাবে হাফ-পেণ্ট পিন্ধি হলং হলং কৰি খোজ কাঢ়ি আমাৰ লগত অঞ্চলটোত ঘূৰি ফুৰাৰ দিনবোৰৰ কথা এতিয়াও মনত পৰে। অফিচ শ্বিলঙতে হ'ল যদিও মই মাটিৰ কথাৰে সুৎ সুৎকৈ গুৱাহাটীলৈ নামি আহিব লাগিছিল আৰু প্ৰতিবাৰেই যামিনীকান্ত চক্ৰৱৰ্তীক লগ ধৰি সদিলাপুৰ-জালুকবাৰীত এপাক মাৰিব লগীয়া হৈছিল। জুলাইত চক্ৰৱৰ্তীয়ে আমাৰ কাৰণে একুইজিশ্যন প্লেন প্ৰস্তুত কৰিছিল। মাজে মাজে দুই বা একে আমাৰ ভূমি-অধিগ্ৰহণৰ কামত বিধি-পথালিয়ে নিদিছিল, এনে নহয়। আন কি আয়ুক্ত ছি. এছ. গানিং ছাহাবে এটা ওলোটা-ওভতা টোকা দি আমাৰ মাটিৰ বাবে আৱেদনকে ঘূৰাই পঠিয়াইছিল। মাজতে ৰেভিনিউ ডিপাৰ্টমেণ্টে কৈছিল, মাটিগিৰিসকলক পুনঃসংস্থাপন কৰিব নোৱাৰালৈকে আমি মাটিত ভৰি নিদিওঁ বুলি এখন মচুলুকা লেখি দিব লাগে! জালুকবাৰী-গাড়ীগাঁৱলৈ আহিলে অধিগ্ৰহণত আপত্তি কৰা লোকৰ বেজাৰৰ কথা শুনিব লাগিছিল। ক'ৰবাত সাম্প্ৰদায়িক উত্তেজনাৰ ভু পাই গৱৰ্ণৰেও বোলে উচ্ছেদ বন্ধ কৰিবলৈ কৈছিল।' যি কি হওক, ১৩ নবেম্বৰ ১৯৪৬ তাৰিখৰ "আসাম গেজেট"ত বিশ্ববিদ্যালয়ৰ মাটিৰ বাবে একুইজিশ্যন নটিফিকেশ্যন বাহিৰ হ'ল। একুইজিশ্যন প্লেনত ধৰা মাটিখিনিৰ অন্তৰ্গত ঘৰ-দুৱাৰৰ বাবে উৎকণ্ঠাখিনি তেতিয়া

সামৰিক বিভাগৰ দখলত। বিশ্ববিদ্যালয়ৰ আজিৰ ডাঙৰ ডাঙৰ ঘৰবোৰ সেই মাটিতে সজা হৈছে। সেইখিনি ঠাই সামৰিক দখলৰ বাবে ৰিকুইজিশ্যন কৰা আছিল; যামিনীকান্ত চক্ৰৱৰ্তীৰ উপদেশ-মতে সেইখিনি ডিৰিকুইজিশ্যন কৰা হোৱাৰ আগতে বিশ্ববিদ্যালয়ৰ নামলৈ আনিবৰ যত্ন কৰা হয়। এই বিষয়ত বাধা-বিঘিনি কিছু ঘটিছিল; কিন্তু স্মল ছাহাবৰ মধ্যস্থতাত সামৰিক বিভাগৰ কুকৰা-নখৰ চাবৰ ঢিল পৰিল আৰু শেহত ২৬ ছেপ্টেম্বৰ তাৰিখে এই জোখৰপৰা এশ একৰ (৩৫০ বিঘামান) মাটিৰ দখল ন্যাস পৰিষদৰ হৈ মই চম্‌জি লওঁ। সেয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ মূল ভেটি-মাটি। বিশ্ববিদ্যালয়ৰ মাটিত থকা চক্ৰেশ্বৰ আৰু কালশিলা পাহাৰ দুটাৰ গাতে লগা ঠাইবোৰকে ধৰি এই অঞ্চলটোত মিলিটেৰিৰ নিউ গ্ৰীন্‌উইচ্‌ কেম্পটো আছিল। তাৰ কেপ্টেইন এছ্‌. এফ্‌. লীক লগ পাইছিলোঁগৈ; চক্ৰৱৰ্তীৰে কেম্পটো চাইছিলোঁগৈ। সেইখিনিৰে এডোখৰ ওখ মাটি খানি বহুতবোৰ মানুহৰ মূৰ উলিওৱা হৈছিল পিছত; সম্ভৱতঃ সেইবোৰ ৰজাদিনীয়া যুদ্ধৰ বেলা 'মঠাডাং বন্ধা'ৰ অৱশিষ্ট চিন। এইদৰে সেই মাটিত বুৰঞ্জীয়ে তৰপ পাতিছিল।

আজিতে আকৌ দেৰেশ্বৰ শৰ্মা ডাঙৰীয়াই এটা বাদ-প্ৰতিবাদৰ মূৰ মেলে। সেইদিনাখন পৰিষদৰ অফিচ কৰি মোৰ থকা ঠাই আৰ্ল ছেনিটৰিয়ামলৈ ঘূৰিছো। বাটতে ৱাৰ্ড লেকৰ হাতীপিঠীয়া দলংখনৰ ওপৰত উঠোঁতেই তেওঁৰে দেখা হ'ল। 'কিহে ডেকা ল'ৰা, তোমালোকৰ ইউনিভাৰ্ছিটি হ'বনে নহয়?' 'ছাৰ, কিয় নহ'ব? আমাৰ মাটি-বাৰী লোৱা ঠিক হৈ গৈছে নহয়।' 'ক'ত? ক'ত লৈছানো মাটি?' মই ক'লো, পাণ্ডুৰ ভাটীত জালুকবাৰী আদি গাঁৱত ছুহেজাৰৰ ওপৰ সংখ্যাৰ বিঘা মাটি অধিগ্ৰহণৰ দিহা হৈছে। 'তেইখনতনো মাটি কিচাৰিবলৈ তোমালোকক কিহে পাইছিলহে? Young man, for Heaven's sake, have some imagi-

nation. সেইবোৰ মাটি লুইতে খহাই শেষ কৰিব। ব'বাঁ, মই কাগজলৈ লেখোঁ।' তেওঁ লেখিলেও হয় ২৬ জানুৱাৰী ১৯৪৭অৰ Assam Tribune কাকতত। মানুহৰ মাজত বিমৰ্ষ ভাব এটা হ'ল। সেই সময়ত দিল্লীলৈ যোৱা ৰবদলৈ খিলঙলৈ ঘূৰাৰ পথত গুৱাহাটীত সাংবাদিকসকলে জুমুৰি দি ধৰিলে, কিয় এনে বিপদজনক ঠাইত মাটি লোৱা হ'ল বুলি। ৰবদলৈয়ে দৃঢ় স্বৰে ক'লে, যোৱা এশ বছৰে সেই মাটিৰ এচাহিও লুইতে খানি নিয়াৰ বুৰঞ্জী কাৰো হাতত নাই আৰু সেই মাটিকেই বিশ্ববিদ্যালয়ৰ বাবে সোনকালে দখল কৰা হ'ব। সিমানতে অৱশ্যে সন্দেহটোৰ ওৰ পৰিল। বাদ-বিতণ্ডা আৰু নহ'ল।

১৯৪৭ৰ প্ৰাৰম্ভৰপৰা বিশ্ববিদ্যালয়ৰ আঁচনি আৰু বিলৰ বিষয়ে চিন্তা আৰু কৰ্ম কাৰ্যকৰীভাৱে আগ বাঢ়ে। আলি আহমদ ছাহাবৰ বিশেষ পৰিচিত বুলি কলিকতাৰ ইম্পিৰিয়েল লাইব্ৰেৰিৰ (পিছত নেশ্যনেল লাইব্ৰেৰি) গ্ৰন্থাগাৰিক আছাদুল্লাৰ জৰিয়তে বিশ্ব-বিদ্যালয়-বিষয়ক বিভিন্ন গ্ৰন্থ আনি আলি আহমদ ছাহাবৰ পৰামৰ্শ অনুসৰি পঢ়োঁ আৰু টোকা কৰোঁ—আব্ৰাহাম ফ্লেক্সনাৰৰ Universities—American, English and German (OUP), মিন্নেছটা বিশ্ববিদ্যালয়ৰ প্ৰেছিডেন্ট লটাছ ডি কফ্‌মেনৰ The State University: Its Work and Problems, পি. শেষাদ্ৰিৰ The Universities of India (Humphry Milford), ইত্যাদি। ভাৰতৰ সকলো বিশ্ববিদ্যালয়লৈকে চিঠি দি সিসকলৰ কেলেণ্ডাৰ, বিশ্ববিদ্যালয় আইন (Act, Statute) আৰু আন যাৱতীয় খবৰ সংগ্ৰহ কৰোঁ। ইতিপূৰ্বে ডক্টৰ সূৰ্যকুমাৰ ভূঞাই তৈয়াৰ কৰা 'আসাম বিশ্ববিদ্যালয়'ৰ আঁচনিও ছবকাৰৰ ঘৰৰপৰা উলিয়াই চাওঁ। প্ৰায়বিলাক ভাৰতীয় বিশ্ববিদ্যালয়েই নিজৰ কাগজ-পত্ৰ খবৰ-বাতৰি বৰ আগ্ৰহেৰে আমালৈ পঠিয়াইছিল। সিসকলৰ

পৰীক্ষা কৰি সংকলনটো গ্ৰহণ কৰিলে। পিছে ঘাই শাক মৰলীয়া বিশ্ববিদ্যালয়ৰ সংকট আহিল। নিৰ্মাণ সমিতিৰ হাতলৈ ধনৰ ঘাই ক্ষমতাবোৰ গ'ল। পুঁজি ক্ষীণ হৈ পৰিল। মোক বাহিৰৰ প্ৰকাশৰ বিচাৰিবলৈ অফিচৰপৰা ইংগিত দিয়া হ'ল। সেইমতে ১৩ ছেপ্টেম্বৰ ১৯৫১ তাৰিখে মই শিক্ষামন্ত্ৰী অমিয়কুমাৰ দাস ডাঙৰীয়াক লগ ধৰাত বহুত বিচাৰ-বিমৰ্ষৰ পাছত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে কিতাপখন উলিওৱাটো ঠিক হ'লগৈ ১৯৫৪ত। কিন্তু নানা কেৰো-ঘেঁচোৰ পিছত অসম চৰকাৰৰ প্ৰেছলৈ কিতাপখন গ'ল ১৯৬৪তহে। প্ৰেছে ৬৭২টা গীত ছপাও কৰিলে। কিন্তু অসম-মেঘালয়-বিভাজনত যেতিয়া চৰকাৰী প্ৰেছ চুফাল হ'ল, সেই সময়ত পুৰাতত্ত্ব বিভাগৰ অধিকৰ্তাৰ আওহেলাৰ ফলত ছপোৱা কিতাপৰ এই অংশ, ভূমিকা আৰু শব্দপঞ্জীৰ প্ৰেছ-কপি সকলো হেৰাল। চৰকাৰক বহুতবাৰ খুন্দিওৱাৰ ফলত কোনোমতে বৈ যোৱা গীতখিনিৰ এটা প্ৰুফৰপৰা ১৯৮১ চনৰপৰা কিতাপখন পুনৰ ছপাখানাত দিয়া হৈছে। চৌত্ৰিছ বছৰে নোলোৱা কিতাপ ওলাব কোন কালে? বিশ্ববিদ্যালয়ৰ প্ৰকাশন-ব্যৱস্থা আৰু অসম চৰকাৰৰ এটা বিভাগৰ প্ৰকাশন-উদ্যোগৰ এনে লজ্জাকৰ ব্যৱস্থা!!

এদিনাখন ডক্টৰ কাকতিয়ে ক'লে, 'বিশ্ববিদ্যালয়ৰপৰা কেইবাটাও খণ্ডত ইংৰাজীত এখন অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰকাশ কৰিব লাগে। তুমি এখন আঁচনি কৰা।' আঁচনি কৰিবলৈ কিমান বেলা লাগিছে! প্ৰস্তুত আঁচনিখন ছাৰে ভাল বুলিলে। দুদিনমান পাছত পিছে ছাৰে ক'লে, 'বিশ্ববিদ্যালয়ৰ সকলো কামত ভুল ধৰা সমা-লোচক ওলাবলৈ ধৰিছেহে! আধুনিক যুগৰ সাহিত্যৰো বুৰঞ্জী কৰিব লাগিলেযে আমাক মানুহে কি নকৰিব! টকা-পইছাৰ কথাটো টান পৰিছে। কি হয়, চাওঁ ৰ'বা।' শেহত কাৰ্য-পৰিষদে ডক্টৰ কাকতিক সাধাৰণ সম্পাদক কৰি Aspects of

Early Assamese Literature উলিয়াবৰ সিদ্ধান্ত কৰিলে। আমিও আটাইবোৰে প্ৰবন্ধ লিখিলোহঁক। কিন্তু পুথিখনৰ চূড়ান্ত ৰূপ দিয়া সময়তে ছাৰৰ মৃত্যু ঘটিল। ছাৰৰ মৃত্যুৰ পিছতহে কিতাপ-খন ওলায়—আমাৰ বৃহৎ আঁচনিৰ ক্ষুদ্ৰ ফল-স্বৰূপে। Calcutta Review আদিত ভাল সমালোচনা প্ৰকাশ পালে তাৰ। ১৯৪৯ৰ এপ্ৰিলত উপাচাৰ্যই মোক বিশ্ববিদ্যালয়ৰ কেলেণ্ডাৰ সংকলন কৰাৰ দায়িত্ব দিয়ে। সেই কাম কৰি থাকোঁতে দেখা পাইছিলো তেওঁকেনেকৈ কামটোৰ সূক্ষ্মতম কথাবোৰৰ ওপৰতো দৃষ্টি ৰাখে। কেলেণ্ডাৰৰ উপ-উৎপাদন-ৰূপে বিভিন্ন পৰীক্ষাবোৰৰ পাঠ্যক্ৰমবোৰৰো প্ৰথম ৰূপটোইও প্ৰস্তুত কৰি ছপোৱা হৈছিল। অসমীয়া বিভাগৰ শিক্ষক-ৰূপে আমি তিনিৰ (কাকতি, বৰুৱা, মই) ওপৰত প্ৰৱেশিকা পৰী-ক্ষাৰ অসমীয়া গদ্য আৰু পদ্য পুথি সংকলন কৰাৰ দায়িত্ব পৰিছিল। বিশ্ববিদ্যালয়ে এই কাম হাতত লোৱাত ইতিমধ্যে পাঠ্য-ৰূপে থকা পুথিৰ গ্ৰন্থকাৰ প্ৰকাশকৰ মাজত এটা ক্ষোভ সৃষ্টি হৈছিল। আন কি, আমাৰ পদ্য-বাছনিত ল'বলৈ ৰঘুনাথ চৌধুৰী আতাই নিজৰ কবিতা নিদিওঁ বুলিলেয়ে নিদিলেই। বিশ্ববিদ্যালয়ে কিন্তু নিজৰ চিন্তা অনুসৰি ইণ্টাৰমিডিয়েট পৰীক্ষাৰ গদ্য-পদ্য বাছনি আৰু স্নাতক শ্ৰেণীৰ বাবে "প্ৰবন্ধাৱলী" নামৰ সংকলনো প্ৰকাশ কৰিলে। সমান্তৰালভাৱে ইংৰাজী, সংস্কৃত বিষয়ৰো কিতাপ ওলাল। ১৯৫৪ৰ মেই মাহত "চন্দ্ৰকান্ত অভিধান"ৰ মূল দাতাৰ ফালৰপৰা কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ ইচ্ছা আৰু নতুন দান অনুসৰি বিশ্ববিদ্যালয়ত এখন সমিতি গঠন কৰি (ডক্টৰ সূৰ্যকুমাৰ ভূঞা সভাপতি, ডক্টৰ বৰুৱা সম্পাদক, অতুলচন্দ্ৰ হাজৰিকা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, মই আৰু সত্যেন্দ্ৰনাথ শৰ্মা) অভিধানৰ দ্বিতীয় সংস্কৰণ প্ৰস্তুত কৰিবলৈ লোৱা হ'ল; মোক আৰু শৰ্মাক সমিতিৰ অধীনে অভিধানখন সংশোধনৰ ভাৰ দিয়া হয়। কামটোত কেইবাৰছৰো লাগিল।

১৯৬৩ চনৰ ২০ জানুৱাৰীতহে ভূঞা ছাৰৰ সভাপতিত্বত হোৱা এখন সৰু সভাত সমিতিৰ সম্পাদক-ৰূপে ডক্টৰ বৰুৱাই অসম সাহিত্য-সভাৰ প্ৰধান সম্পাদক মোৰ হাতত প্ৰথম কপিটো অৰ্পণ কৰে। সন্দিকৈদেৱে কামটোৰ বাবে মোকহে প্ৰশংসা কৰিলে।

তেতিয়াৰ দিনত বিশ্ববিদ্যালয়ৰ শিক্ষকসকলৰ দৰমহা বৰ সৰহ নাছিল। আন কি, প্ৰথম চাকৰিৰ জাননীত লেক্‌চাৰাৰ নিৰিখ ১৭৫ টকাতহে আৰম্ভণ কৰি ধৰা হৈছিল। কিন্তু প্ৰথম নিয়োগ-বিলাকৰ আগতে সেই দৰ্মহাৰ আৰম্ভ ২৫০ টকাৰপৰা ধৰি দিয়া হয়। তথাপি বিবৰ্ধমান বজাৰ দৰৰ বাবে আমি প্ৰথমৰেপৰা দৰ-মহাৰ নিৰিখ উন্নতি কৰাৰ বাবে আবেদন-নিবেদন কৰিব লগীয়া হৈছিল। মোৰ আয়ৰ মাত্ৰা বঢ়াবৰ কাৰণে অৱশ্যে কৰ্তৃপক্ষৰ ফালৰপৰাই মোক জুন ১৯৪৯ৰপৰা আই. কম্ শ্ৰেণীত অংশকালীন লেক্‌চাৰাৰ আৰু ৮ জুন ১৯৫১ৰপৰা বি. টি. হোষ্টেলৰ ৱাৰ্ডেন নিযুক্ত কৰি দিছিল। ইফালে, নৱেম্বৰ ১৯৪৯ৰপৰা মই ৰেডিও আৰ্টিস্টৰ কাম এৰি দিওঁ কাকতি ছাৰৰ পৰামৰ্শত। সভা-সমিতি কৰি ঘূৰা অভ্যাসটি চলি থাকিল—বৰপেটা, গুৱালকুছি, দিগবৈ আদিত গুৰু দুজনৰ তিথি কৰা, ৰঘুনাথ চৌধাৰী কবিক লৈ শিৱসাগৰত বিহুমেলা কৰা (১৯৪৯) আদিৰেবাৰ। ১৮ জানুৱাৰী ১৯৫৩ত আকৌ হাজো মাধৱ-মন্দিৰত অনুসূচীত জাতিৰ প্ৰৱেশৰ দাবীৰ সভালৈ গৈছিলো। অম্বিকাগিৰি ৰায়চৌধুৰী আৰু বেণুধৰ শৰ্মাও। বাটত যাওঁতে নানান মেল। শৰ্মাদেৱে নিজৰ কিতাপ দুখনমান সভাস্থলতে বিক্ৰী কৰিবলৈ নিয়া কথা লৈ ৰায়চৌধুৰীদেৱে ধেমালি কৰে, 'অ', আপুনি হ'বপায় ভি. পি. হৈহে আহিছে?" সভাত বলীৰাম বিশ্বাসে অনুন্নত জাতিৰ আগৰ সংগ্ৰামৰ কথা কয়। ১৯২১ চনতে তেওঁ নৰ্মাল পাছ কৰি আহি এটা দল কৰি বলেৰে মন্দিৰত সোমায়। তেওঁলোকক বাধা দিয়াত মাৰ-পিট হয়।

পুলিছে বিশ্বাসক লগৰীয়াসকলৰে ধৰি নিয়ে। তুমাহকৈ আঠজনৰ কাৰাদণ্ড হয়। গুৱাহাটীৰ নামজাদা উকীলেও তেওঁলোকৰ পক্ষ সমৰ্থন কৰি মোকৰ্দমা নলৈছিল। পিছত হাই কোৰ্টৰ হুকুম হয় আবেলি দুই বজাত মাধৱৰ ভোগৰ পিছত অনুন্নতসকলৰ এঘণ্টালৈ প্ৰৱেশাধিকাৰৰ। তেতিয়া হাজো মানৱীয় অধিকাৰ সমিতি স্থাপিত হয়। ৰায়চৌধুৰী আৰু মই বিশেষকৈ ঈশ্বৰৰ ঘৰত ভক্তৰ প্ৰৱেশ-বাধাৰ নিন্দা কৰি কথা ক'লো। তেতিয়া মুখ্য মন্ত্ৰীৰ ভোট-কেন্দ্ৰ হাজো স্বাভাৱিকতে স্পৰ্শকাতৰ। গতিকে বিশ্ববিদ্যালয়লৈকে মোৰ পাছত চোৰাংচোৱা বিভাগৰ নানা অনুসন্ধান চলিছিল। সেই কালত চৰকাৰী চাকৰিয়ালসকলৰ লগত বিশ্ববিদ্যালয়ৰ পণ্ডিতেও নিৰ্বাচনৰ ডিউটি খাটিব লাগিছিল। বাৱন্ন চনত সেই দেখি মাধৱ বিল্ল খাৱে ৰঙিয়াৰ উপকণ্ঠৰ চিৰাখুন্দা নামে গাঁৱত নিৰ্বাচনী বিষয়া হৈছিলোগৈ। ত'ত ৰাজনৈতিক উষ্মা-চেতনা এৰো নাছিল। মুঠ ৪৫৪ জন ভোটাৰৰ ভিতৰত ১৬১জন ভোটাৰৰ মাথোন ভোট ক'মৰ শেহ মুহূৰ্ত হোৱাৰ লগে লগে চিল-লোহৰ মাৰি সামৰি লৈ লগৰ দুজন ভাৰীৰে সম্পত্তিখিনি কাঢ়ওৱাই পথাৰেদি পোন বাটে খোজ কাঢ়ি ছাৰে পাঁচ বজাৰ লগে লগে উপ-প্ৰতিসমাহৰ্তাৰ দপ্তৰত (অতুলচন্দ্ৰ বৰুৱা তেতিয়া তেওঁ বিষয়া তাত) বিষয়বাব গম্ জাই মুকলিমূৰীয়া হ'লো।

১৯৫০ চনৰ স্বাধীনতা দিৱসৰ দিনা আহিল উত্তৰ-পূব অঞ্চলত চানলীজোকৰা দিয়া প্ৰলয়ংকৰী ভূমিকম্প। গধূলি সময়ত দীঘলী পুখুৰীৰ ফালে ফুৰিবলৈ ওলাই গৈছো। পুখুৰীৰ পূব-দক্ষিণ চুক পাইছোগৈ। দেখা পালো, পুখুৰীৰ পানীবোৰ চুকটোলৈ উঠি আহিছে। চমকি ৰওঁতেই ওচৰৰপৰা উৰুলি, আৰাও শুনিবলৈ পালো। ৭-৪০ৰ পৰা ৭-৪৫লৈ প্ৰৱল জোঁকাৰণি হ'ল। লৰালৰিকৈ ঘৰলৈ ঘূৰিলো। ৮ বজাত, ১১.১৫, ২.১৫, ৩.১৫ আৰু ৩.৫০ত পুনৰ টান জোঁকাৰ আহিল। সৰু সৰু কঁপনিয়ে চলিয়ে

থাকিল চাৰিদিনমান। উজনি অসম খণ্ডত ক্ষয়-ক্ষতি অশেষ হ'ল। ওখ ঠাই তললৈ বহি গ'ল, চাপৰি ঠাই গছ গজাৰ দৰে ওপৰলৈ উঠি আহিল। মানুহৰ ঘৰৰ ভেটি, ৰাজআলি চিৰাল ফটাদি ফাটিল। লোহিতৰ সীমান্তত এটা পৰ্বতে দাবে দীঘে চিৰা মেলি তলৰ গাঁও এখন হেঁচা মাৰি ধৰিলে!

অসমৰ শিক্ষা সংস্কৃতিৰ জীৱনলৈও যেন তলৰ মাটি ওপৰ হ'বৰ দিন পৰিলহি। ১৬ ফেব্ৰুৱাৰী ১৯৪৯ ডক্টৰ ছাৰ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ অধ্যক্ষতাত বিশ্ববিদ্যালয় আয়োগে আহি আমাৰ বিশ্ববিদ্যালয় চালে। ডক্টৰ জন জে. টিগার্ট (এমেৰিকাৰ ফ্লৰিডা বিশ্ববিদ্যালয়ৰ সভাপতি), ডক্টৰ ডাফ (ইংলেণ্ডৰ ডাৰহাম বিশ্ববিদ্যালয়ৰ উপাচাৰ্য), ডক্টৰ কে. এন্. বাহ্‌ল, ডক্টৰ মেঘনাদ সাহা, অধ্যাপক নিৰ্মলকুমাৰ সিদ্ধান্তক লৈ ডক্টৰ ৰাধাকৃষ্ণণৰে আমিও চাহৰ মেজত বহিছিলো। জলখেল-পথাৰত মুকলি সভাত ৰাজহুৱা অভিনন্দন. উত্তৰত ছাৰ সৰ্বপল্লীয়ে বক্তৃতা কৰিলে। তেওঁৰ কথা জীৱনত সেই প্ৰথম শুনিলো। মাজতে মহাভাৰতৰ এটা শ্লোক লৈ তাৰ শব্দয় শব্দয় বগাই ভাৰতীয় ঐতিহ্যৰ পণ্ডিতৰ দৰে শিক্ষাৰ মনোৰম ব্যাখ্যা কৰিলে। সেই ৰাজহুৱা সভাতে স্থানীয় ৰাইজেও এক দেৱৰ দুৰ্লভ দৰ্শন লাভ কৰিলে—উপাচাৰ্য সন্দিকৈ ডাঙৰীয়াৰ। লক্ষ্যধৰ চৌধুৰীয়ে মোক ক'লে, 'নেদেখা, আপোনালোকৰ দেখোন বৰ ধুনীয়া ভাইচ-চেঞ্চেলাৰহে।' সন্দিকৈৰ নিমন্ত্ৰণতে ৰাধাকৃষ্ণন আকৌ এবাৰ আমাৰ বিশ্ববিদ্যালয়লৈ আহিল—৩ জানুৱাৰী ১৯৫১ত আমাৰ প্ৰথম সমাৱৰ্তনত প্ৰথম দুবছৰৰ (১৯৪৯, ১৯৫০) স্নাতকসকলক সম্বোধন কৰিবলৈ। প্ৰথম দুটা সমাৱৰ্তনত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ নেতৃত্বত গা চালক কাম কৰি বৰ আনন্দ লাভ কৰিছিলো—সাজন-পাৰণ আৰু সৰ্বজনক বহুৱা-মেলাৰ শৃংখলাত। দ্বিতীয় সমাৱৰ্তনৰ অতিথিজনো কম বিধৰ পুৰুষ নাছিল—ছাৰ লক্ষ্মণস্বামী মুদলিয়াৰ।

এই সময়তে আৰু এগৰাকী জগত-বৰেণ্য ভাৰতীয় গুৱাহাটীলৈ আহিছিল—ছাৰ ছি. ভি. ৰমন—কটন কলেজৰ সোণালী জয়ন্তীৰ অতিথি-ৰূপে (৬ ফেব্ৰুৱাৰী ১৯৫২)। আৰু কিমান সৌভাগ্যৰ কথা—২১ ফেব্ৰুৱাৰী ১৯৫৪ তাৰিখে ৰাষ্ট্ৰপতি ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদে জালুকবাৰীত বিশ্ববিদ্যালয়ৰ প্ৰথম সদন আৰু তাৰ পিছ বছৰত পণ্ডিত জৱাহৰলাল নেহৰুৱে প্ৰথম বিজ্ঞান সদনটি উদ্‌ঘাটন কৰিছিলহি। এইদৰেই আমাৰ বিশ্ববিদ্যালয় আকাশখন উজ্জ্বল উজ্জ্বল তৰাৰে একোটা সন্ধিয়ালৈ হ'লেও তাৰকিত হৈছিল। সন্দিকৈ ডাঙৰীয়াই বিভিন্ন বিষয়ত বিস্তাৰণ বক্তৃতাৰ আয়োজন কৰি আমাৰ লগত দুদিনলৈ হ'লেও থাকি যাতে ভাৰতীয় পণ্ডিতসকলে আমাক অনুপ্ৰেৰণা দি যাব পাৰে, তাৰ দিহা কৰিছিল। সেইসকল পণ্ডিতৰ ভিতৰত দক্ষিণ ভাৰতৰ প্ৰসিদ্ধ ঐতিহাসিক অধ্যাপক কে.এ. নীলকণ্ঠ শাস্ত্ৰীৰ সান্নিধ্য ভালে কেইদিনৰ বাবে পাইছিলো। তেওঁ তেওঁৰ দুপৰীয়া আজৰিৰ সময়ত আমাৰ বিভাগৰ উকথা ঘৰত বহি ডক্টৰ কাকতি আৰু আমি আনসকলেৰে কথন-মথন কৰিছিলহি। তেওঁক এবাৰ কামাখ্যাৰ নীলাচলৰ প্ৰাত্নতাত্ত্বিক সম্ভাৰ দেখুৱাবলৈ মই লৈ যাব লগীয়া হৈছিল। এটা মূৰ্তি দেখুৱালেই তেওঁ তাৰ ধ্যান মুখস্থ মাতি দি চমৎকৃত কৰিছিল। সেইদৰে ১৯৫৫ চনত ৰাজ্য পুনৰ্গঠন আয়োগৰ কামত আহোঁতে চৰ্দাৰ কে. এম. পনিক্কৰৰ লগতো ডা° ভুবনেশ্বৰ বৰুৱাৰ নিৰ্দেশত কামাখ্যাৰ পাণ্ডাৰ কাম কৰিব লগীয়া হৈছিল। আয়োগৰ সমুখত দাখিল কৰা এই অঞ্চলৰ সকলো স্মাৰকপত্ৰতে শংকৰদেৱৰ স্তুতিবাদ পঢ়ি, Sankaradeva and His Times নামৰ এখন কিতাপৰ নাম শুনি পনিক্কৰে সেইখন বিচাৰি দোকানলৈ মানুহ পঠিয়াইছিল। কাৰণ তেওঁৰ বদ্ধমূল ধাৰণা হৈছিল, It was Sankaradeva who introduced India to Assam. অৱশ্যে তেওঁ বিচৰা কিতাপখন তেতিয়াও টাইপ কৰা অৱস্থাতে

থকা বাবে মই তাৰ পিছত নতুন দিল্লীলৈ যাওঁতেহে সেইখন তেওঁক দেখুৱাইছিলোগৈ। এইবিলাক অনুপ্ৰেৰণাদায়ী সংসৰ্গৰ মাজত আমাৰ শ্ৰেষ্ঠ পাৰ্লিয়ামেণ্টেৰিয়ান ছাৰ ছৈয়দ মহম্মদ চাদুল্লাৰ এটি বক্তৃতা শুনিছিলো ২০ জানুৱাৰী ১৯৫০ তাৰিখে বিশ্ববিদ্যালয়ৰ অৰ্থনীতি সমাজৰ আয়োজনত ভাৰতীয় নব্য সংবিধানৰ বিষয়ে। নব্য ভাৰতৰ সংবিধান ৰচয়িতাসকলৰ ভিতৰত তেওঁ আছিল একন আৰু বক্তৃতা-প্ৰসংগত বৰ্ণনা কৰিছিল অসমৰ হিতৰ অৰ্থে তেওঁ শাসন-তন্ত্ৰত কি কি ব্যৱস্থা সুমুৱাবৰ যত্ন কৰিছিল।

মোৰ সমীক্ষাশীল জীৱনী "শ্ৰীশ্ৰীশঙ্কৰদেৱ" ৰচনাৰ কথা আগতে কৈ আহিছো। এতিয়া তাক ৰামধেনু প্ৰকাশ লিমিটেডে ছপাই উলিয়াবলৈ লোৱাত তাত শঙ্কৰোত্তৰ বৈষ্ণৱ বুৰঞ্জীৰ কথা সন্নিৱেশ কৰি এক "প্ৰস্তাৱনা" (দ্বিতীয় তাঙৰণ আৰু পিছত এই প্ৰস্তাৱনাৰ বস্তুখিনি শেহৰ অধ্যায়ত সন্নিৱিষ্ট হৈছে) যোগ দিবৰ কথা হ'ল। দেৱকান্ত বৰুৱা আৰু ডক্টৰ ভূঞা ছাৰৰ লগত এই সময়ত বিশেষকৈ মায়ামৰীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ বিদ্ৰোহৰ বুৰঞ্জী লৈ আলোচনা চলিছিল। ছাৰৰ পি এইচ্.ডি. থিছিছ Anglo-Assamese Relationsঅত এই বুৰঞ্জীয়ে বহল ঠাই অধিকাৰ কৰিছিল। কিন্তু ছাৰৰ দৃষ্টিকোণ আছিল ঘাইকৈ ৰজাঘৰীয়া বুৰঞ্জীবিলাকৰ দৃষ্টিকোণ; আন কি, মণিৰাম দেৱানৰ "বুৰঞ্জী-বিৱেক-ৰত্ন"ৰ সমল তেওঁ ব্যৱহাৰ কৰিলেও দেৱানৰ দৃষ্টিভঙ্গিও তেওঁ গ্ৰহণ কৰা নাছিল। এতিয়া আলোচনাৰ মাজত ছাৰে মত-সংশোধনৰ অৱকাশ পালে। মই ৰজাঘৰীয়া বুৰঞ্জী আৰু মায়ামৰীয়া চৰিত আদিৰ মধ্যম পন্থা অৱলম্বন কৰি মোৰ বিৱৰণ সম্পূৰ্ণ কৰিছিলো; ৰাজদ্ৰোহী হোৱা বাবে মায়ামৰীয়াসকলক পাপ কৰা বুলি এঘৰীয়া কৰাৰ যি প্ৰাচীন দৃষ্টি আছিল, তাক সমূলে পৰিহাৰ কৰিছিলো। সি যি হওক, "শ্ৰীশ্ৰীশঙ্কৰদেৱ" ছপা হৈ শেষ হ'ল। কিন্তু প্ৰকাশকৰ অনুষ্ঠানৰ

ভিতৰুৱা ব্যৱস্থাৰ পৰিৱৰ্তন হোৱাত তেওঁলোকে কিতাপখন এতিয়া দহোঁ জানি বিক্ৰীত নিদিয়েছি! এনেকৈ কথাটো গেঁঠেলা মাৰি থকাত মই দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰাৰ দায়িত্ব লয়াৰ্ছ বুক ষ্টলক দি দিলো। এই বাৰত দেখা পাও প্ৰথম তাঙৰণৰ প্ৰকাশকে কিতাপ কিছু জানি তা'ক ক'ৰে বিক্ৰী কৰিছেহি। মোৰ দ্বিতীয় তাঙৰণো সিমানতে প্ৰভাৱলৈ মাজু হ'ল। কাকতি চাৰে কিতাপখন English Men of Letters ছিৰিজৰ গ্ৰন্থাৱলীৰ লগত তুলনা কৰি এটি টোকা লিখি দি সমাজলৈ আগ বঢ়াই দিলে। কিন্তু কিতাপ প্ৰেছৰপৰা নো আহোঁতেই ১৫ নবেম্বৰ ১৯৫২ তাৰিখে ছাৰৰ মৃত্যু ঘটিল। ছাৰৰ মৃত্যু আৰু কিতাপখনৰ প্ৰকাশ মধুৰ কাকতালীয় সংযোগ বুলি বাৰ হৈ প্ৰথমটিৰ হেতুকে জনিত বিক্ত পদৰ প্ৰতি দৃষ্টি ৰাখি দ্বিতীয়টিৰ সুযোগক অস্ত্ৰ-ৰূপে ব্যৱহাৰ কৰিব পাৰি বুলি অন্ততঃ চাৰিজনমানে ভাবিলে। গতিকে কাকতি চাৰৰ চিতাৰ ছাইৰ উম থাকোঁতেই "শ্ৰীশ্ৰীশঙ্কৰদেৱ"ৰ এক বিৰূপ সমালোচনা প্ৰকাশ পালে। সেই সমালোচনাৰ এটা কপি বিশ্ববিদ্যালয়ৰ উপাচাৰ্যকো উপহাৰ দিয়া হ'ল—যাৰ ফলত উপাচাৰ্যই মোক পৰামৰ্শ দিলে—সেই সমালোচনাৰপৰা উদ্ভূত বাদ-বিতণ্ডাত যেন মই যোগ নিদিওঁ। "শ্ৰীশ্ৰীশঙ্কৰদেৱ"ৰ হৈ সেই যুদ্ধত দুজন শ্ৰদ্ধেয় পণ্ডিতে কাপ তুলি ল'লে—কালিৰাম মেধি আৰু ভৱানন্দ দত্তই। 'অন্ততঃ চাৰিজনমান'ৰ ভিতৰৰ অজ্ঞানে প্ৰচাৰ কৰাৰ দাৰ বাদী পণ্ডিতৰ মত মানি লৈ মেধি ডাঙৰীয়া প্ৰতিবাদৰপৰা নিৰস্ত হোৱা নাছিল। তেওঁৰ সুদীৰ্ঘ এক প্ৰবন্ধৰ শেষ মতামতখিনি ছপা নকৰি "ৰামধেনু"য়েহে ঘূৰাই দিছিল—য'ত মেধিদেৱে প্ৰতিপন্ন কৰিছিল: 'প্ৰগতিশীল আৰু বুৰঞ্জীমূলক আলোচনাৰ পুথি আৰু প্ৰতিক্ৰিয়াশীল পুৰণি জগতৰপৰা আৱিৰ্ভূত (old-world) সমালোচক—এই দুটা বস্তু খাপ খোৱা কোনো প্ৰকাৰেই সম্ভৱ নহয়।'

৩১ আগষ্ট ১৯৫০ তাৰিখে বিৰিঞ্চিকুমাৰ বৰুৱাই ৰামধেনু প্ৰকাশ লিমিটেডৰ "ৰামধেনু"ৰ সম্পাদক হ'বলৈ ধৰিলে। তেতিয়া আলোচনীখনৰ তৃতীয় বছৰ চলি আছে। প্ৰকৃততে দুবছৰমানৰ আগতে জন্ম হোৱা ল'ৰা-ছোৱালীৰ কাকত "[illegible]"খন দুবছৰ চলাৰ পিছত শিশুৰ কাকত এৰি বয়স্কৰ কাকত হ'ল "ৰামধেনু" নাম ধৰি। গতিকে [illegible] কাকতখনৰ জন্ম; সম্পাদকৰ নাম দিয়া হৈছিল ইন্দ্ৰকমল বেজবৰুৱা। সেই 'ৰামধেনু'টো প্ৰচাৰৰ বাবেই হ'বলা ডক্টৰ বৰুৱাৰ অনুৰোধমতে [illegible] যে আমাৰ হাতত কাকতখন থাকিলে আমাৰ বিভাগতলিৰ প্ৰয়োজনখিনি তাৰ যোগেই সাধিব পৰা যাব। বাকী ছাত্ৰেও কথাটোত জোৰ দিলে। ছাৰৰ কেইবাটাও মূল্যবান প্ৰবন্ধ পালো। ডক্টৰ বৰুৱাৰ পৰামৰ্শত Journal of Asiatic Society (কলিকতা) কাকতত ছপা হোৱা ইংৰাজী "কৃষ্ণ দ্বৈপায়ন আৰু কৃষ্ণ বাসুদেৱ" নামে ভাৰতীয় সংস্কৃতিৰ সম্পৰ্কে ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ এটা গভীৰ প্ৰবন্ধ অনুবাদ কৰি ছপা কৰিলো। চৈয়দ আবদুল মালিকৰ কবিতা গল্প আহি থাকিল। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'কলং আজিও বয়' নামৰ গল্পটিও এসংখ্যাত সোমাবিলো। তৰুণ নীলমণি ফুকনৰ অলঙ্কাৰ, বেশ-ভূষা, মঠ-মন্দিৰ আদি সম্পৰ্কে কেইটিমান ধুনীয়া প্ৰবন্ধ আহিছিল। "শ্ৰীহস্তমুক্তাৱলী"খন দুষ্প্ৰাপ্য হৈ থকা বাবে তাৰ পুৰণি অসমীয়া অনুবাদে সৈতে খণ্ড খণ্ডকৈ "ৰামধেনু"ত উলিয়াই দিবলৈ ধৰিলো। ছমাহমানৰ মূৰত কোম্পানিৰ অধিকাৰৰ বিষয়ত যে কিহত কি সললি হ'ল ক'ব নোৱাৰিলো, মোক জনোৱা হ'ল যে "ৰামধেনু"ৰ সম্পাদক-গিৰি লৈ মই আৰু চিন্তা কৰিব নালাগে। মই মৌনং সম্মতি-লক্ষণং কৰিলো। অৱশ্যে ডক্টৰ বৰুৱাক কথাটো নকৈ কাকতখন এৰি দিয়াটো তেওঁ পাছত বাৰু সুবুলিলে। মই পিছে ভালেই কৰিলোনেকি !

কাৰণ, ইকালে বাহিৰৰ পণ্ডিতসকল আৰু বিদ্যায়তনিক প্ৰযত্ন-বোৰৰ লগতহে মোৰ ক্ৰমে প্ৰেম বাঢ়ি উঠিছিল। অধ্যাপক নীলকণ্ঠ শাস্ত্ৰী, তেওঁৰ যোগেদি মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ ডক্টৰ ভি. ৰাঘৱন, পুনাৰ অধ্যাপক পি. কে গোডে (এওঁ সন্দিকৈ ডাঙৰীয়াকো বৰ সহায় কৰিছিল), কলিকতাৰ ডক্টৰ সুকুমাৰ সেন, ডক্টৰ নীহাৰৰঞ্জন ৰায়, ডক্টৰ সুশীলকুমাৰ দে, মিথিলাৰ ডক্টৰ জয়কান্ত মিশ্ৰ, বাৰাণসীৰ অধ্যাপক এলাঁ দানেলু (এই ফৰাচী সঙ্গীত-পণ্ডিতজনে ভাৰতীয় 'শিৱ-শৰণ' নাম লৈছিল); দক্ষিণৰ অধ্যাপক কে. আৰ. পিশাৰোটি, ডক্টৰ এইচ্. এল্. হাৰিয়াপ্পা, ডক্টৰ দেৱস্থলী, ডক্টৰ এম্. এম্ পাটকাৰ, নীলোৰৰ অধিবক্তা এন্ এছ্. কৃষ্ণমূৰ্তি আদিৰ লগত পত্ৰালাপৰ যোগেদি মনটোৱে বেলেগ এটা ভাঁজ লৈ উঠিছিল। তিনি বছৰমানৰ ভিতৰতে ভাৰতৰ বিভিন্ন ঠাইৰ গৱেষণা-পত্ৰিকাত ভালেকেইটা প্ৰবন্ধ প্ৰকাশ পালে। কলিকতাৰ Journal of Asiatic Society আৰু Indian Historical Quarterly, মাদ্ৰাজৰ Journal of Oriental Research আৰু Journal of Music Academy, নাসিকৰ Poona Orientalist, লক্ষ্ণৌৰ Eastern Anthropologist, ৰাঁচীৰ Man in India আদি গৱেষণাৰ আলোচনী আৰু Professor P. K. Gode Commemoration Volume আদিলৈ পঠোৱা লেখাবোৰে যথাস্থানত আদৰ পোৱাত মনত ৰং লাগিল। ডক্টৰ কাকতিৰ পৰামৰ্শমতে নকৈ ওলাব লগীয়া আমাৰ গৱেষণা-পত্ৰিকা Journal of the University of Gauhatiৰ কাৰণে এটা প্ৰবন্ধ প্ৰস্তুত কৰিলো—The Bhakti cycle of Assamese lyrics: Bargits and after. ভাবে চাই-চিতি তাৰ ভিতৰৰ ন পাণ্ডিত্যৰ ফুলজাৰিবোৰ ওতৰাই দিলে। জাৰ্নেলৰ দ্বিতীয় সংখ্যাৰ বাবে ফুলকোঁৱৰ-মণিকোঁৱৰ আৰু জনাগাভৰু গীতৰ এক সামাজিক অধ্যয়ন তৈয়াৰ কৰিলো। এইদৰে

মোৰ ফালৰপৰা নতুন বিশ্ববিদ্যালয়ৰ জন্ম কীৰ্তন কৰা হ'ল। কাকতি ছাৰেও আৰু ডক্টৰ বৰুৱায়ো এই সময়ত কেইবাটিও মূল্যবান গৱেষণা-প্ৰবন্ধ প্ৰকাশ কৰিছিল আৰু লক্ষ্ণৌত বহা অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনলৈও সুযোজনে গৱেষণা-পত্ৰ পঠাইছিল; সেই সন্মিলনৰ ক্লাছিকেল সংস্কৃত বিভাগত সেইবাৰ সন্দিকৈ ডাঙৰীয়া সভাপতি।

১৯৫০ ফেব্ৰুৱাৰীত এদিনাখন কাকতি ছাৰে নিবলে সুধিলে, 'হেৰা মহেশ্বৰ, তুমি কি কৰিছা? আৰু পঢ়া-শুনা নকৰানেকি?' ছাৰৰ কথা-শুনি মোৰ পুৰণি বায়ুটি উক দি উঠিল; ক'লো, 'হয়, ছাৰ, ইংৰাজীৰ এম্.এ.টো দিব লাগেতো। 'আৰু এটা এম্.এ. ডিগ্ৰি লৈ কি লাভ? বিশ্ববিদ্যালয়ত তুমিতো ইংৰাজী বিষয়লৈ যাব নালাগে। অসমীয়াতে দেশৰ কাম কৰাঁ। মই কৈছো, তুমি ডক্টৰেট ডিগ্ৰিৰ বাবে কাম কৰিব লাগে।' 'ছাৰ, আপুনি যদি মোৰ guide হয়, তেতিয়া হ'লে পৰম ভাগ্যই!' 'সেইটো হ'ব দিয়াঁচোন। বিষয় এটা পোনতে ঠিক কৰাঁ।' মইতো বহুত দিন শঙ্কৰদেৱকে গাই-বাই থাকিলো। ছাৰক ক'লো, 'শঙ্কৰদেৱৰ বিষয়েই গৱেষণা কৰিবৰ হেপাহ এটা আছে, ছাৰ।' 'সেই বিষয়ে মই নিজে কিবা এটা কৰাৰ কথা মনে মনে ভাবোঁ। তোমাক মই আন এটা বিষয়হে দিওঁ। তুমি আমাৰ পুৰণি সাহিত্যৰ আধাৰত মধ্য যুগৰ বুৰঞ্জী এখন লেখাঁ।' ধাৰণাটো ভাল লাগিল। ছাৰে বিষয়টোৰ ৰূপৰেখা প্ৰস্তুত কৰিবলৈ ক'লে। এমাহমান লাগি আঁচনি এখন তৈয়াৰ কৰিলো। ১৪ ছেপ্টেম্বৰত ছাৰক দেখুৱালো। ভাল বুলিলে। লগতে ক'লে, 'তুমি বিৰিঞ্চিক দেখুওৱাঁচোন, তেওঁ কি কয়।' মই ক্লাছৰ পাছত ডক্টৰ বৰুৱাৰ ঘৰলৈ গলো। তেওঁ কৈ উঠিল, 'নাই নাই, তুমি এইটো বিষয় ল'ব নালাগে। মোৰ Cultural Historyৰ দ্বিতীয় খণ্ড হিচাপে এই

যুগটো ঠিক-ঠাক কৰি লৈছো।’ মই তিতা-দাহেই ৰিতাবাৰীৰ ছাৰৰ ঘৰ পালোগৈ। ছাৰে ক'লে ‘বিৰিঞ্চিয়েহো মাটিডোখৰতে একিয়াও নাঙল লগোৱা নাই চাগৈ। তেও বুলি আমাৰ খাদ্যকৰ দৰে তেওঁ তাক বেদি-কুৰি লৈছে যেতিয়া তুমি ভাল সেই খেতৰ কথা এৰা। এতিয়া তুমি আগেয়ে কোৱা বিষয়টোকে, মোৰখন পথাৰলৈকে আহা।’ এই ছাৰৰ par ... অলৈকে মুৰ ঘুৰালো। শঙ্কৰদেৱ আৰু শঙ্কৰদেৱৰ যুগৰ সাংস্কৃতিক ইতিহাস বিষয়টো খিৰাং কৰি শানৰ আঁচনি কৰা, কিতাপ মাক নাঁতিপতীয়া পুথি পাটেৰা, মৌখিক সমল চাই লুবি অনা, গৱেষণাৰ ... শিক্ষা আদি ক্ৰমত লাগি গ'লো। ২৭ জুলাই ১৯৫১ ... ডি. ফিলৰ ছাত্ৰ-ৰূপে পঞ্জীয়নভুক্ত হোৱাৰ অৰ্থে দৰ্খাস্ত কৰিলো। গুৱাহাটী বিশ্ববিদ্যালয়ত সেইখন লেনে প্ৰথম দৰ্খাস্ত। ইম্পিৰিয়েল (নেশ্যনেল) লাইব্ৰেৰি, ভাণ্ডাৰকাৰ ওৰিয়েণ্টেল ইনষ্টিটিউট আদিৰ পৰাও কিতাপ আনি কাম আৰম্ভ কৰিলো। মহাপুৰুষৰ ৰচনাৱলী আৰু নৃত্য-নাটৰ কৌশলৰ বিষয়ে অধ্যায় দুটাৰ খচৰা প্ৰস্তুত হ'লত ছাৰক কলো। মই কেনেভাৱে বিষয়-বস্তুৰ অধ্যয়ন কৰিছো ছাৰে সোধাত তাৰ কথাও ক'লো। পিছদিনা ছাৰে ডক্টৰ বৰুৱাক ক'লে’ ‘হেৰা, মহেশ্বৰৰ কাম বৰ ভাল হৈছেহে; তেওঁ between the lines সকলো পঢ়ি কথাবোৰ লেখিছে। মইহে পঢ়ি চাৰ পৰা নাই।’ থিক্ষু ছাৰৰ শৰীৰত বেয়াকৈ ঘুণে ধৰিলে। ছাৰে আৰু পঢ়ি চাব নোৱাৰিলেই; মযো ছাৰৰ পথ-নিৰ্দেশৰ সুবিধা সেই স্তৰত পাব নোৱাৰিলো। ছাৰৰ মৃত্যুৰ তিনি দিন পিছতহে (১৮.১১.৫২, কিন্তু পূৰ্বৰ ২৭.৭.৫১ তাৰিখৰপৰাই বলৱৎ কৰি, কৰ্তৃপক্ষই মোক প্ৰথম ডি. ফিল ছাত্ৰ-ৰূপে ৰেজিস্টাৰ কৰিলে ডক্টৰ বৰুৱাক গাইড্ কৰি। ১৯ মাৰ্চ ১৯৫৪ তাৰিখে দোল-পূৰ্ণিমাৰ দিনা থিছিছৰ তিনি কপি বান্ধি-কুৰি লৈ পাছদিনা অফিচত দাখিল কৰিলো। পৰীক্ষক হ'ল

তিনি কুমাৰ ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়, ডক্টৰ সুশীলকুমাৰ দে আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা। কিন্তু এবছৰৰো অধিক পাছত ১৪ জুন ১৯৫৫তহে কলিকতাৰ সংস্কৃত কলেজত মৌখিক (viva voce) পৰীক্ষা দিলোগৈ আৰু ৩০ জুলাই ১৯৫৫তহে কাৰ্য-পৰিষদে মোক ডক্টৰ ঘোষণা কৰিলে।

বিশ্ববিদ্যালয়ৰ কামত সোমোৱাৰ কেইদিনমানৰ ভিতৰতে এদিনা সন্ধিয়া পাণবজাৰলৈ ফুৰিবলৈ যাওঁতে বাটবেপৰা কিতাপঘৰৰ আৰু কলেজ স্টুডিওৰ গৰাকী পি ছি. বি.এ স্টুডিওৰ ভিতৰলৈ মাতি নিলে 'নেওগ, আহকচোন, আজি, আপোনালোকৰ এন্থ্ৰপলজি ডিপাৰ্টমেণ্টৰ কাৰণে আঢ়ৈ হেজাৰ টকা দামৰ কেমেৰা এটা আহিছে; তাৰে আপোনাৰ নাকটোৰ ফটো এখন লওঁ।' দুয়ো হাঁহিলো। নাকৰ ফটোগ্ৰাফ তোলা হ'ল। দুদিনমানৰ পিছত সেইখন দিলত বন্ধাই কোঠাই ঘৰৰ বহা কোঠাত আঁৰি থ'লো। "ৰামধেনু"ৰ প্ৰুফ নিবলৈ অহা ৰামধেনু প্ৰেছৰ একজন কম্পজিটৰে আহে পতি ছবিখনলৈ চাই ৰয়হি, আৰু কয়, 'আপুনি ডাঙৰ কিবা এটা হ'লে কিন্তু এইখন ছবিহে খবৰ-কাগজত দিব লাগিব, ছাৰ।' তেওঁ কোৱা বাবেই হওক বা এনেয়ে হওক, যেতিয়া ডক্টৰ হ'লো, সেই-খন ছবিকে 'আসাম ট্ৰিবিউন' আৰু আন কাগজে উলিয়ালে। একেদিনাখনেই পি. ছি. বি.-এ ডক্টৰ কাকতি ছাৰৰো এখনি ছবি তুলিছিল ছাৰ পাণবজাৰেদি গাত কিঞ্চিৎ ফটা কলাৰেৰে গলাবন্ধ কোট আৰু জাৰকাপোৰ আৰু হাতত লাঠি লৈ যাওঁতে বাটবেপৰা মাতি নি। ছাৰৰ সেইখন ছবিকে আজি-কালি সৰ্বত্ৰ চলা দেখা পাওঁ।

ডক্টৰ কাকতিৰ মৃত্যুৰ পিছত তেওঁৰ নামত স্মাৰক বক্তৃতাৱলীৰ পুঁজি-স্থাপনৰ অৰ্থে অৰ্থ-সংগ্ৰহ কৰি বিশ্ববিদ্যালয়ৰ হাতত অৰ্পণ কৰা হয় তেওঁৰ ছাত্ৰ আৰু শ্ৰদ্ধাশীলসকলৰ তৰফৰপৰা। ১৯৫৪ৰ ৪, ৫ আৰু ৬ মেই তাৰিখে প্ৰথম বক্তৃতাৱলী দিবৰ বাবে কাকতি

ছাত্ৰৰ গুৰু ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় আহে ; বিষয় আছিল— The Place of Assam in the History and Civilisation of India. তৃতীয়টি বক্তৃতাত তেওঁ মোৰ এটা প্ৰবন্ধৰো উল্লেখ দিছিল বাবে ডক্টৰ এ. আৰ্. বাজী আদি সহকৰ্মীসকলে আনন্দ প্ৰকাশ কৰিছিল। ডক্টৰ চেটাৰ্জীয়ে আমাৰ বিভাগ আৰু স্নাতকোত্তৰ ছাত্ৰ ইউনিয়নৰ সভাতো একোটা বক্তৃতা দিছিল। তেওঁৰ সকলো কথাই সৰল, মনোৰম আৰু অনুপ্ৰেৰণাদায়ক। আমি সকলোৱে শুনি শুনি সোৱাদ পাইছিলো। বিশেষকৈ আই. এ. এছ্. কোচিং ক্লাছৰ শিক্ষক হিণ্টন্ ফ্ৰাঙ্কিয়ে বহুত প্ৰশ্ন তুলিছিল। বক্তৃতাৰ সময়ৰ বাহিৰতো প্ৰশ্ন কৰি কৰি তেওঁৰ ৰসাল আলোচনা উপভোগ কৰিছিলো। 'ক্ষণমপি সজ্জন-সঙ্গতিৰেকা' ভৱাৰ্ণৱৰ নৌকা নহ'লেও জ্ঞান-সাগৰৰযে চেলেঙী নাও হ'ব পাৰে, সি ঠিক।

# গুৰুদেৱৰ গৃহত হাতুৰি-বটালি লৈ

'শান্তিনিকেতন / শান্তিনিকেতন, সবার হুতে আপন আমাদের শান্তিনিকেতন'ৰপৰা লিখিছো এয়া। ডেৰকুৰি এবছৰৰ পূৰ্বতে এই শান্তিনিকেতনত 'মাষ্টার মশায়গিরি' কৰিছিলো মাথোন এমাহলৈ— ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰালয়ে আয়োজন কৰা প্ৰথম চাৰিটা সাহিত্য-কৰ্মশালাৰ ( লিটাৰেৰি ৱৰ্কশ্বপ ) পূব ভাৰতৰ বাবে চতুৰ্থটি অনুষ্ঠিত হৈছিল বিশ্বভাৰতীৰ ভিতৰৰ বিদ্যাভৱনত ১৯৪৫ চনৰ ৭ জুনৰপৰা ৭ জুলাইলৈ। সঞ্চালক আছিল কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক প্ৰিয়ৰঞ্জন সেন আৰু সহকাৰী সঞ্চালক হৈছিলো মই আৰু শ্ৰীনিকেতনৰ শিক্ষাসংসদৰ শ্ৰীপ্ৰভাতমোহন বেনাৰ্জী। সেই সময়ত আমাৰ কৰ্মশালাত মাজে মাজে ধ্বনিত হৈছিল গুৰুদেৱৰ এই 'আমাদেৰ শান্তিনিকেতন' গীতটি। সেই এমাহে শান্তিনিকেতনৰ প্ৰাণৰ যি স্পন্দন ধ্বনি তাৰ বিভিন্ন অঙ্গত শুনা পাইছিলো, আজিও সি নীৰৱ হোৱা নাই। যদিও ভাৰত চৰকাৰৰ প্ৰসাদত কবিগুৰুৰ বিশ্বভাৰতীৰ আজি নতুন ৰূপ হৈছে বিশ্বভাৰতী বিশ্ববিদ্যালয় (tautologyৰ এক নতুন অভিলেখ স্থাপন কৰি), আৰু যদিও, শান্তিনিকেতনৰ প্ৰাকৃতিক সৌন্দৰ্য ব্যাহত কৰি নতুন নতুন সৌধ নিৰ্মাণ কৰা হৈছে, শান্তিনিকেতনৰ আদিম স্বভাব-কেন্দ্ৰবোৰ এতিয়াও তাৰ মাজে মাজে জীয়াই আছে। সেই চাতিমতলা ( চতিয়না-গুৰি ), য'ত মহৰ্ষিয়ে সাধনাৰ সিদ্ধি লাভ কৰিছিল বুলি এধানিমান পবিত্ৰ স্থান;—সেই উত্তৰায়ণ য'ত গুৰুদেৱৰ নিবাস উদয়ন, মাটিৰ ঘৰ শ্যামলী আদি আজিও আছে;—সেই আম্ৰকুঞ্জ; সেই আম-লখি-বন; সেই পূৰ্বপল্লী আদি 'পল্লী'বোৰ, বিভিন্ন ঠাইবোৰ যিবো-

ৰত গুৰুদেৱৰ আলহী মহাত্মা গান্ধী, দীনবন্ধু ছি এফ্. এণ্ড্ৰুজ, পিয়ার্ছন, মৰিছ উইন্টাৰনিচ আদি মনীষীসকলৰ উপস্থিতিৰ শেহ নিশ্বাস যেন এতিয়াও ৰতাহে ধুই নিব পৰা নাই ;—সেই বিশ্বভাৰতীৰ বিভিন্ন অঙ্গবোৰ—গছ তলীয়া শিশুভৱন (প্ৰাথমিক পঢ়াশালি), পাঠভৱন (মাধ্যমিক বিদ্যালয়), শিক্ষাভৱন (মহাবিদ্যালয়), বিদ্যাভৱন (স্নাতকোত্তৰ আৰু গৱেষণাৰ মহাবিদ্যালয়), কলাভৱন, সঙ্গীতভৱন, বিনয়ভৱন (শিক্ষানীতি মহাবিদ্যালয়), চীনাভৱন, হিন্দী ভৱন ; ইবিলাকৰ উপৰি শিক্ষাসত্ৰ শিল্পভৱন আদিৰে এধানমান নিলগত শ্ৰীনিকেতন, সকলো আগৰ সঁচে সঁচে আছে। শান্তিনিকেতনৰ সকলোবোৰ ঘৰৰ কিয়ে কবিতা কবিতা লগা নাম—উদয়ন, শ্যামলী, মালঞ্চ-পাৰা প্ৰাক্তকলৈকে। ৰামকিঙ্কৰ বেইজৰ ভাস্কৰ্যকৰ্মখিনি আজিও থিয় হৈ আছে আৰু আজিও সিবোৰে নভবা-নিচিন্তাকৈ ঘূৰি ফুৰা দৰ্শকৰ চকুত হঠাতে ধৰা দি চমৎকৃত কৰে। এটি সম্ভৱহে আশা কৰিও নোপাওঁ ; ১৯৫৪ চনৰ 'মাষ্টাৰ মশায়গিৰি'ৰ এমাহৰ সময়তো দুদিন বাদ দি সেইটি হেৰুৱাইছিলো। সেয়া হ'ল পুৱাতেযে আশ্ৰমৰ সকলো ল'ৰা-ছোৱালী আৰু শিক্ষক-কৰ্মীয়ে প্ৰাতঃস্নান কৰি ভোজনৰ পূৰ্বে সিংহসদন আৰু পুৰণি কেন্দ্ৰীয় গ্ৰন্থাগাৰৰ মাজৰ মুকলিত থিয় হৈ প্ৰতি পুৱাৰ বিভিন্ন ৰঙেৰে ৰঞ্জিত ৰবীন্দ্ৰ-সংগীত সমস্বৰে গাই ত্ৰাভিনৱ এক পৰিবেশৰ সৃষ্টি কৰে। আৰু ভাৰত নালাগে বিশ্বৰে সংস্কৃতি-কেন্দ্ৰৰূপে গুৰুদেৱে প্ৰতিষ্ঠা কৰা বিশ্বভাৰতীৰ বোলপুৰ-শান্তিনিকেতনত (to provide at Santiniketan a Centre of Culture where research into and study of the religion, literature, history, science and art of Hindu, Buddhist, Jain, Islamic, Sikh, Christian and other civilizations may be pursued along with the culture of the West, with

that simplicity in externals which is necessary for true spiritual realization, in amity, good fellowship and co-operation between the thinkers and scholars of both Eastern and Western countries, free from all antagonisms of race, nationality, creed or caste) ভাৰত ছৰকাৰৰ পূৰ্বাঞ্চলীয় সংস্কৃতি-কেন্দ্ৰ-স্থাপনৰ প্ৰথম আন্তঃৰাজ্যিক সন্মিলনত যোগ দিবলৈ আহি (৮ মেই ১৯৮৫) এতিয়া হেৰুৱাইছো মহাপ্ৰাজ্ঞ ক্ষিতিমোহন সেন, আচাৰ্য ডক্টৰ পি. ছি বাগচী, শিল্পাচাৰ্য নন্দলাল বসু, ভাস্কৰ ৰামকিঙ্কৰ বেইজ, গুৰুদেৱৰ চৰিতকাৰ প্ৰভাত মুখাৰ্জীৰ খন্তেকীয়া সান্নিধ্য। এতিয়া উনাশী-বছৰীয়া ছন্দঃশাস্ত্ৰৰ পাৰগ অধ্যাপক প্ৰবোধচন্দ্ৰ সেন, ৰবীন্দ্ৰ সঙ্গীতৰ তত্ত্বদৰ্শী আৰু কলাকাৰ শ্ৰীশান্তিদেৱ ঘোষক কিন্তু কেইটামান মুহূৰ্তৰ বাবে পালো, এক মুহূৰ্তলৈ 'কোলাকুলি' কৰিলোঁ। তাতেই শান্তিনিকেতনৰ পূৰ্ব-ইতিহাসৰ স্মৃতিয়ে অভিভূত কৰিছে।

ডক্টৰেট ডিগ্ৰিৰ কাৰণে মোৰ থিছিছ ঠিক-ঠাক কৰি বিশ্ববিদ্যালয়ক গতাই দিয়াৰ লগে লগে মাঘ-ফাগুনমহীয়া গৰুৰ দৰে উলন্তীয়া হ'লো। এনেতে ১৯৫৪ৰ মে মাহৰ চতুৰ্থ সপ্তাহত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই বিশ্বভাৰতীৰ আচাৰ্য ডক্টৰ প্ৰবোধচন্দ্ৰ বাগচীৰপৰা এখন চিঠি পালে— এমাহৰ কাৰণে নৱসাক্ষৰৰ বাবে পুথি লিখাত এজন লেখকক প্ৰশিক্ষণ দিয়াৰ বাবে হ'ব লগীয়া লিটাৰেৰি ৱৰ্কশ্বপত সহকাৰী সঞ্চালক ৰূপে কাম কৰিবলৈ মোক পঠিয়াব পাৰিবনেকি, সুধি। ডক্টৰ বৰুৱাই ২৬ তাৰিখে সন্মতিসূচক পত্ৰ দিয়াত আকৌ ২৮ তাৰিখে অধ্যাপক বাগচীয়ে বৰুৱাক ধন্যবাদ জনাই মোক ৭ জুনত দায়িত্ব গ্ৰহণ কৰিবলৈ সাজু হ'বলৈ ক'লে। বৰুৱাই চিঠিখনৰ ওপৰত Congratulations বুলি মাথোঁ লিখি মোলৈ ১ জুনৰ দিনা পঠিয়াই দিলে। সেইমতে সাজু হ'লো।

৫ তাৰিখে কলিকতালৈ উভতি গ'লো আৰু পিছদিনা আবেলি ৫-৩৫ত শান্তিনিকেতন পালোঁগৈ। বন্ধত খালি পৰি থকা শিক্ষা-ভৱনৰ হোস্টেলত থকাৰ আৰু সাধাৰণ ভোজনগৃহত মোৰ খোৱাৰ দিহা হ'ল। সেইদিনাই নিজাম হাউছত ৱৰ্কশপৰ সঞ্চালক অধ্যাপক প্ৰিয়ৰঞ্জন সেনেৰে সাক্ষাৎ আৰু চিনাকি হ'ল। প্ৰশিক্ষণাৰ্থীসকলো থুপ খালেহি— অসমৰ দুজন (বিশ্বনাৰায়ণ শাস্ত্ৰী আৰু প্ৰফুল্লচন্দ্ৰ দত্ত), পশ্চিম বংগৰ ১২ জন, মণিপুৰৰ দুজন, উড়িষ্যাৰ ৪ জন, আৰু ত্ৰিপুৰাৰ এজন। অসমীয়া, বঙলা, মণিপুৰী বা ওড়িয়া ভাষাৰ সদ্যঃসাক্ষৰৰ কাৰণে বিশেষকৈ যুক্তৰাষ্ট্ৰত ৰবকৈ প্ৰচলিত ৱৰ্কশপ পদ্ধতিত (অৰ্থাৎ প্ৰথম স্তৰত আলোচনা আৰু শিক্ষাপদ্ধতি-দান, দ্বিতীয় স্তৰত লেখা-সৃষ্টি, আৰু তৃতীয় স্তৰত ৰচনাবোৰৰ সংশোধন, প্ৰয়োগ আৰু পৰীক্ষা) সৰু একোখনি পুথি লিখিব লাগিব প্ৰতি-জন প্ৰশিক্ষণাৰ্থীয়ে। সাত তাৰিখে পুৱা বিদ্যাভৱনত তিনি সঞ্চালক আৰু প্ৰশিক্ষণাৰ্থী গোট খাই পৰস্পৰ চিনা-পৰিচয় হ'লোহঁক আৰু গধূলি একে ঠাইতে আচাৰ্য বাগচীয়ে আমাৰ সত্ৰ আনুষ্ঠানিকভাৱে উদ্বোধন কৰিলে। তাৰ পিছদিনাৰপৰা পুৱা হ'লে প্ৰশিক্ষণদান আৰু সন্ধ্যা হ'লে গীত-মাত, ৰং-ধেমালিৰ মেলা নিয়মিতভাৱে চলিল। সন্ধিয়াৰ মেলত বিশেষকৈ ৰবীন্দ্ৰ-সঙ্গীত আৰু ৰবীন্দ্ৰ-নৃত্যৰ প্ৰদৰ্শন হৈছিল। তাৰে এটা সন্ধ্যাৰ আয়োজন সঙ্গীত ভৱনত শান্তিদেৱ ঘোষৰ তত্বাৱধানত অনুষ্ঠিত হৈছিল। আমাৰ প্ৰশিক্ষণাৰ্থী শান্তি বাবুৰ ভগ্নী সুজাতা মিত্ৰই আমাৰ সঁজলিৰ মেলত গুৰুদেৱৰ নাটৰ অন্তৰ্গত নৃত্যৰ আভাস দিছিল আৰু কবিতাও আবৃত্তি কৰিছিল। ওড়িয়া প্ৰশিক্ষণাৰ্থী গোপালচন্দ্ৰ মিশ্ৰই (এতিয়া সম্বলপুৰ বিশ্ববি-দ্যালয়ৰ ওড়িয়া বিভাগৰ অধ্যাপক আৰু প্ৰধান) এটা সন্ধিয়া এটা খেল উলিয়াই আমাক সকলোকে আমোদজনকভাৱে ৰং বাধিছিল। এদিনাখন, আকৌ ধীৰেন্দ্ৰকুমাৰ বসু বোলা এজন প্ৰশিক্ষণাৰ্থীয়ে

বঙলা কথকতাৰ নিদৰ্শন দাঙি ধৰিছিল গাঁৱৰ প্ৰজাসাধাৰণৰ মাজত মহাত্মাজীৰ বাণী কেনেকৈ বিয়পি পৰিছিল, তাৰ কথা এহন্টা জুৰি আকৰ্ষকতাৰে কৈ। আমাৰ আটাইতকৈ আহ্লাদৰ দিন হৈছিল যিদিনা দুজন কবিয়াল আহি আমাৰ মাজত কবিগান কৰে। তেওঁলোক দুজনে ৰাম আৰু ৰাৱণৰ ভূমিকা লৈ গীত ৰচি ৰচি তুমুল দ্বন্দ্বযুদ্ধত প্ৰবৃত্ত হৈছিল আৰু তেওঁলোকৰ কোনজন হাৰে কোনজন জিকে, সেই লৈ সকলো দৰ্শকৰ মাজৰ কৌতূহলৰ সৃষ্টি কৰিছিল বহুত সময় ধৰি। শান্তিনিকেতনত থকাতে বঙালী ভাদু-পূজাৰ কথা জানিছিলো—য'ত দুৰ্গাবৰী ৰামায়ণৰ নিচিনাকৈ সীতাই দশৰথ ৰজাক বালিৰ পিণ্ড দিয়াৰ আখ্যান কথিত হয়।

শিক্ষাদানৰ বেলা এনেবোৰ বিষয়বস্তুৰ ধাৰাত আলোচনা সঞ্চালন কৰা গৈছিল—বয়স্ক সদ্যঃসাক্ষৰসকলৰ মানসিক স্তৰ কি আৰু শিক্ষাৰ প্ৰয়োজন কিহত; দেশে দেশে বয়স্কৰ সমস্যা; সাহিত্য-ৰচনাৰ উদ্দেশ্য আৰু কৌশল; লেখন-কৌশলৰ অগ্ৰগতি; বয়স্কৰ বাবে প্ৰাথমিক পুথি লেখাৰ কৌশল; পুথি-ৰচনাৰ ভাষা আৰু শৈলী; পুথি-প্ৰকাশ আৰু মুদ্ৰণৰ কথা, ইত্যাদি। দ্বিতীয় স্তৰত প্ৰতিজন শিক্ষাৰ্থীক একোটা একোটা বিষয় বাছি একোখন কিতাপ লিখিবলৈ দিয়া হ'ল। আৰু সেই ২১ জন লেখকক তিনিজন সঞ্চালকৰ মাজত ভগাই তিনিৰ তত্ত্বাৱধানত কাম কৰিবলৈ লগোৱা হ'ল। মোৰ ভাগত পৰিল দুজন অসমীয়া, দুজন মণিপুৰীৰ বাহিৰেও দুজন বঙালী লেখক (ননীগোপাল চক্ৰবৰ্তী, বঙ্কিমচন্দ্ৰ ভট্টাচাৰ্য)। কিতাপ লিখা হ'লত প্ৰত্যেকক শব্দ-সম্ভাৰৰ মুঠ উলিয়াবলৈ দিয়া হৈছিল। বঙলা আৰু ওড়িয়া কিতাপখিনি বঙালী গাঁও আৰু কেনেল খনা কাম কৰা ওড়িয়া বনুৱাৰ মাজলৈ নি তৃতীয় স্তৰত পৰীক্ষা কৰি চোৱা হৈছিল। এই কাৰ্যত আমি শান্তিনিকেতন-বোলপুৰ এৰি এদিন বল্লভপুৰ আৰু এদিন কেন্দুলিলৈ যোদি

(জয়দেৱ কবিৰ গাঁও বুলি খ্যাত কিন্দুবিল্ব) ৰায়পুৰ (লৰ্ড সত্যেন্দ্ৰপ্ৰসন্ন সিংহৰ ঘৰৰ ভগ্নাৱশেষ থকা), সুপুৰ আদিলৈও গৈছিলোঁ।

আমাৰ পুৰা-পুৰি এমাহ জোৰা ব্যস্ততাৰ মাজত কুৰা-চকাৰ সুবিধা অতি কমেই হৈছিল। তাৰ বাবে সময় পোৱা গৈছিল মাথোন দুপৰীয়া ভাত খোৱাৰ পাছৰ আবেলি বেলাটো—যেতিয়া চৌফলীয়া ৰ'দৰ তাপত প্ৰকৃত বাৰেখৰত বীৰভূমৰ 'গ্ৰাম ছাড়া ঐ বাঙ্গা মাটির দেশ' ওপত খোলা হৈ উঠে। তাৰ মাজতো আমি দুঃস্থ দেশৰ আৰ্থিক অৱস্থাৰ উন্নয়ন কল্পে ৰবীন্দ্ৰনাথৰ চিন্তা আৰু কৰ্মৰ আহি শ্ৰীনিকেতন (…যখন আমরা পেটের জ্বালায় মরি তখন কপালের দোষ দিই, বিধাতা কিম্বা মানুষ যদি বাহির হইতে দয়া করেন তবেই আমরা রক্ষা পাইব, এই বলিয়া ধুলার উপর আধমরা হইয়া পড়িয়া থাকি।……দুৰ্দশার হাত হইতে উদ্ধারের কোনো পথই নাই, এমন কথা মনে করাই মানুষের ধর্ম নয়। মানুষের ধর্ম জয় করিবার ধর্ম, হার মানিবার ধর্ম নয়। মানুষ যেখানে আপনার সেই ধর্ম ভুলিয়াছে সেইখানেই সে আপনাৰ দুৰ্দশাকে চিরদিনের সামগ্রী করিয়া রাখিয়াছে। মানুষ দুঃখ পায় দুঃখকে মানিয়া লইবার জন্য নয়, কিন্তু ন্‌তন শক্তিতে ন্‌তন ন্‌তন রাস্তা বাহির করিবার জন্য!) চাবলৈ গৈছিলো আৰু ওচৰৰ বিশেষকৈ সাঁও-তালী গাঁৱলৈও যাবৰ সময় উলিয়াইছিলো সাঁওতালী বিয়া এখন চাবলৈ—য'ত বিয়াৰ কইনাজনীক এটা বৰপাছিত ভৰাই মোমায়েক-টোৱে মূৰতকৈ আনি সমাজৰ মাজত থৈছিলহি। ছোৱালীৰ বিয়াত মোমায়েকৰ ভূমিকাৰ এই প্ৰাধান্যৰ সামান্য আভাস উজনিৰ অসমীয়া বিয়াবোৰতো নাই জানো—সেইযে হোমৰ গুৰিত 'কইনাৰ মোমায়েকে ধৰিছে ধৰমৰ ঘট' কৰে? ধৰম দেৱতাই আকৌ পূজা খাই আছে আমাৰ দৰেত্তী ৰাজ্যৰপৰা পশ্চিম বংগৰ ৰাঢ় দেশলৈকে আৰু অষ্ট্ৰিকভাষী সাঁওতাল আদিৰ মাজত—কেতিয়াবা কাহৰ আকৃতিৰ

('ধৰম' বা ধৰ্ম' শব্দটোও কাছু বুজোৱা অষ্টিক 'দৰ্ম', 'দেৰ্ম', আদিৰ-পৰা অহা বুলি সন্দেহ হয়) এটুকুৰা শিলৰ ৰূপত। ৰহস্যটো বা কি!

মাহটোৰ ভিতৰত আমাৰ বিশেষ আদৰণীয় হৈছিল দুই-এগৰাকী ভাৰতীয় মনীষীৰে সংযোগ আৰু সিসকলৰ ভাষণ। তাৰ ভিতৰত অধ্যাপক নিৰ্মলকুমাৰ বসুৰ দুটি বক্তৃতা বৰ উপাদেয় আছিল— ভাৰতৰ বিভিন্ন সাংস্কৃতিক অঞ্চল আৰু ভাৰতৰ সাংস্কৃতিক ভূগোল। 'আষাঢ়স্য প্ৰথমদিৱসে' আমাৰ মেঘদূত-অধিৱেশনত সভাপতি হৈ অন্নদাশঙ্কৰ ৰায়ে আজিৰ দিনত আৱশ্যকীয় সাহিত্যৰ বিষয়ে আলোচনা কৰিছিল। ৱাৰ্ধাৰ আৰ্যনায়কমে বঙলাতে ভাষণ দি সদ্যঃসাক্ষৰৰ বাবে লিখাত লেখকৰ সদ্যঃসাক্ষৰেৰে সংযোগৰ আৱশ্যকতাত গুৰুত্ব দিছিল। কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা-সচিব অধ্যাপক হুমায়ুন কবীৰে শিক্ষামন্ত্ৰালয়ৰ উদ্যোগত হোৱা চাৰিটা লিটাৰেৰি ৱৰ্কশ্বপৰ মূল উদ্দেশ্য ব্যাখ্যা কৰিছিল। কলিকতাৰ গৱৰ্ণমেণ্ট কলেজ অব্ আৰ্ট্‌ছ এণ্ড ক্ৰাফ্‌টছৰ অধ্যক্ষ ৰমেন্দ্ৰ-নাথ চক্ৰৱৰ্তীৰ কিতাপত দিব লগীয়া চিত্ৰৰ বিষয়ে বক্তৃতাই আমাৰ মনত ৰং লগাইছিল। কৰ্মশালাত বাহিৰৰ পণ্ডিতৰ আন বক্তৃতাৰ মাজত শান্তিনিকেতনৰ সুধাকান্ত ৰায়চৌধুৰীৰ কথা বৰ মনত লগা হৈছিল, কাৰণ তেওঁ ৰবীন্দ্ৰনাথৰ দিনৰে, ৰবীন্দ্ৰনাথৰ লগত ঘন সংসৰ্গ থকা লোক আৰু সেই সংসৰ্গৰ কথাকে তেওঁ বৰ্ণাইছিল। কৰ্মশালাত গোট খোৱা লেখকসকলৰ বিশেষ সৌভাগ্য হ'ল যেতিয়া ক্ষিতিমোহন সেন মহাশয়ে সমাৱৰ্তনত দীক্ষান্ত ভাষণ দি প্ৰমাণ-পত্ৰবোৰ বিলাই দিবলৈ আহিল। তেওঁ অসমৰপৰা অহা অধ্যাপক-জনক চাবলৈ বিচৰাত মোক যেতিয়া সমুখত হাজিৰ কৰি দিয়া হ'ল, তেওঁ মোক সুধিলে, "আপনারা চালতা দিয়ে মাংস খান না?" মই ক'লো, "নাই, মই ক'তোতো ঔটেঙাৰে মঙহ খাই পোৱা নাই। আপুনিনো ক'ত দেখা পালে?" তেওঁ ক'লে, তেওঁ অসমলৈ আহোঁতে মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ ঘৰত ঔটেঙা দিয়া পছৰ মঙহৰ আঞ্জা

খাবলৈ পাইছিল। কথাটো হয়; হাবিত পছু মাৰি ঘৰ পোৱাওঁতে কেতিয়াবা কেইবাদিনো লাগে, তাত সৰু সৰু পোকো ধৰে; কিন্তু সেই মঙহ পেলনি নাযায়; তাক ঔটেঙাৰে খুই বন্ধাতে হয় জুটি লগাই।

আমাৰ কৰ্মশালাত এদিন কথা উঠিল, “আজি কোনেও হিন্দীত, ইংৰাজীত বা নিজৰ ভাষাত কথা ক’ব নোৱাৰিব।” সেইদিনা শিক্ষাদানৰ দায়িত্ব আছিল মোৰে। গুৰুজনক আৰু গুৰু-দেৱক চিন্তি বঙলাৰেই শ্ৰেণীটো চলোৱা গ’ল। অধ্যাপক প্ৰিয়ৰঞ্জন সেনে ওড়িয়াৰেই কাম সিদ্ধ কৰিলে। আলোচনাত আনসকলৰ অংশ-গ্ৰহণত অলপ অসুবিধা হ’লেও সেইদিনাৰ কাৰ্য আনন্দৰ মাজত সম্পন্ন হ’ল। এইদৰেই আমাৰ এমহীয়া কৰ্মশালাৰ কাম উপভোগ কৰি সমাপ্ত কৰি সামৰিলো। কলিকতাইদি ঘৰলৈ ঘূৰোঁতে মোৰ কলেজৰ দিনৰ গুৰু প্ৰফেছৰ পি. ছি. ৰয়ক কলিকতাৰ ৰাজবাটোত লগ পালো। ছাৰে ক’লে, ‘কলেজ এৰাৰপৰা তোমাৰ সকলো কামৰ খবৰ মই লৈ আছো। তুমি বিশ্বভাৰতীত ভাল কাম কৰি আহিলা, তাৰো খবৰ পাইছো, কাৰণ মই বিশ্বভাৰতীৰ সদস্য নহয়।’ “বিশ্বভাৰতী নিউজ” নামৰ পত্ৰিকাৰ জুন ১৯৫৪ আৰু ছেপ্টেম্বৰ-অক্টোবৰ ১৯৫৪ সংখ্যাত আমাৰ সাহিত্য-কৰ্মশালাৰ বাৰ্তা বিশদভাৱে ওলাইছিল।

# ডেকাধ্বনি লাগে যদি গাত

সেই দিনবোৰৰ কথা মনত পৰে। যাত্ৰা-পাৰ্টিৰ মেনেজাৰৰ দৰে এজুম ডেকা-গাভৰু লগত লৈ দিল্লী মহানগৰীত আমাৰ 'খেলা' দেখুৱাবলৈ যোৱা সেই দিন। পিছে যাত্ৰা-পাৰ্টি মই নিজে গোটোৱা নাছিলো। লাগক বুলি গাত ডেকাধ্বনিও লগাই লোৱা নাছিলো। আনেহে সেই বায়ুটো মোৰ গাত লগাই দিছিল।

১৯৫৪ চন। অক্টোবৰ। এদিনাখন বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিব ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই এচেলেকা কাগজত জৰুৰী এটা টোকাৰে মোক মাতি পঠিয়ালে। গ'লো। তেওঁ ক'লে, বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ দল এটা নিব লাগে দিল্লীলৈ। তেওঁলোকে ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰালয়ৰ আন্তঃবিশ্ববিদ্যালয় যুৱমহোৎসৱত যোগ দিবগৈ। ইতিমধ্যেই দলটো গঠন কৰা হৈছেই। মই মাথোন দলৰ লগত যাবহে লাগে। মই ওঁ বুলিলো। পাছতহে জানিলো, কথাৰ গুৰি ভেকুৰী-গুৰিত। বিশ্ববিদ্যালয় প্ৰশাসনৰ বিৰুদ্ধে মুখৰ এজন আমাৰে লগৰ লেকচাৰাৰক বিশ্ববিদ্যালয়ৰ যুৱ-কল্যাণৰ অধিকাৰ কৰি সেইটি সংগঠনৰ ভাৰ দিয়া হৈছিল। কিন্তু শেষত যেই তেওঁ দেখিলে, দিল্লীলৈ যোৱাৰ খৰচ বিশ্ববিদ্যালয়ে নিদিয়ে আৰু ভাৰত চৰকাৰেও আগতীয়াকৈ দিয়াৰ কোনো কথা নাই, তেওঁ দায়িত্বৰপৰা 'স্নুৰ-কি' পৰিল। সম্মতি প্ৰকাশ কৰাৰ পাছত যেতিয়া দেখিলো, মোৰ মূৰত সেই এটা বৰ মূৰ-কামোৰণি, নানা চেষ্টা কৰিবই লগীয়া হ'ল। কিন্তু ইমানসোপা ধন পাওঁ ক'ত! তাতে আকৌ, বানপানীয়ে সেইবাৰ দিল্লীলৈ যোৱা ৰেল-বাটটি ডুছোৱাকৈ কাটি থৈছে! আমাৰ অগতিৰ গতি ডা° ভুৱনেশ্বৰ বৰুৱাৰ ওচৰ চাপিলোগৈ।

তেওঁ 'চাবাইছ অসমীয়া ডেকা! বাহাদুৰ অসমীয়া আৰ্টিস্ট! গাই থাকাঁ, নাচি থাকাঁ। ইফালেযে টেকেলি কাতি।' বুলি এমোকোৰা হাঁহিৰে 'বাক চাওঁ' বুলি মাত্র ক'লে। আশা কৰিলো, অথন্তৰত তেওঁ কিবা এটা কৰি দিবই দিব। লগতে কিন্তু বিশ্ববিদ্যালয়ৰ যোগে কেন্দ্ৰীয় চৰকাৰৰ ওচৰতো হাত পাতিলো, আমাক অন্ততঃ কলিকতালৈকে উৰা-জাহাজে যাবলৈ দিব লাগে, আৰু চুতিয়তে, অহা-যোৱা খৰচ আগধন কৰি দিব লাগে। হঠাতে মোৰ মূৰ-কামোৰণিটো উভি গ'ল, ভাৰত চৰকাৰ দুখীয়াৰ প্ৰতি সদয় হ'ল। ধন আহি পালেই।

মঞ্জনাকৈয়ে দলপতি হ'লো। কলা-বণৰ সৈনা-দলটি কিন্তু বেছ গজ্‌গজীয়া। আখৰা চালো। তেতিয়া বিশ্ববিদ্যালয়ৰ লেক্‌চাৰাৰ ডক্টৰ ভূপেন্দ্ৰ কুমাৰ হাজৰিকা নিজৰে অনাতাঁৰ নাট "এৰা বাটৰ সুৰ"ৰ সঞ্চালক। ভাৱৰীয়াসকল ল'ৰা হ'লেও দেখাতে নিপুণ— শৈল বৰুৱা, কুলদা কুমাৰ ভট্টাচাৰ্য, দুৰ্গেশ্বৰ বৰঠাকুৰ, জিলি দাস (এতিয়া মালিক), অঞ্জলি (মোৰ পুৰণি বন্ধু অজয় মেচৰ ভনী) আৰু হেমন্ত দাস। পিছে একাংকিকা? তেতিয়াতো একাংকী নাট বোলা বস্তু এটা আমাৰ মচুলুমকে নায়েই। প্ৰবীণ ফুকনৰ "মণি-ৰাম দেৱান"কে কাটি-কুটি পাঁচটা দৃশ্যৰ এটা ৰূপ দিয়া হ'ল, যদিও একাংকিকাৰ ঐক্য সি নাপালে, পাগত নুঠিল। তথাপি আমাৰ ছাত্ৰ তফজ্জুল আলিক সঞ্চালক কৰি দিয়া হ'ল বিষ্ণু খাওন্দ, মনোৱাৰ ইছলাম বৰা (ডক্টৰ মফিজুল ইছলাম বৰাৰ পুত্ৰ), দিলীপ হাজৰিকা, শৈল বৰুৱা, দুৰ্গেশ্বৰ বৰঠাকুৰ, ভদ্ৰ বৰা (এতিয়া বিশ্ব-বিদ্যালয়ৰ অধ্যাপক), অঞ্জলি আদিৰে। দুইখন নাটৰে সাংগীতিক যোগান ধৰিলে সুকণ্ঠ-সুকণ্ঠী শেৱালি দেৱী, গীতা দাস (এতিয়া শ্ৰীমতী ডক্টৰ মহেন্দ্ৰ বৰা), বীৰেন্দ্ৰনাথ দত্ত (এতিয়া ডক্টৰ) জ্যোতিৰ্ময় কাকতী আৰু অজিত সিংহই। ধ্ৰুপদী নৃত্যত

দিলীপকুমাৰ চৌধুৰী (কথক) আৰু চিত্ৰা গুহ (মণিপুৰী, এওঁ গুৱাহাটী পাণবজাৰৰ বিখ্যাত গুহ পৰিয়ালৰ জীয়ৰী), ধ্ৰুপদী সংগীতত বিজয়শংকৰ দাস (বেহেলা), বকুময়ী দাস (চেতাৰ), প্ৰীতিনাথ জোৱাদ্দাৰ আৰু কাকলি দাস (খেয়াল)। ছোৱালীৰ তদাৰকৰ বাবে সন্দিকৈ ছোৱালী কলেজৰ অধ্যাপিকা সুনীতি সেনক লৈ একত্রিছজনীয়া দলটো দুভাগ হৈ দুখন জাহাজত উঠি কলিকতাত উপস্থিত হ'লহঁক, আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰৰ সৌজন্যত এন্. এল্. মিত্ৰ হোস্টেলত আৰু বিবেকানন্দ পথৰ ছোৱালী হোস্টেলত বৈ এৰাতি কটাব লগীয়া হ'ল। কিন্তু দবিত্ৰ লংকালৈ যোৱা দবে বিপদে দেখিছো আমাৰ লগ এৰিব নোখোজে। আমাক ইতিপূৰ্বে কোৱা হৈছিল যে হাওড়াৰপৰা দিল্লীলৈ ৰেল-যাত্ৰাৰ বাবে ৰিজাৰ্ভেশ্যন ঠিক-ঠাক হৈ আছে। সেয়া মিছা আশা হ'ল। ড' ভূপেন হাজৰিকা আৰু মই খোৱা-বোৱা এৰি দিনটোৱে ৰেলৱেৰ কয়লাঘাট পথৰ কাৰ্যালয়ত লেকাট লাগি জানিবাঁ সেই দিহাটো কৰিলোগৈ আৰু গধূলি ৰেলগাড়ীত উঠিব পৰা হ'লোহক। অফিছৰ কেৰাণীদলক ৰোধ কৰি আমাক সেই অথন্তৰত দয়া কৰা সুৰজ ভান নামৰ বিষয়াজনৰ সহায়ৰ কথা এতিয়াও মনত পৰে; মই গুৱাহাটী এৰাৰ আগমুহূৰ্তত দুখন বেনামী চিঠি পাইছিলো। 'অমুকক দলত কিয় লোৱা হ'ল? ..আমি ভাবত চৰকাৰলৈ লেখিছো। পাব মজাটো।' মই জাহাজত উঠিবলৈ যোৱাৰ বাটত ড' বৰুৱাক সেইবোৰ দেখুৱালো। তেওঁ ক'লে, 'তুমি ৰাক যোৱাঁচোন। আমি আছো।' মোলৈ আৰু এটা সাৱধান বাণী আছিল—মই যেন ল'ৰা-ছোৱালীবোৰ লৈ গৈ কোনো ৰাজনৈতিক খোকত নোসোমাওঁ।

আমি আগ বাঢ়ি গৈয়ে থাকিলো। গৈ গৈ পালোগৈ এক বিৰাট শিবিৰ! যেন ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমৱেত মহোৎসৱ।

ভাৰতৰ একুৰি ছটা বিশ্ববিদ্যালয়ৰপৰা অহা প্ৰায় আঠ শ ছাত্ৰ-ছাত্ৰী, অধ্যাপক-অধ্যাপকনীৰ তাম্বিৰবাৰ এখন অৰণ্য। সেয়ে তালকটোৰা বাগিচা। নামটো আন কি দিল্লীৰ মানুহবে তৈতিয়া বৰ চিনাকি নহয়। মানুহৰ আহ-যাহো তাত পাতল। দুশ বছৰমান আগতে ১৭৩৮ খ্ৰীস্টাব্দত পতনোন্মুখী মোগলৰ বিৰুদ্ধে কেইঘড়ীমান লেঢ়াই কৰিবলৈ অহা মাৰ্হাট্টা সৈন্যৰ ইয়াতে বিজয়-পতাকা উৰিছিল। আজি তাত আনন্দ-কেতন উৰিছে প্ৰথমবাৰৰ বাবে একেলগ হোৱা ভাৰতীয় বিশ্ববিদ্যালয়ৰ ডেকা-গাভৰু। কেয়োফালে মাথোন আনন্দ-কোলাহল। ১ নৱেম্বৰৰপৰা সপ্তাহ জোৰা উৎসৱ হ'ব। ৩১ অক্টোবৰৰ দিনা দেওবৰীয়া Statesmanৰ স্টাফ ৰিপোৰ্টাৰে মহা আয়োজনটোৰ বৰ্ণনা দি লেখিলে,—Perhaps the most picturesque team participating in the festival is that from Gauhati University. Outside their tent is displayed a Naga headgear. These participants had to be flown to Calcutta to enable them to come to Delhi. Among the items to be presented by them are a radio play, Manipuri dance to be performed by Manipuri, and a Kathak dance. শিৰোভূষণটি পিছে আছিল আমাৰ কুলাম সকৈয়াহে; মণিপুৰী নাচৰ চিত্ৰাও আকৌ মণিপুৰী বা মণিপুৰত থকা ছোৱালী নহয়। তথাপি তেওঁ high commendation লাভ কৰিলে। কথক নাচি দিলীপ চৌধুৰীয়ে ৰূপালী নৃত্যত দ্বিতীয় সম্মান লাভ কৰিলে। উৎকল বিশ্ববিদ্যালয়ৰ-পৰা ওড়িয়া নৃত্যত যোগ দিয়া প্ৰিয়ম্বদা মহান্তি পাছলৈ সেই নৃত্যত মহীয়সী ব্যাখ্যাকৰ্ত্ৰী, exponent, হৈ উঠিছিল। ভট্টৰ হাজৰিকাৰ প্ৰযোজনাত অনাতাঁৰত আমাৰ "এৰা বাটৰ সুৰ" দ্বিতীয় পুৰস্কাৰেৰে জয়ী হৈ আছিল। "মণিৰাম দেৱান" একেবাৰেই ওপৰ উঠি আছিব লোৱা-

বিলে যদিও তালকটোৰা বাগিচাত সজা অস্থায়ী মঞ্চত তাৰ অভিনয়ে আদৰ লাভ ক'ৰিছিল। Hindusthan Standard-এ কৈছিল—'Maniram Dewan, staged by the students of Gauhati University, was appreciated by all. ....Besides good acting, the Gauhati students had presented some commendable symbolic techniques of one-act play. নাটকত প্ৰথম পুৰস্কাৰ পোৱা "ফিহাৰ্টেন"ৰ সঞ্চালক-অভিনেতা দেৱ আনন্দ অতি সোনকালেই ছিনেমা জগতৰ শীৰ্ষলৈ উঠিল! বিভিন্ন দলৰ মাজত দলীয় নৃত্যৰ আখৰাৰ পয়োভৰ দেখি আমাৰ ল'ৰা-ছোৱালীহঁত টিহ্‌-টিহাই উঠিল, 'ছাৰ, আমাৰ বিহু আছে, অমুক-তমুক আছে। আমাৰ দলক এইটো বিষয়ত যোগ দিবলৈ নিদিলে কিয়? এতিয়াও ছাৰ, আমি কিবা এটা কৰোঁ!' 'কিয় কি হ'ল মই নাজানো। এতিয়া কিন্তু কিবা এটা সাজিবলৈ গ'লে সুন্দৰী নহৈ বান্দৰীও হ'ব পাৰে।' কিন্তু ল'ৰা-ছোৱালীৰ উৎসাহত বাধা নিদি গুৱাহাটীলৈ টেলিগ্ৰাম কৰি ত'ৰপৰা উৎসৱ কৰ্তৃপক্ষলৈ টেলিগ্ৰাম কৰোৱাই দলীয় নৃত্যত আমাৰ যোগদান কৰোৱা হ'ল। কিন্তু মনোৰাৰ, বিজয়শংকৰ আৰু চিত্ৰা লগ লাগি যিটো বস্তু সাজিলে, সি ধৰা পৰা বিধৰহে হ'ল। তথাপি ধেমালিটো মাটি কৰা নগ'ল। ৭ নৱেম্বৰত দেও-বৰীয়া Statesmanএ আন আন বিশ্ববিদ্যালয়বো লোক-নৃত্যৰ চোকা সমালোচনা দি লিখিলে, and there was a Naga item that bore no resemblance to any Naga dance whatsoever! সেইকাঠি শৰ আমাৰ গাতে পৰিছি! কিন্তু মুঠৰ ওপৰত উৎসৱত আমাৰ যোগদান ভালেই হ'ল আৰু আনন্দ-মনে ঘূৰিলো ঘৰলৈ। পইচৰ শেষ জোৰা হ'লে আমি কিজানি এখনেই হ'লোহেঁতেন। উৎসৱ মুকলি কৰি মৌলানা আবুল

কালাম আজাদে কৈছিল যে ১৯৫২ চনতে সংযুক্ত ৰাষ্ট্ৰসংঘৰ অনুৰোধ-ক্ৰমে দিল্লীত ভাৰত চৰকাৰে যুৱ-কল্যাণ সম্পৰ্কে এক ছেমিনাৰৰ আয়োজন কৰিছিল আৰু সেই আলোচনা-সত্ৰৰ সিদ্ধান্ত অনুসৰিয়ে যুৱ-কল্যাণৰ আঁচনি হাতত লৈ চৰকাৰে প্ৰথম যুৱ-মহোৎসৱৰ ব্যৱস্থা কৰে। ৰাষ্ট্ৰপতি ড° ৰাজেন্দ্ৰ প্ৰসাদে তেওঁৰ আশীৰ্বাণীত কৈছিল, 'প্ৰথম আন্তঃবিশ্ববিদ্যালয় যুৱ-মহোৎসৱ কেৱল শিক্ষাৰ ক্ষেত্ৰতে নহয়, নব ভাৰতৰ ইতিহাসতো ই এক মহৎ উপলক্ষ্য।'

ঘৰলৈ ঘূৰাৰ বাটত এলাহাবাদ বিশ্ববিদ্যালয়ৰ বেংগলী লিটাৰেৰি ইউনিয়নৰ নিমন্ত্ৰণত আমি প্ৰয়াগত ৰ'লো আৰু ৯ নৱেম্বৰত ইউনিভাৰ্ছিটি ড্ৰেমেটিক হলত সৰ্বজন বিদ্বৎসমক্ষে প্ৰধান মন্ত্ৰীৰ বানপানী পাহাৰা পুঁজিৰ অৰ্থে এটি সংগীত সন্ধিয়া কৰিলো। পাছদিনা পুৱাৰ Amrita Bazar Patrikaই ( এলাহাবাদ ) বুলিলে, Those who did not attend the variety programme presented by the cultural group of the Gauhati University at the University Dramatic Hall here yesterday will regret it for years to come.

১৯৫৫। দ্বিতীয় আন্তঃবিশ্ববিদ্যালয় যুৱ-মহোৎসৱ। আমাৰ বিশ্ববিদ্যালয়ৰ যুৱ-কল্যাণৰ পূৰ্ণ-ভাৰপ্ৰাপ্ত অধ্যাপক হিছাপে এইবাৰ আমাৰ দলৰ সংগঠন নিজেই কৰিলো, গুৱাহাটীত পাৰ পৰা কলাভিজ্ঞসকলক বিচাৰক কৰি ছাত্ৰ-কলাকাৰৰ বাছনি কৰিলো, কাৰণ আমি জানো আমাৰ মাজত বুদ্ধি আৰু শক্তি আছে, তাকে মাথোন বাছি লৈ ঠিক পথে লৈ যাব লাগে। নাচত মণিপুৰক আমাৰ আনসকলে বলে পৰা টান; সেইহেতু শৈলীৰ এটি নাচেৰে সেই দেখি ধনমঞ্জৰী কলেজৰ এটি দল নিৰ্বাচিত হ'ল; লগতে ধ্ৰুপদী নৃত্যত এটি ছাত্ৰীও ( কৰবী দত্ত চৌধুৰী ); ল'ৰা অৱশ্যে আগৰ বছৰৰ দিলীপেই থাকিল। দলীয়

গীতৰ বাবে তেতিয়া এম. এ-ৰ ছাত্র বীৰেন্দ্রনাথ দত্তৰ নেতৃত্বত আমাৰ নাগেৰা নামৰ আৰ্হিত এটি গীত তৈয়াৰ কৰা হ'ল ; তাতে গাৰো-মিজো ছাত্র-ছাত্রীও থাকিল, আমাৰ লক্ষহীৰা দাস, শেৱালি, জ্যোতির্ময়, ৰমেন বৰুৱা, গুণদাও হ'ল। ৰেডিও নাটকত নেকিব আহমদ, বিজয় শংকৰ, নমিতা বৰুৱা, নিত্যা দত্ত আদি ; শৈল বৰুৱা হ'ল সঞ্চালক। মঞ্চ একাঙ্কিকা বুলি লোৱা হ'ল ফণী শৰ্মাৰ "ভোগজৰা"ৰ প্ৰথমৰ ৰূপটি ; সঞ্চালক হ'ল শিৱসাগৰ কলেজৰ অধ্যাপক পৰাগ চলিহা ; অভিনেতা সন্তোষ চৌধুৰী, মৃণালিনী দাস (অনু), ৰত্না ডেকা আদি। ধ্রুপদী কণ্ঠ আৰু যন্ত্র-সংগীত, হিন্দী বক্তৃতা আদিতো আমাৰ প্ৰতিযোগী দিয়া হ'ল । পৰিচালনাত শ্ৰীমতী নীলিমা দত্ত হ'ল মোৰ সহায়ক। এইবাৰ তালকটোৰাৰ নতুন মুকলি মঞ্চতহে নাটক আৰু আন মুকলি কাৰ্যসূচী অনুষ্ঠিত হয়। উৎসৱ চলি থকাৰ মাজতে দিল্লীলৈ ইণ্ডোনেছিয়াৰ উপৰাষ্ট্রপতি ডক্টৰ মহম্মদ হাট্টা আহিছিল। তেওঁক অভিনন্দন জনোৱা সভাত উপস্থাপন কৰা বাছকবনীয়া নৃত্য-গীতৰ ভিতৰত উৎকৃষ্ট কলাকৰ্ম-ৰূপে আমাৰ দলীয় নৃত্যটিও প্ৰদৰ্শনৰ বাবে নিৰ্বাচিত হৈছিল। প্ৰথম-বাৰতকৈও এইবাৰ আমাৰ নাচ-গান- অভিনয় অধিক মনোজ্ঞ হৈছিল। দলীয় নৃত্যত প্ৰথম পুৰস্কাৰ (ধনমঞ্জৰী কলেজ), ধ্রুপদী নৃত্যত (ছোৱালী) দ্বিতীয় পুৰস্কাৰ (কৰবী), ৰেডিও নাটকত তৃতীয় পুৰস্কাৰ (ৰাজেন হাজৰিকাৰ 'পৰ্বতৰ টিঙে টিঙে') আৰু ধ্রুপদী যন্ত্র-সংগীতত (ল'ৰা) বিশেষ প্ৰমাণ-পত্ৰ (খোলত খনীন্দ্ৰনাথ শৰ্মা) লাভ কৰিছিলো। Assam Tribuneঅৰ নতুন দিল্লীৰ প্ৰতিনিধিয়ে উৎসৱৰ বিষয়ে আলোচনা কৰি লিখিলে, "On the whole, the Gauhati University team has done much better than last year, which is a matter of pride for such a young University. . The leader of the team, Dr. Neog, has

been more successful than many other leaders in selection of right sort of talents and presenting them to win several honours.

১৯৫৬। তৃতীয় আন্তঃবিশ্ববিদ্যালয় যুৱ-মহোৎসৱ। আমাৰ আটাইতকৈ উজ্জ্বল উপলক্ষ্য। এইবাৰ গুৱাহাটীৰ সংগঠন ভালকৈ পকা কৰা হৈছিল। কলাকাৰ-নিৰ্বাচনৰ কাৰণে নজন সদস্যেৰে এখন শক্তিশালী বাছনি সমিতি বিশ্ববিদ্যালয়ৰ কৰ্ম-পৰিষদেই গঠন কৰি দিছিল। দ্বিতীয় আন্তঃবিশ্ববিদ্যালয় উৎসৱ নতুন দিল্লীত চলি থাকোঁতেই অসমৰ মুখ্যমন্ত্রী বিষ্ণুৰাম মেধি আমাৰ শিবিৰলৈ গৈছিল। আমাৰ ল'ৰা-ছোৱালীহঁতে শিবিৰৰ সমুখত নাচ-গান-খেমালিৰে মেধিদেৱৰ আপ্যায়নৰ দিহা কৰিছিল। সেই আনন্দ-মেলাত ওচৰৰ শিবিৰৰ পঞ্জাবী ডেকা-হঁতেও ভাংৰা নাচ লৈ আমাৰ খেমালিত যোগ দিছিল। মুখ্যমন্ত্রীয়ে সেই থলিত গোটা খোৱা সকলোকে শিবিৰৰ ভোজন-ঘৰলৈ নি চাহ-জলপানেৰে সন্তোষিত কৰিছিল আৰু পাছৰ বছৰৰ উৎসৱৰ আয়োজনৰ বাবে এহেজাৰ টকাৰ এটি অনুদান দিবলৈ প্ৰতিশ্ৰুতি দিছিল। অনুদানৰ পৰিমাণ বৰ্ধিত কৰি আমাক ১,২৫০ টকা দিয়াত সংগঠনৰ কামত এতিয়া বিশেষ সহায় হ'ল। বাছনি প্ৰতিযোগিতাত লব্ধ-প্ৰতিষ্ঠ কলাকাৰ কেইজনমান বিচাৰক থাকিল। পুৰণি আইন কলেজত আৰু (অনাতাঁৰ নাটকৰ বাবে) অল ইণ্ডিয়া ৰেডিওৰ ষ্টুডিওত সেই প্ৰতিযোগিতা চলিল। বিশ্ববিদ্যালয়ৰ (স্নাতক, স্নাতকোত্তৰ আৰু আইন শ্ৰেণী) ছাত্ৰৰ বাহিৰেও কটন, দৰং, ধনমঞ্জৰী, জগন্নাথ বৰুৱা, শিৱসাগৰ, কানৈ আৰু নগাঁও কলেজৰ ছাত্ৰ-ছাত্ৰীয়েও যোগ দিলেহি। প্ৰতিযোগিতাৰ অন্তত এইদৰে দল নিৰ্ব্বাচিত হ'ল—দলীয় নৃত্যত ধনমঞ্জৰী কলেজ (কাবুই নগাৰ নাচ), একাঙ্কিকাত দৰং কলেজ (ভোলা কটকীৰ নাট "বিভ্ৰাট" তেওঁৰে সঞ্চালনাত); অনাতাঁৰ নাটকত ডিব্ৰুগড় কানৈ কলেজ (জজাল্‌ল

আলিৰ সঞ্চালনাত অনিল চৌধুৰীৰ "মাণিক বাইটং"); লোকীয় গীতত কাৰ্নে কলেজ (নীলিমা, কল্যাণী দেৱী), বিশ্ববিদ্যালয় (প্ৰণীতা, জ্যোতিৰ্ময়, উষা), ডিব্ৰুগড় কলেজ (জ্যোতিষ, কটন কলেজ (অপূৰ্ব) আৰু শিৱসাগৰ কলেজৰ (ভুবানন্দ) এটি মিহলি দল; ধ্ৰুপদী নৃত্যত ধনমঞ্জৰী কলেজ (ব্ৰজমণি সিংহ, কৰবী দত্ত), যন্ত্ৰ-সংগীতত যামিনীকান্ত গোহাঁই (জগন্নাথ বৰুৱা কলেজ)। ইয়াৰ উপৰি ওপৰঞ্চি বিষয় হিন্দী বাগ্মিতাৰ বাবে বিশ্ববিদ্যালয়ৰ ৰমেশপ্ৰসাদ আগৰৱালা আৰু ওংকাৰমল মাহেশ্ৰী আৰু নেছনেল কেডেট কোৰৰ স্বেচ্ছাসেৱক আতাউল হক, তদুপৰি গীত-নাচৰ বাজনাদাৰ, নাটৰ আঁৰৰ কৰ্মী-ৰূপে কেইবাজনো নিৰ্বাচিত হ'ল। দলপতি-ৰূপে মোৰ সহায়ক হ'ল প্ৰীতি বৰুৱা আৰু ধনমঞ্জৰীৰ দলটিৰ তদাৰক কৰিবলৈ আহিল মদনগোপাল শৰ্মা। নিৰ্বাচনৰ সময়ত তেজপুৰৰ ল'ৰা-ছোৱালীকেইটিৰ চমৎকাৰ মঞ্চ অভিনয় দেখি লক্ষ্যধৰ চৌধুৰীয়ে কৈছিল, 'নেওগ, এওঁলোকে দেখোন আমাক শেষ কৰি পেলালে!'

২২ অক্টোবৰ আবেলি ৪ বজাত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে যুৱউৎসৱ উদ্বোধন কৰে। পিছে ২৫ তাৰিখ পৰ্যন্ত ৰণাঙ্গনত আমাৰ দলৰ প্ৰৱেশ নহ'ল। কিন্তু সেইদিনা যেতিয়া আবেলি বিৰল শিৱ-ৰঞ্জনী ৰাগেৰে আমাৰ আগম ঘটিল, গুৱাহাটীৰ নাম ৰজন্‌জনা হ'ল। Statesman পত্ৰিকাৰ সঙ্গীত-সমালোচকৰ ভাষাত, আমাৰ Jaminikanta Gohain's interpretation of Shivranjani on the violin was notable for the clarity and suavity of the instrumental tone as well as understanding of the tone as well of the instrument. যামিনীকান্তৰ অপূৰ্ব বেহেলা-বাদনৰ পিছতে আমি আৰু এটি মনোৰম পদাৰ্থ তালকটোৰাৰ পাদ-প্ৰদীপৰ সমুখত থাপিলো—সেই কলেজৰ ছাত্ৰ

ভোলা কটকীয়ে লিখা আৰু প্ৰয়োগ কৰা গাঁৱলীয়া জীৱনৰ চিত্ৰৰ একাঙ্কিকা "বিভ্ৰাট"। নাটকখনত ঘটনা-বৈচিত্ৰ বুলিবলৈ একো নাই আৰু প্ৰেক্ষাগৃহৰ প্ৰায় ভাগেই আমাৰ ভাষাতো বুজিয়ে নাপায়! কিন্তু কোনোবা দুটামানে কুশ্ৰী চিয়ঁৰ দুটামান টানি আমাৰ ল'ৰা-ছোৱালী কেইটাক বহুৱাবৰ যত্ন কৰিও বিফল-মনোৰথ হ'ল, কাৰণ, আকৌ Statesmenঅৰ সমালোচকৰ কথাত, it gripped the audience by the sheer brilliance of presentation. ...The acting straightfoward and full of character was throughout brilliant. ২৫ তাৰিখে গধূলি দলৰ পিছত দলে দলীয় নৃত্য প্ৰদৰ্শন কৰিলে ; সি কিন্তু বিচাৰক-দৰ্শকৰ সেৰেকা সেৰেকা লাগিল। শেহত আহিল গুৱাহাটী। তেতিয়া সিসকলে অনুভৱ কৰিলে, But with Gauhati University we came to the full-blood genuine Naga dance. Indeed this harvest dance was so beautiful, so perfectly co-ordinated, the dresses were so wonderful, that it was a match to any professional company we have seen (Statesman—সম্ভৱতঃ ডক্টৰ চাৰ্ল্‌ছ ফাব্ৰি), গধূলি ভমূলৈ ঘূৰি আহিবৰ বেলা লগৰীয়া আন বিশ্ববিদ্যালয়ৰ নেতাসকলে ক'লে, 'ডক্টৰ নেওগ, আপ্‌নে সব লুট লিয়ে।' ২৭ তাৰিখে অনাতাঁৰত আমাৰ "মাণিক ৰাইটং" হ'ল। বস্তুটি কিন্তু লোণ বেছি হোৱা ভাল আঞ্জাৰ দৰেহে হ'ল ; সমালোচকৰ দৃষ্টিত, "Manik Raitong based on a Khasi folk-tale presented by Gauhati suffered from the common disease of unnecessary sobbing. The voices were so much drowned by it that whatever character they had was lost. The production left an impression of complete

rawness. আনফালে দলীয় গীতত ( ৰাষ্ট্ৰীয় সংগীত আৰু সেৱেন শৰ্মা-ৰচিত গীত 'হেই খিনিকি খিন্দাও দাও' ) আমাৰ কৃতিত্ব মাজে-মধ্যেই ৰ'ল। Special mention must be made of the very fine peroformance given by the Gauhati group. It showed excellent co-ordination (Statesman). ধ্ৰুপদী নৃত্যত (মণিপুৰী) ব্ৰজমণি সিংহ আৰু কৰবী দত্ত চৌধুৰীয়ে প্ৰভূত প্ৰশংসা লাভ কৰিলে। ব্ৰজমণি সকলো বিধ ধ্ৰুপদী নৃত্যৰ প্ৰতি-যোগীৰ ভিতৰত শ্ৰেষ্ঠ বিবেচিত হ'ল, আৰু তেওঁ আৰু ধনঞ্জয়ৰ নৃত্য-দলে শেষান্তৰ সন্ধিয়াৰ বিশিষ্ট নিমন্ত্ৰিতসকলৰ সমুখত নৃত্য প্ৰদৰ্শন কৰাৰ সন্মান পালে। আনফালে "বিভ্ৰাট"ৰ নায়িকা ৰঙিলীৰ ভূমিকাত ৰাণী বৰুৱা একাংকিকা প্ৰতিযোগিতাৰ শ্ৰেষ্ঠা অভিনেত্ৰী ঘোষিত হ'ল। এইদৰেই ল'ৰা-ছোৱালীহঁতৰ কলা-ৰণথনৰ অন্ত পৰিল। আমি দলীয় বিষয় দুটাত (নৃত্য আৰু নাটক) আৰু গুটীয়া বিষয় দুটাত (ল'ৰাৰ যন্ত্ৰ সংগীত আৰু ধ্ৰুপদী নৃত্য) প্ৰথম পুৰস্কাৰ, ছোৱালীৰ ধ্ৰুপদী নৃত্যত দ্বিতীয় পুৰস্কাৰ, আৰু দলীয় গীতত তৃতীয় পুৰস্কাৰ পালো। আমাৰ এইদৰে সৰ্বোচ্চ পইণ্ট লাভ হ'ল।

শেষ সন্ধিয়াৰ বাছকবনীয়া কাৰ্যসূচী চাবৰ কাৰণে ঠাহ খোৱা দৰ্শক-শ্ৰোতাৰে তালকটোৰাৰ মুকলি প্ৰেক্ষাগৃহত আন আন নেতা-সকলেৰে বহি কথন-মথন কৰি আছো। এনেতে উৎসৱৰ সহকাৰী সঞ্চালক ডক্টৰ কে. ভি. ৰাকি আহি মোক একাষৰীয়াকৈ মাতি নিলে আৰু 'বিশেষ এটি প্ৰয়োজনত' মোৰ কাম আছে বুলি নতুন দিল্লীৰ অতি বৃহৎসকলৰ বাবে আচুতীয়াকৈ ৰখা প্ৰথম শাৰীৰ আসনত বহি থাকিবলৈ দিলে। কেইমিনিটমান পাছতে শিক্ষা মন্ত্ৰালয়ৰ সংযুক্ত সচিব চৈয়দ আচ্ফাক হুছেইনে দলবোৰক বিদায় সম্ভাষণ দিবলৈ উঠি ঘোষণা কৰিলে, "মই আপোনালোকক এই কথা জনাবলৈ

পাই বৰ সুখী হৈছো যে এই কেয়োটা আন্তঃবিশ্ববিদ্যালয় যুৱ-মহোৎসৱৰ ভিতৰত শ্ৰেষ্ঠ তৃতীয় উৎসৱৰ প্ৰতিযোগিতাত, আমাৰ এটি কনিষ্ঠ বিশ্ববিদ্যালয় শ্ৰেষ্ঠ দল বিবেচিত হৈছে।" 'এই বুলি তেওঁ মোক মঞ্চৰ আসনলৈ মাতি নি 'শ্ৰেষ্ঠ দলৰ ডেকা নেতা' বুলি প্ৰেক্ষাগৃহেৰে পৰিচয় কৰি দিলে, আৰু মোক অনুৰোধ কৰিলে সেই 'অভিৰূপভূয়িষ্ঠ' সভাত সভাপতি হ'বলৈ আৰু জয়ী ছাত্ৰ-ছাত্ৰী-সকলৰ মাজত বঁটাবোৰ বিলাই দিবলৈ। সেয়া তাজ্জুব কথা হ'ল, কাৰণ প্ৰথম উৎসৱত সেই কাম কৰিছিল ডক্টৰ চিন্তামন ডি. দেশ-মুখ আৰু শ্ৰীমতী দুৰ্গাবাই দেশমুখে আৰু দ্বিতীয় উৎসৱত শ্ৰীমতী অমৃত কৌৰে। সেইসকল ক'ত আৰু মই ক'ত·······! তথাপি দীঘলীয়া চাপৰি আৰু হৰ্ষধ্বনিৰ মাজত পাঁচ-মিনিটীয়া এটা বক্তৃতাৰে ওলগ-শলাগ জনাই বঁটা বিতৰণ কৰিলোঁ। কিন্তু সেই গৌৰৱ আৰু আনন্দৰ মাজতো হঠাতে এটি দুখৰ ছাঁ মনলৈ আহিল—যেতিয়া মোৰ হাতৰপৰা বঁটা ল'বলৈ আগ বাঢ়ি অহা ধ্ৰুপদী নৃত্যত আমাৰ প্ৰতিযোগিনী কৰবীৰ চকুত দুধাৰ চকুপানী দেখিলো। প্ৰতিযোগিতাত শ্ৰেষ্ঠা হ'ব নোৱৰা বাবেই সেই চকুলো, আৰু তাৰ মূল কাৰণো হ'ল মাথোঁ এটি সৰু ভুল—ভৰিৰে তাল দিওঁতে ঠিক ঠাইত গৈবোৱাৰে নিদি ভৰিৰ আগেৰে ঠোকৰ দিয়া। ধ্ৰুপদী নৃত্যত নিয়ম-নীতিৰ সিমানেই কদৰ। নিয়ম থাকিলেহে কলা-সাধনৰ সাৰ্থকতা।

আমাৰ জয়ৰ বাৰ্তা পুৱাৰ দৈনিক কাগজবোৰত বহলকৈ ওলাল। মোৰ বঁটা-বিতৰণৰ ছবিও সমুখ পিঠিত জিলিকিল। জয়জয় ময়ময় কৰি গুৱাহাটীলৈ ঘূৰিলো। আমাৰ বিজয়ত গুৱাহাটীৰ সকলোৱে আনন্দ প্ৰকাশ কৰিলে। নবীন বৰদলৈ ভৱনত আৰু কলা পত্ৰিকা "চিত্ৰ-বন"'ৰ ফালৰপৰা আৰ্য নাট্য মন্দিৰত ৰাজহুৱা সভা পাতি নেতৃ-স্থানীয় আৰু কলাকাৰ লোকসকলে অভিবাদন জনালে। Assam Tribuneঅৰ সম্পাদকেও Praiseworthy বুলি এটি সম্পাদকীয়

প্ৰবন্ধ লিখিলে। মুখ্যমন্ত্ৰী মেধি ডাঙৰীয়াই আমাৰ উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈদেৱলৈ এখন চিঠি লিখি সমাদৰ জনালে, 'গুৱাহাটী বিশ্ববিদ্যালয়ৰ এই কৃতকাৰ্যতাৰ আমি আটায়ে শলাগ লৈছো আৰু মন্ত্ৰীসভাৰ আৰু আমাৰ জনসাধাৰণৰ হৈ মই আমাৰ বিশ্ববিদ্যালয়ৰ প্ৰতিযোগীসকলক সম্বৰ্দ্ধনা জনাইছো।' ভাৰত চৰকাৰৰ ফিল্ম ডিভিজনৰ এখনি তথ্য-চিত্ৰই বিশেষ উৎসৱৰ শেষ বঁটা-বিতৰণৰ সন্ধিয়াৰ ছবি দাঙি ধৰিলে। ছাত্ৰসকলৰ মাজত বিশেষকৈ, আমাৰ দলৰ বিজয়ে অনুপ্ৰেৰণা আৰু উদ্যম সৃষ্টি কৰিলে।

সেই উদ্যম অনুপ্ৰেৰণা লক্ষ্য কৰি ১৯৫৭ৰ চতুৰ্থ আন্তঃবিশ্ব-বিদ্যালয় যুৱোৎসৱলৈ ছাত্ৰ-ছাত্ৰী নিৰ্বাচন কৰা কাৰ্য এক আন্তঃ-মহাবিদ্যালয় যুৱ-উৎসৱৰ ৰূপত পৰিচালনা কৰিবলৈ স্থিৰ কৰা হয়। ছেপ্টেম্বৰৰ শেহ সপ্তাহতে এই আন্তঃকলেজ উৎসৱ উদ্‌যাপিত হ'ল কটন কলেজৰ পুৰাতন ছুদমাৰ্চেন ভৱনত। সেই উছৱত কটন কলেজৰ কলাপ্ৰেমিক ছাত্ৰ-অধ্যাপকসকলে উদ্যমেৰে যোগ দিছিল, সহযোগ-সাহায্য কৰিছিল। যোৱাবাৰৰ চৰম কৃতকাৰ্যতাৰ পিছত মোৰ এইবাৰ পুনৰ দিল্লীলৈ যাবৰ ইচ্ছা নাথাকিলেও বাছনি সমিতিৰ কথাত নেতাৰূপে এইবাৰো যাব লগীয়া হ'ল। সহকাৰী হ'ল অমলা বেজবৰুৱা। একাংকিকা ঠিক হ'ল যোগেন চেতিয়াৰ 'চেনেহৰ সোঁতা' (আগতে "গুঞ্জৰ" নামৰ ঠাইত মই দিয়া এই নাম) বিশ্ব-বিদ্যালয় শ্ৰেণীৰ ছাত্ৰেৰে। দলীয় গীতৰ দল হ'ল কটন কলেজৰ, কবি হীৰেন ভট্টাচাৰ্যৰ "ৰাঙলী বেলিটি সেইটি" গীতেৰে। দলীয় নৃত্যত ঠিক হ'ল সত্ৰীয়া মহাৰাস নৃত্য (আউনিআটী সত্ৰৰ টংকেশ্বৰ বায়নৰ প্ৰশিক্ষণত), জোনা বৰুৱাৰ প্ৰযোজনাত গৰিমা বৰুৱা, বিভা দেৱী, ৰমেন ফুকন, হিৰণ বৰা আদিৰ আঠজনীয়া এটি দল)। ধ্ৰুপদী কণ্ঠ-সংগীতত (ছোৱালী) অন্নপূৰ্ণা (সন্দিকৈ কলেজ), যন্ত্ৰ-সংগীতত (ল'ৰা) ৰঞ্জিত্ বৰকাকতী (বেহেলা, ছেইণ্ট এড্‌মাণ্ড্‌ছ)। ধ্ৰুপদী

নৃত্যত আগৰ বছৰৰ ব্ৰজমণি আৰু কৰবীয়েই থাকিল। ইংৰাজী আলোচনাত ভাগ ল'বলৈ যোৱা বছৰৰ মহোৎসৱত হিন্দী ভাষণত প্ৰশংসিত ৰমেশপ্ৰসাদ আগৰৱালাৰ উপৰিও কেথেৰিন সেনক বাছি উলিওৱা হৈছিল।

আকৌ তালকটোৰা বাগিচাৰ তম্বুৰ অৰণ্যত আঠত্ৰিছটা বিশ্ববিদ্যালয়ৰ যোল শ ছাত্ৰ-ছাত্ৰী সমৱেত হ'ল। ৰাষ্ট্ৰপতি ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদ আৰু প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে প্ৰথম দিনাখন ছাত্ৰসকলক সম্বোধন কৰি দেশাত্মবোধ জগাই তুলিবৰ যত্ন কৰিলে। তাৰ পাছত বিশ্ববিদ্যালয়বোৰৰ অঁৰিয়া-অঁৰি আৰম্ভ হ'ল। মুকলিভাৱে নতুন দিল্লীত সত্ৰীয়া নাচ প্ৰদৰ্শন কৰা এই হ'ল প্ৰথম। তাৰ প্ৰতিক্ৰিয়াবোৰলৈ সেই দেখি কাণ দিব লগীয়া। Hindusthan Timesৰ খবৰত ওলাল, Gauhati which in earlier years made their name with folk style group dancing, appeared this year with a fully classical piece. It was the traditional Manipuri Ras. নাচটোৰ ধ্ৰুপদী গুণ সমালোচকজনে ঠিকেই মন কৰিছে, কিন্তু উত্তৰ-পূৰ্বাঞ্চলতয়ে মণিপুৰীৰ বাহিৰে নিজস্ব এক নৃত্যধাৰা থাকিব পাৰে, সেইটো তেওঁৰ অৱগতিৰ বাহিৰ। নাচৰ প্ৰযোজকে সত্ৰৰ বাহিৰৰ অলপ আধুনিক ধৰণৰ সাজ দিয়াটো সমালোচকৰ চকুত নপৰাকৈ নাথাকিল। লগতে আমাৰ পুৰণি 'একঘেঁয়েমি'ও। Times of Indiaই নাচটি প্ৰশংসা কৰিও তাৰ এই দোষবোৰ আঙুলিয়াই দিলে: Gauhati University's dance was charming with cute poses and pretty dresses of women (one of them wore a moderncut blouse), but displayed a certain monotony of movement and gestures. আনফালে Hindusthan Standardৰ কলাসমালোচক অবিনাশীয়ে অসমত

যে ভাগৱত-পুৰাণৰ নিৰ্মল সূত্ৰতহে শ্ৰীৰাধিকা-বিহীন ৰাসৰ প্ৰচলন, সেই কথা নজনা বাবে ব্ৰজধাম আৰু মণিপুৰৰ ৰাসৰ লগত আমাৰ মহাৰাসৰ অমিল দেখি হতভম্ব হৈছে: Gauhati University entered the Maharas (the final phase of Ras Nritya) in the competition. This critic was delightfully surprised to see the complete absence of Radha and Krishna from the formation, which was of four Gopis an four Krishnas.····One fact cannot be denied that the students had put in their very best in making the item successful : they deserve this critic's commendation. আমাৰ মহাৰাসত 'যত গোপী তত কৃষ্ণ'ৰ মণ্ডপ আছে, তাৰ কেন্দ্ৰত ৰাসেশ্বৰী ৰাধা নাই ব্ৰজ বা ইম্‌ফলৰ দৰে। কথক নাচৰ কলাকাৰ আৰু পণ্ডিত শম্ভু মহাৰাজে নৃত্যটি প্ৰশংসা কৰিলে। Cultural Forum পত্ৰিকাৰ কলাসমালোচক সৎ নাৰায়ণে নাচটিয়ে highly rhythmic dance employing some intricate steps আৰু আঠজনীয়া দলটিয়ে যে তাক impressive with moments of ecstasy and joy কৰি তুলিছিল, সেই কথা স্পষ্টকৈ লিখিছিল। ৰাজধানীৰ ওপৰত সত্ৰীয়াৰ এই প্ৰথম অভিঘাত সুখবৰেই হ'ল মুঠতে। দিল্লীৰ কোনোবা এটি প্ৰতিষ্ঠানে আমাৰ ল'ৰা-ছোৱালীহঁতৰ নৃত্যটিৰ চিত্ৰ তেওঁলোকৰ কেলেণ্ডাৰতো ব্যৱহাৰ কৰিছিল। মণিপুৰৰ একক নৃত্যত ব্ৰজমণি আৰু কৰবীয়ে সুন্দৰ কৌশল আৰু কাৰ্য প্ৰদৰ্শন কৰিলে। জৌনপুৰী ৰাগত অন্নপূৰ্ণা দাসে আৰু ইবাৰৰ আন বিশ্ববিদ্যালয়ৰ কণ্ঠ সংগীতৰ প্ৰতিযোগিনীসকলেও They all showed commendable understanding of the modal forms but their voices, which continually strayed from tune, marred the

quality of presentation. ৰঞ্জিত ৰৰকাকতীৰ বেহেলাৰ ৰেপণি আছিল মিহি, কিন্তু তেওঁ কাৰ্যতকৈ কৌশলত বেছি ভৰ দিলে। দলীয় গীতটি সুৰলা হৈছিল, কিন্তু উচ্চ পৰ্যায়ৰ নহ'ল। যোৱা বছৰৰ দৰে এইবাৰো কিন্তু আমাৰ একাঙ্কিকাই নিজৰ মান ৰাখিলে। Stanly Houghtonৰ The Dear Departedৰ আধা-অনুবাদ, আধা-ছাঁ যোগেন চেতিয়াৰ "চেনেহৰ সোঁতা"ৰ ভাষা সকলো দৰ্শকৰ বাবে বুজিব পৰা নহ'লেও উপাদেয় হৈছিল, আৰু The boys and girls of Gauhati University, who won the first prize last year, were once again true to themselves and acted with ease and fluency in a realistic manner (Hindusthan Standard). দহদিনীয়া উছৱৰ সামৰণি পৰিল। বিশ্ববিদ্যালয় অনুদান আয়োগৰ সভাপতি ডক্টৰ চিন্তামন দেশমুখে অন্তিম উৎসৱ সম্পাদন কৰিলে সেইবাৰ।

টিপচি চৰাই হৈ হোলোং গছত বাহ লোৱা দৰে 'এটা কনিষ্ঠ বিশ্ববিদ্যালয়' হৈ যোৱাবেছা গুৱাহাটীয়ে সৰ্বভাৰতীয় ৰণক্ষেত্ৰত সৰ্বজয়ী হোৱাটো বয়সস্থ আনবোৰ বিশ্ববিদ্যালয়ে সহিব নোৱাৰিছিল। বোম্বাই আদিৰ বৰ বৰ নেতাসকলে সৰ্বশ্ৰেষ্ঠ দল ঘোষণা কৰাটোৱেই অনুচিত হৈছে বুলি মুকলিকৈ কৈছিল। এনে অক্ষম ঈৰ্ষাৰ ফলতে হ'বপায় চতুৰ্থ উৎসৱত প্ৰমাণ-পত্ৰৰ কোনো শ্ৰেণীবিভাগ কৰা নহ'ল—সৰ্বশ্ৰেষ্ঠ দল ঘোষণা কৰা দূৰৈৰ কথা। নহ'লে জানোচা এলাগী গুৱাহাটীয়েই পাটমাদৈ হৈ দিল্লীশ্বৰীৰ বেশত বহি থাকে! কাগজবোৰে এই সিদ্ধান্তত প্ৰশংসাৰ মন্তব্য প্ৰকাশ নকৰিলে কিন্তু। যোৱা চাৰিটা বছৰে গুৱাহাটীয়ে দেখুৱালে যে ক্ষুদ্ৰও ৰুদ্ৰ হ'ব পাৰে আৰু আনৰ অৱহেলাত, আন কি নিজৰ অৱহেলাতো, পৰি থকা আমাৰ কলা-সম্পদ বা কলা-শক্তি জাগ্ৰত হৈ উঠিলে টোপনিৰপৰা উঠা সিংহৰ ৰূপেই ধাৰণ কৰে। তাৰ বাবে লাগে মাথোন প্ৰকৃত কলাবোধ, ৰুচিবোধ আৰু ইতিহাসবোধ।

# সুৰ আৰু অসুৰ, তাল আৰু বেতাল

পোহৰৰ লগত আন্ধাৰ, ভালৰ লগত বেয়া লিপিট খাই লাগি থকা দৰে দেখিছো সুৰৰ লগ অসুৰে আৰু তালৰ লগ বেতালে এৰিব নোখোজে। পৃথিৱীখনৰ সেয়ে যেন গতি। সেয়ে যেন জীৱনৰ সংঘাত। সক-বৰ সকলো ক্ষেত্ৰতে সেই সংঘাতৰে যেন লীলা-খেলা।

কিন্তু ৰ'ব। মই কোনো দৰ্শনৰ পাতনি মেলিব খোজা নাই। ক'ব খুজিছো মাথোন সুৰ আৰু ছন্দৰ জগতখনৰ লগৰ মোৰ চিনাকিৰ কথা। সেইখন বিচিত্ৰ জগতৰ লগত মোৰ সম্বন্ধ আন-সকলে যিমান ধৰি লয়, আচলতে কিন্তু তেনেকুৱা একো নাই। আনে গালে, বজালে কিন্তু দূৰৰ পৰা শুনি থাকোঁ আৰু নাচিলে ওচৰৰ পৰা গৈ চাই থাকোঁ। অসম দেশখনত গীত-নৃত্যৰ পয়োভৰ দেখি কোনোৱে তাক সংগীত নৃত্যৰ দেশ বুলি আখ্যা দি বং পায়। নানাবিধ লোক-গীত-নৃত্যেৰে অসম উপচি আছে; তদুপৰি মহাপুৰুষৰ আদৰ্শৰ বাহক সত্ৰসমূহে আৰু ব্যাহ-গোৱা বা সভাগোৱা ওজা-পালি আৰু মাৰৈ-পূজাৰ ৰং-গোৱা ওজা-পালিয়ে নিজৰ ধাৰাত ধ্ৰুপদী সংগীত-নৃত্যৰ ঐতিহ্য বহন কৰি আহিছে। কিন্তু সেই সকলোবিলাকৰ বৈজ্ঞানিক চৰ্চা আমাৰ হোৱা নাই। আমাৰ যিসকলে সঙ্গীত-নৃত্য চৰ্চা কৰে সেইসকলে লোকৰ পুতলা হৈ লোকে পাতি দিয়া পটিয়ে গৈ লোকৰ ঐশ্বৰ্যৰ কথাহে জানে, কয়, ফলিতৰূপত চৰ্চা কৰে। মোৰ সেই দেখি আক্ষেপ হয়, আমাৰ সম্পদবোৰৰ মূল্য নিৰ্ণয় কৰিব পৰা বা লিবোৰক দাঙি ধৰিব পৰা আমাৰ সঙ্গীত-পণ্ডিত বা নৃত্য-পণ্ডিত নোলাবনেকি! তাৰ বাবে লগা গুণ মই আহৰণ কৰা নাছিলো। সৰুতে কিতাপ পঢ়িবলৈ

শিকিছিলো। গাবলৈ, নাচিবলৈ নহ'ল। সেই বিষয়ত ঘৰৰ কালৰপৰা উদগনি নাছিল। যি সময়ত সিবোৰ কলাই ল'ৰা-মনত প্ৰভাৱ পেলায়, সেই সময়ত কুশাঙ্গ হৈ কমাৰফদীয়াই নাট-ভাওনা কৰাটো এৰি পেলাইছিল। ল'ৰাৰপৰা ডেকা হ'বলৈ ধৰা কালত সেই দেখি গাঁৱত 'কিবা এটি কৰিবৰ' কথা ভাবোঁতে আধুনিক ধাৰাৰ নাটক আৰু অভিনয়ৰ (যাক 'থিয়েটাৰ' শব্দটোৰে বুজোৱা হয়) কথা ভাবিছিলো আৰু কৰিছিলো। মাধোন মোমাইৰ গাঁৱত পতা বা আউনীআটীয়াসকল আহি মেটেকা বাহৰত পতা ভাওনালৈ গৈছিলো, চাইছিলো, তৃপ্তি পাইছিলো। কিন্তু সেই অভিজ্ঞতাও ইমান গাঢ় নাছিল যে কুমলীয়া লক্ষ্মীনাথৰ দৰে হাতত কল-থছৰাৰে সজা গদা এডাল লৈ 'ৰহ ৰে ৰহ ভ্ৰাতৃবৈৰী হৰি' গাই সমনীয়াৰে ভাওনাৰ আখৰা কৰোঁ। কিন্তু মোৰ অতি সৰু কালতে গাঁৱত হোৱা 'বালীবধ' থিয়েটাৰত বালী-সুগ্ৰীৱৰ যুদ্ধত নাটকৰ বাহিৰৰপৰা লগাই দিয়া 'পুথুৰীৰ পাৰে পাৰে আউনীয়া পাণ, তোৰে মোৰে যুদ্ধ হ'লে এৰিবলৈ টান' কথা-আষাৰ গাই সমনীয়াৰে বাহু-যুদ্ধৰ নাচ কৰাটো বৰ ছখ হৈছিল। কিন্তু পঢ়া-শুনালৈ অলপ হ'লেও আওকাণ কৰি নাচ-গানত লগাটো অবিধেয় বুলিয়ে জ্ঞান কৰা হৈছিল।

স্কুল-কলেজ বগাই এম্. এ. পাছ কৰি বিশ্ববিদ্যালয়ৰ শিক্ষক হ'লো। এনেতে অসমৰ শিক্ষামন্ত্ৰীৰপৰা আমাৰ বিভাগৰ প্ৰধান ডক্টৰ বাণীকান্ত কাকতিলৈ অনুৰোধ আহিল, ছৰকাৰে উত্তৰ ভাৰতৰ জয়পুৰলৈ স্থানীয় গীত-নাচ-নাটৰ এটি দল পঠিয়াব, সেই দলৰ লগত যেন মোক প্ৰবক্তা-নেতাৰূপে যাবলৈ দিয়া হয়, কাৰণ সেয়া অসমৰ মান-সন্মানৰো কথা। ছাৰে একেআষাৰেই কৈ পঠিয়ালে, মোক যাবলৈ দিব পৰা নহ'ব। ছাৰৰ কথা, বিশ্ববিদ্যালয়ৰ পণ্ডিতৰ আকৌ নাচ-গানত ৰতি কিহৰ! এনে মনোভাৱ আগৰসকলৰ মনত

আছিলেই। মোৰ লগত বিশেষ সদ্ভাৱ থকা এজন ৰবেণ্য পণ্ডিত ডক্টৰ ভি. ৰাঘৱনে মাদ্ৰাজ মিউজিক একাডেমি, বালা সৰস্বতীৰ ভৰত-নাট্যম্ অনুষ্ঠান আদিৰে ঘন সম্বন্ধ ৰখাটো কৃষ্ণকান্ত সন্দিকৈয়েও ভাল চকুৰে চাব পৰা নাছিল। সি যি হওক, অসমৰ দলৰ দলপতি হৈ জয়পুৰলৈ আৰু যোৱা নহ'ল।

কিন্তু সদ্ হওক, বদ্ হওক, মানুহৰ নিছা থাকিলে তাক এৰা টান। ৰসিকজনেও তেতিয়া আহি লগ দিয়েহি। ১৯৫৩ৰ ১৪-১৫ ফেব্ৰুৱাৰীত গুৱাহাটীৰ কলা-ৰসিকসকল গোট খাই শিল্পীসঙ্ঘ নামে এটি অনুষ্ঠান কৰিবলৈ লৈছে। মহা উদ্যম। ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ দৰে নাট্যকাৰ-অভিনেতা কলাপণ্ডিত সভাপতি হৈ আছিছে। সেই সভাতে 'অসমৰ নৃত্যকলা' বুলি এক প্ৰবন্ধ পাঢ়ি বক্তৃতাও দিব লগীয়া হ'ল। বৰঠাকুৰদেৱকে মুখ্য কৰি জ্ঞানী-গুণীজনে তাকে উত্তম বুলিলে। সেই কালত তেনে প্ৰবন্ধ বিৰল। হ'লেও সেই সময়তে মোৰ ডি ফিলৰ থিছিছৰ কাৰণে শংকৰদেৱৰ গীত-নৃত্য-নাটক সম্বন্ধে চৰিতৰপৰা আৰু সত্ৰৰ মণ্ডলত অনুসন্ধানৰপৰা বিষয়টোত ৰতি কৰিব লাগিছিল। শিল্পীসঙ্ঘ নোহোৱা হ'ল। মোৰ কিন্তু বায়ুটো থাকি গ'ল।

সেই বছৰৰে নবেম্বৰৰ কুৰিৰপৰা বাইছলৈ কটন কলেজত অল্ আসাম ইণ্টাৰ-কলেজ মিউজিক কম্পিটিছন বুলি কলেজীয়া ছাত্ৰ-সকলৰ এক বিৰাট অনুষ্ঠানৰ আয়োজন কৰা হয়। বস্তুটিৰ ধাৰণা আৰু সংগঠন সকলোটি প্ৰায় এজন ছাত্ৰৰ বুলিয়ে ক'ব লাগিব। তেওঁ কটনৰ নিত্যানন্দ ভূঞা। ঘৰ শিৱসাগৰৰ কালুগাঁৱত। তেওঁৰ পিতৃয়েই তাহানি কমাৰ ফদীয়াত "বালী-বধ" থিয়েটাৰত সুগ্ৰীৱৰ ভাও লৈ আমাক মোহিত কৰিছিল। মোক নিত্যায়েই ব্যাপাৰ-টোৰ মাজলৈ টানি লৈ গ'ল আৰু তেওঁৰ কলেজৰ অধ্যক্ষ ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা, ছাৰক সভাপতি কৰি, মোক উপসভাপতি পাতি

সকলোবোৰ প্ৰতিযোগিতা-সঞ্চালনৰ গুৰি কৰি দিলে। অখিল অসম ভিত্তিত হোৱা সংগীত-প্ৰতিযোগিতা এই হ'ল প্ৰথম। ডেকাইতৰ লগত কাম কৰি কিন্তু বৰ সুখী হৈছিলো আৰু শেহলৈকে আনন্দেৰে খাটি দিছিলো। শেহৰদিনা জয়ী প্ৰতিযোগীসকলৰ মাজত বেস্টমেন প্ৰাইজ পোৱা শেৱালি দেৱীৰ নাম ঘোষণা কৰোঁতে মই কোৱা বাক্যআষাৰৰ কথা এতিয়াও দুই-এজনে সুঁৱৰি ৰং কৰে, I am happy to announc› that our best man is a woman. আন্তঃকলেজ সংগীত প্ৰতিযোগিতা দ্বিতীয় বাৰ নগাঁৱত হৈছিল। কিন্তু এই অনুষ্ঠানো ক্ষণস্থায়ী হ'ল। নিত্যা আঁতৰি যোৱাৰ লগে লগে সি মৰহিল। তেতিয়ালৈকে মই উপ-সভাপতি থাকিছিলো হ'লে। কটন কলেজত হোৱা অধিৱেশন বহি থকাতে এটি ধুনীয়া ডেকা ওলালহি আৰু মিঠা মিঠা গীত গাই সকলোকে মুহিলে—'পকা ধানৰ মাজে মাজে সৰু সৰু আলি, অ' সৰু সৰু আলি····।' সেই ডেকাটি হ'ল গীতিকাৰ আৰু গায়ক ৰুদ্ৰ বৰুৱা।

সিফালে শ্বিলঙৰ ৰাজভৱনত ১২ জুন ১৯৫২ তাৰিখে ৰাজ্যপাল জয়ৰামদাস দৌলতৰামৰ সভাপতিত্বত এখন সভা বহি দিল্লীত ইতিমধ্যে গঠিত হোৱা সঙ্গীত নাটক অকাদেমিৰ আৰ্হিত অসম সঙ্গীত নাটক একাডেমি (অসম কলা পৰিষদ) গঠন কৰে। একাডেমিৰ সাধাৰণ পৰিষদত মোক গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা প্ৰতিনিধি মনোনীত কৰে। ২০ ছেপ্টেম্বৰত একাডেমি আনুষ্ঠানিকভাৱে উদ্বোধিত হ'ল। সম্পাদিকা হ'ল বিজনী ৰাণী শ্ৰীমতী সবিতা দেৱী। পিছৰ বছৰৰ জুনত শ্বিলঙতে একাডেমিৰ সাধাৰণ পৰিষদৰ প্ৰথম অধিৱেশন বহে। ১৯৫৪ৰ মেই মাহত নগাঁৱত বহা অধিৱেশনত উদয় শংকৰ আৰু অমলা শংকৰৰ যোগদান আৰু সত্ৰীয়া নৃত্য দেখি তাক ভাৰতৰ পঞ্চম ধ্ৰুপদী নৃত্যধাৰা বুলি কৰা ঘোষণা বিশেষ উল্লেখ ল'ব লগীয়া। একাডেমিৰ কাগজ-পত্ৰত মোৰ নাম

পোনৰপৰা থাকিলেও ১৯৫৫ৰ ছেপ্টেম্বৰৰ অধিবেশনৰপৰাহে মই একাডেমিৰ কামত যোগ দিওঁ। কিন্তু সেই যোগ দিয়াৰ লগে লগে নৱসংগঠিত বৰগীত গৱেষণা সমিতিৰ সম্পাদকৰূপে পৰিকল্পিত কার্য হাতত লব লগীয়া হ'ল; তাৰ আগতে বিজুলী বাণীয়ে বহুত ঠাইৰ বহুত গায়কৰপৰা টেপ-ৰেকৰ্ডিং কৰি গীত তুলি লৈছিল; তাক লৈ কোনো গৱেষণা-পত্ৰ আদি লেখা নহৈছিল। সমিতিৰ প্রাথমিক অনুসন্ধানৰ (sample survey) যোগে বীৰেন্দ্রকুমাৰ ফুকন আৰু পুৰুষোত্তম দাসৰ সহযোগিতাত "স্বৰৰেখাত বৰগীত" নামৰ প্রতিবেদন উলিয়াওঁ। কিন্তু স্বৰলিপি লিখিব পৰা সঙ্গীতজ্ঞৰ নিতান্ত অভাৱত অত্যাৱশ্যকীয় স্বৰলিপিৰ কাম এৰি দ্বিতীয় পর্যায়ত বাদ্য-বিশাৰদ কেশৱ চাংকাকতিৰ সহযোগিতাৰে সমিতিয়ে মাথোঁ বৰগীতৰ তাললিপিৰে Rhythm in the Vaishnava Music of Assam বুলি প্রতিবেদন প্রকাশ কৰে আৰু তৃতীয় স্তৰত চাংকাকতিয়ে ভাওনাৰ নাচৰ তাল লিপিবদ্ধ কৰি দিয়াত আমি দুইৰ যুটীয়া গ্রন্থকাৰত্বত "সত্রীয়া নৃত্য আৰু সত্রীয়া নৃত্যৰ তাল" পুথি প্রকাশ পায় প্রকাশন পৰিষদৰপৰা। অসম একাডেমিৰ সদস্য হোৱাৰ সমান্তৰালভাৱে মই দিল্লীৰ (ৰাষ্ট্ৰীয়) সঙ্গীত নাটক অকাদেমিৰো সভ্য মনোনীত হৈছিলো। গতিকে, এইবোৰ কামৰ আংশিক খৰচ কেন্দ্রীয় অকাদেমিৰপৰাও যোগাৰ কৰিছিলো। সেই কামৰ বাবে আমাৰ একাডেমিৰ বাহিৰে-ভিতৰে গুণিসকলৰপৰা যি সহযোগিতা আৰু পৰামর্শ পাব লাগিছিল, সেইটি কিন্তু অতি তাকৰহে পাইছিলো বুলি মাজে মাজে দুখ হয়। তথাপি এই তিনিখন কিতাপহে থিয় কৰা হ'ল, সেয়ে অভাজনৰ ভাজন হ'ল, অধুনালুপ্ত একাডেমিৰো কৃতিত্বৰ চিন বুলিবলৈ সেয়েহে মাথোন ৰ'ল।

১৯৫৩ চনৰ শেহ সপ্তাহ আৰু চৌয়ন্নৰ প্রথম সপ্তাহত আহোটীত উখল-মাখল লগাই সদৌ অসম সংগীত সম্মিলন আহূত হ'ল।

সমস্ত অনুষ্ঠানৰ উদ্ভাৱক আৰু কৰ্ণধাৰ আছিল ৰাধাগোবিন্দ বৰুৱা। আন্তঃকলেজ প্ৰতিযোগিতাৰ অভিজ্ঞতা থকা বাবে মোক সিহঁতে মোৰ বাল্য বন্ধু সুন্দৰমোহন বৰদলৈৰ সঙ্গত প্ৰতিযোগিতা-পৰিচালনাত লগালে। আনফালে সম্মিলনৰ মুখপত্ৰ "ঝংকাৰ"খনৰ ভাৰো মোৰ ওপৰতে পৰিল। কিন্তু তাৰ বাবে প্ৰবন্ধ? অসমীয়া-ইংৰাজী তিনিটা নিজৰে প্ৰবন্ধ খাজি দিলো আৰু আমাৰ সঙ্গীতজ্ঞ কেইজনমানেও মোৰ অনুৰোধত কৃপা কৰি লেখা একোটি দিলে। আমাৰ স্বৰ্গত সঙ্গীতকাৰসকলক সুঁৱৰি ইংৰাজীত এটি প্ৰবন্ধ (They gave us music: We bow to their memory) সন্নিবিষ্ট কৰা হ'ল। মুঠতে বস্তুটো মানুহৰ সমুখলৈ উলিয়াব পৰা (presentable) হ'ল। ভাৰতীয় সংগীতৰ এক প্ৰাচীন ঐতিহ্যৰ বাহক পণ্ডিত বিষ্ণুদিগম্বৰ পালুস্কৰৰ মন্ত্ৰ-শিষ্য পণ্ডিত বিনায়ক ৰাও পটৱৰ্ধন সম্মিলনৰ সভাপতি। দুপৰীয়াৰ মুকলি সভাত তেওঁ 'ঝংকাৰ"খন মুকলি কৰিলে আৰু গধুলি লগ পাওঁতে ক'লে, 'আপকা ঝংকাৰ সে তো হম সবে ঝংকৃত হো গয়ে।' পুহমহীয়া জাৰতো সম্মিলনৰ নিশাৰ সঙ্গীত সমাৰোহে এক উমাল পৰিৱেশ সৃষ্টি কৰি থৈছিল। ৰসুলন বাই, সন্ধ্যা মুখাৰ্জী, মীৰা চেটাৰ্জীৰ গীত শুনি, দময়ন্তী যোশীৰ কথকনৃত্য চাই আৰু বিছমিল্লা খাঁৰ শাহনাই, উমৰ খাঁৰ সৰোদ, গোপাল মিশ্ৰৰ সাৰংগী, অনোখীলাল শৰ্মাৰ তবলাৰ লগত সুৰ ছুপিয়াই বস্তা-ঘৰত শেহ নিশালৈকে সকলোৱে সঙ্গীতৰ অমৃত পান কৰি বহি আছিল। সেই সকলোৰে মাজত কিন্তু পণ্ডিত বিনায়ক ৰাওৰ ব্যক্তিত্ব আছিল শীৰ্ষত। দ্বিতীয় বাৰ্ষিক সম্মিলনতো আয়োজনত একেই পৰোভৱ, "ঝংকাৰ"তো সংগীতৰ ঐশ্বৰ্যৰ সন্ধান দিবৰ চেষ্টা। কিন্তু মোৰ কামত দুখনে হেজো-ওপৰা কৰাৰ বস্তু কৰা দেখি পত্ৰিকাখনৰ কাম আধাতুৰবীয়াতে এৰি দিলো। তৃতীয় বছৰত সেই দায়িত্বৰ পৰা একেবাৰেই আঁতৰতে থাকো। "ঝংকাৰ"

অফিচিয়েল ৰিপোর্ট বাদ দি শীর্ণ আৰু নিঃস্ব হৈ পৰিল। আন কালৰ্চৰাও ৰাধাগোবিন্দ বৰুৱাদেৱে যি উদ্যমেৰে অনুষ্ঠানটি গঢ়িছিল, সেই উদ্যম লাহে লাহে ক্লান্ত হৈ পৰিল; গৌৰৱময় সংগীত সম্মিলন নিমাওমাও হ'ল।

ইতিমধ্যে কিন্তু ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদেমি আৰু বাহিৰৰ সঙ্গীত পণ্ডিতসকলৰ লগত মোৰ সক সম্বন্ধ এটি গঢ় লৈ উঠিছিল। বিশ্ববিদ্যালয়ত মোৰ গৱেষণা-সম্পৰ্কীয় কথাৰ আদান-প্ৰদান কৰোঁতে মাদ্ৰাজৰ ডক্টৰ ভি. ৰাঘৱনে তেওঁৰ সম্পাদিত Journal of Music Academy Madrasৰ বাবে লিখিবলৈ উদগনি দিয়ে। সেই সময়তে তাল-সম্পৰ্কীয় পুৰণি অসমীয়া পুথি এখনি কাণ-মূৰ ছিগা অৱস্থাত মোৰ হাতত পৰেহি। তাৰ পাঠ উদ্ধাৰ কৰা আৰু অৰ্থ-পৰমাৰ্থ বুজাও টান হৈ পৰিছিল। সঙ্গীত-বিশাৰদ বীৰেন্দ্ৰকুমাৰ ফুকনেও তাৰ তলা-নলা নাপাইহে পুথিখন মোৰ কাষ পোৱাইছিলহি। সেইখন সম্পৰ্কেই জাৰ্নেলত প্ৰথম এটা প্ৰবন্ধ দিলো। ১৯৫৪ জুনত শান্তিনিকেতনত থাকোঁতে শান্তিদেৱ ঘোষৰ লগত প্ৰথম বাৰলৈ দেখা-দেখি হওঁতে সেই প্ৰবন্ধৰ কথাই ওলাইছিল। ১৯৪৭ত হোৱা ছাৰ আকবৰ হায়দৰীৰ পৰ্বত-ভৈয়াম সম্প্ৰীতি সভালৈ শান্তি বাবু আহিছিল; তেওঁ সত্ৰীয়া নৃত্য দেখিছে আৰু তেওঁ ভাবে, সত্ৰীয়া নৃত্যই মণিপুৰী ৰাসক প্ৰভাৱিত কৰিছে; এনেবোৰ কথা তেওঁ ক'লে, আৰু ক'লে যে সত্ৰীয়াক এতিয়া বাহিৰলৈ উলিওৱাৰ হ'ল। ৫৬ চনৰ আৰম্ভতে বৰগীত গৱেষণা সমিতিৰ কাম হাতত লৈ পুৰুষোত্তম দাসেৰে লগ লাগি এক প্ৰশ্নাৱলী তৈয়াৰ কৰি বিভিন্ন ঠাইৰ বায়ন-গায়ন-পণ্ডিতবিলাক খবৰ গোটোৱাৰ যত্ন কৰিছিলো; কিন্তু আমি বিচৰা উত্তৰ ক'বোপৰা নাপাইছিলো। তথাপি কমলা-বাৰী, বৰদোৱা আৰু বৰপেটাৰ তিনিজনকৈ গায়কক লৈ আৰু বীৰেন ফুকনে ছটি ৰাগৰ বিশ্লেষণ কৰি এখনি প্ৰতিবেদন

তৈয়াৰ কৰিলে. সি "স্বৰৰেখাত বৰগীত"ত সন্নিৱিষ্ট হৈছে। এনেতে ৰাষ্ট্ৰীয় অকাদেমিয়ে সংগীতৰ এক ছেমিনাৰৰ আয়োজন কৰি অসমৰ ৰাগ-সংগীতৰ বিষয়ে ক'বলৈ মোক মাতিলে। এটা প্ৰবন্ধ লিখি দিল্লী ওলালোঁগৈ। কিন্তু গীত গাবৰ কাৰণেযে গায়ক লৈ যাব লাগে, সেই কথা মোক আগতে নজনোৱাত কাকো লগত লৈ যোৱা নাছিলো। তাত পৰিস্থিতি বুজি তেতিয়া দিল্লীৰ ৰেডিওত কাম কৰি থকা পুলিন চাংকাকতী আৰু বীৰেন্দ্ৰনাথ দত্তক সাৰথি কৰি লৈ বক্তব্য উপস্থাপন কৰিলো। মেজৰ বাখলে বোলা এজন লোকে প্ৰশ্ন কৰিছিল, মইযে অসমত দিনটোৰ সময় অনুসৰি ৰাগ ভাগ কৰি গোৱাৰ নিয়মৰ আৰু ৰাগ-ধ্যানৰ নিচিনা ৰাগ-মালিতাৰ কথা ক'লো আৰু সেই প্ৰসঙ্গত নৱম শতিকাৰ নাৰদৰ 'সংগীত-মকৰন্দ'ৰ কথা উল্লেখ কৰিলো, নাৰদৰ গ্ৰন্থখনৰ প্ৰাচীন নকল অসমত পোৱা যায়নেকি? মই জনালো যে তালৰ বিষয়ে পুথি এখনৰ বাহিৰে কোনো সঙ্গীতশাস্ত্ৰই অসমত আৱিষ্কৃত হোৱা নাই আৰু নাৰদৰ সময়ৰপৰাই যে ভাৰতীয় সংগীতত ৰাগৰ সময়-বিভাগ, পুৰুষ-স্ত্ৰী-বিভাগ আদি আৰম্ভ হৈছে, সেইটো ক'বলৈহে নাৰদৰ শাস্ত্ৰৰ উল্লেখ কৰা হৈছিল। তালৰ পুথিখনত (সেইখনৰ নাম 'তাল-প্ৰদীপ' বুলি নিৰ্ণয় কৰা হৈছে) উল্লিখিত সংস্কৃত 'হৰি স্মৃতি. সুধাংকুৰ' (এইখন গৌড়দেশৰ ৰঘুনন্দনৰ বিৰচিত বোলা হৈছে) ইয়াৰ কিছু দিন পিছত পাই ১৯৭৬ত সম্পাদন কৰি প্ৰকাশ কৰি উলিয়াইছো। মোৰ সঙ্গীত ছেমিনাৰৰ প্ৰবন্ধটো বোম্বাইৰ প্ৰফেছৰ দেওধাৰৰ পত্ৰিকাত প্ৰকাশ পায় (১৯৫৮)। এইদৰে ওলোৱা প্ৰবন্ধবোৰৰপৰা অসমৰ সংগীত-নৃত্যৰ বিষয়ে বাহিৰত জল-জলি হৈছিল। ৫৮ চনৰ জানুৱাৰীত জালুকবাৰীত বহা সৰ্ব-ভাৰতীয় কংগ্ৰেছ মহাসভালৈ আহোঁতে কেন্দ্ৰীয় মন্ত্ৰী নিত্যানন্দ কানুনগোৱে মোক লগ পাবলৈ যত্ন কৰি বিচাৰ-খোচাৰ লগায়,

আৰু মই দেখা দিয়াত ক'লে, "আপুনি জার্নেলবোৰত লিখা প্ৰবন্ধ মই গোটাই লৈ পঢ়িছো, আৰু ভাৰতীয় গৱেষণা পণ্ডিতসকলৰ লেখাত বিৰল এটা গুণ তাত দেখা পাইছো—the objective aproach to our past.' আৰু বস্তুত কথা হ'ল তেতিয়াই আৰু পিছত কেতিয়াবা কেতিয়াবা দিল্লীত লগ পোৱাত। মূলতে, আমাৰ সাংস্কৃতিক সম্পদবোৰৰ বাবে বাহিৰৰ লোকৰ মহা কৌতূহল —যিটো আমাৰ মাজতে অত্যন্ত বিৰল।

মোৰ ইয়াৰ আগৰটো প্ৰবন্ধত (ঢেকাধনি লাগে যদি গাত) কৈ আহিছো, কেনেকৈ ১৯৫৭ চনৰ আন্তঃবিশ্ববিদ্যালয় যুৱ-মহোৎসৱত আউনীআটিৰ টংকেশ্বৰ বায়নৰ হতুৱাই শিক্ষা দিয়াই সত্ৰীয়া মহাৰাস নৃত্যৰ এটুকুৰা নতুন দিল্লীৰ তালকটোৰা বাগিচাৰ মুকলি মঞ্চত প্ৰদৰ্শন কৰাইছিলোগৈ। ১৯৫৮ৰ মাৰ্চ এপ্ৰিলৰ দোমোজাত ৰাষ্ট্ৰীয় সঙ্গীত নাটক একাদেমিৰ ৰাষ্ট্ৰীয় নৃত্য আলোচনা-সত্ৰ উদ্‌যাপিত হয়। সেই উপলক্ষ্যত মোৰ ভাগত পৰিল্ এইটি বিষয়ৰ দায়িত্ব—Classical dance tradition in Assam. ইতিমধ্যেই মই মাদ্ৰাজৰ Music Journal-অত এই বিষয়ে এক সৰু প্ৰবন্ধ লিখিছিলো; তেনে প্ৰবন্ধ সৰ্বভাৰতীয় প্ৰাচ্যতত্ত্ব সম্মিলনৰ সুকুমাৰ কলা বিভাগতো দাখিল কৰিছিলো। এতিয়া সত্ৰীয়া নৃত্য, ব্যাহৰ ওজা-পালি আৰু মাৰৈয়া ওজা-পালিৰ কিছু কথা কমলাবাৰীৰ মণিৰাম দত্ত মুক্তিয়াৰ বায়ন, মঙলদৈৰ দুৰ্গেশ্বৰ ওজা আৰু ললিতচন্দ্ৰ নাথ ওজা আদিপৰা লৈ মোৰ প্ৰবন্ধ যুগুত কৰা হ'ল। লগে লগে "শ্ৰীহস্তমুক্তাৱলী"ৰ ইংৰাজী পাতনিখনো লিখি উলিয়ালো। দুইটা বস্তু যুগুত হ'লত কমলবাৰী-সত্ৰৰ এটি দল আৰু ললিতচন্দ্ৰ নাথ ওজাৰ এটি সৰু দল লৈ নতুন দিল্লীলৈ যাত্ৰা কৰিলো। ২ এপ্ৰিল তাৰিখে ত'ত পায়েই বিগ্যান-ভৱনৰ আলোচনা-সত্ৰ চলি থকা ঠাইলৈ গ'লো। বোম্বাইৰ নয়না ঝাভেৰি আৰু তেওঁৰ গুৰু বিপিন-

চন্দ্ৰ সিংহই মোক লগ পাই অসম-মণিপুৰৰ মিলৰ কথা উল্লেখ কৰিলে। কিন্তু এটা কথা দেখিহে মনতে ভয় উপজিল—আলোচনাত উত্থাপিত প্ৰত্যেক প্ৰবন্ধ পঢ়াৰ পিছতে বক্তাজনক একোজাক প্ৰশ্নৰে থকা-সৰকা কৰা হৈছে। সেইখন ৰণত মইবা থাৰিব পাৰোঁ নে নোৱাৰোঁ! ৩ এপ্ৰিলৰ পুৱা মোৰ পাল। লিখিত প্ৰবন্ধটো পঢ়িবলৈ প্ৰায় পঞ্চাছ মিনিট লাগে। গতিকে পোন্ধৰ-কুৰি মিনিট মাথোন জোৰাকৈ মই কথাখিনি জুকিয়াই আগ বঢ়ালো, আৰু বিষয়টো সুচাৰ পৰাকৈ সত্ৰীয়াৰ মাটি-আখৰা, চালি-নাচ. ঝুমুৰা-নাচ, সূত্ৰধাৰীৰ নাচ আৰু ওজা-পালি ( চতুৰ্বিংশতি অৱতাৰৰ ভিতৰৰ প্ৰথম কীৰ্তনৰ দহ অৱতাৰৰ খণ্ড ) আৰু ৰংগোৱা ওজাৰ দেওধনিৰ উৰ্বশী-নাচোন লগে লগে দেখুওৱা হ'ল। পিছে কিনো গুৰুজনৰ কৃপা, মই ভয় কৰা প্ৰশ্ন-বাণৰ ঠাইত কক্ষ ভৰি পৰিল হাত-চাপৰি আৰু কেমেৰাৰ বিজুলী-চমকেৰে আৰু প্ৰদৰ্শনৰ সামৰণিৰ লগে লগে চোকা সমালোচকৰ ভিতৰৰ জি. ভেংকটাচলম (মহীশূৰ), হৰি উপ্পল ( পাটনা ), শান্তিদেৱ ঘোষ, প্ৰজেশ বেনাৰ্জি, এম. এছ. কল্যাণপুৰকৰ, কৃষ্ণ ৰাও আদি মকলৈ উঠি আহি মোৰ কৰমৰ্দন কৰি অভিবাদন জনালেহি, ক'লে, তেওঁলোকৰ কাৰণে এয়া এক নতুন জগতৰ চিত্ৰ-উল্লাস বা ৰেভিলেশ্যন হ'ল। কল্যাণপুৰকৰে ক'লে; 'আপোনালোকৰ ৰাজ্যৰ চাক ৰবদলৈ মোৰ ছাত্ৰ আছিল; তেৱোঁ কিন্তু অসমত ইমান মহৎ এক ঐশ্বৰ্য আছে বুলি কোৱা নাছিল।' ৰবদলৈয়ে ইয়াৰ কিছু বছৰৰ পাছত সংগীতত বৃহত্তৰ সন্মানৰ কাৰণে সত্ৰীয়া নৃত্যৰ বিষয়ে থিছিছ লিখি দাখিল কৰি ছল মোৰ প্ৰবন্ধ-পাঠ আৰু প্ৰদৰ্শনৰ সময়ত দুৰ্ভাগ্যবশতঃ বিখ্যাত কলা-সমীক্ষক ডক্টৰ চাৰ্লছ ফেব্ৰি উপস্থিত নাছিল। মিলৰ খেলাতকৈ তালকটোৰাত সন্ধিয়া হোৱা আমাৰ নাচৰ কিছু অপকৃষ্ট প্ৰদৰ্শন চাই তেওঁ সত্ৰীয়া নাচৰ বিষয়ে আগৰ বছৰৰ কথা

সুঁৱৰি লিখিছিল: The Assamese dances, seen in Delhi once before, are, to be sure, of great interest, more as anthropological and museum pieces than dances of beauty; yet these dances had a good variety of steps, though the hand gestures were few. There is a great deal of lovely movement in them, and their genuineness gives them extra-academic interest. ইয়াৰ কিছু দিনৰ পাছত মই দিল্লীৰ ভাৰতীয় নৃত্যসংঘৰ অনুৰোধত সংগীত নাটক অকাদেমিত সংৰক্ষিত স্থিৰচিত্ৰ আৰু চলন্ত চিত্ৰৰ সহায়েৰে দিয়া বক্তৃতা শুনি ডক্টৰ ফোব্ৰি আৰু বেংকটাচলম দুয়ো ইয়াতকৈ অধিক প্ৰশংসাৰে সত্ৰীয়া নৃত্যৰ মূল্য দিছিল।

আলোচনা-সত্ৰ সামৰণি মৰাৰ দিনা অভিমত (recommendation) প্ৰকাশ কৰাৰ সময়ত পুৰীৰ ওড়িষী নৃত্য, অন্ধ্ৰৰ কুচিপুড়ি ভাগৱতমেল, অসমৰ সত্ৰীয়া নৃত্য আদিক অকাদেমিয়ে ক্লপদী নৃত্য বুলি পৰিগণিত কৰাৰ লাগিব বুলি বহুজনে মত প্ৰকাশ কৰিলে। অসমত এনে সম্বাদ প্ৰকাশ হোৱাতো এই লৈ কোনো উম্মা হোৱা নাছিল। কিন্তু উড়িষ্যাৰ কাগজবোৰ ওড়িষী নৃত্য ক্লপদী নৃত্য-ৰূপে স্বীকৃত হ'ল বুলি প্ৰচাৰ কৰি দিলে। অকাদেমিয়ে সেই কথা মুকলিকৈ অস্বীকাৰ কৰিব লগীয়া হ'ল। কিন্তু ওড়িয়াসকলৰ নিজৰ সম্পদৰ প্ৰতি ইমান আগ্ৰহ যে এজন ওড়িয়া এম্. পি.-এ পাৰ্লিয়ামেণ্টত এটা তাৰকিত প্ৰশ্ন তুলিলে, যাৰ উত্তৰত অধ্যাপক হুমায়ুন কবীৰে ক'লে যে ভাৰতীয় নৃত্যৰ স্বীকৃতিৰ সম্পৰ্কত এখন আঠজনীয়া বিশেষজ্ঞ সমিতি গঠন কৰা হৈছে। এইবাৰ আকৌ উড়িষ্যাত ওলাল যে মাথোন ওড়িষীৰ বাবেহে এই সমিতিখন, আৰু কি সমিতিৰ সদস্যসকলক (ময়ো আছিলো সেই আঠজনৰে এজন) ওড়িষী নৃত্যৰ বিশেষজ্ঞ বুলি অভিহিত কৰিলে! ডক্টৰ

হৰেকৃষ্ণ মহতাব আদি নেতাসকলে ওড়িষী দেশ উড়িষ্যালৈ সাদৰ নিমন্ত্ৰণ জনালে। ১৯৫৮ চনৰ ২৯ ডিচেম্বৰ তাৰিখে মাদ্ৰাজত বিশেষজ্ঞ সমিতিৰ বৈঠক বহিল আৰু পৰামৰ্শ দিলে যে স্বীকৃতি-প্ৰাপ্ত চাৰিটা ধাৰাৰ (ভৰতনাট্যম, কথাকলি, মণিপুৰী আৰু কথক) বাহিৰেও সত্ৰীয়া, ওড়িষী, কুচিপুড়ি, আন ভাগৱতমেল, যক্ষগান আদি, নৃত্যধাৰাৰ নৰ্তকসকলক ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰদান কৰিব লাগে। অকাদেমিৰ কাৰ্যপালিকাই সেই পৰামৰ্শ গ্ৰহণ কৰিলে। কিন্তু নানা আলোচনা-বিলোচনাৰ পাছত ১৯৬৩ চনতহে সত্ৰীয়া নৃত্যৰ বাবে কমলাবাৰী সত্ৰৰ মণিৰাম দত্ত বায়ন মুক্তিয়াৰক প্ৰথম ৰাষ্ট্ৰীয় পুৰস্কাৰ দিয়া হয়। সেই বছৰতে ওজা-পালিকো ঐতিহ্যগত নৃত্যৰ ভিতৰত ধৰি পুৰস্কাৰৰ উপযোগী কৰা হয়। সেইমতে ১৯৮৩ চনত ললিতচন্দ্ৰ ওজাই পুৰস্কাৰ লাভ কৰে। ইয়াৰ মাজতে অংকীয়া নাটক সুকীয়াকৈ স্বীকৃতি দি ১৯৭০ চনত গহনচন্দ্ৰ গোস্বামী প্ৰভুক অকাদেমিয়ে পুৰস্কৃত কৰে। কিন্তু উড়িষ্যাই যেনেকৈ লিখি-পঢ়ি আৰু কাৰ্যকৰীভাৱে অনুশীলন কৰি ওড়িষী নৃত্যক জগতৰ বহল সমাজলৈ লৈ গৈছে, আমাৰ সত্ৰীয়া নৃত্য বা ওজা-পালিক ওপৰলৈ তুলি ধৰোঁতা নৰ্তক বা নৃত্যপণ্ডিত দেখোন ওলোৱা নাই। ইনো কি কলা আৰু দেশ-প্ৰেমৰ নমুনা! কিন্তু কিয় এনেকুৱাখন হয়? আমাৰ কলা-প্ৰেমতনো ক'ত কেনেকৈ কেৰোণ সোমাল? এদিনাখন গুৱাহাটীৰ উত্তৰ পাৰে থকা শাখা আউনীআটি সত্ৰত ত'ৰ উন্নয়ন সমিতিৰ সভা কৰিবলৈ যাওঁতে গোসাঁই ঈশ্বৰ আৰু গায়ন-বায়ন জানন্তাসকলেৰে কথা-বাৰ্তা হওঁতে সিসকলৰপৰা পোৱা কথাৰ টুকুৰাবোৰ গোট খুৱালে এনে হয়। —সত্ৰৰ প্ৰতাপী সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী প্ৰভুৱে চাৰি কুৰি চাৰি বছৰ পৰমায়ু পাইছিল, তাৰ ভিতৰত তিনি কুৰি ছবছৰেই অধিকাৰ বাব ভোগ কৰিছিল। সিজনে শ্ৰীধৰ ওজা আৰু ভোগাই ওজাৰ জৰিয়তে সত্ৰৰ গীত-মাতৰ

ধৰণ-ধাৰাণক কৰে'। বুলি পূৰ্বৰ ৰীতিৰপৰা লৰালে। তালবোৰ একে ৰ'ল, কিন্তু সুৰ লৰিল। আন কি শঙ্কৰ-মাধৱৰ গীতৰ ক্ষেত্ৰতো গায়কী অভিনৱ হ'ল। টঙ্কেশ্বৰ বায়নৰ লগত কথা পাতোঁতে সেই ঈপ্সিত পৰিৱৰ্তনৰ কথাৰ কিছু গম পাইছিলো। নৃত্যৰ ক্ষেত্ৰতো সলনিৰ যত্ন চলিছিল। সত্ৰত "শ্ৰীহস্তমুক্তাৱলী"ৰ আৱিষ্কাৰ নোহোৱালৈকে সত্ৰৰ কোনো ওজা বা বায়নে তাৰ সন্ধেদ নাপাইছিল, তাৰ শিক্ষা সত্ৰত নচলিছিল। কিন্তু "শ্ৰীহস্তমুক্তাৱলী" পাহৰণিৰ আন্ধাৰ কাটি ওলোৱাৰ পাছত তাকে সত্ৰৰ নাট্যশাস্ত্ৰ বুলি সাব্যস্ত কৰা হ'ল। এইদৰে সত্ৰীয়া কলাৰ বুৰঞ্জীত হয়তো এটা অনিষ্টাৰ প্ৰৱেশ ঘটিছে আৰু সেই বাবেই সত্ৰীয়া নৃত্যৰ আধুনিক প্ৰতিষ্ঠাও আমাৰ সকলোৰে মনে-পিঠে খোৱা এটা প্ৰস্তাৱ নহয়। আমাৰ কলা-বুৰঞ্জীৰ এই অসংযোগটো আমাৰ সংস্কৃতিৰ বাবেই হানিকৰ হৈ আহিছে। সংগীত নাটক অকাদেমিৰ আলোচনাসত্ৰত শান্তিদেৱ ঘোষে সত্ৰীয়া-নৃত্যৰ ধ্ৰুপদী স্বীকৃতিৰ প্ৰস্তাৱ আগ বঢ়াওঁতে ৱেঙ্কটাচলমে কৈছিল, "পঁচিছ বছৰৰ পূৰ্বতে উদ্ভৱ হোৱা এটা নাচে সেই স্বীকৃতি পাব নোৱাৰে।" এই কথাই মোৰ মনত শেলে বিন্ধাৰ দৰে বিন্ধিছিল। খন্তেকে একো-নাই হৈ হ'বপায় কৈছিলো, "মিস্টাৰ ৱেঙ্কটাচলমৰ হাতত তেওঁৰ ২৫ সংখ্যাটো আছে। মই মোৰ হাতৰপৰা তেওঁক আন এটা ২৫ সংখ্যা দিছো। তেওঁ সংখ্যা দুটা পূৰণ কৰক। তেতিয়াহে কিজানি সত্ৰীয়া নৃত্যৰ বয়সটো তেওঁ ঢুকি পাবগৈ।" তেওঁ মনে মনে থাকিল। প্ৰাচীন কালৰ ঐতিহ্যৰ জোখত বয়সৰ হিছাপ ভাওৰ কথা। মহাপুৰুষসকলে উদ্ভৱ কৰা ৰূপত আমাৰ কলাক বিচাৰি উলিয়ালেহে তাৰ গৌৰৱপূৰ্ণ ৰূপ পোৱা যাব। সেইটিহে অসমীয়া জাতীয় কলাৰ সম্পদ। তাক ভাল পাব পৰাটোহে এতিয়া কথা !!! সত্ৰীয়া নাচৰ স্বীকৃতিৰ কথা ওলাওঁতে কোনেও সেই দাবীত যোগ নিদিয়া কথাটো ৰবকৈ মনত লাগিছিল। মাথোন ১৯৫৮ৰ

১৩ ডিচেম্বৰ তাৰিখে অসম প্ৰকাশন পৰিষদৰ উদ্বোধন কৰিবলৈ আহোঁতে বিমলাপ্ৰসাদ চলিহাদেৱে মোক পাই তেওঁৰ লগতে মাতি গুৱাহাটী আৱৰ্ত্ত-গৃহলৈ নি কৈছিল, 'কেনেকুৱা সহায় লাগে ক'ব, আমাৰ চৰকাৰৰপৰা পৰাখিনি দিয়া হ'ব।' পাছে সেই মাহৰ শেষত মাদ্ৰাজত বহা বিশেষজ্ঞ সমিতিৰ অধিৱেশনলৈ যাওঁতে আওৰাই গ'লো—'যদি তোর ডাক শুনে কেউ না আসে, একলা চলো রে।' অসমৰ মানুহক নোসোধাকৈয়ে অন্ততঃ ৰাষ্ট্ৰীয় পুৰস্কাৰৰ বাবে সত্ৰীয়া নৃত্যক স্বীকৃতি দিয়া হ'ল। তাৰ পাছত ওড়িয়া বাইজৰ আৰু নৃত্য-পণ্ডিতৰ বলেহে বল!

সেই ডিচেম্বৰৰে সৰু এটা সাধুৰে এই আধ্যা শেলাব খুজিছো। ন তাৰিখে স্বয়ং মহেন্দ্ৰমোহন চৌধুৰীদেৱৰ নিমন্ত্ৰণত কুকুৰমুতাৰ অসম কংগ্ৰেছ অফিচৰ ওপৰ মহলাত সৰু এটি দল থূপ খাইছে। সকলোৱেই আৰ্টিস্ট। আৰ্টিস্ট নহওঁ মাথোন মই আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা। সভা আৰম্ভ হ'ল। চৌধুৰীদেৱে প্ৰাগ্‌জ্যোতি কলা মন্দিৰ নামে এটি প্ৰতিষ্ঠানৰ পাতনি মেলিছে। তাৰেপৰা সদ্যহতে "লাচিত বৰফুকন" বোলছবি কৰা হ'ব। চিত্ৰ-নাট্য আদি সাজু। কাম আৰম্ভ হ'ব লাগে। আমি আনন্দ প্ৰকাশ কৰিলো। চৌধুৰীদেৱে ক'লে, "আমি কামৰ কিছু পৰিকল্পনা কৰিছো। কিন্তু আমাক এজন কৰ্মনিপুণ কলাপ্ৰেমী সম্পাদক লাগিব। মই ভাবিছো, দুদিনমান পিছতে মই ডক্টৰ নেওগক সেই বাব ল'বলৈ ক'ম।" এনে এটা কথা উচ্চাৰিত হোৱাৰ লগে লগে দুখনমান মুখ গোমোঠা লাগি পৰিল। মোৰ উভয় সঙ্কট। মোক পিছে ৰক্ষা কৰিলে ডক্টৰ বৰুৱাই। তেওঁ হো হোকৈ হাঁহি উঠিল। চৌধুৰীয়ে সুধিলে, 'কিয় হাঁহে, ডক্টৰ বৰুৱা?' 'মহেশ্বৰৰ এনেয়ে কামৰ হেঁচাৰ উপৰি হেঁচা। তেওঁৰ ওপৰত এইটি কাম জাপি দিলে আৰু তেওঁক বিশ্ববিদ্যালয়ত দেখাই নাপাম দ' মই নোপোৱা পদবিটো ইস্তফা দিলো। কিন্তু সভাই মোক

Consultative Committeeৰ মেম্বৰ কৰিলে। সেই সমিতিৰ নামত হেম বৰুৱা (পিছৰ এম্. পি. গৰাকী) আৰু মই হৰেশ্বৰ গোস্বামীৰ ঘৰত দুবি ভোজন কৰিলোগৈ; সমিতিৰ দ্বিতীয় অধিৱেশন আৰু কেতিয়াও নবহিল। আজৰি-আহৰিৰ অভাৱত মোৰ বছৰত এদিন চিনেমা-ঘৰলৈ যোৱা নহয়। তথাপি চুবছৰমান কেন্দ্ৰীয় চৰকাৰৰ Regional Film Awards Committeeলৈ বিচাৰক পাতি মাতে; বোধ হয় ভাব—বোলছবিত বিমানেই যি টেকনিকেল কিটিপ-কাটাপ লগোৱা হওক লাগিলে, তাৰ সাহিত্যিক (নাটকীয়) আৰু মানৱীয় মূল্যৰ বিচাৰেই চূড়ান্ত আৰু তাৰ বাবে আমাৰ নিচিনা মাস্টৰ মানুহবো প্ৰয়োজন। গতিকেই বনগীতৰ ভাষাত বোলছবিক ক'ৰ লগীয়া হৈছিল: 'এবাওঁ এবাওঁ বুলি/এবাব নোৱাৰোঁ চেনাইৰ কুমলীয়া হাত!"

অসম চৰকাৰে প্ৰচাৰ বিভাগৰপৰা অঁতৰাই সুকীয়াকৈ সাংস্কৃতিক পৰিক্ৰমাৰ বিভাগ এটি কৰিলে। কলাভিজ্ঞ লোকক তাৰ সঞ্চালক কৰা হ'ল—প্ৰথমে সত্যপ্ৰসাদ বৰুৱা, তাৰ পাছত রুদ্ৰ বৰুৱা। সিসকলৰ বাক্যত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত হোৱা সাংস্কৃতিক কৰ্মত মাজে মাজে মই গৈ লাগিব লাগিছিল। তেওঁলোকৰ কথাত বৰগীতৰ আৰু সত্ৰীয়া নৃত্যৰ কলাকাৰসকলক লগত লৈ সেই দুই বিষয়ে কৰা মোৰ আলোচনাই (illustrated talk) বিশেষ সমাদৰ পাইছিল। এবাৰ রুদ্ৰ বৰুৱাই ধৰিলেহি, সংগীত মহাবিদ্যালয় এখন চৰকাৰে কৰিব খোজে, তাৰ বাবে পাঠ্যক্ৰম কৰি দিব লাগে; মই পোনতে অপাৰগতা প্ৰকাশ কৰিলো। বৰুৱাই তেতিয়া গুৰিৰ কথা ক'লে: লক্ষ্নৌ বা পুণেৰ দৰে উত্তৰ ভাৰতীয় সংগীত-নৃত্যৰ এখন কলেজ কৰিবৰ পৰিকল্পনা অসম চৰকাৰৰ ফালৰপৰা তৈয়াৰ কৰা হৈছিল, আৰু সেই আঁচনিখন পঞ্চম পঞ্চবাৰ্ষিক যোজনাৰ অন্তৰ্গত কৰি তাৰ বাবে টকা দিবলৈ ভাৰত চৰকাৰক ধৰা হৈছিল।

প্লেনিঙৰ কাল্‌চাৰ ছেলত যেতিয়া প্ৰস্তাৱটো দাঙি ধৰা হ'ল, তেতিয়া সদস্যসকলে ক'লে, 'কথক, হিন্দুস্থানী সঙ্গীত যদি অসমৰ ল'ৰা-ছোৱালীয়ে শিকিব লাগে, তেওঁলোকে চৰকাৰৰ বৃত্তি লৈ লক্ষ্ণৌ, পুণে বা উত্তৰ ভাৰতৰ আন কেন্দ্ৰলৈ আহক। গুৱাহাটীত তাৰ শিক্ষাদান হ'ব নোৱাৰে। হ'লে অপকৃষ্ট হ'ব। গুৱাহাটীত সেই কলেজৰ প্ৰয়োজন নাই।' এনেতে সেই সময়ত অনুপস্থিত ছেলৰ এগৰাকী সদস্যা, ডক্টৰ কপিলা ৱাৎস্যায়ন উপস্থিত হ'লহি। আন-সকল সদস্যই ক'লে, 'আমি এইমাত্ৰ মত প্ৰকাশ কৰিলো যে গুৱাহাটীত মিউজিক কলেজ নালাগে। তাৰ কাৰণ এই, এই ···।' কপিলাজীয়ে ক'লে, 'আপোনালোকে কোৱা কাৰণত তাত কলেজ নালাগে, ঠিক। কিন্তু অসমত থকা অতুল সংগীত-নৃত্য-সম্পদৰ সংৰক্ষণৰ উদ্দেশ্যে তাত কলেজ এখন দিব লাগিব।' তেওঁৰ অভিমতৰ মৰ্মে অসমত কলেজ কৰিবলৈ দিবলৈ ছেলে স্থিৰ কৰিলে। এতিয়া সেই অনুৰূপে আমাক এখন কলেজত পাঠদানৰ বাবে পাঠ্য ক্ৰম লাগে। আপুনি সেয়া কৰি নিদিলে আমি কৰিব নোৱাৰিম।' —বৰুৱাই ক'লে। মোৰ প্ৰশ্নৰ উত্তৰত বৰুৱাই ক'লে যে বিশ্ব-ভাৰতী বা কলিকতা বিশ্ববিদ্যালয়ৰ লগত প্ৰস্তাৱিত কলেজে এফিলি-য়েশ্যন ল'ব। মই সেইটো নানা কাৰণত হ'ব নোৱাৰে বুলি কথাটো ভাবি চাবলৈ সময় বিচাৰিলো। মই তেতিয়া গুৱাহাটী বিশ্ববিদ্যা-লয়ৰ কলাগুৰু, ডিন্‌ অব্‌ আৰ্টছ ফেকাল্টি। এসপ্তাহমানৰ পাছত বৰুৱাক ক'লো, মোক যি ব্যক্তিগত অনুৰোধ জনোৱা হৈছে, সেই অনুৰোধ কলাগুৰু বুলি মোলৈ সম্বোধন কৰি চিঠিৰ ৰূপত পঠালে আমাৰ বিশ্ববিদ্যালয়ৰ আৰ্টছ ফেকাল্টিৰ যোগে সঙ্গীত আৰু চাৰু-কলাৰ এটা পাঠ্যবিভাগ মুকলি কৰাৰ যত্ন কৰিব পাৰোঁ।—বিশেষকৈ যেতিয়া ১৯৬৪-৬৬ চনৰ শিক্ষা আয়োগে কলা-শিক্ষাৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছে। সেইমতে সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী আৰু

সঞ্চালক উভয়ে আগত বিদ্যাবৰ্ধৰপৰাই (১৯৭৬-৭৭) কলেজ আৰম্ভ কৰিব পৰাকৈ পাঠ্যক্ৰম নিৰ্মাণ কৰি দিবলৈ অফিচিয়েল চিঠিৰে অনুৰোধ কৰিলে। ১৭ ফেব্ৰুৱাৰী ১৯৭৬ তাৰিখে বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলে মোৰ প্ৰস্তাৱ গ্ৰহণ কৰি পাঠ্যক্ৰম তৈয়াৰ কৰিবলৈ এখন সমিতি গঠন কৰি দিলে মোকে উদ্যোক্তা আৰু সভাপতি কৰি। ডক্টৰ কপিলা বাৎস্যায়ন, ডক্টৰ লালমণি মিশ্ৰ (বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ সঙ্গীত ফেকাল্টিৰ ডিন), শান্তিদেৱ ঘোষ, বীৰেন্দ্ৰকুমাৰ ফুকন, ডক্টৰ বীৰেন্দ্ৰনাথ দত্ত আৰু কদ্ৰ বৰুৱাৰ (পিছত কৃষ্ণমূৰ্তি হাজৰিকা) গঠিত সমিতিয়ে ৰচনা কৰা পাঠ্যক্ৰম একাডেমিক কাউন্সিলে ২৬ অক্টোবৰ তাৰিখে গ্ৰহণ কৰে। তাৰ পিছৰ বছৰত চৰকাৰে সঙ্গীত মহাবিদ্যালয় খুলিলে যদিও উপযুক্ত শিক্ষকৰ অভাৱত প্ৰাথমিক আদৰ্শৰপৰা লাহে লাহে সি খহি পৰা যেন লাগিছে। এই মহাবিদ্যালয়ৰপৰা অসমৰ অতুল সঙ্গীত-নৃত্য-সম্পদৰ সংৰক্ষণ কিমান হ'ব, সি ঘোৰ সন্দেহৰ বিষয় হৈছে। প্ৰতি-কাৰৰ উপায় ? যেন, 'কলো লাও, বগাল পূবৈ, লাগিল কোৱাভাতুৰী।'

১৯৭৮ত মই অসম এৰি পাঁচ বছৰলৈ পঞ্জাবলৈ যাওঁতে এজন মানুহে দুখ কৰি চকুপানী টুকিছিল। সেয়া হ'ল কদ্ৰ বৰুৱা। নতুন দিল্লীৰ বিখ্যাত কোৰিওগ্ৰাফাৰ শ্ৰীমতী মায়া ৰাওৰ ঘৰত আমাক দুইকে এদিন সন্ধ্যা এসাজ খাবলৈ মাতিছিল। তেতিয়া তেওঁ দুখেৰে কৈছিল, "আমাৰ show বিলাকৰপৰা সক-বৰ সকলো কথাতে আপোনাৰ পৰামৰ্শ বিচাৰিছিলো, পাইছিলো। এতিয়া কাৰ ওচৰলৈ যাম ?" ১৯৮৩ চনত যেতিয়া মই গুৱাহাটীলৈ ঘূৰি আহিলো, তেতিয়া সেই হাঁহিমুখীয়া, সংস্কৃতিক মনে-প্ৰাণে ভাল পোৱা মানুহজন আৰু নাই। আমাৰ বহুত কলাকাৰেই হৈছে। কিন্তু সেই একাগ্ৰতা আৰু সংস্কৃত আচৰণৰ মানুহজনক কাৰো মাজত খুঁজি নাপাওঁ।

# বাটৰ কণামুৰিত

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ত এম্. এ. আৰু অনা-ৰ্ছৰ পাঠ্যক্ৰম বিশেষজ্ঞসকলে তৈয়াৰ কৰিছিল—অধ্যাপক সন্দিকৈ, ডক্টৰ কাকতি ছাৰ, ডক্টৰ ভূঞা ছাৰ, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, কলিকতা বিশ্ববিদ্যালয়ত বিষয়টোৰ পঠন-পাঠন কৰা অম্বিকানাথ বৰা আদিসকলে। কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্য-ক্ৰমৰপৰা সুকীয়া কৰি এম্. এ.ৰ নতুন পাঠ্যক্ৰমত সাহিত্য আৰু ভাষাক দুভাগ কৰি পাঠন কৰাৰ ব্যৱস্থা কৰা হ'ল। ডক্টৰ কাকতি আৰু ডক্টৰ বৰুৱা দুয়ো ভাষা-সাহিত্য উভয়ৰে পণ্ডিত হ'লেও সিসকলে ভাষাশিক্ষণৰ ফালে অধিক ভৰ দিলে। ডক্টৰ কাকতি ছাৰৰ তলত ইংৰাজী অনাৰ্ছত ইংৰাজী ভাষাতত্ত্ব আৰু নিজৰ ৰবীয়াকৈ অসমীয়াৰ এম্. এ.ৰ বাবে ভাষাৰ ভাগ খৰচি মাৰি পঢ়া বাবে ভাষাতত্ত্ব পঢ়োৱাৰ ফাললৈ ঢাল লৈ যাবলৈ এটা লোভ হৈছিল। কাকতি ছাৰক সেই মতিৰ কথা কৈছিলোঁও। ছাৰে কিন্তু ক'লে, 'ভাষাত যেতিয়া বিৰিঞ্চি, মই, আমি দুয়ো আছোৱেই আৰু অসমীয়াৰ বাহিৰেও ইংৰাজী ইউৰোপীয়-কছীয় সাহিত্যৰ ইমানবোৰ কিতাপ সামৰিব লাগিব যেতিয়া, তাত তুমি তোমাৰ ইংৰাজী অনাৰ্ছৰ জ্ঞানেৰে পূৰা ভৰ দি নালাগিলে নহ'ব। তুমি আৰু ভাষা পঢ়ুৱাব নালাগে।' মই ভাষাতত্ত্বৰপৰা আঁতৰি আহিলোঁ। তদুপৰি ৫১ চনৰ শেহৰ ফালে ছাৰৰ স্বাস্থ্য পৰি অহাত ছাৰে পঢ়ুৱাই থকা বিদেশী সাহি-ত্যৰ কিতাপবোৰো এখনৰ পিছত এখনকৈ মোক গতাবলৈ ধৰিলে। ইতিমধ্যেই সত্যেন্দ্ৰনাথ শৰ্মাই বিশ্ববিদ্যালয়ত অসমীয়া অনাৰ্ছৰ লেকচাৰাৰ-ৰূপে যোগ দিয়াত এম্. এ ৰ অংশকালীন অধ্যাপক-ৰূপে

তেওঁৰ সাহিত্যৰ কিতাপবোৰৰ কিছু পঢ়াবলৈ ল'লে। ইতিমধ্যেই মইযে, ভাষাতত্ত্বৰ শিক্ষক নহওঁ, সেইটো নিৰূপিত হ'ল। কিন্তু শব্দৰ পিছত লৰি লৰি তাৰ গুৰি উলিওৱাৰ হেঁপাহটি মোৰ বৈ গ'ল।

যেতিয়া Aspects of Early Assamese Literature গ্রন্থ বিশ্ববিদ্যালয়ৰপৰা সংকলন কৰাৰ সিদ্ধান্ত কৰা হ'ল, তেতিয়া মোক পোনতে বিষয় দিয়া হৈছিল—অসমীয়া ৰামায়ণ আৰু মহাভাৰত। মই কিন্তু বিষয়টো সলাই ল'লো—শঙ্কৰদেৱ-পূৰ্ব অসমীয়া সাহিত্য, কাৰণ এই বিষয়টোত মোৰ ক'ব লগীয়া বিশেষ কথা আছে আৰু অধ্যয়ন আছে বুলি মোৰ ভাব হৈছিল। আনফালে, নলবাৰীৰপৰা হৰিনাৰায়ণ দত্ত বৰুৱাদেৱে শঙ্কৰদেৱৰ গ্রন্থাৱলী সংকলন কৰি প্রকাশ কৰাৰ আঁচনি হাতত লৈ মোক ইংৰাজীত এখন পাতনি লিখি দিবলৈ ধৰে। লিখি দিলো। সেইখন মাদ্রাজৰ বিশেষজ্ঞ ছপাখানা জি. এছ্. প্রেছত ছপোৱাই আনি দত্ত বৰুৱাদেৱে তেওঁৰ "শ্রীশঙ্কৰ-বাক্যামৃত"ত জোৰাই দিছিল। গ্রন্থখনৰ পিছৰ সংস্কৰণবোৰত ছপোৱা অসুবিধা নে কি কাৰণত সেই পাতনি সংযোগ কৰা হোৱা নাই। সি যি হওক, Aspects পুথিত দিয়া মোৰ Assamese literature before Sankaradeva আৰু Literary works of Sankaradeva নামৰ এই পাতনিখন একেলগ কৰি তাৰ আগিতে এক ভূমিকা যোগ দি Sankaradeva and His Pre-decessors নামে এখন কিতাপ কৰি উলিয়ালো। বাহিৰৰ দুই-এখন জাৰ্নেলত তাৰ ভাল সমালোচনা ওলাইছিল।

দত্ত-বৰুৱাদেৱে "চিত্র-ভাগৱত" প্রকাশ কৰি তাৰ একপি উপ-হাৰ দিছিল আৰু পাৰিলে ক'ৰবাত এটা সমালোচনা দিবলৈ কৈছিল। এনেতে এদিন Assam Tribune অৰ সম্পাদক লক্ষ্মীনাথ ফুকনে এখনি চিঠিৰে কিতাপখনৰ বিষয়ে এটা লেখা পঠিয়াবলৈ

অনুৰোধ কৰিলে। এই দুইটি অনুৰোধৰ ফল-স্বৰূপ হ'ল "চিত্ৰ-ভাগৱত"ৰ চিত্ৰ সম্পৰ্কে মোৰ বক্তব্য। সাধাৰণতে ত্ৰিবিউনৰ সমালোচনাত সমালোচকৰ নাম দিয়া নহ'লেও বৰ্তমানটিত সৰুকৈ M. N. বুলি তলত সূচনা দিয়া হৈছিল। সেইটো ওলোৱা দিনাই আকৌ ডক্টৰ ভূঞা ছাৰৰ ঘৰত দুপৰীয়া ভাতৰ নিমন্ত্ৰণ। ছাৰে মোক দুৱাৰমুখতে দেখা পাই সুধিলে, 'কিহে পণ্ডিত, আজি কিহৰ কাৰণে অৱতাৰ?' মই ক'লো, 'ছাৰ, অন্নাসুৰ-ধ্বংসৰ হেতু। আপুনি পাহৰিছেনেকি ছাৰ, মোকয়ে খাবলৈ মাতিছিল!' 'মই পাহৰিলে তোমাৰ ক্ষতি নাই; কিন্তু অন্নাসুৰক সজোৱা-পৰোৱাসকলে পাহৰিলেহে ভাওখন নহ'ব।' পিছে, ভিতৰত আয়ে কিয় পাহৰিব! ভাও হ'ল। ছাৰে ইতিমধ্যে প্ৰশ্ন কৰিলে, 'হেৰা পণ্ডিত, আজিৰ কাগজত তুমি ছবিৰ বিষয়ে লেখিছা, সেয়া ভাল হৈছে। তুমি বহুত কথা জানা।' 'সেইবোৰ ছাৰ, আপোনালোকৰ আশীৰ্বাদৰ ফল!' তেতিয়া ছাৰৰ লগত চিত্ৰকলাৰ কথা আলোচনা কৰা হ'ল। পাছত বালি-সত্ৰৰ ভাগৱতৰ চিত্ৰৰ বিষয়ে শিল্পাচাৰ্য নন্দলাল বসু আৰু কলা-সমীক্ষক ডক্টৰ মোতীচন্দ্ৰৰ লগতো কথা-বতৰা হোৱাৰ সুযোগ পাইছিলো। মোৰ ছাত্ৰ হৰেন্দ্ৰনাৰায়ণ দেৱ গোস্বামীৰ যোগে সত্ৰৰ মূল পুথিৰ তুলাপাত দুখন আনি এই দুইজনকে দেখুওৱাও হৈছিল। আমাৰ বিশ্ববিদ্যালয়ৰ জাৰ্নেলত ডক্টৰ মোতীচন্দ্ৰই লিখা "চিত্ৰ-ভাগৱত"ৰ সমালোচনাও প্ৰকাশ পাইছিল। দুবছৰমানৰ পাছত জাৰ্নেলখনৰ কাৰণে আমাৰ সচিত্ৰ আৰু লতা-কটা পুথিৰ বিষয়ে সৰু এটা প্ৰবন্ধ লেখি উলিয়ালো। তাৰ লগত দিবলৈ দত্তবৰুৱাদেৱে ভাগৱতৰ কেইখনমান ছবিৰ ব্লককেইটা দিলে। ৰুদ্ৰসিংহ ৰজাৰ দিনৰ "গীত-গোবিন্দ"ৰ দুখন ছবিৰ ব্লক বিশ্ববিদ্যালয়ৰপৰা তৈয়াৰ কৰোৱা হ'ল। মোৰ সম্পাদিত "লৱ কুশৰ যুদ্ধ"ৰ বাবে কৰা ব্লককেইটাও ল'লো। শেহত্ত "হস্তীবিদ্যাৰ্ণৱ"ৰ ছবি কেনেকৈ

সামৰিব পাৰোঁ, সেই লৈ ডক্টৰ ভূঞা ছাৰৰ কাষ চাপিলো। ছাৰে ক'লে, কেইবছৰমান আগতে অসম চৰকাৰে ৰাষ্ট্ৰপতিক উদয়গিৰি নাম দি হাতীপোৱালি এটা উপহাৰ দিওঁতে Assam Elephants নামে "হস্তীবিদ্যাৰ্ণৱ"ৰ চিত্ৰ-সম্বলিত এখনি পুস্তিকা ওলাইছিল, তাৰ ব্লকবোৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগতে আছে, মই তাৰ-পৰাই খুজি নিব পাৰিম। চাৰিটামান ব্লক লিচাৰি মই বিভাগলৈ বিস্থাশবদে লৰ ধৰিলো। কিন্তু ত'ৰ অধিকাৰে মোক বিমুখ কৰিলে, তেনে কোনো বস্তু বোলে ত'ত নাই। মই ছাৰৰ কাষলৈ ঘূৰি আহিলো। ছাৰে কলে, 'ব্লকবোৰযে বিভাগত আছে, সি ধ্ৰুবনিশ্চিত। তথাপি তুমি আগৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিলৈ এখন চিঠি দি চোৱা।' দিলো। মাদ্ৰাজৰপৰা মেধিদেৱে বিভাগৰ অধিকাৰজনক অনুৰোধ জনাই পঠালে মোক সহায় কৰিবলৈ। মেধিৰ চিঠিখন হাতত লৈ বৰ আশাৰে অধিকাৰৰ ওচৰলৈ গ'লো পুনৰ। ঐ গোসাঁই! অধিকাৰে দেখোন তেওঁক এসময়ত সেই মকৰলি দিয়া মেধিদেৱৰ চিঠিখনকে দলি মাৰি পঠিয়ালে! মই তেওঁৰ অত-পালিৰ কথা লিখি শ্বিলঙৰ শিক্ষাসচিবলৈ এখন চিঠি দিলো। তুৰন্তে সকলো ব্লক মোক গতাই দিবলৈ শিক্ষাসচিবৰ তাঁৰবাৰ্ত্তা আহিল অধিকাৰলৈ। অধিকাৰে মনৰ দুখ মনতে সামৰি মোৰ লাগতিয়াল বস্তুকেইটা মোক দিলে। প্ৰবন্ধটো জাৰ্ণেলত ওলাল আৰু তাকে বেলেগাই ছপাই সৰুবো সৰু কিতাপ এখন কৰি উলিয়ালো—The Art of Painting in Assam. বাহিৰৰ ভাৰতীয় কলা-সম্পৰ্কীয় ৰচনাৱলীৰ Bibliographyত সেইখনৰ নামহে অকলশৰীয়াকৈ প্ৰকাশ পাইছিল। তাৰ পিছত অৱশ্যে আমাৰ পুৰণি ছাত্ৰ ডক্টৰ ৰজতানন্দ দাশগুপ্তৰ Eastern Indian Manuscript Painting নামৰ কতৃত্বশীল গ্ৰন্থ প্ৰকাশ পাইছে মোৰ ছুআঙুলীয়া পাতনিৰে। গাঢ় গৱেষণা কৰাসকলে ওপৰত উল্লেখ কৰাৰ লৈখীয়া

হতাশা-অপমানক মোৰ বুলি ল'বই লাগে। মোৰ লগত পি. এইচ. ডিৰ বাবে কাম কৰা এটি গোসাঁই ল'ৰাই গৱেষণাৰ বস্তু বিচাৰি গৈ লোকৰ ঢেঁকীশালত ধান-খেৰ পাৰি মূৰত ভগা কেৰাহী গাক কৰি লৈ নিশাটোহঁত শুব লগীয়া হৈছিল। গৱেষণাৰ কাম ইমান ৰোমাণ্টিক।

মোৰ এজন দূৰণিবটীয়া শ্ৰদ্ধেয় পণ্ডিত-বন্ধু পি. কে. গোড়েই (যিজনে কৃষ্ণকান্ত সন্দিকৈদেৱক গ্ৰন্থাদি যোগাৰ কৰি দি সহায় কৰিছিল) সৰু সৰু বিষয় লৈ অলেখ প্ৰবন্ধ লিখিছিল; বিষয়বোৰ এনে—তামোলৰ দহোটা গুণ, চিলা (kite) বা ঘুড়ি উৰোৱাৰ বুৰঞ্জী, (চুফাৰি কটা) চোৰ্তাৰ কাহিনী, ইত্যাদি। তেওঁ প্ৰবন্ধৰ সমল বিচাৰি কেতিয়াবা চিঠি লিখে। পুণেকে কেন্দ্ৰ কৰি গোড়েৰ গুণ-গ্ৰাহীসকলে এখন felicitation বা অভিনন্দন-গ্ৰন্থৰ আয়োজন কৰিছিল; সেইখন অৱশ্যে তেওঁৰ মৃত্যুৰ পাছত commemoration বা স্মৃতিৰ গ্ৰন্থ হৈহে ওলাইছিল। তাতে মই তেওঁ ভাল পোৱা বিষয় এটি লৈ প্ৰবন্ধ দিছিলো—The role of tambula in Assam's social life. ১৯৫৫ চনৰ ডিচেম্বৰত চিদম্বৰমত অখিল ভাৰতীয় প্ৰাচ্যতত্ত্ব সন্মিলনত যোগ দিবলৈ যাওঁতে অধ্যাপক সুনীতি-কুমাৰ চট্টোপাধ্যায়ে অনেক শিৰফুটা পণ্ডিতৰ লগত বাটে বাটে চিনাকি কৰি দি গৈছিল। তাৰে এজন হ'ল বোম্বাইৰ অধ্যাপক এচ. কে. বেলভেলকৰ। সিজনৰ Felicitation Volume-অলৈও প্ৰবন্ধ দিব লগীয়া হৈছিল। দিছিলোও।

আউনীআটী-সত্ৰৰপৰা "শ্ৰীহস্তমুক্তাৱলী" পোৱাৰ পাছত তাক অসমৰ এটি স্বতন্ত্ৰ সম্পদ বুলি দাবী কৰা হয়। কিন্তু মিথিলাৰ পণ্ডিতসকলেও তেওলোকৰ দাবী আগ বঢ়ায় আৰু বঙ্গদেশো সেই বিষয়ত নিমাতে নাথাকে। নেপালৰ দৰবাৰ গ্ৰন্থাগাৰত আৰু দাৰভাঙ্গাতো পুথিখনৰ হাতে লিখা পুৰণি নকল ওলায়। কিন্তু আউনীআটিত

পোৱাখনি পুথিহে প্ৰায় পূৰ্ণাংগ। তদুপৰি সেই পুথিত অসমীয়া এটি অনুবাদ শ্লোকে শ্লোকে দিয়া আছে। সম্পূৰ্ণ পুথিখন কিন্তু ক'তো ছপা নোহোৱাত চতুৰ্থ দশকত মোৰ গুৰু অধ্যাপক দিৱাকৰ গোস্বামী আৰু শ্ৰীনাথ চক্ৰৱৰ্তীয়ে ভেৰ শৰো কম শ্লোক ইংৰাজী অনুবাদেৰে Journal of Assam Research Societyত প্ৰকাশ কৰে, আৰু ১৯৪৯ত মই "ৰামধেনু"ৰ সম্পাদক থকাত পুৰণি অসমীয়া অনুবাদটিৰে কিছু অংশ উলিয়াইছিলো। পাছত মাদ্ৰাজৰ Journal of Music Academyত সম্পূৰ্ণ সংস্কৃত পাঠ (এখন ইংৰাজী পাত-নিয়ে সৈ:ত) ছোৱা ছোৱাকৈ মোৰ সম্পাদিত ৰূপত প্ৰকাশিত হয়। এই সময়ত শুভংকৰ কবিৰ সময় আৰু পৰিচয় সম্পৰ্কে নানা ঠাইৰ-পৰা সমল সংগ্ৰহ কৰিব লগীয়া হৈছিল; আৰু এইদৰে সমলৰ পম খেদি গৱেষণাযে কেনে কৌতূহলৰ বস্তু সেইটো অনুভৱ কৰিছিলো। শুভঙ্কৰ কবি সম্পৰ্কে ফৰাচী পণ্ডিত এলাঁ দানেলু ওৰফে শিৱশৰণে মাদ্ৰাজৰ জাৰ্নেলখনত এটি সুন্দৰ প্ৰবন্ধ লিখিছিল। কাৰণ তেওঁ কবিৰ দ্বিতীয় গ্ৰন্থ 'সংগীত-দামোদৰ' সম্পাদন কৰি আছিল (তেওঁৰ সংস্কৰণ যদিও এতিয়াও ওলোৱা নাই)। এনেতে অন্ধ্ৰপ্ৰদেশৰ নীলুৰৰ অধিবক্তা এন্. এছ্. কৃষ্ণমূৰ্তিৰ প্ৰস্তাৱিত ৰচনাৱলীৰ ছপতীয়া এটা তালিকা পালো। তেওঁ তাত "হস্তমুক্তাৱলী"ৰ অনুসৰণত ৰচিত ৰাঘৱ-ৰায়ৰ "হস্তৰত্নাৱলী"ৰ কথা উল্লেখ কৰিছে। মই তন্মুহূৰ্তেই কৃষ্ণমূৰ্তিলৈ চিঠি দিলো, কথাটোনা কি জনাবলৈ। উত্তৰত সেই সঁচায় সদাশয় ব্যক্তিজনে অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ বোডলিয়ান গ্ৰন্থা-গাৰৰপৰা ফোটোস্টেট কৰি অনা "হস্তৰত্নাৱলী"খনকে পঠিয়াই দিলে। পুথিখন পাই শুভঙ্কৰৰ চিনাকিতকৈও নতুন পুথিখনৰ গ্ৰন্থকাৰ 'দ্বিজয়-বংশ-প্ৰসূত ৰাঘৱ-ৰায়'ক বিচাৰি মোৰ হাহাকাৰ লাগিল। পূব ভাৰতৰ সকলোবোৰ ৰাজ্যৰে মধ্যযুগীয় ইতিহাস ঘাটিলো। ক'তো ৰাঘৱ ৰায় নোলায়। এনেকৈয়ে বছৰৰ পাছত বছৰ যায়। এনেতে

বাঙ্গালোৰৰ বিধান মণ্ডপত ১৯৬৩ৰ ৩ নবেম্বৰৰপৰা পাঠ-সমীক্ষাৰ এক আলোচনা-সত্ৰ বহে। তাতে এদিনাখন বিশ্বভাৰতীৰ অধ্যাপক এছ্. এন্. ঘোষালে মধুসূদন ৰবীন্দ্ৰৰ কাব্যশাস্ত্ৰ "ৰসচন্দ্ৰিকা"ৰ বিষয়ে এটা প্ৰবন্ধ পাঠ কৰে। তেওঁৰ বৰ্ণনাৰ মাজত দেখোন ওলাল ৰজা ৰাঘৱ-ৰায়ৰ কথা। মোৰ যেন উশাহ-নিশাহ বন্ধ হৈ গ'ল। কোনো-মতে সভাখন শেষ হ'বলৈহে পালে, মই ঘোষাল থকা কোঠা পালোগৈ। তেওঁ ক'লে যে সংস্কৃত গদ্যত লেখা নবদ্বীপৰ ৰজাসকলৰ এখন চৰিত আছে; তাকে পেট্‌ছ বুলি এজন জাৰ্মান পণ্ডিতে সম্পাদন কৰি উলিয়াইছে। মই নেশ্যনেল লাইব্ৰেৰিৰপৰা গুৱাহাটীলৈ কিতাপখন অনাই দেখিলো, হয়, মই গোটেইখন চ'লাথ কৰি বিচাৰি ফুৰা মোৰ ৰজাজন এইজনেই হয়। মোৰ ধাই উদ্দেশ্যত এই আৱিষ্কাৰে বৰ গুৰুতৰ সহায় নকৰিলেও মোৰ ৰোমান্টিক অন্বেষণে তৃপ্তি লাভ কৰিলে। মাদ্ৰাজৰ জাৰ্নেলত মোৰ সম্পাদিত "হস্তমুক্তাৱলী"ৰ পাঠ আৰু আলোচনাৰপৰা কলিকতাৰ সংগীত-পণ্ডিত স্বামী প্ৰজ্ঞানানন্দই তেওঁৰ গ্ৰন্থত উদ্ধৃতি দিছিল। তেওঁক বিচাৰি ৰামকৃষ্ণ বেদান্ত মঠত লগ পাইছিলোগৈ। স্বামীজীৰে আলোচনাৰপৰা দুইৰো মনৰ নানা খবচি মৰিছিল; দুইৰো মাজত এক বন্ধুত্বও জন্মিছিল।

দিল্লীৰ সাহিত্য অকাদেমিৰ তৰফৰপৰা অসমীয়া কবিতাৰ এক সৰ্বাত্মক বাছনি কৰিবলৈ মোক ভাৰ দিয়া হয়। সেইমতে কবিতা গোটোৱা হ'ল, তাৰপৰা বাছি বাছি সংকলনটো ঠিক কৰা হ'ল। কিন্তু কবিতাতকৈও সূত্ৰ ৰূপত কবিসকলৰ পৰিচয় আৰু ঘনীভূত ভাষাৰে বুৰঞ্জীমূলক পাতনিৰ বাবে 'অসমীয়া কবিতাৰ কাহিনী' তৈয়াৰু কৰাতহে বেছি মনোনিৱেশ কৰা হয়। সেই বস্তু দুটা নিজৰে ভাল লগা হৈছিল। অকাদেমিৰ পূৰ্বাঞ্চলিক সচিব ক্ষিতীশ ৰায়ে সদায় কৈছিল যে এই "সঞ্চয়ন"ৰ পাতনিখন তেওঁ বঙলা ভাষাত অনুবাদ কৰি উলিয়াব। মই সংকলনটোৰ বাবে লোক-গীতো বাছি

উলিয়াইছিলো। কিন্তু তেনে গীতৰ সংগ্ৰহ অকাদেমিয়ে শুকীয়াকৈ উলিয়াবৰ দিহা কৰাত মোৰ লোক-গীত-বাছনি "চটাই পৰেৰত আৰু ছিৰি লুইত" নাম দি বাণী প্ৰকাশক প্ৰকাশ কৰিবলৈ দিওঁ।

অসম সাহিত্য-সভাই অসমৰ পৱিত্ৰ স্থানসমূহ সম্পৰ্কে এখন কিতাপ সংকলন কৰাৰ কথা কেইবছৰমান চিন্তা কৰি আছিছিল। ১৯৫৯ৰ কাৰ্যনিৰ্বাহকে সেই কামটো মোৰ হাতলৈ ঠেলিয়ালে। মই এখন আঁচনি কৰি বহুতজন লোক বাছি লেখা কাম তুৰন্তে হাতত লৈ চাৰি মাহৰ ভিতৰত সেয়া পূৰ কৰি মোক গতাবলৈ অনুৰোধ কৰিছিলো। সেইমতে আধাৰ অধিক লোকে নিজ নিজ বিষয়ৰ লেখা দিলে। দুই-এজনে নিজেও একো নকৰি আনসকলকো বাধা দিবৰ যত্নপৰ হৈছিল। কিন্তু ইয়াৰ পিছৰ পলাশবাৰী (মিৰ্জা) অধিৱেশনৰ আগে আগে গ্ৰন্থখন "পৱিত্ৰ অসম" নাম লৈ ছপা হৈ ওলাল। ডক্টৰ ভূঞা ছাৰে অশেষ প্ৰশংসা কৰিলে, ক'লে, ৱাল্টাৰ স্কটৰ ইংলেণ্ড-স্কট-লেণ্ডৰ বৰ্ণনাৰ এখন কিতাপৰ বাহিৰে আন ক'তো তেনে গ্ৰন্থ তেওঁ দেখা নাই। অসম উচ্চ ন্যায়ালয়তো এই গ্ৰন্থ বাদী-প্ৰতিবাদীয়ে প্ৰামাণ্য ৰূপ দাখিল কৰি গোচৰ জিকে। কিতাপখনৰ কিন্তু বহুতো সংযোগ আৰু পৰিৱৰ্ধন আৱশ্যকীয় হৈ আছে বুলি মই অনুভৱ কৰোঁ। এই পুথিখন লেখাৰ সময়ত শঙ্কৰদেৱৰ জন্ম-স্থানৰ কথা লৈ এটি বাদ-প্ৰতিবাদ চলিছিল। তাৰ মাজতে নগাঁৱৰ মৈৰা-বাৰী ৰেল স্টেশ্যনৰ ওচৰৰ পাতেকিবৰি বোলা মহাপুৰুষৰ উদ্ভৱ-স্থান বুলি সাব্যস্ত হোৱা স্থানত ১৯৬০ চনৰ ১৮ এপ্ৰিল তাৰিখে এটি নামঘৰৰ আধাৰশিলা স্থাপন কৰিছিলোগৈ।

ভাৰতৰ স্বাধীনতা-লাভৰ পাছত বিভিন্ন প্ৰান্তৰ ভাষাত বিশ্বকোষ বা জ্ঞানকোষ প্ৰকাশ কৰিবৰ প্ৰয়াস দেখা গৈছিল। ইতিমধ্যে কেইবাটাও ভাষাত তেনে গ্ৰন্থ ওলাই গৈছে। তেলুগু ভাষাৰ "আন্ধ্ৰবিজ্ঞান কোশমু", পঞ্জাবী ভাষাৰ "পঞ্জাবী সাহিত্য কোশ" আৰু

তামিল ভাষাৰ জ্ঞানকোষত অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে একোটি প্ৰবন্ধ যোগাইছিলো, বঙলা "ভাৰতকোষ"ত তিনিটি প্ৰবন্ধ দিব লগীয়াত পৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম সাহিত্য-সভাই বহুত জল্পনা-কল্পনা কৰাৰ পাছত ১৯৫৯ চনমানৰেপৰা অসম প্ৰকাশন পৰিষদে 'অসমীয়া বিশ্বকোষ'ৰ কামত উম-ঘাম লগায় আৰু তাৰ কিছুদিন পাছত কামটো কাৰ্যকৰীভাৱে হাতত লৈছে। সেই উদ্দেশ্যে বিভিন্ন কলা-বিষয়ক প্ৰবন্ধাৱলী-সন্নিৱেশৰ আঁচনি অধ্যাপক নীলমণি ফুকন আৰু ডক্টৰ বীৰেন্দ্ৰনাথ দত্তৰ সহযোগত তৈয়াৰ কৰি দিছিলো। ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাদেমিৰ পৰিকল্পিত Companion to Indian Music নামৰ বিশ্বকোষলৈ অসমীয়া সংগীতৰ বিষয়ে সকলোখিনি কথা আৰু সাহিত্য অকাদেমিৰ Encyclopoedia of Indian Literatureলৈ কেইটামান প্ৰবন্ধ দিয়া হয়। ১৯৫৮ চনৰ জুনৰপৰা চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস সমিতিৰ হৈ গুৱাহাটী বিশ্ববিদ্যালয়ত "চন্দ্ৰকান্ত অভিধানৰ"ৰ দ্বিতীয় সংস্কৰণৰ কাম আৰম্ভ হয়। উক্ত-বিষয়ক সমিতিৰ কাম সম্পূৰ্ণ হোৱাৰ পাছত কিতাপখন ছপাবলৈ দিয়া সময়ৰেপৰা কামটোত অলপমানকৈ খেলি-মেলি লগা যেন লাগে। গতিকে শেহৰ ভাগ কাম ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাই পুনৰ মোৰ হাতত গুজি দিয়ে। ইয়াৰ দ্বাৰা অভিধানখনৰ বিভিন্ন স্থানত বিভিন্ন আৰ্হিৰ ছাঁও নপৰাকৈ নাথাকিল। তথাপি, শেহস্তত বস্তুটো ভাল ৰকমেই ওলাই আহিল। অধ্যাপক কৃষ্ণকান্ত সন্দিকৈদেৱে তাৰ বাবে মোকে এখানমান প্ৰশংসা কৰিলে (৪ ফেব্ৰুৱাৰী ১৯৬৩)—'অভিধান পোৱা আজি ভালেমান দিন হ'ল। সৰ্বাংগ-সুন্দৰ হৈছে। এখন লেখত লব লগীয়া ওখ থাপৰ অভিধান বুলিব পৰা হৈছে। আপোনাৰ পৰিশ্ৰম সাৰ্থক হোৱাত অশেষ আনন্দ পাইছো। অভিধানৰ বিষয়ে আৰু কি ভাবিব পাৰি আশা কৰো মোৰ জীৱদশাতে ভাবিবৰ সময় হ'ব।'

অসম সাহিত্য-সভাৰ বাহিৰেও অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, কামৰূপ অনুসন্ধান সমিতি আদি অনুষ্ঠানৰ লগত সম্বন্ধ ৰাখিব লাগিছিল। অসম সঙ্গীত নাটক একাডেমিয়ে বহুত দিনৰ জাতীয় নাটশালা নিৰ্মাণ কৰাৰ বিষয়ে আলোচনা কৰাৰ পাছত নগাঁৱত 'অসম কেন্দ্ৰীয় নাটশালা' (ACT) সাজিবৰ আঁচনি কৰি চৰকাৰৰপৰা অনুদান বিচাৰে। এই আঁচনি বহুত যত্ন কৰি প্ৰস্তুত কৰা হৈছিল—চন্দ্ৰনাথ ফুকন, হেম বৰুৱা আৰু মই তাত জড়িত হৈ পৰিছিলো। কিন্তু অনুদানৰ বিষয়ত কোনো সঁহাৰি নাহিল! ইয়াৰ পাছতো মাজে মাজে জাতীয় নাট্যশালাৰ ঢ'ক ফুটা শুনিছো। কামত হ'লে এচুলিও কোনো আগ বঢ়া নাই। কুমুদচন্দ্ৰ বৰঠাকুৰ আদিৰ নামৰ লগত জড়িত সদৌ অসম পুথিভঁৰাল সমিতিৰ সপ্তম বাৰ্ষিক অধিৱেশন ২৪ মেই ১৯৫৯ত মঙ্গলদৈত বহে আৰু সমিতিৰ নিমন্ত্ৰণত মই সভাপতি হ'ব লগীয়া হয়। কিন্তু তেতিয়াৰপৰা বাৰ-চৈধ্য বছৰ কাল নিষ্কৰ্মা হৈ বহি থকা সমিতিৰ ১৯৭৩ চনতহে কিছু কামৰ উত্তাপ উঠে। ১৯৬৩ত চনত আৰু ১৯৫৭ত অল ইণ্ডিয়া ৰেডিঅ'ই নতুন দিল্লীত দুখন সাহিত্য-সমাৰোহৰ বহল আয়োজন কৰে। সেই দুখনলৈ গৈছিলো। প্ৰথমবাৰ হেম বৰুৱা লগৰীয়া আছিল বাবে দিল্লীৰ ছাউথ এভিনিউত তেতিয়া এম্.পি. ৰিশাং কেইশিঙৰ (এতিয়া মণিপুৰৰ মুখ্যমন্ত্ৰী) লগত আছিলোগৈ। দ্বিতীয় বাৰ সমাৰোহৰ শেহৰ এখন সভাত সমস্ত প্ৰতিনিধিৰ মাজত তিনিজনক এটা বিশেষ বিষয় লৈ একোটা কথিকা পঢ়িবলৈ দিয়া হৈছিল। কিন্তু আন দুজনক তেওঁলোকৰ কথিকা পৰিবৰ্তন কৰি ল'বৰ সুবিধা দিয়া হৈছিল, মোক কিন্তু দিয়া নাছিল। মই সেই দেখি কথিকা আৰম্ভ কৰাৰ আগতে ক'লো, 'মই কথিকাটো দাখিল কৰাৰ পাছত হাত ফুৰাব নোৱাৰিলো। আশা কৰোঁ যোৱা পষেকৰ ভিতৰত তাৰ কোনো অংশ তামাদি (outdated) হৈ যোৱা নাই।' সকলোৱে

হঁাহিলে। মোৰ মনটোও মুকলি লাগিল। ১৯৫৯ চনৰপৰা কিছু কাল আকাশবাণীৰ কাৰ্য্যসূচী উপদেষ্টা সমিতিৰ মেম্বৰ হৈ বহিছিলো, কিন্তু কামৰ ঘৰত কিবা হৈছিল বুলি ভাব নহয়। ৩০ জানুৱাৰী ১৯৫৬ তাৰিখে ৰোটাৰি ক্লাবে মোক বক্তৃতা দিবলৈ মাতিছিল আৰু ডি. ফিল্ ডিগ্ৰী পোৱা বাবে সম্বৰ্ধনাও জনাইছিল। তেওঁলোকৰ নিয়ম তেওঁলোকৰ এজন সদস্যই সমাজত অতিথিক পৰিচয় কৰাই দিব লাগে। সেই কাম কৰি ফখৰুদ্দিন আলি আহমদ ছাহেবে মৰমত কোৱা কথা কেইআষাৰ মই ঘৰলৈ আহি দিনলেখাত টুকি থ'লোহি: I am very proud having to introduce Dr Neog It is by his own efforts, pains and perseverence that he has built his life. I have known him since he was a student. I remember with feeling how when I was Secretary of Gauhati University Trust Board he helped me and the great Gopinath Bardoloi in the building of the university he is now serving. He then served in a humble capacity But through his own endeavours he now serves the university in a much higher role. ১৩ ডিচেম্বৰ ১৯৫৫ৰ দিনা অসম প্ৰকাশন পৰিষদ উদ্বোধিত হ'ল। মই প্ৰথমজোখৰত পৰিষদৰ বা কাৰ্যপালিকাৰ সদস্য নাছিলো। নহ'লেও তাৰ সভাবোৰলৈ যাব লাগিছিল আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই মোক শিলঙলৈ লগত গাড়ীত তুলি নি শিক্ষামন্ত্ৰী দেৱেশ্বৰ শৰ্মাৰে মুখ্যমন্ত্ৰী চলিহাক ধৰিছিলগৈ পৰিষদক সৰহকৈ অনুদান দিবলৈ। সাহিত্য অকাদেমীৰ বছৰেকীয়া পুৰস্কাৰৰ বাবে বিচাৰক সমিতিত পোনৰ কাজছোৱাত প্ৰায় থাকিব লাগিছিল। এবাৰ সমিতিয়ে অনুমোদন দিয়া এখন কিতাপ লৈ অকাদেমিৰ কাৰ্যপালি-কাত বহুতপৰ তৰ্ক হৈছিল, কাৰণ কিতাপখনত এখন গাঁৱৰ কথা মাথোন আছিল। মোৰ অনুমোদনত লেখিছিলো যে 'গোষ্পদে

নভোমণ্ডল'ৰ দৰে দূৰণিৰ এখন গাঁৱত গান্ধী আন্দোলনৰ প্ৰতিক্ৰিয়াৰ কথা কিতাপখনত সূক্ষ্মভাৱে ভাল ঘৰুৱা ভাষা-শৈলীত দেখুওৱা হৈছে। ডক্টৰ চিন্তামন দেশমুখে এই পইণ্টটোৰ ওপৰত গুৰুত্ব দি হেঁচা মাৰি ধৰিলে আৰু সেইবাবলৈ অসমীয়া কিতাপ এখনে সাহিত্য অকাদেমি বঁটা লাভ কৰিলে। ১৯৫৭অৰ মাৰ্চ-এপ্ৰিলত এমাহ জোৰাকৈ অসমৰ শিক্ষাধিকাৰে নৱসাক্ষৰৰ বাবে সাহিত্য-ৰচনাত প্ৰশিক্ষণ দিবৰ বাবে এক সাহিত্য-কৰ্মশালা পাতি মোক তাৰ সঞ্চালক হ'বলৈ মাতে। অধ্যাপক ৰায়হান শাহ, কুমুদচন্দ্ৰ বৰদলৈ, সুৰেশ চন্দ্ৰ গোস্বামী আদি শ্বিলং-গুৱাহাটীত অনুষ্ঠিত এই কৰ্মশালাৰ কৰ্মী হৈ আহিছিল আৰু কেইবাখনিও পুথি ৰচনা কৰিছিল।

১৯৫৮। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত সংস্কৃত মহাভাৰতখনৰ অসমৰ সংস্কৃত পণ্ডিতসকলৰ সহযোগিতাত অসমীয়া ভাঙনি কৰিবৰ আঁচনি হাতত লোৱা হয় আৰু আঁচনিখন সঞ্চালন কৰাৰ ভাৰ মোৰ ওপৰত পৰে। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা সাধাৰণ সম্পাদক। বোম্বাইৰ নিৰ্ণয়সাগৰ প্ৰেছৰ সংস্কৰণটিকে এই বিষয়ত আদৰ্শ কৰি লোৱা হৈছিল। অনুবাদ-কাৰ্য সম্পূৰ্ণ হ'ল যদিও, ছপা কাম অৰ্থৰ অভাৱত আজিও আধৰুৱা হৈ আছে। ডক্টৰ বৰুৱাৰ উদ্যমত লোক-কলা লোক-কথা অধ্যয়নৰ এটি বিভাগকে সৃষ্টি কৰা হৈছিল। এই আঁচনিত বিষ্ণুপ্ৰিয়া মণিপুৰী লোক-গীত সংগ্ৰহৰ বাবে পুলকেশী সিংহক মোধ তলত গৱেষক কৰা হৈছিল। লীলা গগৈৰ 'অসমীয়া লোক-গীত' আৰু চৈয়দ আবদুল মালিকৰ 'জিকিৰ আৰু জাৰি' সংগ্ৰহ দুটিৰ পাতনি আদিৰ চূড়ান্ত ৰূপলৈকে নিয়াৰ ভাৰো মোক দিয়া হৈছিল (১৯৫৭)। ১৯৫৮ চনত ডক্টৰ ভূঞা ছাৰ উপাচাৰ্য থকাত অসমৰ সংস্কৃতি আৰু সভ্যতাৰ বিষয়ত এটি বিভাগ খোলাৰ আঁচনি তৈয়াৰ কৰিবলৈ দিয়া হয়। আঁচনি হ'ল। বিভাগ হ'ল। কিন্তু সি হ'ল অস্থায়ী। গৱেষণা বিভাগ-ৰূপে এগৰাকী কৰ্তৃৰশীল

অধ্যাপকৰ অধীনে বস্তুটি সংগঠন কৰা হ'লে বোধ হয় স্থায়ী আৰু আৱশ্যকীয় কাম এটি হ'লহেঁতেন।

এই শতকৰ ষষ্ঠ দশকৰ আদি ভাগতে গুৱাহাটী বিশ্ববিদ্যালয়ে আই. এ. এছ্ আদিৰ প্ৰতিযোগিতামূলক পৰীক্ষালৈ ছাত্ৰ সাজু কৰিবৰ বাবে শ্ৰেণী খোলে। সেই উদ্দেশ্যে বিলাতৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ এম্. এ. হিল্টন ব্ৰাক্সিছ নামৰ এজন ডেকাক নিয়োগ দিয়া হয়। তেওঁ তেওঁৰ পত্নী আইৰিছক লৈ গুৱাহাটী পায়হি। পাণবজাৰৰ বেপ্টিস্ট মিশ্যন কম্পাউণ্ডতে তেওঁলোকৰ থাকিবৰ দিহা হয় আৰু হিল্টনে গধূলি কটন কলেজৰ চৌহদৰ ভিতৰৰ আমাৰ উকথা খেৰী ঘৰটোতে গুৱাহাটী মহানগৰীৰ অগণন মহৰ লগত যুদ্ধ কৰি পাঠদান কৰে। সময়ত মোৰ আৰু ভূপেন হাজৰিকাৰ লগত ব্ৰাক্সিছ-দম্পতিৰ ঘনিষ্ঠতা হয়। হিল্টনে সংস্কৃতৰ গভীৰ অধ্যয়ন আৰম্ভ কৰিছিল বিলাতত থকাতে। বেদান্ত, গীতাৰ বিষয়ে তাতে থকাতে বক্তৃতা দিব পাৰিছিল। গুৱাহাটীলৈ আহি সংস্কৃতৰ চৰ্চা আৰু গাঢ় কৰে। এদিনাখন অতি উত্তপ্ত ভৰ দুপৰীয়া মোৰ ঘৰৰ দুৱাৰত টক্ টক্ শব্দ পৰাত দুৱাৰ মেলি দেখোঁ চাইকেল এখন লৈ হিল্টন ৰ'দত থিয় দি। ক'লে যে তেওঁ নটৰাজৰ বৰ্ণনাৰে সংস্কৃতত এটা কবিতা লিখি থৈ আহিছে, সেয়া চাবলৈ যাব লাগে। মই ক'লো, 'লৈনো নাহিলা কিয়?' 'এৰা, মই সেইটো ভাবিবলৈকে নহ'ল। কিন্তু মোৰ ঘৰত বহি পঢ়িলেহে তাৰ আচল ৰস ওলাব। কাৰণ, মই কবিতাটো লেখিবলৈ অনুপ্ৰেৰণা পালো এজনী খৰি বোটলা মানুহ দেখি। তাই মূৰত পাচিটো লৈ দণ্ডায়মান হৈ সোঁ ভৰিৰ আঙুলিৰ চেপেৰে বতাহত সৰি পৰা শিৰীষ গছজোপাৰ এখান এখান ঠানিবোৰ বুটলিছে, দেখাত ভংগিটো ঠিক নটৰাজৰ ছবি যেন হৈছে। মই তেতিয়া তেজি-য়াই শাৰীবোৰ লেখি পেলালো।' উৎকণ্ঠিত হিল্টনৰ লগতে মই

বঢ়া ভাত এৰি প্ৰানৰজাৰ পালোগৈ কবিতা শুনিবলৈ। ছিন্টনে মাজে মাজে চুৰিয়া পিন্ধে আৰু গুৱাহাটীৰ পঞ্চতীৰ্থৰ মন্দিৰবোৰ চাই ফুৰে, কলেজৰ ছাত্ৰৰ সৰস্বতী-পূজাৰ মন্ত্ৰ গোৱা শুনি থাকেগৈ, ল'ৰাহঁতক মন্ত্ৰৰ অৰ্থ সোধে, তেওঁলোকে অৰ্থ ক'ব নোৱাৰিলে মূৰ্তি গোসানীলৈকে তেওঁ একান্তমনে চাই থাকে। মুঠতে, ছিন্টনক দেখি ছমাৰছেট মমৰ Razor's Edge উপন্যাসৰ নায়কলৈ ( razor's edge নামটো কঠোপনিষদৰ 'ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া'ৰ অনুকৰণ ) মনত পৰে। আইৰিছ আকৌ আৰ্টিস্ট। বাজ্যিক সংগ্ৰহালয়ত গৈ তেওঁ মূৰ্তিবোৰৰ কাৰু-কাৰ্য পিটিকি পিটিকি চাই থাকেগৈ, বৰদিন পৰিলে পুৰণি চিত্ৰ অথবা পুৰণি কাহিনীৰ অনুসৰণত কাঠ-খোদাই কৰি নতুন বছৰৰ শুভেচ্ছাৰ কাৰ্ড তৈয়াৰ কৰে বছৰি। কিন্তু মই গমহে নাপাওঁ, মনে মনে তেওঁলোকৰ মনত ভাঙন ধৰে। বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ কোনোজনে ছিন্টনৰ মনত আঘাত লগা কথা কয়। কৰ্তৃপক্ষৰ লগত মোৰ সদ্ভাৱ থকা দেখি তেওঁ সেই কথা মোক নজনায়। তাতোকৈ এটা ডাঙৰ কথা হয় এদিন। তেওঁ সহকৰ্মী এজনেৰে এটি শিৱ-মন্দিৰ চাবলৈ গৈছে, কাৰণ শিৱৰ প্ৰতিয়ে তেওঁৰ ভক্তিৰ টান। মন্দিৰৰ ভিতৰখন তেওঁৰ চাবৰ বৰ হেঁপাহ হয়। দুৱাৰ-মুখতে মন্দিৰৰ সক দলৈ এজনক পাই অনুমতি বিচাৰে আৰু অনুমতি পায়। তেওঁ দ'লৰ ভিতৰ সোমায় আৰু চাই-চিঁতি বাহিৰ হয়। কিন্তু দুৱাৰ-মুখ পাওঁতেই ঘাই দলৈজন ওলালহি আৰু 'তুমি কিয় ভিতৰ সোমালা' বুলি হাতেৰে তেওঁক ঠেলা মাৰি দিলে। সি তেওঁৰ বাবে চৰম আঘাত হ'ল। সনাতন ধৰ্মৰ গুণকীৰ্তন কৰি থকা মোক কিন্তু তেওঁ এই কথা নক'লে। তেওঁ ঘৰলৈ ঘূৰি যোৱাৰ সিদ্ধান্ত কৰি সকলো আয়োজন কৰিলে। মই যেতিয়া কথাটো জানিলো, তেতিয়া এনে অৱস্থা—মনো কথাটো উলিয়াব নোৱাৰোঁ, তেৱোঁ লুকিয়ায়। তেতিয়া প্ৰতিকাৰো একো

নাই। তেওঁৰ বহুত বস্তু আৰু বিশেষকৈ কিতাপখিনি কাৰো কাৰো মাজত বিলাই দিলে, কিছু থকা ঘৰতে পৰি ৰ'ল, মাথোন মহাদুৰ্লভ ফৰাচী পণ্ডিত ৰেনুঁৰ "ঋগ্বেদ"খনি অতি আদৰেৰে নিজৰ কাপোৰ-কানিৰ মাজত সুমুৱাই বিলাত-যাত্ৰা কৰিলে। ত'ত তেওঁ গৈ শিক্ষানুষ্ঠান খুলি লয়, কিন্তু শেহত ধৰ্মানুষ্ঠানতে যোগ দিয়ে। তাৰে-পৰা হিল্টনে নহ'লেও আইৰিছে চিঠি দি থাকে, নহ'লে অন্ততঃ বৰদিন ন বছৰৰ কাৰ্ড এটি পঠিয়ায়। তেওঁলোকৰ পুত্ৰ ৰিচাৰ্ড আৰু ছোৱালী ৰাচেলৰ জন্মৰ সম্বাদ, পঢ়া-শুনাৰ কথা জনাই থাকে। হিল্টনে গীৰ্জাত যোগ দিছে যদিও ভাৰতীয় ধৰ্মৰ অধ্যয়ন এতিয়াও পৰিহাৰ কৰা নাই।

ভাৰতীয় বিষয়ত ৰতি থকা আন এজন চাহাব ডেকা দুদিনলৈ মোৰ সঙ্গী হৈছিল। তেওঁ হ'ল ৰবাৰ্ট ব্ৰাউন। কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ সংগীতৰ অধ্যাপক। তেওঁ ভাৰতলৈ আহিছিল দক্ষিণ ভাৰতৰ সংগীতৰ তাল সম্পৰ্কে গৱেষণা কৰিবলৈ। তেওঁ মাদ্ৰাজত থকাতে অসমৰ সত্ৰ সংগীতৰ আৰু মোৰ চেষ্টাৰ বিষয়ে ডক্টৰ ডি. ৰাঘৱনৰপৰা জানিবলৈ পাই মোলৈ এখন চিঠি দিয়ে অসমলৈ অহাৰ অভিপ্ৰায়েৰে। মই তেওঁক সাদৰ আহ্বান জনালো। সেই সময়তে অৰ্থাৎ ১৯৫৯ৰ এপ্ৰিলত তেজপুৰেদি দলই লামা ভাৰত প্ৰৱেশ কৰিবৰ কথা। সেই কথাই ব্ৰাউনৰ অসমলৈ অহা সময় নিৰূপণ কৰি দিলে। কিন্তু সময়টি বৰ স্পৰ্শকাতৰ। তেওঁ গুৱাহাটী পোৱাবহি লগে লগে চোৰাংচোৱাই তেওঁৰ পিছ ল'লে। মোৰ ঘৰলৈকো সিসকলৰ শুভাগমন ঘটিল। ব্ৰাউনে দলই লামাক তেজপুৰত দৰ্শন কৰিলেগৈ আৰু কমলাবাৰীৰ গায়ন-বায়ন আৰু আমাৰ তেজপুৰৰ গহনচন্দ্ৰ গোস্বামী প্ৰভুকো লগ ধৰি অসমৰ তাল সম্পৰ্কে বহুতো কথা সংগ্ৰহ কৰি আনিলে। বৰগীত গৱেষণা সমিতিৰ প্ৰাথমিক স্তৰত আমি গীতৰ তালৰ গা-মান, বাত আদিৰ লগৰ

খৰতকীয়া চোক অংশৰ মাত্রা-বিভাজন কৰিব নোৱাৰিছিলো। ৰোমান আখৰেৰে লেখি তেওঁক সেই চোকবোৰ দি পঠিয়াইছিলো সন্ত্ৰলৈ যাওঁতে। তেওঁ তাৰপৰা ঘূৰি আহি গুৱাহাটীৰ আৰ্য্যগৃহত বহি হাতেৰে চাপৰি ধৰি চোকবোৰ মুখেৰে গাই দেখুৱালে। সেইবোৰ অৰ্থহীনতো নহয়েই, বৰং গা-মান আৰু ঘাতৰ অনুকূল ছন্দৰ প্ৰকাশ মাথোন। এই সময়তে আৰু এজন এমেৰিকান ছাত্ৰাৰে মোক মোৰ আৱশ্যকীয় সমল যোগাই সহায় কৰিছিল। তেওঁ পেনছিলভেনিয়া বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক ডব্লিউ. নৰ্মান ব্ৰাউন। মই তেতিয়া বিল্বমংগল ওৰফে লীলাশুকৰ কৃষ্ণ-গীত সম্পৰ্কে (যাৰ নাম বংগ আৰু দক্ষিণত "কৃষ্ণ-কৰ্ণামৃত", পশ্চিমত 'বালগোপাল-স্তুতি' আৰু অসমত "কৃষ্ণস্তোত্ৰ") অনুসন্ধান কৰি আছো। আমেৰিকাৰ বস্টনৰ Eastern Art বোলা জাৰ্নেলখনত প্ৰফেছৰ ব্ৰাউনৰ এটা প্ৰবন্ধ ওলাইছিল পশ্চিমী সংস্কৰণৰ এখন পুথিৰ বিষয়ে। জাৰ্নেলখন দুৰ্লভ হৈ পৰা বাবে তেওঁ তেওঁৰ সমস্ত প্ৰবন্ধটোৰ ফটো কপি কৰি পঠিয়াই দিছিল। ইয়াৰ বহুত পাছতহে ১৯৬৪ত নতুন দিল্লীত বহা আন্তৰ্জাতিক প্ৰাচ্যতত্ত্ব কংগ্ৰেছত খন্তেক পৰলৈ সংস্কৃত সাহিত্যৰ মহাপ্ৰাজ্ঞ অধ্যাপকগৰাকীক লগ পাইছিলো।

ষষ্ঠ দশকৰ মোৰ এই কথা আৰু কাহিনী কওঁতে ৰেডিওত প্ৰচাৰ কৰা হোৱা বহুতবোৰ কথিকাৰ কথা মনত পৰে—যিবোৰৰ নকল হাতত ৰখা নহ'ল, যিবোৰ ক'তো ছপা হৈও নোলাল। স্থানীয় খবৰ কাগজ আৰু আলোচনীতো কিছু প্ৰবন্ধ লেখিছিলো। বিশেষকৈ তিনিচুকীয়াৰ বন্ধু প্ৰেমধৰ ৰাজখোৱাৰ সম্পাদিত "সৌমাৰ-জ্যোতি"লৈ প্ৰবন্ধ ঘনাই দিব লাগিছিল, নিদিলে তেওঁৰপৰা ওজৰ আহিছিল, "এইবাৰ কিন্তু বৰ বেয়া কথা হ'ব', 'সৌমাৰ-জ্যোতি' মহেশ্বৰ-বিহীন হৈ যাব। কিবা এটা কৰক।". কেতিয়াবা কিবা এটা কৰোঁ। কেতিয়াবা নকৰোঁ।

# প্ৰাচ্যবিদ্যাৰ জগৎসভালৈ

'জগতে আনন্দযজ্ঞে আমার নিমন্ত্রণ,/ ধন্য হল ধন্য হল মানব-জীবন' (গীতাঞ্জলি)। All-India Oriental Conference বা অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন ভাৰতৰ প্ৰাচ্যতত্ত্ববিদ তথা জ্ঞানান্বেষীসকলৰ এক আনন্দমেলা। অথচ এই মহৎ অনুষ্ঠানটিৰ জন্ম হয় সৌ সিদিনাহে ১৯১৯ চনত। তাৰ আগলৈকে Indology বা ভাৰততত্ত্ব—বেদৰ, বেদপূৰ্ব তথা প্ৰাচীন ভাৰতৰ জ্ঞানৰ উচ্চ পৰ্যায়ৰ চৰ্চা-অন্বেষণ—আছিল সংস্কৃত আদি ভাৰতীয় ভাষাৰ মাধ্যমত সংৰক্ষিত বিদ্যা চৰ্চা কৰা ইউৰোপ আৰু এমেৰিকাৰ মহাপণ্ডিত-সকলৰ অধিকাৰৰ সম্পদ। এই মহান প্ৰাচ্যতত্ত্ববিদসকলৰ সামাজিক অনুষ্ঠান আছিল ১৮৭৩ চনত পেৰিছত প্ৰতিষ্ঠিত International Congress of Orientalists. তাৰ সভাবোৰ বহিছিল ইউ-ৰোপৰ বিভিন্ন ৰাষ্ট্ৰৰ ৰাজধানীবোৰতহে। ভাৰতত বা এছিয়া মহাদেশৰ কোনো দেশত কংগ্ৰেছৰ সভা পাতিবৰ যত্ন সফল নহৈছিল; ভাৰতত, আন কি এভিয়ালৈকে, এবাৰহে কংগ্ৰেছ বহিছে—১৯৬৪ চনত তাৰ ষড়্‌বিংশ অধিবেশন। ১৯০২ চনত ভাৰত চীন আৰু জাপানৰ মাজতে সীমিত কৰি হানোইত Premiere Congres International des Etudes d'Extreme-Orient এখন বহিছিল।

পণ্ডিতসকলে ইঙ্গিত কৰিছে, প্ৰথম বিশ্বসমৰৰ শেহৰ চুৰছৰ আধুনিক ভাৰতৰ ইতিহাসত বিশেষ তাৎপৰ্যপূৰ্ণ। সেই সময়তে ভাৰত জুৰি জাতীয় ভাবৰ উন্মেষ সাৰ পাই উঠিছিল। প্ৰসঙ্গতঃ উল্লেখ কৰিব পাৰি যে সেই সময়তে ১৯১৭ চনত অসমৰ পুৰণি শিৱসাগৰ

ছুহৰত আমাৰ জাতীয় অনুষ্ঠান অসম সাহিত্য-সভাৰ পত্তন—যি ১৯১৭ চনত হয় জগতত নতুন সোঁত বোওৱা কছ বিপ্লৱ। ইয়াৰ পূৰ্বতে এছ্‌. পি. পণ্ডিত, ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰ আৰু জে. জে. মোডীয়ে ইউৰোপত বহা কংগ্ৰেছৰ দুই-এক অধিৱেশনত যোগ দিছিলগৈ। ১৯১৭ৰ ৬ জুলাইত ভাণ্ডাৰকৰৰ অশীতিতম জন্মদিৱস উপলক্ষ্যে তেওঁৰ ছাত্ৰ, বন্ধু আৰু সহকৰ্মীসকলে তেওঁৰ নাম থাউতি-যুগীয়া কৰি ৰাখিবলৈ আৰু ভাৰতীয় প্ৰাচ্যবিদসকলৰ পাণ্ডিত্যকৰ্ম এক আদৰ্শত সংগঠিত কৰিবলৈ Bhandarkar Oriental Research Institute প্ৰতিষ্ঠা কৰে। সেই অনুষ্ঠান আজি ভাৰততত্ত্বৰ মহান জ্ঞানতীৰ্থত পৰিণত হৈছে। সেই অনুষ্ঠানৰ আহ্বানতে চৰকাৰ, বিশ্ববিদ্যালয়, বিবিধ গৱেষণা অনুষ্ঠান আৰু পণ্ডিতসকলৰ সহযোগত পুণেত ১৯১৯ত বহা এক সভাই অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন (তেতিয়া অৱশ্যে নাম দিয়া হৈছিল Indian Oriental Conference আৰু ১৯৬৩ পৰ্যন্ত সেই নামেই অনুষ্ঠানৰ নাম আছিল) গঢ়ে। সেই প্ৰথম সন্মিলনত বেদ, আৱেস্তা, পালি আৰু বৌদ্ধধৰ্ম আদি বাৰটা বিভাগ সুকীয়া সুকীয়াকৈ বহিছিল। এই বিষয়ত আৰু আন বহুতোবোৰ বিষয়ত প্ৰথম সন্মিলনৰ আৰ্হি আজিও বৰ্তি আছে। পিছত অৱশ্যে বিভাগৰ সংখ্যা বাঢ়িছে। (১) বৈদিক, (২) ইৰাণীয়, (৩) ক্লাছিকেল সংস্কৃত, (৪) ইছলামী অধ্যয়ন, (৫) আৰবী আৰু ফাৰ্চী, (৬) পালি আৰু বৌদ্ধধৰ্ম, (৭) প্ৰাকৃত আৰু জৈনধৰ্ম, (৮) ইতিহাস, (৯) পুৰাতত্ত্ব, (১০) ভাৰতীয় ভাষাতত্ত্ব, (১১) দ্ৰাৱিড়ীয় অধ্যয়ন (১২) দৰ্শন আৰু ধৰ্ম, আৰু (১৩) কাৰু-বিজ্ঞান আৰু ললিত কলা। দক্ষিণ-পূব এছিয়া-অধ্যয়ন আৰু পশ্চিম এছিয়া-অধ্যয়ন নামৰ দুটা বিভাগ যোৱা কুৰি বছৰৰ ভিতৰত যোগ দিয়া হৈছে সন্মিলনক তাৰ ভাৰততাত্ত্বিক চৰিত্ৰটো বহল কৰি সঁচা-সঁচি "প্ৰাচ্যবিদ্যা সন্মিলন" কৰি তুলিবৰ কাৰণে। তাৰ আগবেণৰা

স্থানীয় ভাষা-সাহিত্য-সংস্কৃতি-বিষয়ক এটা বিভাগ যোগ দিয়াৰো নিয়ম হয় আৰু চতুৰ্থ সম্মিলনৰেপৰা সংস্কৃতৰ পণ্ডিতপৰিষদ এখনো পতা হৈ আছিছে। এইভাৱে ভাৰতীয় শিক্ষাৰ কলা (arts) বা মানৱিকী (humanities) বিষয়ৰ বহুল আলোচনা আৰু গৱেষণাৰ কেন্দ্ৰ(forum)-ৰূপে অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলন ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ সমান্তৰাল এক বৃহৎ অনুষ্ঠান। ভাৰতৰ বাহিৰৰ প্ৰাচ্যবিদ্যাবিশাৰদসকলেও সম্মিলনৰ আলোচনাত আদিৰেপৰা ভাগ লৈ আহিছে আৰু কেইবাজনো তেনে বিদেশী বিজ্ঞ সম্মিলনৰ ঘাই সভাপতিৰ পদতো অধিষ্ঠিত হৈ আছিছে—অধ্যাপক ছিলবাঁ লেভি (১৯২২ কলিকতা-অধিৱেশন), ডক্টৰ এফ্. ডব্লিউ. তমাছ (ত্ৰিবান্দ্ৰম ১৯৩৭), য়ান খোণ্ডা (Jan Gonda, পুণে ১৯৭৮)। ইসকলৰ বাহিৰেও অনেকজন শিৰোমণি ভাৰতীয় প্ৰাচ্যবিদে সভাপতিৰ আসন শুৱাই আছিছে—মহামহোপাধ্যায় ডঃ গঙ্গানাথ ঝা (১৯২৪) আৰু হৰপ্ৰসাদ শাস্ত্ৰী (১৯২৮), ডঃ এ. এছ. কৃষ্ণস্বামী আয়েঙ্গাৰ (১৯৩৫), মহামহোপাধ্যায় ডঃ পি. ভি. কানে (১৯৪৬), ডঃ ৰমেশচন্দ্ৰ মজুমদাৰ (১৯৪৮), ডঃ সুশীলকুমাৰ দে (১৯৪৯), কে. এ. নীলকণ্ঠ শাস্ত্ৰী (১৯৫১), ডঃ সুনীতিকুমাৰ চেটাৰ্জী (১৯৫৩), ডঃ এছ্. ৰাধাকৃষ্ণন (১৯৫৫), ডঃ এ. এছ. আলটেকৰ (১৯৫৭), মহামহোপাধ্যায় ডঃ ভি. ভি. মিৰাশি (১৯৫৯), ডঃ বাসুদেৱ শৰণ অগ্ৰৱাল (১৯৬৫), ডঃ এ. এন্. উপাধ্যে (১৯৬৬), ডঃ বিশ্ববন্ধু শাস্ত্ৰী (১৯৬৮), ডঃ পি. এল্. বৈদ্য (১৯৬৯), ইত্যাদি ইত্যাদি। সম্মিলনৰ প্ৰতি অধিৱেশনৰ আগে আগে সম্মিলনত পঠিতব্য গৱেষণা প্ৰবন্ধবোৰৰ সাৰাংশৰে Summaries of Papers আৰু পাছত সভাৰ মূল সভাপতি আৰু তেৰবো অধিক বিভাগীয় সভাপতিসকলৰ অভিভাষণ আৰু কাৰ্যপালিকাৰ কাৰ্যবিৱৰণি আদিৰে আৰু বছা বছা পঠিত প্ৰবন্ধৰে Proceedings and Transactions of the All-India Oriental Conference প্ৰকাশিত হয়।

সম্মিলনে কেইবাটাও খণ্ড কৰি আদিৰেপৰা ধৰি Index of Papers submitted to the All-India Oriental Conference প্ৰকাশ কৰিছে। সমস্ত ভাৰতৰ তথা বাহিৰৰো প্ৰাচ্যবিদ বা ভাৰততত্ত্ববিদ্ পণ্ডিত মাত্ৰেই কোনো নহয় কোনো প্ৰকাৰে সম্মিলনৰ লগত জড়িত হৈ আছিছে।

এই সৰ্বভাৰতীয় পণ্ডিতসভাত অসমৰ যোগদান ১৯৫০লৈকে অত্যন্ত অনুল্লেখনীয়া (marginal) মাথোন আছিল। দুই-এজন অসমীয়া পণ্ডিতে মাথোন দুই-এটি প্ৰবন্ধ পাঠ কৰি সেই মহাযজ্ঞত যোগদান কৰিছিলহঁক আৰু সেই কথা তাৰ পাছত পাহৰণিৰ গৰ্ভত লোপ পাইছিল। আনসকলৰ সমকক্ষ-ৰূপে সেই কাৰ্যত যোগদান কৰিব পৰা পণ্ডিতয়ে অসমে উৎপাদন কৰিব পৰা নাছিল, তেনে নহয়। আনন্দৰাম বৰুৱাক পোৱা হ'লে প্ৰাচ্যবিদসকলে শিৰত তুলি ল'লেহেঁতেন। কিন্তু 'যি ধৰিব হাতী, সি পলাল দোভাগ ৰাতি।' এতিয়াও সেই আদৰ্শৰ আৰু সেই জোৰৰ এগৰাকী পণ্ডিত আমাৰ মাজত আছিল—অধ্যাপক কৃষ্ণকান্ত সন্দিকৈ। কিন্তু এবাৰ ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে আমি দুজনমানৰ আগত বৰ আপত্তি কৰাৰ দৰে, তেওঁক সমাজৰ মাজলৈ টানিও নিব নোৱাৰি। এজন বন্ধুৱে এদিন ধেমালি কৰি ক'বৰ দৰে মাননীয় সন্দিকৈদেৱ আনিবাঁ 'কাজিৰঙাৰ অৰণ্যৰ মাজত জোৰ-বাঁতি'; তেওঁ পুৰণি কালৰ ঋষি-মুনিৰ দৰে নিজৰ নিৰলাৰ আশ্ৰমতে তপস্যা কৰি ভাল পায়। এবাৰ মাথোন, আমাৰ ভাগ্যৰ কথা, তেওঁ অৰণ্যৰ তপস্যা এৰি নগৰৰ পণ্ডিতৰ পোহাৰলৈ গ'ল। ১৯৪৯ চনত বোম্বাইত বহা সম্মিলনৰ অধিৱেশনে তেওঁক ক্লাছিকেল সংস্কৃতৰ বিভাগীয় সভাপতিৰ আসনখনৰ বাবে মনোনীত কৰিলে। তেতিয়া তেওঁ গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য। ডক্টৰ কাকতি আদিৰ উৎসাহনত সন্দিকৈয়ে এইবাৰ পিছ-হোঁহকা নিদিলে। কাকতিয়ে নিজে এখন গৱেষণা-

পত্ৰ সাজু কৰিলে জগন্নাথদেৱৰ পূজাৰ উৎপত্তিৰ লোককথা-অধ্যয়নৰ ধাৰাত বিশ্লেষণেৰে। বিশ্ববিদ্যালয়ৰ ইতিহাস বিভাগৰ ৰিডাৰ সচ্চিদানন্দ ভট্টাচাৰ্যয়ো লিখিলে এটা প্ৰবন্ধ। ঠিক হ'ল ড° বিৰিঞ্চিকুমাৰ বৰুৱাও যাব সন্দিকৈৰ লগত। দিন চাপি অহাৰ লগে লগে সন্দিকৈৰ মনত অলপ ভয়ো চাপি আহে। 'বৰুৱা, সদায় গধূলি আহি থাকিব দেই। আজি-কালি আকৌ এই air-crashবিলাকৰ ইমান খবৰ ওলাই আছে। ভাবিলে ভাল নালাগে।' 'একো ভয় নাই। মই লগত থাকিম নহয়'—ল'ৰাক প্ৰবোধ দিয়াৰ দৰে বৰুৱাই কয়—যেন তেওঁ লগত থাকিলে হেজাৰ বিপদেও বিমানখনক একো কৰিব নোৱাৰে! 'বৰুৱা, আজিৰপৰা দহদিন আছে আমি যাবলৈ' ...; 'বৰুৱা, আৰু ছদিনহে আছে কিন্তু....'—দিনে দিনে তেওঁ দিন গণে। যাবৰ দিনটোতো এদিন আহিবই। দুয়োজন আজাৰাৰ ওচৰৰ বিমানবন্দৰত উঠি সুকলমে কলিকতা পায়গৈ আৰু ৰিজাৰ্ভ কৰি থোৱা ৰেলৰ গাড়ীত উঠেগৈ। এতিয়া কিন্তু সন্দিকৈদেৱৰ মনত একো ভয় নাই। এবাৰ পিছে তেওঁ খোটালিটোৰ এমূৰৰ বাহিৰ-ফুৰা ঘৰলৈ গৈ ঘূৰি আহি কয়, 'এঃ বৰুৱা, আপুনি অনা এচেঞ্চৰ গোন্ধটো দেখোন বৰ বেয়া, কেনেবা কেনেবা গোন্ধাইছে!' 'নাই ছাৰ, মই বেংগল কেমিকেলৰ খালি অগুৰুৰ চিচাটোত ডেট্ৰল অকণমানহে লৈ আহিছিলো গা-ধোৱা-ঘৰৰ দুৰ্গন্ধ গুচাবলৈ।' 'এ, হয়নেকি? মই আকৌ সেইটোত অগুৰুৰ তেল আছে বুলিহে ভাবিছিলো। ভালেটিহে তাহানি মোক কলিকতাত কলেজত পঢ়োঁতে লগৰ ল'ৰাবোৰে গাওঁবুঢ়া বুলি জোকাইছিল!' লক্ষ্ণৌত অধ্যাপক নীলকণ্ঠ শাস্ত্ৰীৰ সভাপতিত্বত বহা সম্মিলনত সমৱেত জ্যেষ্ঠ পণ্ডিতসকলে সন্দিকৈক মহা আদৰ-সাদৰ কৰি নিজৰ লগত ৰাখে। সন্দিকৈয়েতো বিভাগীয় অধিৱেশনবোৰ পৰিচালনা কৰিলেই, সকলো প্ৰতিনিধিৰে গ্ৰুপ-ফটো তোলাতো পোজ্ দিলে। সন্দিকৈৰ এই যোগদানে আমাৰ মুখখনহঁত

বাহিৰত পোহৰ কৰি তুলিলে। প্ৰাচ্যবিদ্যাত আমাৰো সকলো সাব্যস্ত কৰিলে।

১৯৫৩ত সন্মিলন বহিল আহমদাবাদত। সেইবাৰ মেম্বৰ হোৱা-সকলৰ নামৰ তালিকাত শৰাইঘটীয়াৰ ভিতৰত ড° বৰুৱা আৰু সচ্চিদানন্দ ভট্টাচাৰ্যৰ নাম দেখা পাইছো দুটা প্ৰবন্ধৰ নামো সৈতে। সি দুজনে খোদ যোগ দিছিলগৈনে নাই, সেইটোহে এতিয়া নাজানিলো। ১৯৫৫ৰ জুলাইত মই নতুনকৈ ডক্টৰ হৈছো, আৰু ডিছেম্বৰত দক্ষিণৰ আন্নামালইনগৰত আন্নামালই বিশ্ববিদ্যালয়ত অনুষ্ঠিত হ'ব লগা সন্মি-লনৰ অষ্টাদশ অধিৱেশনলৈ মোক গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰতিনিধি-ৰূপে পঠিয়ালে। লগত সত্যেন্দ্ৰনাথ শৰ্মা আৰু প্ৰতাপচন্দ্ৰ চৌধুৰী। লৰা-লৰিকৈ মোৰ থিছিছৰ প্ৰথম খচৰাৰপৰাই বস্তু গোটাই সন্মি-লনৰ দৰ্শন আৰু ধৰ্ম বিভাগৰ বাবে এখন গৱেষণা-পত্ৰ প্ৰস্তুত কৰি ল'লো—Different religious cults of Asssam be-fore the advent of neo-Vaisnavism. গুৱাহাটীৰ আঘোণ-মহীয়া জাৰৰ জোখাৰে গাত গৰম সাজ পিন্ধি এইছোৱা আকাশপথে গৈ হাওড়াত যেতিয়া ৰিজাৰ্ভ কৰি থোৱা ৰেলগাড়ীত উঠিছো, দেখোঁ যে আমাৰ খোটালিতে ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়বো ঠাই পৰিছে। কলিকতাৰ গৰমত আৰু এদিন এনিশা বিশ্ববিজ্ঞত অধ্যাপকগৰাকীৰ একেবাৰেই সান্নিধ্যত ভ্ৰমণ কৰিব লগীয়া হোৱাৰ সংকোচত গা জুৰ-ঘামে ঘামিবলৈ ধৰিলে। পিছে তেওঁৱেই পৰি-স্থিতিটো সহজ কৰি দিলে, 'তোমালোক গুৱাহাটীৰপৰা আহিছা দেখি এই ফালৰ বতাহ-পানীও জুৰ হ'ব বুলি ভাবিছিলা চাগৈ। কাপোৰ সলাই লোৱাঁ। গৰম কাপোৰ আৰু দৰকাৰ নহ'বই।' কাষতে বহুৱাই লৈ অনবৰত কথা কৈ গ'ল—যেন আগৰেপৰা একেমুঠ কৰি যন্ত্ৰবদ্ধ কৰি থোৱা কোনোবা পণ্ডিতসভাৰহে ভাষণ। তাতকৈও আচৰিত—তেওঁৰ নাম শুনি সেইখন ৰেলত একেলগে আন্নামালই-

নগৰ-মুৰা পণ্ডিতসকল তেওঁক মাত লগাবলৈ আহিছে। আৰু সকলোৰে লগত আমাক এনে প্ৰশংসাৰ ভাষাৰে চিনাকি কৰি দিছে যেন নোম-নেগুৰবৰ্জিত আমি ড° চট্টোপাধ্যায়তকৈও বহুত ডাঙৰ পণ্ডিতহে! আন্নামালই বিশ্ববিদ্যালয়ৰ সকলো কামতে শৃংখলা আৰু সৌন্দৰ্যৰ সমন্বয় দেখি বৰ ভাল লাগিছিল। সম্মিলনৰ মূল সভাপতি ড° সৰ্বপল্লী ৰাধাকৃষ্ণন। সেই কথায়ো সম্মিলনখনক এক মহৎ সম্ভ্ৰম দিছিল। বয়সস্থ আৰু তৰুণ অনেক পণ্ডিতৰ লগতে পৰিচয় আৰু আলাপ হ'ল। আগতে পত্ৰালাপৰ দ্বাৰাহে পৰিচিত ড° ভি. ৰাঘৱনক এই সম্মিলনতে প্ৰথম লগ পালো। ধৰ্ম আৰু দৰ্শন বিভাগত মোৰ প্ৰবন্ধ পাঠ কৰিলো; তাৰ ভিত্তিত সামান্য মাথোন আলোচনা হ'ল। প্ৰবন্ধটোৱে কিন্তু সেই বছৰৰ Proceedings and Transactionঅত সন্নিৱিষ্ট হোৱাৰ সম্মানটি পালে। ইয়াৰ পূৰ্বতে বোধ হয় অসমৰ পণ্ডিতৰ লেখাই সেই সম্মানটি পোৱা নাছিল। এইবাৰহে আমাৰ দুটি কি তিনিটি প্ৰবন্ধ Proceedings-অত সোমাল। আন্নামালইনগৰতে বিখ্যাত চিদম্বৰম মন্দিৰ—যি মন্দিৰতকৈও বহুত অধিক উচ্চ গোপুৰম্ বা তোৰণটি, যি গোপুৰমত "নাট্যশাস্ত্ৰ"ত বৰ্ণিত ১০৮ প্ৰকাৰ কৰণ খোদাই কৰা আছে চমৎকাৰভাৱে পৃথকে পৃথকে নামে সৈতে।

এই সম্মিলনৰ পিছৰ অধিৱেশন ১৯৫৭ত দিল্লী বিশ্ববিদ্যালয়ত বহিল। সেইবাৰৰ সুকুমাৰ কলা বিভাগৰ সভাপতি ড° ৰাঘৱন। তেওঁ সেই বিভাগৰ বাবে প্ৰবন্ধ দিবলৈ বিশেষ অনুৰোধ জনাইছিল বাবে Three dance styles of Assam বুলি এটা লেখি তাৰ সাৰাংশ এটাৰে তেওঁলৈ পঠাই দিলো। Summaries of Papersঅত তেওঁৰ বিভাগত সেইটো প্ৰথম প্ৰবন্ধ কৰি সাৰাংশ ওলাইছিল। কিন্তু সিবাৰ মোৰ সম্মিলনলৈকে যোৱা নহ'ল। ড° ৰাঘৱনে প্ৰবন্ধটো তেওঁৰ Journal of Music Academy,

Madrasঅত সন্নিৱিষ্ট কৰি প্ৰকাশ কৰিলে। ভুবনেশ্বৰ (১৯৫৯) আৰু শ্ৰীনগৰত বহা (১৯৬১) সন্মিলনলৈও মোৰ যোৱা নহ'ল। শ্ৰীনগৰৰ বাবে সন্দিকৈ ডাঙৰীয়া মূল সভাপতি নিৰ্বাচিত হৈছিল। কিন্তু সন্মিলনৰ বহুত আগতে তেওঁ সেই নিৰ্বাচন গ্ৰহণ কৰাত অপাৰগতা প্ৰকাশ কৰিলে। তেওঁৰ ঠাইত ড° ৰাঘৱন সাধাৰণ সভাপতি হ'ল। সেই ঠাইতে ১৯৬৩ত বহিব লগীয়া দ্বাবিংশ অধিৱেশন কুৰুক্ষেত্ৰই নিমন্ত্ৰণ কৰিলে; কিন্তু সময় হোৱা সত্বেও সন্মিলনৰ কোনো আয়োজন কৰা দেখা নগ'ল।

ইতিমধ্যে গুৱাহাটীৰ পণ্ডিতসকলৰ মাজৰ কেইটামান ঘটনা অৰ্থপূৰ্ণ হৈ পৰিল। ১৯৫৯ৰ অক্টোবৰত ইণ্ডিয়ান হিস্টৰি কংগ্ৰেছৰ অধিৱেশন বহিল গুৱাহাটী জিলা পুথিভঁৰালৰ সৰব-ন ঘৰটোত। তাৰ ওপৰৰ ডাঙৰ সভাকক্ষটোৰ বাবে লৰা-লৰিকৈ গাদি-লগা চকি চৰকাৰে কিনি আনিলে আৰু ধ্বনি-প্ৰতিধ্বনি-বিষয়ক ব্যৱস্থাটো (acoustics) সুসংৰক্ষিত কৰা হ'ল। দেশ-বিদেশৰ ভাৰতীয় ইতিহাসৰ পণ্ডিতসকলৰ সমাৱেশত এক গম্ভীৰ পৰিৱেশ সৃষ্টি হৈছিল। [ তেতিয়াও লণ্ডন বিশ্ববিদ্যালয়ৰ School of Oriental Studies-অৰ অধ্যাপক, পাছত অষ্ট্ৰেলিয়ান নেশ্যনেল ইউনিভাৰ্ছিটি আৰু তাৰ পিছত কলিকতাৰ এছিয়াটিক ছোছাইটিৰ অধ্যাপক থকাতে মৃত্যু হোৱা ডক্টৰ এ এল্. বাশ্বাম আদিক সেই উপলক্ষ্যতে মই প্ৰথম লগ পাওঁ ] আৰু সেই পৰিৱেশৰপৰা তেনে গুৰুগম্ভীৰ কামত হাত দিব পাৰিবলৈ আমাৰ বুকত ডাঙৰ সাহস গোট খাইছিল। দুটা সন্ধিয়াৰ বাবে গীত-বাদ্যৰ আপ্যায়ন-সূচী তৈয়াৰ কৰি ময়ে পৰিচালনা কৰিছিলো; আৰু সেই আয়োজনে বাহিৰৰ লোক-সকলৰ তৃপ্তি দি আমাৰ মনত আমাৰ সম্পদত প্ৰত্যয় সৃষ্টি কৰিছিল। ভাৰত চৰকাৰৰ আয়োজনত ১৯৬৩ৰ নৱেম্বৰত বাংগালোৰত পাঠ-সমীক্ষাৰ এক আলোচনা-সত্ৰ অনুষ্ঠিত হয়। তাৰ সভাপতি আছিল

অধ্যাপক নীলকণ্ঠ শাস্ত্ৰী, সঞ্চালক ড° পি. এল্. বৈদ্য। এ. এন্. উপাধ্যে, ড° ৰাঘৱন, ড° এছ্. এম্. কাত্রে আদি আগ শাৰীৰ প্ৰাচ্যবিদে সভাত যোগদান কৰিছিলহি। সেইবেলা প্ৰাচ্যবিদ্যা সম্মিলন কুৰুক্ষেত্ৰত নবহা কথাৰ আলোচনাৰ মাজত গুৱাহাটীয়ে নিমন্ত্ৰণ কৰিব পাৰেনেকি, সেই কথা ওলাইছিল। দুই-এজনে মোক কৈছিল, 'আপোনালোকৰ সৰ্বজনমান্য অধ্যাপক সন্দিকৈ আছে যেতিয়া, অসমৰ কোনো ঠাইত কনফাৰেঞ্চখন পাতিব পাৰেনেকি, আপুনি ঘৰলৈ ঘূৰি গৈ আনসকলেৰে আলচ কৰি চাবগৈচোন। আজিলৈকে অসমে আমাক নিমন্ত্ৰণ কৰা নাই।' মই ক'লো, 'মোৰ কথাতনো ক'ত গজ পৰিব?' তথাপি অসমলৈ ঘূৰি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাক কথাটো ক'লোহি। তেওঁ 'ইমানসোপা টকানো ক'ত পাবা?' বুলি তেতিয়ালৈ বুলি কথাটো সামৰি থ'লে।

১৯৬৪ৰ জানুৱাৰীত দিল্লীৰ বিগ্যান ভৱনত বহা International Congress of Orientalistsৰ ষড়্‌বিংশ বৈঠকলৈ ড° বৰুৱা, মই আৰু ভালে কেইজনৰ এটি দল গৈছো। ৰুছিয়া, ইউৰোপ, এমেৰিকাৰ, চীন-জাপানৰ শ শ প্ৰাচ্যবিদ পণ্ডিতৰ সমাগম হৈছে। গৃহস্থ ভাৰতীয়-পণ্ডিতৰ 'অংশগ্ৰহণো' চমৎকাৰ হৈছে। তাৰ মাজতে দুই-এজনে গুৱাহাটীত অখিল ভাৰতীয় সম্মিলন হোৱা সম্ভৱ হ'বনে, প্ৰশ্ন কৰে। মই আমাৰ নেতা বুলি ড° বৰুৱালৈ আঙুলিয়াওঁ। ড° বৰুৱাই কয়, 'ঘৰলৈ ঘূৰি গৈ বাৰু আমি চৰকাৰেৰে কথাটো হৈ চাওঁগে।' পৰিচ্ছন্নভাৱে সংগঠিত আন্তৰ্জাতিক সেই সমাৱেশত প্ৰাচীন মিছৰ, বেবিলন, হিব্ৰু, হিট্টাইট-ককেছীয়, আল্টাইক-তুৰ্কী ইৰাণীয়, ভাৰতীয়, দক্ষিণ-পূৰ্ব এছিয়া, পূৰ্ব-এছিয়া, ইছলাম, আফ্ৰিকাৰ তত্ত্ব আৰু ইতিহাসৰ চৰ্চা ভাগে ভাগে হ'ল। স্বাভাৱিকতে সকলোতকৈ বহু আৰু বহল আলোচনা হ'ল ভাৰততত্ত্ব বিভাগত। সভাপতি অধ্যাপক এ.এল্. বাশাম। ৰুছিয়াৰপৰা অধ্যাপক বি. জি.

গফুৰভৰ নেতৃত্বত যথেষ্ট ডাঙৰ এটি একাডেমিছিয়ানৰ দল আহিছিল। সিসকলে দাঙি ধৰা আলোচনাৰ ভিতৰত কহিয়াত সংৰক্ষিত মোগল চিত্ৰ-বিষয়ক কথাই কৌতূহলৰ সৃষ্টি কৰিছিল। তেওঁলোকৰ ভিতৰত এজন তৰুণ পণ্ডিত আহিছিল—বাবাকায়েভ। তেওঁ ৰুছ ভাষাত এখন অসমীয়া ব্যাকৰণ প্ৰণয়ন কৰিছে। কংগ্ৰেছৰ আন্ত-ৰ্জাতিক সভালৈ যাওঁতে মই গাবলৈ যোৱাতকৈ চাবলৈহে গৈছিলো। ভাবিছিলো, ইন্দ্ৰৰ সভাত কিনো কেঁচাই কুকলি দিমগৈ! গতিকে যদিও সভাত উত্থাপন কৰিম বুলি এটা প্ৰবন্ধৰ নাম দিছিলো (Music treatises found in Assam), প্ৰকৃততে কোনো প্ৰবন্ধ লিখি নিয়া নাছিলো। বিগ্যান ভৱনত উপস্থিত হোৱাৰ লগে লগে আমাৰ পুৰণি ছাত্ৰ, চিত্ৰকলাসমীক্ষক ড° বজতানন্দ দাশগুপ্তক লগ পালো। দাশগুপ্তই যেতিয়া ক'লে, 'ছাৰ, আপোনাৰ পেপাৰ-খন পৰহিলৈ কাৰ্যসূচীত দিয়া আছে', মই লৰালৰিকৈ ৰবীন্দ্ৰ ভৱনলৈ গ'লো আৰু তাৰ লাইব্ৰেৰিৰপৰা মোৰ পুৰণি লেখা কেইটামান উলিয়াই প্ৰবন্ধটো প্ৰস্তুত কৰিলো; আমাৰ অসম ভৱনৰ দুজন বন্ধুৱে সেইটো টাইপ কৰি দিলে আৰু মই ভাৰততত্ত্ব বিভাগত তাকে পঢ়ি কোনোমতে মান ৰক্ষা কৰিলো। মোৰ ৰচনা-খন Proceedingsঅত ছপা হৈ ওলাল। দেশ-বিদেশৰ ইমানখিনি পণ্ডিতৰ সমাজখন দেখা পাই মূঠতে বৰ ভাল লাগিল আৰু আমাৰ ঠাইত তেনে এখন সমাজ দেখা পাবলৈ ধাউতি উপজি আহিল।

খৰ খোজেৰে সময় আগ বাঢ়ে। ড° বৰুৱাৰ পৰামৰ্শমতে অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ প্ৰধান সম্পাদক ড° আৰ্. এন্. দাণ্ডেকাৰে অসমৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱালৈ এখন চিঠি দিলে; ড° বৰুৱায়ো নিজে মন্ত্ৰী বৰুৱাক সম্মিলন নিমন্ত্ৰণ কৰিবলৈ টানি ক'লে। মন্ত্ৰীজনে লগে লগে সম্মতি প্ৰকাশ কৰিলে। ১৭ ফেব্ৰুৱাৰীৰ দিনা ড° বৰুৱাৰ ঘৰত বহা এখন লৰু সভাত তেওঁ

ঘোষণা কৰে যে সন্মিলনৰ প্ৰাথমিক আয়োজনৰ বাবে ড অশ্বিনী-কান্ত বৰকাকতীক চৰকাৰে এজন স্থানীয় সম্পাদক পাতিছে। সেই সভাতে ড' বৰুৱাক উদ্যোক্তা আৰু মোক সংযুক্ত উদ্যোক্তা কৰি এখন প্ৰকাশন সমিতিও পাতি দিয়া হ'ল। কিন্তু মহাকালে আমাতকৈও দীঘল বেও মেলি খোজ দিলে। মাৰ্চৰ ২৯ তাৰিখে ড' বৰুৱা হঠাৎ মৃত্যুৰ গৰাহত পৰিল। আমাৰ বাবে যেন পৰাজয়হে গতি হ'ব, এনে লাগিল। কিন্তু পৰিও নপৰি ১ মেই তাৰিখে এখন ৰাজহুৱা সভা পাতি স্থানীয় সংগঠন সমিতি গঠন কৰা হ'ল, মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাক সভাপতি আৰু শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাক কাৰ্যকৰী সভাপতি, আৰু ড: বৰকাকতীক, মোক আৰু দণ্ডেশ্বৰ গগৈদেৱক যুটীয়া সম্পাদক, আৰু মঃ নুৰুল ইছলামক ধনভঁৰালী বাব দিয়া হ'ল। খাদ্য, নিৱাস, নৃত্যগীতৰ সন্ধিয়া আদিৰ বাবে একোখনকৈ সমিতি কৰি একোজন সম্পাদকৰ দায়িত্ব দিয়া হ'ল। তদুপৰি বিভাগীয় আলোচনাৰ অধিৱেশনবোৰৰ বাবেও বিভাগীয় সম্পাদক নিযুক্ত হ'ল। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই পূৰ্বতে ইচ্ছা প্ৰকাশ কৰামতে স্থানীয় বিভাগটোত অসমৰ জনজাতীয় সংস্কৃতিৰ আলোচনা-সভা কৰিবৰ সিদ্ধান্ত কৰা হ'ল। জুনৰ ২৬ তাৰিখে পুণেৰ ভাণ্ডাৰকৰ ইনষ্টিটিউটৰপৰা প্ৰধান সম্পাদক ড' দাণ্ডেকৰ আৰু পি. এন্. পুষ্প আৰু আমি তিনি স্থানীয় সম্পাদকৰ নামত গুৱাহাটীত দ্বাবিংশ সন্মিলন ডিচেম্বৰত বহিব বুলি প্ৰথম বুলেটিন বাহিৰ হ'ল। তাতে লগতে পণ্ডিত-পৰিষদো হ'ব বুলি ঘোষণা কৰা হ'ল। বিশ্ববিদ্যালয় আৰু পণ্ডিতসমাজসমূহক আৰু পণ্ডিত ব্যক্তিসকলক সাদৰ নিমন্ত্ৰণ জনোৱা হ'ল। সমস্ত ভাৰতৰপৰা সদস্য হ'বৰ প্ৰয়াসীসকলৰ আৱেদন আহিবলৈ ধৰিলে। নিৰ্মীয়মাণ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনতে সৰু এটি অফিছ সক্ৰিয় হৈ উঠিল। ছেপ্টেম্বৰৰ ১৪ তাৰিখে স্থানীয় সমিতিয়ে হোৱা কামৰ খতিয়ান ল'বলৈ

গোট খাই এখন আয়-ব্যয়ৰ (বাজেট) গ্ৰহণ কৰিলে আৰু ড° দাণ্ডেকৰৰ পৰামৰ্শমতে ১৯৬৫ৰ ২, ৩ আৰু ৪ জানুৱাৰী সন্মিলনৰ দিন-ৰূপে থিৰাং কৰিলে। ২৫ ছেপ্টেম্বৰৰ দ্বিতীয় বুলেটিনত সেই দিন ঘোষণা কৰি আগন্তুক পণ্ডিতসকলৰপৰা আগৰ সন্মিলনবোৰৰ দৰে থকা-খোৱাৰ বাবে টকা নল'বলৈ স্থিৰ কৰি সকলোকে স্থানীয় সমিতিৰ অতিথি হ'বলৈ অনুৰোধ জনোৱা হয়। অসম চৰকাৰৰ শিক্ষা বিভাগে কটন কলেজৰ অধ্যাপন-কক্ষ আৰু ছাত্ৰ-নিৱাসবোৰ সন্মিলনৰ বাবে এৰি দিবলৈ সিদ্ধান্ত কৰি ঘৰ-দুৱাৰ, গা-ধোৱা ঘৰ আৰু শৌচাগাৰ আদিক পৰিচ্ছন্ন ৰূপ দিয়াই তুলিলে। আৱৰ্তগৃহ আৰু পৰিদৰ্শন-গৃহ আদিত জ্যেষ্ঠ পণ্ডিতসকলক ৰখাৰ দিহা হ'ল। ১০ ডিছেম্বৰত প্ৰকাশিত তৃতীয় বুলেটিনত কোৱা হ'ল যে সন্মিলনৰ লগতে ভাৰতৰ মুদ্ৰাবিজ্ঞান সমাজৰ (Numismatic Society of India) অধিৱেশনো হ'ব; লগতে গুৱাহাটীৰ মহৰ কামোৰৰ কথা কৈ আঁঠুৱাখন আনিবলৈ নাপাহৰিবলৈও কোৱা হ'ল। আমাৰ ফালৰপৰা সকলো আয়োজন বাৰে বাৰে পৰীক্ষা কৰি চোৱা হ'ল যাতে সমস্ত ভাৰত, শ্ৰীলংকা আৰু নেপালৰ পণ্ডিতসকলে নিন্দা কৰি নাযায়হি।

১৯৬৫ৰ প্ৰথম পুৱাৰপৰা হো হোকৈ আমাৰ আলহীসকল আহিল। দেৱকান্ত বৰুৱা নিজে গ'ল (সকলো কামতে তেওঁ আমাৰ লগে লগে লাগি থকা দেখি আলহীসকলে আচৰিতহে মানিছিল) মূল সভাৰ সভাপতি অধ্যাপক বাসুদেৱশৰণ অগ্ৰৱাল, সম্পাদক ড° দাণ্ডেকৰ আদিক বৰঝাৰত আদৰিবলৈ। পণ্ডিতসকলৰ সমাগমত গুৱাহাটী উৎসৱময় হৈ উঠিল। আমাৰ শিক্ষক কৰ্মী আৰু ছাত্ৰ স্বেচ্ছাসেৱকসকলৰ আদৰ-সাদৰত সকলো মুগ্ধ হ'ল। কিন্তু কাৰো বাবে খিঁউতো কাঁইট ওলায়। দুজন আজীৱন সভ্যই আগে-ভাগে ইয়ালৈ অহাৰ 'ৰাতবি আমাক দিয়া নাছিল বাবে তেওঁলোকৰ

অভ্যৰ্থনাৰ দিহা কৰা হোৱা নাছিল। প্ৰয়োজনে কদ্ৰমূৰ্তি ধৰি 'আপোনালোকে সক ঠাইত কিয় এনে অনুষ্ঠান পাতিবলৈ লয়', ইত্যাদি বকিবলৈ আৰম্ভ কৰে। তেওঁলোকক ভালকৈ বহুৱাই লৈ কথাটো বুজাই দিয়া হ'ল, তেওঁলোকে পাব লগীয়া কাগজ-কিতাপৰ টোপোলাও আমাৰ নিজৰ ভাগৰপৰাই দিয়া হ'ল। তদুপৰি, এফে-দিনাই আনসকলে আমাৰ অভ্যৰ্থনাৰ ইমান প্ৰশংসা কৰিবলৈ ধৰিলে যে দুইজনেই আমাক দেখিলেই লাজত আঁতৰি ফুৰা হ'ল। বহুত দিন পাছত তাৰে এজনক (তেওঁ মহিলা) দিল্লীত বাটত লগ পাওঁতে মোক বলেৰে ঘৰলৈ ধৰি নি জা-জলপান খুৱাইহে এৰিলে। সন্মিলনৰ বিদ্যায়তনিক অংশও নিখুঁত কৰি International Congress of Orientalistsৰ আদৰ্শত সংগঠন কৰা হৈছিল—যিটো All-India Oriental Conferenceৰ ইয়াৰ আগৰ কোনো অধিবেশনেই কৰা নাছিল। আন কি, কোনটো প্ৰবন্ধ কোন দিনা পঢ়া হ'ব, তাকো বান্ধি দিছিলো। সকলো দিশৰপৰা দ্বাবিংশ সন্মিলনেই AIOCৰ শ্ৰেষ্ঠ সন্মিলন বুলি সকলো অভিজ্ঞই মুখে মুখে ক'বলৈ ধৰিলে। তাৰ ফল-স্বৰূপে Conferenceৰ কাৰ্যপালিকালৈ প্ৰতিনিধিসকলে মোক নিৰ্বাচন কৰিলে। সন্ধিয়া অনুষ্ঠিত "ৰুক্মিণীহৰণ" অঙ্কীয়া ভাওনা জিকিৰ, আন গীত-নৃত্যৰ কথা আলহীসকলক মই বুজাই গৈছিলো। তাৰ ফলত ত্ৰয়োবিংশ অধিবেশনলৈ মোক অপ্ৰতিদ্বন্দ্বিতভাৱে সুকুমাৰ কলা বিভাগৰ সভাপতি কৰিলে। সেইটি মোৰ বাবে ভাবৰ নোৱৰা সন্মান হ'ল। ইয়াৰ আগতে অসমৰ পণ্ডিতসকলৰ মাজত একমাত্ৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াহে বিভাগীয় সভাপতি হৈছিল লক্ষ্ণৌত (১৯৫১)। আমাৰ সকলো কৰ্মীৰ গা চালি কৰা শোধন-পোছন, আদৰ-অভ্যৰ্থনাৰ প্ৰতিদান যেন মোৰ ওপৰতেই এইদৰে বাকি দিয়া হ'ল। ড° দাণ্ডেকৰে নিৰ্বাচনৰ ফলাফলৰ কাগজ খন মোক দি

ক'লে, 'আপুনি সন্ধিয়া এইখিনি ঘোষণা কৰি দিব। কিন্তু কাগজ দুখন যত্ন কৰি সাৱধানে ৰাখিব।' মই ক'লো, 'ভাল বাৰু। আপুনি ভয় নকৰিব। কাগজ এয়া মোৰ ওপৰ জেপত I keep it nearest to my heart.' জুমটোৰ আটাইখনে হাঁহিলে। দাণ্ডেকৰে ক'লে, 'আপোনাৰ কাম হৈ গ'লে কাগজ দুখন মোক দিব দেই। I will keep it nearest to my heart.' আকৌ হাঁহি। এনেতে এজন প্ৰতিনিধিয়ে মোৰ কলমটো বিচাৰিলে। মই ক'লো, 'মোৰ তিনিটা কলম এই দুদিনতে হেৰাইছে। কাৰোবাক দি পাহৰিছো। তেতিয়া এজনে ক'লে, 'আপুনি কলমকেইটা দিওঁতে যদি তাৰ কেপটোইত ৰাখিলেহেঁতেন আপোনাৰ কলম নেহেৰালেহেঁতেন।' সেই মুহূৰ্ততে মোৰ কলমৰ প্ৰয়োজন হোৱাত সেইজন প্ৰতিনিধিকে ক'লো, 'আপোনাৰ কলমটো দিয়কচোন। লাগিলে বাৰু কেপটো আপোনাৰ হাতত ৰাখক।' আকৌ সকলোৰে হাঁহি। এইদৰে হাঁহি-ধেমালি আৰু কপালৰ গাঁঠি খোপা কৰা পাণ্ডিত্যৰ আলোচনাৰ মাজত তিনিদিনীয়া সন্মিলন বছৰবন্ধীয়া যেন হৈ পাৰ হৈ গ'ল। ড° দাণ্ডেকৰে এটা টোকাত মন্তব্য কৰিলে যে গুৱাহাটী সন্মিলন সৰ্বপ্ৰকাৰে কৃতকাৰ্য হৈছিল। সন্দিকৈ ডাঙৰীয়াক যোৰহাটত দেখা কৰিবলৈ যাওঁতে নৱ-নিৰ্বাচিত সভাপতি ড° এ. এন্. উপাধ্যায়ে কৈ গ'ল, 'আমি কিন্তু ইয়াত এজনহে প্ৰাচ্যবিদ পণ্ডিত আৱিষ্কাৰ কৰিলো—ডক্টৰ নেওগক।' শেহ নিশালৈকে প্ৰতিনিধিসকলৰ মাজত থাকি বেলেগ বেলেগ বিষয়ত আলোচনা কৰি ফুৰা দেৱকান্ত বৰুৱাৰ বিষয়ে সিসকলে প্ৰশ্ন কৰিছিল, 'তেওঁৰ specialisation কি? তেওঁ দেখোন সকলোকে তেওঁলোকৰ specialisationৰ কথাহে কয়! তাতকৈও, আমাৰ ৰাজ্যৰ মন্ত্ৰীসকল দেখোন আমাৰপৰা দহ নিলগতহে ৰয়। এওঁনো কি মন্ত্ৰী?' অন্তিম সভাত অসমক ভূৰি ভূৰি প্ৰশংসা কৰাৰ উপৰিও প্ৰতিনিধিসকলে ঘৰমুৱা বাটৰপৰা, গৈ

ঘৰ পাই নিজৰ ঘৰৰপৰা স্নেহ-শ্ৰদ্ধা জনাই চিঠি দি ওপচাই পেলাইছিল। বিভাগীয় অধিৱেশনবোৰৰ ভিতৰত ওপৰঞ্চি পণ্ডিত-পৰিষদৰ সঞ্চালন বিশেষ প্ৰশংসনীয় হৈছিল ; আমাৰ ড° মুকুন্দমাধৱ শৰ্মাই সম্পাদক-ৰূপে সংস্কৃতেৰে সেই সঞ্চালন কৰিছিল।

সম্মিলনখন অসমলৈ নিমন্ত্ৰণ কৰাৰ দৰে এক দায়িত্বশীল কাম হাতত লৈ আমিয়ে তাক এনে কৃতকাৰ্যতাৰে সম্পন্ন কৰিব পাৰিলো, সি ভাৰতৰ প্ৰাচ্যবিদ্ পণ্ডিত সমাজত আমাক এক প্ৰতিষ্ঠা দিলে। সেই কথা সম্মিলনৰ পাছতে বিবিধ পত্ৰিকাত প্ৰকাশ পোৱা প্ৰশংসা-বাণীৰপৰাও আৰু মোৰ দৰে তুচ্ছজনক পিছৰ চাৰিটা-পাঁচটা অধিৱেশনত (তাৰ পিছৰপৰা মোৰ যোগদানেই পাতলি আহিল) প্ৰতিনিধিসকলে বহুত বহুত ভোট দি কাৰ্যপালিকালৈ তুলি দিয়াৰপৰাই দেখা পাইছো। গুৱাহাটী সম্মিলনৰ পাছতে বোম্বাইৰ Heras Institute of Indian History and Cultureঅৰ মুখপত্ৰ Indicaত ফাদাৰ ড° এডলফ এস্টেলাৰ (এই স্পেনিঃশ পণ্ডিতজন বেদৰ বিশেষজ্ঞ), ড° এল. বি. কেনি আৰু অধ্যাপক এন. এছ. গোৰে-কৰে এটা বহল প্ৰবন্ধত সেই সম্মিলনৰ তাৎপৰ্যৰ কথা কৈছিল :

It was a good choice of location from the larger national-cultural point of view.— Rewarding was also the experience of the willing and warm hospitality extended by Government, University circles and cultured public, which made one easily forget the inconveniences inherent in such big gatherings—all the more since our hosts were so ready to assume responsibility for, and to go out of their way to remedy, even the shortcomings that were due to causes beyond their control. Well done, Assam !

The printing and arrangement of the programmes and 'Summaries of Papers' were outstandingly neat and efficient. —But special tribute of praise is due to the Local Secretary,

Dr Maheswar Neog, for the 'Pragjyotisa', Souvenir, a rich Symposium on Assamese culture, to which he himself contributed two papers, and whose fine presentation is on par with that of the 'Summaries', also edited by him.

এই দুখন গ্ৰন্থৰ বাহিৰেও মই পিছত Proceedings and Transactions of the XXIInd Session, AIOC, দুটা ডাঙৰ খণ্ডত সম্পাদন কৰি ১৯৬৮ৰ ভিতৰতে উলিয়াওঁ। অকল সেয়ে নহয়। আনবিলাক সন্মিলনৰ স্থানীয় সমিতিয়ে নকৰা এটি কাম কৰিলো—আমাৰ দুগৰাকী বৰেণ্য পণ্ডিতৰ স্মৰণত।—ড° দাণ্ডেকৰে AIOCৰ Historical Sketch দিওঁতে বিশেষভাৱে তাৰ উল্লেখ কৰিছে: The Local Committee of the Gauhati Session (1965) has published, besides the 'Proceeding's of the session, two 'Commemoration Volumes'—one for B. K. Barua and the other for S. K. Bhuyan. এইদৰে দুখন গ্ৰন্থৰ প্ৰকাশনেৰে গুৱাহাটী সন্মিলনৰ বিশেষ অভিলেখ ৰ'ল।

International Congress of Orientalistsঅৰ দিল্লীৰ ষড়্‌বিংশ সন্মিলনৰ স্থানীয় সংগঠন সমিতিয়ে ড° দাণ্ডেকৰ আৰু ড° ৰাঘৱনৰ সম্পাদনাত Oriental Studies in India নামৰ এখনি গ্ৰন্থ প্ৰকাশ কৰে ১৯৪৭ৰ পাছৰপৰা ভাৰতত হোৱা প্ৰাচ্যবিদ্যা চৰ্চাৰ এটি খতিয়ান দাঙি ধৰি। সেই খতিয়ানত ভাৰতৰ সকলো প্ৰান্তৰ কথা থূলমূলকৈ কোৱা হৈছে। তাত অসমৰ উল্লেখো ঠায়ে ঠায়ে সোমাইছে। ড° দাণ্ডেকৰে বৈদিক, সংস্কৃত আৰু প্ৰাকৃত অধ্যয়ন-প্ৰসংগত সন্দিকৈ ডাঙৰীয়াৰ Yasastilaka and Indian Culture গ্ৰন্থ আৰু Naisadhacaritaৰ দ্বিতীয় ভাঙৰণত উল্লেখ কৰিছে। ড° এছ্‌. এন্‌. কাত্ৰেই ভাষাতত্ত্বৰ আলোচনাত ড° কাকতিৰ Assamese—Its Fomation and Developmentঅৰ কথা কৈছে। ড° এ. ডি. পুছলকেৰে প্ৰাচীন ভাৰতৰ ইতিহাস-চৰ্চাৰ লেখ দিওঁতে ড° বৰুৱাৰ

A Cultural History of Assam আৰু Early Geography of Assam, ড° চট্টোপাধ্যায়ৰ The Place of Assam in the History and Civilization of India, ড° চৌধুৰীৰ History of Civilization of the People of Assam, নাথৰ Back-groud of Assamese Culture আৰু (কেশৱনাৰায়ণ) দত্তৰ এটা প্ৰবন্ধৰ লেখ দিছে। ড° দাণ্ডেকৰে ধৰ্ম-দৰ্শন সম্পৰ্কীয় অধ্যয়নৰ বিচাৰত ড° কাকতিৰ ধৰ্মৰ ধাৰাৰ বিচাৰৰ (Mother Goddess আৰু Visnuite Myths) ফালে ইংগিত কৰি লিখিছে, B. Kakati and Kosambi have studied the anthropological issues in the evolution of Hindu religion and thought ড° ৰাঘৱনে সুকুমাৰ কলা-বিষয়ক গ্ৰন্থৰ কথা কওঁতে তেওঁৰ সঙ্গীতৰ জাৰ্নেলত ওলোৱা মোৰ সম্পাদিত নৃত্য-গ্ৰন্থ 'হস্তমুক্তাৱলী'ৰ পাঠৰ আৰু মোৰ আৰু কেশৱ চাংকাকতিৰ Rhythm in the Vaishnava Music of Assam আৰু তাত সন্নিবিষ্ট 'বাদ্য-প্ৰদীপ'ৰ প্ৰসঙ্গ আনিছে। আধুনিক ইতিহাসৰ কথাত নেশানেল আৰ্কাইভৰ এছ. ৰায়ে কেশৱনাৰায়ণ দত্তই প্ৰস্তুত কৰা অসমৰ স্বাধীনতা-সংগ্ৰামৰ বুৰঞ্জীৰ নাম লৈছে আৰু পৰ্বতীয়া জনজাতিৰ লগত ব্ৰিটিংশৰ সম্বন্ধ সম্পৰ্কে দত্তৰ এটা প্ৰবন্ধও উল্লুকিয়াইছে। ড° ভূঞা ছাৰৰ গ্ৰন্থাৱলীৰ সম্ভেদ ইয়াৰ মাজত নোসোমোৱাটোহে আচৰিত কথা; বাৰাণসী সন্মিলনৰ সভাপতি ড° বিশ্ববন্ধু শাস্ত্ৰীয়ে (১৯৬৮) তেওঁৰ অভিভাষণত মোৰ Sankaradeva and His Timesৰ উল্লেখ কৰিছে। এইদৰে প্ৰাচ্যবিদ্যাচৰ্চাত অসমৰ কাম বৰ বিশদ নহ'লেও অস্বীকৃত হৈ থকা নাই। যোৱা তিনি-চাৰি দশকত প্ৰাচ্যবিদ্যা সন্মিলন, বুৰঞ্জী কংগ্ৰেছ আদিত আমাৰ পণ্ডিতসকলে অনেক মূল্যবান প্ৰবন্ধ পাঠ কৰিছে। তাৰ এক পঞ্জী তৈয়াৰ কৰিলেও এটি ভাল কাম হ'লহেতেন।

আলিগড় সন্মিলনৰ (১৯৬৬) সুকুমাৰ কলা আৰু কাৰু-বিজ্ঞান বিভাগৰ সভাপতিৰ অভিভাষণত মই সেই দুই বিষয়ত

অসমৰ দান সম্পৰ্কেই আলোচনা কৰিছিলো। ওপৰত উল্লেখ কৰা সম্মিলনত পঠিত মোৰ গৱেষণা-পত্ৰবোৰতো নই এই অঞ্চলটোৰ বাহিৰলৈ ওলাই যোৱা নাই। পিছৰ অধিৱেশনবোৰত দিয়া বক্তৃতা-বোৰত অসমৰ অতীততেহে ভুমুকি মাৰিবৰ কাৰণে যত্ন কৰিছিলো—Assamese versions of two Sufi romances (বাৰাণসী সম্মিলনৰ ইছলামী অধ্যয়ন বিভাগ, ১৯৬৮, Procedingsত প্ৰকাশিত), A Buddhist tribe of Assam : the Khamti (যাদৱপুৰ ১৯৬৯, বৌদ্ধধৰ্ম আৰু পালি বিভাগ, Proceedingত প্ৰকাশিত), The so-called Mughal head-gear in art and in use (যাদৱপুৰ, Journal of the University of Gauhatiত প্ৰকাশিত), নৱাৱিষ্কৃত প্ৰমাণৰ ভিত্তিত লিখা Light on a ruling dynasty of Arunachal Pradesh in the fourteenth and fifteenth centuries (ধাৰৱাৰ, ১৯৭৬; Annals of Bhandarkar Oriental Institute, Diamond Jubilee Volume), The integration of the Mongoloid element in the culture of N. E. India (ধাৰৱাৰ, ই লিখিত প্ৰবন্ধ ৰূপ ভালকৈ নল'লেই), A militant Vaisnava sect : the Mayamariya (পুণে, ১৯৭৮, ত্ৰিবান্দ্ৰমৰ Journal of Indian Historyত প্ৰকাশ), Taxation in medieval Assam (পুণে ১৯৭৮, Indicaত প্ৰকাশিত)। যদিও প্ৰথম ভাগত লিখা প্ৰবন্ধবোৰ সংস্কৃত-আধাৰিত আছিল আৰু বাহিৰৰপৰা অনেক পণ্ডিতে মোলৈ চিঠি দিওঁতে সংস্কৃত বিভাগৰ অধ্যাপক বুলি সম্বোধন কৰিছিল, মোৰ চৰ্চা অসমৰ তথা উত্তৰ-পূবৰ সাংস্কৃতিক ঐতিহাসৰ সীমাৰ ভিতৰত সোমাই থাকিছিল। এই অঞ্চলটোৰ কথাই বহল ভাৰতৰ আলোচনাত যেনে স্থান অধিকাৰ কৰিব লাগিছিল, তেনে কৰা নাই; বাহিৰৰ সৰ্বভাৰতীয়

জ্ঞানৰ অধিকাৰী পণ্ডিতসকলেও এই অঞ্চলৰ চৰ্চালৈযে আগ বাঢ়ি আহিব লাগিছিল, তাক কৰা নাই; আমাৰসকলেও যিমানখিনি যেনেপ্ৰকাৰে কৰা বাঞ্ছনীয়, সিমানলৈ তেনেকৈ আগ বঢ়া নাই। অথচ উৰ্বৰ আৰু বিস্তৃত এখন ক্ষেত্ৰ পৰি আছে। আমাৰ পণ্ডিত-সকলে সৰ্বভাৰতীয় স্বীকৃতি পাবলৈ হ'লে এই অঞ্চল সম্পৰ্কে তেওঁ-লোকৰ অধ্যয়ন আৰু গাঢ় কৰাৰ প্ৰয়োজন। বাহিৰৰ পণ্ডিত-সমাজেও তাৰ বাবেই বাট চাই আছে। এতিয়ালৈকে ভাৰতীয় প্ৰাচ্যতত্ত্বৰ কেন্দ্ৰ ভাণ্ডাৰকৰ প্ৰাচ্যবিদ্যা সংস্থানৰ আজীৱন সভ্য হৈ ময়ো সেই ভৱিষ্যতলৈ মূৰ তুলি চাই আছো। মোৰ জীৱনৰ ষাঠি বছৰপূৰ্তি উপলক্ষ্যে আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যায়ে পঠোৱা সংস্কৃতৰ শ্লোকছন্দত ৰচিত 'প্ৰশস্তি' আদি মহানসকলৰ আশীৰ্বাণী মোৰ জ্ঞানপথৰ জীৱন শতধন্য কৰা সম্বল। —

॥ অধ্যাপক শ্ৰীমহেশ্বৰনিয়োগ-প্ৰশস্তিঃ ॥

প্ৰাগ্‌জ্যোতিষে পুৰে পুণ্যে বৰেণ্যো বিদুষাম্ মণিঃ।
হৃদি যস্য স্থিতা দেৱী বাণী বৈ কামৰূপিণী ॥১॥
নিয়োগাহ্ব-কুলে জাতো নাম্না খ্যাতো মহেশ্বৰঃ।
সৌজন্যং আৰ্জৱং চাস্য সহজং জ্ঞানভূষণম্ ॥২॥
ভাষেতিহাসৱিদ্যাসু প্ৰত্নতত্ত্বে চ ৱাঙ্ময়ে।
কীৰ্তিৰ্যস্য স্বদেশাদ্ বৈ নানাদেশপ্ৰসাৰিণী ॥৩॥
জ্ঞানস্য সাধনং লক্ষ্যং তথা শিষ্যহিতৈষণা।
বিবৰ্ধনম্ মনঃপূতম্ বিদ্যায়াঃ সংস্কৃতেশ্চ বৈ ॥৪॥
এৱং মহেশ্বৰো নিত্যং গাম্ভীৰ্যে সাগৰোপমঃ।
সুপ্ৰিয়োঽনুজকল্পশ্চ জীৱ্যাৎ সঃ শৰদঃ শতম্ ॥৫॥
কায়েন মনসা বাচা ইতি বৈ প্ৰাৰ্থ্যতে সদা।
কাশ্যপান্বয়জাতেন সুনীতিদেৱশৰ্মণা ॥৬॥

# চঞ্চল হৃদি-জলে ঢালে পৰিমল

It was a sight for the gods to see বুলি যাক কয় ইংৰাজীত। এতিয়া অলপ অলপকৈহে মনত পৰে। শিৱসাগৰ চহৰৰ কালিপ্ৰসাদ মেমোৰিয়েল হল তেতিয়াও সম্পূৰ্ণৰূপে সজা (আধুনিক অসমীয়া ভাষাত বনোৱা) হৈ উঠা নাই। কেইদিনমানৰ আগতহে তাত কিবা এখন ৰাজনৈতিক সম্মিলন নে কি বহি গৈছিল— য'ত বাগ্মীবৰ (তেতিয়াও বাগ্মীবৰ নাম হোৱা নাছিল) নীলমণি ফুকন ককাই (তেতিয়াও ককা বুলিহে চিনাক্ত হোৱা নাছিল) 'এইটো কৰ্ণেল জালনুৰ আলি বাঘৰ পুতেক' বুলি তৰুণ ফখৰুদ্দিন আলি আহমদক সমজুৱাৰে চিনাকি কৰি দিছিল। সেই নিৰ্মীয়মাণ ঘৰতে এমূৰে এখন চাং পাতি এখন মঞ্চ তৈয়াৰ কৰা হৈছে। তাতে আসাম সাহিত্যসভাৰ বৰণীয়সকল শাৰী পাতি বহিছে। সেই তৰাৰ শাৰীৰ মাজত জোনটিহে 'ইটিশকৈ সিটি চৰা' হৈ তৰ্ ৰ্ৰাই আছে— লক্ষ্মীনাথ বেজবৰুৱা। তেওঁৰ লগতে বহিছে আমাৰ শিৱসাগৰ চহৰৰ বেজবৰুৱা-চুবৰ লক্ষ্মীনাথৰ ককাই-ভাই কেইজন—বিনন্দচন্দ্ৰ আদি। সমুখত শৰাইচকাৰে বা ফুলৰ থোপাৰে এশাৰী শৰাই। শৰাইৰ পইৰাৰ তলেদি পোনকৈ আৰু ঢৌৰ দোপ দি নাৰ্জী ফুলৰ মালাৰ শাৰী। মুঠতে এক শোভনীয়, গম্ভীৰ আৰু পৱিত্ৰ পৰিৱেশ। সেই সভাতে[১]

---

১। লম্বোদৰ গোহাঁয়ে (নিৰ্মালি গাও. ডিব্ৰুগড) জনাইছে (প্ৰান্তিক, ১-১৫ অক্টোবৰ ১৯৮৫), সাহিত্য-সভাৰ সভাত জমিদাৰ চৌধুৰীয়ে বেজবৰুৱাক বসৰাজ খিতাপ দিয়া নাছিল ; সেই সময়ত ভুবনচন্দ্ৰ গগৈয়ে তেওঁৰ অসম পলিটেকনিক স্কুলৰপৰা সাহিত্য-সভাৰ প্ৰতিনিধিসকলক চাহ-মেলেৰে সম্বৰ্ধনা জনাওঁতে বেজবৰুৱাক দিয়া অভিনন্দনপত্ৰত চৌধুৰীদেৱে খিতাপটো নিজ হাতে যোগ কৰিহে দিছিল। মই তেতিয়া শিশু-ছোৱাল। কথাটো আন ভাবেহে জানিছিলো।

আসাম সাহিত্য-সভাই অভিনৱ এটি কাম কৰিব—বেজবৰুৱাক অভিনন্দন জনাব। সেই সভাতেই সিবাৰৰ সাহিত্য-সভাৰ সভাপতি জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে বেজবৰুৱাক এটি নন্-অফিছিয়েল অৰজাঘৰীয়া খিতাপ দিব—ৰসৰাজ। ঃলৰ বাহিৰ-ভিতৰ আগ্ৰহ উপচি থকা হিয়াখোৰ লৈ গোট খোৱা ৰাইজেৰে ওপচ খাই পৰিছে। সেই দিনত সেয়ে 'বিৰাট ৰাজহুৱা সভা।' সাহিত্য-সভাৰ প্ৰধান সম্পাদকে অভিনন্দন-পত্ৰ পাঠ কৰি দিলে। তাৰ উত্তৰত বেজবৰুৱাই কি ৰসাল 'বয়ান' দিছিল, তাক মোৰ মনে ইমানদিনে কঢ়িয়াই আনিব পৰা নাই—সি লগে লগেই পিছে "বাঁহী"ত প্ৰকাশ পাইছিল। আপোনালোকে তাতে চাব। এটা কথা কিন্তু মনত লাগি ৰৈছিল। অভিনন্দনৰ শৰাইখনি আগ বঢ়োৱা বাবে সাহিত্যৰথীয়ে বোলে ইমান শলাগ জনাব লগীয়া আছিল যে সিবোৰৰ অঙ্কটো ঠিক কৰিবৰ কাৰণে তাহানি কালৰ অঙ্কৰ পণ্ডিত শুভঙ্কৰ কায়স্থক তেওঁ মাতি অনাৰ কথা ভাবিছিল !! মনক উলাহ যোগোৱা এনে এটি পৰিৱেশতেই মোৰ মনৰ ওপৰত আসাম সাহিত্য-সভাৰ প্ৰথম অভিঘাত। মই তেতিয়া শিৱসাগৰ হাই স্কুলৰ ক্লাছ ছেভেনত নে এইটত পঢ়া কিশোৰ। মই বৰ্ণোৱা এই ছবিখন মোলৈ ধৰি ৰাখিছিল এখন ফটোগ্ৰাফে। সেইখন তুলিছিল আৰু বহুত পিছত মোক দিছিল মোৰ শিক্ষক মহেন্দ্ৰনাথ গোহাঁয়ে (ড° হীৰেন গোহাঁইৰ পিতৃ); কিন্তু অযুত কাগজৰ মাজত সি কেনি হৰণলুকি দি আছে, 'প্ৰান্তিক'ৰ পাঠকক মই এতিয়া বস্তুটি উপহাৰ দিব নোৱৰা হৈছো। কিন্তু সাহিত্য-সভাৰ মই দেখা সেই প্ৰথম সম্মিলনে মোৰ মনত যি এক আপুৰুগীয়া বস্তু পোৱাৰ উলাহ-আনন্দ সৃষ্টি কৰিছিল, তাক মই পাহৰিব নোৱাৰোঁ। ৰাজহুৱা অনুষ্ঠান বুলিলে মোৰ সেই কালিপ্ৰসাদ হল, সেই শাৰী শাৰী সাহিত্যিক, সেই শাৰী শাৰী মালা, শৰাই, সেই লক্ষ্মীনাথ বেজবৰুৱা,

সেই সাহিত্য-সভা !

সেয়া হ'ল ১৯৩১ৰ ডিচেম্বৰ। পিছৰ বছৰ উত্তৰ লখীমপুৰত সাহিত্য-সভা বহিল। তাৰপৰা নিজৰ ঠাইলৈ ঘূৰাৰ পথত বেণুধৰ ৰাজখোৱা ডাঙৰীয়া, ৰজনীকান্ত বৰদলৈদেৱ আদি যোৰহাটৰ আমাৰ ঘৰত সোমাই গৈছিল, আৰ তাৰপৰাই উত্তৰ লখীমপুৰত হোৱা উলহ-মালহৰ, উখনা-উখনিৰ গোন্ধ পাইছিলো। তেতিয়া মুখে মুখে শুনি-ছিলো, সম্মিলনৰ মঞ্চত বহি থকাতে গোহাঁই-বৰুৱাৰ 'বক্তৃতা'খন ছপাওঁতে চিয়াঁহীৰ চাব শুকুলা হৈছে পৰে বোলা বাবে গোহাঁই-বৰুৱাই নীলমণি ফুকনক 'তোৰ তপা মূৰটো ভাঙি থওঁ' বুলি কঁপি কঁপি হাতৰ লাখুটি দাঙিছিল। সভাপতি কে. বৰুৱাইহে দুইজন পুৰন্দৰক ধৰি বহুৱাই কথাটো হাঁহি-ধেমালিত শেষ কৰিছিল। পিছে, ইয়াৰ পিছৰ মঙ্গলদৈ (১৯৩৪) আৰু তেজপুৰ (১৯৩৬) সম্মিলনৰ তাপ কোনো প্ৰকাৰে মোৰ গাত লগাহি নাছিল, যদিও পিছৰখনৰ বাবে দুবাৰো লক্ষ্মীনাথ বেজবৰুৱাক সভাপতি নিৰ্বাচন কৰা আৰু দুবাৰো তেওঁ সেই সম্মান প্ৰত্যাখ্যান কৰা আৰু সেই লৈ বাতৰি কাগজত হোৱা বাদ-প্ৰতিবাদৰ কথা বিনিকি বিনিকি মনত পৰে। পিছৰ বছৰত যেতিয়া (১৯৩৭) গুৱাহাটীত কৃষ্ণকান্ত সন্দিকৈদেৱৰ সভাপতিত্বত সাম্মলন বহিল, তেতিয়া মই কটন কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। অভ্যৰ্থনা সমিতিয়ে সম্মিলন উপলক্ষ্যে "প্ৰবন্ধ-সংগ্ৰহ" নাম দি এক গম্ভীৰ প্ৰবন্ধ-সংকলন ছপাই উলিয়াইছিল। সাহিত্য-সভাৰ অধিৱেশনত উলিওৱা 'স্মৃতিগ্ৰন্থ' সেইখনেই প্ৰথম। তাত মোৰ এটা কবিতা সন্নিবিষ্ট হৈছিল, আৰু তেনে থলতো এজন বয়োজ্যেষ্ঠ লেখকৰ প্ৰবন্ধ নিৰ্বাচিত নোহোৱাত তেওঁ ঠেহ পাতিছিল। সি যি হওক, মোৰ সেই কবিতাৰ যোগেদিয়েই আসাম সাহিত্য-সভাৰ কামত মোৰ প্ৰথম 'অংশগ্ৰহণ' কৰা !! এই 'অংশ-গ্ৰহণ' কিন্তু বেছ চোকা

হৈছিল ডক্টৰ ময়িদুল ইছলাম বৰাৰ সভাপতিত্বত বহা যোৰহাট সন্মিলনৰ সময়ত (১৯৪০)। শিৱসাগৰ সাহিত্য-সভাৰ এটা বিহগুটি দলে কেনেকৈ ১৯৪১ ছনৰ পিয়লি-প্ৰসঙ্গত প্ৰচাৰ-কাৰ্য চলাই সভাপতি বৰাৰ তাৰিফ পাইছিল আৰু যোৰহাট সন্মিলনত যোগ দি অন্যায়ভাৱে সাহিত্য-সভাৰ বিষয়-বাবত খোপনি পুতি লোৱা 'ছিণ্ডিক্'সকলৰ কেনেকৈ আসন টলাইছিল, সেই কথা মই আগতে কৈ আহিছো। তাক আৰু নোদোহাৰোঁ। মুঠতে, বহুত দিনৰেপৰা সভাৰ পেটত এটা গোৰ-গোৰণি উঠি আছিল। গুৱাহাটীৰ অধিৱেশনত গোৱালপাৰাই পিছৰ সন্মিলন নিমন্ত্ৰণ জনায়ো তাৰ কোনো যোগাৰ নকৰাত যোৰহটীয়াসকলে হেৰম্বপ্ৰসাদ বৰুৱাক সভাপতি কৰি যোৰহাটতে এখন বিশেষ সন্মিলন (এপ্ৰিল ১৯৩৯) পাতিলে—য'ত উপস্থিতি আছিল মাথোন ১৬। সেই সন্মিলনেই গুৱাহাটীত নিৰ্বাচিত কাৰ্য-নিৰ্বাহক সমিতিখন ভাঙি নতুন এখন সমিতি পাতি দিলে আৰু সভাৰ নিয়মাৱলীখনো মেমোৰেণ্ডাম অব্ এছোছিয়েছন ভংগ কৰি তল ওপৰ কৰি পেলালে। নতুন কাৰ্য-পালিকাই জেহিৰুদ্দিন আহমদৰ সভাপতিত্বত এখন 'প্ৰথম বাৰ্ষিক অধিৱেশন' বহুৱাই নতুন এজন প্ৰধান সম্পাদক বাছিলে আৰু 'বিশেষ সন্মিলন'ৰ বিষয়ে সকলো আপত্তি খণ্ডন কৰিলে!! যোৰহটীয়া দলৰ এই অবিধিপূৰ্ণ কাৰ্য-কলাপৰ সৰৱ প্ৰতিবাদ বিশেষকৈ আহিছিল শিৱসাগৰ সাহিত্য-সভাৰপৰা, কাৰণ এইখন সভা বছৰটো জুই থাকি সন্মিলনৰ সময়তহে মাথোন কুকুংকাৰাং কৰা ধৰণৰ শাখা-সভা নাছিল। বিষয়-বাছনি সভাত আমাৰ ধনঞ্জয় খুন্দা প্ৰতিৰোধ কৰিব নোৱাৰি ছিণ্ডিক্‌সকল তেওঁলোকৰ ওখ আসনৰপৰা নামিল। আৰ্বাৰ সন্ধিৰ দুটা চৰ্ত ৰখা হ'ল—দুজন অৱসৰপ্ৰাপ্ত জজ, দুজন অৱসৰপ্ৰাপ্ত মেজিস্ট্ৰেট আৰু এজন অধিবক্তাক লৈ গঠিত এক ট্ৰিবিউনেলে গোটেই কথাটো বিচাৰ কৰিব; বৰ্তমান সন্মিলনত প্ৰধান সম্পা-

দক বা কাৰ্য-নিৰ্বাহক সমিতি নিৰ্বাচিত নহ'ব। সম্মিলনত এয়া গৃহীত হ'ল। সম্মিলন পাৰ হৈ গ'ল। কিন্তু মৰিও মৰকামোৰ নেৰাসকলে ইয়াৰ পাছতো চন্দ্ৰধৰ বৰুৱাদেৱক সভাপতি কৰি এখন 'দ্বিতীয় বাৰ্ষিক অধিৱেশন' পাতিলে! ট্ৰিবিউনেল সেই কথাত কষ্ট হৈ উঠিল আৰু বিচাৰৰ পাছত 'বিশেষ সম্মিলনে' সভাৰ নিয়মাৱলী সংশোধন কৰা আৰু তেজপুৰ সম্মিলনৰ (১৯৩৬) সিদ্ধান্ত নাকচ কৰা আদি কাৰ্য অবৈধ হৈছে বুলি ঘোষণা কৰিলে। সেইমতে গুৱাহাটী সম্মিলনে (১৯৩৭) পতা প্ৰধান সম্পাদক আৰু কাৰ্য-নিৰ্বাহক সমিতি পুনঃপ্ৰতিষ্ঠিত (ডিচেম্বৰ ১৯৪১) হ'ল। আমাৰ জয় হ'ল। সাহিত্য সভাই সাহিত্যৰ হৈ একো নকৰি এইদৰে মিছা কাজিয়াত সময় আৰু শক্তি অপচয় কৰে !! এফালে কাজিয়াখোৰ সকলৰ দৰৰা-দৰবি; আনফালে ভূতৰ ওপৰত দানহ—দ্বিতীয় মহাসমৰ। সম্মিলিত পক্ষৰ যোদ্ধাসকলেৰে যোৰহাট ভৰি পৰিল; চন্দ্ৰকান্ত সন্দিকৈ হলৰ-পৰা আসাম সাহিত্যসভাক বহিষ্কাৰ কৰিলে, দুৰ্লভ গ্ৰন্থেৰে ভৰা গ্ৰন্থাগাৰ লাং লাং থাং থাং কৰি দলিয়াই দিলে। দুজনমানে কোনো মতে তাকে ধৰা-ধৰিকৈ তুলি নি অধ্যাপক তুলসীনাৰায়ণ শৰ্মাৰ চ'ৰা-ঘৰত দ'ম কৰিলেগৈ। বহুত মূল্যবান পুথি এই সময়তে হেৰালে-বিদালে। আসাম সাহিত্য-সভা আৰু অসমীয়া সাহিত্যৰ আৰম্ভ হ'ল পূৰ্ণ ব্ৰেক আউট।

এইখিনিতে ইতিমধ্যে মই অসম সাহিত্য সভাৰ চমু বুৰঞ্জীত (Annals of Asam Sahitya-Sabha, p. 43) কোৱা কথা কেইটামান দোহাৰিব খোজোঁ। সভাই নিজৰ জীৱন আৰম্ভ কৰিছিল অসমৰ ভাষা আৰু সাহিত্যৰ কল্যাণ কামনা কৰা কেইজনমান লোকৰ এটি অনুষ্ঠান-ৰূপে। নৰম-পন্থী ৰাজনীতিক লোকৰ সংঘ আসাম এচোচি-য়েছনে সৃষ্টি কৰা ৰাজহুৱা জীৱনৰ বায়ুমণ্ডলত সাহিত্য-সভাৰ জন্ম। প্ৰথম ভাগত সভাৰ গুৰিয়াল হিছাপে দুই বা এজন উকীলে সৈতে সদায় চৰকাৰী চাকৰিয়ালৰ এটি দল আছিল। ব্ৰিটিশ ৰাজত্বৰ

প্ৰতি আনুগত্যৰ এটি সুৰ সেই দেখি সেই সময়ত আমাৰ কাণত নপৰাকৈ নাথাকে। যি সময়ত ভাৰত জুৰি গান্ধীজীৰ আইন অমান্য আন্দোলন চলিছিল, ব্ৰিটিশ সাম্ৰাজ্যৰ অধীশ্বৰ His Most Gracious Majestyৰ অসুখৰ পিছত আৰোগ্য-প্ৰাপ্তিত আনন্দ প্ৰকাশ কৰি কাৰ্য-নিৰ্বাহক সমিতিয়ে প্ৰাৰ্থনা জনাইছিল, 'sincerely prays that the Almighty Father may grant His Majesty long life and sound health to rule over this extensive Empire.' এই 'loyal sentiments' ভাৰতেশ্বৰৰ প্ৰতিনিধিসকলে তাৰিফ কৰিছিল। কিন্তু এইহে দুখৰ বিষয় যে অনুগত হোৱা সত্বেও সভাক ১৯৩০ চনৰেপৰা চৰকাৰে দিয়া বাৰ্ষিক অনুদান ১৯৩২তে বন্ধ কৰি দিছিল। ৰাজনৈতিক কথা আলোচনা কৰা মূলৰেপৰা সভাৰ অবিধি আছিল। কিন্তু প্ৰথম ভাগত আমাৰ জাতীয়তাবাদী নেতা আৰু আন লোক সাহিত্য-সভাৰ সম্মিলন আৰু কাৰ্য-নিৰ্বাহকৰপৰা যেন আঁতৰি আঁতৰি আছিল। কিন্তু ১৯২৭ত তৰুণৰাম ফুকন সভাৰ সভাপতি হৈছিল; মাজে মাজে কেইবাগৰাকীও জাতীয়তাবাদী নেতা অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে কাৰ্য-নিৰ্বাহক সমিতিখন যোৰহাটতে আবদ্ধ আছিল আৰু সেই বাবে তাৰ ভিতৰতে খোৱা-কামোৰা লাগিবৰ ছল হৈছিল। দুদিন জোৰা সম্মিলনৰ বাবে নিৰ্বাচিত সভাপতিজনৰ কাৰ্যকাল বুলি এটা কথা নাছিল; প্ৰধান সম্পাদকজনহে সভাৰ মুখ্য কাৰ্যকৰী বিষয়া হৈ ৰৈছিল। সভাৰ বছৰ জোৰা কাৰ্যত গণতান্ত্ৰিক কোনো পৰিচয় নৰৈছিল। যুদ্ধৰ সময়ত মানুহৰ মনোবল বাঢ়িবলৈ যি এক বিশেষ সাহিত্যৰ উচ্ছ্বাস উঠিব লাগিছিল, তাৰ পৰিৱৰ্তে সাহিত্য নিশ্চিহ্ন হৈ ৰৈছিল। বাহিৰত অসমীয়া কিতাপৰ প্ৰকাশ বন্ধ হৈছিল; সাহিত্যৰ আলোচনা অবাস্তৱ হৈ পৰিছিল।

সকলোৱে আপত্তি কৰিবলৈ ধৰিলে, যুদ্ধৰ মৃত-প্ৰায় অৱস্থাত সাহিত্যৰ জাতীয় অনুষ্ঠান আসাম সাহিত্য-সভা পলাতক কিয়?

কিন্তু কোনে শুনে এইবোৰ ওজৰ? শুনিলো আমি ৰংপুৰীয়াকিটাই। পদ্মধৰ চলিহাক সম্পাদক কৰি অভ্যৰ্থনা সমিতি গঠিত হ'ল। যুদ্ধৰ দিনৰ ছাঁ তেতিয়াও আঁতৰি যোৱা নাই। মথাউৰি ভাঙি দিখৌৰ পানী সম্পাদকৰ ঘৰত প্ৰৱেশ কৰে। তথাপি সভাৰ কাম একেই আগ বাঢ়ে। নীলমণি ফুকন ককা সম্মিলনৰ (অক্টোবৰ ১৯৪৪) সভাপতি হৈ আহিল। সভাৰ সংবিধানে নতুন গণতান্ত্রিক ৰূপ ল'লে। আসাম সাহিত্য-সভা অসম সাহিত্য-সভা হ'ল। কাৰ্যনিৰ্বাহক সমিতি যোৰহাটত আবদ্ধ নাথাকি ৰহল অসমৰ ভেটিত নিৰ্বাচিত হ'ল। সম্মিলনৰ সভাপতিৰ কাম সম্মিলনৰ লগতে শেষ নকৰি বছৰটোলৈ তেওঁক মুখ্য কাৰ্যকৰ্তা কৰা হ'ল। আমি ভাবিলো, সভাৰ নতুন দিন আহিল, ভাল হ'ল। কিন্তু পুৰণিদিনীয়া 'বিদায়ী' হ'ব লগীয়া প্ৰধান সম্পাদক আৰু যোৰহাটীয়াসকলৰ কাৰ্যপালিকাই ক্ষমতা এৰি দিবলৈ ইচ্ছা নকৰিলে আৰু নতুন নিয়মাৱলী, নতুন কাৰ্যপালিকা 'অবৈধ' ঘোষণা কৰি উকৰাই দি পুৰণি কাজিয়াখনৰে পটি ল'লে। কিন্তু নতুনসকলে নতুন বিধানমতে কাম চলায়েই থাকিল আৰু সময়ত ১৯৪৭ত ডিব্ৰুগড়ত সম্মিলন পাতিলেগৈ। সিমানতে জানিবাঁ পুৰণিসকলৰ শক্তি পমি নোহোৱা হ'ল। সুখৰ কথা, তাৰ পিছৰপৰা আৰু অসম সাহিত্য-সভাত তেনে বিষম পৰিস্থিতিৰ উদ্ভৱ হোৱা নাই। কিন্তু ১৯৫০ ছনত যেতিয়া এমুৰীয়া মাৰ্ঘেৰিটাত সম্মিলন বহিল, মাথোন কুৰিজন প্ৰতিনিধিহে গোট খালে; সেয়েৰে সভাৰ সকলো বিষয়-বাব পূৰাবলৈকে মুজুৰিছিল। ইয়াৰ পিছতো তিনি বছৰলৈ সাহিত্য-সভা গোট নোখোৱাত সাহিত্যিকসকলৰ মাজত এটা ক্ষোভ হৈছিল আৰু সকলোৱে অনুষ্ঠানটো নতুনকৈ প্ৰাণ দি তোলাৰ আৱশ্যকতা অনুভৱ কৰিছিল। ১৯৫৩ৰ শ্বিলঙৰ নবেম্বৰৰ জাৰত কঁপি কঁপি সেই দেখি সম্মিলন বহিল অসম চৰকাৰৰ সক্ৰিয় সহযোগত। সেই সম্মিলনলৈ যাবলৈ মোক বহুতজনে আগ্ৰহেৰে লগ ধৰিছিল।

আনফালে কৰ্মঠ এজন প্ৰধান সম্পাদক কোন হ'ব পাৰে, সেই লৈও জল্পনা-কল্পনা চলিছিল। মই প্ৰমাদ গণিছিলো, কিজানি বাইজে মোতে সেইজন বিচাৰি পায়। মই তেতিয়া ডক্টৰেটৰ থিছিছ সম্পূৰ্ণ কৰাত তৎপৰ। মাজতে ৰাজহুৱা দায়িত্ব এটি কান্ধত ল'লে দুইটা কামতে কলৰ-জপৰখনহে লাগিব! গতিকে খিলঙলৈ নোযোৱাটোকে স্থিৰ কৰিলো। ভালেই কৰিলো। সভায়ো বৰ ভাল এজন প্ৰধান সম্পাদক পালে—অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা। হাজৰিকাদেৱে তিনিটা কাৰ্য-কাল প্ৰধান সম্পাদক থাকি বিশেষ কৰ্মদক্ষতাৰে খালত পৰি থকা সাহিত্য-সভাখন ক্ৰেন লগাই ৰাজ-আলিলৈ তুলিলে। তাৰ পাছৰপৰাই সভাৰ শাৰীৰিক-মানসিক কোনো অস্বাভাৱিক বেদনা হোৱা নাই। হাজৰিকাদেৱৰ অনুৰোধমতে মই নৱদেৱ গ্ৰন্থাৱলীৰ পঞ্চম গ্ৰন্থ ৰূপে ছপাবলৈ প্ৰাক্‌শঙ্কৰ কবি হৰিবৰ বিপ্ৰৰ "লৱ-কুশৰ যুদ্ধ"খন সম্পাদন কৰি দিওঁ। সেইখন যোৰহাট সন্মিলনৰ (ডিছেম্বৰ ১৯৪৫) বেলা সভাই ৰাইজৰ হাতত দিয়ে।

যোৰহাট সন্মিলনৰ পাছতে (মেই ১৯৫৫) অসমলৈ ৰাজ্য-পুনৰ্গঠন আয়োগ আহে। সাহিত্য-সভাই আয়োগৰ সমুখত নিজৰ বক্তব্য দাঙি ধৰিবৰ স্থিৰ কৰে। সেইমতে মই আৰু সত্যেন্দ্ৰনাথ শৰ্মাই স্মাৰক-পত্ৰৰ খচৰা তৈয়াৰ কৰোঁ। অধ্যক্ষ হেম বৰুৱা আৰু সম্পাদক হাজৰিকাৰে লাগি হেম বৰুৱাৰ ভাষাত মোৰ racy আৰু শৰ্মাৰ heavy ভাষা মিলাই সেইখনৰ চূড়ান্ত ৰূপ দি পুস্তিকা আকাৰে ছপাই উলিওৱা হয়: Assam's Case before the States Reorganisation Commission, mainly from the Historical, Cultural and Linguistic Viewpoints, May 1955). "অসম সাহিত্য সভা পত্ৰিকা"ৰ দ্বাবিংশ বছৰৰ তৃতীয় সংখ্যাত স্মাৰক-পত্ৰখন সন্নিবিষ্ট হৈছিল। হেম বৰুৱাৰে লগ লাগি স্মাৰক-পত্ৰৰ কাম কৰা সময়ত চোৰাংচোৱা বিভাগৰ সদস্যই ঘনাই

ঘনাই ভুমুকি মাৰি থাকিছিল। আমাৰ সভানেত্ৰী নলিনীবালা দেৱীৰ নেতৃত্বত সভাৰ দলটি সৰ্দাৰ কে.এম্. পনিক্কৰৰ নিচিনা আয়োগৰ তীক্ষ্ণ সদস্যৰ চোকা প্ৰশ্নৰ সমুখীন হ'ব লগা হৈছিল। 'অসমতহে আমি আচৰিত কথা দেখিছো—ইয়াত বাহিৰৰপৰা মানুহ আহি বসতি কৰিবলৈ ল'লেই অসমীয়া হৈ যায়। ....' মই কৈছিলো, 'হয় ছাৰ, সেইটো এতিয়া বুৰঞ্জীৰ কথা হৈছে। ইতিহাসৰ ছাত্ৰৰূপে আমি জানো যে যেতিয়া বাহিৰৰপৰা অহা এক প্ৰজাসংখ্যা স্থানীয় লোকৰপৰা আঁতৰি বস-বাস কৰি থাকে, তেওঁলোকৰ নিজস্ব ভাষা, আচাৰ-ব্যৱহাৰ এঘৰীয়া হৈ বৈ যায়, কিন্তু যেতিয়া তেনে আগন্তুকৰ দল স্থানীয় লোকৰ লগত মিলি একেলগে থাকে, তেতিয়া ভাষা আৰু আচৰণত আদান-প্ৰদান ঘটিবই। আমাৰ দেশৰ শাসক আহোমসকলেই দেখোন ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। এই দুটা প্ৰক্ৰিয়াৰ ভিতৰত বহল জাতীয় ঐক্যৰ বাবে পিছৰটিয়েই আদৰ্শনীয় বুলি ভাব হয়।' সৰ্দাৰে সেই কথাত কিন্তু একো নামাতিলে।

১৯৫৫ৰ ডিচেম্বৰ মাহতে গুৱাহাটীত সাহিত্য-সভাৰ সন্মিলনৰ আয়োজন চলিছিল, এখন অভ্যৰ্থনা সমিতিও গঠিত হৈছিল। কিন্তু সমিতিৰ নাটৰ Prince of Denmarkজন লৈ হাহাকাৰ। সম্পাদক পাতিবলৈ মানুহ নোলায়। এদিন কুমাৰ ভাস্কৰ নাট্যমন্দিৰত সমিতিৰ সভা বহি থাকোঁতেই মই দৈৱৰ দুৰ্বিপাকতে হ'বপায় অধ্যাপক হাজৰিকাদেৱক বিচাৰি সেইখিনি ওলাইছিলোগৈ। আৰু কি হ'ব? 'নাছোড়বান্দা' হ'লেও মোকে ধৰি কিলাই বেজ কৰিলে। কাণ-মূৰ বহুত আছাৰিলো। কিন্তু সিসকলে মোৰ কান্ধত সমিতিৰ সম্পাদকৰ ভাঁৰৰিখন জুঁটি দিহে এৰিলে। ডিচেম্বৰৰ শেহ সপ্তাহত মই আন্নামালাইনগৰত হ'ব লগা অল-ইণ্ডিয়া ওৰিয়েণ্টাল কনফাৰেঞ্চলৈ যামেই বুলি কোৱা সত্বেও এৰা নপৰিলো। পাছত অৱশ্যে নাট্যকাৰ প্ৰৱীণ ফুকনক মোৰ লগত যুটীয়া কৰি দিয়া হ'ল।

মই কিন্তু সন্মিলনৰ সময়ত থাকিব নোৱাৰিলো। সন্মিলনে উত্তৰ-পূৱ সীমান্ত প্ৰশাসনৰ (NEFA Administration, এতিয়া অৰু-ণাচল) শিক্ষা-পদ্ধতিৰ সমালোচনা কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল। সেই লৈ সভাৰ এক সঁজাতী দলে কেন্দ্ৰীয় গৃহ-মন্ত্ৰী গোবিন্দবল্লভ পন্তক লগ ধৰিছিল (৩০ জানুৱাৰী ১৯৫৬)। গুৱাহাটীৰ আৱৰ্ত-গৃহৰ বাৰাণ্ডাতে থিয় হৈ পন্তজীয়ে আমাৰ বক্তব্য শুনিলে (কাৰণ তেওঁ কেনিবা যাবলৈ গাড়ীৰ ফুটবোৰ্ডত ভৰি দিছিলেই) আৰু মাথোন ক্ষীণ আশ্বাস এটা দিলে, 'বাৰু, দেখা যাওক।' কামত সি একো নহ'লগৈ। ১৯৫৬ৰ ডিচেম্বৰত ধুবুৰীত বহা সন্মিলনত গোৱালপৰীয়া লোক-গীত, লোক-নৃত্যৰ সুন্দৰ পৰিৱেশন হৈছিল। সেই সন্মিলনত মোৰ মাথোন কাম হৈছিল গুৱাহাটীৰ উদাৰৰুচি-সম্পন্ন লক্ষ্মীনাথ দাসদেৱৰ বিজ্ঞান শাখাৰ সুলিখিত সভাপতিৰ অভি-ভাষণখনি পঢ়ি দিয়া, কাৰণ ককাইদেৱে (দাসদেৱক ককাইদেউ বুলিয়ে আমি কেইটামানে মাতিছিলো) কৈছিল, 'হেৰা নেবেগ (মোৰ উপাধিটোৰ এইটো লক্ষ্মীনাথ-দাসীয় versior), মই "সভাপতি ডাঙৰীয়া" ক'বলৈ গৈ স-স-স····কৰোঁতেই সময়খিনি নিয়াম। তুমিয়ে পঢ়ি দিবাঁ দেই, নেবেগ।'

সভাৰ তিনিচুকীয়া সন্মিলন (এপ্ৰিল ১৯৫৮) বাদ দি গ'লো নগাঁও সন্মিলনত (১৯৫৯) যোগ দিবলৈ। 'বাটত পালেঁ। কমাৰ; দা গঢ়ি দিয়াঁ আমাৰ।' মূল সভাৰ দিনা পুৱা সভাঘৰৰ সাজন-কাচন চাই ফুৰোঁতে অভ্যৰ্থনা সমিতিৰ সভাপতি মহীচন্দ্ৰ বৰাদেৱে পাই ধৰি নি 'অসম আইৰ সুসন্তান' বুলি আলোচনা-চক্ৰৰ সভাপতিৰ বগা থগাত থগাসনীয়া কৰি বহুৱাই দিলে মালা পিন্ধাই। মই থম্ থম্ কৰে বহি থাকিলো। সভাপতি হিচাপে যি কওঁ, তাকে ৰাইজে 'সাৰগৰ্ভ' বুলি গ্ৰহণ কৰিবই। ১৯৫৯ আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্মৰ শতবৰ্ষ-পূৰ্তিৰ বছৰ। অসম সাহিত্য-সভাই উপলক্ষ্যটি উলাহেৰে

উদযাপন কৰিলে আৰু আনকো কৰিবলৈ ক'লে। ফুকনৰ A Few Remarks on the Assamese Language and on Vernacular Education in Assam (১৮৫৩) পুথিখনৰ মই এটা অনুবাদ কৰিছিলো ইণ্টাৰমিডিয়েট পঢ়ি থকা কালতে। তেতিয়াৰ "আৱাহন"ত সেইটো ধাৰা-বাহিকভাৱে প্ৰকাশো হৈছিল। এতিয়া সভাই সেই অনুবাদটোকে আনি 'অসমীয়া ভাষা' নাম দি কিতাপ কৰি উলিয়ালে। তদুপৰি অসমৰ বেলেগ বেলেগ ধৰ্মৰ পবিত্ৰ স্থান-সমূহৰ বৰ্ণনাৰে এখন কিতাপ সংকলন কৰিবলৈ সভাই মোক ভাৰ দিয়ে। বছৰটোৰ ভিতৰতে মই তাৰ পাণ্ডুলিপি তৈয়াৰ কৰি দিয়াত ছপাই সভাই মীৰ্জা সম্মিলনত (অক্টোবৰ ১৯৬০) সেইখন প্ৰকাশ কৰিলে।

নগাঁও সম্মিলনত মোক নোসোধাকৈয়ে বন্ধুসকলে প্ৰধান সম্পাদক পদৰ বাবে মোৰ নাম প্ৰস্তাৱ কৰিছিল আৰু মই মোৰ নামটো তুলি ল'বলৈ প্ৰস্তাৱকক অনুৰোধ জনাব লগীয়া হৈছিল, কাৰণ তেতিয়াও সেই গধুৰ কামৰ বাবে মই সাজু হোৱা নাছিলো। মীৰ্জা সম্মিলনৰ কিন্তু দুদিনমান আগৰেপৰা মোক 'ৱানিং' দিয়া হৈছিল, মোৰ নামৰ এইবাৰ প্ৰস্তাৱ হ'লে মই যেন হাত-ভৰি ৰৰকৈ নাছাবোঁ। অসম সাহিত্য-সভাৰ এতিয়া দায়িত্ব আৰু গুৰুত্ব বহুতখিনি বাঢ়িছিল। মাৰ্ঘেৰিটা সম্মিলনে (১৯৫০) অসমীয়া ভাষাক অসমৰ শাসকীয় ভাষা-ৰূপে দাবী কৰিছিল আৰু তাৰ পাছৰ বছৰৰপৰাই সভাই এটা দিন ভাষা-দিৱস বুলি মহা উদ্যমেৰে পালন কৰিছিল। শেহস্তত অসম চৰকাৰে অসম শাসকীয় ভাষা অধি-নিয়ম ১৯৬০ নামৰ আইনখন কৰিবলৈ বাধ্য হয়। সেই কাৰ্যৰ আগে অসমৰ পৰিস্থিতি অত্যন্ত উত্তপ্ত হৈছিল আৰু দুইটা উপত্যকাতে ঠায়ে ঠায়ে অবাঞ্ছনীয় কাৰ্যও দুই-এটা সংঘটিত হৈ গ'ল। যদিও কোনো কোনো মহলে এইবোৰৰ বাবে অসম সাহিত্য-সভাকে জগৰীয়া কৰিব খুজিছিল, সংবিধানৰ ধাৰাত ৰাজ্যত শাসকীয়

ভাষা-ৰূপে অসমীয়াক দাবী কৰাৰ ওপৰধি কোনো হিংসাত্মক কাৰ্য কৰা বা হিংসাত্মক বাক্য প্ৰচাৰ কৰাত সভা ক'তো নাছিল। তথাপি মানুহৰ গাৱনি ক'ত এৰাব পাৰি ? মোক বন্ধুসকলে ক'লে, 'এতিয়া কিন্তু খামিডাঠ মানুহ এজন আমাক প্ৰধান সম্পাদক কৰি লাগে। সেইহে—।' 'মই ভিতৰি কিমান সোপোকা, তাক নজনাকৈয়ে মোক খামিডাঠ বুলি ভাবি নিজকে নিজেনো কিয় বঞ্চনা কৰে ?' 'এইবিলাক তুৰি-মুৰি নচলিব।....' 'এটা বছৰ সম্পাদক থাকিনো এজনে কি কাম কৰিব পাৰে ?' 'নাই, আমি এইবাৰ কাৰ্যকৰ্তা-কাৰ্যপালিকাৰ দুবছৰীয়া কাৰ্যকাল কৰিহে এৰিম—ৰামুণেই মৰকঁ বা লগুণেই ছিগক।' 'তথাপি আৰু এটা নাম ভাবি থ'ব।' তেওঁলোকে হাঁহিলে। বিষয় বাছনি সভাত এটা নামহে গৃহীত হ'ল। ঘোচামৰ জৰীৰে বান্ধ খালো।

# পৃথিৱীত ক'তো বিচাৰি নোপোৱা

একেকোবে দুবছৰলৈ অসম সাহিত্যসভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব নিচলা কান্ধত তুলি ল'লো, আৰু কেঁকো-জেঁকোকৈ তাক ব'বলৈ ধৰিলো। এইটো জানিছিলো, মৰমৰ দেশ, সুৱলা সুৱদি মাত অসমীয়াৰ হৈ যদি কোনোবাই এআষাৰ মাত ক'ৰবাত দিব লাগে, তাৰ পোনপ্ৰথম দায়িত্বটি সৰ্বসম্মতিক্ৰমে অসম সাহিত্য-সভাৰ। তাকে যদি সভাই পালন নকৰে বাইজে সভাক জগৰীয়া কৰি দুআষাৰ ক'বই। অৱশ্যে বাইজো সেই মাছৰ বুকৰে পেটু। মৰমৰ দেশৰ হৈ, সুৱলা-সুৱদি মাতৰ হৈ, বাইজৰ হৈ সভা জাগ্ৰত প্ৰহৰী।

তেতিয়া, এক কি ডেৰ বছৰৰ আগৰ কথা। বহুত আগৰে-পৰা চাৰিওফালৰপৰা আৰাও উঠি আছিল—অসমীয়া ভাষাক অসমৰ শাসনযন্ত্ৰ চলোৱা ভাষা বুলি ঘোষণা কৰিব লাগে। তেনেতে শিলঙৰ কোনোবা এটাই (সিটোৰ নাম কোনেও ক'তো চুকে-কোণেও লেখি নাৰাখিলে! ৰাখিবৰ যোগ্য নহয়েই!) তাতে সুৱীয়া মাত, সুৱদি মাতক বেয়া বচন একাষাৰ বুলিলে। দেশ গোটেই জাঙুল খাই উঠিল—অসম চৰকাৰে অসমীয়াকে শাসকীয় ভাষা কৰিব লাগিবই লাগিব। মুখ্যমন্ত্ৰী চলিহাই আকৌ বোলে—যদি সংখ্যা লঘু ভাষা-গোষ্ঠীবোৰে সেই দাবী কৰিলেহেঁতেন, তেতিয়া... কামটো কৰিবলৈ ভাল হ'লহেঁতেন। কিন্তু তেনে... জানো ক'ৰবাত হয়? চলিহাৰ কথাত বাইজ নেৰোপা... একাচি আৰু জঁকি উঠিল। শেহত্ত অসম শাসকীয় ভাষা ... নিয়ম ১৯৬০ বিধিত পৰিণত হ'ল (অক্টোবৰ ১৯৬০)। কিন্তু ... বিধি ভাৰতীয় সংবিধানৰ ফালৰপৰাই নিখুঁত নহৈছিল। ...

তাক কামত লগাবৰ বেলা সকলো ঠিক হৈ যাব ভাবি অসম সাহিত্য-সভাই ছৰ্ত-সাপেক্ষে তাক সমৰ্থন কৰিলে। কাছাৰ জিলাৰ বংগভাষীসকলে কিন্তু অসমীয়াৰ লগতে বঙলাকো দ্বিতীয় ৰাজ্যিক ভাষা-ৰূপে দাবী কৰি আন্দোলন সমিতি আৰু সংগ্ৰাম পৰিষদ গঠন কৰিলে। তেওঁলোকৰ সংগ্ৰামত কেইবাজনো লোক মৃত্যুৰ মুখত পৰিল। আনফালে কাছাৰৰ খিলঞ্জীয়া অসমীয়া, মণিপুৰী, হিন্দুস্থানী, ৰাজবংশী আৰু বৰ্ম্মনসকলে তেওঁলোকৰ সেই আন্দোলনক ৰোধ কৰি ব্যাপকভাৱে জাগ্ৰত হৈ শান্তি পৰিষদ গঠন কৰিলে। সংগ্ৰাম আৰু শান্তি, এই দুমুখীয়া সোঁতৰ মাজতে আহিল ভাৰতৰ স্বৰাষ্ট্ৰমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী অসমলৈ, আৰু বিষন্ন কাছাৰক দিলে বিধিখন সংশোধনৰ আশ্বাসেৰে 'শাস্ত্ৰী-সূত্ৰ'। সেই সূত্ৰৰ যুক্তিত ৰাজ্যিক ভাষা অসমীয়াৰ প্ৰৱেশ কাছাৰত সম্পূৰ্ণ বন্ধ হোৱাৰ উপক্ৰম হ'ল। শাস্ত্ৰীৰ পৰামৰ্শ অসমৰ মন্ত্ৰীসভা আৰু অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে গ্ৰহণ কৰিব লগীয়া হ'ল বিনাবাক্যব্যয়ে। এনে পৰিস্থিতিত অসম সাহিত্য-সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে গভীৰ উদ্বেগ প্ৰকাশ কৰিলে আৰু ক'লে যে যদি অধিনিয়মখন সংশোধন কৰিব লাগেই, তেতিয়া হ'লে সংবিধান-সম্মতভাৱে অসমত ৰাজ্যিক ভাষা অসমীয়াৰ সাৰ্বভৌমত্ব অব্যাহত ৰাখিহে কৰা উচিত। এই লৈ সভাই স্বৰাষ্ট্ৰমন্ত্ৰীলৈ কেইবাখনো স্মাৰকপত্ৰ পঠালে; কিন্তু সিফালৰ-পৰা কোনো সমিধানেই নাহিল, দানযে নায়েই।

শেহত্তত সভাৰপৰা এটা সৰু তিনিজনীয়া দল (হৰেন্দ্ৰনাথ বৰুৱা, নৰেন্দ্ৰনাথ শৰ্মা, মই) দিল্লীত স্বৰাষ্ট্ৰমন্ত্ৰীৰ দপ্তৰত হাজিৰ হ'লোগৈ। আমাৰ লগত দুগৰাকী এম্. পি.য়েও হাত উজান দিলে—প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু যোগেন্দ্ৰনাথ হাজৰিকাদেৱে। আমি শাস্ত্ৰী-সূত্ৰৰ অসাংবিধানিকতালৈ আঙুলিয়াই খট-বান্ধ দি ধৰি দেখুৱালো: এক, সেই সূত্ৰমতে অধিনিয়মৰ পঞ্চম ছেদৰপৰা মহকুমা পৰিষদ আৰু নগৰ

সভাবোৰৰ এখন মিলিত সভাই কাছাৰৰ প্ৰশাসনীয় ভাষা নিৰূপণ কৰিব পৰা ক্ষমতাৰ কথা বাদ দিলে, সেই ছেদে কাছাৰত অসমীয়া ভাষাৰ প্ৰৱেশ বন্ধ কৰিব ; আৰু, দুই, সেই সূত্ৰৰ দ্বিতীয় পৰামৰ্শ-মতে কাছাৰ আৰু ৰাজ্যৰ সদৰৰ মাজত আদান-প্ৰদানত বৰ্ত্তমান ইংৰাজী আৰু পাছত হিন্দী মাত্ৰ চলাৰ ব্যৱস্থা কৰিলে সেই ফালৰপৰাও কাছাৰত ৰাজ্যিক শাসকীয় ভাষাৰ প্ৰৱেশ নিৰোধ কৰা হ'ব। আলোচনাৰ পাছত শাস্ত্ৰীজীয়ে আমাৰ যুক্তি মুকলিকৈ মানিলে, কিন্তু ক'লে, তেওঁৰ প্ৰতিশ্ৰুতিমতে কাম নহ'লে সংখ্যা-লঘুৰ মাজত পুনৰ বিক্ষোভ হ'ব। আমি তেতিয়া টানি ধৰিলো, অকাৰণ বিক্ষোভৰ ভয়ত সংবিধানবিৰুদ্ধভাৱে আইন এখন বিকৃতকৈ সংশোধিত হ'ব পাৰেনে? সেই অন্যায় কৰা নহ'ব বুলি শাস্ত্ৰীৰ-পৰা আমি নিশ্চিত কথা বিচাৰিলোঁ। তেওঁ তেতিয়া আমাক ভুলটো আঙুলিয়াই দিয়াৰ বাবে ধন্যবাদ জনাই ক'লে, সমুচিত কৰিবৰ বাবে তেওঁ তুৰন্তে অসমৰ মুখ্যমন্ত্ৰীক দিহা দিব। তদুপৰি তেওঁ নিজে দায়িত্ব লৈ তেওঁ দিয়া আশ্বাসৰ কথা আমাৰ উক্তিৰ দৰে সংবাদপত্ৰলৈ লগে লগে পঠিয়ালে। আমি পিছদিনা কলিকতা পাই কলিকতাৰ দৈনিক কাগজৰ প্ৰথম পাততে সেই সংবাদ দেখা পালো। কিন্তু দুখ পাব লগা আচৰিত কথা যে কলিকতাৰ কাগজবোৰে খবৰটোত কোনো গুৰুত্বকে নিদিলে। দিয়া হ'লে ইতিমধ্যে সেইবোৰ কাগজেই কাছাৰত সৃষ্টি কৰা সংগ্ৰাম পৰিষদৰ সংগ্ৰামৰ পুনৰভিনয় হ'লহেঁতেন। অসমতো আমাৰ কাৰ্য্যৰ বিশেষ প্ৰতিক্ৰিয়া দেখা নাপালো। মাথোন এজন ছাত্ৰনেতাই আহ্লাদেৰে ক'লে, 'আপোনা-লোকে এটি heroic কাম কৰিলে।'

আনফালে, শাস্ত্ৰীজীয়ে আমাক আশ্বাস দিয়াতে ক্ষান্ত নাথাকি আমি দিল্লী এৰোঁতে নেৰোঁতেই মুখ্যমন্ত্ৰী চলিহাক টেলিফোন যোগে সকলোৰে কথা জনায় আৰু দিল্লীত তেওঁক লগ ধৰিবলৈ কয়।

দিল্লীৰ পথত চলিহাক গুৱাহাটীত লগ ধৰিলোঁ। তেওঁ আকৌ অলপ কেঁৰো-ঘেঁহো কৰা যেনহে লাগিল, 'Neog, I don't want to be the liquidator of the State of Assam.' মই টানকৈয়ে ক'লো, 'চলিহা ডাঙৰীয়া, চাওক, আমি যিথিনি কাম কৰি আপোনা-লোকক আগ বঢ়াই দিছো, সেই কাম আপোনালোকেহে নিজে কৰিব লাগিছিল। কি কাম কৰিলে ৰাজ্য ভাগে, আপুনিও জানে, আমিও জানো। যদি আইনৰ সংবিধান-সিদ্ধ সংশোধন কৰোঁতে ৰাজ্য ভাগে, আপুনিনো কি কৰিব পাৰে?' 'নেওগ একো চিন্তা নকৰিব। মই দিল্লীৰপৰা ঘূৰি আহি আপোনাক লগ পামহি; তেতিয়া ভাল খবৰেই দিব পাৰিম বুলি আশা কৰিলোঁ।' তেওঁ দিল্লীৰপৰা প্ৰত্যাৱৰ্তন কৰিলত আকৌ দেখা-দেখি হ'ল। আৱৰ্ত-ভৱনৰ এচুকলৈ মাতি নি চলিহাই ক'লে, 'শুনক। আপোনালোক দিল্লীলৈ যোৱা বাবে শাস্ত্ৰীয়ে ভাল পাইছে। নহ'লে তেওঁৰ নামতে ভাষা আইনৰ বে-আইনী সংশোধন এটা হ'লহেঁতেন। মাথোন মোক ক'লে, "আপুনি পণ্ডিতজীক (প্ৰধান মন্ত্ৰী নেহৰুক) দেখা পাই কথাটো কৈ যাব আৰু কাছাৰত অসমীয়া ভাষা সোমোৱা কৰি আইনৰ সংশোধনটো কৰিবগৈ।" মই পণ্ডিত নেহৰুৰ ওচৰলৈ গৈ ক'লো, "শাস্ত্ৰীসূত্ৰমতে আইনখন শুধৰালে কাছাৰ জিলাত ৰাজ্যিক ভাষাক ৰোধ কৰা হ'ব।" তেওঁ দপ্‌দপাই উঠিল, "হ'বই নোৱাৰে; who says?" মই লাহেকৈ ক'লো, 'They say.' 'They are all wrong.' মই আকৌ মিহিকৈ ক'লো, Will you kindly see the papers?' এই বুলি আগৰ Act, শাস্ত্ৰীৰ formula, সেই formula মতে হ'ব পৰা billঅৰ খচৰা আদি তেওঁৰ হাতত তুলি দিলো। আধা মিনিটেই নালাগিল। 'Yes, the Assamese language will be barred in Cachar. শাস্ত্ৰীজীয়ে পিছে কি কৈছে?' "সংবিধান আৰু ৰাজ্যিক শাসকীয় ভাষাক নোছোৱাকৈ amendmentটো কৰিবলৈ কৈছো।" "Then,

do it." এতিয়া কামটো হ'ব।' বৰ সহজভাৱেই যেন কামটো হৈ গ'ল। কিন্তু তালৈকে, তাহানি মোৰ আইৰ ভাষাত, 'মালতীৰ মাকে মকুৱা গুতুলিলে নহয়।' অসম সাহিত্য-সভা নালাগিলে নহৈছিল! অথচ কথাটো মৌলিকভাৱে এটা ৰাজনৈতিক প্ৰশ্ন। সমস্ত প্ৰশ্নটো লৈ সাতজন বিশিষ্ট সাহিত্যিক-সাংবাদিকৰ লেখা আৰু কেইটিমান তাগ-তিয়াল পৰিশিষ্টেৰে ইংৰাজীত Assam's Language Question বুলি এখন কিতাপ প্ৰকাশ কৰোঁ। আৰু ভাৰতীয় সংসদৰ সদস্য আদিলৈ তাৰ একো কপিকৈ পঠিয়াওঁ।

উত্তৰ-পূব সীমান্ত অঞ্চলৰ প্ৰশাসনে (North-East Frontier Agency Administration) সেই অঞ্চলত কোটি কালৰেপৰা চলি থকা অসমীয়া ভাষা আৰু লগতে অসমীয়া শিক্ষকসকলক অপসাৰণ কৰি তাৰ ঠাইত হিন্দী আৰু ইংৰাজী আৰু উত্তৰ ভাৰতৰ শিক্ষক আনি বহুওৱাৰ নতুন নীতি উদ্ভৱ কৰাৰ ফলত পোনতে সেই অঞ্চলৰ বিশেষকৈ ছাত্ৰ-ছাত্ৰীৰ মাজত এটা বিক্ষোভ উপস্থিত হৈছিল। ১৯৬০ চনৰ আগস্ট মাহত তেওঁলোকৰ মাজত এক আন্দোলনেই দেখা দিছিল। বাতৰি-কাকতত আৰু স্মাৰকপত্ৰৰ যোগে তেওঁলোকে মনৰ ভাব প্ৰকাশ কৰিছিল। সাহিত্য-সভায়ো এই বিষয়ে চিন্তা-চৰ্চা কৰিছিল, প্ৰশাসনৰ লগত পত্ৰালাপ কৰিছিল আৰু ১৯৬১ চনৰ ২৯ মেইত এটি সঁজাতী দলৰ যোগে গুৱাহাটীত প্ৰধান মন্ত্ৰী নেহৰুৰ ওচৰত নিজৰ অভিমত ব্যক্ত কৰিছিল। তাৰ আগে আগে এটি তিনিজনীয়া দলে (লীলা গগৈ, হৰিপ্ৰসাদ নেওগ আৰু মই) সীমান্ত অঞ্চলৰ টিৰাপত ৰাঙ্খো তাৰু নক্টেসকলৰ মাজত ভ্ৰমণ কৰি আহে। বৰছুৱৰীয়া, লাপটাং আৰু নামচাং গাঁৱত থকা নক্টেসকল মূলতে মহাভক্ত 'নগাৰ নৰোত্তম'ৰ বংশৰ। তেওঁলোকৰ মাজত ভ্ৰমণ কৰোঁতে সেই পুৰণি স্মৃতি উজৰি উঠিছিল। তাক 'টিৰাপৰ টিঙে টিঙে' নামৰ প্ৰবন্ধৰ ভিতৰত ('সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি' বা "স্নেহৰ

অৰুণাচল" পুথি চাওক ) নিবন্ধ কৰা হৈছে। বছৰটোৰ আদিতে সভাৰ পৰমোপকাৰক ৰাধাকান্ত সন্দিকৈৰ এটি আঠধতুৱা আবক্ষ মূৰ্তি চন্দ্ৰকান্ত সন্দিকৈ ভৱনত উন্মোচন কৰা হয়, শিলচৰৰ তৰুণৰাম ফুকন মধ্য ইংৰাজী স্কুল আৰু আন দুখনিমান অসমীয়া প্ৰাথমিক পঢ়াশালিক সাহায্য দান কৰা হয় আৰু কেইবাখনিও লেখৰ গ্ৰন্থ প্ৰকাশ কৰা হয়—Assam's Language Question-অৰ বাহিৰেও বেণুধৰ ৰাজখোৱাৰ "অসমীয়া খণ্ডবাক্য-কোষ"ৰ দ্বিতীয় সংস্কৰণ ( মোৰ দ্বাৰা সম্পাদিত ), লক্ষ্মীনাথ বেজবৰুৱাৰ "মোৰ জীৱন-সোঁৱৰণ" ( যতীন্দ্ৰনাথ গোস্বামী সংগৃহীত, মোৰ দ্বাৰা সম্পাদিত ), "অসম সাহিত্যসভা ভাষণাৱলী" তৃতীয় খণ্ড ( অতুলচন্দ্ৰ হাজৰিকা আৰু যতীন্দ্ৰনাথ গোস্বামী সংকলিত ), ৰাধাকান্ত সন্দিকৈৰ দুখনি জীৱনী, "কবি ৰঘুনাথ চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা" ( কমলেশ্বৰ শৰ্মা ) আৰু "মিকিৰ জনজাতি" ( পাছত 'কাৰ্বি জনগোষ্ঠী.' লংকাম টেৰণ )। বছৰটোৰ শেহত অক্টোবৰ-নৱেম্বৰ ১৯৬১ত গোৱাল-পাৰাত মহাসমাৰোহেৰে সভাৰ ঊনত্ৰিংশ সম্মিলনৰেপৰা গাঁৱে-ভূঁয়ে জনসাধাৰণৰ মাজত সভাৰ সম্মিলনে আলোড়নৰ সৃষ্টি কৰিবলৈ ধৰে। এইটো বছৰতে সভাৰ হিছাপৰ বহী-পত্ৰ হিছাপ-বিজ্ঞান-সম্মতভাৱে ৰখাৰ, কেপিটেল আৰু ৰেভিনিউ একাউণ্ট সুকীয়াকৈ ৰক্ষা কৰাৰ দিহা কৰোঁ আৰু হিছাপ-সম্পৰ্কীয় অসমীয়া পৰিভাষা মুকলিকৈ প্ৰয়োগ কৰোঁ।

ইয়াৰ পাছৰ বৰ্ষত উত্তৰ-পূব সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি অসমীয়াৰপৰা আৰু বেছি আঁতৰি যায়। এই বছৰত ব্যক্তিগতভাৱে আৰু সভাৰ সম্পাদকৰূপে এই বিষয়ে 'নগাৰ নৰোত্তম' আদি সম্পৰ্কে অনেক প্ৰবন্ধ আৰু বিবৃতি প্ৰকাশ কৰোঁ। সেই সমালোচনাৰ মাজত ১১ মাৰ্চ ১৯৬৩ তাৰিখে সীমান্তৰ জনজাতীয় পৰিক্ৰমাৰ উপদেষ্টা ডক্টৰ ভেৰিয়াৰ এলৱিনে মোলৈ লিখিছিল, I am very interested in the Gossains

and their influence in NEFA and I am anxious to see the links between the NEFA tribes and the satras, which, I am sorry to say, seem to have been broken in some Divisions restored. Your article on Narottam Raja is most interesting. I entirely agree with you that NEFA and Assam should work together and indeed this has always been my view.

"সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি" নামে এখন কিতাপ উলিয়াই প্ৰশ্নবোৰ মুকলিকৈ আলোচনা কৰিবৰ যত্ন কৰিছিলো। কিন্তু আন কি ভাৰতীয় সংবিধানেও অসম আৰু সীমান্তৰ একীকৰণৰ যি আশা দিছিল, তাৰ বিপৰীত মুখেহে সকলো ঘটনাই গতি কৰিবলৈ ধৰে। ১৯৬১ৰ ডিচেম্বৰত এটা চাৰিজনীয়া দল (মই, পৰাগ চলিহা, লীলা গগৈ, হৰিপ্ৰসাদ নেওগ) কৰি লোহিত সীমান্তত আৰু ১৯৬২ৰ অক্টোবৰত এটা দুজনীয়া দল (মই আৰু লীলা গগৈ) কৰি ছিয়াং সীমান্তত ভ্ৰমণ কৰোঁতে সীমান্তবাসী ৰাইজৰ বিশেষ আদৰ-সাদৰ পাইছিলো। কিন্তু ইয়াৰ পাছৰ বছৰবোৰত আদান-প্ৰদানৰ এই আঁচনিবোৰ এৰি দিয়া হ'ল আৰু আমাৰ সীমান্ত আমাৰপৰা আঁতৰি এখন সুকীয়া ৰাজ্য হ'ল। কিন্তু ছিয়াঙলৈ যোৱা সেই অক্টোবৰ মাহতে চীনা আক্ৰমণে দেখা দিলে। সাহিত্য-সভাই সংকট-কালীন প্ৰকাশনেৰে দেশাত্মবোধ আৰু মনোবল জগাবলৈ যত্ন কৰিব লগীয়াত পৰে আৰু বিশ্বৰ সাহিত্য-প্ৰেমীসকললৈ শান্তি-কামনাৰ আবেদন পঠিয়ায় সম্মিলিত জাতিসংঘৰ শিক্ষা বিজ্ঞান সংস্কৃতি-সংস্থাৰ যোগেদি। এই সকলোৰে মাজত অসমৰ মুখপাত ঠাই গুৱাহাটীত সভাৰ এটি নিজা ঘৰৰ প্ৰয়োজনীয়তা অনুভৱ কৰি তাৰ আঁচনি হাতত লোৱা হৈছিল। ১৯৬৩ৰ ৬ জানুৱাৰীত মুখ্যমন্ত্ৰী চলিহাদেৱে গুৱাহাটী নগৰৰ ভিতৰত কেন্দ্ৰীয় ঠাই চাৰি কঠাতকৈ অলপ বেছি এটুকুৰা মাটি সভাক দিয়ে।

১৯ ফেব্ৰুৱাৰী তাৰিখে ব্যক্তিগত সম্বন্ধৰ যোগেদি কবি, গীতিকাৰ, সঙ্গীতকাৰ, পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱৰপৰা স্বৰ্গত অগ্ৰজ ভগৱতীপ্ৰসাদ বৰুৱাৰ নাম ৰাখি সাহিত্য-সভাৰ এটি ঘৰ সাজিবলৈ পঞ্চাছ হাজাৰ টকাৰ এটি দানৰ প্ৰতিশ্ৰুতি লওঁ তেওঁৰ সোণাৰি বাসভৱনত, আৰু ভাৰতৰ সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰক লগ ধৰাত কবীৰে পঞ্চাছ হাজাৰ টকাৰ গৃহ-নিৰ্মাণৰ এটি অনুদান মঞ্জুৰ কৰে। ৭ এপ্ৰিল ১৯৬৩ তাৰিখে ৰাজ্যপাল বিষ্ণু সহায়ে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লাইখুঁটাৰ তলৰ শিলটি থাপনা কৰে। ভৱন-প্ৰতিষ্ঠাৰ মন্ত্ৰটি বিশ্ববিশ্ৰুত ভাষাতাত্বিক পণ্ডিত ডক্টৰ সুনীতি-কুমাৰ চট্টোপাধ্যায়ে মোৰ অনুৰোধত কৰি দিছিল; তাৰ প্ৰথম শ্লোকটি দ্বাদশ শতকৰ কৰ্ণাটকী বৈয়াকৰণ নাগৱৰ্মাৰ ৰচিত, বাকী দুটি অধ্যাপক চট্টোপাধ্যায়ৰ নিজৰ ৰচনা। —সৰ্বজ্ঞং তদহং বন্দে পৰং জ্যোতিস্তমোপহম্। প্ৰবৃত্তা যন্মুখাদ্ দেৱী সৰ্বভাষা-সৰস্বতী॥ আৰ্যবাণী-দুহিতেয়ং ভাষা প্ৰাগজ্যোতিষোদ্ভৱা। মাতা নঃ কামৰূপিণী সদা স্যাৎ শ্ৰেয়সে নৃণাম॥ সভৈষাসম-সাহিত্য-সংস্কৃতি-বিৱৰ্ধনী। নবীনং সদনমস্যা, ৰক্ষতু তাং সদা মুদা॥ বছৰটোৰ ভিতৰত সংকট-কালীন প্ৰকাশনৰ বাহিৰে বাৰখনি বিশেষ গ্ৰন্থ প্ৰকাশ কৰোঁ: লক্ষ্মীনাথ বেজবৰুৱাৰ "তত্ত্বকথা" (অতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত), নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প' (হেমন্তকুমাৰ শৰ্মা-সম্পাদিত), "Assamese for All" (মুকুন্দমাধৱ শৰ্মা), তাৰ হিন্দী অনুবাদ, "কৰ্পূৰ-মঞ্জৰী" আৰু 'মুদ্ৰা-ৰাক্ষস'ৰ অনুবাদ, 'অসমৰ জনজাতি' (প্ৰমোদ-চন্দ্ৰ ভট্টাচাৰ্য-সম্পাদিত), "অসমৰ জনজাতীয় সাধু" (বিশ্বনাৰায়ণ শাস্ত্ৰী-সম্পাদিত), "অসম সাহিত্য সভা বাৰ্ষিকী (গোৱালপাৰা)" ইত্যাদি। এই বছৰতেই অসমীয়া ভাষাজ্ঞান প্ৰমাণ-পত্ৰ পৰীক্ষা প্ৰথম অনুষ্ঠিত হয়। এই দুটা বছৰৰ ভিতৰত সাহিত্য-সভাই অসমৰ বাহিৰতো নিজৰ ভাবমূৰ্তি প্ৰতিফলিত কৰাত কিছু কৃতকাৰ্য

হৈছিল। নাজিৰাত বহা ত্রিংশ সম্মিলন উপলক্ষ্যে পঠোৱা এটি বাণীত দক্ষিণ ভাৰতৰ বিশ্ব-বিশ্রুত ঐতিহাসিক-প্রাচ্যবিদ অধ্যাপক কে.এ. নীলকণ্ঠ শাস্ত্রীয়ে কৈছিল: I know that the Sabha has been doing excellent work for the past forty-five years. The large number of its publications in Assamese and English and other cultural activities easily testify to the fact that the Sabha is the premier literary and cultural organization of the people of Assam. Let me also add that the Sabha is fortunate in having you as its General Secretary. We all know your other achievements in the literature and art of Assam. ইত্যাদি। মোৰ দুবছৰীয়া কাৰ্য কাল অন্ত পৰিল। ইতিমধ্যে গুৱাহাটীত ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ নিৰ্মাণৰ কাম আগ বাঢ়িছিল, কিন্তু সি শেষ হ'বৰ নৌ। সেই কামটোত মই বিশেষভাৱে লগা কাৰণে সভাৰ কিছু সভ্যৰ ওচৰত মই অপ্রিয় হ'ব লগাটো আচৰিত কথা। কিছু সদস্যই মুকলিভাৱে সেই কাৰ্যৰ বিৰোধিতাকে কৰিছিল। এতিয়া মই প্রধান সম্পাদকৰ দায়িত্ব এৰি দিলে গৃহ-নিৰ্মাণৰ কাৰ্যত ডাঙৰ বিজুটি ঘটিব পাৰে বুলি আশংকাত মোৰ বন্ধুসকলে আৰু দুটা বছৰৰ এটা কাৰ্য-কাল সম্পাদক থাকিবলৈ পৰামৰ্শ দি তাৰ সমুচিত ব্যৱস্থা কৰিলে।

নাজিৰাই পুনৰ মোক দুবছৰলৈ প্রধান সম্পাদক পাতি কামলৈ ঘূৰাই পঠিয়ালে। কিন্তু নতুন বছৰটোত নিতান্ত আৰ্থিক সংকীর্ণতাই আমাৰ সকলো কাৰ্যকে পংগু কৰি পেলাইছিল' বুলি বছৰৰ শেহত দুখ কৰিব লগীয়া হৈছিল। কিতাপ-পত্র বিশেষ উলিয়াব নোৱাৰিলো; মাথোন ওলাল বিশ্বনাথ কবিৰাজৰ "সাহিত্য-দৰ্পণ" (বিশ্বনাৰায়ণ শাস্ত্রীৰ অনুবাদ), সাহিত্য-সমালোচনা-তত্ত্বৰ "সাহিত্য-সমীক্ষা" (মই আৰু হেমন্তকুমাৰ শৰ্মাই সংকলন কৰা) আৰু "অসম

সাহিত্য সভা বাৰ্ষিকী (নাজিৰা)''। কিন্তু যিটি কামৰ বাবে সভাৰ সম্পাদকৰ গধুৰ ভাৰখন কান্ধত ৰাখিছিলো, সেই ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ কামত ধীৰে-স্থিৰে আগ বাঢ়ি বছৰটোৰ শেহত শতকৰা ষাঠি ভাগ কাম সম্পূৰ্ণ কৰিলো বুলি ক'ব পাৰিছিলো। আমিনীগাঁৱত ব্ৰহ্মপুত্ৰৰ ওপৰে সজা বৰ দলংখনৰ নাম শৰাইঘাট দলং ৰাখিব লাগে বুলি সভাই আৰু ৰাইজে আৰাও কৰি থকাৰ মূৰত ৭ জুন ১৯৬৩ তাৰিখে সেই সেতু উদঘাটন কৰি পণ্ডিত জৱাহৰলাল নেহৰুৱে শৰাইঘাটৰ যুদ্ধৰ কথা স্মৰণ কৰে আৰু তাক শৰাইঘাট পুল নামকৰণ কৰে। ইয়াৰ পাছত এপ্ৰিল ১৯৬৪ত যেতিয়া তৈল-নগৰী ডিগবৈত সভাৰ একোত্তৰত্ৰিংশ সম্মিলন গোট খায়, তেতিয়া বিশেষকৈ উপন্যাস সম্পৰ্কে হোৱা আলোচনা-চক্ৰত ড° মুল্ক ৰাজ আনন্দৰ যোগদান কৰা বক্তৃতা আৰু সঙ্গীত শাখাত শান্তিদেৱ ঘোষৰ সভাপতিৰ ভাষণ অভিনৱ ধৰণৰ হৈছিল। শান্তি বাবুৱে স্বাধীনতা-লাভৰ পাছৰপৰা ভাৰতৰ প্ৰত্যেক প্ৰদেশত সঙ্গীত আৰু নৃত্যৰ বিষয়ত নতুন চেতনাৰ উন্মেষৰ কথা কৈ অসমোযে সেই বিষয়ত পিছ পৰি থকা নাই, সেই কথা কয়, কিন্তু সেই প্ৰসংগত তেওঁৰ এটা কথাইহে বহুতক আশ্চৰ্য মানিব লগীয়া কৰিলে: 'অসমৰ প্ৰাচীন নাচ-গান, অভিনয় আৰু লোক-নৃত্য-গীতৰ খবৰ যিসকলে ৰাখে, তেওঁলোকে সকলোৱেই বিশেষভাৱে কৃতজ্ঞ ডক্টৰ নেওগৰ ওচৰত। তেওঁৰ এই বিষয়ৰ বক্তৃতা, প্ৰবন্ধ আৰু কিতাপে যেনে আগ্ৰহৰ সৃষ্টি কৰিছে, তেনেকুৱাকৈ এই যুগত তেওঁৰ পূৰ্বে ইমান ব্যাপকভাৱে আৰু কোনেও কৰিব পৰা নাই।' উল্লেখযোগ্য যে ডিগবৈ সম্মিলনে ১৯৬৮ ছনত সাহিত্য-ৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী সমগ্ৰ অসম জুৰি পালন কৰিবলৈ সংকল্প গ্ৰহণ কৰে।

মোৰ প্ৰধান সম্পাদকত্বৰ চতুৰ্থ বছৰটোত (এপ্ৰিল ১৯৬৪— জানুৱাৰী ১৯৬৫) ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ কামটি সম্পূৰ্ণ কৰি

তুলিবলৈ সক্ষম হওঁ। ভৱনটি দেখনিয়াৰ হৈ উঠিল। কিন্তু এইহে গভীৰ দুখৰ বিষয়—যাৰ দানেৰে আমি এই কামলৈ আগ বাঢ়ি কেন্দ্ৰীয় চৰকাৰৰপৰাও অনুদান পাব পাৰিছিলো, সেই কবি-শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱাই ঘৰটি সম্পূৰ্ণ হোৱাৰ পূৰ্বতে আমাৰ মাজৰ-পৰা চিৰবিদায় লয়। ২ জানুৱাৰী ১৯৬৫ তাৰিখে গুৱাহাটীত অনুষ্ঠিত অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ উপলক্ষ্যৰ আলমতে সম্মিলনৰ সভাপতি অধ্যাপক ডক্টৰ বাসুদেৱশৰণ অগ্ৰৱালে সমস্ত ভাৰত-শ্ৰীলংকা-নেপালৰ পণ্ডিত আৰু অসমৰ সাহিত্যৰসিকসকলৰ সমাৱেশত ভগৱতীপ্ৰসাদ ভৱনৰ দুৱাৰ মুকলি কৰে বক্তব্যৰ সামৰণিত উপ-লক্ষ্যটি লৈ স্বৰচিত শ্লোক দুটি উচ্চাৰণ কৰি : সাহিত্যং শ্ৰুতিমধুৰং ৱিশ্বৱাৰা চ সংস্কৃতিঃ। কামৰূপস্য দেশস্য সায়তিঃ প্ৰথতাং সদা॥ ভগ-ৱতীপ্ৰসাদস্য ৱেশ্মেদং কীৰ্তিকাৰকম। শাৰদায়াঃ কৱীনাং চ সন্ততং সন্নিধিং ব্ৰজেৎ॥ ভৱনৰ কাৰ্য-সমাপ্তিত এটি বৃহৎ ব্যক্তিগত তৃপ্তি পোৱা যেন লাগিল। দাতা, অনুদাতা, নিৰ্মাণ সমিতি, সভাৰ কাৰ্য-নিৰ্বাহক সমিতিৰ ওচৰত ঋণ অনুভৱ কৰিও লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই সদাগৰ ভোলানাথ বৰুৱাৰ হাওড়াৰ ৩৭ নম্বৰ ডবছন ৰোডৰ ঘৰটোৰ 'বাহিৰে-ভিতৰে, যি সৌন্দৰ্য বা দেখনিয়াৰ বস্তু আছে, সেই সকলোবোৰতে মোৰ হাতৰ এই পাঁচোটা আঙুলিৰ সাঁচ আছে' বুলি কোৱাৰ দৰে ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ বেৰে-খোৰে মোৰ দহোটা আঙুলিৰ সাঁচ ক'ৰবাত লাগি আছে যেন লাগে। ঘৰটো সাজোঁতে পোৱা প্ৰতিবন্ধক আৰু নিন্দাই ঘৰটোৰ লগত মোৰ আত্মীয়তা বৃদ্ধি কৰিছিল; আৰু এতিয়াও তাৰ প্ৰতি আনসকল নিকৰুণ হ'লে মোৰ মঙহত লগা যেনেই লাগে। ঘৰ হ'ল। মই সভাৰ প্ৰধান সম্পাদক ভাগিলো। ঠিকাদাৰক ছহাজাৰ টকা দিবলৈ বৈ গ'ল। নতুন সম্পাদক-সভাপতিক আহিকাল নিদিয়াকৈ ঘৰটি ঋণমুক্ত কৰাটি মোৰে উচিত কৰ্ম বিবেচনা কৰিলো। বৰ্ধিত

দান বিচাৰিবৰ বাবে এতিয়া পাৰ্তি ককাইদেৱো নাই! গতিকে কেন্দ্ৰীয় শিক্ষামন্ত্ৰী এম্.চি. চাগলালৈকে বৰ্ধিত অনুদানৰ বাবে এখন আৰ্জি পঠিয়ালো। তেওঁ ক'লে, নিৰূপিত পঞ্চাছ হাজাৰৰ ওপৰত অনুদান দিব নোৱাৰি। আকৌ লেখিলো বোলোঁ, এই আঁচনিত চৰকাৰৰপৰা টকা লৈ ঘৰ সাজি utilisation certificate দিয়া সমস্ত ভাৰতৰ ভিতৰতে একমাত্ৰ অনুষ্ঠান হিছাপে আমি বিশেষ বিচাৰ পাব পাওঁ। এই কলমৰ জোৰত চাগলা চাহাবৰপৰা তিনি হাজাৰ টকা আমাৰ ভিক্ষাপাত্ৰত পৰিলহি। বাকী তিনি হাজাৰ টকা উলিয়ালো অসম মাধ্যমিক শিক্ষা পৰিষদৰপৰা ঘৰটো আংশিকভাৱে তেওঁলোকক ভাৰা দি আগধন বুলি। পৰিষদৰ সচিব ড° অশ্বিনীকান্ত বৰকাকতীয়ে এই বিষয়ত সহায় কৰি দিলে। এইদৰে আনে নিন্দা কৰক, প্ৰশংসা কৰক, এটা তৃপ্তিৰে সভাৰ প্ৰধান সম্পাদকত্বৰ পৰিসমাপ্তি ঘটালো।

কিন্তু সাহিত্য-সভাৰে সমধগছ নিছিগিল। ডিচেম্বৰ ১৯৬৬-জানুৱাৰী ১৯৬৭ত ডিব্ৰুগড়ত বহা চতুস্ত্ৰিংশ সম্মিলনৰ আলোচনা-চক্ৰৰ সভাপতি হৈ গ'লো আৰু সেই সম্মিলনত আৰু পিছৰ বাৰৰ তেজপুৰৰ পঞ্চত্ৰিংশ সম্মিলনৰ বিষয়-বাছনি সভাই মোক উপ-সভাপতি নিৰ্বাচন কৰিলে। ডিব্ৰুগড়ত মোৰ অভিভাষণৰ বিষয় আছিল ভাৰতীয় সংস্কৃতিত অসমৰ সংস্কৃতিৰ স্থান। ১৯৭৮ বছৰটো বিশেষকৈ বেজবৰুৱা বছৰ হিচাপে ধুমধামেৰে গ'ল। যোৰহাটত ডাঙৰকৈ কেন্দ্ৰীয়ভাৱে ৰাজহুৱা সভা হ'ল। কলিকতাত, বেজবৰুৱা এসময়ত থকা উৰিষ্যাৰ সম্বলপুৰত আৰু নতুন দিল্লীৰ মাৱলংকৰ হলত চকুত লগা সভা বহিল। কলিকতাত ড° শুনীতিকুমাৰ চট্টোপাধ্যায়, সম্বলপুৰত ড° শ্ৰদ্ধাকৰ সুপকৰ আৰু দিল্লীত কাকা সাহেব কালেলকৰ সভাপতি হৈছিল। দিল্লীত ৰাষ্ট্ৰপতি ড° জাকিৰ হুছেইনে এটি মনোৰম বক্তৃতা দিছিল আৰু মই সংকলন কৰা "চিত্ৰলেখা"খন

(বেজবৰুৱা এলবাম) মুকলি কৰিছিল। কলিকতা আৰু দিল্লীত মই ছপা অভিভাষণ পাঠ কৰিছিলোঁ। সম্বলপুৰত ওড়িয়াসকলৰ মাজত অসমীয়াতে কথা ক'ব লগীয়া হৈছিল। বাহিৰৰ এই কেয়ো ঠাইলৈকে অসমৰপৰা এটি সাহিত্যিক দল গৈছিল। বেজবৰুৱা-জন্ম-শতবাৰ্ষিকীৰ বাবে মই "চিত্ৰলেখা"ৰ বাহিৰে "পত্ৰলেখা" (বেজ-বৰুৱাই আৰু আৰু বেজবৰুৱালৈ লিখা পত্ৰ-গুচ্ছ), Religion of Love and Devotion (বেজবৰুৱাৰ বিখ্যাত বৰোদা লেক্‌চাৰ দুটা আৰু আন দুটা লেক্‌চাৰ), "বেজবৰুৱাৰ দিনলেখা" (তেওঁৰ ডায়েৰিবোৰ, কিছু দিন পাছত দ্বিতীয় এটা খণ্ডও প্ৰকাশ পায়) সংকলন-সম্পাদন কৰি উলিয়াইছিলোঁ।

১৯৭২ চনত কনকলাল বৰুৱাৰ জন্মশতবাৰ্ষিকী পালনৰ অৰ্থে সাহিত্য-সভাই মোক সভাপতি কৰি গুৱাহাটীত এখন উদ্‌যাপন সমিতি পাতি দিছিল। সেই সমিতিৰ তৰফৰপৰা এশটি ছোৱালীক শৰাই, বন্তি, জোৰ, ফুল আদি দি সন্ধিয়াৰ মু-আন্ধাৰী পৰত সমদল কৰাই থাপনা পাতি থোৱা কনকলালৰ চিত্ৰত ধূপ-দীপ আদি দিয়াই চালে চকুৰোৱাকৈ সম্মান জনোৱা হৈছিল। সেই উপলক্ষ্যে বৰুৱাৰ ইংৰাজীত লেখা (Indian Antiquary, Journal of Assam Research Society আদিত প্ৰকাশিত) প্ৰবন্ধৰ সংকলন এটি কৰি Studies in the Early History of Assam নাম দি মই সম্পাদন কৰি প্ৰকাশ কৰোঁ। ইয়াৰ উপৰি নন্দ তালুকদাৰৰ সংকলিত "কনকলাল বৰুৱাৰ ৰচনাৱলীতো" এখন ভূমিকা সন্নিৱেশ কৰি দিওঁ। উদ্‌যাপন সমিতিৰ উদ্যোগেৰে ৮ জানুৱাৰী ১৯৭৪ত কনকলাল বৰুৱাৰ এটি আৱক্ষ মূৰ্তি তেওঁৰ গুৱাহাটীৰ বাস-গৃহৰ আগফালে স্থাপন কৰা হয়; সেইটি উন্মোচন কৰে অসমৰ ৰাজ্যপাল এল. পি. সিংহই। অসম সাহিত্য-সভাই যোৱা দহ বছৰত বিশেষকৈ প্ৰধান সম্পাদক ড° নগেন শইকীয়াৰ উদ্যোগত কেইবাটিও লেখক-

শিবিৰ পাতিছে। তাৰ ভিতৰত ১৯৭৩-৭৪ দোমোজাত গুৱাহাটীত এসপ্তাহ জোৰাকৈ অনুষ্ঠিত প্ৰথমটিয়ে আমাৰ সাহিত্যিকসকলৰ মাজত বৃহত্তম উৎসাহ-উদ্দীপনা জগাই তুলিছিল। তাৰ সঞ্চালক-ৰূপে কটন কলেজৰ ইউনিয়ন হলত যুদ্ধোত্তৰ অসমীয়া সাহিত্যৰ পৰ্যৱেক্ষণ কাৰ্যত লাগিবলৈ পাই ভাল লাগিছিল। শিবিৰৰ ৰথীসকলে নিজ নিজ বিষয়ক পাৰদৰ্শিতাৰে আগুৰিছিল।

১৯৭৪ৰ জানুৱাৰী মাহত তিনি ফালৰপৰা তিনিটা ঘোষণা আহিল। অসম সাহিত্য-সভাই ফেব্ৰুৱাৰীত মঙ্গলদৈত হ'ব লগীয়া একোত্তৰচত্বাৰিংশ সম্মিলনৰ বাবে মোক সভাপতি নিৰ্বাচন কৰিলে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ আৰ্টছ ফেকাল্টি বা কলা-বিভাগে কৰিলে ডিন্ অব্ ফেকাল্টি বা কলাগুৰু। ২৬ জানুৱাৰীত ভাৰত চৰকাৰে পদ্মশ্ৰী সন্মান দান কৰিলে। বন্ধুসকলে অৱশ্যে কৈছিল, মই পদ্মশ্ৰী খিতাপ গ্ৰহণ কৰিব নালাগিছিল, কাৰণ সি মোৰ কাৰণে সৰু হৈছে। কিন্তু মই সেইদৰে খোপ ধৰা জানো ভাল হ'ব? মই কিমানৰ বস্তু, আনসকলেই ৰায় দিয়কচোন। অৱশ্যে মোৰ যোৰহাটৰ ছাত্ৰ বন্ধু অমল ৰাজখোৱাই কৈ পঠিয়ালে বোলে, মই যেতিয়া তিনিটি সন্মান একেলগেই পালো, মোৰ হেট-ট্ৰিকেই হ'ল নে ত্ৰিমুকুট-লাভেই হ'ল। কিন্তু মোৰ ছাত্ৰবন্ধুসকল আৰু সহকৰ্মী কেইবাজনৰো উদ্যোগত এইবাৰ সাহিত্য-সভাৰ সভাপতি হোৱাৰ পৰ্বটো বিৰাট-পৰ্ব কৰিবৰ যত্ন চলিল। প্ৰথম, মোৰ অভিভাষণ-খন লেখা হোৱাৰ লগে লগে তাৰ এক ইংৰাজী ৰূপান্তৰ সৃষ্টি হ'ল—ইংৰাজীৰ অধ্যাপক আৰু কবি হীৰেন দত্ত আদিৰ সৌজন্যত। সম্মিলনৰ পিছত সেইখন কিতাপ আকাৰে সভাই ধুনীয়াকৈ ছপায়ো উলিয়ালে—সভাৰ সভাপতিৰ অভিভাষণবিলাকৰ ভিতৰত সেইখনৰেই যি সেইদৰে ইংৰাজী সংস্কৰণ ওলাইছে—বাহিৰৰ লোকে আমাৰ অভিভাষণবোৰ খায় নে কাণতে পিন্ধে চাব খুজিলে তাৰ এটা

আহিঁ হৈ থাকিল আৰু! আৰু এটা 'নূতন কিছু কৰ'ৰ নজিৰ হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ছাত্ৰসকলে আয়োজন কৰা মোৰ লেখা আৰু সম্পাদন কৰা কিতাপ আৰু আলোচনীৰ প্ৰদৰ্শনী 'সভাপতিৰ হাটঘৰ'! জানোচা সভাপতিয়ে একো কিতাপ-ফলি লেখা নাই বুলিয়ে কোনোবাই ভাবে, তাক বাধা দিবৰ বাবেই যেন সেইখন মেলা!! তাৰ উপৰি, পূৰ্বৰ সাহিত্য-সভাৰ সম্মিলনবোৰৰ সভাপতিজনক সভা হোৱা ঠাইৰ ওচৰত ৰখা হয় যাতে সকলোৱে দেখা-শুনা কৰাত সহজ হয়। কিন্তু মোক ৰখা হ'ল মঙলদৈ সৰু ছহৰ নৌ সোমোৱাৰ উপকণ্ঠতে উপছুপাৰা বুলি এটা চুবুৰীত। এজন বন্ধুৱে তাতে মোক দেখা কৰিবলৈ গৈ কৈছিল, 'আপুনি দেখোন মঙলদৈলৈ নাহি গুৱাহাটীৰ ওচৰতে বৈ গ'ল?' মই ক'লো, 'দৰাইনো নিজে ক'বনে, মুৱাগুৰি তুলিবলৈ কল-পুলি কোনখিনিত পুতিব লাগে? ভিতৰি কি ষড়যন্ত্ৰ চলিছে মইনো ক'ত ভূ ৰাখিছো?' এবাৰ দুজন পাহুৱাল ডেকা ঘট্ ঘট্ ঘৰ্ ৰ্ ৰ্ কৰে মটৰ চাইকেল এখন চলাই আহি মোৰ বাহৰ পালেহি; কিন্তু নমস্কাৰ জনোৱাৰ বাদে কোনো কথাই তেওঁলোকে নক'লে, মাথোন মল্ল-যোদ্ধাই মল্ল-যোদ্ধাক নিৰীক্ষণ কৰাৰ দৰে মোক কট্-মটীয়াকৈ নিৰীখি ঘূৰি গ'লগৈ। পিছত গম পালো, আদৰণী সমিতিয়ে সভাৰ ৰভা-ঘৰৰ কল-তলৰপৰা মোক মঞ্চলৈ সেই এবেও বাট নিবলৈ এখন দোলা বিচাৰিছিল; নাপালে। গতিকে পুৰণি কালৰ দৰাক নিয়াৰ দৰে সেইছোৱা বাট সভাপতিক দাং-দোলা কৰি নিবলৈ সেই গজীন্দ্ৰ পুৰুষ ডেকা দুজনক ভাৰ দিয়া হৈছিল, গতিকে আগে ভাগে তেওঁলোকে চকুৰে মোৰ ওজনটো লৈ আহিল আৰু যথাসময়ত তেওঁলোকৰ কৰ্তব্য পালন কৰিলে।

"মঙলদৈ মঙলদৈ" প্ৰস্তুত 'আজি বন্দো কি ছন্দেৰে' নামৰ শিতানত সাহিত্য-সভাৰ একচত্বাৰিংশ সম্মিলনৰ বৰ্ণনা দি অমল

ৰাজখোৱাই 'আদৰি আনিছে'। চেনেহ-ভকতিৰে দেশৰ মানুহজন ,' এই সক শীৰ্ষৰ তলত সেই খানদানী আমেজৰ সুৰাগুৰি তোলা সাধুটো কৈছে। এধান সময় দিয়ক। মই তাৰ শিহৰণ অনুভৱ কৰি কৰি চকু মুদি তেওঁৰ ভাষাতে তাক মাথোন দোহাৰোঁ: 'মণ্ডলদৈ অধিৱেশনৰ সবাতকৈ আকৰ্ষণীয়, অভূতপূৰ্ব দৃশ্য হ'ল নৱনিৰ্বাচিত সভাপতি ডক্টৰ নেওগক, তেখেত থকা স্থানৰপৰা মূলমণ্ডপলৈ শোভাযাত্ৰাৰে আদৰি অনা দৃশ্য। আৱেগিকভাৱেৰে ভাৰতৰ প্ৰখ্যাত সাহিত্যিক কালিন্দীচৰণ পাণিগ্ৰাহীয়ে মন্তব্য কৰোঁতে জাতীয় ভাষাসম্মিলনৰ সভাপতিগৰাকীক এনে ধৰণৰ সম্মান জনোৱা দৃশ্য তেওঁ আগতে কোনো সাহিত্য সম্মিলনত দেখা নাই। লোকাৰণ্য বাইজ আৰু সমদলৰ বাতৰি শুনি অসমৰ ৰাজ্যপাল শ্ৰীলালন প্ৰসাদ সিঙে মন্তব্য কৰে যে "এনে সম্মান প্ৰকৃততে বিৰল।" "দি আসাম ট্ৰিবিউনে" কয়—"ইমপ্ৰেছিভ প্ৰছেশ্যন" (Impressive procession)। "দৈনিক অসম"ৰ ভাষাত "জনসাধাৰণেৰে ভৰপূৰ এক অভূতপূৰ্ব শোভাযাত্ৰা।' এগৰাকী মণ্ডলদৈৰ ওচৰৰ গাঁৱৰ মানুহক সোধাত ক'লে, "এনে দৃশ্য চাই জনম সফল হ'ল।" সঁচায় অভূতপূৰ্ব এই শোভাযাত্ৰা। অসমৰ জনসাধাৰণে অসমৰ জাতীয় অনুষ্ঠানৰ সভাপতিগৰাকীক ইয়াতকৈ একো সম্মান যাচিব নোৱাৰে। সভাপতিৰ শিৱিৰ আছিল মণ্ডলদৈ কলেজৰ ওচৰত (উপহুপাৰাত)। তাৰপৰা মণ্ডলদৈ প্ৰায় দুমাইল। এই দুমাইল বাটছোৱাত দুয়োফালে হাজাৰ হাজাৰ জনতাই সভাপতিজনাক সম্মান জনাবলৈ বাট চাই আছিল। সভাপতিক লৈ কৰা শোভাযাত্ৰাত আছিল দুটা হাতী পোৱালি সহ ৪১টা হাতী, ছখন ট্ৰাক, (তাৰে সুসজ্জিত এখন ট্ৰাকত সভাপতি, পাণিগ্ৰাহী, অভ্যৰ্থনা সমিতিৰ সভাপতিকে ধৰি কেইবাগৰাকীও বিশিষ্ট লোক আহিছিল), দহজনীয়া এটা বেণ্ড পাৰ্টি, আঠজন বৰঢ়ুলীয়াৰ দল, চৈধ্যগৰাকী সক ঢ়ুলীয়া, সাতগৰাকীৰ খঞ্জৰীৰ দল, দুযোৰ

খুলীয়া, পোন্ধৰজন কালীয়া, জয়ঢোল, খেৰাই নৃত্য আৰু ওজাপালিৰ দল, সংকীৰ্ত্তনৰ এটি দল, ওঠৰটা অন্যান্য সাংস্কৃতিক অনুষ্ঠানৰ দল, একচল্লিছগৰাকী অসমীয়া সাজপাৰেৰে মূৰত জাপি, কাষত আম-পাতেৰে মাঙ্গলিক কলহ লৈ গাভৰু, একচল্লিছগৰাকী একে সাজেৰে শৰাই লৈ মহিলা. মইনা-পাৰিজাতৰ দলে সভাপতিক শোভাযাত্ৰা কৰি আদৰি আনে। শোভাযাত্ৰাৰ লগত যোগ দিয়ে হাজাৰ হাজাৰ ৰাইজে। স্বচক্ষুৰে নেদেখিলে এই শোভাযাত্ৰাৰ বিৱৰণ দিয়া কঠিন। সেই সময়ত এনে ভাব হৈছিল মণ্ডলদৈ খেলপথাৰলৈকে যেন এখন মানৱ সমুদ্ৰতহে পৰিণত হৈছে।' মোৰ দৰে সাহিত্য-ক্ষেত্ৰৰ এজন ক্ষুদ্ৰ কৰ্মীকে সকলোৱে উবুৰি খাই পৰি এনে এক বিৰাট সম্মান জনাইছে। সিমানতো আমাৰ সাহিত্যৰ ভৱিষ্যত উজ্জ্বল নহয় বুলি ক'লে বিশ্বাস কৰিমনে?

# ভাষাৰ কাহিনী দোহাৰিছো

দুই-এজন বন্ধুৱৰপৰা আপত্তি আহিছে যে 'দীঘ আৰু বাণি'ৰ পিছৰ প্ৰবন্ধবোৰৰ বিৱৰণত যেন কিছু কাৰ্পণ্য হৈছে আৰু আগতে যেনেকৈ কথাবোৰত সিসকলে ৰস পাইছিল, এতিয়া সি কিছু পৰিমাণে কমি আহিছে। বোধ হয়, মোৰ জীৱনৰ সাধুটো এতিয়া বাহিৰৰ গম্ভীৰৰ-পৰা গম্ভীৰতৰ পৰিৱেশৰ মাজত সোমাই পৰা কাৰণেহে ৰস কমিবলৈ বাধ্য হৈছে। 'ৰস' আৰু কথা-শৈলীক কথা-বস্তুৱেহে অনুশাসন কৰে। পাঠকসকলৰ দ্বিতীয় এটা কথা হৈছে, অসমৰ শাসকীয় (অফিচিয়েল) ভাষাৰ কথাটো আৰু অলপ মুকলিকৈ লেখা হ'লে ভাল হ'লহেঁতেননেকি, কাৰণ 'প্ৰান্তিক'ত বৰ্ণোৱামতে (৪'৯) ১৯৬১ চনৰ সংশোধনী অধিনিয়মমতে কাছাৰত অসমীয়া ভাষাৰ অপ্ৰৱেশৰ ঠাইত প্ৰৱেশ হ'ব পৰা কথাটো স্পষ্ট হৈ নুঠিল; সেই গতিকে শুৱিৱেপৰা কথাটো ভাঙি-পাতি ক'লে ভাল। 'দীঘ আৰু বাণি'ক আত্মজীৱনী কৰি লেখা নাই যদিও ই নিতান্তই মোৰ জীৱন-স্মৃতিহে; গতিকে নিজৰ জীৱনৰ খুটিটোৰপৰা এবালডাল দীঘল কৰি টানি বৰকৈ আঁতৰি বহল দেশখনৰ কথা লিখিলে জানোচা মোক অবান্তৰ লেখাৰ অপৰাধত অপৰাধী কৰা হয়, সেই ভয়তহে সমসাময়িক ঘটনাবোৰ বৰকৈ আঁজুৰিবৰ ইচ্ছা কৰা নাই। তদুপৰি সেইবোৰ আমাৰ জাতীয় বুৰঞ্জীৰ অঙ্গ, আৰু কম-বেছি পৰিমাণে সেইবোৰৰ বুজ আমাৰ সকলোৰে আছে। কাছাৰত শাসকীয় ভাষা অসমীয়াৰ প্ৰৱেশ-অপ্ৰৱেশৰ কথাটোও সেই বুৰঞ্জীৰ টুকুৰা। তথাপিও ভাষা অধিনিয়মৰ কাহিনী অকণমান ইয়াতে দোহাৰিছো।

১৯৫০ চনত মাৰ্ঘেৰিটাত বহা অসম সাহিত্য-সভা সম্মিলনে পোন প্ৰথম বাৰৰ বাবে অসম চৰকাৰক অসমীয়া ভাষাক অসমৰ শাসকীয় ভাষা কৰি বিধান সভাত বিধি কৰিবলৈ পৰামৰ্শ দিয়ে আৰু তেতিয়াৰেপৰা প্ৰায় প্ৰতি বাৰ্ষিক সম্মিলনতে সভাই সেই দাবী উত্থাপন কৰে, বছৰি 'দাবী দিৱসো' পালন কৰে। লাহে লাহে ৰাজ্য জুৰি অসমীয়া ভাষাৰ দাবীয়ে বিস্তাৰ লাভ কৰে। বিধান সভাৰ মজিয়াতো তাৰ ধ্বনি উঠে আৰু কোনো 'প্ৰাইভেট' সদস্যই অসমীয়া ভাষাৰ হকে প্ৰস্তাৱ দাঙি ধৰিবলৈও ওলায়। কিন্তু এই সকলো উত্থান 'উত্থায় লীয়স্তে' হৈ থাকে। শেহত বিধান সভাৰ বাজেট অধিবেশনত মুখ্যমন্ত্ৰী চলিহাই (৩ মাৰ্চ ১৯৬০) এটা 'দুৰ্ভাগ্য-জনক মন্তব্য' কৰে—যদিও অসম সাহিত্য-সভা আদি অনুষ্ঠানে অসমীয়া ভাষাৰ হকে উচিত দাবীকে কৰি আহিছে, Government would prefer to wait till they get the same demand from the non-Assamese speaking population as a State language. চলিহাই এইদৰে জনমতে নাওখন বুৰোৱাৰ ভয় দেখুৱাইছিল যদিও জনমতে নাওখন বুৰাইহে এৰিলে। দেশ জুৰি জুই জ্বলাৰ আগন্তুক দেখা গ'ল। ১৬ মাৰ্চ ১৯৬০ত আকৌ চলিহাই তেওঁৰ এই উক্তিৰ অৰ্থ এইদৰে ব্যাখ্যা কৰিলে: 'মই সিদিনা ৰাজ্যিক ভাষা সম্পৰ্কত এই সদনতে কৈছিলো যে অসমত বসবাস কৰা যিবিলাক মানুহ আছে সেই সকলোবিলাক মানুহৰ ভিতৰত মিলা-প্ৰীতিৰ মাজত সিদ্ধান্ত লোৱাৰ কথা।' ২১-২২ এপ্ৰিল তাৰিখে অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে এটা প্ৰস্তাৱ যোগে সিদ্ধান্ত কৰে—আইন কৰি অসমীয়া ভাষাক শাসকীয় ভাষা বুলি ঘোষণা কৰা হওক, আৰু সেই ভাষা কাছাৰ জিলা, খাচি-জয়ন্তীয়া, গাৰো পাহাৰ, মিজো পাহাৰ আৰু উত্তৰ কাছাৰ পাহাৰৰ স্বায়ত্তশাসিত জিলাবোৰৰ বাহিৰে সকলো জিলাতে শাসকীয় ভাষা

ৰূপে চলোৱা হওক। সেই দ্বিতীয় পৰ্যায়ৰ জিলাবোৰ যেতিয়া সাজু হ'ব তাতো অসমীয়া ভাষা চলোৱা হ'ব। কংগ্ৰেছ কমিটিৰ এই প্ৰস্তাৱ অনুসৰি বিধি-ৰচনাৰ কাম হাতত লোৱা হ'ব বুলি ২৩ জুন তাৰিখে মুখ্য মন্ত্ৰীয়ে শ্বিলঙত এটা বিবৃতিত দেশত এক শান্ত পৰিৱেশ কামনা কৰে। ২ ছেপ্টেম্বৰ তাৰিখে পশ্চিম বঙ্গ বিধান সভাই অসমত 'যোৱা কেইটামান সপ্তাহত ঘটি যোৱা দাঙ্গা-হাঙ্গামাৰ' পৰি-প্ৰেক্ষিতত আন কথাৰ মাজত অসমৰ ভাষা-সমস্যাটোৰ সমাধান পিছুৱাই দিবলৈ পৰামৰ্শ আগ বঢ়ায়!!

১০ অক্টোবৰ ১৯৬০ তাৰিখে মুখ্যমন্ত্ৰীয়ে Assam Official Language Bill, 1960 সদনত উত্থাপন কৰিবলৈ সদনৰ অনুমতি বিচাৰে। সেই বিলৰ ঘাই কথা: (১) তাৰ তৃতীয় ধাৰামতে সদ্যহতে অসমীয়া আৰু ইংৰাজী আৰু পাছত ইংৰাজীৰ ঠাই ভাৰতীয় সংবিধানৰ ভাৰতীয় সংবিধানৰ ৩৪৬ ধাৰামতে হিন্দীয়ে ল'লে অসমীয়া আৰু হিন্দী অসমৰ শাসকীয় ভাষা হ'ব; (২) চতুৰ্থ ধাৰামতে স্বায়ত্ত-শাসিত অঞ্চল আৰু জিলাবোৰত সদ্যহতে চলি থকা ভাষাই চলি থাকিব, আৰু পিছত জিলা পৰিষদবোৰে দুই-তৃতীয়াংশ সদস্যৰ সম্মতিৰে নিজ ভাষা ঠিক কৰিব; আৰু (৩) পঞ্চম ধাৰামতে জিলা পৰ্যায়ত কাছাৰত একমাত্ৰ বঙলা ভাষাইহে চলিব। অসমৰ পাৰ্বত্য নেতাসকলক উদাৰতাৰে সাবটি লোৱা বুলি চলিহাৰ এটি যশস্যা হৈছিল। এতিয়া কিন্তু সদনত বিল পেছ কৰাৰ লগে লগে সকলো তেনে নেতা (কেপ্টেইন উইলিয়াম্ ছন্ এ. ছাংমা, উ জোৰ মানিক ছিয়েম, হেনৰি কটন, পু লালমাৱিয়া, এ থাংলুৰা, ইমাৰছন মমিন, চি. চুঙ্গা আৰু নাল্লিন্দ্ৰ ছাংমা) আৰু পাথৰকান্দিৰ বিশ্বনাথ উপা-ধ্যায়ে সদন ত্যাগ কৰে। সদনত আলোচনাৰ শেষত যেতিয়া ২৪ অক্টোবৰত বিলখন গৃহীত হয়, তেতিয়া (১) তৃতীয় ধাৰাত অস-মীয়া/ইংৰাজী আৰু অসমীয়া/হিন্দীৰ ঠাইত মাথোন অসমীয়া ৰাজ্য-

খনৰ শাসকীয় ভাষা অভিহিত হয়, যদিও ইংৰাজী/হিন্দী ছেক্ৰেটেৰিয়েট আৰু বিভাগীয় প্ৰধানৰ কাৰ্যালয়ত চলাৰ দিহা ৰখা হ'ল। (২) চতুৰ্থ ধাৰাটো প্ৰায় অবিকল একে ৰয়, আৰু (৩) পঞ্চম ধাৰাটোৰ ৰূপ এনে কৰা হয়: Notwithstanding anything in Section 3, the Bengali language shall be used for administrative and other official purposes up to and including the district level in the district of Cachar until the Mohkuma Parishads and Municipal Boards of the district in a joint meeting by a majority of not less than two-thirds of the members present and voting decide in favour of adoption of the official language for use in the district for the aforesaid purposes. কাছাৰৰ সদস্যসকল (মুখ্যমন্ত্ৰী আৰু এজন মন্ত্ৰীৰ বাদে) সদনত অনুপস্থিত হয়।

অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০-এ ইতিমধ্যে ভাৰত চৰকাৰৰ ফালৰপৰা আগ বঢ়োৱা গোবিন্দবল্লভ পন্তৰ সূত্ৰ অৱজ্ঞা কৰিছিল। পন্তৰ বিধানমতে অসমীয়াক ৰাজ্যিক পৰ্যায়ত শাসকীয় ভাষা কৰা হ'লেও সি ব্ৰহ্মপুত্ৰ উপত্যকাতেহে চলিব; ৰাজ্যিক পৰ্যায়ত ইংৰাজী আৰু বঙলা চলি থাকিব হিন্দীয়ে ইংৰাজীৰ ঠাই নোলোৱালৈকে; বঙলা কাছাৰৰ ভাষা হ'ব আৰু পাৰ্বত্য জিলাবোৰত সেই জিলাবোৰৰ ভাষাই চলিব।

১৯৬০ চনৰ অক্টোবৰত পলাশবাৰী-মিৰ্জাত বহা অসম সাহিত্য সভাৰ অষ্টাবিংশ সন্মিলনে বিলখনৰ এই তিনিওটা ধাৰাৰে অসম্পূৰ্ণতাৰ সমালোচনা কৰে, আৰু বিশেষকৈ কাছাৰৰ থলুৱা অসমীয়া, মণিপুৰী, বাগিছাৰ বনুৱা, মুছলমান আৰু নেপালীসকলে অসমীয়া দাবী কৰোঁতেও বঙলাকহে কাছাৰৰ ভাষা কৰাৰ প্ৰতিবাদ কৰে। আনফালে কাছাৰৰ বঙলাভাষী এম্. এল্. এ. কেইজনৰ উদ্যোগত পোনতে হোজাইত এখন সভা কৰি সংবিধানৰ ৩৪৭শ ধাৰাৰ ভিত্তিত

বঙলা ভাষাৰ পক্ষে আৰু নতুন ভাষা আইনৰ বিৰুদ্ধে এক আন্দোলন গঢ় লৈ উঠে। শিলচৰ, কৰিমগঞ্জ আৰু হাইলাকান্দিৰ জিলা কংগ্ৰেছ বিদ্ৰোহী হৈ উঠে। কাছাৰ জিলা সংগ্ৰাম পৰিষদ এখন গঠিত হ'ল। কলিকতীয়া খবৰকাগজে ইন্ধন যোগায়ে থাকিল। ১৯৬১ৰ ১৯ মেই তাৰিখে পণ্ডিত নেহৰু আহিল গুৱাহাটীলৈ। সেইদিনাখনেই আনফালে শিলচৰত পুলিচে উন্মত্ত জনতাৰ ওপৰত গুলী চলায়, আৰু এঘাৰজন সংগ্ৰামীৰ মৃত্যু ঘটে। ২৭ মেইত পশ্চিম বঙ্গৰ দুৰ্গাপুৰত সৰ্বভাৰতীয় কংগ্ৰেছ বহিল। তাত সংগ্ৰামীসকলৰ সপক্ষেই সমৰ্থনৰ এচাটি শকত ৰতাহ বলা যেন সকলোৱে অনুভৱ কৰিলে। শেহত অসমৰ খৰিয়াল ভাঙিবলৈ ভাৰতৰ স্বৰাষ্ট্ৰ-মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী অসমলৈ অহাটোৰ সিদ্ধান্ত হ'লগৈ। ৩০ মেইত তেওঁ আহিল আৰু শিলচৰ, শ্বিলং আৰু গুৱাহাটীত বিশেষকৈ সংগ্ৰামী আৰু কংগ্ৰেছ মহলত ঘূৰি ৫ জুনত আঠদফীয়া এক প্ৰস্তাৱ আগ বঢ়াই দিল্লীলৈ ঘূৰিল। সেই প্ৰস্তাৱেই বিখ্যাত শাস্ত্ৰী-সূত্ৰ, যি শিলচৰ বা গুৱাহাটীত কাকো প্ৰকৃত সান্ত্বনা দিব নোৱাৰিলে। সংগ্ৰাম পৰিষদে দেখিলে, তেওঁলোকৰ দাবী মানি সেই সূত্ৰই বঙলাক অসমৰ দ্বিতীয় ৰাজ্যিক শাসকীয় ভাষা নকৰিলে। ১৯৫১ চনৰ পিয়লে কাছাৰৰ ১১,১৫,৮৬৫ মুঠ জনসংখ্যাৰ ৮,৭০,৮৭৭ জনক বঙ্গভাষী কৰি দেখুৱাইছে। তাত সন্দেহৰ থল আছে। এতিয়া পুনৰ কাছাৰৰ মণিপুৰী (বিষ্ণুপ্ৰিয়া মণিপুৰী), বাগিছাৰ কৰ্মী, নেপালী আৰু বহু-সংখ্যক মুছলমান লোক লগ লাগি কাছাৰত অসমীয়া দাবী কৰিলে। মেই মাহৰ শেহৰ তিনি-চাৰি দিনৰ ভিতৰত সংগ্ৰামৰ সোঁত উভতি ব'বলৈ ধৰে। সংগ্ৰাম পৰিষদৰ বিৰুদ্ধে অসমীয়া ভাষাৰ সমৰ্থন কৰা শান্তি পৰিষদ ঠায়ে ঠায়ে সংগঠিত হয়। জুনৰ ১৯ তাৰিখে বিভিন্ন দিশৰপৰা প্ৰায় দহ হাজাৰ শান্তি-পৰিষদৰ কৰ্মী হাইলাকান্দিলৈ অগ্ৰসৰ হৈছিল তাত দুজন মন্ত্ৰী উপস্থিত থকা

বুলি গুলি। সেইদিনা পুলিচৰ গুলীত তাৰে পাঁচজন নিহত হয় আৰু আততায়ীৰ চুৰিকাঘাত আদিত আন সাতজন মৃত্যু মুখত পৰে। সিমানতো কিন্তু শান্তি-পৰিষদৰ আন্দোলনৰ প্ৰতি ছৰকাৰেও দৃকপাত কৰা যেন নালাগিল। সংগ্ৰাম পৰিষদৰ লোকে অসমীয়া সমৰ্থন কৰা কাছাৰৰ মুছলমানসকলক নিজৰ মতলৈ টানি নিছিল। নতুন দিল্লীৰ Times of India কাকতৰ সংবাদসেৱীসকলে এই কথাত মন্তব্য কৰিছিল: The patient and persuasive build-up of the present movement (সংগ্ৰাম পৰিষদৰ সংগ্ৰাম), whose leaders marched through 2600 villages at the preparatory stage succeeded in enlisting the support of the Muslims as well When the satyagraha was launched on May 19, Muslim volunteers courted arrest and faced bullets (১ জুন ১৯৬১).

শাস্ত্ৰী-সূত্ৰই প্ৰত্যাশিত শান্তিৰ ঠাইত যি খেলি-মেলিৰ সৃষ্টি কৰিছিল, তাক অসম সাহিত্য সভাই লক্ষ্য কৰিছিল আৰু সেই বাবে তাৰ প্ৰয়োগে আমাক কোনখিনি পোৱাবগৈ বুজিবলৈ টান পাইছিল। গতিকে সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে সেই প্ৰয়োগ ৰোধ কৰিবৰ যত্ন কৰিছিল। শাস্ত্ৰী-সূত্ৰৰ প্ৰথম দুটা কথা হ'ল; (১) মহকুমা পৰিষদ সম্পৰ্কীয় উপবন্ধটো গুচাই অসম শাসকীয় ভাষা অধিনিয়ম সংশোধন কৰা হ'ব। (২) একালে ৰাজ্যৰ ৰাজধানী আৰু আনকালে কাছাৰ আৰু স্বায়ত্তশাসিত পাৰ্বত্য জিলাৰ মাজৰ পত্ৰ-বিনিময় বৰ্তমান ইংৰাজীত আৰু পিছত হিন্দীত চলিব। এই দুই প্ৰস্তাৱিত বিধান একেলগে ল'লে আমাৰ বাবে আই ধৰতকৈ বাই ধৰহে চাৰ হয়, কাৰণ কাছাৰ জিলাত জিলা পৰ্যায়ত কেৱল বঙলা হ'ল, আৰু ৰাজ্য-জিলাৰ সংযোগৰ কাৰ্যত ইংৰাজী বা হিন্দীৰ প্ৰয়োগ মাত্ৰ ৰ'ল; এই দুই ক্ষেত্ৰতে অসমীয়া ভাষা দূৰতে বৈ যায়। ৰাজ্য এখনৰ এখন জিলাত ৰাজ্যিক শাসকীয় ভাষাৰ অপ্ৰৱেশ

সংবিধান-সম্মত হ'ব নোৱাৰে। শাস্ত্ৰীৰ প্ৰস্তাৱত এই এটা ডাঙৰ সাংবিধানিক ভ্ৰম হৈ গৈছিল। আনফালে, ইতিমধ্যে আন দুটা ঘটনাই সমস্ত ভাৰতত বিশেষ প্ৰাধান্য লাভ কৰিছিল। এটা হ'ল ৰাজ্য পুনৰ্গঠন আয়োগৰ প্ৰতিবেদনৰ চতুৰ্থ ভাগত ভাষা-গত সংখ্যা-লঘুসকলক বিশেষভাৱে ৰক্ষণাবেক্ষণ দিয়াৰ বিধানবোৰৰ প্ৰয়োগ (Memorandum on Safeguards for Linguistic Minorities, Government of India, 1956)। দ্বিতীয়টো হ'ল ৰাষ্ট্ৰীয় একীকৰণৰ বিষয়ত ১১-১২ আগস্ট ১৯৬১ তাৰিখৰ মুখ্য মন্ত্ৰীসকলৰ সিদ্ধান্তাৱলী। সিদ্ধান্তবোৰৰ ভিতৰত কাছাৰ সম্পৰ্কত বিচাৰ কৰিব লগীয়া সিদ্ধান্ত হ'ল এইটো : 12. Where at least sixty per cent of the population of a District speaks or uses a language other than the official language of the State, this language of the minority group should be recognised as an official language in that District, in addition to the State official language. ...... আনফালে পশ্চিম বঙ্গৰ শাসকীয় ভাষাৰ বিষয়ে আলোচনা চলি থকাৰ মাজত দাৰ্জিলিং জিলাত নেপালী ভাষাক স্বীকৃতি দিবনে নিদিয়ে, এই প্ৰশ্ন লৈ প্ৰধান মন্ত্ৰী নেহৰুৱে এআষাৰ অৰ্থপূৰ্ণ কথা কয় : But it is clear to me in giving full recognition to the regional language, such as Nepalese, the State language does not cease to function. The State language is anyhow the language for the whole State (The Statesman. 17 June 1961). নেহৰুৱে পুনৰ দাৰ্জিলিং ভাষা প্ৰয়োগ সমিতিৰ সভাপতিলৈ লিখা চিঠিত ক'লে. The State language remained whatever position might be given to the minority language in a particular area. Otherwise that area would be isolated from the rest of the State (13 August 1961). আগষ্টৰ ৩০ তাৰিখে লালবাহাদুৰ শাস্ত্ৰীয়ে লোকসভাৰ আলোচনা-প্ৰসংগত কাছাৰ সম্বন্ধে উক্তি কৰে : 'The regional

language of the State could not be ruled out from any part or area of the State. But as Bengali speaking people were more or less 75 per cent in that area it has been decided that the administrative language would be Bengali. No other language could be used in that district. ইয়াত চৰকাৰে আমাৰ শেষ নামানি পিয়লৰ লোক-সংখ্যাৰ গণনাহে মানি ল'লে।

শাস্ত্ৰী-সূত্ৰ অনুসৰি ভাষা অধিনিয়মৰ সংশোধন এইদৰে অৱশ্যম্ভাৱী হৈ উঠে। অসম সাহিত্য-সভাৰ ২৪-২৫ জুন ১৯৬১ তাৰিখৰ কাৰ্য-নিৰ্বাহক সমিতিৰ প্ৰস্তাৱত, শাস্ত্ৰীজীক ৪ জুন আৰু ২৯ জুলাই তাৰিখে দিয়া স্মাৰক-পত্ৰত অধিনিয়মখন যেনে আছে তেনেই (যদিও সিও সভাৰ মনঃপূত হোৱা নাছিল) কাৰ্যকৰী কৰিবলৈ সভাৰ ফালৰপৰা অভিমত দিয়া হৈছিল। এতিয়া ৰাজ্যিক ভাষা অসমীয়াৰ কাৰণে ৰাজ্যৰ এখণ্ড কাছাৰত তলা-চাবি লগোৱাৰ দিহা চলিল, ১৩ ছেপ্টেম্বৰ তাৰিখে শাস্ত্ৰীজীৰ হাতে হাতে দাখিল কৰা স্মাৰকপত্ৰত চলন্ত পৰিস্থিতি বিশ্লেষণ কৰি তেওঁক অনুৰোধ কৰা হ'ল যাতে no unjust and unnecessary restrictions be imposed on the State's official language, Assamese, by barring its use for administrative and other official purposes in the district of Cachar and also for communication between the State head-quarters and the district of Cachar. আমি আগ বঢ়োৱা যুক্তি আৰু উপায়ত শাস্ত্ৰীজী সহমত হ'ল। আমি তেওঁক অনুৰোধ কৰিলো, অধিনিয়মখন সংশোধন কৰিলে যেন সেইমতেহে তাক সংশোধন কৰিবলৈ নিৰ্দেশ দিয়া হয়। পিছত মুখ্যমন্ত্ৰী চলিহাৰপৰা জানিব পাৰিলো, সেই মৰ্মেই শাস্ত্ৰীয়ে তেওঁক পৰামৰ্শ দিছিল। সেই পৰামৰ্শ ইহে অসম মন্ত্ৰী সভাক সচেতন কৰি দিছিল যে ৰাজ্যখনৰ ৰাজ্যিক ভাষাটো ৰাজ্যৰ খণ্ড-বিশেষত বাধাপ্ৰাপ্ত হ'ব নোৱাৰে।

সাহিত্য-সভাৰ কাৰ্যপালিকাৰ ২৪-২৫ জুনৰ বৈঠকে চৰকাৰক অধিনিয়মখন অনতিপলমে কাৰ্যকৰী কৰিবলৈ কৈও মহকুমা পৰিষদ সংক্ৰান্ত দফাৰ নিতান্ত সংশোধনৰ আৱশ্যকৰ সম্ভাৱনা নুই নকৰি 'গণভোটৰ ভিত্তিত কাছাৰৰ জিলা পৰ্য্যায়ৰ ভাষা নিৰ্দ্ধাৰণৰ দাবী' জনাইছিল। গণভোট বা ৰেফাৰেণ্ডামৰ ধাৰণা কোনোটো ৰাজনৈতিক চক্ৰই মানি নল'লে। আনফালে সংখ্যালঘুসকলৰ ৰক্ষণাৱেক্ষণৰ চৰকাৰী মেমোৰেণ্ডামত (১৯৫৬) নতুন গুৰুত্ব-প্ৰদান আৰু মুখ্যমন্ত্ৰী সম্মিলনৰ সিদ্ধান্তাৱলীয়ে প্ৰশ্নটোৰ ৰূপকেই অভিনৱ কৰি পেলালে। সংবিধানে ৰাজ্যিক ভাষাক দিয়া ক্ষমতা আৰু মৰ্যাদা আৰু সেই সম্পৰ্কে প্ৰধান মন্ত্ৰীৰ উক্তিৰ ভিত্তিত ৰাজ্যিক ভাষাৰ সম্মান ৰক্ষা কৰিবৰ বাবেই সাহিত্য-সভাই যত্ন কৰিলে আৰু সেই যত্ন অন্ততঃ ঋণাত্মক দিশটো বোধ কৰাত সফলো হ'ল। সংজাতী দলৰ দিল্লী যাত্ৰাৰ বাবে পিছুৱাই বহুওৱা ২০ ছেপ্টেম্বৰ তাৰিখৰ কাৰ্য্যপালিকাৰ অধিৱেশনে শাস্ত্ৰীজীৰ ওচৰত সভাৰ সংজাতীৰ নিৱেদন আদি সমস্ত পৰিস্থিতি আলোচনা কৰি সৰ্বসম্মতিক্ৰমে গ্ৰহণ কৰা প্ৰস্তাৱত কোৱা হয়: "অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ৰ সংশোধনৰ কাৰণে অসম চৰকাৰে যেনে ধৰণৰ প্ৰস্তুতি কৰিছে, তাৰ পৰিণতিৰ প্ৰতি লক্ষ্য কৰি অসম সাহিত্য-সভাৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে গভীৰ উদ্বেগ প্ৰকাশ কৰে। অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ৰ কোনো সংশোধনৰ দ্বাৰা ৰাজ্যিক চৰকাৰী ভাষা অসমীয়াৰ প্ৰয়োগ বা ব্যৱহাৰ অসমৰ কোনো অঞ্চলতে যাতে প্ৰশাসনীয় ক্ষেত্ৰত নিষিদ্ধ নহয়, সেই বিষয়ে ব্যৱস্থা ল'বলৈ অসম চৰকাৰৰ ওচৰত দৃঢ়ভাৱে দাবী জনায়।"

বাতৰি-কাকতত শ্বিলঙৰ ২৩ ছেপ্টেম্বৰৰ বাৰ্ত্তা: 'শাস্ত্ৰীসূত্ৰ অনুযায়ী অসমৰ চৰকাৰী ভাষা আইনৰপৰা কাছাৰ সম্পৰ্কীয় মহকুমা পৰিষদৰ উপবন্ধটো বাদ দিও কাছাৰ জিলাত ৰাজ্যভাষা অসমীয়াৰ মৰ্যাদা কেনেদৰে অব্যাহত ৰখা যায় আৰু এই সম্পৰ্কত

ভাষা আইনখন কেনেভাৱে সংশোধন কৰা উচিত সেই সম্বন্ধে গুৰুত্বপূর্ণ আলোচনাৰ বাবে অসম মন্ত্রীসভাৰ আজি এক বৈঠক মুখ্যমন্ত্রী শ্রীচলিহাৰ বাসভৱনত বহে।.... মন্ত্রীসভাই আজি নিশা দহ বজালৈকে বহিও এই সম্পর্কত কোনো সুস্থিৰ সিদ্ধান্তত উপনীত হ'ব পৰা নাই। কাইলৈ পুনৰ এই সম্পর্কত আলোচনা হ'ব আৰু সেই আলোচনাত লোৱা সিদ্ধান্ত গধূলিলৈ বহিব লগীয়া বিধান সভাৰ কংগ্রেছ দলক জনোৱা হ'ব বুলি জানিব পৰা গৈছে।'

২৪ ছেপ্টেম্বৰৰ বাৰ্ত্তামতে দুদিনে ছাৰে ছঘণ্টা আলোচনা কৰি মন্ত্রীসভাই সংশোধনী বিলৰ খচৰাটোত শেহ অনুমোদন দিয়ে যাতে ২৬ তাৰিখে বিধান সভাত সি উত্থাপিত হয়। ২৫ তাৰিখে পুৱাৰ কাগজত 'কাছাৰত ৰাজ্যিক ভাষা অসমীয়াৰ প্ৰৱেশ নিষিদ্ধ হ'ব নোৱাৰিব'ৰ মৰ্মে বিধান সভাৰ সদস্যসকললৈ অসম সাহিত্য-সভাৰ প্ৰধান সম্পাদকৰূপে মোৰ এখন দীঘলীয়া মুকলি চিঠি প্ৰকাশ পায়।

২৬ তাৰিখে মুখ্যমন্ত্রী চলিহাই অসম শাসকীয় ভাষা (সংশোধন) বিল ১৯৬১ বিধান সভাত উত্থাপন কৰে। বিলখনৰ Statement of objects and reasons হ'ল এনে প্ৰকাৰৰ: There has been a feeling in the minds of the people of Cachar against the provision for exercising opinion in the matter of deciding the language to be used for administrative and other official purposes in the district of Cachar by the Mohkuma Parishad and the Municipal Boards in the manners specified in Section 5 of the Assam Official Language Act. 1960. To meet this wish and yet not to bar the official language from being used in Cachar the amendment of the Act is considered necessary. Hence this Bill. বিলখনৰ মতে মূল অধিনিয়মৰ পঞ্চম ধাৰাটো সংশোধিত হৈ এনে ৰূপ ল'লে: 5. Without prejudice to the provisions contained in Section 3, the Bengali language shall be used for administrative and other official purposes up to

and including the district level in the district of Cachar. বিল উত্থাপনৰ প্ৰসংগত মুখ্যমন্ত্ৰীয়ে ৰাজ্যিক ভাষা অসমীয়াৰ কাছাৰত প্ৰবেশ বোধ ঘটিব পাৰে বোলা সন্দেহৰ কথা উল্লেখ কৰি কৈছিল : Then a question came whether by deleting that [ Mohkuma Parishad, etc. ] provision the status and scope of the official language of the State would be reduced. In this respect we have got this matter examined and we found that unless Section 5 is re-drafted, as has been done in this Bill, the status and the scope of the official language of the State would be affected. Therefore, we have come before this House with this amending Bill মন কৰিব লগীয়া যে মূল অধিনিয়মৰ মহকুমা পৰিষদ উপবন্ধটো বাদ দিয়াৰ উপৰিও এই ধাৰণাটো Notwithstanding anything contained in Section 3-ৰ ঠাইত ইয়াত দিয়া হৈছে Without prejudice to the provisions contained in Section 3 বুলি, যাতে তৃতীয় ধাৰাৰ বলবত্তাত হস্তক্ষেপ কৰা নহয়। দ্বিতীয়তে, শাস্ত্ৰীৰ দ্বিতীয় সূত্ৰৰ মৰ্ম এই সংশোধনী বিলত সন্নিবিষ্ট কৰা নহ'ল। এইভাৱেই ৰাজ্যিক শাসকীয় ভাষাৰ মৰ্যাদা আৰু পৰিসৰ অক্ষত ৰাখিবৰ ব্যৱস্থা কৰা হৈছে। হীৰালাল পাটোৱাৰী আৰু খগেন্দ্ৰনাথ বৰবৰুৱাই বিলখনৰ দুটা সংশোধনৰ প্ৰস্তাৱ কৰিছিল। কিন্তু সদনে সেই দুয়োটা নামঞ্জুৰ কৰে। শেহত ৭ অক্টোবৰ তাৰিখে বিলখনৰ দ্বিতীয় পাঠৰ বেলা মুখ্যমন্ত্ৰীয়ে পুনৰ তাৰ তাৎপৰ্য ব্যাখ্যা কৰে। বিৰোধী দলৰ দলপতি হৰেশ্বৰ গোস্বামীয়ে বিলখন উত্থাপন কৰা বাবে চৰকাৰক অভিবাদন জনায়, যদিও ৰাজ্যিক ভাষাটো যে ৰাজ্যখনৰ ক'তো বাধাগ্ৰস্ত হ'ব নোৱাৰে, এই কথা চৰকাৰে বুজোঁতে বৰ লেহেম কৰিলে। কমিউনিস্ট সদস্য গৌৰীশঙ্কৰ ভট্টাচাৰ্যয়ো মহকুমা পৰিষদ উপবন্ধটো প্ৰত্যাহাৰ কৰা বাবে আৰু চৰকাৰৰ লেহেমকৈ হ'লেও উদয় হোৱা বোধোদয়ৰ বাবে সমৰ্থনা জনালে।

মুখ্যমন্ত্ৰীয়ে বিলখন গ্ৰহণ কৰা হওক বোলাত সদনত কোনেও হোঁ-হেঁকো নুবুলিলে। বিলখন গৃহীত হৈ পিছত ৰাজ্যপালৰ অনুমোদনেৰে অধি-নিয়মত পৰিণত হ'ল। বঙলাক অসমৰ দ্বিতীয় ৰাজ্যিক ভাষা কৰাৰ তোলপাৰো সিমানতে অন্ত পৰিল। পিছে অসমীয়াৰ গভীৰ জনমতেও মন তাপৰিহে থাকিব লাগিল। যোৰহাটৰপৰা নকুলচন্দ্ৰ ভূঞাদেৱে মোলৈ লেখা ( ৫ অক্টোবৰ ১৯৬১ ) চিঠিত সেই ভাব প্ৰকাশ পাইছে : 'ভাষা আইনৰ বৰ্তমান অৱস্থাত অসম সাহিত্য-সভাৰ চেষ্টা যে বহুতো কৃতকাৰ্য্য হ'ল, সেইটো আমি অনুভৱ কৰিছো। দিল্লী-যাত্ৰাই ( তোমা-লোকৰ ) অসম চৰকাৰক বল দিলে বুলি ক'ব্বই লাগিব। ইয়াত প্ৰায়-বিলাক লোকে ভাল পাইছে। বৰ্তমান অৱস্থাত ইয়াতকৈ আৰু আশা কৰা টান।'

# স্বদেশ-সেৱাৰ থলী

জীৱনৰ সেইটো এটা স্মৰণীয় দিন। বাতৰি-যোগানিয়াৰসকলৰ লেখমতে দুই লাখৰো ওপৰ লোকেৰে লোকাৰণ্য হৈ পৰা মঙ্গলদৈৰ খেলপথাৰত ওলালোঁগৈ। আদৰণি সমিতিয়ে হাওদা যোগাৰ কৰিব নোৱৰা বাবে গুকুলা হাতীত নুঠি ট্ৰাকতে নীলমণি ফুকন ককা, কালিন্দীচৰণ পাণিগ্ৰাহী, অভ্যৰ্থনাৰ সম্পাদক ৰমেশচন্দ্ৰ চহৰীয়া আদিৰে গৈছিলো। কল-তলত আয়তীসকলে দৰা আদৰাৰ দৰে আদৰিলে। দাংদোলাত উঠি মঞ্চলৈ আগ বাঢ়িলো। আকৌ অমল ৰাজখোৱাৰ ভাষাত, 'মঞ্চত উঠাৰ লগে লগে আইতা, প্ৰাক্তন সভানেত্ৰী শ্ৰীমতী নলিনীবালা দেৱীয়ে সভাপতিক সাৱটি চুমা খোৱা দৃশ্যই সকলো ৰাইজকে অভিভূত কৰি তোলে; লগে লগে সভাপতিক মালা দি অৰ্পণ কৰি বহুওৱাৰ লগে লগে অধ্যাপক কৃষ্ণকান্ত সন্দিকৈ (জাঁজী) আৰু তেওঁৰ দলে ডক্টৰ নেওগৰ বিষয়ে এটি সুন্দৰ মালিতা গাই ঢোল হাত কৰে।' ইমানদিনে অনেকজন গুণীজ্ঞানী সাহিত্য-সভাৰ সভাপতি হ'লেও কম সভাপতিৰ ভাগ্যতহে এনে আদৰণি ঘটিছে—আইৰ আদৰণি, পুৰণি ৰীতিৰে ঢোল হাত কৰি ঢুলীয়াৰ আদৰণি। নলিনীবালা দেৱী মোৰে নহয়, আমাৰ পুৰুষৰ মাতৃ। তেওঁৰ চেনেহ তেওঁৰ পুৰুষৰপৰা আমাৰ পুৰুষলৈ আশীৰ্বাদ। মঙ্গলদৈ সন্মিলনৰ তাৎপৰ্য সুকীয়া সুকীয়া লোকে সুকীয়া সুকীয়াভাৱে বুজিছিল। সন্মিলনৰ কৃতকাৰ্যতা কামনা কৰি দিয়া চিঠি-পত্ৰবোৰেও সেই সাৰ্থকতাৰে নানা দিশ সূচনা কৰিছিল। অসমীয়া সাহিত্যৰ আমাৰ পূৰ্বসূৰি-সকলৰেপৰা আৰম্ভ কৰি ভাৰতৰ পণ্ডিত আৰু নেতাসকল আৰু ভাৰতৰ বাহিৰৰ আৰু বিদেশৰ সাহিত্য

আৰু সংস্কৃতিৰ নায়কসকলৰ চিঠিখিনি এক বিচিত্ৰ সম্পত্তিৰ দৰেই হৈছিল। আমাৰ বকুল বনৰ কবিয়ে এআবাৰি কবিতাও জুৰি দি মোলৈ লিখিলে, 'প্ৰিয় মেণ্ডল./ মোৰ কুটুম আহিল পুৱাৰ বেলা /বহিল বিৰাট মেলা,/:মলাৰ মাজৰ হেন্দোলদোপত/মনোৰৰ খেলা। ····জনগণৰ হেন্দোলদোপৰ মাজৰপৰা আপোনাক আগ বঢ়াই আনি আমাৰ প্ৰাণতকৈও প্ৰিয় সাহিত্য সভাৰ গাদীখনত বহুৱাই আনন্দ লাভ কৰাত স্বাস্থ্য প্ৰতিবন্ধক হৈ থিয় দিলে। এতেৰপৰাই সেই পবিত্ৰ দৃশ্য চাই আপোনাক অভিনন্দন যাচিছো।' এসময়ৰ মস্কোত ভাৰতৰ ৰাষ্ট্ৰদূত আৰু তেতিয়া ৰাষ্ট্ৰীয় সংগীত নাটক অকাদমিৰ সভাপতি কে. পি. এছ্. মেননে এআষাৰ তাৎপৰ্যপূৰ্ণ কথা লেখিলে, I see that the Asam Sahitya Sabha was established in a historic year, the year of the great October Revolution. ····Another formative influence on the writers of India is of course Mahatma Gandhi and the non-violent revolution effected by him. I wish I had known Assamese to see how these twin influences are reflected in the literature of Assam. মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ মোৰ বন্ধু ডক্টৰ ভি· ৰাঘৱন আৰু বোম্বাইৰ নেশ্যনেল চেণ্টাৰ ফৰ্ দি পাৰ্ফৰ্মিং আৰ্টছৰ এক্‌জিকিউটিভ ডাইৰেক্টৰ ডক্টৰ নাৰায়ণ মেননে মোৰ সভাপতিত্বত সন্মিলন হোৱাত আনন্দ প্ৰকাশ কৰি সভাৰ সুকাৰ্য কামনা কৰিলে। পূব ইউৰোপৰ তিনিখন দেশৰ (হাঙ্গেৰি, জাৰ্মানী, ৰোমানিয়া) মোৰ বন্ধুসকলৰ শুভেচ্ছা-বাণীও আহিছিল। তাৰ ভিতৰত ড্ৰেছডেনৰ কবি মেক্স ছিমাৰিঙলৈ পঠোৱা নিমন্ত্ৰণৰ উত্তৰত তেওঁৰ পত্নী হোৱাই আগৰ বছৰতে কবিৰ মৃত্যুৰ সংবাদ দিয়া চিঠিখনহে মোৰ বাবে মৰ্মস্পৰ্শী হৈছিল। এই চিঠিবোৰৰ যোগেদি বাহিৰ জগতৰ লগত অসম

সাহিত্য-সভাৰ সংস্পৰ্শৰ পথ মুকলি হৈছিল। মন কৰিব লগীয়া যে ছোৱা ছিমাবিণ্ডে তেওঁৰ স্বামীৰ তিনিটা কবিতাৰ ইংৰাজী অনুবাদ সাহিত্য-সভালৈ উপহাৰৰূপে পঠিয়াইছিল—'ভাটৌবোৰ', 'গণনা' আৰু 'নিৰ্বাসিত'। এতিয়াও হয়তো এটা দিন আহিব যি সময়ত অসমীয়া হৃদয় আৰু অসমীয়া সাহিত্যৰ লগত সাহিত্য-সভাৰ যোগেদি বিশ্বৰ হৃদয় আৰু বাণীৰ সংযোগ ঘটিব। ইয়াৰ উপৰি অসমীয়া সাহিত্য ভাৰতীয় সাহিত্যৰ এক অবিচ্ছেদ্য অঙ্গ-ৰূপে প্ৰতিফলিত হোৱাটোও বাঞ্ছনীয়। মোৰ অভিভাষণত সেই দেখি কৈছিলো, 'ভাৰতৰ সাহিত্যিক জগতখনত নিজৰ অস্তিত্ব অনুভৱ কৰোৱা আৰু নিজকে প্ৰতিষ্ঠা কৰাও অৱশ্যকৰ্তব্য হৈ পৰিছে।···· অসম সাহিত্য-সভাকো অসমীয়া ভাষা-সাহিত্য-বিষয়ক সৰ্বভাৰতীয় অনুষ্ঠানৰূপে ভাৰতীয় মানসত সংস্থাপন কৰাৰ উপায় চিন্তা কৰিবৰ হৈছে।' পাঁচ বছৰৰ আগতে সমাজতান্ত্ৰিক পূব ইউৰোপত ভ্ৰমণ কৰি অহাৰ স্মৃতি লৈ 'নতুন সাহিত্যৰ পৃথিৱীখন'ৰ সংবাদ দাঙি ধৰি মই এটি আশ্বাস দিবলৈ বিচাৰিছিলো, 'অসমীয়াক এটা দ্বীপ কৰি নাৰাখিব: মানৱ এক, সাহিত্যও এক।' কাৰণ 'সাহিত্যৰ মূল ভেটি হ'ল জীৱন, মানৱ, দেশ-কালৰ বন্ধন নোহোৱা মানুহ। সেই বিশ্বজনীন মুক্ত মানৱ একেটি তত্ত্ব। তাৰ নানা বিকাশ নানা দেশত নানা কালত হৈছে। সেই তত্ত্বৰ উপলব্ধিয়েই হ'ল সকলো কলা আৰু কলা-তত্ত্বৰ লক্ষ্য। কলাকাৰ সাহিত্যিকসকলে সেই মুক্ত মানৱৰ জীৱনত বিচৰণ কৰিবলৈ পালেহে কলা-সাহিত্যই আদৰ্শ ৰূপ পৰিগ্ৰহ কৰিব পাৰে। সেই কাৰণে ভাবোঁ, সাহিত্যৰ কোনো জাত নাই। যদি আছে, তাৰ নাম মানৱ।'

অভিভাষণত ভাবাদৰ্শৰ কথা কৈ সভাৰ বছৰটোৰ কামলৈ যেতিয়া নামি আহিলো, তেতিয়া তাত নানা খণ্ড-বিখণ্ডৰ ভাগ। 'আজি ভাৰত তথা অসমৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক অগ্ৰগতিৰ

বাবে সবাতো প্রয়োজনীয় সামগ্রিক সংহতি। ভাৰতৰ এই পূৰ প্রান্ত অসমলৈ চিৰকাল মানুহৰ সোঁত বৈয়ে আছে। এই প্রদেশলৈ অহা বিভিন্ন গোষ্ঠীৰ লোক গোট খাইহে অসমীয়া জাতি গঠিত হৈছে। এই গঠনত মংগোলীয় বা কিৰাতসকলৰ দান সৰহ। অসমৰ পৰ্বত-ভৈয়াম জুৰি বসবাস কৰা বিভিন্ন লোক বা সমষ্টিৰ সংযোগতে অসম আৰু অসমীয়াৰ জন্ম। আজি ভয়াৱহ কথা হৈছে অসম আৰু অসমীয়া নাম সকলোৰে পেলনীয়া যেন হৈছে।' 'বিদেশী'ৰ সমস্যা লাহে লাহে ডাঙৰ হৈ আহিছিল। সেই দেখি 'আজি অসমৰ নতুন বহিৰাগতসকলক অসমৰ সংহতি কোনো প্রকাৰে ব্যাহত নকৰিবলৈ আহ্বান জনাওঁ। বিশেষকৈ যিসকলে এই ৰাজ্যলৈ আশ্রয় বিচাৰিয়েই আহিছিল, সেইসকলেই যদি উভতি ৰহে, তেতিয়া হ'লে আমি ক'ব লগীয়া হয়, "ঠাই দিবৰ গুণ, টপ্‌ টপনি শুন!' আমাৰ ৰাষ্ট্ৰৰ তথা ৰাজ্যৰ প্রতি আনুগত্য সিসকলৰপৰা আশা কৰা ভুল কথানেকি? সভাৰ বছৰেকীয়া প্রকাশন-আঁচনিত অসমৰ ভিতৰৰ আৰু দাঁতি কাষৰৰ জন-গোষ্ঠীৰ অধ্যয়নত যৎসাধ্য গুৰুত্ব আৰোপ কৰা হ'ল। ইতিমধ্যে মোৰ সম্পাদকত্বৰ কালতে প্রকাশিত লংকাম টেৰনৰ "মিকিৰ জনজাতি"ক নতুন ৰূপ দিয়া হ'ল "কাৰবি জনগোষ্ঠী"ৰূপে। ডক্টৰ পৱনচন্দ্ৰ শইকীয়াৰ "দেউৰী-চুটীয়া," খুমল মহীদেৱ সিংহৰ "বিষ্ণুপ্রিয়া-মণিপুৰী," ৰুদ্ৰধৰ গোহাঁইৰ "ৰৰম-পূজা আৰু ঝুমুৰ-গীত", ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ "মপিন উৎসৱ" (আদিসকলৰ উৎসৱটিৰ বৰ্ণনা), বিমলাকান্ত বৰুৱাৰ "টাই ভাষা", ডক্টৰ ধীৰেন্দ্ৰনাৰায়ণ মজুমদাৰৰ "গাৰো সংস্কৃতিৰ ৰূপৰেখা", ডক্টৰ বীৰেন্দ্ৰনাথ দত্তৰ সংকলিত-সম্পাদিত "গোৱালপৰীয়া লোকগীত-সংগ্ৰহ", নাৰায়ণচন্দ্ৰ ঘাটোৱাৰৰ "চাহ বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি", নিৰুপমা হাগজেৰৰ "ডিমাছা জনগোষ্ঠী"—এই সকলোখনি লেখকসকলৰ প্রশংসনীয় সহযোগত

বছৰটোৰ শেহলৈ ছপা হৈ ওলায়। অসমৰ বিভিন্ন জনজাতীয় ভাষাসমূহৰ লিপি কি হোৱা উচিত, এই প্ৰশ্নই তীব্ৰ ৰূপ ধাৰণ কৰাত সভাৰ দ্বিতীয় লেখক-শিবিৰৰ আয়োজন কৰা হয় আৰু তাত ভাষাতাত্ত্বিক পণ্ডিত আৰু জনজাতীয় লেখকসকলে প্ৰশ্নটো সকলো দৃষ্টিৰপৰা পৰ্যালোচনা কৰে। আলোচনাখিনি সভাৰ প্ৰধান সম্পাদক ড° শইকীয়াই "অসমৰ লিপি-সমস্যা" নামেৰে সংকলন কৰি সম্পাদন কৰে। বড়ো, মিৰি, মিশ্বিং জনজাতি, অৰুণাচল আৰু নগাভূমি-বিষয়ক গ্ৰন্থৰ আঁচনি কৰি সভা আগ বাঢ়ে, কিন্তু বছৰটোৰ ভিতৰতে কাৰ্যখিনি সম্পূৰ্ণ নহয়গৈ যদিও পিছৰ বছৰকেইটাত মোৰ "স্নেহৰ অৰুণাচল : মাই হিল্ ছো স্টং" আদি প্ৰকাশিত হয়। বিশেষ প্ৰকাশনৰ সংখ্যাৰ তুলনাত সাধাৰণ ধাৰাৰ প্ৰকাশন মোৰ সভাপতিত্বৰ বছৰটোত সীমিত বুলিযে ক'ব পাৰি—ড° মহেন্দ্ৰ বৰা আৰু যতীন্দ্ৰনাথ গোস্বামী-সম্পাদিত "আনন্দচন্দ্ৰ আগৰৱালাৰ গ্ৰন্থাৱলী", ড° বৰা-সম্পাদিত "আনন্দচন্দ্ৰ আগৰৱালাৰ কবিতাসংকলন", তিলক কাকতীৰ "আনন্দচন্দ্ৰ আগৰৱালাৰ জীৱনী", ড° নগেন শইকীয়া আৰু যতীন্দ্ৰনাথ গোস্বামী-সম্পাদিত "চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী", ডিম্বেশ্বৰ শৰ্মাৰ "চন্দ্ৰধৰ বৰুৱা মানুহজন", ড° শইকীয়া-সম্পাদিত "মঙলদৈ মঙলদৈ" (মঙলদৈ সম্মিলনৰ বিৱৰণ), মোৰ সম্পাদিত শ্ৰীকান্ত সূৰ্যবিপ্ৰৰ (পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ নিৰ্দেশত তুলসী দাসৰ "ৰামচৰিতমানস"ৰ অসমীয়া ৰূপ) "ৰামায়ণ লংকাকাণ্ড"। সভাৰ ইমানখিনি প্ৰকাশন আৰু সৎকাৰ্য সম্ভৱপৰ হৈছিল বিশেষকৈ উদ্যোগী প্ৰধান সম্পাদক ডক্টৰ নগেন শইকীয়াৰ উৎসাহ আৰু কষ্টস্বীকাৰৰ মাজেদি।

সাহিত্য-সভাৰ বিষয়ত এটা প্ৰশ্নই মাজে মাজে ভুমুকি মাৰেহি। সভাৰ নিয়মাৱলী বা সংবিধান অনুসৰি সভা অৰাজনৈতিক আৰু অসাম্প্ৰদায়িক এক অনুষ্ঠান; ৰাজনৈতিক আলোচনা ইয়াৰ কাৰ্যৰ

বাহিৰত। কিন্তু আমাৰ সামাজিক-সাংস্কৃতিক জীৱনৰ গতি এনেহে যে ৰাজনীতিক সেই জীৱনৰপৰা সম্পূৰ্ণ বহিষ্কাৰ কৰি থ'ব নোৱাৰি। আমাৰ ভাষা-সাহিত্যৰ কল্যাণৰ চিন্তা কৰোঁতে বা সেই কল্যাণৰ হকে খোজ দিওঁতে আমাৰ ভৰি ৰাজনীতিৰ ভৰিৰ পঞ্চাত নৈ নালাগিব বুলি বুকুত হাত দি ক'ব নোৱাৰি। অসমীয়া ভাষাৰ হকে কাম কৰোঁতে শাসকীয় ভাষা-ৰূপে অসমীয়া ভাষাৰ হকৰ চিন্তাও কৰিব লগীয়া হয়। কিন্তু সেয়া দেখাত ৰাজনীতিৰ ক্ষেত্ৰত সোমোৱাৰ কথা। ১৯৬০-৬১ চনত শাসকীয় ভাষা অধিনিয়মৰ কথা লৈ সাহিত্য-সভাই যুঁজিছিল আৰু সেই প্ৰসংগত অসম চৰকাৰ আৰু শাসক দলৰ লগতো মুখা-মুখি হৈছিল। সেই বেলা অসমৰ বিত্তমন্ত্ৰী ফখৰুদ্দিন আলি আহমদে সাহিত্য-সভাক দিয় বিত্তীয় অনুদানৰ কথা উলিয়াই মন্তব্য কৰিছিল, 'আমি (চৰকাৰে) আপোনালোকক টকা দিওঁ আৰু আপোনালোকে সেই টকা লৈ politics কৰে।' আমি কৈছিলো, ভাৰতীয় সংবিধানে অসমীয়া ভাষাক যি দিব লাগে, সেইখিনিহে আমি বিচাৰিছো। নহ'লে আমাৰ ভাষাই বিপন্ন হ'ব। আমি কাৰো ৰাজনৈতিক ক্ষমতা লৈ কঢ়া-আঁজোৰা কৰিব নোখোজোঁ।। ৰাজনীতিকসকলে আমাৰ ভাষাৰ হক নষ্ট নকৰিলে আমি আপোনালোকৰ ওচৰলৈ নাহোঁ।'

ভাষা অধিনিয়ম আৰু শাস্ত্ৰী-সূত্ৰৰ কথা লৈ মোৰ প্ৰধান সম্পাদকত্বৰ প্ৰথম বছৰত (১৯৬০-৬১) আমাৰ চৰকাৰকো বাৰে বাৰে খুন্দিয়াই থাকিব লগীয়া হৈছিল; কিন্তু তেওঁলোকে আচল সত্যটো জানিও শাস্ত্ৰী ফৰ্মুলাৰ ভুলমতেই কাম কৰিবলৈ আগ বাঢ়িছিল। মুখ্যমন্ত্ৰী চলিহাই কিন্তু কৈছিল, 'আপোনালোক দিল্লী-লৈকে যাওক। সাক্ষাৎকাৰৰ সুবিধাৰ বাবে ময়ো বাৰু যত্ন কৰি দিওঁ। তাত যদি খুঁটিটো অলপকৈ আপোনালোকে লৰাই থৈ আহিব পাৰে, আমি কামৰ উপায় পাম।' অলপকৈ কিয়, আমি

শাস্ত্ৰীৰ খুঁটিটো ভালকৈয়ে লৰাই থৈ আহিলো। শাস্ত্ৰীজীয়ে নিজ হাতেই তাক উঘালি পেলোৱাৰ উপক্ৰম হৈছিল। সেইদৰেই খুঁটিটো উঘাল খালেও। এনেতে চলিহাদেৱে ক'ৰবাত শুনিলে, মই সভাৰ সম্পাদকগিৰি এৰি পেলাব খুজিছো। তেওঁ মোক লগ পাই ক'লে, 'তেনে যদি আপুনি মতলৱ কৰিছে. কৰিব নালাগে। কাৰণ, কিবা কামৰ সহযোগৰ ইংগিত দিব লগীয়া থাকিলে আশৈ পোৱা লোক-কহে দিব পাৰি। আনপিনে আকৌ, চৰকাৰ হ'ল বাৰে-মিহলি মানুহৰ অনুষ্ঠান। অসমীয়া মানুহেৰেই অসম চৰকাৰ গঠিত নহয়। দলৰ আনসকলৰ মত নল'লেও নহয়, নুশুনিলেও নহয়; দল ৰাখি-বলৈ গৈ দেশৰ হকটোও অনেক সময়ত কৰা নহয়গৈ। এনেকুৱা থলত আমাক বাহিৰৰপৰা একণ সহায় দিলে বাঞ্ছনীয় কামটো কৰিব পাৰোঁ। কিন্তু সেইটিৰ বাবে নিৰ্ভৰ কৰিবলৈ বুজৰ মানুহ লাগিব নহয়! নহ'লে চাওকচোন, ভাষা বিধিখনকে আমি বাঞ্ছ-নীয়ভাৱে শুধৰাব পাৰিলোহেঁতেন জানো? আপুনি সাহিত্য-সভাত থাকিলে দেশৰ হকটো সন্ধিৰ বাঁহ বুদ্ধিৰে কাটি ৰাখিব পাৰোঁ। যি আমনি পাইছে, পাওক। কামৰ সময়ত মানুহে আমনি দিয়েই। কামটো ভালেৰে হৈ গ'লে আপোনাৰ নিজৰ সন্তোষ ক'লৈ যাব?' কিন্তু ৰাজনৈতিক দলৰ নেতাৰ লগত সাংস্কৃতিক কৰ্মীৰ মনৰ সংযোগ ঘটাটো বিৰল।

বিশেষকৈ সভাৰ সম্পাদক থকা কালত মোৰ শুভাৰ্থীসকলৰ-পৰা সদায় সজ পৰামৰ্শ পাই আছিলো আৰু সি মোক শুভ বুদ্ধি আৰু শক্তি দিছিল। ডক্টৰ সূৰ্যকুমাৰ ভূঞা ছাৰৰ উপদেশ সততে পাই আছিলো। মোৰ সম্পাদকত্বৰ চতুৰ্থ বছৰতহে ছাৰৰ পৰলোক-প্ৰাপ্তি ঘটে। সেই বছৰতে ছাৰৰ আগে আগে সভাক ভগৱতী-প্ৰসাদ-ভৱন দান কৰোঁতা কবি-শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱক হেৰুৱাইছিলোঁ। তেওঁ গুৱাহাটীলৈ আহিলে বৰুৱাদেৱক আৰু মোৰ

পুৰণি ছাত্ৰী সান্ত্বনাৰ ঘৰ পুৰা-গধূলি অন্ত নপৰা মেলৰ ঠাই হৈ পৰিছিল। তেনে এখন মেলতে পাৰ্বতি ককাইদেৱে ভৱনৰ বাবে আধা লাখ টকা দান দিয়াৰ প্ৰস্তাৱ দিয়ে স্বতঃপ্ৰণোদিতভাৱে। ইয়াৰ পিছত কলিকতাৰ হোটেলত দিনৰ পিছত দিন আৰ্কিটেক্ট আৰু অভয় তুৱৰাৰ দৰে শিল্পীৰে বহি ভৱনৰ নিৰ্মাণচিত্ৰৰ (ভগৱতী-প্ৰসাদৰ নিজস্ব প্ৰিয় আৰ্ট মোটিফ সন্নিৱেশ কৰি) বিষয়ে ককাই-দেউৰে আলোচনা। ভৱনৰ সমুখত ভগৱতীপ্ৰসাদৰ প্ৰিয় অশোক-কুঞ্জ কৰিবৰ কাৰণে ভায়েক পাৰ্বতিপ্ৰসাদে নিজে কলিকতাৰ গ্লোব নাৰ্ছেৰিৰপৰা অশোকৰ পুলি আনি ৰোৱাইছিলহি। সেই পুলিৰ দুটি লহ্‌পহ্‌কৈ বাঢ়িও উঠিছিল। কিন্তু কাকো প্ৰশ্ন কৰিবৰ মোৰ সত যোৱা নাই, একো অনুভৱ নকৰাকৈ সেই অশোক ডুজুপি কাটি পেলাই তাত সভাৰ গুৱাহাটীৰ দ্বিতীয়টি গৃহ (লক্ষ্মীৰাম বৰুৱা সদন) দুইটা ঘৰৰে সৌন্দৰ্যৰ প্ৰতি দৃষ্টি নাৰাখি বহুওৱা হ'ল কেনেকৈ? সি মোৰ মাথোন প্ৰশ্ন হৈয়ে থাওক। দাতাসকলৰ ফালৰপৰা দুহেজাৰ টকাৰ এটি দান দিলে ভগৱতীপ্ৰসাদ ভৱন এক ন্যাসৰক্ষী সমিতিৰ হাতত ন্যস্ত হ'ব—এনে এটা চৰ্ত এসময়ত থিৰ কৰা হৈছিল। কিন্তু সেই সম্পৰ্কে দাতাসকলৰ লগত চিঠি-পত্ৰ দিয়া-দিই হৈছিল নে নাই, নাজানিলো। কিন্তু আজিম আঁচনিমতে বোধ হয় ভৱনটি ব্যৱহাৰ হোৱা নাই।

ডক্টৰ ভূঞা ছাৰ আৰু পাৰ্বতি ককাইদেউ চুকোৱাৰ সময়তে আৰু এগৰাকী মহানমস্য ব্যক্তি, সাহিত্য-সভাৰো অতি হিতাকাংক্ষী, ৰাধানাথ ফুকনদেৱৰ পৰলোক ঘটে। এই সময়তে মই এদিন ঘৰত নথকাত শ্ৰদ্ধেয় অমিয়কুমাৰ দাস ডাঙৰীয়াই মোক ঘৰত বিচাৰি-ছিলহি আৰু মোক নাপাই ড° ভুৱনেশ্বৰ বৰুৱাৰ ঘৰত গৈ লগ পাবলৈ কাগজ এটুকুৰাত লেখি থৈ গৈছিল। মই সেইমতে পাছ-দিনা দেখা কৰিলোগৈ। কাষতে শ্ৰীমতী পুষ্পলতা দাস। তেওঁলোকে

কৈ গ'ল, 'মই তোমাক এটা ডাঙৰ কথা ক'ৰ লগা আছে। সিদিনাখন গধূলি মোৰ চেকিয়াজুলিৰ ঘৰত মই বহি আছো। এনেতে ওচৰৰ দুজনমান মানুহ আহি ক'লে, "আজি বৰ বেয়া খবৰ এটা পালো। দুদিনমান আগতেও আমাৰ তিনিজন লোক ঢুকাইছে—ৰাধানাথ ফুকন, সূর্যকুমাৰ ভূঞা, পাৰ্বতিপ্ৰসাদ বৰুৱা। আজি আকৌ খবৰ আহিছে মহেশ্বৰ নেওগো ঢুকাল।" "তোমা-লোকে ক'ত খবৰ পালা?" "ৰেডিওত কৈছে নহয়।" "নিজে শুনিছিলানে?' "নিজে শুনিছিলো।" মই পিছতহে জানিলো, তেওঁলোকে ভুলকৈ ৰেডিওৰ বাতৰি শুনিছিল। তেতিয়াৰপৰা তোমাৰ লগ পাই কথাটো ক'বলৈ মোৰ হেঁপাহ হৈ আছে।' দাস ডাঙৰীয়াই মুকলিকৈ কথাটো কোৱাত শ্ৰীমতী দাসে অলপ উচ্-পিচ্ লগালে, "আপুনিনো সেইটো কথা নেওগৰ আগত তেনেকৈ ক'ব লাগেনে?" মই ক'লো, 'একো বেয়া কথা নহয়। জীয়া মানুহৰ মৰাৰ বাতৰি ওলালে বোলে মানুহৰ আয়ুস বাঢ়েহে। মই সিদিনা ৰেডিওত মৃতকসকলক শ্ৰদ্ধা জনাই এটা বাণী দিব লগীয়া হৈছিল। বোধ কৰোঁ তাকেই চেকিয়াজুলিৰ লোককেইজনে ভুল কৰি শুনিছিল।" 'তুমি বহুত দিন জীয়াই থাকা যেন।'

আৰু এগৰাকী সাহিত্য-পাণ্ডিত্যৰসিক মোৰ হিতাকাংক্ষী পুৰুষ এদিন মোৰ ঘৰাত ওলালহি। 'তোমাক চাবলৈ কিবা বৰ এটা হেঁপাহ হোৱাত আহিছো' বুলি হাঁহি হাঁহি মোৰ খবৰ-বাতৰি ল'লেহি উত্তৰ লখীমপুৰৰ শ্ৰদ্ধেয় সৰ্বেশ্বৰ বৰুৱাদেৱে। তাহানি লখীমপুৰত হাই স্কুলত মই ক্লাছ নাইনত পঢ়া কালত আৰু পাছত তাতে মাস্টৰি কৰা কালতো বৰুৱাদেৱে আৰু শ্ৰীমতী বৰুৱাই মোক অপাৰ মৰম কৰিছিল। তাতোকৈ, ওকালতি জীৱনৰ মাজত যে তেওঁ সাহিত্যৰ ৰুচি আৰু পুৰাতত্ত্বৰ প্ৰতি শীলিত আগ্ৰহ পুহি ৰাখিছিল, সেইটোৱেহে তেওঁক মোৰ আপোন কৰি ৰাখিছিল। সেই হেনজন

লোকক আমি যেন পাহৰিবৰহে যত্ন কৰি আছিলো! সেই দেখি, সেই বাবেই নলবাৰী সন্মিলনৰ বুৰঞ্জী শাখাৰ সভাপতি-ৰূপে তেওঁক নিমন্ত্ৰণ জনোৱা হ'ল, আৰু আমাৰ নিমন্ত্ৰণ গ্ৰহণ কৰি তেওঁ এখনি সুজ্ঞানগৰ্ভ অভিভাষণ আমাক উপহাৰ দিলেহি। এতিয়াও আক্ষেপ হয়, বিশেষকৈ লখীমপুৰ অঞ্চলৰ বুৰঞ্জী আৰু ঐতিহ্য সামৰা বৰুৱাদেৱৰ সিচঁৰতি হৈ থকা প্ৰবন্ধসমূহ একমুঠ কৰিবৰ কাৰণে কোনো ফালৰপৰা যত্ন কৰা হোৱা নাই। বৰুৱা ডাঙৰীয়া আমাৰ সাহিত্য-সমালোচনাৰো পথ-প্ৰদৰ্শক। আমি এইসকল সাহিত্য-সেৱকক পাহৰি পাহৰি নিজেই দুখীয়া হৈ হৈ গৈ আছো। সাহিত্য সভাই সিসকলক সম্পূৰ্ণে সোঁশৰীৰে উদ্ধাৰ কৰিব নোৱাৰিলেও সাহিত্যৰ বিভিন্ন অংগৰ ব্যাপক গ্ৰন্থ-প্ৰবন্ধ-পঞ্জী (bibliography) প্ৰকাশ কৰিবৰ যত্ন কৰিলে ভাল, কাৰণ এই বিষয়ত কাম কৰোঁতা আমাৰ জাতীয় অনুষ্ঠান আন এটি নাই।

# বাহিৰৰ এছাটি মুকলি বতাহ

শিৱসাগৰলৈ গৈছিলো। সেই 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণলৈ।' ভাইটোৰ (মোক্ষেশ্বৰ) বৰছোৱালীজনীৰ বিয়া। ২৭ ফেব্ৰুৱাৰী ১৯৭০ত। বিয়াত কন্যা-দাতা-ৰূপে অফিচিয়েট্ কৰিব লগীয়া হ'ল। তাৰপৰা ঘূৰি ২ মাৰ্চত গুৱাহাটী বিশ্ববিদ্যালয়ৰ মোৰ অকলশৰীয়া ছয় নম্বৰী বহাত সোমায়ে ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰালয়ৰ এখন চিঠি পালোহি, চৰকাৰৰ সাংস্কৃতিক বিনিময় আঁচনি অনুসৰি সিসকলৰ সঁজাতী হৈ পূব ইউৰোপৰ হাঙ্গেৰি, পূব জাৰ্মানি আৰু ৰোমানিয়ালৈ যাব লাগে, কাৰণ তেওঁলোকে এজন বিশেষকৈ সংগীততাত্ত্বিক-লেখক-সমালোচক সেই দেশ কেইখনৰ সমধৰ্মীসকলেৰে সংযোগ স্থাপন কৰিবলৈ, ভাৰতীয় কলা আৰু সংস্কৃতি সম্পৰ্কে বক্তৃতা দিবলৈ, আৰু সাংস্কৃতিক অভিজ্ঞতা বিনিময় কৰিবলৈ পঠিয়াবলৈ স্থিৰ কৰিছে। তেওঁলোকে সুধিছে, মই এই দায়িত্ব লৈ পূব ইউ-ৰোপলৈ যাবলৈ ৰাজীনে। মই ভাবিলো, কন্যা-দানৰ পুণ্যৰ ফলতে হয়তো মোৰ এই সুযোগ মিলিছে। গতিকে তাৰ বাবে আৱশ্যকীয় যোগ্যতাৰ মানুহ মই হওঁ নহওঁ, সেই প্ৰশ্ন নুতুলি পুণ্যৰ ফলকণ ভোগ কৰাই উচিত। সম্মতি জনালোঁ। মোৰ বন্ধু আৰু ছাত্ৰ-সকলেৰে লাগি লগাখিনি বস্তু যোগাৰ কৰি পঠিয়ালো— মোৰ ফটোগ্ৰাফ আৰু চমু জীৱন-বৃত্ত বা বায়ো-ডাটা। ভাৰতীয় কলা আৰু সংস্কৃতি সম্পৰ্কে মই আগুৰিব পৰা কেইটামান বিষয়ৰ নাম মন্ত্ৰালয়ৰ মন্তব্যৰ আৰু নিৰ্বাচনৰ বাবে পঠালো। সেই তালিকাত লোক-গীত আদিতে অধিক গুৰুত্ব দিছিলো, বিশেষকৈ অসমকে ধৰি পূব ভাৰতৰ। কিন্তু মন্ত্ৰালয়ে গুৰুত্ব দিলে ক্লাছিকেল, শাস্ত্ৰীয় ধাৰাত। কিন্তু সেই বিষয়ত মোৰ ঘোৰ সন্দেহ ৰ'ল। দুৰণিৰ

এদিনীয়া মানুহে সেইবোৰ ভাল পাব জানো! বাস্তৱিক পক্ষত, য'ত য'ত বক্তৃতা কৰিব লগীয়া হৈছিল, ত'ৰ অনুষ্ঠানবোৰে মোৰ লোক-সঙ্গীতৰ বিষয়বোৰহে বাছি বাছি লৈছিল। আমাৰ পধুৰ ক্লাছিকেলত কাৰো ৰতি নেদেখিলো। সি যি হওক, লয়া-লৰিত মই অসমৰ লোক-গীতবো (জঁাজীৰ কৃষ্ণকান্ত আৰু ক'লামণি সন্দিকৈ, প্ৰতিমা আৰু অৰুন্ধতী পদ্মপতি, বিজুলী কাকতি, আদিৰ) টেপ-ৰেকডিং কৰি ল'লো। এই বিষয়ত বিশ্ববিদ্যালয়ৰ সুকীয়া সুকীয়া বিভাগৰ কেইটিমান ছাত্ৰীয়ে টেপ-ৰেকৰ্ডাৰ গোটোৱাৰপৰা গান গাই ৰেকৰ্ড কৰালৈকে কামবোৰ কৰিছিল। আকাশবাণীৰ অৰুণ শৰ্মায়ো সহায় কৰি দিলে।

লাহে লাহে যাত্ৰাৰ দিন চাপি আহিল। ৭ মেই। পুৱাতে মোৰ বহুতো সহকৰ্মীসকল আৰু ছাত্ৰ ছাত্ৰীসকল গোট খালে। ভাত এমুঠিবো দিহা হ'ল আৰু সদলবলে বৰঝাৰ পালোগৈ। হাঁহি-ধেমালি, মালা আৰু ফুলৰ তোৰাৰ মাজত যাত্ৰা আৰম্ভ হ'ল। দিল্লী পাই মন্ত্ৰালয়ৰপৰা কাকত-পত্ৰ ঠিক ঠাক কৰি ল'লো আৰু বক্তৃতাৰ বাবে নিয়া কিতাপৰ দ'ম এটা অনাৱশ্যক যেন দেখি দিল্লীৰ অসম ভৱনৰ ভঁৰালকোঠাতে থ'লো। পালামলৈ গৈ দেখিলো মণিপুৰৰ আমাৰ পুৰণি ছাত্ৰ নীলকণ্ঠ সিংহও আহিছে, মোৰ লগতে হাংগেৰি আৰু জাৰ্মানি ফুৰি ফ্ৰাঞ্চলৈ যাবগৈ। এয়াৰ ইণ্ডিয়াৰ জেট-বিমানত উঠাৰ লগে লগে ঘোষণা শুনিলো, আমাৰ প্ৰথমছোৱা যাত্ৰাই তিনি হাজাৰ মাইল ছঘণ্টাত অতিক্ৰম কৰিব—মস্কো পৰ্যন্ত। তেতিয়া ভাৰতীয় ঘড়ীত সময় পুৱা ৭.০৭। ভাৰতবৰ্ষ এৰি পাকিস্থান, আফগানিস্থান, সমৰকণ্ড, তাছখণ্ডৰ ওপৰে জাহাজ আগ বাঢ়িল। আটা-ইতকৈ মনোৰম আছিল তলৰ তুষাৰ-শুভ্ৰ হিন্দুকুশ—শাৰীৰ পিছত শাৰীকৈ। ৮.৪৫ৰপৰা ৯.০৯ পৰ্যন্ত সেই শুভ্ৰ সৌন্দৰ্য উপভোগ কৰিলো। আমাৰ ঘড়ীৰ ১.১৫ মিনিটত ১০ ডিগ্ৰি হেলছিয়াছৰ

মস্কোত অৱতৰণ ঘোষণা কৰা হ'ল আৰু যেতিয়া আমাৰ জাহাজ খেৰোমেটিওভো বন্দৰত মস্কোৰ মাটি চুলে, তেতিয়া মস্কোৰ মতে সময় বোলে ১১ বজাহে ! তাতে কেইবাঘণ্টাও ৰ'ব লগা হ'ল, কাৰণ তাৰপৰা হাঙ্গেৰিৰ ৰাজধানী বুডাপেস্টলৈ এয়াৰলাইন্‌ছ মাভেভৰ বিমানতহে যাব লাগিব। ইংৰাজী জনা বিমানকোঠৰ অফিচাৰ মহিলা এগৰাকীয়ে আমাক বিচাৰি লৈ বুডাপেস্টলৈ যোৱা জাহাজৰ লাউঞ্জলৈকে যোৱাত সকলো সহায় কৰি দিলে। কিন্তু তেওঁ ফোনেৰে মস্কো ৰেডিওত কাম কৰা আমাৰ গুৱাহাটীৰ করুণা গোস্বামীৰে সংযোগ কৰি দিব নোৱাৰিলে, কাৰণ সেইদিনা নেওবাৰ আৰু করুণাৰ ফোনৰ নম্বৰো মই নাজানো। গতিকে তেওঁৰ ঘৰৰপৰা পঠোৱা বিহু-গামোচা আৰু আচাৰ হাঙ্গেৰিতহে ৰাজহুৱা কামত লাগিলগৈ।

Bejarat, বেয়াৰৎ। প্ৰৱেশ।

মস্কো-বুডাপেস্টৰ বাটত ইংৰাজীতো কথা ঘোষণা কৰা হৈছিল। তদুপৰি "হাঙ্গেৰিয়ান নিউজ" নামৰ কাগজত ইংৰাজী, হাঙ্গেৰিয়ান, দুইটা ভাষাতে খবৰ দিয়া হৈছিল। সেইদিনা কাগজখনৰ ৰয়টাৰৰ খবৰমতে মহাৰাষ্ট্ৰত মাৰপিটৰ ঘটনা প্ৰকাশ পাইছিল; কোৱা হৈছিল যে 'দাঙ্গা-হাঙ্গামা'ত ত্ৰিছ হাজাৰ লোক গৃহহীন হৈ পৰিছিল। Fruhling in Ungarn (Spring in Hungary) নামৰ এটা প্ৰবন্ধত হাঙ্গেৰিতযে বসন্তৰ পয়োভৰ আৰম্ভ হৈছে, তাৰ সুবাতৰি ওলাইছিল। বুডাপেস্টৰ ফেৰাবিহেজ বিমানঘাটি পোৱাৰ লগে লগে চৰকাৰী দোভাষী কুমাৰী এভা ভালিছে আমাক আগ-বঢ়াই লৈ গ'ল ডুনা বা ডানিউব নৈৰ পাৰৰ ডুনা ইণ্টাৰনেশ্যনেল হোটেল্‌লৈ (ৰ'ত মুঠ ৯৩৮টা কোঠা)। যিখন টেক্সিত গ'লো, তাৰ চালক হ'ল মহিলা এগৰাকী, যি মই কৈকোঁজে কোঁকৈহে বলে পৰা চুটকেছটো এখন হাতে কাৰবটো তোলাৰ দৰে তোলা-

নমোৱা কৰিছিল। বুডাপেস্ট আচলতে ডানিউবৰ দুপাৰে থকা বুডা আৰু পেস্ট নামৰ দুখন নগৰৰ সমষ্টি। অতি মনোৰম দৃশ্য।

১১ তাৰিখে পুৱা হাঙ্গেৰিয়ান ইনষ্টিটিউট ফৰ কাল্চাৰেল ৰিলেশ্যানছৰ আমাৰ কাৰ্যসূচী আলোচনা হ'ল। অধ্যক্ষ হোল্লোৱে ক'লে 'তোমালোকৰ সুবিধাৰ অৰ্থে আমি অতি কম্‌কাল বছৰৰ আয়োজন কৰি থৈছো।' বাস্তৱিকতে বুডাপেস্টত থকা এবাৰ দিন বৰষুণ-বাদল একোৱেই আমাক আহুকাল নকৰিলে। দক্ষিণ এছিয়া, এফ্ৰিকা আৰু দক্ষিণ-পূব এছিয়াৰ দেশসমূহৰ বিষয়ৰ ভাৰপ্ৰাপ্ত বিষয়া মিছ্ ভেৰা গাথিয়ে আকৌ মোক ক'লে, 'প্ৰফেছৰ, তোমাৰ বায়োডাটা পঢ়িলো। কিন্তু তোমাৰ জ্ঞান আৰু ৰুচিৰ বিষয় ইমান বিস্তৃত যে তোমাৰ ভ্ৰমণ-সূচী তৈয়াৰ কৰাই টান হৈছে। তথাপি এইখন খচৰা কৰি থৈছো, চোৱা। ১৯৬৪ চনত তোমাক দিল্লীত ইণ্টাৰনেশ্যানেল কংগ্ৰেছ অব্ ওৰিয়েণ্টালিস্টছত লগ পোৱা অধ্যাপক জ'ৰ্জ হাৰমাট্টাৰ লগতহে সাক্ষাতৰ সময় স্থিৰ কৰিব পৰা নাই এখোন। কৰিব লাগিব।'

ইনষ্টিটিউটৰ অফিছৰপৰা এভা ভাসিছে আমাক লৈ গ'ল বুডাপেস্ট বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ অধ্যাপক আৰু হাঙ্গেৰিয়ান পি. ই. এন.ৰ প্ৰধান সম্পাদক লাজলো কেৰিৰ কক্ষলৈ। তেওঁৰ লগত দোভাষীয়া নোহোৱাকৈও কথা পাতিব পাৰিছিলো। দুমাহৰ পূৰ্বে মাথোন তেওঁ ভাৰতলৈ আহি দিল্লী, বোম্বাই, কলিকতা আদি চহৰ, ইলোৰা-অজন্তা, খজুৰাহো আদি ভাৰতীয় কলা-কেন্দ্ৰবোৰ চাই গৈছে। তেওঁৰ লগত সেই দেখি আমাৰ স্থাপত্য-ভাস্কৰ্যৰ কথাই হ'ল সৰহ। তেওঁ ভাৰতীয় সাহিত্য-সংস্কৃতিৰ উচ্চ প্ৰশংসা কৰিলে। হাঙ্গেৰিয়ান সাহিত্যৰ বিষয়ে তেওঁ ক'লে যে তেওঁলোকৰ কবিতা যথেষ্ট উচ্চ পৰ্যায়লৈ উঠিছে; উপন্যাস আদি গদ্য-সাহিত্য তাৰ তলত আৰু তাৰ পাছতহে হাঙ্গেৰিয়ান নাটকৰ ঠাই। ত্ৰিছৰ দশকত হাঙ্গেৰিয়ান

লেখকসকলে কৃষকৰ হক নিজৰ কৰি কৃষক-জীৱনৰ চিত্ৰ আঁকিছিল। ইল্লেছৰ "পোস্টাৰৰ (Puszters) মানুহ" এখন তেনে যুগান্তৰকাৰী ৰচনা। বৰ্তমান লেখকসকলে নতুন সামাজিক সমস্যাৰ বিষয়ে চিন্তা কৰে আৰু জীৱনৰ বাস্তৱ চিত্ৰ দাঙি ধৰে। মহানগৰৰ জীৱনৰ তেনে সাহসী চিত্ৰ "ভিজিট্"। নাটকত হাঙ্গেৰী বৰ আগ বঢ়া নহ'লেও, অৰ্কনীৰ নাটত দ্বিতীয় মহাসমৰত পিটি বুৰ্জোৱা পৰিয়ালৰ কথা প্ৰকাশ পাইছে। কেৰিয়ে ক'লে, 'এব্ছাৰ্ডৰ জন্মতো আমাৰ দেশতে। কাৰণ, ফ্ৰান্জ কাফ্কা অস্ট্ৰো-হাঙ্গেৰিয়ান গোষ্ঠীৰ মানুহহে।' সাহিত্য-সমালোচনাত সমাজতাত্বিক বাস্তৱবাদ প্ৰতিষ্ঠা কৰা জৰ্জ লুকাছো-মূলতে হাঙ্গেৰিৰ লোক।

কেৰিৰ ঠাইৰপৰা Kortvelyesলৈ (নৃত্য-কলাকাৰ সমাজ) গ'লো, হাঙ্গেৰিয়ান বেলে সম্পৰ্কে নানা কথা পাতিলো। ভাৰতীয় নৃত্য-ধাৰাৰ বিষয়ে মই কিছু কথা ক'লো। লগতে ক'লো যে বৰ্তমান শতিকাৰ তৃতীয় দশকত ভাৰতলৈ আনা পাভলোভা অহাৰ-পৰাই ভাৰতত বেলেৰ কিছু প্ৰভাৱ পৰিছে; আন ফালে বেলজিয়ান কলাকাৰ বেগাৰ্ট বাক্তিয়ে ভাৰতীয় লোক-সংগীতৰ ভিত্তিত নতুন বেলেও সৃষ্টি কৰিছে। সেইদিনা (১১ তাৰিখে) আবেলি গেজা বেথ্লেন্ফাল্ভি নামৰ ডেকা দোভাষীজনে ডানিউবৰ সিপাৰৰ প্ৰাচীন দুৰ্গটো চাবলৈ আৰু সন্ধিয়া এখন পুতলা-নাটক Angyal Szallt le Babilonba (বেবিলনলৈ এজন দেৱদূতৰ আগমন) চাবলৈ লৈ গৈছিল।

১২ তাৰিখে হাঙ্গেৰিৰ ডাঙৰ কবি গাবোৰ গাৰাইক লগ পালোগৈ। তেওঁ ক'লে, বৰ্তমান হাঙ্গেৰিয়ান কবিতাৰ প্ৰধান ভিত্তি সমাজবাদ; কিন্তু বাস্তৱবাদী, সংৰক্ষণশীল আৰু ছুৰ্ৰিয়েলিস্ট—কবিতাত এই তিনিটা ধাৰা চলি আছে। তেওঁ দুদিনমান পূৰ্বে মাথোন ভাৰত-ভ্ৰমণ কৰি গৈছে। গাৰায়ে দিল্লী, আগ্ৰা, খজুৰাহো, কলিকতাৰ

কলাক্ষেত্ৰ (ৰুক্মিণী দেৱীৰ), কাঞ্চীপুৰম্ নগৰত লেখা তেওঁৰ কবিতা-কেইটি হাতত কৰি কাপ লৈ আবৃত্তি কৰি শুনালে। মিছ গাৰ্থিয়ে পাছত কেয়োটা কবিতাৰ ইংৰাজী অনুবাদ মোলৈ পঠিয়াই দিছিল। তাৰপৰা কৰা মোৰ অসমীয়া অনুবাদ মোৰ কিতাপ 'সঞ্চাৰিণী দীপশিখা'ত দেখা পোৱা যাব। গাবোৰ গাৰায়ে আমাৰ লগত কবিতাৰ কথা পতা শেষ কৰিলে এই বুলি, 'মুক্তি আৰু প্ৰেম আমাৰ জীৱনৰ সবাতো মূল্যবান সম্পদ। প্ৰেম—প্ৰেম তিৰোতাৰ সৌন্দৰ্যৰ, প্ৰকৃতিৰ, সৰ্বোপৰি সমস্ত জগতখনৰ প্ৰেম। আমাৰ দেশখনে জগতৰ শান্তিত বৰঙণি যোগাওক, তাকে আমি বিচাৰোঁ।' হাঙ্গেৰিয়ান ইনষ্টিটিউট অব্ থিয়েট্ৰিকেল ছায়েন্‌ছেজত ডক্টৰ খেকে-লিক লগ পালো, বিশ্ব নাট্য-আন্দোলনৰ বিষয়ে, বিশেষকৈ হাঙ্গে-ৰিৰ নাট-জগতৰ বিষয়ত বহুত কথা হ'ল—প্ৰাচীনৰেপৰা আধুনিক সম্পৰীক্ষাৰ (avan garde) নাট, আঁছাম্বল, ব্ৰেখ্‌ট, ষ্টানিলাভ্‌স্কিলৈকে। গধূলি এৰ্কেল ফেৰেন্‌জৰ নামত উৎসৰ্গীকৃত অপেৰা-গৃহ Erkel Szınhazaলৈ গ'লো Bank Ban বোলা এখন নাট চাবলৈ। তাত দেখিলো অভিনেতাসকলৰ কি আদৰ!—অভিনয়ৰ শেষত তেওঁলোকে মঞ্চত দেখা দিলে হাত-চাপৰিৰ যেন অন্ত পৰিবই নোখোজে।

পিছদিনা পুৱা 'নজ্‌ভিলাগ' (Nagyvilag̊, বিশাল বিশ্ব) পত্ৰিকাৰ কাৰ্যালয়লৈ গ'লো। সমস্ত পৃথিৱীৰ সাহিত্যৰ বস্তু আনি কাগজখনিত প্ৰকাশ কৰা হয় হাঙ্গেৰিয়ান ভাষাত। বিভিন্ন ভাষাৰ বিভিন্ন বিশেষজ্ঞ সম্পাদক। তুজনমানৰ লগ পাই কথাও হ'লো। কালিদাস, মৃচ্ছকটিক, পঞ্চতন্ত্ৰৰপৰা ৰবীন্দ্ৰনাথ, কৃষাণ চন্দৰ, অমৃতা প্ৰীতমলৈকে তাত ভাৰতীয় সাহিত্যৰ নিদৰ্শন সময়ে সময়ে দাঙি ধৰা হৈছে। হাঙ্গেৰিয়ান সাহিত্যৰ কথা কিন্তু তাত নুঠে। বিশ্বৰ লগত পৰিচয়ৰ পথ হ'ল এই পত্ৰিকাখনি। ফেৰেঞ্জ হপ্‌ মিউজিয়াম অব্ ইষ্টাৰ্ন এছিয়াটিক আৰ্ট্‌ছ চাবলৈ গ'লো। বিচিত্ৰ এই সংগ্ৰহ—

মথুৰা, গান্ধাৰ ভাস্কৰ্যকে ধৰি। ফেৰেঞ্চ হপ্প্ এদিন ছুখীয়া ল'ৰা-ৰূপে বুডাপেস্টলৈ আহিছিল, কিন্তু সম্পত্তি অৰ্জন কৰি লগে লগে নিজস্ব এই মিউজিয়াম গঢ়ি তুলিলে। এৰ্বিন্ বাকৃটায়ৰ কথা শুনাল— India Muverszeteৰ (ভাৰতীয় কলা) গ্ৰন্থকাৰ আৰু আমাৰ কলাকাৰ অমৃতা শেৰ গিলৰ মমাক। গধূলি হাঙ্গেৰিয়ান ৰাষ্ট্ৰীয় অপেৰা-গৃহত (Magyar Allami Operahaz) বিখ্যাত বেলে A Diotoro (Nutcracker) চালোঁগৈ।

১৪ মেইৰ দিনা এক নতুন প্ৰতিষ্ঠান দেখা পালোঁ—Institute of Philosophy. ভাবিছিলোঁ তাত বিশ্বৰ বিভিন্ন দৰ্শন, ভাৰতীয় দৰ্শনো তাত অধ্যয়ন হয়। কিন্তু তাত এটাই মাথোন বৃহৎ অধ্যয়নৰ বিষয়—মাৰ্ক্সবাদ। বুডাপেস্ট বিশ্ববিদ্যালয়ৰ এটি কক্ষত লগ পালোঁগৈ প্ৰাচ্যতত্ত্ববিদ অধ্যাপক জঁ। হাৰমাট্টাক। তেওঁৰ গুৰু ছাৰ অৰেল্ ষ্টেইনেই বৰ্ক্ট্ৰিয়া অঞ্চলত ভাৰতৰ পুৰাতত্ত্ব উদ্ঘাটন আৰু প্ৰতিষ্ঠা কৰিছিল। হাৰমাট্টা সেই ধাৰা অধ্যয়নতে ৰত। তেওঁৰ শেষ লেখা এটি সুদীৰ্ঘ প্ৰবন্ধৰ আফ্প্ৰিণ্ট্ মোক দিলে। তাত ৰাষ্ট্ৰকূট ৰাজবংশৰ ভোজ-মিহিৰৰ জলসিঞ্চন আঁচনিৰ বিষয়ে আলোক-সম্পাত কৰি গভীৰ গৱেষণা কৰা হৈছে। হাঙ্গেৰিৰ দৈনিক কাগজ Nepszabadagঅৰ (লোক-মুক্তি) কাৰ্যালয়লৈ গ'লোঁ আৰু তাৰ দেওৰবীয়া সম্পাদক জৰ্জ কাল্মাৰক লগ পালোঁ। তেওঁ ভাৰতবৰ্ষৰ বিষয়ে এখন কিতাপ ইতিমধ্যে লিখি প্ৰেছত প্ৰকাশৰ বাবে দিছিল India in Rest and Unrest—নৱ-ভাৰত গঢ়াৰ নানা সমস্যাৰ আলোচনাৰে। এখন ডাঙৰ কিতাপৰ দোকানত সোমালোঁ—Allami Konyvterjoszto Vallalat, আৰু বুজি পালোঁ হাংগেৰিত কিতাপৰ ব্যৱসায় অতি ঊৰ্ধ্বগামী। এৰ্বিন বাকৃটায়ৰ "কামসূত্ৰ"ৰ হাঙ্গেৰিয়ান অনুবাদ দেখা পালোঁ— খজুৰাহোৰ চিত্ৰেৰে বিচিত্ৰ, চমৎকাৰ প্ৰকাশন। গধূলি মজাৰ আল্লামি অপেৰাহাজত Bedelinda নামৰ এখন

অপেৰা চালোঁগৈ। তাৰ সংগীত জাৰ্মেনিৰ বিখ্যাত সংগীতকাৰ জৰ্জ ফ্ৰিডৰিখ হাণ্ডেলৰ ( ১৬৮৫-১৭৫৯ ) ৰচিত— গম্ভীৰ, হৃদয়গ্ৰাহী।

পিছদিনা বুডাপেষ্ট ৰেডিওৰ সাহিত্য-বিভাগত গৈ লগ পালোঁ জোল্‌তান পাপক। তেওঁ সেই বিভাগৰ অন্তৰ্গত ইংৰাজী, আমেৰিকান, ফৰাচী, জাৰ্মান, ইটালীয়ান ভাষাৰ উপবিভাগৰ দায়িত্বত। তেওঁৰ বিভাগৰ যোগেদি কেনেকৈ জগতৰ বিভিন্ন ভাষাৰ সাহিত্যৰ কথা হাঙ্গেৰিয়ানত প্ৰকাশ পায় তেওঁ কৈ গ'ল। বুধ আৰু শুকুৰবাৰে তেওঁলোকৰ 'ভাৰতীয় প্ৰচাৰো ( ব্ৰডকাস্ট)' হয়। তেওঁ কেইবাবিধো পানীয় আমাৰ সমুখত থৈছিল। তাৰ ভিতৰত এটাৰ ৰং বৰ উজ্জ্বল। প্ৰশ্ন কৰাত ক'লে, সেইটোৰ নাম বোলে পালিন্‌কা। "ইয়াক আমি হাঙ্গেৰিয়ান ভড্‌কা বোলোঁ। হাঙ্গেৰিৰ যি ঠাইত বিথফেনৰ প্ৰেয়সী আছিল সেই ঠাইৰ উৎপাদন। বৰ উগ্ৰ কিন্তু। লোৱাঁ।' মই ক'লোঁ, 'এয়া মোৰ বাবে নহয়।' 'তেনেহ'লে তুমি কোকা-কোলাৰহে ভকত। মদ খাই মতলীয়া হোৱালৈ ভয়!' তাৰ পাছত কথায় কথায় ওলাল, ময়ো এসময়ত ৰেডিওত নিয়মীয়া কাম কৰিছিলোঁ। পাপে ৰহাৰপৰা উঠি মোক সাবটি ধৰিলেহি, If one is in the radio once, he is there for the whole of his life. ইয়াৰ পাছত হাংগেৰিৰ নেশ্যনেল মিউজিয়াম চাই ইম্‌ৰে মাডাকৰ ( ১৮২৩-৬৪ ) শক্তিশালী মহৎ নাটক Mozes (Moses) চালোঁগৈ নেশ্যনেল থিয়েটাৰত।

১৬ তাৰিখে পুৱা হাঙ্গেৰিয়ান একাডেমি, অব্‌ ছায়েন্‌চেজৰ অন্তৰ্গত লোক-সংগীত গৱেষণা অনুষ্ঠানলৈ গৈ পুলকিত হ'লোঁ। ইতিমধ্যে দিল্লীতে নাম শুনা এজন এথ্‌নো-মিউজিকোলজিস্ট কভলাক ভিগ্‌ক লগ পাই অনুষ্ঠানৰ সদা-সক্ৰিয় কাৰ্য-পদ্ধতিৰ কথা শুনিলোঁ। তেওঁ হাঙ্গেৰিৰ সৰ্ব-জন-মান্য সঙ্গীতকাৰ বেলা বাৰ্টোক আৰু জোল্‌তান কোডাইৰ বৈজ্ঞানিক পদ্ধতিৰ সঙ্গীত-অধ্যয়ন আৰু সংগীত-গ্ৰন্থৰ পৰিচয়

দিলে। তেওঁলোক দুজনে পাশ্চাত্যৰ সঙ্গীতজ্ঞৰ ওচৰত সঙ্গীত-বিজ্ঞান শিকি হাঙ্গেৰিৰ লোক-সংগীত অধ্যয়ন কৰিছিল আৰু হাঙ্গেৰিৰ ক্লাছিকেল ঐতিহ্য প্ৰতিষ্ঠা কৰিছিল। ভিগে কিছুমান পুৰণি ফাইল উলিয়াই বাৰ্টোকে কেনেকৈ হাঙ্গেৰিয়ান সংগীতৰ সুৰ বা ৰাগ ( melody ) আৰু কডায়ে তাৰ ছন্দ বা তাল (rhythm) লিপিবদ্ধ কৰিছিল, তাক দেখুৱালে। তেওঁ ক'লে যোৱা ষাঠি বছৰত এক লাখৰো অধিক melody এইদৰে লিখি সংগ্ৰহ কৰা হৈছে। তেওঁলোকৰ লোক-সঙ্গীত অনুষ্ঠানে জিপ্‌ছি যন্ত্ৰ-সঙ্গীত ( লোক ) আদিৰ কাৰ্যও মহা উদ্যমেৰে কৰি গৈছে। জিপ্‌ছি সংগীতত হাংগেৰি বিশেষ চহকী। হোটেলত আলহীসকলে খাই থাকোঁতে বেহেলাত লোক-সুৰ বজাই শ্ৰোতাৰপৰা পানীয় বা খাদ্য উপহাৰ-ৰূপে লৈ ফুৰা জিপ্‌ছি যন্ত্ৰ-সঙ্গীতজ্ঞ প্ৰায়েই লগ পাইছিলো। সেইদিনাখনেই গধূলি আঁছাৰ্‌ল বুডাপেস্টে পৰিৱেশন কৰা বহুতো সুখাদ্য উপভোগ কৰিলো—পুৰণি হাঙ্গেৰিয়ান সৈনিকৰ নাচ, জিপ্‌ছিৰ প্ৰেমৰ নৃত্য, লাঠি-নাচ, বটল-নাচ, চাবুক-নাচ, ভেৰাৰখীয়া-নাচ, ইত্যাদি, ইত্যাদি দূৰ-দূৰণিৰ হ'লেও লোক-গীতবিলাকৰ মিল চকুত চমক লগোৱা বিধৰ 'আমাৰে মইনা শুব / এ, বাৰীতে বগৰী ৰুব এ / বাৰীৰে বগৰী পকি সৰিব, / মইনাই বুটলি খাব।' পৃথিৱীৰ এই চুকৰ অসমীয়া এই নিচুকনিৰ লগতে তুলনা কৰিব লগীয়া এটি হাঙ্গেৰিয়ান লোক-গীত ( কোডাইৰ ইংৰাজী অনুবাদ) Eva, darling Eva, /Now the plums are growing ripe / They are strewn upon the ground, / We'll have them picked up by day-break. Eva হ'ল Eve, আমাৰ 'মইনা'ৰ দৰে ল'ৰা-ছোৱালীক হাঙ্গেৰিয়ানে দিয়া জনপ্ৰিয় নাম।

পিছদিনা সোতৰু তাৰিখে নেশ্যনেল অপেৰাহাউচত বিখ্যাত বেলে Spartacus আৰু এটা ছিনেমা-ঘৰত Itelet ( বিচাৰ ) ছবি

চাইছিলো। কিন্তু ছিনেমা-ঘৰটোৰ চকি আদি যেন অনাদৰ-অৱহেলাৰহে পাত্ৰ, এনে অনুভৱ হৈছিল। এভাক সুধিলো তাৰ কাৰণটো। ক'লে, 'আমাৰ সমাজত বেলে বা থিয়েটাৰৰ যি আদৰ, ছিনেমাৰ সেইমান নাই।' ১৮ তাৰিখে পাঁচজন ভাৰতীয়ক গোট খুৱাই ইউৰোপৰ বৃহত্তম জলাশয় বালাটন দেখুৱাবলৈ লৈ যোৱা হয়। সেইদিনা বালাটনত সাগৰৰ ধুমুহাৰ দৰে ধুমুহা। কি উত্তাল উৰ্মিমালা! এই অঞ্চলটোত প্ৰাচীন ৰোমান যুগৰ তথা তুৰ্কীৰ অধিকাৰৰ দিনৰ অনেকবোৰ ধ্বংসাৱশেষ আছে। উল্লেখযোগ্য যে এই সমস্ত অঞ্চলটোক ৰোমান যুগত পান্নোনিয়া বোলা হৈছিল। আমি যাওঁতে মাৰ্টনভাছান বোলা ঠাইডোখৰ পাৰ হৈ গৈছিলো, য'ত এসময়ত বিথফেনে এদিন তেওঁৰ প্ৰেমিকা জোছেফাইনেৰে বাস কৰিছিল। বালাটন হ্ৰদৰ দক্ষিণাঞ্চলত এটা হৃদৰোগৰ চিকিৎসালয়। এসময়ত ৰবীন্দ্ৰনাথে ইয়াত চিকিৎসা লাভ কৰিছিল। তাৰ ওচৰতে তেওঁৰ এটি আবক্ষ মূৰ্তি (দিল্লীৰ ৰবীন্দ্ৰভৱনৰ সমুখত থকাটিৰ যেন নকল)। তাৰ তেনেই কাষতে এজোপা লিণ্ডেন গছৰ তলত এক ফলকত কবিৰ হাতৰ আখৰৰ দৰে আখৰেৰে (দুটা ভুলেৰে) লেখা এইকেইটা শাৰী: When I am no longer/on this earth, my tree,/Let the ever-renewed/leaves of thy spring/Murmur to the wayfarer./The poet did love while he lived. /8 November 1926. আৰু এক ফলকত হাঙ্গেৰিয়ান ভাষাত ৮ নৱেম্বৰ ১৯২৬ তাৰিখে কবিয়ে নিজৰ আৰোগ্যলাভৰ স্মৃতিৰূপে সেই গছজোপা ৰোৱাৰ কথা খোদিত আছে।

১৯ তাৰিখে বিদায়ৰ মেলা। ইন্‌স্টিটিউশ্যান ফৰ্ কালচাৰেল ৰিলেশ্যান্‌ছৰ উপসভাপতি ছান্দৰ ডিমেটাৰ, ভাৰতস্থ হাঙ্গেৰিৰ প্ৰাক্তন ৰাজদূত ফেৰেঞ্জ টুৰি, মিছ ভেৰা গাথি, মিস্টাৰ হোঁল্লো, শিক্ষামন্ত্ৰালয়ৰ এজন লোক আদি ছুপৰৰ ভোজনত গোট খালে। আমি

পৰস্পৰ প্ৰীতি-বিনিময় কৰিলো। মই ডিমেটাৰক মাথোন এখন ফুলাম গামোচা দি ক'লো 'বছৰৰ আটাইতকৈ ৰঙৰ দিনটোত আমাৰ ছোৱালীহঁতে নিজে বোৱা এনে এখনি বস্ত্ৰ প্ৰিয়জনক উপহাৰ দিয়ে। ইয়াৰ মূল্য আৰ্থিক নহয় ভাবাৱেগহে নিহিত হৈ....।' ইত্যাদি। এই বুলি Pranams to the Danube বুলি এটা কবিতা পাঠ কৰিলো। কবিতাটো পিছত দিল্লীৰপৰা ওলোৱা তেওঁলোকৰ News from Hungaryত প্ৰকাশ পাইছিল। ছাৰ অৰেল স্টেইন, এৰ্‌ৱিন বাকৃটায়, ফেৰেঞ্চ হপ্প, অমৃতা শেৰ গিল, জঁা হাৰমাট্টা আদিৰ যোগে ভাৰত-হাঙ্গেৰিৰ কলাগত প্ৰীতি স্মৰণ কৰি বাখ্‌-বিথফেনৰ প্ৰায় সমপৰ্যায়ৰ মহান কম্পোজাৰ বাটক-কডাইৰ মহৎ সঙ্গীত-কীৰ্তিৰ কথা স্মৰণ কৰিলো। উপ-সভাপতিয়ে কবিতাটোৰ বাবে আৰু প্ৰীতি-সম্ভাষণৰ বাবে শলাগ ল'লে আৰু হাঙ্গেৰিয়ান সঙ্গীতৰ কেইবা-খনো এল. পি. ৰেকৰ্ড স্মৃতিচন-ৰূপে উপহাৰ দিলে। ২০ তাৰিখে হাঙ্গেৰিয়ান ছায়েন্স একাডেমিৰ লোক-সংগীত গৱেষণা কেন্দ্ৰত মই অসমৰ লোক-গীতৰ বিষয়ে এটা বক্তৃতা দিলো। কেন্দ্ৰৰ সদস্য-সকলে আমাৰ ক্লাছৰুমৰ দৰে বিস্তৃত টোকা লৈ লৈ কথাবোৰ শুনিলে, নানা ধৰণৰ প্ৰশ্ন কৰিলে আৰু মন্তব্য প্ৰকাশ কৰিলে। বিশেষকৈ গোৱালপৰীয়া লোকগীতৰ প্ৰেমৰ কথাত বৰ কৌতূহল হৈছিল। আবেলি মিছ গাথি আমাৰ হোটেললৈকে আহিল আৰু তাৰ বাহিৰৰ বৰছাতিবোৰৰ তলত বহি একেলগে কফি খাই খাই নানা কথা পাতিলেছি। তেওঁ ভেতিয়া মহাত্মা গান্ধীৰ বিষয়ে এখন কিতাপ লেখি আছিল। বিশেষকৈ তেওঁলোকৰ গীত-মাতৰ বিষয়েই আবেলিটোত মেল মাৰিলো সৰহ।

২১ তাৰিখে বিদায়ৰ বেলা। ডুনা ইন্টাৰনেশ্যনেল হোটেলৰ লাউঞ্জত বহি আমাৰ দোভাষী এভা আৰু গেজালৈ বাট চাইছো। হোটেলৰ টোকা লেখা কাগজ এটুকুৰা লৈ এযাৰ দিনৰ নানা মধুৰ

গীতৰ ধ্বনি-প্ৰতিধ্বনি কাণৰ ভিতৰত শ্ৰবণ-পথে শুনি শুনি 'To the child of the song' বুলি হৃদয়ঙ্গম কৰিছো লেখিলো : Eva, Eva dear, there the plums ripen , /They will fall to the ground tomorrow morning ; /But I shan't be there to pick them, my child, tomorrow morning. /Yet do you pick them up for me, /pick them up gently, /pick them as a mother picks up her dearie. /As you do it, Hum a Bartok, or a Kodaly, or a Gipsy tune, or better perhaps a song / from the distant country-side/and smile one of those beautiful greeting smiles of yours. ফেৰাবিহেজ বিমানকোঠৈৰ আহি পুব বাৰ্লিনলৈ বুলি এখন মাভেল জাহাজত উঠিলো।

Kijarat. কিয়াৰৎ। প্ৰস্থান।

# ড্ৰেচ্‌ডেনৰ ডায়েৰি

ফেয়াৰিছেঞ্জৰপৰা উৰা মাৰি ঘণ্টাত ডেৰ শ কিলোমিটাৰ আগুৰি মাথোন ডেৰ ঘণ্টাত পূব বাৰ্লিনৰ শ্বোনফেল্ড এয়াৰফিল্ডত নামিলোগৈ। পূব জাৰ্মানিৰ (ইংৰাজীত জি. ডি. আৰ,=জাৰ্মান ডেমোক্ৰেটিক ৰিপাব্লিক, জাৰ্মান ভাষাত ডি. ডি. আৰ্‌-ডয়েৎস ডেমোক্ৰেটিঃশ ৰিপাব্লিক) সাংস্কৃতিক মন্ত্ৰালয়ৰ অতিথিৰ ভাৰপ্ৰাপ্ত হেৰ্‌ মেজৰ আৰু দোভাষী হেৰ্‌ ই. লুইজাৰ আহিল। দুয়োজনে নিজ হাতে আমাৰ পেটাৰি চোঁচৰাই মন্ত্ৰালয়ৰ গাড়ীত তুলি আমাক এটা ডাঙৰ হোটেল পোৱালেগৈ। তাত আমাৰ বাবে মন্ত্ৰালয়ৰ প্ৰতিনিধি মহিলা এনেলিজ বাম্বোৰ বৈ আছিল আন দুজনমান ভব্য লোকেৰে। আমি সেইখিনি পোৱাগৈ মাত্ৰকতে ভূৰিভোজনৰ লাঞ্চ হ'ল। প্ৰতি-নিধিগৰাকীয়ে জনালে, আমি বাৰ্লিনলৈ অহা খবৰ আগদিনাখন মাথোন পোৱা হৈছে বাবে কোনো ফাইভস্টাৰ হোটেলত স্থান পোৱা নগ'ল; গতিকে প্ৰটোকলমতে আমি লগে লগে আঢ়ৈশ কিলোমিটাৰ দূৰৰ ড্ৰেছডেন ছহৰত সদ্যহতে থাকিবগৈ লাগিব। 'আমি ভগা পঁজাতো থাকিব পাৰোঁ।' বুলিলেতো নহ'ব। ৰঙিয়াল দোৱনীয়া লুইজাৰৰ (যি কথায় কথায় ইংৰাজী নাৰ্ছেৰি ৰাইম্‌ আওৰায়) লগত ৰাষ্ট্ৰীয় ৰাজপথেদি এখন মটৰকাৰত এক অভিনৱ অভিজ্ঞতাৰ যাত্ৰা আৰম্ভ হ'ল। পথাৰখন যেন বহল বাটটোৰ দুটা পটি। এটাইদি গাড়ী যায়, এটাইদি গাড়ী আহে ধুমুহাৰ দৰে প্ৰচণ্ড বেগত। অন্যথা নচলে। বাটত মানুহ বা ঘোঁৰা বা গাড়ী দেখা পাবলৈ নাই দূৰে দূৰে ওভাৰব্ৰিজৰ ওপৰে বা বৰ দূৰে দূৰে মানুহ যোৱা বাটৰ বাহিৰে। দুইকাষে বিস্তীৰ্ণ খেতিৰ পথাৰবোৰ, য'ত 'শস্য হলফল কৰিব' লাগিছে। 'ক'ৰবাত ৰৰ

একোখন পথাৰ আণ্ডুৰৰ বাৰীৰে ঢকা। ক'ৰবাত প্লাস্টিক দি ঢাকি থোৱা একোখন পথাৰ, য'ত সম্ভৱতঃ বিলাহী-ৰেছেনা আদি আলসুৱা খেতি লহ্‌পহাই উঠিব লাগিছে। এই সমস্ত পথাৰ বোধ হয় ট্ৰেক্টৰেৰে হাল বাই কৰা সমবায় কৃষিৰ খেত। এঠাইতহে দেখিলো মোতকৈও ওখ এটা ঘোঁৰা (stallion) হালত জুঁটি জোতা-মোজা পিন্ধা এক ৰঙাটুনি চাহাবে হাল বাইছে। সেয়া বোধ হয় সমবায়ৰ বাহিৰৰ গাইগুটীয়া খেতি। বাটৰ কাষৰ গছ কিছুমানত দেখিলো একোটাইত টেলিফোন আঁৰি থোৱা আছে। জানিব পাৰিলো, বাটত গাড়ী বেয়া হ'লে বোলে তাৰপৰা ফোন কৰি দিলেই ওচৰৰ কাৰখানাৰপৰা মিস্ত্ৰী আহি গাড়ী ভাল কৰি থৈ যায়। আমাৰ দেশত এনে ব্যৱস্থা সম্ভৱ হ'লহেঁতেননে ?? সি যি হওক, এই দুই কি তিনি মাহেই ইউৰোপত বসন্ত, গ্ৰীষ্ম, যি বোলে, আৰু খেতিৰ বতৰ। তাৰ ভিতৰতে খেতি কৰি বছৰটোলৈ খাদ্য, শাক-পাছলি সংৰক্ষণ কৰি ৰাখিব লাগে। বাৰু। আমি আবেলি বেলা ড্ৰেছডেন পাই আস্টুৰিয়া নামৰ বৃহৎ হোটেলত ৰ'লোগৈ।

২২ মেই। ড্ৰেছডেন। পুৰা দেখোন জাৰ আৰু বতাহ। পুল্‌অভাৰ, অভাৰকোট দুইটাই ল'ব লগীয়া হ'ল। বাছ আৰু ৰেলত এক হখস্‌চুলে ফিয়ুৰ্‌ মুজিকলৈ (High School for Music) লুইজাৰে লৈ গ'ল। হাই স্কুল মানে আমাৰ বিশ্ববিদ্যালয়ৰ মানদণ্ডৰ শিক্ষানুষ্ঠান। দেশত সঙ্গীত-শিক্ষাৰ বাবে উচ্চ দাবী নানা অনুষ্ঠানৰ ফালৰপৰা। তাৰ ব্যৱস্থাৰ কথা সঞ্চালক অধ্যাপক কোএহ্‌লাৰে বুজাই ক'লে আৰু আমাক আস্টুৰিয়াত গাড়ীৰে থৈ গ'লহি। তাৰপৰা আমি লোক-কলাৰ সংগ্ৰহালয় চাই শিশুৰ বাবে ৰঙ্গমঞ্চলৈ (থিয়েটাৰ ডেৰ্‌য়ুঙেন্‌ জেনেৰেটিয়ন) গ'লো। দেশত তেনে পাঁচটা নাটশালা আছে, য'ত শিশুসকলক তিনিটা বয়স-স্তৰত ভাগ কৰি সেই অনুসৰি নাটৰ

অভিনয় দেখুওৱা হয়। সেই দিনা মঞ্চটোত "ৰজা আৰু ভেঁৰা-ৰখীয়াৰ সাধু" নাট (ডাছ্ মাৰ্চেন্ ফম্ কেইজাৰ উণ্ড্ হিৰ্টেন্) হৈছিল। ল'ৰা-ছোৱালীবোৰে আমাক সিঁহঁতৰ মাজত পাই বেৰি ধৰিছিল আৰু উভা স্লিডাৰ বোলা এটা সাত-আঠবছৰীয়া ল'ৰা আহি মোৰ কোলাত সোমাই লৈছিল; সুধিছিল, ভাৰতৰ ডাক-টিকট কিছু মই দিব পাৰিমনে? মই দিম বুলি প্ৰতিশ্ৰুতি দিলো, ঘৰ পাই কিছু পঠিয়ালোও। ল'ৰাটিয়েও বহুত দিন চিঠি-পত্ৰ দি আছিল—অৱশ্যে জাৰ্মান ভাষাত। ময়ো ইংৰাজী-জাৰ্মান অভিধান এখন হাতত লৈ মোৰ জাৰ্মান ভাষাত উত্তৰ দিছিলো।

২৩ মেই। বিজুলীয়ে চলোৱা ডবল-ডেকাৰ বেলত উঠি চীনা মাটিৰ পিৰিচ-পিয়লাবোৰ পুতলাবৈকে কৰা কাৰখানা চাবলৈ বিখ্যাত মেইছেনলৈ গ'লো। ১৭০৯ ছনত হেনো য়োহান ফ্ৰিডৰিখ্ বট্গেৰে চীনামাটিৰ মূলতত্ত্বটি আৱিষ্কাৰ কৰি পিছৰ বছৰ সেই ঠাইত সেই কাৰখানাৰ ভেটি থাপে। এতিয়া সি এহেজাৰমান কৰ্মীয়ে ব্যস্তভাৱে কাম কৰা কাৰখানা। কাওলিন, কোৱাৰ্টজ আদি উপাদান মিলাই কেনেকৈ কেঁচা উপাদান ঠিক কৰি লৈ সাঁচত মাৰি পুতলা কৰে, আমাক এগৰাকী মহিলাই দেখুৱালে আৰু তেনে কেঁচা পুতলা এটা (পুৰি পকা কৰাৰ আগৰ অৱস্থাৰ) মোক উপহাৰ দিলে। ওচৰতে থকা ৰজা August der Starkeৰ (August the Strong) কাৰেঙৰ নহৰখানা চাই গধূলি ড্ৰেছডেনৰ ৰাজকীয় মঞ্চত (ষ্টাটথিয়েটাৰ) বিখ্যাত বেলে-নাটক "গিজেলা" চালোঁহি।

২৪ মেই। ড্ৰেছডেন। কালি আৰু আজিৰ "মৰ্নিং ষ্টাৰ" কাগজত ওলাইছে যোমানিয়াত ডাঙৰ বানপানী হৈছে; আঢ়ৈ লাখ মানুহ গৃহহীন হৈছে, বহু লোক মৰিছে। এখন গাড়ীত উঠি এলবে নৈৰ পাৰে পাৰে মেইছেন পালোগৈ আৰু তাৰ বেলজে কেন্টুৰী মিঠাপা হোটেলত ঠাই লৈ গ'লো। তাৰ প্ৰাচীন হেমৰি-ৰজাৰ

চুৰ্গ চাবলৈ। তাৰপৰা লেইপজিগ পথেদি ঘূৰি আহোঁতে বাটতে এটা ৰেস্টুৰাঁ পালো, তাৰ আগফালে বেৰত সগৰ্ব এটি ঘোষণা খোদিত আছে— ১৮১৩ চনত সেই ঘৰত গ্যেটে বাস কৰিছিল ( In/Diesen Hause Joh. Wolfg/Goethe/Vom/19. Zum 20 April/1813)।

২৫ মেই। অধ্যাপক কোএহ্‌লাৰে তেওঁৰ গাড়ী পঠিয়াইছিল আমাক নিবলৈ। গ'লো। তেওঁৰ মহাবিদ্যালয়ত উত্তৰ-পূব ভাৰতৰ লোকগীতৰ বিষয়ে মোৰ বক্তৃতা। লুইজাৰে মোৰ কথাৰ ভাঙনি কৰি গ'ল। বিশেষকৈ বনগীত আৰু গোৱালপৰীয়া গীতৰ কথাবস্তু আৰু সুৰে গুনোত্তালকলক আনন্দ দিছিল। অধ্যাপকে বক্তৃতাৰ শেষত মোক ধন্যবাদ আৰু প্ৰশংসা দি আইনাম আৰু গোৱালপৰীয়া গীতৰ বিশেষ উল্লেখ কৰিলে। বক্তৃতাৰ শেষৰ প্ৰশ্নোত্তৰৰ বেলা আমাৰ ঢোল, বিবিধ তাল, গগনা আদিৰ বিষয়ে বৰ কৌতূহল হৈছিল আৰু মই ব্লেকবোৰ্ডত আচল বস্তুবোৰৰ নিজ জোখৰ ছবি আঁকি দিয়াত সকলোৱে যেজত চকিয়াই তাৰিফ কৰিছিল। এগৰাকী ছাত্ৰীয়ে হুপাহ সুমধিৰা বগৰ গোলাপৰ থোপা এটা মোৰ হাতত দিলেহি। অধ্যাপকৰ গাড়ীয়ে আমাক লৈ গ'ল সুকুমাৰ কলা সংগ্ৰহালয়লৈ— য'ত অষ্টাদশ শতিকাৰেপৰা আৰম্ভ কৰি আধুনিক চিত্ৰকৰসকলৰ কলাকৰ্ম সংৰক্ষণ কৰা হৈছে। তাৰপৰা ৰেলস্টেশ্যনলৈ গ'লো লেইপজিগলৈ যাবলৈ। ট্ৰেইনলৈ বহুত সময় আছে। প্লেটফৰ্মতে ইলিল-মিলিল কৰিছো। এনেতে লুইজাৰৰ এজন বন্ধু আহিল—ট্ৰিক কিন্তু ফৰোঁতা ভিন ডাম্যাথাৰ। তেওঁৰ লগত শাকত যোগ দিবলৈ মনা নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰি বৈ থাকোঁতে এবাৰ মোৰ ফালকৈ চাই আছিল। তেওঁ ঘপ কৰে মোৰ মুখত আঙুলি এটা ভৰাই দিলে। 'কি কৰিছা এইখন?' সুধিলে তোমাৰ সেইটো কেনেকৈ মুখত সোমাই যাব পাৰে?' 'অ'। মুখত আছে যদি, মোৰ লৈটো দিয়ক।' ধৰিলো কেৱোটাই। তেওঁ আহিলত সেইটো দিলে

গ'লো আৰু তাৰ ইণ্টাৰহোটেল স্টাড লেইপজিগত আস্থান পাতিলো। ঘূৰি ঘূৰি ফুৰাৰ ফলত গাত যেন জ্বৰ-বিষ।

২৬ মেই। লেইপ্‌জিগ। পুৱা নগৰৰ পুৰণি টাউন হলৰ এতিয়া বজাৰ (Naschmarket) হোৱা ঠাইলৈ গ'লো আৰু গ্যেতেৰ প্ৰকাণ্ড মূৰ্ত্তিৰ তলত থিয় হৈ ফটোগ্ৰাফ তুলিলো। ওচৰতে এটা পুৰণি গীৰ্জা, য'ত এদিন বাখ কোৱায়াৰ মাস্টাৰ আছিল। লুইজাৰে লৈ গ'লো অভিনৱ ইনস্টিটিউট্‌ ফিয়ৰ্‌ লিটাৰেটুৰলৈ। তাৰ সঞ্চালক ডক্টৰ শ্ৰীমতী লুইজা শ্মিড্‌টৰ লগত বহুত পৰ কথা হ'ল। এনে অনুষ্ঠান বিৰল। তুলনা মাথোন মস্কোৰ গৰ্কি ইনস্টিটিউট্‌। বিকশমান সাহিত্যিক প্ৰতিভাক ইয়াত প্ৰশিক্ষণ দি ঘন সৃষ্টিশীল পথত লগাই দিয়া হয়। ইয়াৰ পুৰণি ছাত্ৰই সাহিত্যত ৰাষ্ট্ৰীয় পুৰস্কাৰো লাভ কৰিছে। আন দেশৰপৰাও প্ৰশিক্ষণাৰ্থী যোগ দিয়েছি।

২৭ মেই। পুৱাতে লেইপজিগ স্টেশ্যনৰপৰা ৰেল ধৰিলো হালেলৈ— তাত হালে বিশ্ববিদ্যালয়ত প্ৰাচ্যতত্ত্ববিদ্‌ অধ্যাপক হেইঞ্জ মোডেক লগ পাবলৈ। তেওঁ ভাৰত আৰু বৰ্মাত থাকি গৈছে আৰু ভাৰতৰ প্ৰাগ্‌ইতিহাস আৰু ইতিহাসৰ বিষয়ে গ্ৰন্থ প্ৰণয়ন কৰিছে। অলপতে (১৯৬৭) মাথোন ওলাইছিল বংগৰ ৰূপকথাৰ বিষয়ে তেওঁৰ Bengalische Marchen আৰু La Femme Dans d'Art de d'Inde তাৰ ইংৰাজী ৰূপান্তৰ Woman in Indian Artএ সৈতে। মোডেই বিশ্ববিদ্যালয়ত এটা বৌদ্ধ কেন্দ্ৰ খুলিছে আৰু তাৰপৰা বছৰে Buddhist Yearly নামৰ পত্ৰিকা প্ৰকাশ পায়। মোৰ হাতত অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনত পঠিত খামটিসকলৰ বৌদ্ধ-ধৰ্ম-বিষয়ক মোৰ প্ৰবন্ধটো আছিল। তেওঁ সেইটো দেখি পত্ৰিকাখনৰ বাবে ৰাখিবই খুজিছিল। মোৰ হাতত তাৰ দ্বিতীয় এটা নকল নাছিল বাবে বাৰ্লিনৰপৰাহে ফটোকপি এটা কৰি পঠিয়াও পাছত। মোডেৰ ধৰুৱা পুথিভঁৰালটো চালো। তাৰ-

তৰ বিষয়েই কিতাপ অলেখ। তেওঁৰ লগত চাহ খাই তেওঁৰ ছবাৰ মুখৰ আপেল-তলত ফটো তুলি ৰেলত উঠি চৌৰিছখন প্লেটফৰ্ম থকা লেইপজিগৰ বৰ ষ্টেশ্যনটো পালোহি। তাত ৩০ মিনিট থাকি এখন টেক্সি ধৰি ৫ মিনিটত ভের্লাগ ফিলিপ ৰিক্লাম বোলা অতি বৃহৎ প্ৰকাশন প্ৰতিষ্ঠানত হাজিৰ হ'লোহি। পেলিকানৰ দৰে পেপাৰবেকৰ বাবে এই ৰিক্লাম বিখ্যাত। আমাক কোৱামতে তেতিয়ালৈকে বোলে দহ হাজাৰ বিভিন্ন কিতাপ তেওঁলোকে ছপাই উলিয়াইছে। তেওঁলোকৰ ভিজিটৰ বহীত মন্তব্য দিবলৈ দিয়াত মাথোন আশ্চৰ্যৰ ভাব প্ৰকাশ নকৰি নোৱাৰিলো। ৰাষ্ট্ৰীয় ওপেৰ গ্ৰছেজ্‌ হাউছত বিখ্যাত ৰুছ বেলে-ৰচক খাইকোভস্কিৰ জগৎবিশ্ৰুত Swanlake চাই যেন নয়ন সাৰ্থক কৰিলো।

২৮ মেই। ১১ বজাত ওপেৰ্‌গ্ৰছেচ হাউছৰ ভিতৰখন চাবলৈ গৈছিলো, কিন্তু তাৰ কাৰিকৰি সঞ্চালক ড° কেইজাৰে কোঠাবোৰ তেতিয়া কামত লাগি থকাত ৩'৩০তহে আমাক আহিবলৈ ক'লে। ইতিমধ্যে সেই দেখি আমি লেইপ্‌জিগৰ বুৰঞ্জীৰ নিদৰ্শনেৰে লেইপ-জিগ সংগ্ৰহালয় চাই কাৰ্ল মাৰ্ক্স বিশ্ববিদ্যালয়ৰ দক্ষিণ এছিয়া বিভাগতো এভুমুকি মাৰিলো। আগৰ প্ৰাচ্যতত্ত্ব, ভাৰততত্ত্ব, ভাৰতৰ ধৰ্ম আৰু দৰ্শনৰ আধুনিক অধ্যয়নৰ বাট দেখুওৱা জাৰ্মানি আজি ভাৰত তথা দক্ষিণ এছিয়াৰ আন দেশবোৰৰ ৰাজনৈতিক-অৰ্থনৈতিক অধ্যয়নৰ পথতহে আগ বাঢ়িছে। বিশ্ববিদ্যালয়ত গৈ লগ পোৱা ডক্টৰ শ্ৰীমতী ডলৰেছ ডমিনে পঞ্জাবত ১৫ মাহ থাকি থিছিছ লিখিছিল —British Policy in the Punjab after the Accession of 1849. তেওঁৰ আন এজন সহকৰ্মীয়ে কিন্তু নতুন এখন সংস্কৃত-জাৰ্মান অভিধান ৰচনা কৰি আছে বুলি জানিবলৈ পালো। কথা-বতৰাত দেখিলো, বিভাগৰ পণ্ডিতসকল ভাৰতৰ আৰ্থিক সমস্যা সম্পৰ্কে যেন অতি সজাগ। ওপেৰ গ্ৰছেজ হাউছটো কিন্তু আচৰিত।

নিজেই এখন যেন ৰাজ্য। ড° কেইজাৰে আমাক ঘৰটো দেখুৱাবলৈ গোনতে যিখন লিফ্‌টত তুলিলে, সেইখনেই কি প্ৰকাণ্ড! কেওঁ ক'লে, 'চোৱাঁ, এইখনত ষোলজন হৃষ্ট-পুষ্ট জাৰ্মান উঠিব পাৰে?' মই সুধিলো, 'তুলাৰ দৰে পাতল ভাৰতীয় কিমানবোৰ উঠিব পাৰিব?' উত্তৰ নিদি তেওঁ মাথোন খল্‌খলকৈ হাঁহিলে। অভিনয়ৰ মঞ্চ, আখৰাৰ মঞ্চ, সাজ সজ্জাৰ কোঠা, অৰ্কেস্ট্ৰাৰ কোঠা, মেচিন-নিয়ন্ত্ৰণ কোঠা, পোহৰ-নিয়ন্ত্ৰণ কোঠা আদি প্ৰত্যেকৰে কেইবাটা-কৈও কিমানবোৰযে কোঠা, তাৰ অন্ত নাই। সকলোবোৰৰ ভিতৰত আচৰিত বস্তু একালে মঞ্চ আৰু অৰ্কেষ্ট্ৰা আৰু আনকালে অভিটৰিয়ামক ৰাখি অগ্নিনিবাৰণী লোহাৰ আৱৰণখন। সি কাৰ্য-ক্ষমনে, তাক দিনে পৰীক্ষা কৰা হয় আৰু এক মুহূৰ্ত বাদ নপৰাকৈ তাৰ ওচৰত পহৰাদাৰ দণ্ডায়মান, চিৰজাগ্ৰত। এই আটাইবোৰ ঘুৰি ঘুৰি চাওঁতে দুঘণ্টামান লাগিল। ম'তে ততে টেলিফোনবোৰ দেখি এবাৰ কেইজাৰক সুধিলো, 'তোমালোকৰ ঘৰটোত কিমানটা টেলিফোন আছে?' 'অঃ। তুমি একেবাৰেই এমেৰিকানবোৰৰ দৰে হৈছা! চব সংখ্যা লাগে!! এশ বাঠিটামান থাকিব পায়।' গোটেই প্ৰতিষ্ঠানটোৰ অদ্ভুত দিহাবোৰ দেখি অভিভূত হৈ পৰিলো। ক'লো, 'ডক্টৰ কেইজাৰ, বিএট্ৰিচৰ ধুনীয়া চকুযোৰে ডাণ্টেক স্বৰ্গখন দেখুওৱাৰ দৰে তুমিও আধুনিক বিজ্ঞানৰ উদ্ভাৱন সৌন্দৰ্য-সৃষ্টিকাৰী এই গোলোকধামখন দেখুৱালা।' 'প্ৰফেছৰ, তোমাৰ প্ৰশংসাৰ উত্তৰ দিবলৈ মোৰ আকৌ গ্যেতেৰ ভাষা নাই নহয়।' 'মোৰ পিছে এই ঘৰ এৰি যাবৰ মনকে যোৱা নাই।' 'বেছ কথা, তুমি এবছৰে বিশ্ববিদ্যালয়ত জাৰ্মান শিকি লোৱাঁ। তাৰ পাছত তোমাক আমাৰ সকলো শিক্ষাৰ্থীৰ অধিকাৰ পাতি থ'ম।' হাঁহিলো আৰু বহুত ধন্যবাদ দি হোটেল-মুৰা হ'লো, কাৰণ Operahaus am Karl-Marx-Platzত Masken-ball (মুখা-নাচ) নামৰ অপেৰা চাব আগে লাগিব।

২৯ মেই। পুৱা বেলত ড্ৰেছডেনৰ আস্টুৰিয়া হোটেললৈ ঘূৰি আহিলো। আৰু চিত্ৰকলাৰ পুস্তক-প্ৰকাশক ভেৰ্‌ ভের্লাগ ডেৰ কুন্‌স্ট চাবলৈ গ'লো। মাথোন ১৯৫২ত স্থাপিত এই প্ৰতিষ্ঠানে ইউনেস্কোৰপৰা ১৪৬টা পুৰস্কাৰ পাইছিল তেতিয়ালৈকে, আৰু কলা-মুদ্ৰণত বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। মোৰ আগে আগে অখিল ভাৰত প্ৰাচ্যবিদ্যা সম্মিলনৰ সুকুমাৰ কলাৰ সভাপতি হোৱা হাৰমেন গোএৎস (পশ্চিম জাৰ্মানি) আৰু মুল্‌ক ৰাজ আনন্দৰ Indische Miniaturenখন ভেৰ্লাগেই উলিয়াইছে। তেওঁলোকৰ লগত কথা পাতোঁতে অসুবিধা পাইছিলো, কাৰণ পানী লাগি মোৰ নাক-মুখ সম্পূৰ্ণ বন্ধ হোৱাৰ উপক্ৰম। লুইজাৰে এটা পলিক্লিনিকলৈ লৈ গ'ল। তুগৰাকী মহিলা ডাক্তৰে পৰীক্ষা কৰি তিনি বাকচ টেব্‌লেট দিলে। মই খাবলৈ ধৰাৰ লগে লগে মোৰ নোলোৱা মাত ওলাল আৰু নাক পাতি খেঁকাৰ ওলাবলৈ ধৰিলে। মই সম্পূৰ্ণ ভাল হৈ উঠিলো আৰু সন্ধিয়ালৈ কবিবৰ মেকস ছিমাৰিঙৰ নিমন্ত্ৰণ খাবলৈ যাব পৰা হ'লো। হিটলাৰৰ ৰাজত্বত থাকিব নোৱাৰি কমিউনিস্ট-ভাবাপন্ন ছিমাৰিঙে জাৰ্মানি এৰি চেকো-স্লোভাকিয়া, ফ্ৰান্স, পেলেস্টাইন আৰু ইংলেণ্ডত ঘূৰি ঘূৰি ১৯৪৬তহে ড্ৰেছডেনলৈ ঘূৰি আহিছে।

৩০ মেই। ড্ৰেছডেনতে। তাৰ পিকচাৰ গেলেৰি চাবলৈ গ'লো। ৰাফেল, ৰুবেন, ভান ডাইক আদি মাস্টাৰসকলৰ চিত্ৰকৰ্মবোৰ সজাই থোৱা আছে। গাইড বাপে টাংশ্‌ৰেকৰ্ডাৰ (পকেট ফোনোগ্ৰাম) এটা ভাৰাতে ল'লে সিয়ে একালৰপৰা সকলো বৰ্ণনা দি যায়, তুমি শুনি শুনি চিত্ৰবোৰ বুজি বুজি আগ বাঢ়ি গৈ থাকিলেই হ'ল। গেলেৰিৰ বহুতো চিত্ৰ মৌলিক, বহুতো ভাল নকল।

৩১ মেই। প্ৰথম শ্ৰেণী জবেৎস ৰেইলবাহনত উঠি বাৰ্লিনলৈ প্ৰত্যাৱৰ্তন। Neues Deutschlandখনত হাংগেৰি আৰু ৰোমা-

নিয়াত বানপানীৰ খবৰ, এক নিযুত লোকক সন্নিপাত-প্রতিষেধক বেজী দিয়াৰ খবৰ। বহুত ঠাইত কল-কাৰখানা বন্ধ হৈ গৈছে, বাটআলি দুৰ্গমনীয়- হৈছে। আন্তৰ্জাতিক হোটেল উন্টেৰ ডেৰ লিণ্ডেনত অৱস্থান কৰি আবেলিহে দুপৰীয়াৰ ভোজন আৰু ৰাতি পলমকৈহে নৈশ ভোজন ধৰি জিৰণি লোৱাৰ বাহিৰে আজি কাম নাই।

১ জুন। বাৰ্লিন। লুইজাৰে Staatlichen Schauspiel-schule Berlin(Berlin Institute of Theatre)অলৈ লৈ গ'ল। তাৰ অধ্যাপক ৰুডল্‌ফ পেন্কাই বুজাই দিলে, তেওঁলোকৰটি অভিনয়-প্রশিক্ষণৰ অনুষ্ঠান। অভিনয়ৰ সকলো দিশৰ কৌশলকে তিনি-বছৰীয়া কোৰ্ছত শিকোৱা যায়। স্টানিলাভস্কি, ব্রেখ্‌ট আদিৰ পদ্ধতি অতি সূক্ষ্মভাৱে অধ্যয়ন-অধ্যাপন কৰা হয়। পাছবেলা গ'লো বাৰ্লিনৰ ৰাজকীয় বেলে মহাবিদ্যালয়লৈ, য'ত সাত বছৰ প্রশিক্ষণ দি ডিপ্লোমা দিয়া হয়। অনুষ্ঠানটোৰ কোঠাবোৰৰ উপৰিও দুটা চলি থকা আখৰা চাই আৰু সঞ্চালক ড' আলবিন ফ্রিংশৰ মুখত কলা-কৌশলৰ ব্যাখ্যা শুনি আবেলি হোটেললৈ ঘূৰিলো।

২ জুন। বাৰ্লিন। প্রকাশন প্রতিষ্ঠান ভেৰ্লাগ্‌ ফক্‌ উণ্ড্‌ ভেল্টলৈ গ'লো। কি বিৰাট কাৰবাৰ! ভাৰতৰো বঙলা, হিন্দী, কাশ্মীৰী, মৰাঠী. পঞ্জাবী, তামিল. উৰ্দু, মালয়ালম আদিৰপৰা অনুবাদ কৰা অলেখ পুথি তেওঁলোকে ছপা কৰিছে। বৰ্তমান জাৰ্মান সাহিত্যৰো শ্রেষ্ঠ লেখকসকলৰ গ্রন্থ তেওঁলোকৰ প্রকাশন জাৰ্মানিত কিতাপৰ দাম বৰ কম, গ্রাহকৰ সংখ্যা সৰহ। ভেৰ্লাগৰপৰা আমি ওচৰৰ হোটেল ওপের্ণকাফেত লাঞ্চ খাই সংস্কৃতি মন্ত্রালয়লৈ গ'লো। তাৰ ব্যুৰো অব্‌ কাল্‌চাৰ এণ্ড ইণ্টাৰনেশ্যনেল গেস্টছত জাৰ্মান একাডেমি অব ছায়েন্সেজৰ ইতিহাসৰ কেন্দ্রীয় অনুষ্ঠানৰ ভাৰতীয় বিভাগৰ ড: হৰ্স্ট ক্রুগাৰক লগ পালোগৈ। তেওঁৰ অনুষ্ঠানটো গৱেষণাৰ কেন্দ্র। ছায়েন্স একাডেমিৰ আনবোৰ

অনুষ্ঠান হ'ল ভাৰাতত্ত্ব, প্ৰাচীন ইতিহাস আৰু পুৰাতত্ত্ব, দৰ্শন, অৰ্থবিজ্ঞান আদি ; মন্ত্ৰালয়ৰ অধীনত সকলো তাতে গৱেষণাত ৰত। ইতিহাস কেন্দ্ৰই বাৰটা খণ্ডত সামাজতাত্বিক দৃষ্টিৰপৰা জাৰ্মেনিৰ ইতিহাসৰ আঁচনি লৈ নিজকে ব্যস্ত ৰাখিছিল। ... ১৯৬৬ ইণ্ডিয়ান হিস্টৰি কংগ্ৰেছত যোগ দিবলৈ গুৱাহাটীলৈ আহিছিল আৰু অন্যত্ৰ গান্ধী ছেমিনাৰত যোগ দিছিল। তেওঁৰ চিন্তাত গান্ধী বাদিও সাম্ৰাজ্যবাদ-বিৰোধী উপনিৱেশবাদ-বিৰোধী, ইত্যাদি, তথাপি তেওঁ কিছু ইউটোপিয়ান। গধূলি বাৰ্লিনাৰ আঁছাম্বলত ব্ৰেখ্‌টৰ নাটক Schweyk im Zweiten Weltkrieg-অৰ (দ্বিতীয় বিশ্বযুদ্ধত শ্বোয়েইক) অভিনয় চালোঁগৈ। নাটকৰ ফ্ৰাউ কোপেকাৰ ভূমিকাত আছিল বিখ্যাত গায়িকা আৰু অভিনেত্ৰী গিজেলা মেই।

৩ জুন। দিনৰ বেলা স্কুল অৱ্ এপ্লাইড আৰ্টছত ডিজাইনিং, বিজ্ঞাপন, আদিৰ কৌশলৰ অধ্যয়ন আৰু প্ৰশিক্ষণৰ পদ্ধতিৰ কথা পাতি গধূলি হ'লত মেট্ৰপল-থিয়েটাৰত অভিনয় চালোঁগৈ Bretter, die die Welt bedenten নামৰ সাঙ্গীতিক নাটৰ। আজি আমাৰ লগতে নাটক চাই মোৰ নিচেই কাষতে বহিছিল কালি দেখা পোৱা অভিনেত্ৰী গিজেলা মেই। ভাৰাৰ অভাৱত পৰিচয় হোৱাহে নহ'ল।

৪ জুন। বাৰ্লিনৰ ডয়েৎস হখশুলে কিয়ৰ মুজিক চাবলৈ গ'লোঁ। ইও ড্ৰেছডেনৰখনৰ দৰেই, কিন্তু ইয়াত জাৰ্মানিৰ লোকক ভাৰতীয় সঙ্গীতেৰে পৰিচয় কৰি দিবৰ প্ৰযত্ন এটিও আছে। পিছবেলা হুমবল্ট বিশ্ববিদ্যালয়ৰ এছিয়া বিভাগলৈ (Sektion Asienwissenschaften) আহিলোঁ। বিভাগটোত ভাৰতত্ত্ব (সংস্কৃত, বঙলা, উৰ্দু, হিন্দী, তামিল), চীনতত্ত্ব, জাপান, আৰব, কিছু কিছু আফ্ৰিকাৰ ভাষা, ইণ্ডোচীন, ভিয়েটনাম, কোৰিয়া আদিৰ অধ্যয়ন হয়। আমি লগ পালোঁ অধ্যাপক কুৰ্ট হুবেৰক ; তেওঁ ইণ্ডোনেছিয়া-অধ্যয়নৰ বিশেষজ্ঞ। ভাৰতবৰ্ষ-সম্পৰ্কীয় অধ্যয়নৰ মুল মানুহজন

অধ্যাপক কেবেনক লগ পাব পৰা নহ'ল। কিন্তু জাৰ্মেনিৰ পূৰ্বৰ যি প্ৰাচ্যতত্ত্ব বা ভাৰততত্ত্বৰ অধ্যয়নৰ ধাৰা, সি এতিয়া সমাজতাত্ত্বিক গতিলৈ পৰিবৰ্তিত হৈছে, সেইটো দেখ দেখ কথা। আবেলি পাঁচ বজাত বাৰ্লিনাৰ আঁচাম্বলৰ নাট্যতত্ত্বৰ ভাৰপ্ৰাপ্ত হেৰ ভাৰ্নাৰ হেখ্‌টক লগ পালোঁগৈ। তেওঁ Three Penny Operaৰ নতুন ৰূপৰ কাম কৰি আছিল। তেওঁ ব্ৰেখ্‌টৰ নাট্যতত্ত্ব আদিৰ বিষয়ে কিতাপ লিখিছে। তেওঁ ক'লে যে ব্ৰেখ্‌টৰ মূল লেখাৰ ভিত্তিত নতুন নতুন পৰিস্থিতি সৃষ্টি কৰা হ'ব পাৰে। অভিনয় হ'ল এক কলা; সি কিন্তু জীৱনৰ ফটোগ্ৰাফ নহয়, চিত্ৰকৰৰ চিত্ৰকৰ্মহে। প্ৰগতিশীল দৃষ্টিভংগীৰে জীৱনক দেখাত সহায় কৰাই নাটকৰ কৰ্ম বুলি ব্ৰেখ্‌টে ভাবিছিল। এজন অভিনেতাই অভিনয় কৰোঁতে বাহ্যিকতহে বেলেগ এটা চৰিত্ৰ হয়, ভিতৰত কিন্তু তেওঁৰ ভাব-চিন্তাই নিজৰ দৰেই কাম কৰে। হেখ্‌টে সামৰণিত ক'লে যে এজন দৰ্শকে যদি মঞ্চলৈ আহোঁতে পাঁচটা প্ৰশ্ন লৈ আহে, ঘূৰি যাওঁতে তাৰ বহুত বেছি প্ৰশ্ন লৈ ঘূৰি যাব লাগিব।

৫ জুন। ড' আলবিন ক্লিংশৰ Statlichen Ballettschule Berlin চাই Der kinderbuchverlag Berlin নামৰ শিশুৰ বাবে প্ৰকাশন-অনুষ্ঠান চালো। যোৱা কুৰি বছৰে তেওঁলোকে ল'ৰা-ছোৱালীৰ বাবে বৈজ্ঞানিক ভিত্তিত সুভোগ্য কৰি অলেখ পুথি উলিয়াইছে। ব্ৰেখ্‌টৰো এখন কিতাপ তেওঁলোকৰ প্ৰকাশন— Damnation of Socrates আৰু বাৰ্লিনাৰ আঁচাম্বলেও শিশুৰ বাবে অভিনয় আৰু নাটৰ আলোচনাৰ আয়োজন কৰে। তেওঁলোকৰ বোলে এটা মূল নীতি—শিশু আৰু বয়স্কৰ ভুবন বেলেগ জগত নাই। হয়তো বাৰ্লিন গড়ৰ পিনাৰেই এই নীতিৰ স্বীকৃতি নহ'ব। তেওঁলোকে একোখন কিতাপৰ দহ হেজাৰকৈ কপি ছপায় আৰু আকৰ্ষক গ্ৰন্থ হ'লে পঞ্চাছ হেজাৰো ছপাব পাৰে! তেওঁলোকৰ কথা

আমাক বুজাওঁতে বুজাওঁতে তাৰ হেৰ ক্রুৰেগাৰৰ মুখেদি যেন ওলাই গৈছিল। ভাওনি কৰি যোৱা লুইজাৰবো যেন ভাগ্য লাগিছে। মই সেই দেখি ক'লো, ক্রুৰেগাৰৰ কথা মই বুজি পাইছো, অনুবাদৰ প্রয়োজন নাই। তেওঁলোকে বিশ্বাস নকৰে। মই তেতিয়া চাৰিটা জাৰ্মান বাক্য ক'বলৈ ক'লো আৰু লগে লগে মই তাৰ অৰ্থ ইংৰাজীত ক'লো। তাৰ পাছত অৱশ্যে ক্রুৰেগাৰৰ কথাৰ বেগ কমি আহিল, আৰু জি. ডি. আৰ.ৰ সংস্কৃতি মন্ত্ৰালয়ৰ প্রতিনিধি শ্রীমতী কার্লা বিখ্টাৰ আৰু আন অতিথিৰ লগত ওপেৰ্নকাফে বোলা হোটেলত (এই ঘৰ বোলে পূৰ্বতে কোনোবা কুঁৱৰীৰ প্রাসাদ আছিল। এতিয়া 'প্রজাৰ দিন'ত হৈছে সর্বসাধাৰণৰ ভোজ-ঘৰ) বিদায়-ভোজত যোগ দিবলৈ টেক্সিত উঠিলো। প্রাচীন মেক্সমুএলাৰ, ওল্ডেনবার্গ ডুছেন, বপৰপধা আজিৰ মোডে, হুবেৰ, ক্রুৰেগাৰ আদিৰ প্রসংগ তুলি ব্রেখ্‌ট, বার্লিনাৰ অঁছাম্বল, ওপেৰহাউছ, থিয়েটাৰ, বেলেৰ মাজত কিযে ঐতিহাসিক আনন্দ লাভ কৰিলো, ক'লো। নানা সদালাপ হ'ল সদ্‌খাদ্যৰ লগে লগে।

কার্লা বিখটাৰে মাজতে সুধিলে, 'আপুনি আমাৰ জি. ডি আৰ.ত আটাইতকৈ কি বস্তু ভাল পালে?' মই ক'লো, 'ইয়াৰ মানুহবিলাক, তেওঁলোকৰ ইমান আদৰ-সাদৰ।' 'সঁচা জানো?' 'মোৰ লগে লগে আপুনি থকাহেঁতেন তাৰ শ শ প্রমাণ পালেহেঁতেন।' 'তোমামোদহে কৰিছে হ'বপায়।' কিছু কথাৰ পিছত আকৌ সুধিলে, 'আমাৰ দেশলৈ আপুনি আকৌ কেতিয়া আহিব?' 'সেই প্রশ্নটো —মই অহাৰ কথা নুঠেই।' 'কিয়? আপুনি দেখোন অলপ আগতে ক'লে, ইয়াৰ মানুহবপৰা বৰ মৰম পাইছিল।' 'অঁ। সেই দেখিহে মই ইয়াৰপৰা যাবই খোজা নাই। অহা কথা তেনে ক'ত উঠে?' সকলোৱে হাঁহিলে! হাঁহি হাঁহি, হুমহুমাৰপৰা নামি আহিলো। আমি কাফেৰ দুৱাৰমুখ পাওঁতে-নাপাওঁতেই দেখিলো দুজনা গাভৰু

কোবা-কুবিকৈ সেই ফাললৈকে আহিছে। আমি দুৱাৰমুখখন এৰি তুকালে একাধৰীয়া হৈ থিয় দিলো। কিন্তু যুৱতীদ্বয়ে দেখোন মোৰ ফালেহে চোঁচা লয়! ওচৰ পাই মিঠাকৈ অভিবাদন জনালে, 'কুন্‌তাক্‌।' মই ক'লো, 'কুন্‌তাক্‌।' তাৰ পিছত সকলোৱে মোক বেৰি প্ৰশ্ন কৰিলে, ছোৱালী দুটি কোন? কোনেও চিনি নাপায়। ভেতিয়া মই শ্ৰীমতী বিথ্‌টাৰলৈ চাই ক'লো, 'আপুনি মোৰ কথা বিশ্বাস নকৰে আপোনালোকৰ মানুহৰ বিষয়ে! এতিয়া? এতেকে কিউ. ই. ডি.।' 'আপোনাক বিশ্বাস কৰিলো। কিন্তু জি. ডি. আৰ.লৈ আকৌ আহিব দেই।' শলাগি-শুলাগি বিদায় হ'লো।

৬ জুন। সংস্কৃতি মন্ত্ৰালয়ৰ গাড়ীত উঠি শস্যে ভৰা পথাৰ আৰু ঠায়ে ঠায়ে কাম কৰি থকা মানুহৰ মাজেদি পট্‌ছডামৰ চেচিলিয়েন্‌হফ্‌ নামৰ গৃহলৈ যাত্ৰা কৰিলো। কোনো এজন কেই-জাৰে ৮ নিযুত সোণৰ মাৰ্ক খৰচ কৰি সজা সেই মনোৰম ঘৰ। গথিক্‌ আকৃতিৰ সমুখৰ চেহেৰাৰে ব্ৰিটিঃশ গৃহনিৰ্মাণ পদ্ধতিত ইংলেণ্ডৰ কাউন্টি হাউছৰ দৰে চ'বা-ভাগেৰে ভিতৰত ব্ৰিটিঃশ, এমেৰিকান আৰু ছোভিয়েট প্ৰতিনিধিৰ কামৰ কোঠাবোৰ থৰে থৰে আছে আৰু সভা-কোঠাটোত স্টেলিন, ট্ৰুমেন আৰু এট্‌লি বহা সিংহাসন যেন চকি তিনিখনেৰে মাজৰ মেজত এতিয়াও তিনিখন ৰাষ্ট্ৰৰ নিছান এটুকুৰাকৈ কাঠত পুতি ৰখা হৈছে। যেন তিনি শীৰ্ষ পুৰুষ খন্তেকতে আহি আলোচনাত বহিবহি। আৰু বাহিৰৰ বাটটো—দুইকাষে গম্ভীৰ পপ্‌লাৰ গছেৰে বাটটো! ফুলনিখনো হাঁহি আছে গোলাপ, লাইলাক আদিৰেই নহয়, বিৰল ৰডেডণ্ড্ৰনৰ থোপাবোৰেৰেও। ওচৰত সামৰিক সংগ্ৰহালয়, পুৰণি ৰাজকাৰেং, বৃহৎ চীনা চাহ-গৃহ, চিত্ৰবীথি। পট্‌ছডামৰপৰা ঘূৰি গধূলি গধূলি বাৰ্লিন পাই ভয়েৎস স্টাটওপেৰৰ্ত Gajaneh নামৰ বেলে. চালোহি।

৭ জুন। পেৰ্গামন মিউজিয়ামত ড্ৰেছডেনৰ লোক-কলা সংগ্ৰহা-লয়ৰ দৰে লোক-কলাৰ বস্তুবোৰ দেখা পালোগৈ। তাত গ্ৰীক

ভাস্কৰ্যৰ (৫ম-৪র্থ খ্রীঃ পূঃ) ৰোমান নকল কিছুমানো সংৰক্ষিত হৈছে। ৰোডে মিউজিয়ামত আন নানা পদাৰ্থৰ ভিতৰত দুৱাৰ-মুখতে তিনিটা ভাষাৰ এখন শিলালিপি দেখা পালো—প্ৰাচীন মিছৰৰ 'চৰাই-পহু' (hieroglyphic), আন এটা ভাষা আৰু গ্ৰীক ভাষাত। এইখন ফলিৰপৰাই 'চৰাই-পহু' আখৰ পঢ়া আৰু অৰ্থ কৰা সম্ভৱ হৈছিল। অৱশ্যে মূল শিলটো ইংলেণ্ডতহে আছে, ৰোডে সংগ্ৰহালয়বটো নকলহে মাথোন। দুপৰীয়া ভোজনৰ পাছত নেশ্যনেল গেলেৰি চাবলৈ গৈছিলো। সি দ্বিতীয় মহাযুদ্ধত বেয়াকৈ ধ্বংসপ্ৰাপ্ত হৈছিল। এতিয়াও সম্পূৰ্ণৰূপে পৰিষ্কাৰ কৰা হোৱা নাই বাবে দুৱাৰত তলা লগাই বন্ধ কৰি থোৱা হৈছে। আমাৰ গেলেৰী চোৱা নহ'ল। গধূলি ৭ বজাত বাৰ্লিনাৰ আঁছাম্বলত ব্ৰেখ্‌টৰ Three Penny Operaৰ এবিধ এংগেলৰ সংস্কৰণৰ অভিনয় চাবলৈ গ'লো। দিল্লীৰ-পৰা যাত্ৰা কৰাৰ আগদিনা গধূলি আমাৰ নেশ্যনেল স্কুল্ অব্ ড্ৰামাই এজন জাৰ্মান সঞ্চালকৰ সঞ্চালনত অভিনয় কৰা দেখা পাইছিলো। দেখাত যেন দুখন নাটকহে। আঁছাম্ব্লৰ ওপৰৰ বক্সত ঠাই পোৱা বাবে মই মঞ্চত আঁৰকাপোৰ দি থোৱা অৱস্থাতো মঞ্চৰ ভিতৰত অভিনেতাৰ অহা-যোৱা, যৱনিকা টনা চকৰি ঘূৰোৱা আদি ঘটা পৰিপাটি কাৰ্যবোৰো দেখি আছিলো। মঞ্চৰ অকণমান ঠাইৰ ভিতৰতে লণ্ডনৰ এটা ষ্ট্ৰীটৰ মানুহৰ অহা-যোৱা, চোৰ-চাৰিৰ লীলা, নানা অপকৰ্মৰ খেলা দেখুওৱা হৈছিল। নাটকখন ওপেৰাৰ ধৰণৰ, গীতৰ সংখ্যা বেছি, কিন্তু সৰ্বক্ষণে বাস্তৱ।

৮ জুন। পুৱা উঠি পেৰা-পেটাৰি বান্ধি-কুন্ধি ঠিক-ঠাক কৰিলো। লুইজাবে ইতিমধ্যেই গধূৰ হোৱা কিতাপৰ টোপোলা তেওঁলোকৰ ভাৰতস্থ দূতাৱাসৰ মেইল-বেগৰ যোগেদি পঠিওৱাৰ দিহা কৰিলত অলপ পাতল হৈ পৰিলো। কোঠাৰপৰা গ্ৰাউণ্ড্‌ফ্লোৰৰ লাউঞ্জলৈ আহি বহি, থিয় হৈ ইফাল-সিফাল কৰি থকাতে ভগা প্লেট

এটুকুৰাৰ নিচিনা চীনামাটিৰ কিবা এচটা বুকুত মৰা এগৰাকী মহিলা দেখোন মোৰ পিছে পিছে ঘূৰিছে। মই তেওঁলৈ চালেই কিন্তু তেওঁ মুখ ঘূৰায়। ওপৰ মহলালৈ যাওঁ বুলি লিফ্‌টৰ ওচৰলৈ যাওঁতে তেওঁ পিছে পিছফালৰপৰা অভিবাদন জনালে। মই মুখা-মুখি হ'লো। তেওঁ নিজকে Neues De itschl indঅৰ সংবাদদাতা বুলি পৰিচিত কৰি মোৰে সাক্ষাৎকাৰ কৰিবলৈ বিচাৰিলে। মই একাষৰলৈ এখন চকিত বহি লৈ ভগা ভগা ইংৰাজীত সোধা তেওঁৰ প্ৰশ্নৰ উত্তৰ দি গ'লো— জি. ডি. আৰ.লৈ আহি কি দেখিলো, কি শুনিলো, ইত্যাদি, বিশেষকৈ অৰ্থ-নৈতিক ফালত। মই তেওঁলোকৰ বাখ-বিথফেনৰ প্ৰশংসা কৰাত তেওঁ আচৰিত মানিলে। তেওঁ ক'লে, তেওঁলোকৰ পপ্‌, জাজো আছে; মই সেইবোৰ ভালপোৱা নাই-নেকি? তেওঁলোকৰ সমাজতান্ত্ৰিক সংগীত একা? মই ক'লো এই দুটা প্ৰশ্ন পৰস্পৰ-বিৰোধী, জাৰ্মেনিৰ হখ্‌শুলে ফিয়ৰ মুজিকত পপ-জাজৰ আদৰ নাই। সমাজতান্ত্ৰিক দৃষ্টিৰে ক্লাছিকেল বাখ-বিথ-ফেনকহে দেখোন চৰ্চা কৰে। আমি মেল মাৰি থাকোঁতেই থ্‌ল-স্তৰ এজন ফটোগ্ৰাফাৰে আমাৰ ফটো ল'লে। মই পিছে নাজানিলো, "নেভেজ ডয়েৎসলেণ্ড"ত সেই ছবি আৰু সেইবোৰ কথাৰ কিবা ওলাল নে নাই। কাৰণ অলপ পাছতে মোৰ বিদায়ৰ পালা। লুইজাৰে এখন গাড়ীত তুলি সংস্কৃতি মন্ত্ৰালয়লৈ নি তাৰ শ্ৰীমতী কাৰ্লা বিখ্‌টাৰকো লৈ শোনফেল্ড বিমান-বন্দৰলৈ লৈ গ'ল। বাটত শ্ৰীমতী বিখটাৰে গানৰ এখন ৰেকৰ্ড আৰু দুটা মেডেলিয়নৰ এটা সক বাকচ স্মৃতিচিন-ৰূপে দিলে। ইণ্টাৰনেশ্যনেল লাউঞ্জত বহি ওৰেঞ্জ স্কোৱাছ, বল্‌ আৰু জাৰ্মেনিৰ বিশেষৰ থকা ছুহ্‌ছ খাই থাকোঁতেই ৰোমানিয়ান এয়াৰ ট্ৰেন্সপোৰ্ট ভাৰমৰ জাহাজ মেজিৰৰ সময় ঘোষণা কৰিলে আৰু মই ৰোমানিয়াম ট্ৰান্সপোৰ্টৰ বাছত উঠি পাৰঘাট এৰা ৰোমানিয়াম জাহাজত বহিলোগৈ।

# ব্রাঙ্কুৎসি, এলিয়াড, এমিনেস্কু

১৯৭০ৰ ৮ জুনৰ দিনা আবেলি ৰোমানিয়া ৰাজধানী বুখা-ৰেস্টৰ বিমানবন্দৰ অটপেনিত নামিলোগৈ। ৰোমানিয়া চৰকাৰৰ কলা-সংস্কৃতি বিভাগৰ (Comitetul de Stat Pentru Cultura si Arta) লিভিউ আদাম নামৰ এজন কৰ্মচাৰী আৰু কুমাৰী লিডা কনস্টান্টিনেস্কু নামৰ গাইড আহি মোক একুৰি সাত মহলা ওখ হোটেল এম্বেছেডৰত স্থান দিলেগৈ। লগে লগে সেই দেশত মোৰ বাইছ দিনীয়া স্থিতি আৰম্ভ হ'ল। হাঙ্গেৰিত যি দেখা পাইছিলো, পূব জাৰ্মেনিত যি দেখা পাইছিলো, ইয়াতো সেই একেই জীৱনৰ উদ্দাম গতি, প্ৰাণৰ প্ৰাচুৰ্য, হৃদয়াৱেগৰ উঠলি পৰা কলা-সুলভ প্ৰকাশ নীলা আকাশত সূৰ্যৰ কিৰণৰ দৰে যেন বিয়পি পৰিছে। সম্পূৰ্ণ মূল্যবোধেৰে সকলোৱে যেন জীৱনক গ্ৰহণ কৰিছে। চাৰিওফালে কৰ্মশক্তি, কৰ্তব্যবোধ আৰু কৰ্মৰ উচ্ছল গতি। সকলো-ফালে সৌন্দৰ্যবোধ আৰু পৰিষ্কাৰ পৰিচ্ছন্নতাৰ প্ৰতি নিয়ত দৃষ্টি। অকাৰ্য আৰু অসৌন্দৰ্যৰ বাবে যেন কাৰো সময় বা হেঁপাহ নাই। শালীনতা আৰু ভদ্ৰতা যেন তেওঁলোকৰ সমাজ-জীৱনৰ মূলমন্ত্ৰ। ইয়াৰ মাজত কলা-সংস্কৃতিৰ প্ৰতি স্পৃহা এটি যেন স্বাভাৱিক বৃত্তি। সেইহে চাৰিওফালে সকলো কলাৰ "ইমান ফুল প্ৰভাতে প্ৰভাতে।" সকলো মানুহ যেন অন্তৰ ভৰা, মৰমিয়াল। হাঙ্গেৰি, পূব জাৰ্মানি, ৰোমানিয়া—এই ফুৰা তিনিওখন ৰাষ্ট্ৰই সমাজতান্ত্ৰিক। তিনিও-খনকে বেলে আৰু শাইকোভস্কি, নিজৰ সংগীত—জাৰ্মেনিত বাখ-বিথোভেন, হাঙ্গেৰিত বেলা বাৰ্টোক-জোলতান কোডাই, ৰোমানিয়াত কনস্টান্টিনেস্কুৰ লগতে বেলা বাৰ্টোকৰ বিবিধ গৱেষণা-কৰ্ম আৰু

ৰচনা, হাংগেৰি-ৰোমানিয়া দুইখন দেশতে জিপ্‌সি সঙ্গীত আৰু সঙ্গীতজ্ঞ, আৰু নানাপ্ৰকাৰ লোকনৃত্য, লোক-সঙ্গীতৰ চৰ্চা; কেয়োখন দেশতে প্ৰাচীন ঐতিহ্যৰ ভাস্কৰ্য আৰু বিশেষকৈ গীৰ্জা-স্থাপত্য আৰু চিত্ৰকলাৰ প্ৰচুৰ প্ৰয়োগ। চিত্ৰকলাৰ ফুলদানিত ফুলৰ থোপাৰ চিত্ৰ সৰু-ডাঙৰ সকলো কলাকাৰৰে হাতত প্ৰস্ফুটিত হৈ উঠে। তাৰ খন্তেকীয়া (বছৰত এমাহ-দুমাহলৈ মাথোন) বাস্তৱ সৌন্দৰ্যৰ বাবেই সেই আদৰনেকি, ক'ব নোৱাৰোঁ। সাহিত্যৰ বুৰঞ্জী, বিশেষকৈ কবিতাৰ দীঘলীয়া ইতিহাস সৰ্বত্ৰ গৌৰৱৰ বস্তু। নাট্যকাৰ আৰু অভিনেতা সমাজৰ আদৰৰ, সন্মানৰ লোক। অন্যত্ৰ, বিশেষকৈ মোৰ "বিশ্ববিদ্যালয় ভাষা ভাষণ আৰু ভ্ৰমণ" পুথিত দুটা প্ৰবন্ধত (সেই দুটা পঢ়ি লয় যেন) এইবোৰৰ বিষয়ে কৈছো। ইয়াত আৰু সৰহাই আলোচনা নকৰোঁ।

ৰোমানিয়াৰ কলা-সংগ্ৰহালয়ত (Muzeul de Arta) এই ঐতিহাসিক ৰোধেৰে ডাঙৰ ডাঙৰ কলাকাৰসকলৰ কলাকৰ্মৰ সংগ্ৰহ দেখা পাইছিলোঁগৈ। তাতেই ৰোমানিয়াৰ বিশ্ববৰেণ্য ভাস্কৰ ব্ৰাঙ্কুৎসিৰ (১৮৭৬—১৯৫৭) কলাকৰ্ম নিজস্ব ৰূপত প্ৰথম দেখা পালো। মোৰ কি সৌভাগ্যৰ বিষয়, মই বুখাৰেষ্টত থকা সময়তে তেওঁৰ এটি একক প্ৰদৰ্শনী হৈছিল। মই তাত বক্তৃতা স্থাপন কৰা আৰু কথা-বতৰাত 'ব্ৰাদাৰ' বুলি মতা নৃত্য-শিল্পী পিটাৰ বডিস্কচে মোক এদিন আবেলি লৈ গ'লহি কলা-সংগ্ৰহালয়লৈ ব্ৰাঙ্কুৎসিৰ ভাস্কৰ্য চাবলৈ। আমাক বস্তুবোৰ বুজাই দিব ট্ৰেইট্ জি. পালিজ্ঞাগ বোলা এজন কলাভিজ্ঞ পুৰুষে। তেওঁৰ সকৰেপৰা ব্ৰাঙ্কুৎসিৰে পৰিচয় আছিল। তেওঁৰ পিতৃ আছিল কলাকাৰজনৰ বন্ধু। ট্ৰেইটে সেই কালতে ব্ৰাঙ্কুৎসিৰ স্টুডিওত গৈ মাজে মাজে ঘণ্টাৰ পিছৰ ঘণ্টাকৈ কটাইছিল। কলাকাৰজনে বিশ্বাস কৰিছিল যে সকলো পদাৰ্থ, আন কি শিল আৰু কাঠৰো একোটি স্বৰ আছে আৰু সিহঁতে

কথাও কৈ থাকে। এনিশা ল'ৰা ট্ৰেইটে ব্ৰাঙ্কুংসিৰ স্টুডিওলৈ গৈ একান্তমনে এটা মূৰ্তি বহুত পৰ সাৰটি ধৰি আছিল, আৰু তেতিয়া হেনো মূৰ্তিটোৰে তেওঁৰ কাণে কাণে কথা কৈছিল। হঠাতে ব্ৰাঙ্কুংসি সেইখিনিত ওলালহি; সুধিলে, 'কি কৰিছ তই ইয়াত অকলে?' ট্ৰেইটে ক'লে, 'অকলে নহয়, এই মূৰ্তিটোৱে মোক কথা কৈ আছিল।'

বুখাৰেস্টতে কিনা মোৰ বৰষুণত চোলাটো পিন্ধি আৰু হাতৰ ছাতিটো পিটাৰক দি জিপ্-জিপীয়া বৰষুণত গৈ সংগ্ৰহালয় ওলালোগৈ। দৈত্য যেন প্ৰকাণ্ড ট্ৰেইটে আমালৈ অপেক্ষা কৰি দুৱাৰমুখত ইফাল-সিফাল কৰিছে। মোক দেখিয়ে 'অ, কি হ'ল? কিয় ইমান বেলি হ'ল? ক'ৰবাত বোলে গাভৰু একনীৰ লগত ঘূৰি ফুৰিছিলাগৈ, হয়নে?' 'হয়, এইজনী লহ্‌পহী ধুনীয়া গাভৰু' বুলি পিটাৰলৈ আঙুলিয়ালো আৰু লৰা-লৰি কৰি সংগ্ৰহালয়ৰ ভিতৰ সোমালো তিনিওটাই হাঁহি হাঁহি। প্ৰদৰ্শনীখনলৈ এদিন মই অকলে আহি-ছিলো, আধা চোৱাকৈ এৰিব লগীয়া হ'ল। 'ঠিক আছে, লিফ্‌-টতে উঠি যাওঁ ব্ৰাঙ্কুংসিৰ লগতলৈ।' লিফ্‌টৰ লিগিৰীয়ে আমাক তৃতীয় মহলালৈ তুলি লৈ গ'ল।

ট্ৰেইটে কৈ গ'ল, ১৯৩৭ চনত ব্ৰাঙ্কুংসি ইন্দোৰৰ হোলকাৰ, ৰাও যশোৱাৰ আহ্বানত ভাৰতবৰ্ষলৈ আহিছিল। কথা আছিল হোলকাৰৰ বাবে 'আত্মাৰ মুক্তি' প্ৰদৰ্শন কৰি এক মন্দিৰৰ স্থাপত্য-আঁচনি তৈয়াৰ কৰিব। ভাৰতত কিন্তু তেওঁ তিনি মাহহে থ'ল, ১৯৩৮ৰ মাৰ্চত ঘৰলৈ ঘূৰিল। মন্দিৰটোতো লজা নহ'লেই, তেওঁ অঁকা চিত্ৰবোৰো ক'লৈ গ'ল আজি কোনেও ক'বকে নোৱাৰে। ট্ৰেইটে হাঁহি মাৰি ক'লে, 'তুমি যদি ইন্দোৰলৈ গৈ কেনেবাকৈ ছবি কেইখনৰ আঁক-বাঁকবোৰকে কেনেবাকৈ উলিয়াব পাৰা, তেতিয়া হ'লে তুমি ভাৰতত থাকিয়ে কিমান হাজাৰ ডলাৰযে পাবা, তাৰ অন্ত নাই। ব্ৰাঙ্কুংসিৰ "উড়ন্ত পখী"ৰ দামেই হৈছিল ২,৮৮,০০০

ভলাব।' মই ক'লো, 'সেই কথা জানি তুমি ইমান দিনে কি কৰিছা? হোলকাৰৰ কাবেঙতো তিনিটা হৰণলুকি চৰাই আছে বোলে।' ব্ৰেইটে কুটিল হাঁহি মাৰি ক'লে, 'মই যত্ন নকৰা নহয়, বোম্বা-ইত থকা হোলকাৰৰ সক জীয়েক উষা দেৱীৰ লগত মোৰ পত্ৰা-লাপ আছে।' সেই বুলি আমি প্ৰদৰ্শনীৰ 'উড়ন্ত বিহংগম'ৰ কাষ চাপিলো। দেখাত যেন দীঘল জাতিলাওটোহে। কিন্তু ভালকৈ চাওক। তাতে সমস্ত চৰাইটোৰ উৰণৰ কাৰিকৰি দেখা পাব। সেই উৰণেই হ'ল অনন্তৰ উদ্দেশে উধাও আত্মাৰ উৰণ।

উৰণ এৰি আমি চুম্বনৰ কেইবাটাও ভাস্কৰ্য নিৰীক্ষণ কৰিছিলো। এটাত পুৰুষৰ দীঘল চুলিকোচা ধৰিব পাৰি আৰু নাৰীৰ বক্ষৰ কিছু আভাসো ধৰা পৰে। দ্বিতীয়টো ভাস্কৰ্যত কিন্তু পুৰুষ-স্ত্ৰীৰ চিনবোৰ বৰ দূৰণীয়া। টিৰ্গু জিউ বোলা ঠাইত থকা 'চুম্বনৰ তোৰণ'ৰ ফটোগ্ৰাফ এখনো এই গ্ৰন্থতে দেখুওৱা হৈছে।

তাৰ পিছত আহোঁ ব্ৰাঙ্কুৎসিৰ 'ডিম্ব চক্ৰ'লৈ (Egg Cycle)। তাৰ Somnul (সুপ্ত), Muza Adorneta (সুপ্তা কলা-দেৱী), Prometeu (প্ৰমেথিয়াছ), Noul Nascent (নৱজাতক)-অত ডিম্বাকৃতিৰ মোটিফটো তাৰ মনোৰম ৰূপত বাৰে বাৰে দেখা দিছে। Inceptual Lumini (মহাব্যোমৰ আৰম্ভণ), Sculptura pentu orbi আদিত ব্যোমৰ ধাৰণা প্ৰকাশ পাইছে; তাৰ পিছফালে সম্ভৱতঃ আইনস্টাইনৰ দৰ্শন লুকাই আছে।

বিহঙ্গম চক্ৰৰ ভিতৰত এটি হ'ল Pasare—তাৰ চৰাইটোত আৰু চৰাইটো বহি থকা প্ৰিজম আকৃতিখণ্ডত লোক-কলাৰ মোটিফ। Pasare in Spatiuত (উড়ন্ত বিহগ) নৱতম সৌন্দৰ্য প্ৰকাশ পাইছে। Cocosulঅত (কুকুৰা) কুকুৰাৰ ডাক যেন কুকুৰাটোৰ কণ্ঠৰ ছন্দতে বাজি উঠিছে—যেন এই বাজি পুৱাল।

Rugaciune (প্ৰাৰ্থনা) আঠুকাঢ়ি, দুঁৰি থকা উলংগ নাৰীমূৰ্তি। তাৰ বাঁও হাতৰ বাহুৰ তল অংশ ব্ৰাঙ্কুৎসিয়ে দিয়া নাই,

Adami si Eva-ৰ (আদাম আৰু ইভ্) কাঠৰ মূৰ্ত্তিত তেওঁ আগন্তুক সহস্ৰাব্দীত মানৱতাৰ মুক্তি দেখা পাইছে। পোনতে মূৰ্ত্তিৰ আদম আৰু ইভ্ মুকীয়াকৈ আছিল; পিছত কিন্তু ব্ৰাঙ্কুৎসিয়ে ইভক আদামৰ ওপৰত স্থাপন কৰিলে।

Cauc (কাপ বা পিয়লা) হ'ল সাধাৰণ এটা পিয়লা; কিন্তু সিয়ে হ'ল ছক্ৰেটিছে বিষ পান কৰি জীৱনান্ত কৰা পানপাত্ৰ। Orgolin (অহংকাৰ) হ'ল এক নাৰীমূৰ্ত্তি—কাঠ আৰু শিল কাটি কাম কৰি জীয়াই থকা সাধাৰণ বাটে বুলি ব্ৰাঙ্কুৎসিক বিয়া নকৰা বজকিনী জেন্। কুমাৰী পোগানিৰ কেইবাটাও মূৰ্ত্তি আছে—ট্ৰান্-ছিলভেনিয়াৰ অপূৰ্ব সুন্দৰী এক হাঙ্গেৰিয়ান নাৰী। মূৰ্ত্তিকেইটাৰ মুখৰ সৌন্দৰ্য লাহে লাহে যেন পমি গৈছে। ব্ৰাঙ্কুৎসিৰ নানা পিতলৰ মূৰ্ত্তিৰ ভিতৰত এটা দেখি পিকাছোৱে একপ্ৰকাৰ এটা অশ্লীল মন্তব্য কৰিছিল। এইটো মূৰ্ত্তিকে এমেৰিকাৰ নিউয়ৰ্কলৈ পঠাব লগীয়া হোৱাত কাস্টম্ছে তাক ভাস্কৰ্য বুলি গণনা নকৰি এডোখৰ পিতল মাত্ৰ বুলি ধৰি তাৰ ভাৰা লৈছিল। তাকে লৈ ব্ৰাংকুৎসিয়ে মোকৰ্দমা কৰিছিল—যি মোকৰ্দমা আৰ্টৰ বুৰঞ্জীত বিখ্যাত। টুৰ্গু জিউত থকা Table of Silence (নিৰ্জনতাৰ মেল) মই দেখা নাপালো বহুত দূৰ বাটত বাবে। কিন্তু মাজত এডোখৰ কাঠৰ চাৰিফালে সমান কৰি কটা কাঠেৰে এই এক বিচিত্ৰ মূৰ্ত্তি-কলাৰ বস্তু—বিচিত্ৰ ব্যঞ্জনাৰে। তাৰ ফটোগ্ৰাফ এখনহে প্ৰদৰ্শনীত থোৱা হৈছে।

ব্ৰাংকুৎসিৰ বিষয়ে ক'বৰ কথা আৰু আছিল। কিন্তু ইমানতে সামৰোঁ।



ভাৰতীয় উপন্যাসতো নায়ক ৰূপে খ্যাতি লাভ কৰা আৰু আন কালে ভাৰতীয় দৰ্শনৰ শিৰমুটা পণ্ডিত বুলিও বিখ্যাত মিৰ্চিয়া

এলিয়াডক লগ পোৱা নাছিলো। কিন্তু সেই ৰোমানিয়ানজনৰ বিষয়ে কিমান মুখৰোচক আৰু গভীৰ সম্মানজনক কথাই শুনিছো। ১৯৭০ৰ ১১ জুনৰ দিনা ৰোমানিয়াৰ Bibliotheca of the Academieলৈ গ'লো। তাত লগ পালো প্ৰসেৰবান চিঅকুলেস্কুক, যাৰ ইংৰাজী Romania: A Guide-book পঢ়িয়ে ৰোমানিয়াৰ প্ৰথম পৰিচয় পাইছিলো। তেওঁৰ মুখে শুনিছিলো অধ্যাপক এলিয়াডৰ কথা। এলিয়াড এসময়ত আছিল ৰোমানিয়াৰ ইতিহাসৰ অধ্যাপক,—এতিয়া এমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ কোনোবাখন বিশ্ববিদ্যালয়ৰ ভাৰততত্ত্বৰ অধ্যাপক। তেওঁৰ ডক্টৰেল থিছিছ আছিল Yoga, Essai sur les origines da la mystique indienne. তেওঁ বৰ্তমান শতিকাৰ চতুৰ্থ দশকত ভাৰতলৈ আহিছিল আৰু মনোৰমভাৱে ভাৰতৰ ভ্ৰমণ-কাহিনী বৰ্ণাইছিল—India (১৯৩৫)। তাৰ অধ্যায়বোৰ নামবোৰ দিলেই বিষয়বস্তুবোৰ বুজিব পৰা যাব—সিংহল, ৰামেশ্বৰম, মাদ্ৰাজ, ১১০° ফাৰেনহাইট আৰু বা-মাৰলি, কাশী, প্ৰয়াগৰ কুম্ভমেলা, অমৃতসৰ আৰু স্বৰ্ণমন্দিৰ, জয়পুৰ, ৰাজপুতনা, ঘৰিয়ালবোৰ, হিমালয়ৰ শাৰীবোৰ, দাৰ্জিলিং, টাইগাৰ হিল, লেবঙত শৱদাহ, জোক-চেন-পা বিহাৰ, মৌচুমী বতাহ, দিল্লীৰপৰা হৰিদ্বাৰ, হৃষীকেশ, স্বৰ্গ-আশ্ৰম, ব্ৰহ্মপুৰী ফেটাগোম, আফগানিস্থান, শান্তিনিকেতন, কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ বাণী, শ্ৰীমতী দেৱীৰ কথা, দুৰ্গাদেৱী, কলিকতাৰ ভৱানীপুৰত এজন ভাৰতীয় জাতীয়তাবাদীৰে! পাতনিত মিছ মেয়ো, জোছেফ টুচি, নিকোলাছ ৰোএৰিক আৰু Indikaৰ প্ৰসংগ। চিঅকুলেস্কুৱে ক'লে, এলিয়াডে এখন আত্মজীৱনীমূলক উপন্যাস লেখিছিল, য'ত নায়কজনে এগৰাকী ভাৰতীয়া কন্যা মৈত্ৰেয়ীক বিয়া কৰিছে। নায়কজন হ'ল লেখকজনৰে প্ৰতিচিত্ৰ। সমস্ত কাহিনী কিন্তু বাস্তৱ নহয়।

আন এজন ৰোমানিয়ান লেখক জৰ্জ কলুকে মিৰ্চিয়া এলিয়াড প্ৰসংগত লেখিছে: Maitreyi (1933), a ravishing Hindu

virgin who abandons herself to a European, is much more than a love affair in India, it is the burning psychology of the flesh delirious (p. 251).

Yoga : Immortality and Freedom (লণ্ডন ১৯৫৮) আদি এলিয়াডৰ মহৎ গ্ৰন্থ আছে।

* * *

বুখাৰেস্টত অনেকজন কবি, লেখক ঔপন্যাসিকৰ লগত পৰিচয় আৰু কথন-মথন হ'ল। কিন্তু আধুনিক বা পুৰণি, প্ৰগতিশীল বা অত্যাধুনিকতাবাদী যিয়েই নহওক লাগিলে, সকলোৰে মুখত এজনৰ নাম মহামন্ত্ৰৰ দৰে উচ্চাৰিত হৈছিল। সেইজন হ'ল মিহাই এমিনেস্কু। তেওঁলোকৰ বাবে 'poet national si universal'—জাতীয় আৰু আন্তৰ্জাতিক কবি; 'Mihai Eminescu was the greatest Romanian poet and, doubtless, one of the greatest romantic poets of the world.' এগৰাকী আধুনিক কবি ডেনিয়েলা মিগাৰ আৰু তেওঁৰ স্বামী কনষ্টান্টিন ড্ৰেগানৰ লগত মোৰ ঘন পৰিচয় হৈছিল, কাৰণ মোক থাকিবলৈ দিয়া হোটেলৰ একেবাৰেই কাষতে তেওঁলোকৰ ঘৰ। কবিক মই 'বাইদেউ' আৰু প্ৰকাণ্ড ড্ৰেগানক 'ককাইদেউ' বুলি মাতিছিলো আৰু তেওঁলোকে অসমীয়া সম্বোধনবোৰৰ কথা আলোচনা কৰোঁতে এদিনাখন তাৰ মাজৰপৰা বাছি মোক 'মইনা' বুলি মাতিবলৈ ধৰিছিল। মই ৰোমানিয়া এৰাৰ প্ৰায় তিনি বছৰৰ পাছত তেওঁলোকে মোলৈ বাছি বাছি এটি উপহাৰ পঠিয়ালে ইংৰাজীকে ধৰি কেইবাটাও ভাষাৰ অনুবাদ থকা এমিনেস্কুৰ কবিতাৰ পুথি Mihai Eminescu : Poezii এখনৰ কথা তাতে লিখি দি—To Maina, with love and hope that he will find in these poems some sparks of the Romanian soul / Baideu and Kakaideu 19.1.1973 Bucuresti. সঁচাকৈয়ে মূল্যবান উপহাৰ।

১৮৫০ চনত মোলডাভিয়াৰ এখন গাঁৱত এমিনেস্কুৰ জন্ম হয় আৰু প্ৰকৃতিৰ বুকুতে তেওঁ তেওঁৰ ল'ৰালি কাল কটায়। সেই দেখিয়ে তেওঁৰ কবিতাত প্ৰকৃতিৰ প্ৰতি এটি অনুৰক্তি সদায় দেখা যায়। তদুপৰি, নিজৰ দেশখনৰ প্ৰতি তেওঁৰ এক স্বাভাৱিক ভাল-পোৱা গঢ লৈ উঠিছিল—বিশেষকৈ আমাৰ ৰোমাণ্টিক কবিসকলৰ দৰে তেওঁ পৰাধীনতাৰ গ্লানি হৃদয়ত সহ্য কৰি স্বদেশ কি বস্তু উপলব্ধি কৰিছিল। ৰোমানিয়াত আমাৰ দেশৰ দৰে গাঁৱত বাস কৰা লোকৰ সংখ্যা বেছি আৰু তেওঁলোকৰ মাজত নানাবিধ লোক-গীত (doina বা মালিতা আদি) প্ৰচাৰিত আছিল। সেইবিলাকেও তেওঁক অভিভূত কৰি তুলিছিল। তেওঁ জাৰ্মান আৰু ইংৰাজী সাহিত্য অধ্যয়ন কৰিছিল আৰু সেইবোৰ ভাষাৰ ৰোমাণ্টিক কবি-তাই তেওঁৰ হৃদয় চুইছিল। তেওঁ বিশ্ববিদ্যালয়ৰ দৰ্শনৰ অধ্যাপক হৈছিল। তেওঁৰ কবিতাত এৰ বিষাদৰ সুৰ শুনা যায়। প্ৰেম-প্ৰণয়ত বিফল হোৱাও তাৰ এটা কাৰণ আৰু সেই কাৰণ তেওঁৰ কবিতাত অশেষ ঠাইত প্ৰতিফলিত হৈছে। তেওঁ দাৰ্শনিকৰূপে ছোপেনহাৱাৰৰ প্ৰভাৱ গ্ৰহণ কৰিছিল আৰু সেই পথেদি গৈ সংস্কৃত সাহিত্য পঢা আৰু প্ৰাচ্য দৰ্শনৰ লগত পৰিচিত হোৱা তেওঁৰ স্বাভাৱিক আছিল। এক নৈৰাশ্যবাদ তেওঁৰ কবিতাৰ স্থায়ী সুৰৰ দৰে কিন্তু ৰোমানিয়ান ভাষাৰ সুৰৰ সৌন্দৰ্য তেওঁৰ শাৰীবোৰত সদায় অনুৰণিত হৈ আছিছে। তেওঁৰ Rugaciunea unui Dac (A Dacian, Dream) কৱিতাটো বৰ সাৰ্থকতাপূৰ্ণ। ডেচিয়া হ'ল ৰোমান যুগৰ ৰোমানিয়াৰ নাম। তেতিয়াৰ ৰোমানিয়ানসকলে ভাবিছিল, তেওঁলোকৰ দেৱতা Demiurge-এ মানুহক কৰাল কালৰ-পৰা মুক্ত মৃত্যুহীন কৰি সৃষ্টি কৰিছিল। কিন্তু এমিনেস্কুৰ ডেচিয়ানে বিচাৰিছে মৃত্যু। ৰোমানিয়ান সাহিত্যৰ ইতিহাস-লেখক মুণ্টেআনো বেছিলে (Basil Munteano) Modern Romanian Literature গ্ৰন্থত লেখিছে, This Dacian is a disciple of Buddha and his coveted Nirvana somewhat resembles

Schopenhauer's. But usually, in Eminescu's work this Nirvana figures the "eternal rest", a marvellous pantheistic sleep, spent amidst the harmonies of nature.

এমিনেস্কুৰ কবিতাৰপৰা উদ্ধৃতি দি আৰু পাঠকক আমনি নিদিওঁ। কিন্তু ৰোমানিয়ানৰ জাতীয় মানসৰ কোনোবাখিনিত ভাৰতৰ লগত কিবা এফেৰি সাম্য ক'ৰবাত বৈ গৈছে— যি spark of the Romanian soul-এ ভাৰতীয় প্ৰাণত স্পন্দন বিচাৰি পাব পাৰে।

সাধাৰণতে কণ্টিনেণ্টৰ lingua franca হিচাপে ফৰাচী ভাষা-ইহে বেছি কাম কৰে, ইংৰাজী তাত সিমান নচলে। গতিকে কন্‌স্টাটিন ড্ৰেগানৰ লগত কথা পাতোঁতে সদায় ইংৰাজী সৰ্‌সৰীয়াকৈ কোৱা ডেনিয়েলাৰ সহায় ল'ব লগীয়া হৈছিল। ৰোমানিয়াত থাকোঁতে হোটেলতে হওক বা মানুহৰ ঘৰতে হওক, এটি বস্তু খাই জুটি পাইছিলো—mushroom soup, কাঠফুলাৰপৰা কৰা চুকহা। এদিন কথায় কথায় ক'লো, 'আমি ভাৰতত হ'লে এইদৰে কাঠফুলা নাখাওঁ দেই।' ড্ৰেগানে টপ্‌কৰে মাত লগালে, 'কাৰণ তোমালোকৰ মনুৱে তোমালোকক ছত্ৰাক খাবলৈ হাক দি গৈছে।" এই বুলি তেওঁ ফৰাচী অনুবাদ থকা এখন "মনুসংহিতা" উলিয়াই চুঠাইত (৫.৫ আৰু ৫.১৯) মনুৰ বচন দেখুৱালে। আমাৰ ঐতিহ্য আমি অধ্যয়ন নকৰিলেও পৃথিৱীৰ ক'ৰবাত কোনোবাই সূক্ষ্মভাৱে কৰে।

# জিলিকাব লুইতৰে পাৰ

৭ নৱেম্বৰ ১৯৮৫। গুৱাহাটী জিলা পুথিভঁৰালৰ প্ৰেক্ষাগৃহত বহি ডক্টৰ ভূপেন হাজৰিকাৰ গান শুনিছো। তেওঁ গীত আৰু কথাত তাহানিৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ আৰম্ভণি-কালৰ কাহিনী স্মৰণ কৰিছে। বিশ্ববিদ্যালয়ৰ প্ৰথম নিজা ঘৰৰ দুৱাৰ মুকলি কৰিবলৈ আহিছিল ৰাষ্ট্ৰপতি ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদ। ২১ ফেব্ৰুৱাৰী ১৯৫৪। আগৰ বকৰাণিখনত বিশ্ববিদ্যালয়ৰ সেই ঘৰ হৈ উঠিছে। চাৰিও ফালৰ মাটিবোৰ তেতিয়াও অসমান। বন-বাত চাঁচ-কাটি উদ্বোধন সভাৰ বাবে ঘৰটোৰ সমুখৰ ঠাইখিনি সমান কৰি গুৱাহাটীৰপৰা চকি, বেঞ্চি কঢ়িয়াই নি বভাত পতাগৈ হৈছে। অসম চৰকাৰৰ ৰঙা-বগা দীঘল দীঘল বাছবোৰে (সেইবোৰ তেতিয়া নতুন বস্তু দেখি, তাত উঠিয়ে আমাৰ মনবোৰে নতুনত্বৰ আস্বাদ লাভ কৰিছিল) ছাত্ৰ, শিক্ষক আৰু নিমন্ত্ৰিত-সকলক দীঘলীপুখুৰীৰ পাৰৰপৰা কঢ়িয়াই আনিছে। সেই সভাতে আমাৰ অনুৰোধত ভূপেন হাজৰিকাই ৰচনা কৰা আৰু নিজে সুচৰিৰ দৰে লগাই দিয়া গীত ল'ৰা-ছোৱালীৰ এটি সৰু দলে আকাশ-বতাহ মুখৰিত কৰি গাইছিল: 'জিলিকাব লুইতৰে পাৰ/আন্ধাৰৰ ভেটা ভাঙি/প্ৰাগ্‌জ্যোতিষত বয়/জেউতি নিজৰাৰে ধাৰ/শত শত বস্তিৰে/জ্ঞানৰে দীপালীয়ে/জিলিকাব লুইতৰে পাৰ।' বহুত পোহৰৰ, বহুত জ্ঞানৰ, বহুত বিজ্ঞানৰ, মহামানৱতাৰ বহুত আশাক যেন ভাষা দিয়া হৈছিল। তেতিয়া কোনেও কিন্তু ভবা নাছিল 'শত শত বস্তিৰ জ্ঞানৰ দীপালী' টিমাব-ঢুকাব পাৰে কেতিয়াবা। কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জীয়ে বাধা পাই থমকি ৰোৱাৰ

দৰে বৈ আকৌ নতুন সাহেৰে আগ বাঢ়ি, আকৌ বাধা পাই 'মাৰ্গাচলব্যতিকৰেৰ' আকৌ আগ বাঢ়ি আজি একুৰি সোতৰ-বছৰীয়া হ'লহি। এই বিশ্ববিদ্যালয়ৰ গতিৰ সুৰৰ লগত দেশৰ বাবে বহুত কিবা-কিবি আশা কৰা আমিবোৰৰ প্ৰাণৰ তন্ত্ৰীৰ সুৰো বন্ধা হৈ আছে। অন্ততঃ থাকিব লাগে।

১৯৪৮ চনৰ ১ জানুৱাৰীত জন্ম লাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাবে এটা সময়ত কাকা ছাহেব কালেলকাৰক উপাচাৰ্য কৰি অনা কথাও উঠিছিল; কিন্তু গোপীনাথ বৰদলৈদেৱে এই বিষয়ত মহাত্মাজীৰ পৰামৰ্শ নাপালে। আমাৰ ভাগ্যৰ বিষয় যে সেই বাছনি উঠিল আমাৰ মহামনীষী কৃষ্ণকান্ত সন্দিকৈৰ নামত আৰু তেওঁ সেই পদ গ্ৰহণ কৰিবলৈ সন্মতি প্ৰদান কৰিলে। আজি গুৱাহাটী বিশ্ববিদ্যালয়ৰ থানকে বোলক বা মানকে বোলক, তাৰ মানদণ্ড প্ৰতিষ্ঠা এইগৰাকী উপাচাৰ্যই প্ৰথম ন-বছৰীয়া কাৰ্য-কালত কৰি থৈ গৈছিল। বিশ্ববিদ্যালয়ৰ সেইটিহে শুভাৰম্ভ হৈছিল। ১৯৪৮ চনৰ ২২ ফেব্ৰুৱাৰীৰপৰা ১৯৫৭ চনৰ সেই তাৰিখলৈকে কটন কলেজৰ অধ্যক্ষৰ খেৰী ঘৰটোত বহি-শুই তেওঁ সেই প্ৰতিষ্ঠা নিৰ্মাণ কৰিছিল। সেয়ে আছিল তেওঁৰ নিৱাস, কাৰ্যালয় আৰু অতিথি-শালা (তাতে ডক্টৰ ৰাধাকৃষ্ণণ থাকি গৈছিল)। ১৯৫১ চনত আৰু ১৯৫৪ চনত তেতিয়াৰ বিশ্ববিদ্যালয় আইন অনুসৰি উপাচাৰ্য পদৰ বাবে কোৰ্টৰ সভাত নিৰ্বাচন হৈছিল আৰু নিৰ্বাচনৰ যুদ্ধত সন্দিকৈ আৰু ডক্টৰ ভূঞা ছাৰ নামিছিল। সেইবেলা আমাৰ ইকৰাৰ মৰণৰ দশা উপস্থিত হৈছিল— ৰামলৈ চালেও ডৰোঁ, সীতালৈ চালেও মৰোঁ অৱস্থা। বিশ্ববিদ্যালয়বিলাকৰ উপাচাৰ্য-নিৰ্বাচনৰ পদ্ধতি এতিয়া সলনি হৈছে আৰু সি বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰৱৰ্তিত হোৱা 'ৰাজনীতি'ক কিছু পৰিমাণে শাম কটাই পেলাইছে।

সন্দিকৈদেৱে উপাচাৰ্য পদ গ্ৰহণ কৰাৰ পাছত আমাৰ বিদ্যায়তনিক জীৱনত বাই-কুই নাথাকিব, এনে যেন সকলোৱে ভাবিছিল।

কিন্তু তাতো আকৌ আন এক প্ৰকাৰ 'ৰাজনীতি' সোমাই পৰিছিল। সন্দিকৈক মুখ্য মন্ত্ৰীয়ে ৰাজধানী শ্বিলঙলৈ মাতি পঠিয়াইছিল। ত'ত নগ'ল। গুৱাহাটীৰ আৰ্কট-গৃহলৈ মাতিলে। তালৈও নগ'ল। শেহত ৰৰদলৈ ডাঙৰীয়া নিজেই উপাচাৰ্যৰ বাসভৱনলৈ আহিব লগীয়া হ'ল। আজি-কালি এই ব্যৱস্থা কেনেকৈ লুটি খাই পৰিছে, সেই কথা আমি সকলোৱে জানো। এই কাৰণে বোধ হয় নহয়, কিন্তু আন কিবা কিবা কাৰণত বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ ওপৰত অসম চৰকাৰৰ আস্থা নোহোৱা হৈছিল আৰু অনুষ্ঠানটি এবছৰীয়া হওঁতেই বিশ্ববিদ্যালয় আইনৰ সংশোধনী আইন কৰি ঘৰ-দুৱাৰ আদি সজাৰ কৰ্তৃত্ব আৰু দায়িত্ব বিশ্ববিদ্যালয়ৰ হাতৰপৰা কাঢ়ি নি এখন সমিতিৰ (University Development Committee) হাতত ন্যস্ত কৰা হ'ল। ইয়াক দুৰ্ভাগ্যৰ কথা বুলি ক'ব লাগিব. কাৰণ এই সমিতিৰ লগত জড়িত নানা ব্যক্তিৰ অপবাদ ৰটনা হ'বলৈ ধৰিলে আৰু বিশ্ববিদ্যালয় এক সৰু-সুৰা ৰণ-ক্ষেত্ৰত পৰিণত হ'ল। চৰকাৰে বিশ্ববিদ্যালয় সৃষ্টি কৰি লৈ তাৰ বাবে ব্যৱহাৰ কৰা চৰকাৰী ঘৰৰ বাবে কেৰেয়া (বছৰেকত ত্ৰিছ হাজাৰ টকাৰ অধিক) দাবী কৰি হাৰাশাস্তি কৰাৰ উপায় চিন্তিছিল পোনৰপৰাই। এইদৰে জন্মৰেপৰাই বিশ্ববিদ্যালয়টোৰ ভাগ্যত দাৰিদ্ৰযোগ লাগি আছিছে। ইয়াৰ মাজতো বিশ্ববিদ্যালয়ৰ বিদ্যায়তনিক গতি থিৰেৰ আগ বাঢ়িছিল। অসম মেডিকেল কলেজ (১৯৪৯-৫০), কৃষি কলেজ (১৯৫০-৫১), ভেটেৰিনেৰি কলেজ (১৯৫২-৫৩) আদি বৈজ্ঞানিক শিক্ষানুষ্ঠানৰ বাহিৰেও বিশ্ববিদ্যালয়ৰ লগত ১৩ খন প্ৰথম শ্ৰেণী আৰু দুখন দ্বিতীয় শ্ৰেণীৰ কলেজে স্বীকৃতি-প্ৰাপ্তৰূপে শিক্ষা দান কৰিছিল; বিশ্ববিদ্যালয়ে নিজৰ শিক্ষা-শ্ৰেণী অলপ দিনৰ ভিতৰতে ভালেকেইটি আৰম্ভ কৰিছিল আৰু আগৰ আৰ্ল আইন কলেজৰ পৰিচালনা নিজৰ হাতলৈ লৈছিল। যেতিয়া ১৯৪৯ৰ ফেব্ৰুৱাৰীত বিশ্ববিদ্যালয় শিক্ষা

আয়োগ গুৱাহাটীলৈ আহে, আয়োগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ আৰম্ভণৰ কাৰ্য দেখি সন্তোষ প্ৰকাশ কৰে। ইতিমধ্যেই প্ৰৱেশিকা পৰীক্ষাৰ অসমীয়া, ইংৰাজী, সংস্কৃতৰ পাঠ্য আদি প্ৰস্তুত কৰি প্ৰকাশন আঁচনি আৰম্ভ কৰি দিয়া হয়, যদিও আজিও প্ৰকাশনৰ বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ক দুখীয়া বুলি ক'ব লাগিব। বিশ্ববিদ্যালয়ৰ শিক্ষক-নিয়োগত সন্দিকৈ ডাঙৰীয়াই অন্ততঃ পোষ্ট-গ্ৰেজুৱেট শ্ৰেণীৰ বাবে শিক্ষকৰ ভাৰতীয় বিশ্ববিদ্যালয়ৰ হ'লে প্ৰথম শ্ৰেণীৰ এম্. এ. ( বিদেশী বিশ্ববিদ্যালয়ৰ দ্বিতীয় শ্ৰেণী ) ডিগ্ৰি থকাটো বিচাৰিছিল। অনুষ্ঠানটোৰ মানদণ্ড উচ্চত ৰাখিছিল। সপ্তম দশকৰ মাজভাগত এই নীতি সৰাই পেলোৱা হ'ল। লগে লগে মানদণ্ডৰ খুঁটিও ঢিলা হোৱাটো স্বাভাৱিক। বিশ্ববিদ্যালয়ৰ প্ৰথম অভিবৰ্তন দুটিয়ে আমাৰ মাজত এক পৱিত্ৰ পৰিৱেশ সৃষ্টি কৰিছিল। প্ৰথমটিত ( ৩ জানুৱাৰী ১৯৫১ ) স্নাতকসকলক ডক্টৰ সৰ্বপল্লী ৰাধা-কৃষ্ণণে সম্বোধন কৰিছিল আৰু দ্বিতীয়টিত ( ৩১ জানুৱাৰী ১৯৫৫ ) ছাৰ ৰামস্বামী মুদলিয়াৰে। এই দেৱৰ দুৰ্লভ পণ্ডিতসকলৰ উপ-স্থিতিয়ে ছাত্ৰ-শিক্ষকৰ মনত এক অভিনৱ অনুপ্ৰেৰণা জগাই তুলিছিল। এই সময়তে কিন্তু বিশ্ববিদ্যালয়ৰ নেতাসকল শিক্ষাৰ অৱস্থা লৈ চিন্তিত হৈ পৰিছিল। ১৯৫২ৰ জুনত বিশ্ববিদ্যালয় আৰু চৰকাৰী শিক্ষা বিভাগৰ এখন যুটীয়া সন্মিলন বহিছিল। দেখা গৈছিল প্ৰৱেশিকা পৰীক্ষাত শতকৰা ৫০ ভাগৰো অধিক স্কুলত উত্তীৰ্ণৰ সংখ্যা শতকৰা ৫০ ভাগৰ তল আৰু সকলো প্ৰাইভেট পৰীক্ষাৰ্থীৰ মাজত উত্তীৰ্ণৰ শতকৰা সংখ্যা শতকৰা ৩০ৰ তল। সন্মিলনে উপায় চিন্তা কৰি কিছু সিদ্ধান্ত কৰিছিল আৰু বিশ্ববিদ্যালয়ে সেইখিনি কামত লগাবলৈ শিক্ষা বিভাগলৈ পঠিয়াইছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ পি. কে. বোসক ইংৰাজী বিষয়ত কলেজবোৰত ইংৰাজীৰ মানদণ্ড নিম্ন হোৱাৰ কাৰণ বিচাৰ কৰিবলৈ দিয়া হৈছিল। অকাৰ্যকৰী শিক্ষাদানৰ বাবেই

আৰু স্কুল-কলেজবোৰত শিক্ষাৰ বাতাৱৰণৰ অভাৱৰ কাৰণেই ইংৰাজী আৰু আন বিষয়তো ল'ৰা-ছোৱালীৰ বিদ্যালাভৰ গতি মন্দ হৈছিল বুলি বোসে নিৰ্ণয় কৰিছিল। আজি শিক্ষাৰ মানদণ্ড সেই তেতিয়াতকৈ বহুত তললৈ গৈছে, আৰু তাৰপৰাই আজিৰ শিক্ষাদান আৰু বিদ্যায়তনিক বাতাৱৰণত তেতিয়াতকৈও বেয়া এখন চিত্ৰ হৈ ওলাই পৰিছে। কিন্তু এই বিষয়ে আমি বিশেষ চিন্তা কৰিবৰ আৱশ্যকতা দেখা পোৱা নাই! আনফালে, শিক্ষাৰ ডাঙৰ ডাঙৰ পৰিৱৰ্তন-সাধনৰ আঁচনি লৈ আমি ব্যস্ত!

গৱেষণা বিশ্ববিদ্যালয়ৰ বিশেষ এটি কৰ্ম। অসমৰ লগত সম্বন্ধ থকা বিষয়ত বিশ্ববিদ্যালয়ৰ যোগে গভীৰ গৱেষণা হ'ব বুলি সকলোৱে বাট চাইছিল—বিশেষকৈ ডক্টৰ কাকতি ছাৰৰ নিৰ্দেশত। কিন্তু ১৯৫২ৰ ১৫ নৱেম্বৰ তাৰিখে হঠাতে ছাৰৰ মৃত্যু ঘটে। তেতিয়ালৈকে গৱেষণাৰ ছাত্ৰৰূপে কোনো বিষয়তে এজন ছাত্ৰৰ নামো বিশ্ববিদ্যালয়ত পঞ্জীভূত হোৱা নাছিল। মই ছাৰৰ অধীনত পঞ্জীয়ন বিচাৰি দৰ্খাস্ত এখন কৰি থৈছিলো, থিছিছৰ দুপাতমান লেখিছিলোও; কিন্তু কৰ্তৃপক্ষই কাকো তেতিয়াও গৱেষণা-কৰ্মী বুলি স্বীকৃতি দিয়া নাছিল। ছাৰৰ মৃত্যুৰ পাছত ১৯৫২-৫৩ বছৰতে কলা আৰু বিজ্ঞানৰ বিবিধ বিষয়ত মুঠ নজনৰ (কেয়োজন বিশ্ববিদ্যালয়ৰ বা কোনো কলেজৰ শিক্ষক) নাম পঞ্জীভূত হয়। তাৰ ভিতৰৰে মই, সত্যেন্দ্ৰনাথ শৰ্মা আৰু প্ৰফুল্লদত্ত গোস্বামী, আমি তিনিয়ে ১৯৫৫ চনত বিশ্ববিদ্যালয়ৰ প্ৰথম ডি. ফিল্. ডিগ্ৰি লাভ কৰোঁ।

ডক্টৰ কাকতি ছাৰ ঢুকোৱাত নতুনকৈ গজালি মেলা বিশ্ববিদ্যালয়টোৰ ক্ষতি হ'ল বহুতো। বহুতে ভাবিছিল ছাৰ অতি সোনকালেই আমাৰ উপাচাৰ্য্য হ'ব। ছাৰ উপাচাৰ্য হ'লে কেনে হ'লহেঁতেন, সেইটো অৱশ্যে চাব লগীয়া হ'লহেঁতেন। কিন্তু আমি তেওঁৰ গাতে লাগি থকা কেইটাক তেওঁৰ মৃত্যুৱে বহুতখিনি দুখীয়া কৰি

থৈ গ'ল— ছাৰৰ সান্নিধ্য আৰু ধেমালিতো ছাৰৰ বুদ্ধিদীপ্ত উক্তিবোৰৰ পৰা আৰু পাণ্ডিত্যপূৰ্ণ হাঁহিবোৰৰপৰা আমি বঞ্চিত হ'লো। ছাৰৰ মৃত্যুৱে যি অভাৱৰ সৃষ্টি কৰিলে, তেতিয়াহে আমি তাক অনুভৱ কৰিবলৈ ধৰিলোঁ। বিশেষকৈ ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ উদ্যোগত সন্দিকৈ ডাঙৰীয়াক সভাপতি কৰি এখন সমিতি গঠন কৰি ছাৰৰ স্মৃতি-ৰক্ষাৰ অৰ্থে তেওঁৰ গুণমুগ্ধসকলৰপৰা অৰ্থ-সংগ্ৰহ আৰম্ভ কৰা হ'ল। প্ৰায় এমাহৰ ভিতৰতে ছাব্বিছ হাজাৰ টকা গোট খালে। সেয়া বিশ্ববিদ্যালয়ক গতাই দিয়া হ'ল ছাৰৰ স্মৃতিৰক্ষক বক্তৃতা-মালাৰ দিহা কৰিবৰ অৰ্থে। এই ধৰণৰ প্ৰথম বক্তৃতাৱলী প্ৰদান হয় ছাৰৰ গুৰু ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ The Place of Assam in the History and Civilisation of India ১৯৫২ৰ ৪-৬ মেইত কটন কলেজৰ ছুদমাৰ্চেন ভৱনত। সি ডক্টৰ কাকতিৰ উপযুক্ত সম্মান বুলি সকলোৰে মনত সন্তোষৰ ভাব সৃষ্টি কৰে। অধ্যাপক কে. এ নীলকণ্ঠ শাস্ত্ৰী আদিয়ে এই ছিৰিজত পিছৰ বক্তৃতা দি কাকতি ছাৰৰ স্মৃতি সঞ্জীৱিত কৰি ৰাখে।

২৪ ফেব্ৰুৱাৰী ১৯৫৪ত বিশ্ববিদ্যালয়ৰ প্ৰথম ঘৰটি (ব্লক) উন্মোচন কৰি ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদে দুখ প্ৰকাশ কৰে যে বিশ্ব-বিদ্যালয়ৰ সপ্তম বৰ্ষতো সংস্কৃত আৰু ইংৰাজী, পদাৰ্থবিদ্যা, ৰসায়ন, নৃতত্ত্ব আৰু ভূতত্ত্ব বিষয়ত বিভাগ আৰম্ভ কৰা হোৱা নাই। লগতে তেওঁ সদ্যহতে জন্ম লাভ কৰা বিশ্ববিদ্যালয় অনুদান আয়োগৰ উল্লেখ কৰি আশা প্ৰকাশ কৰে গুৱাহাটীয়ে আয়োগৰপৰা অৰ্থ আৰু কাৰি-কৰি সাহায্য লাভ কৰিব। বিশ্ববিদ্যালয়ে ইতিমধ্যে আই.এ.এছ্. পৰীক্ষাৰ বাবে ছাত্ৰ-ছাত্ৰী সাজু কৰিবৰ বাবে এটা শ্ৰেণী খোলে আৰু সেই উদ্দেশ্যে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ এম্. এ. হিল্টন ক্ৰাঞ্চিছে ১৯৫৩ৰ নৱেম্বৰত ইংৰাজীৰ অধ্যাপকৰূপে যোগ দিয়েহি। ভাৰতীয় সাহিত্য, দৰ্শন, সংগীত আদিত অনুৰাগ থকা এই ডেকাজন সোন-

কালেই আমাৰ লগত মিলি যায় আৰু আমাৰ ঘৰুৱা মেলৰ মেলুৱৈ হয়। তেওঁ কেনেকৈ গুৱাহাটী এৰি যাব লগীয়া হয়, তাৰ সাধুটো আগতে এঠাইত কৈ আহিছো।

"পত্ৰলেখা" নাম দি মই সংগ্ৰহ আৰু সম্পাদন কৰা পত্ৰবিলাকৰ মাজত লক্ষ্মীনাথ বেজবৰুৱাৰ এখনি চিঠি আছে 'My dear beginner of activities' সম্বোধনেৰে। এই চিঠি যতীন্দ্ৰনাথ দুৱৰালৈ লিখা হৈছিল বুলিয়েই মই ধাৰণা কৰিছিলো; কিন্তু সম্ভৱত চিঠিখন বেজবৰুৱাৰ অন্তৰঙ্গ বন্ধু চন্দ্ৰকুমাৰ আগৰৱালালৈহে লেখা হৈছিল। আমাৰ বিশ্ববিদ্যালয়তে তেনে এজন কৰ্ম-কুশল beginner of activities ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা। বিশ্ববিদ্যালয়-টোৰ ভিতৰত বহুতবোৰ সৰু-সুৰা পৰিকল্পনাৰে তেওঁ আছিল প্ৰসূতি। ১৯৫৩-৫৪ চনৰপৰা আৰম্ভ কৰা জনজাতীয় সংস্কৃতি আৰু লোক-কথাৰ গৱেষণা বিভাগ, হাতেলিখা পুথিৰ পুথি-ভঁৰাল, প্ৰকাশন বিভাগ আৰু তাৰ অন্তৰ্গত মহাভাৰত-অনুবাদ আদি আঁচনি আৰু দুই-এটি তেনেধৰণৰ অনুষ্ঠান বৰুৱাদেৱৰে কৰ্মপ্ৰৱণতাৰ ফল। তেওঁ আমাকো বলেৰে কোনো কোনো তেনে কামত লগাইছিল আৰু তেওঁৰ বায়ু-বেগত আমি চলিব নোৱৰা যেন দেখিলে কৈছিল, 'ক'তা, কি কৰিলা? তুমি নোৱাৰা যদি সেইটো কাম ময়ে কৰি পেলাম কিন্তু।' বিশ্ববিদ্যালয় টোলৰ বাটে-পথে থকা অনেক গছ ডক্টৰ বৰুৱাই লগোৱা আৰু হয়তো তাৰ সঁচ কলিকতাৰপৰা তেওঁ নিজ খৰচত গ্লোব নাৰ্ছেৰিৰপৰা অনা। আমাৰ মানুহে কিন্তু তেওঁৰ এইবোৰ কৰ্মৰ ভাল অৰ্থ বিচাৰি নাপাইছিল। বেয়া হলে দেখা পাইছিল। বৰুৱাৰ পতনৰ ইও এটা কাৰণ নেকি! আনফালে, তেওঁৰ কামৰ হেঁচাও নিজে এইদৰে বঢ়াই লৈ শেহত হাতেলেখা পুথিভঁৰাল, প্ৰকাশন বিভাগৰ দায়িত্ব (অবৈতনিক অৱশ্যে) আমাৰ ওপৰত ন্যস্ত কৰিছিল। কিন্তু তেওঁৰ ব্যক্তিত্বই এইবোৰ অত্যাৱ-

শ্যকীয় কামক এটা শক্তি দি আছিল। এইদৰে নিজে আগ বাঢ়ি কাম উলিয়াই তাত লাগি থকা লোকৰপৰাহে সমাজৰ কাম হয়, সি সঁচা কথা।

অসমীয়া অনাৰ্ছ আৰু এডুকেশ্যন পাছৰ বাহিৰে বিশ্ববিদ্যালয়ৰ সকলো বিভাগ ৫৫-৫৬ চনৰ ভিতৰতে জালুকবাৰীলৈ তুলি নিয়া হয়। ডাঙৰ চুমহলীয়া আৰ্টছ ব্লকটোৰো তাৰ ভিতৰতে আধাখিনি সম্পূৰ্ণ হয় আৰু তাতে আইন, বাণিজ্য বিভাগ আৰু গ্ৰন্থাগাৰকো ঠাই দিয়া হয়। নতুন ঘৰত ক্লাছ কৰিবলৈ গৈ বৰ ভাল লাগিছিল যদিও তাত অলপ নিজান নিজান যেনো লাগিছিল আৰু গুৱাহাটী-জালুকবাৰীৰ মাজত অহা-যোৱাৰ বাবে ছবকাৰে দিয়া বাছত আছ-কাল অনুভৱ নকৰাকৈ নাছিলো। গ্ৰন্থাগাৰ-নিৰ্মাণৰ খৰচ বিশ্ব-বিদ্যালয় অনুদান আয়োগে বহন কৰিবলৈ গাত লৈছিল আৰু ৫৫-৫৬ৰ ভিতৰতে আধা লাখ টকা প্ৰাথমিক কাৰ্য্যৰ বাবে দিয়ে দিছিল। বিজ্ঞানৰ বিভাগবোৰৰ কাৰণে যদিও দুটা চুমহলীয়া ঘৰ প্ৰস্তুত হৈ গৈছিল, সকলোবোৰ বিভাগ ভালকৈ চলাবৰ বাবে ঠাইৰ অনাটন অনুভৱ কৰা গৈছিল আৰু অনুদান আয়োগৰ পৰি-দৰ্শক সমিতিক সহায়ৰ বাবে ধৰি থাকিব লগীয়া হৈছিল। সৰু ল'ৰা-ছোৱালীৰ বাবে এখন পঢ়াশালি, ডাকঘৰ আৰু পুলিচ থানাৰ বাবে শিক্ষকৰ বাস-ঘৰৰূপে সজা ঘৰক ব্যৱহাৰ কৰিবলৈ দি বিশ্ববিদ্যালয় সমাজক স্বয়ংসম্পূৰ্ণ কৰিবৰ বাবে যত্ন কৰা হৈছিল। ছাত্ৰ-ছাত্ৰীৰ নিবাসৰ দিহাও আধা-আধি হৈছিল আৰু আস্পতালৰ ঘৰো লাহে লাহে হৈ উঠিছিল। ১৯৫৭ চনত সন্দিকৈ ডাঙৰীয়াই উপাচাৰ্য পদৰী এৰাৰ আগলৈকে বিশ্ববিদ্যালয়ৰ কায়িক ৰূপ এনে হৈছিল বুলি ক'ব পাৰি।

বিশ্ববিদ্যালয়ে মোক অসম সঙ্গীত নাটক একাডেমিলৈ প্ৰতি-নিধিৰূপে পঠিয়াইছিল। ঢেঁকীয়ে স্বৰ্গলৈ গ'লেও ধান বানিব লাগে।

একাডেমিয়ে বৰগীত গৱেষণা সমিতি বুলি এটি অনুষ্ঠান কৰি মোৰ ডিঙিত আঁৰি দিছিল। এই সমিতিৰপৰা "স্বৰৰেখাত বৰগীত" আৰু Rhythm in the Vaishnava Music of Assam নামৰ দুখন প্ৰতিবেদন তৈয়াৰ কৰি প্ৰকাশ কৰিছিলো। এইবোৰ কামৰ বাবে টকা যোগাৰ কৰিছিলো ৰাষ্ট্ৰীয় সংগীত নাটক অকাদেমিৰপৰা। ভাৰতৰ দ্বিতীয় লোক-সভাৰ এষ্টিমেট্‌ছ কমিটিয়ে (১৯৫৭-৫৮) 'সাংস্কৃতিক আৰু আন্তৰ্জাতিক কাৰ্য-কলাপ' বিষয়ক পঞ্চম প্ৰতিবেদনত (পিঠি ৮) Professor Neogi of the Gauhati Universityএ অসমৰ সংগীতৰ বিষয়ে গৱেষণা পৰিচালনা কৰাৰ কথা বিশেষভাৱে উল্লেখ কৰিছিল!

১৯৫৭ চনত ডক্টৰ সূৰ্যকুমাৰ ভূঞা উপাচাৰ্য হয় আৰু তিনি বছৰ বিশ্ববিদ্যালয়ৰ কাৰ্য শান্তিৰ মাজত নিৰ্বাহ কৰে। বিশ্ববিদ্যালয়ৰ জন্মৰ সময়ৰেপৰা ডক্টৰ ভূঞা ছাৰে Culture and Civilisation of Assam নাম দি এটা বিষয় খোলাৰ কথা প্ৰস্তাৱ কৰি আহিছিল। বিশেষকৈ যি উদ্দেশ্য লৈ গুৱাহাটী বিশ্ববিদ্যালয় ৰাইজে বিচাৰিছিল আৰু অসম চৰকাৰে স্থাপন কৰিছিল আৰু যি উদ্দেশ্য ইউনিভাৰছিটি বিলৰ Statement of Objects and Reasons-অত স্পষ্টভাৱে প্ৰকাশ কৰিছিল, তাৰ কথা মনত ৰাখি আঠখন প্ৰশ্ন কাকতত বিষয়টো বিস্তাৰ কৰি ডক্টৰ ভূঞাৰ প্ৰণোদনত বিশ্ববিদ্যালয়ে সেই বিষয়ৰ এম্. এ. শ্ৰেণী আৰম্ভ কৰে। এজন বিশেষভাৱে নিয়োগ দিয়া লেক্‌চাৰাৰৰ উপৰি আমি অসমীয়া বিভাগৰ শিক্ষকসকলেও বিষয়টোৰ অধ্যাপনা কৰিছিলো। কিন্তু প্ৰথম বছৰত নাম লগোৱা দুজন ছাত্ৰ-ছাত্ৰীৰ বাহিৰে বিষয়টো পঢ়িবলৈ কোনো ওলাই নাহিল। গতিকে ছাৰৰ সজ উদ্দেশ্য কাৰ্যত ভালভাৱে পৰিণত নহ'ল।

১৯৬০ৰ ২৩ ফেব্ৰুৱাৰী তাৰিখে ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞাই উপাচাৰ্য হিছাপে যোগদান কৰে। ছাৰৰ কাৰ্যকাল আগ বঢ়াৰ লগে লগে বিশ্ববিদ্যালয়ৰ দিগন্তত ধুমুহা গোট খাবলৈ ধৰে। ঠায়ে ঠায়ে ফুচ্‌ফুচীয়া মেল বহে। বিশ্ববিদ্যালয়ৰ আৱন্তণিৰেপৰা দক্ষতাৰে ৰেজিস্ট্ৰাৰ পদ পূৰ কৰি অহা ফণীধৰ দত্ত আৰু বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিব তথা কলাগুৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ বিৰুদ্ধে এটা বিক্ষোভ প্ৰথমতে তুঁহ জুইৰ দৰে উাম উমি বিয়পি-বলৈ আৰম্ভ কৰে। ইসকলে নতুন উপাচাৰ্যক কামত যেন বাধা দিছে—এনে হেন এটা গুজব উঠিবলৈ ধৰে। বিশ্ববিদ্যালয় কাৰ্যবাহী পৰিষদ আদিত মুকলি সংঘাতো হয় বুলি আমি দূৰণিৰপৰা শুনিবলৈ পাওঁ। মুঠতে আমাৰ ঘৰৰ ভিতৰত এটা অস্বস্তিৰ ভাৱৰ যেন ৰাজত্ব চলিবলৈ আৰম্ভ কৰে। এই অস্বস্তিৰ শেষ ফল হ'ল—ভূঞা ছাৰ উপাচাৰ্য পদ পৰিহাৰ কৰি আঁতৰি পৰিল। বিশ্ববিদ্যা-লয়ৰ কোৰ্টে নতুন এজন উপাচাৰ্য বাছিব লগীয়া হ'ল। ১৯৬২ ছনৰ ২৩ জানুৱাৰী তাৰিখে কোৰ্টে মহাসভা বহিল। উপাচাৰ্যৰ বাবে কেইবাটাও নাম প্ৰস্তাৱিত হ'ল। ভোট লোৱা হ'ল। সিদিনাৰ ভোটৰ লেখটো চাব লগীয়া প্ৰকাৰৰ হ'ল: ফণীধৰ দত্ত ৪৩, ডক্টৰ মথুৰানাথ গোস্বামী ৩২, হলীৰাম ডেকা ২৫, ডক্টৰ জি. এছ্‌. মহাজনী ২১, ডক্টৰ সূৰ্যকুমাৰ ভূঞা ২০, কৃষ্ণকান্ত সন্দিকৈ ১৫, পুৰন্দৰ শৰ্মা ১০। ইয়াৰ ভিতৰত ভূঞা, সন্দিকৈ আদিৰ নাম বোধ হয় সিসকলক নোসোধাকৈয়ে কোনোবাই প্ৰস্তাৱ কৰিছিল। ফণীধৰ দত্তদেৱক আচাৰ্যই উপাচাৰ্য নিয়োগ কৰিলে আৰু তেওঁ ১২ মাৰ্চ তাৰিখে সেই পদত যোগ দিলে। দত্তৰ নিৰ্বাচনৰ পূৰ্বেই আচাৰ্যই (জেনেৰেল নাগেশ) এক তদন্ত আয়োগ নিয়োগ কৰিছিল। ডক্টৰ মথুৰানাথ গোস্বামী আছিল আয়োগৰ সচিব, ডক্টৰ পাভাটে সভাপতি। এতিয়া ঘটনা-চক্ৰ খৰপাকত ঘূৰিবলৈ ধৰে। ২০ আগস্ট

তাৰিখে কোর্টে আয়োগৰ প্রতিবেদনৰ আলোচনা কৰে আৰু সভাত এনেকুৱা এক পৰিস্থিতিৰ উদ্ভৱ হয় যে উপাচার্য দত্তদেৱে সভাস্থলতে নিজ পদ প্রত্যাহাৰ কৰে আৰু বিশ্ববিদ্যালয়ৰ বাহন পর্যন্ত পৰিহাৰ কৰি আনৰ গাড়ীতহে থকা ঘৰলৈ গুচতে। কলা-গুৰু-ৰূপে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই ইতিমধ্যেই ইস্তফা দাখিল কৰিছিল। ৩০ আগস্টত কোর্টে ইংৰাজী বৈজ্ঞানিক ডক্টৰ হেৰল্ড জে. টেইলৰক উপাচার্য নির্বাচন কৰে; তেওঁ ৭ ছেপ্টেম্বৰত সেই দায়িত্ব গ্রহণ কৰে। এনে এজন শিক্ষা-বিশেষজ্ঞ পায়ো বিশ্ববিদ্যালয় সমাজ শান্ত নহ'ল। ১৯৬৫ চনৰ ৭ মেই তাৰিখে ছাত্রৰ এটা দলে উপাচার্যৰ কার্যালয়ৰ দুৱাৰ ভাঙি এক হুলস্থুলীয়া প্রদর্শন কৰিলে; তেওঁ-লোকৰ দাবী—আসন্ন পৰীক্ষা পিছুৱাই দিব লাগে। ডক্টৰ টেইলৰে লগে লগে আচার্যলৈ তেওঁৰ ইস্তফাপত্র পঠিয়াই দিলে। আমি বিশ্ববিদ্যালয় শিক্ষক সন্থাৰ তৰফৰপৰা তেওঁক লগ পাই তেওঁক সেই পত্র প্রত্যাহাৰ কৰিবলৈ অনুৰোধ কৰিছিলো। তেওঁ কিন্তু ক'লে, 'অনুষ্ঠানটোক দুর্নীতিয়ে চাটি ধৰিছে। একাডেমিক কাউন্সিল-খনো হৈছে এখন ডিবেটিং ছোছাইটি। মই ইয়াত থাকি একো কাম কৰিব নোৱাৰিম। গতিকে আৰু নাথাকোঁ। তোমালোকে নধৰিবাঁ।' ১০ মেই তাৰিখে আচার্যই গুৱাহাটীৰ আবৰ্ত-গৃহত কার্যবাহী পৰিষদৰ এক অধিৱেশন আহ্বান কৰি নিজে উপস্থিত থাকি ডক্টৰ টেইলৰৰ ইস্তফা প্রত্যাহাৰ কৰিবলৈ অনুৰোধ কৰে। টেইলৰে কিন্তু কার্যবাহী পৰিষদক আৰু শিক্ষকসন্থাকো ধন্যবাদ জনাই অনুৰোধ-ৰক্ষাৰ অপাৰগতাহে স্বীকাৰ কৰি ৰহিল। আচার্যই ইস্তফা মঞ্জুৰ কৰিলে, ১৪ মেইৰপৰা ডক্টৰ মথুৰানাথ গোস্বামীক উপাচার্য নিয়োগ কৰিলে, তাৰ পাছত পৰিৱৰ্তিত বিশ্ববিদ্যালয় আইন অনু-সৰি নিযুক্ত এক পৰামর্শ সমিতিৰ পৰামর্শ গ্রহণ কৰি গোস্বামী ছাৰকে পাঁচ বছৰলৈ সেই নিয়োগ দিলে। বিশ্ববিদ্যালয়ৰ ভিতৰত

হৈ যোৱা ধুমুহাই কণীধৰ দত্ত আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাক মানসিকভাৱে ক্ষতিগ্ৰস্ত কৰি থৈ গ'ল। নানা অসুখৰ মাজত লেকাট লাগি ৰেজিষ্ট্ৰাৰৰ কাম কৰি থকা দত্তদেৱক অসুখবোৰে এতিয়া হেঁচা মাৰি ধৰিবৰ সুবিধা পালে। কিছু দিন ঘৰত, তাৰ পাছত হস্পিটালত পৰি থাকি তেওঁ মৃত্যুৰ মুখত পৰিল।

ডক্টৰ বৰুৱাক যুক্তৰাষ্ট্ৰৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ (ব্লুমিংটন) লোক-কথা অনুষ্ঠানে ১৯৬৩ৰ উইণ্টাৰ ছিমেষ্টাৰৰ বাবে ভিজিটিং প্ৰফেছৰ কৰি মাতিছিল। সেই অৰ্থে ২৪ জানুৱাৰী তাৰিখে ঘৰ এৰি এমেৰিকালৈ গৈ তাৰপৰা তেওঁ আগস্টত ঘূৰি পাইছি। ঘূৰি আহোঁতে ভাৰতীয় লোক-কথাৰ এখন বিশ্বকোষ তৈয়াৰ কৰাৰ আঁচনিৰ দায়িত্ব লৈ আহে। ১৯৬৪ চনৰ প্ৰথম সপ্তাহত নতুন দিল্লীত বহা ইণ্টাৰনেশ্যনেল কংগ্ৰেছ অব ওৰিয়েণ্টেলিস্টছৰ অধিৱেশনলৈ বৰুৱাদেৱৰে মযো বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি-ৰূপে গৈছিলো। তাতে অখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ অধিৱেশন গুৱাহাটীত সংগঠন কৰিব লাগে, এই কথা ৰবকৈ ওলায়। গুৱাহাটীলৈ ঘূৰি আহি ডক্টৰ বৰুৱাই শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাক এই বিষয়ত চৰকাৰী পৃষ্ঠপোষকতা দিবলৈ সন্মত কৰায়। ১৭ ফেব্ৰুৱাৰীত ডক্টৰ বৰুৱাৰ ঘৰতে চুজনমানৰ এখন সৰু সভা বহি সম্মিলনৰ অৰ্থে এখন প্ৰকাশন সমিতি গঠন কৰে বৰুৱাক আহ্বায়ক কৰি। কিন্তু বৰুৱাৰ শৰীৰ ইতিমধ্যে বিশেষ বেয়াৰ কালে চাল লৈছিল আৰু এতিয়া সোনকালেই তেওঁক হস্পিটালত থ'বগৈ লগা হ'ল। ২১ মাৰ্চ তাৰিখে সহকাৰী আহ্বায়ক-ৰূপে সমিতিখনৰ এখন অধিৱেশন আহ্বান কৰিছিলো। আলোচনাত বৰুৱাদেৱৰ উছাহ-উদ্যমৰ অন্ত নপৰিছিল। সেইদিনাখনেই ৰাতিলৈ তেওঁৰ হৃদ্‌ৰোগ বিশেষ ৰূপ লৈ দেখা দিলে। তাৰ পাছত তেওঁ অলপ সকাহ পালেও ৩০ মাৰ্চৰ দিনা পুৱা ৮-৩০ বজাতে ৰোগৰ হঠাৎ আক্ৰমণত তেওঁৰ মৃত্যু ঘটে।

বৰুৱাদেৱৰ মৃত্যুত বিশ্ববিদ্যালয়ৰ অশেষ ক্ষতি হ'ল। আটা-ইতকৈ ডাঙৰ ক্ষতি হ'ল আমাৰ অসমীয়া বিভাগৰ। তেওঁৰ পাণ্ডিত্য আৰু ব্যক্তিত্ব দুইটিয়েই বিভাগৰ আছিল ভূষণ আৰু শক্তি। বৰুৱাৰ খালি ঠাই পূৰোৱাৰ প্ৰশ্নই বিশ্ববিদ্যালয়ৰ ভিতৰত সৰু হ'লেও চক্ৰবাতৰ সৃষ্টি কৰিছিল আৰু তাৰ মীমাংসাই বহুত কাল লৈছিল। ইতিমধ্যে বৰুৱা এমেৰিকালৈ যাওঁতে বিভাগৰ প্ৰধানৰ অস্থায়ী নিয়োগ লৈ এটা খেলি-মেলি লাগিছিল। এতিয়া অধ্যাপক বাছনিত বিশেষজ্ঞ ৰূপে কাম কৰিবলৈ ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় অধ্যাপক কৃষ্ণকান্ত সন্দিকৈদেৱেও সংকোচ কৰিলে। বাছনি সমিতি বহি যোৱাৰ পাছতো নিয়োগ বিষয়টি বহুতদিন অমীমাংসিত হৈ ৰ'ল। ইতিমধ্যে স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ মৃত্যু ঘটে। এদিন আমাৰ বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞানৰ প্ৰধান অধ্যাপক ভি ৱেংকট ৰাৱে মোক বাটতে ধৰি ৰাখি ক'লে, 'মই জৱাহৰলাল নেহৰুৰ নামত অসমীয়া বিভাগত এখন চেয়াৰ দিব খুজিছো। তুমি সেই আসন পালে ভাল পাবানে?' মই ক'লো, 'অঁ, মই যোগ্য হওঁ নে নহওঁ ক'ব নোৱাৰোঁ, কিন্তু সেই আসনত জঁপিয়াই উঠিম পাৰিলে। নহ'লে যেনে তেনে বগুৱা বায়ে উঠিব লাগিব।' তেতিয়া ৰাৱে ক'লে যে তেওঁ বিশ্ববিদ্যালয়ক ১,২৫,০০০ টকা যাচিছে কিছুমান চৰ্তত; তাৰ ভিতৰত প্ৰথম কথা, অসমীয়া বিভাগৰ অধ্যাপকজনৰ নাম অসমীয়াৰ জৱাহৰলাল নেহৰু অধ্যাপক হ'ব; দ্বিতীয়তে, অসমীয়াৰ জৱাহৰলাল নেহৰু অধ্যাপকজন বিভাগীয় প্ৰধান হ'ব লাগিব; ইত্যাদি। ১৯ জুন ১৯৬৪ তাৰিখে বিশ্ববিদ্যালয়ৰ কাৰ্যবাহী পৰিষদে ৰাওৰ দান তাৰ চৰ্তসমূহে সৈতে ধন্যবাদেৰে গ্ৰহণ কৰে। ৮ জুন ১৯৬৫ তাৰিখে পৰিষদে চলিত বিদ্যাবৰ্ষৰপৰাই অসমীয়াৰ জৱাহৰলাল নেহৰু অধ্যাপক-পদ অনুষ্ঠিত কৰিবলৈ আৰু তাৰ বাবে ৰাজ্যিক চৰকাৰৰ-

পৰা পৰিপূৰক অনুদান বিচাৰিবলৈ ঠিক কৰে। চৰকাৰো তাত ৰাজী হ'ল। কাৰ্যবাহী পৰিষদৰ ২৯ জুন ১৯৬৫ তাৰিখৰ অধিবেশনে মোক অসমীয়াৰ প্ৰফেছৰ নিয়োগ কৰিবলৈ আৰু মোৰ পদটোক জৱাহৰলাল নেহৰু অধ্যাপক-পদ নাম দিবলৈ সিদ্ধান্ত কৰে। ২৭ জুলাই ১৯৬৫ তাৰিখে মই সেই পদত যোগদান কৰিলো। ৩০ অক্টোবৰ ১৯৬৫ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয় খেল-পথাৰত এক মুকলি সভাত ভাৰতৰ দ্বিতীয় প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীয়ে আনুষ্ঠানিকভাৱে জৱাহৰলাল নেহৰু অধ্যাপক-পদ মুকলি কৰিলে। অধ্যাপক ৰাৱে তেওঁৰ দানৰ তাৎপৰ্য এইদৰে ব্যাখ্যা কৰিছিল : The Professorship gains a dynamic outlook by the association of the name of the founder of the Sahitya Akademi, whose aim is the promotion of all the languages. Above all, the Professorship in Assamese gains permanency and it can never be abolished by any one at any time under any circumstances.' জৱাহৰলাল নেহৰু অধ্যাপক হৈ মই কি কৰিব পাৰিলো, কি কৰিব নোৱাৰিলো, তাক 'বিদ্বজ্জনো বিজানাতি'।

# নামঘোষাৰপৰা তড কাৰ বটলৈলৈ

১৯৬০ৰপৰা ১৯৬৪ পৰ্যন্ত কালছোৱা মোৰ বাবে ঘাইকৈ অসম সাহিত্য-সভা কাল আৰু ১৯৬৫ৰপৰা কেইবছৰমান ঘাইকৈ প্ৰাচ্যবিদ্যা সম্মিলন কাল হৈছিল। সময়ৰ এইবোৰ ছেদৰ বৰ্ণনা সাহিত্য-সভাৰ প্ৰসঙ্গত আৰু প্ৰাচ্যবিদ্যা সম্মিলন প্ৰসঙ্গত দি আহিছো। প্ৰাচ্যবিদ্যা সম্মিলনৰ (AIOC) লগত ঘনিষ্ঠ সম্বন্ধৰ প্ৰায় লগে লগে বিশ্ববিদ্যালয়ত মোৰ জৱাহৰলাল নেহৰু অধ্যাপক-পদৰ কাল আৰম্ভ হৈছিল। অৱশ্যে ইয়াৰ আগতে লেকচাৰাৰ আৰু ৰিডাৰ-ৰূপে বিশ্ববিদ্যালয়ত যেনে প্ৰকৃতিৰ কাম কৰি আছিলো, তাৰ বিস্তাৰ মাত্ৰ এতিয়া হৈছিল। এইখিনিতে সৰু হ'লেও এটি গুৰুত্বপূৰ্ণ কথা মনত পৰিছে। মই ইতিমধ্যে সম্পাদন কৰি উলিওৱা "কীৰ্ত্তন-ঘোষা" "নাম-ঘোষা"ৰ সংস্কৰণৰ যোগে মহাপুৰুষ মাধৱদেৱৰ মহৎ গ্ৰন্থখনিয়ে আধুনিক যুগৰ এজন সন্তৰ হৃদয়ৰ আকৰ্ষণ কৰিছিল। কথাটো হয় এনেপ্ৰকাৰে। মোৰ সংস্কৰণ "নাম-ঘোষা"ৰ নাগৰী লিপ্যন্তৰ কৰি তাৰ সমান্তৰাল এটি হিন্দী অনুবাদে সৈতে (অনুবাদটি কৰে সুৰেন্দ্ৰনাথ সাছয়ে) অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিয়ে প্ৰকাশ কৰে (১৯৬০)। এই সংস্কৰণ সন্ত বিনোৱা ভাৱেৰ হাতত পৰাত তেওঁ মাধৱদেৱৰ মনোৰম পুথিখনিত মনোনিৱেশ কৰাৰ অৱসৰ লাভ কৰে। ইয়াৰ আগতে তেওঁ "ভগৱদগীতা"ক জগতৰ শ্ৰেষ্ঠ এখনি গ্ৰন্থ-ৰূপে 'মোৰ আই' বুলি সম্বোধন কৰিছিল। এতিয়া তেওঁ "গীতা"ৰ লগতে "নাম-ঘোষা"কো থাপনা কৰিলে, "নামঘোষা"ৰ কিছু কুট ঘোষা বাছি লৈ এখনি "নামঘোষা-সাৰ" পুথি উলিয়ালে আৰু অসমলৈ আহি ইয়াত ভ্ৰমণ কৰা সময়ত "নামঘোষা"-পাঠ আৰু তাৰ ব্যাখ্যাক

প্ৰাৰ্থনা-সভাবোৰত বিশেষ স্থান দিলে। "নামঘোষা-সাৰ"ৰ পাতনিত বিনোৱাজীয়ে মোৰ সংস্কৰণৰপৰা পাঠ লোৱা কথা উল্লেখ কৰিছে; আৰু ভূদান-যজ্ঞ সম্পৰ্কীয় পত্ৰিকাত প্ৰকাশ পাইছিল, তেওঁ পদ-যাত্ৰা কৰি অসমৰ সীমা পাৰ হৈ ওলাই যাবৰ বেলা কোনো লোকে তেওঁৰ "নামঘোষা"ৰ বিশেষ পাঠৰ বিজুটি উলিয়াই তেওঁৰপৰা ব্যাখ্যা বিচৰাত তেওঁ মোৰ সংস্কৰণলৈ আঙুলিয়াই আপত্তি খণ্ডন কৰিছিল। পিছলৈকো বিনোবাজীৰ অনুগামী লোকসকলে ইটো-সিটো কথা সুধি মোলৈ চিঠি-পত্ৰ দি আছিল। সেৰাই যোৱাৰ মাজত বৈ যোৱা কাগজৰ মাজত এই খন চিঠিত বিনোবাজীৰ অন্তৰ্ভাৰতীৰ ( ভাৰতৰ বিভিন্ন ভাষাৰ মাজত সম্বন্ধ প্ৰতিষ্ঠাৰ আদৰ্শেৰে ) উল্লেখ মন কৰিব লগীয়া।—

কস্তুৰবাগ্ৰাম, ইন্দোৰ ( ম. প. )
দিনাংক 11. 9. 63

Respected Dr. Neog,

Received your letter dated 20. 8. 63 and a list of best Assamese books with thanks. I am extremely grateful to you for your kind help and guidance. We are really very fortunate to receive the blessings from great people like your noble self.

I shall let you know about the progress of "Antar Bharati" scheme from time to time. I hope I shall always get your guidance.

I met Poojya Vinobaji on my way back to Indore from Assam. He was very happy to see the

list, prepared by you. He is keeping good health but is becoming very hard of hearing. He has started using the "hearing aid."

Gautam sends you his respectful pranams.

With much regards,

Nirmala Deshpande

পুৰণি সহকৰ্মী হিল্‌টন ফ্ৰাছিছৰ চিঠি একোখন অন্ততঃ বৰদিনৰ সময়ত বিলাতৰপৰা আহে ছপাত মৰাৰ দৰে তেওঁৰ ধুনীয়া আখৰ-বোৰেৰে। স্কুল এখন খুলি পঢ়ুওৱা আদি বাৰেবুৰি কামত তেওঁ ব্যস্ত হোৱা কথা, তাৰ পিছত গীৰ্জাত যোগ দিয়া অৰ্থাৎ পাদুৰী হোৱা খবৰ আদি, তাত জন্ম হোৱা ল'ৰা (ৰিচাৰ্ড)-ছোৱালী (ৰাচেল) হালৰ খবৰো লেখে।

বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰথম ছোৱাত ভাষা-সাহিত্যত সামান্য হ'লেও ৰুচি থকা ছাত্ৰ ভৰ্তি হৈছিলহি আৰু সেই সময়ত এম্. এ. পৰীক্ষাত আমাৰ ছাত্ৰই বিশেষ কৃতিত্ব দেখুৱাইছিল আৰু উত্তীৰ্ণৰ মাত্ৰাও আছিল উচ্চ (প্ৰথম কেইবছৰ শতকৰা এশই আছিল)। কিন্তু স্কুলবোৰত আৱশ্যিক বিষয়ৰূপে সংস্কৃতক অপসাৰণ কৰা আৰু স্কুল-কলেজত অসমীয়া পঢ়ুওৱাত উদাসীনতাৰ বাবেই হওক বা যি কাৰণতে হওক, আহে লাহে বাঞ্ছনীয় ছাত্ৰ আমি সৰহ্বাই নোপোৱা হৈ আহিলোঁ। বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰ কথাত যি সময়ত ছাত্ৰৰ বিক্ষোভ প্ৰদৰ্শন আৰম্ভ হ'ল, তেতিয়া এফালে ছাত্ৰৰ অধ্যয়নৰ ৰুচি কমি আহিল আৰু আনফালে ছাত্ৰ-ভৰ্তিৰ মানদণ্ডও তললৈ নমাই দিব লগীয়া হ'ল। ছাত্ৰৰ মতেই যেতিয়া বৰ বৰ কথাতো বজে, বিভাগত ছাত্ৰৰ-সংখ্যা সৰহ হ'লেই যেন মঙ্গল, এনে এটা ভাবৰপৰাই বিভাগৰ প্ৰধান ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই

কৈছিল, 'হেৰা মহেশ্বৰ, ক্লাছত ল'ৰা আনবোৰ বিভাগৰ দৰে সৰহকৈ লোৱাহে, Number will be our strength." কিন্তু লাহে লাহে দেখা গ'ল সংখ্যাই সংখ্যাগত শক্তি দিব পাৰে, গুণগত শক্তি নিদিয়ে। অসমীয়াৰ এম. এ. পৰীক্ষাত সেই কথা বেছিৰপৰা বেছিকৈ ফলিত হ'বলৈ ধৰিলে। অৱশ্যে পঢ়া-শুনা নকৰি পৰীক্ষাত বহা 'প্ৰাইভেট' পৰীক্ষাৰ্থীৰ সংখ্যা-বৃদ্ধিয়েও উত্তীৰ্ণৰ শতকৰা মাত্ৰা ক্ষীণ কৰাত সমল যোগাবলৈ ধৰে। বিশ্ববিদ্যালয় অনুদান আয়োগৰ ভিজিটিং কমিটিয়ে অসমীয়া বিষয়ত পৰীক্ষাত উত্তীৰ্ণৰ হাৰ কমি যোৱাটো লক্ষ্য কৰিছিল; কিন্তু বিশ্ববিদ্যালয়ত ভাষাতত্ত্ব বিভাগ নথকা অৱস্থাত অসমীয়া বিভাগে ভাষাতত্ত্বৰ অধ্যয়ন-অধ্যাপনত যে বিশেষ ক্ষমতা আৰু কৃতিত্ব দেখুৱাইছিল, সেই কথা প্ৰশংসা কৰি বিভাগৰ বাবে এটা ৰিডাৰ পদবী (Readership) মঞ্জুৰ কৰিছিল। কিন্তু বিধতাই দিলেও তিৰোতাই নিদিয়াৰ দৰে স্বয়ং উপাচাৰ্য, বিজ্ঞানৰ এটা বিভাগৰ এজন অধ্যাপক আৰু আন অসমীয়া-প্ৰেমী (!) দুজনমান 'শিক্ষাবিদে' অহোপুৰুষাৰ্থ কৰি ৰিডাৰশ্বিপটো আমাৰ বিভাগৰপৰা কাঢ়ি নি নতুন এটা বিভাগ কৰিলেগৈ। নিষ্ঠাৰে কষ্ট কৰি আমি যে পদটো আৰ্জিছিলো, সেই কথা বুজি নোপোৱা এজনে বিদ্যা পৰিষদত 'ইঃ এওঁলোকলৈ এই পদ আকাশৰপৰা সৰি পৰিল' বুলি হাঁহিছিল। কোনোৱে কয়, এইবোৰ টনা-টনি ব্যক্তিগত লাভ-অলাভৰ হিছাপত কৰা হৈছিল, কিন্তু শেষলৈকে সিসকলৰ লাভ-অলাভৰ ঘৰ শূন্য ৰ'ল। সেইটো কি খেল হ'ল, মই ক'ব নোৱাৰিলো। বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ পিছৰখন ভিজিটিং কমিটিয়ে কিন্তু আমাৰ বিভাগক বিৰল আৰু আগতকৈও ডাঙৰ সন্মান দি ক'লে, 'এই বিভাগৰ শিক্ষকৰ প্ৰকাশনবিলাকে বিশ্ববিদ্যালয়ৰ ওপৰতে গৌৰৱৰ জ্যোতি পেলায়।' এইবাৰ কিন্তু কোনো শিক্ষাবিদে এই প্ৰশংসাবাদ শুইনৰপৰা সৰি পৰা বুলি নক'লে। অসমীয়া

বিভাগৰ সাহিত্য-চ'ৰাই ভাষা লেখোঁতে হোৱা আখৰ-জোঁটনিত বপুৰা চন্দ্ৰবিন্দুৰ আলৈ-আথানি বুজি 'অসমীয়া ভাষাত অনুনাসিকতাৰ সমস্যা' সম্পৰ্কে আলোচনা-সত্ৰ পাতি বিদ্বজ্জনৰ চিন্তা বিষয়টোত সংযোগ কৰিছিল (৬ এপ্ৰিল ১৯৭৭) আৰু বিশ্ববিদ্যালয়ৰ শিক্ষক সন্থায়ো অসমীয়া ব্যাকৰণৰ সমস্যা লৈ এক গোষ্ঠীৰ আয়োজন কৰিছিল আৰু সত্ৰীয়া নৃত্যৰ বিষয়ে মোৰ হতুৱাই এক সপ্ৰদৰ্শন বক্তৃতা দিয়াইছিল। এইভাৱেই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিষয়ত বিভিন্ন সক-বৰ কাৰ্যত লাগি থকা হৈছিল। বহুত যত্ন কৰি অসমীয়া পাঠ্যক্ৰমত পাঠ-সমীক্ষা বিজ্ঞান সন্নিবেশ কৰা হয় ৭৬ ছনৰপৰা আৰু বছৰি পাঁচজনমান ছাত্ৰ-ছাত্ৰীয়ে থিছিছ পেপাৰ-ৰূপে এই বিষয়ে অধ্যয়ন কৰাৰ ব্যৱস্থা কৰা হয়। সেই ছনৰ অক্টোবৰ মাহত বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰপৰা এটি অনুদান লৈ পাঠ-সমীক্ষাৰ বিষয়ত পাঁচদিনীয়া এখনি সত্ৰৰ আয়োজন কৰা হৈছিল। অসম সাহিত্য-সভাৰ মঙ্গলদৈ সম্মিলনৰ সভাপতিৰ অভিভাষণতে আৰম্ভ কৰি পাঠসমীক্ষাৰ হকে মই ওকালতি কৰি আহিছিলো। এতিয়া বিষয়টো পাঠ্যক্ৰমত প্ৰতিষ্ঠা কৰি এক প্ৰকাৰ সান্ত্বনা আৰু আনন্দ লাভ কৰিলো। বিশ্ববিদ্যালয়ৰ সংস্কৃত, বঙলা আদি বিভাগতো হয়তো এদিন ইয়াৰ প্ৰৱেশ ঘটিব। ভাৰতৰ আন আন বিশ্ববিদ্যালয়ত বিশেষকৈ সংস্কৃত আৰু ভাৰতীয় দৰ্শনত পি. এইচ্. ডি.ৰ বাবে অধ্যয়ন কৰা অনেকে প্ৰাচীন একোখনি গ্ৰন্থৰ পাঠ-নিৰ্ণয় নিজৰ বিষয় কৰি লয়। মোৰো এজন পি এইচ্ ডি. ছাত্ৰৰ হতুৱাই মাধৱ কন্দলিৰ ৰামায়ণ পাঠ-নিৰ্ণয় কৰাইছিলো। দেখা গৈছিল, সেই অধ্যয়নে মাধৱ কন্দলিক নতুন দৃষ্টিভঙ্গিৰে চোৱাৰ প্ৰয়োজন সাব্যস্ত কৰে। ৭৮ৰ ফেব্ৰুৱাৰীৰ অন্তত মই গুৱাহাটী বিশ্ববিদ্যালয় এৰি পটিয়ালালৈ যাব লগীয়া হোৱাত বিভাগত বিষয়টোৰ অধ্যাপনৰ ভাৰ সংস্কৃতৰ প্ৰাধ্যাপক ড° মুকুন্দমাধৱ শৰ্মাৰ

হাতত ন্যস্ত কৰি যাব লগায়া হয়। পটিয়মালাৰণৰা ঘুৰি আহি আকৌ ভাৰখন কানলৈ দাঙি লৈছো।

জৱাহৰলাল নেহৰু অধ্যাপক হোৱাৰ আগতেই যদিও পি. এইচ্. ডি. ডিগ্ৰীৰ বাবে ছাত্ৰক পথ-নিৰ্দেশনা কাম হাতত লৈছিলো, মই অধ্যাপক মানে প্ৰফেছৰ গ্ৰেডৰ শিক্ষক হোৱাৰ পাছতহে সিবিলাকে ডিগ্ৰি পাবলৈ ধৰে। মোৰ গুৱাহাটীত অধ্যাপকগিৰিৰ কালৰ এই কৃতী ছাত্ৰসকলৰ নাম ইয়াতে স্মৰণ কৰা যুগুত হ'ব আৰু লগতে তেওঁলোকৰ থিছিছৰ নামবোৰ ক'লে বিষয়-বিস্তাৰৰ কথাও পাঠকসকলে জানিব পাৰিব : ড° নিৰ্মলকুমাৰ বসু (এওঁ ডিব্ৰুগৰ বাণিজ্য মহাবিদ্যালয়ৰ অধ্যক্ষৰূপে ইতিমধ্যে অৱসৰ পাইছে) : Studies in the Cultural and Social Conditions of Assam under the Ahoms, ১৯৬৭ (থিছিছখন গ্ৰন্থৰূপে ইতিমধ্যে প্ৰকাশ পাই বিদ্বজ্জনৰ সমাদৃত হৈছে); ড° মোহিনীকুমাৰ শইকীয়া (গোলাঘাট দেৱৰাজ ৰয় কলেজৰ অধ্যক্ষ): Assam-Muslim Relation and Its Cultural Significance, ১৯৬৮ (গ্ৰন্থ-ৰূপে প্ৰকাশিত হৈছে); ড° কেশৱানন্দ দেৱ গোস্বামী (ডিব্ৰুগড়ৰ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ লেক্‌চাৰাৰ, পিছত ৰিডাৰ) : History and Development of the Purusa-Samhati Sect of Assam Vaisnavism, ১৯৭০; ড° মহেন্দ্ৰ বৰা গোৱালপাৰা কলেজৰ অধ্যক্ষ, পাছত (ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়াৰ ৰিডাৰ আৰু এতিয়া লক্ষ্মীনাথ বেজবৰুৱা অধ্যাপক): Fundamentals of Assamese Metre with Special Reference to its History from the Beginning to the Mid-20th Century, ১৯৭১ (ডিব্ৰুগড় বিশ্ববিদ্যালয়ে থিছিছখনি ছপাই প্ৰকাশ কৰিছে); ডঃ মৈৰাংথেম কীৰ্ত্তি সিংহ (ইম্ফলৰ ধনমঞ্জৰী কলেজৰ দৰ্শনৰ প্ৰধান অধ্যাপক): Religious Developments in Manipur in the Eighteenth and Nine-

teenth Centuries, ১৯৭২ (মণিপুৰ কলা অকাদমীয়ে কিতাপখন ছপাই উলিয়াইছে); ড° সত্যনাৰায়ণ ৰথ (গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্বৰ লেকচাৰাৰ, পিছত ৰিডাৰ আৰু বৰ্তমান উৰিষ্যাৰ সম্বলপুৰ বিশ্ববিদ্যালয়ৰ নৃতত্ব আৰু সমাজবিজ্ঞান বিভাগৰ অধ্যাপক আৰু প্ৰধান): Caste as a Form of Acculturation: Some Data in Support of Watson's Hypothesis, ১৯৭২ (গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশন), ড° হেমন্তকুমাৰ শৰ্মা (কটন কলেজৰ অসমীয়াৰ অধ্যাপক): Fasts and Festivals of the District of Kamrup: A Descriptive Study of the Socio-religious Life of the Assamese Hindus, ১৯৭৪; ড° হৰিদত্ত শৰ্মা (নলবাৰী কলেজৰ ইংৰাজীৰ অধ্যাপক: English Influence on Modern Assamese Poetry, ১৯৭৪; ড° পোনা মহন্ত (ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজীৰ লেকচাৰাৰ, পাছত ৰিডাৰ): Western influence on Assamese Drama, ১৯৭৬ (পুথিখন বৰ্তমান যন্ত্ৰস্থ, দিল্লীৰপৰা ওলাব); ড° ৰূপশ্ৰী কলিতা (পিছত গোস্বামী): Origin and Development of Assamese Prose, ১৯৭৭। এই সকলোখিনি মূল্যবান গ্ৰন্থ ছপা হৈ ওলালে অসমৰ সাহিত্য-সাংস্কৃতিৰ বহুতো দিশ সামৰিব। ডক্টৰ ৰথৰ সক তত্ত্বগ্ৰন্থখনিয়ে ভাৰতীয় জীৱনৰ এটা ডাঙৰ প্ৰশ্ন (বৰ্ণ বা জাতি-ভেদৰ উৎপত্তি) উদ্‌ঘাটন কৰিছে আৰু ড° কীৰ্তি সিংহৰ পুথিয়ে মণিপুৰৰ ধৰ্ম-বুৰঞ্জীৰ গুৰুত্বপূৰ্ণ এছোৱা কাল বহলভাৱে বিশ্লেষণ কৰিছে। এই তৰুণ পণ্ডিতসকলৰ লগত তেওঁলোকৰ গৱেষণাৰ অৱস্থাত মোৰ বিশেষ ঘনিষ্ঠতা হৈছিল। বিশেষকৈ প্ৰায় কেইজনেই মোক তেওঁলোকৰ থিছিছ আদ্যোপান্ত পঢ়ি শুনাব লগীয়া হৈছিল। তেনে পঠন আৰু শ্ৰৱণৰ অধিৱেশনে তেওঁলোকৰ কিমান উপকাৰ সাধিছিল, তেওঁলোকে ক'ব, কিন্তু

মাজে মাজে অধিৱেশনবোৰ যে বিৰক্তিকৰ হৈছিল, ই ঠিক, কাৰণ পাঠকজনৰ ভাগৰ নালাগিলেও কেতিয়াবা শ্ৰোতাজনৰ নিদ্ৰা আহিছিল আৰু সেইদৰে পাঠৰ এভোখৰ হেৰাই গৈছিল। এদিনাখন এজন গৱেষণা ছাত্ৰই কৈয়ে পেলালে, 'ছাৰ, মোক মানুহে কৈছে, আপোনাৰপৰা মোৰ থিছিছৰ অনুমোদন পোৱা টান হ'ব, কাৰণ আপুনি গোটেইখন থিছিছ চাৰলৈ বিচাৰে আৰু বহুত আপত্তি উলিয়ায়; তদুপৰি আপুনি গোটেই অসমৰ ভিতৰতে বোলে আটাইতকৈ ব্যস্ত মানুহ।' 'হয়নে? কিন্তু আপত্তি হ'লেও মই নধৰি যদি বাহিৰৰ পৰীক্ষকে ধৰে, তেতিয়া ডিগ্ৰি পাবানে?' মই গম পাইছিলো, বেচেৰাই কেইবাজনো পণ্ডিতৰ কাষ ইতিমধ্যে চাপিছিলেই। এনেতে তাৰে এজন আহক মোৰ বহাইলৈকে। বেচেৰাই 'ছাৰ, এতিয়া যাওঁ' বুলি লৰালৰিকৈ নিজৰ কাগজ-পত্ৰ চপাই-কোঁচাই ল'লেই আৰু যিখন গেটেদি পণ্ডিতজন সোমাই আহিছিল, সেইখন গেটেই একে মুহূৰ্তত ছাতিটো মেলি বেঁকা কৰি লৈ তৰুণ পণ্ডিতে 'পলায় বাসৰ পিছক নচাই' কৰিলে। মই দেখুওৱা বহুতো অপ্ৰয়োজনীয় শুধৰণি তেওঁ নল'লে। শেহত অগত্যা মযে মোৰ পতাকা অৱনমিত কৰি আপত্তি তুলি ল'ব লগীয়া হ'ল। সেইদিনাখন মোৰ শিষ্যজনৰ আনন্দ চায় কোনে! মই ক'লো, 'চোৱা, তোমাৰ এতিয়া পি.এইচ্.ডি. ডিগ্ৰি হৈ যাব। তুমি থিছিছখন দাখিল কৰিয়ে লৰালৰিকৈ ডি লিট্. ডিগ্ৰিৰ কামত লাগা। সেইটোও হৈ যাব।' 'নাই ছাৰ, মোক সেইবোৰ নালাগে।' 'কিয়? তোমাৰ আকৌ বিতৃষ্ণা-বৈৰাগ্য কিয়?, 'মই সেইবোৰ কৰি থাকিলে ইফালে আমাৰ তাৰ সকলো ছোৱালী বিয়া কৰি গুচি যাব।' মই তেওঁৰ এই সত্তৰূপৰ দুখৰ কথা ভাবি আকৌ তেওঁক উপস্থাত বহিবলৈ নক'লো। দুখৰ বিষয়, আজি পোন্ধৰ বছৰেও তেওঁ আগৰ ডঙুৰাটো হৈয়ে আছে! তেওঁৰ ঠাইৰ কোন ছোৱালীনো তেওঁৰ বাবে বোন্দা-পৰ দি বাট চাই থাকিব!

মই গুৱাহাটীৰপৰা পাঁচ বছৰ কাল (১৯৭৮-৮৩) আঁতৰি থকাৰ ভিতৰত মোৰ এজন ছাত্ৰৰ পি.এইচ্.ডি. ডিগ্ৰি লাভ হয়: ড° মহম্মদ য়াহ্যা (কটন কলেজৰ আৰবীৰ অধ্যাপক): Sufis in Eastern India; আৰু গুৱাহাটীলৈ ঘূৰি অহাৰ পিছত পূৰ্বতে কাম আৰম্ভ কৰা এই কেইজন ছাত্ৰ ডক্টৰ হয়: ড° কৰবী ডেকা হাজৰিকা (ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়াৰ লেকচাৰাৰ) Madhavadeva: Life, Mind and Art; ড° অঞ্জলি দেৱী শৰ্মা (গুৱাহাটীৰ সন্দিকৈ কন্যা মহাবিদ্যালয়ৰ অসমীয়াৰ অধ্যাপিকা): On Development of Assamese Biography; ড° ৰামচৰণ ঠাকুৰীয়া (কটন কলেজৰ অসমীয়াৰ অধ্যাপক): The Ramayana of Madhava Kandali: A Text-critical and Historical Study; ড° অণিমা দত্ত (গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়াৰ লেক্চাৰ পিছত ৰিডাৰ Lakshminath Bezbaroa: His Contribution to the Study of Religion and Philosopoy; ড° কন্‌ছাম মাণিকচান্দ সিংহ (ইম্ফলৰ জি. পি. উইমেনছ কলেজৰ দৰ্শনৰ অধ্যাপক): Social Institutions of the Meiteis. তাকৰ পিছ পৰা চৰাই আন দুই-এটিয়ে এতিয়াও দুৰ্বল ডেউকা কোবাই আগ বাঢ়ি আছে। সাঁজৰ আগতে তেওঁলোক নিশ্চয় বাহ চাপিবহি।

যোৰহাটৰপৰা এজন মোৰ মৰমৰ পুৰণি ছাত্ৰই সোঁৱৰাই দিছে বোলে 'বেজবৰুৱা শতবাৰ্ষিকী উছৱ সম্পৰ্কে আপুনি আৰু লিখিবলৈ থাকিল। বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয়ত পতা অনুষ্ঠানটো.... আমি যে অজিত কুমাৰ শৰ্মাৰ লগত বাদ-প্ৰতিবাদত লিপ্ত হৈছিলোহঁক.... তাৰ উপৰি.... ।' আছে। সকলো মনত আছে, মইনাহঁত। লেখোঁতে লেখোঁতে মোৰ কাপহে বুটি হৈছে। সঁচাকৈয়ে, আমি বিভাগৰ ছাত্ৰ-শিক্ষক মিলি পতা সেই বেজবৰুৱা শতবাৰ্ষিকী উছৱ (১৮ ফেব্ৰুৱাৰী ১৯৬৯) চালে চকু-ৰোৱা বিধৰে

হৈছিল বুলি অন্ততঃ মোৰ বিশ্বাস। বিশ্বকিঙ্কৰ গোস্বামী, ভৱানী-প্ৰসাদ অধিকাৰী, প্ৰকাশ গোস্বামী, হেমচন্দ্ৰ কাকতী, বসন্তকুমাৰ গোস্বামী আদি অসমীয়া বিভাগৰ বালক' সৰে মোৰ সৰু মটৰ-গাড়ীখন লৈ বেজবৰুৱা সম্পৰ্কীয় নানা দ্ৰব্য গোটাই আনিছিল। বেজবৰুৱাৰ "জোনাকী", "বাঁহী"কে ধৰি অনেক আপুৰুগীয়া গ্ৰন্থ আমালৈ লৈ আহিছিল বেজবৰুৱাৰ 'বিনন্দি ককাইদেউ'ৰ নাতি শিৱসাগৰৰ প্ৰফুল্লচন্দ্ৰ বেজবৰুৱাই—বিশেষ পৰিপাটিকৈ আমাৰ লাইব্ৰেৰিত সজোৱা ডিব্ৰুগড়ৰ উপাচাৰ্য ড' ভোজৰাজ শেঠে মুকলি কৰা প্ৰদৰ্শনীৰ বাবে। সাহিত্যৰথীৰ ফটোগ্ৰাফ আৰু নিজ হাতৰ চিঠি আদিৰ তাতে পোহাৰ পতা হৈছিল। লক্ষ্মীনাথৰ জন্ম-পত্ৰিকা, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে লক্ষ্মীনাথক উপহাৰ দিয়া দোৱাত-কলমযোৰ, বেজবৰুৱা দিনলিপিবোৰ প্ৰদৰ্শনীৰ গৌৰৱ হৈছিল। প্ৰদৰ্শনীৰ ঠাইৰ মাজে মাজে বঙালী ছাত্ৰীসকলে আলপনা আঁকি ধূপ ধূনা জলাইছিল। সভাৰ বাবে অধ্যাপক সুনীতিকুমাৰ চট্টোপাধ্যায় আৰু অন্নদাশঙ্কৰ ৰায়ক বৰআলহী কৰি মতা হৈছিল, যদিও সি দুজনা যুৱকত আহিব নোৱাৰিলে। বেজবৰুৱাৰ মাজু জীয়ৰী ৰত্নাৱলী বৰুৱা আৰু সৰু জীয়ৰী ছিস্টাৰ দীপিকা উপস্থিত হৈছিলহি। সাহিত্য-সভাৰ পুৰণি সভাপতিসকলক ধূপে-গন্ধে ফুলে-পাতে শীতল চন্দন পিন্ধাই এৰ্ড়ি বৰকাপোৰ দি আদৰি বহুৱাইছিলো। (কাৰণ সেইটিহে আমাৰ পুৰণি ৰীতি; আজি-কালি বিছুৱা ককাইৰপৰা চাৰিসত্ৰীয়া গোসাঁই-লৈকে কান্ধত ফুলাম গামোচা জাপি দিয়াটো হ'লে পূৰ্বাচাৰ পাহৰি নতুনকৈ কৰা নিয়মহে)—সিসকলৰ বৈশিষ্ট্যপূৰ্ণ কবিতাই হওক বা হিয়া উজবোৱা আন বাণীয়েই হওক, তাক দোহাৰি দোহাৰি। মাননীয় অতিথিসকলক শৰাইধৰী ছাত্ৰীসকলে আৰু কমলাবৰীয়া গায়ন-বায়নৰ জোৰাই সভা-থললৈ আগ বঢ়াই আনিছিল সকলোৰে শৰীৰত পুলক জগাই। মুঠতে, এক গম্ভীৰ পুৰণি জগতৰ

কবিতা কবিতা লগা পৰিৱেশ সৃষ্টি কৰিবৰ যত্ন কৰা হৈছিল। সভাখনিও 'অভিৰূপভূয়িষ্ঠা' হৈছিল, কাৰণ সকলোৱে ডক্টৰ চট্টোপাধ্যায়কো দেখা পাম বুলিয়ে আশা কৰি আগ্ৰহেৰে আহিছিল। যদিও তেওঁ আৰু ৰায় আহিব নোৱাৰিলে, দুয়োজনৰে ছপা ইংৰাজী ভাষণৰপৰা (বিশ্ববিদ্যালয়ৰ প্ৰকাশন Lakshminath Bezbaroa the Sahityarathi of Assamত সন্নিবিষ্ট হৈছে সেয়া পাছত) অংশবিশেষ পঢ়ি পঢ়ি দিয়া হ'ল। অসমৰ বৰেণ্য সাহিত্যিকসকলৰ বাণীৰেও সমৃদ্ধ হৈ সিদিনাৰ উচ্চসভা অন্ত পৰিল। আমি কৰ্মীবোৰে অন্ততঃ নিজে সাহিত্যৰথী বেজবৰুৱাৰ সোঁৱৰণত আশাশুধীয়াভাৱে হেঁপাহ পলুৱাই আমাৰ শ্ৰদ্ধা নিবেদন কৰিলো বুলি ভাবিলো। কিন্তু দুদিন কি তিনি দিনৰ পিছতে মোৰ যোৰহটীয়া শিষ্যজনে আঙুলিয়াই দিয়া সেই অজিতকুমাৰ শৰ্মাৰ আমাৰ দায় ধৰা চিঠিখন ওলাল—কাৰ্য-ক্ৰমণিকাৰ কাগজ-পাতত আমি কিয় 'শত বৰ্ষ-পূৰ্তি' লিখিম? 'পূৰ্তি' শব্দ ক'ৰপৰা আহিল? 'স্বস্তি-বাচন' কিয় লেখিলো? সি জানো কিবা বাচন-বৰ্তনৰ কথা?— ইত্যাদি ধৰণৰ ওজৰ। অধ্যাপক এজনৰ এনে নিন্দাত বিশেষকৈ বিভাগৰ ল'ৰা-ছোৱালীহঁত মৰ্মাহত হ'ল। তেওঁলোকে সেই সমালোচনাৰ প্ৰতিসমালোচনা কৰিলে—হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ"ৰ পাত মেলি দেখুৱালে সংস্কৃত 'পূৰ্তি' শব্দ অসমীয়াত জীণ গৈ আছে, ইত্যাদি। যোৰহাটৰপৰা বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই (তেওঁ সভাত উপস্থিত আছিল আৰু ইতিপূৰ্বে নিজেও বাণী-সম্মিলনৰ কাৰ্যসূচীত 'স্বস্তিবাচন' শব্দ ব্যৱহাৰ কৰিছিল) এখন চিঠি প্ৰকাশ কৰি দেখুৱালে যে আমাৰ চিৰাচৰিত ব্ৰাহ্মণ্য পূজা-অনুষ্ঠান আদিত 'স্বস্তিবাচন' শব্দটো ব্যৱহাৰ হয়। ইয়াৰ পাছত অসম সাহিত্য-সভাৰ তৰফৰপৰা পতা বেজবৰুৱা শত-বৰ্ষ-পূৰ্তিৰ শেষ সভাৰ আয়োজন আমিয়ে একে আহিঁৰে কৰিছিলো গুৱাহাটীৰ জিলা পুথি-ভঁৰালত (৫ অক্টোবৰ ১৯৬৯)। সেই

উছৱত ওপৰত বর্ণোৱা প্রকাৰৰ পৰিৱেশকে সৃষ্টি কৰিছিল, বৰঞ্চ কাব্যিকতাত একোব চৰাহে কৰিছিল স্বয়ং বকুল বনৰ কাবয়ে ফুল, ফাকু আদি চটিয়াই। সেই কথাও আমাৰ পাহৰিব লগীয়া নহয়। যোৰহাট (৫ অক্টোবৰ ১৯৬৮), কলিকতাৰ নেশ্যানেল লাইব্রেৰি (১৯ অক্টোবৰ), সম্বলপুৰ (২১ অক্টোবৰ), নতুন দিল্লীৰ মাৱলংকাৰ ভৱনত (১৪-১৫ নৱেম্বৰ) অনুষ্ঠিত বেজবৰুৱা উছৱবোৰত যোগ দিয়াৰো সৌভাগ্য মোৰ হৈছিল।

১৯৫৮ ছনতে গুৱাহাটীৰ উত্তৰ শৰণীয়াত পথাৰৰ মাজত ঘৰ এটা কৰি তাত থাকিবলৈ লৈছিলো। ৬৫ত সেই ঘৰ এৰি গুৱাহাটী বিশ্ববিদ্যালয় টোললৈ আহিলো। পোনতে থাকিবলৈ ল'লো বিশ্ব-বিদ্যালয়ৰ তেতিয়াৰ অস্থায়ী গেস্ট হাউছত (ষ্টেট বেংক অব ইণ্ডিয়া বর্তমান থকা ঘৰটোৰ পিঠীয়া-পিঠিত)। সিও এক জীৱনৰ নতুন পর্বৰ যেন আৰম্ভ। তাৰ ঘোষণা কৰি লেখিলো এক কবিতা— 'মুছাফিৰখানা'—"মুছাফিৰখানা" কিতাপৰ প্রথমটো—'জিগিনী লগা জীৱনৰ কান্তাৰ প্রান্তৰ অতিক্রমি সোমালো নতুন ঘৰ ঘৰ মাথো আলহী থকাৰ।' তাহানি ডেকাকালত লেখা ডেকালিৰ কবিতাৰ পিছত এই নতুন একধাৰাৰ আৰম্ভণি। নতুন ধাৰাটোৰ বস্তুবোৰ "মুছাফিৰখানা" আৰু "সঞ্চাৰিণী দীপশিখা"ত জুকিয়াই ছপাই থৈছো। "দীঘ আৰু বাণি'ৰ বহুতো অকথিত বাণী আৰু অগীত গানৰ টুকুৰা হয়তো তাৰ ভিতৰতে সিঁচৰতি হৈ আছে। গেস্ট হাউছত দুই-তিনিমাহমান থাকি 'বিশ্ববিদ্যালয়ৰ টোলৰ ছয় নম্বৰী বহা'লৈ আহিলো। সেই সময়ত ঘাই লগৰীয়া হ'ল সৰু ফিয়াট গাড়ীখন —খোৱা চাউলমুঠি চপাই অনাৰপৰা বিশ্বজগতখন লগত সম্বন্ধ ৰখালৈকে সকলো ক্রামতে। টোলৰ দুজনমান অধ্যাপক বন্ধু আৰু শ্রেণীৰ (অসমীয়াৰো, আন বিষয়ৰো) ছাত্র-ছাত্রীসকলে সঙ্গ দিয়ে, সহায় দিয়ে। শিক্ষক আৰু ছাত্রৰ মাজত সম্বন্ধয়ে ওচৰ হ'ব লাগে, সেই কথা কৈ

এজন উপাচাৰ্যই (গোস্বামী) কৈছিল, তেওঁ ফুৰিবলৈ ওলাই যাওঁতে কোনো অধ্যাপকৰ ঘৰলৈ কোনো ছাত্ৰ-ছাত্ৰী যোৱা বোলে দেখা নাপাইছিল। তেতিয়া আনসকলে কৈছিল; 'নেওগৰ ঘৰত ছাত্ৰ-ছাত্ৰীৰ গিজ্‌গিজনিটি ছাৰৰ চকুত পৰা নাই হ'বলা!' আন এজন উপাচাৰ্যই (ৰাজখোৱা) কিন্তু কৈছিল, 'আমাৰ অধ্যাপকসকলৰ ঘৰত ছাত্ৰৰ সমাগম নাই; কিন্তু নেওগৰ তাত হ'লে তাৰ ব্যতিক্ৰম।' বিশ্ব-বিদ্যালয়ৰ আৰম্ভণিতে শিক্ষকৰ ঘৰবোৰৰ আঁচনি তৈয়াৰ কৰোঁতে, তাৰ বৈঠকখানাটোইঁত ডাঙৰ-দীঘল কৰাত কোনো কোনোৱে আপত্তি কৰিছিল। তেতিয়া ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই কৈছিল, 'সেই বৈঠকখানাবোৰেই হ'ব আচল ক্লাছ-ৰুম; আচল আগ্ৰহী ছাত্ৰসকলে তাতহে নিজ নিজ শিক্ষকক কাৰ্যকৰীভাৱে লগ পাব।' আমাৰ পিছে এই ক্লাছ-ৰুমবোৰ চিৰকালৰ বাবে বন্ধ (closed sine die) হৈয়ে থাকে। মোৰ মনত পৰে তাহানি কটন কলেজত বিশেষকৈ অনাৰ্ছ পঢ়োঁতে অধ্যাপকৰ ঘৰত চেনি-গাখীৰেৰে চিৰা খাই কেনেকৈ সাহিত্যৰ প্ৰাণ-বস্তুৰ ভিতৰলৈ সোমাবলৈ যত্ন কৰিছিলো। এতিয়া মোৰ বৈঠকখানাত তিনিটা ছোফা-ছেট গোট খোৱা কথাটো লক্ষ্য কৰি এজন ৰাজনীতিক বন্ধুৱে কৈছিল, 'আন অধ্যাপকৰ ঘৰত মই দেখা নোপোৱা এই আয়োজন শিক্ষক আৰু ছাত্ৰৰ সঘন বৈঠকবোৰৰ কাৰণেই হ'বলা?' ছাত্ৰ-ছাত্ৰীসকলে মোৰ কেতিয়াবা চকুৰ তলত জুই নজ্বলা চাংমাইশালো আক্ৰমণ কৰে, ফিয়াট গাড়ীয়ে চফৰ কৰি বজাৰৰপৰা আনিব লগীয়া বস্তুৰ লিস্টি দেখি কোনোৱে তাৰ ওপৰতে মন্তব্য লেখে 'এয়া ছাৰৰ খোৱা বস্তুৰ তালিকা।' এই শাৰীটোৰ লগত আৰু শাৰী গোট খাই কবিতাৰ (!) ৰূপ লয়গৈ —বিখ্যাত (!) "ভৱানীৰ আলুপিটিকা" (মুছাফিৰখানা)!! এদিনা-খন ঘু-ঘুয়া জ্বৰ উঠা যেন লগাত শ্ৰেণীলৈ নগৈ ঘৰতে বহি থাকিলো। মহম্মদ যেতিয়া পৰ্বতৰ ওচৰলৈ নগ'ল, পৰ্বত নিজেই মহম্মদৰ কাষলৈ

আহিব লাগিল। গোটেই শ্ৰেণীটো উঠি আহিল 'ছয় নম্বৰী বহা'লৈ তাতে পঢ়াৰ কথাও ওলাল. নৰিয়াৰ বতৰা লোৱাও হ'ল, বিস্কুট-পিঠাৰে চাহ-পানী খোৱাও হ'ল। এনেতে গুৱাহাটীৰ পণ্ডিতসকলে মোৰ ওচৰলৈ ঠেলিয়াই পঠিওৱা এগৰাকী এমেৰিকান বিদুষীয়েই নে বিদ্যাৰ্থিনীয়েই আহিল ভৈৰৱীৰ কথা সুধিবলৈ। তেতিয়াই তেওঁক বৰ বেছি সহায় কৰিব নোৱাৰিলো৷ কাৰণ লাইব্ৰেৰিটো থাকিল আঁতৰত। আমাৰ ল'ৰা-ছোৱালীজাকৰ সবৰ মুখবোৰ নীৰৱ হ'ল ইংৰাজী ক'ব নোৱৰাৰ দোষত। বিদুষীগৰাকীয়ে (নামটো জুডিথ, উপাধিটো পাহৰিছো) কিন্তু দেশ পাই মোলৈ আমাৰ দেশৰ বিশেষকৈ আদিৰসাত্মক ৰহস্যবাদৰ (erotic mysticism) বিষয়ে এমেৰিকান ছাহাবে লেখা এখন কিতাপ পঠিয়াই দিছিল।

৭৪ চনৰ শেহ সপ্তাহত মস্কো ৰেডিওত অসমীয়া বাতৰি কোৱা কুমাৰী লুচা মলচ্চানভা (Liudmila Evgenjevna Miltchanova) আহিল আমাৰ বিভাগত 'কথিত' অসমীয়া শিকিবলৈ। তাৰ কেইদিনাম পাছতে ইস্ট অস্ট্ৰেলিয়ান বিশ্ববিদ্যালয়ৰ ছাত্ৰ (ছাত্ৰ হ'লেও তেওঁ এম্. এ. আৰু ইতিহাসৰ পি. এইচ. ডি.) কিথ্ অগ্‌বৰ্ন আহিল একে উদ্দেশ্যেৰেই। দুইজনকে আমাৰ বিভাগৰ বিড়াৰ ড' গোলোকচন্দ্ৰ গোস্বামী আৰু ড' উপেন্দ্ৰনাথ গোস্বামীৰ হাতত দিলো। অগ্‌বৰ্ন কিন্তু সৰহ দিন নাথাকিল। লুচাক আমাৰ ছাত্ৰী-নিবাসত থকা ঠাই ঠিক কৰি দিলো। তেওঁ পিছে নিজে বাছি ল'লে কোনো ছোৱালী থাকিবলৈ সাহ নকৰা এটা কোঠা— য'ত দুদিনমান আগতে আমাৰ এগৰাকী ছাত্ৰীয়ে আত্মহত্যা কৰিছিল। লুচাৰ মাথোন ঘৰলৈ মনত পৰি মনটো কেনেবা কেনেবা কৰি থাকে, কাৰণ ঘৰত তেওঁ একমাত্ৰ প্ৰাণী বুঢ়া আইতাকক এৰি থৈ আহিছে। তেওঁ মাজে মাজে কলিকতাৰ ৰুছ কনছুলেট আৰু নতুন দিল্লীৰ ৰুছ এম্বেছিলৈ গৈ দেশী ভাই-ভনীসকলৰ লগত থাকি আহে।

এবাৰ আমাৰপৰা সাদিনৰ ছুটী লৈ গ'ল দিল্লীলৈ, কিন্তু ভাত কৰিলেগৈ ভালে দিন। আমাৰ শ্ৰেণীসমূহৰ সচিব শ্ৰদ্ধানন্দ হুৰৰাই অলপ চিন্তিত হৈ মোৰ ওচৰত খবৰ ল'লেহি। মই দিল্লীত থকা মোৰ পুৰণি ছাত্ৰী ড° মামণি গোস্বামীলৈ লেখিলো। তেওঁ তুৰন্তে খবৰ লৈ মোক জনালে, লুচা কছ এন্বেছি মহল্লাতে কুশলে-মঙ্গলে আছে আৰু সোনকালেই গুৱাহাটীলৈ ঘূৰিব। দুদিনমান পিছত লুচা গোঁট মানুহজনী ওলালহি আৰু বোধ হয় ভিতৰি ভিতৰি নিজক দোষী অনুভৱ কৰি মোলৈ টোপোলা এটিও আনি অফিচতে 'ভেট' দিলেহি ; ক'লে, 'ছাৰ, মই শুনিছো, আপোনাৰ বোলে পানী লাগি কিছু আহুকাল হৈছিল। মই ভাল বস্তু এটা লৈ আহিছো। আপুনি অলপ অলপ খালে মজবুত হৈ যাব। এইটো ঘৰলৈ আপুনিয়ে লৈ যাব।' কাগজেৰে সুন্দৰকৈ মেৰিওৱা 'ভেট'টি ঘৰলৈ আনি লৈহে কাগজ গুচাই চাওঁ, সেয়া ভড্‌কাৰ এটি বটল। লুচাই দিয়া দৰৰপালি কিন্তু মোৰ খোৱা নহ'ল। তেনে পানীয় সেৱন কৰা দুই-এক ডেকা অধ্যাপক বন্ধুক বাৰ্ত্তা দিছিলো, তেওঁ-লোকে বা সেই 'সাচ্চা চীজ উঠাব' খোজেনেকি! কিন্তু মোৰ আগত ভাল ল'ৰা হৈ থকা তেওঁলোকেও শান্ত শিষ্ট বশিষ্ঠ হৈ ৰ'ল। লুচাৰ ব্যৱস্থাপত্ৰ আৰু ঔষধ দুইটাই পেলনি গ'ল। লুচাই ঘূৰি ঘৰ পাই মস্কোৰপৰা চিঠিবোৰ নিতান্ত শুধ অসমীয়াতে লিখি-ছিল আৰু ঘূৰিবাৰ অসমলৈ অহাৰ ইচ্ছা প্ৰকাশ কৰিছিল।

# দিহিঙে-দিপাঙে মেলে-মিটিঙে

ছাত্রসকলৰ মাজত সেই দিনবোৰ মুকলিকৈ গৈছিল। ফিয়াট গাড়ীখন গৃহস্থালিৰ কামত—বজাৰ-সমাৰ কৰাৰেপৰা মেলে-মিটিঙে ঘূৰালৈকে ঘাই সাৰথি হৈছিল। পুৱাতে খৰ-খেদাকৈ এমুঠি খাই (কেতিয়াবা নেখায়ো) ডিপাৰ্টমেণ্টলৈ যাওঁ। কেতিয়াবা পুৱা ন-দহ বজাৰপৰা বিয়লি পাঁচ বজালৈকে চকিখনত (এইখনেই 'জৱাহৰলাল নেহৰু চকি'নেকি? —কোনো কোনোৱে সোধে) বহিয়ে থাকোঁ। কথা পাতি, লেখা-পঢ়া কাম কৰি। মাথোন ক্লাছ কৰা আৰু বিশ্ববিদ্যালয়ৰ এশ-এখন সভাত যোগ দিওঁতে এই বৈঠকৰ বিৰাম পৰে। মোক লগ পাবলৈ বিচৰাসকলে, গৱেষণাৰ কাম কৰি থকা ছাতৰসকলেও তাতেই মোক পায়। ঘৰত ('বিশ্ববিদ্যালয় টোলৰ ছয় নম্বৰী বহা') প্ৰায় খোৱা-শোৱাৰ সময়খিনিহে যায়। 'ঘৰ-বাৰী' বোলা নাই, কাৰণ বাৰী বুলিবলৈ যি বহল চৌহদ আছিল, তাৰ ভিতৰত শাক পাছলি ফুল একো নাছিল। ৰখীয়া নথকা ঘৰত কেতিয়াবা সেইবোৰ কৰিলেও কাৰ গৰুৱে টকালি টহিলং কৰি থৈ যায়, তাৰ ইয়ত্তা নাই। কিন্তু সেই গৰু-গাইবোৰে 'গ্ৰাছ-মোৱাৰ'ৰ দৰে মোৰ অযত্ন-পালিত 'লন'খন নিকাকৈ ৰাখে আনৰ ঈৰ্ষা হোৱাকৈ। মই মাথোন গোবৰ আৰু সৰি পৰি থকা দ'ম দ'ম গছ-পাতবোৰ আঁতৰাই ৰাখিব লাগে। সেই উদ্দেশ্য আগত ৰাখি মই জমাদাৰৰ-পৰা এডাল থিয় ঝাড়ু কিনি লৈছিলোঁ। সেই সম্পত্তিটিৰ কিন্তু বৰ খ্যাতি হৈছিল আৰু বহুতে তাক সক্ৰিয় দেখা পাবলৈ বাঞ্ছা কৰিছিল। এদিন শেহ নিশা বাহিৰত পোহৰ দেখি উঠি গৈ সেই বৰবাঢ়নীডাল লৈ কামত লাগিলো। এনেতে বিশ্ববিদ্যালয় টোলৰ

নিশা পহৰা দিয়া চ'কিদাৰ দুজন আহি মোৰ পদুলিত থিয় হ'লহি আৰু মোক খবৰ দিলে, তেতিয়া নিশা দুই বাজিছে মাথোন। দিন যেন সেই জোনাকত মোৰ পুৱাৰ ভ্ৰম হোৱা বুজি পাই ভিতৰলৈ সোমাই টোপনি আনিবৰ বৃথা যত্ন কৰিলো। মোৰ থিয়-বাঢ়নীডালৰ উপৰিও মোৰ পুথি-প্ৰকাশক বিচিত্ৰনাৰায়ণ দত্ত বৰুৱাই মৰমত দিয়া কাশ্মীৰী কাঠৰ লাখুটি এডাল আছিল; তাৰেও খুঁচি-খুঁচি সৰা পাতবোৰ নিকাইছিলো। ওচৰ-চুবুৰীয়া ড° অনিলকুমাৰ শৰ্মাই কৈছিল, 'ছাৰ, আপোনাৰ ৱকিং স্টিকডালে দেখোন ৱৰ্কিং স্টিকৰ কামত লাগিছে।' মোৰ ঘৰৰ আগৰ বাৰীৰ কঁঠাল, আমলখি, কঠনা, গুলচ, শেৱালি গছৰ জোপোহাবোৰে ঘৰৰ আগফালখনত এটা সৌন্দৰ্যৰ-সম্ভ্ৰমৰ আৱৰণ দিছিল। ড° হিতেন্দ্ৰকুমাৰ বৰুৱাই এদিন গছ কেইজোপালৈ ঘূৰি ঘূৰি চাই মোৰ ঘৰলৈ সোমাই আহোঁতে কৈছিল, 'নেওগ, আপোনাক গছ কেইজোপাই protection দি ৰাখিছে।' সঁচাকৈয়ে, 'বাৰীৰে আগতে কঁঠাল-গছ দুজুপি,/সেহিসে সোদৰৰ ভাই।' মানুহে কিন্তু তেনে ইক'লজিও সলনি কৰিহে ভাল পায়।

১৯৭০ৰ মেই মাহৰ প্ৰথম ভাগৰপৰা জুনৰ শেহলৈকে ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰালয়ে মোক পূৱ ইউৰোপৰ তিনিখন দেশত ভ্ৰমণ কৰিবলৈ পঠিয়ালে, উদ্দেশ্য—'to establish contacts, to lecture on Indian art and culture, and exchange cultural experience.' লৰা-লৰিকৈ সাজু হৈ বিদেশ-পৰ্যটনলৈ ওলাই গ'লো। ঘৰত থৈ গ'লো দুজন ছাত্ৰক—বিশ্বকিঙ্কৰ গোস্বামী আৰু ভৱানীপ্ৰসাদ অধিকাৰীক। তেওঁলোকে মোৰ লামলাকটু বস্তু-বাহানি আপডাল-প্ৰতিপাল কৰি ঘৰ আটোমটোকাৰিকৈ ৰাখিলে প্ৰায় দুমাহে খবলি খাই। মোৰ লেকচাৰৰ বিষয়বোৰ মন্ত্ৰালয়ে নিৰূপণ কৰি দিওঁতে মোৰ যাবৰ সময়েই হৈছিল। যেতিয়া দিলে তেতিয়া হাতত সময় বৈছিল তেনেই তাকৰ। গতিকে আকাশবাণীৰ অৰুণ শৰ্মাৰপৰা

কিছু গীতৰ ৰেকৰ্ড ল'লো। ড° জীৱনপৰা দুদিনমানলৈ গুৱাহাটীলৈ অহা পুৰণি ছাত্ৰ (এতিয়া অধ্যাপক) কৃষ্ণকান্ত সন্দিকৈ আৰু তেওঁৰ ককায়েক ক'লামণি সন্দিকৈ আদিৰ দলৰ বিহুনাম, হুঁচৰি আদি আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰী কেইটিমানৰপৰাই কিছু লোকগীত টেপত তুলি ল'লো। তাৰেই যি পাৰিলো কিল্লা ফতে কৰি ঘৰলৈ ঘূৰি আহিলো। ল'ৰা-ছোৱালীহঁতে যেনেকৈ মই যাওঁতে বৰঝাৰত আগ বঢ়াই থৈছিল, তেনেকৈ তাৰপৰা আগ বঢ়াই আনিলে। সেই পৰ্বৰ পাছত তেওঁলোকে বিশেষকৈ ছাত্ৰী কেইগৰাকীমানে প্ৰস্তাৱ কৰিলে যে মোৰ জন্মদিন পালন কৰিব লাগে। মই ক'লো, 'মোৰ জন্মদিন নায়েই দেখোন, কেনেকৈ তাক পালিবা? —আৱিষ্কাৰ কৰিলেহে হ'ব।' শেহত মনত পৰাত ক'লো, ২১ভাদত মোৰ জন্ম হ'ব পায়। সেইবাৰ ২১ ভাদ আগত-প্ৰায় ৭ ছেপ্টেম্বৰত পৰে। গতিকে তেওঁলোকে আৱিষ্কাৰ কৰিলে, নিৰ্ণয় কৰিলে ৭ ছেপ্টেম্বৰেই মোৰ জন্মদিন। তেওঁলোকেই কেক, মিঠাই, ফুল-পাত গোটাই আনি জন্মদিনটোক জন্ম দিলে। মই তেওঁলোকক ধন্যবাদ দি লিখিলো 'জন্মদিন-আৱিষ্কাৰ'—'এইটি কৰিলা ভাল, সাদৰী মইনাহঁত, এইটি কৰিলা ভাল; জীৱনৰ যাৰ শুকান বালিত ধূলিৰ বাহিৰে নাছিল একো চিন,/আৱিষ্কাৰ আজি কৰিলা তাৰেই এটা জন্মদিন।' তেতিয়াৰ-পৰা সাত ছেপ্টেম্বৰ ঘূৰি ঘূৰি আহি আছে নমস্যসকলৰ আশীৰ্বাদ আৰু স্নেহাস্পদসকলৰ ওলগ-উছাহ লৈ। ডক্টৰ সুনীতিকুমাৰ চট্টো-পাধ্যায়ে সংস্কৃতত অনুষ্টুপ ছন্দত পঠিয়ায় প্ৰশস্তি, সেয়া আপোনা-লোকক আগতে উপহাৰ দিছোৱেই। সাহিত্য অকাদমীৰ ড° শুভেন্দুশেখৰ মুখোপাধ্যায়ে বঙলাত, মোৰ ছাত্ৰ-ছাত্ৰীসকলে (আনিছ, নিৰ্মলপ্ৰভা, কৰবী, ভবানী আদি) অসমীয়াত কবিতাৰে আদৰ জনায়। গুৱাহাটীৰ বন্ধুসকলৰ বাহিৰেও অনেকজন আদৰণীয় লোকে সেইদিনা মোৰ ঘৰত পদধূলা দিয়েহি—বোম্বাইৰ বেদৰ পণ্ডিত ফাদাৰ এডলফ এস্টেলাৰৰপৰা আমাৰ মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহদেৱলৈকে।

অষ্টম দশকৰ কালছোৱাত গুৱাহাটী বিশ্ববিদ্যালয়ক কেন্দ্ৰ কৰি চমকপ্ৰদভাৱে student power বা যুৱশক্তিৰ অভ্যুত্থান ঘটে। শ্ৰেণীত ছাত্ৰসকলৰ উপস্থিতিৰ আৱশ্যিকতাৰ মাত্ৰা (১৯৭১) আৰু উচ্চ-শিক্ষাত আঞ্চলিক ভাষাক মাধ্যম-ৰূপে গ্ৰহণ কৰা (১৯৭২) আদি প্ৰশ্ন লৈ ছাত্ৰসকলৰ অনশন আৰু বিক্ষোভ-প্ৰদৰ্শন আৰু পুলিছৰ লাঠি-চালনা (১৯৭৪) আদিয়ে বিশ্ববিদ্যালয়ৰ ভিতৰত এক অশান্ত পৰিৱেশ সৃষ্টি কৰে। এনে এক পৰিস্থিতিত বিশ্ববিদ্যালয়ৰ উপাচাৰ্যই আসন ত্যাগ কৰি গুচি যাব লগীয়াও হয় (১৯৭৪)। তাৰ আগতে এবাৰ আচাৰ্যৰ এটি মন্তব্যত বিক্ষুব্ধ হৈ ছাত্ৰসকলে কোৰ্ট সভাক ঘেৰাও কৰি আচাৰ্যৰ ক্ষমাপ্ৰাৰ্থনা দাবী কৰে। বহুত পৰলৈ এক থম্‌থমীয়া অৱস্থাৰ সৃষ্টি হয়। মই তেতিয়া আচাৰ্যক ক'লো, আমি শিক্ষকসকল আৰু তেওঁ গোট খাই বাহিৰত বৈ থকা ছাত্ৰসকলক লগ পালেগৈ তেওঁলোকৰ মনৰ চাগৈ কুথাৰি আঁতৰিব। কিন্তু আচাৰ্যই সেই কথা সহজভাৱে নলৈ ক'লে, 'ডাঙৰীয়া, তোমালোকৰ আমনি লাগিছে যদি যোৱাঁগৈ। মই অকলে ইয়াত থাকিম।' অইন প্ৰকাৰে কথাটোৰ জানিবাঁ এটা মীমাংসা হৈ যোৱাত আমি সিদিনালৈ ঘৰা-ঘৰি গ'লো। পিছত মুখ্যমন্ত্ৰী-শিক্ষামন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰপৰা জানিব পাৰিলো, মোৰ ওপৰত আচাৰ্য বৰ নাৰাজ। কেইদিনমান পিছতে শিৱসাগৰত অসম সঙ্গীত নাটক একাডেমিৰ সভাত আচাৰ্য (বি. কে. নেহৰু) সভাপতি-ৰূপে উপস্থিত থাকিবৰ কথা। ভাবিলো, সেই সভালৈ যাওঁতেই তেওঁক কথাটো বুজাই ক'ম। পিছে তেওঁ সভালৈ নাহিল, আৰু মইহে সভাপতিৰ কাম চলালো। তাৰপৰা গুৱাহাটীলৈ ঘূৰি আহি তেওঁলৈ এখন চিঠি লিখিলো। তাত ক'লো, ছাত্ৰ-ছাত্ৰীসকল আমাৰে ল'ৰা-ছোৱালী। তেওঁলোকৰ খিবা কথাত মন বেয়া হ'লে, যদি আমি আঁতৰি থাকোঁ, তেওঁলোকৰ মন আৰু বেয়া হ'ব আৰু আমাৰ পৰাশ্ৰয় হোৱা

বুলিও ভাবিব। সেই গতিকেহে সিদিনা ছাত্ৰসকলৰ মাজলৈ আগ বাঢ়ি গৈ কথা হোৱাৰ পৰামৰ্শ দিছিলো। সেয়া যদি ভুল ধাৰণা বুলি প্ৰমাণিত হয়, মই ক্ষমা বিচাৰিবলৈ সাজু। মোৰ এই চিঠিৰ তেওঁ এটি ভাল উত্তৰ পঠিয়ালে এইদৰে:

Governor
Assam

Raj Bhavan
Shillong
September 12, 1972

Dear Dr Neog,

Thank you for your letter of August 12, 1972, which was waiting for me when I got back from a long stay in New Delhi a few days ago.

I am much indebted to you for your taking the trouble to explain to me the incident at the meeting of the Gauhati University Court and removing the misunderstanding from my mind about your intentions. There is absolutely no need for you to apologise—there was nothing personal about the matter. And I remember well your kind (though undeserved) words of praise with which you welcomed me and which you repeat.

It is true that the events of the day caused me enormous distress. This was not because I was personally subjected to a gherao: that, as you might have noticed, did not bother me at all. What caused me pain was the vast chasm between the Universities in which I had been educated and the one over which I was presiding. That chasm did not augur well for the future of our country,

With warm personal regards,

Yours sincerely,

B. K. Nehru

প্ৰফেছৰ হেৰল্ড লাস্কিৰ ছাত্ৰ নেহৰুৱে প্ৰাচীন লণ্ডন স্কুল অব্ ইকনমিকছৰ ছবি আজিৰ শিক্ষা মহলত ক'ত পাব? এতিয়া নতুন দিনে ভুমুকি মাৰিছেহি। উল্লেখ কৰিব লগীয়া যে বিশ্ববিদ্যালয়ৰ কোর্ট সভাত ৭২ৰ জানুৱাৰীৰপৰা ছাত্ৰ-সদস্য ভৰ্তি হয়। ক'ব লাগিব, ৰাজ্যপাল নেহৰুৱে পাছলৈ মোৰে বিশেষ সম্ভাব ৰাখিছিল। ৭৪ৰ লোকতন্ত্ৰ দিৱসৰ দিনা মই পদ্মশ্ৰী সম্মান পোৱাৰ খবৰ পাই লণ্ডনৰপৰাই (তেতিয়া তেওঁ তাত ভাৰতৰ হাই কমিশ্যনাৰ) এখনি মনোমোহা চিঠি দিছিল। ১৯৮০ত চণ্ডীগড়-দিল্লীৰ পথত তেওঁক শেহবাৰ লগ পাওঁতে তেওঁ ছাত্ৰসকলৰ বিদেশী-বিৰোধী আন্দোলনৰ কথাত কৈছিল, 'ছাত্ৰ-সকলৰ আদৰ্শৰ প্ৰতি মোৰ সহানুভূতি আছে।'

অসম সাহিত্য সভাৰ কোমল হাত 'এৰাওঁ এৰাওঁ বুলি এৰাব পৰা নাছিলো।' ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ নিৰ্মাণ সম্পূৰ্ণ হোৱাত নিৰ্মাণ সমিতি ভাঙি দিয়া গ'ল, হয়; কিন্তু তাৰ ঠাইত পতা ভৱন অৱৰক্ষণ সমিতিৰ লগত জড়িত হৈ থাকিব লগীয়া হ'ল। সভাৰ ডিব্ৰুগড় আৰু তেজপুৰ বাৰ্ষিক সন্মিলনে মোক উপ-সভাপতি নিৰ্বাচন কৰি দিয়াত লক্ষ্মীনাথ বেজবৰুৱা (১৯৬৯), চন্দ্ৰকুমাৰ আগৰৱালা (১৯৬৭) পদ্মনাথ গোহাঞি বৰুৱাৰ (১৯৭১) দৰে আমাৰ বৰেণ্যসকলৰ জন্মশতবাৰ্ষিকীত ভালকৈয়ে লিপ্ত হৈ পৰিব লগীয়া হৈছিল। বেজ-বৰুৱাৰ উৰ্দ্ধৱত পত্ৰ-সংকলন "পত্ৰলেখা", ছবিৰ এলবাম "চিত্ৰলেখা", ডায়েৰিৰ দুটা সংকলন "বেজবৰুৱাৰ দিনলেখা"ৰ উপৰিও বেজবৰুৱাৰ ইংৰাজী লেখাৰ সংকলন The Religion of Love and Devotion সম্পাদন কৰি উলিয়াব লগা হৈছিল। গোহাঞি বৰুৱা শতবাৰ্ষিকী বেজবৰুৱা শতবাৰ্ষিকীৰ আৰ্হিত বিশ্ববিদ্যালয়ৰপৰা আহল-বহলকৈ সংগঠন কৰি উদ্‌যাপন কৰা হৈছিল। ৭৪ত সভাৰ সভাপতি হৈ (লগতে বিশ্ববিদ্যালয়ৰ কলাগুৰু আৰু পদ্মশ্ৰী সন্মানধাৰী হৈ ল'ৰা-হঁতৰ ভাষাত 'ত্ৰিমুকুট লাভ কৰি') এবছৰ সভাৰ কাম কৰাৰ পিছত

৭৬ত হিতেশ্বৰ বৰবৰুৱাৰ শতবাৰ্ষিকী পালন কৰাটি এটি সুখৰ স্মৃতি। সেই উছৱ-প্ৰসঙ্গত ৪৮-৪৯ ছনতে মই বৰবৰুৱাৰ "মালচ" আৰু "চকুলো" এখন পাতনিৰে প্ৰকাশ কৰা কথা লৈ উমানাথ গোহাঞি, ভুবনচন্দ্ৰ সন্দিকৈ আদিয়ে সকলোৱে পাহৰি যোৱা বৰবৰুৱাক উদ্ধাৰ কৰা বুলি শলাগিছিল। পাছৰ বছৰত সভাৰ হীৰক জয়ন্তী উদ্‌যাপিত হওঁতে অসমীয়া সাহিত্য-সমালোচনাৰ ইতিহাস সম্পৰ্কে হীৰক জয়ন্তী বক্তৃতা দিব লগীয়া হৈছিল, যদিও বক্তৃতাটো পুথি আকাৰ দি এতিয়াও উলিয়াব পৰা নাই। সভাৰ মঙ্গলদৈ অধিৱেশনৰ সভাপতিৰ অভিভাষণ পঢ়ি তাত বিশেষকৈ সাংস্কৃতিক ঐক্য-বোধৰ ওপৰত আৰু সাংস্কৃতিক উদ্‌গতিৰ বাবে আৰ্থিক উন্নতিৰ আৱশ্যকতাত আৰোপ কৰা গুৰুত্বৰ কথা লৈ মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহই নতুন দিল্লীৰ উচ্চ মহলত আলোচনা কৰোঁতে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে বোলে বিশেষ উৎসাহ প্ৰদৰ্শন কৰাত মুখ্যমন্ত্ৰীয়ে মোক বিশেষভাৱে কৈছিল প্ৰধান মন্ত্ৰীক লগ ধৰিবলৈ। সিংহদেৱৰ পৰামৰ্শমতে অভিভাষণখনৰ ইংৰাজী সংস্কৰণৰ কপি এটা লৈ তেওঁক দিল্লীলৈ যাওঁতে দেখা কৰিছিলো। কথা কিন্তু সিমানতে অন্ত।

"চন্দ্ৰকান্ত অভিধান"ৰ দ্বিতীয় তাঙৰণ ওলাই যোৱাৰ পিছত কৃষ্ণকান্ত সন্দিকৈদেৱে তৃতীয় সংস্কৰণৰ কাম পুনৰ সাহিত্য-সভাক" ল'বলৈ পৰামৰ্শ দিয়ে। সভাই কিন্তু সেই উদ্দেশ্যে যিখন আহল-বহল সমিতি পাতি দিলে, তাৰপৰা কাৰ্যৰ নিৰ্দেশত খেলি-মেলিহে হ'ব বুলি সন্দিকৈয়ে পুনৰ কাৰ্যটি বিশ্ববিদ্যালয়ক দিয়া উচিত বুলি ভাবিলে আৰু সেইমতে ভৱিষ্যতলৈ যাতে অভিধানখন বিশ্ববিদ্যালয়ে প্ৰকাশ কৰি থাকিব পাৰে, সেই উদ্দেশ্য এটি পুঁজি নতুনকৈ দান কৰিলে। কিন্তু কৰ্মীৰ অভাৱত কামৰ গতি বৰ মন্দ হ'ল আৰু ছপাতো ৭৭ৰপৰা সময় বৰ বেছিকৈ লাগিছে। ৰোমানিয়া-ভ্ৰমণৰ সময়ত দেখিছিলো, এক বৃহৎ গৃহত (Institutul de Linguistica

al Aca'emmiei R. S. Romania) এদল পণ্ডিতে পুৰণিগ্ৰন্থৰ পৰা শব্দ বছা আদি কাম কৰিছে, অথচ যেদৰা এশ বছৰে L আখৰটো পৰ্যন্তহে তেওঁলোকৰ Dictionarul limbii romana Academical Dictionaryৰ কাম আগ বাঢ়িছে। অৱশ্যে য়েসা হ'ল অতি উচ্চ পৰ্যায়ৰ উচ্চাকাঙ্ক্ষী কাৰ্য। কিন্তু আমাৰ সৰু অভিধানখনেই আমাৰ বাবে কৰ্মশক্তিৰ অভাৱত নলৰ কান-মাৰিত পছুৰ পিৰাৰ ভাৰৰ দৰে হৈ পৰিছে। "চন্দ্ৰকান্ত"ৰ কামৰ বাহিৰেও অসম প্ৰকাশন পৰিষদৰ "আধুনিক অসমীয়া অভিধান"ৰ কামৰ লগত প্ৰথমুৰপৰা জড়িত আছিলো আৰু ১৯৬৬ ছনত কলিকতা বিশ্ববিদ্যালয়ে স্থিৰ কৰা নিয়মাৱলীৰ ধাৰাত আমাৰ ভাষাৰ বৰ্ণ-বিন্যাস সৰল কৰাৰ যত্ন কৰিছিলো; কিন্তু সেই কাম শেহলৈকে টানি নিব নোৱাৰিলো। কেন্দ্ৰীয় সঙ্গীত নাটক অকাদমীয়ে এখন ভাৰতীয় সঙ্গীতৰ অভিধান প্ৰস্তুত কৰাৰ আঁচনি লৈ অসমৰ বস্তু খিনি মোক লিখি উলিয়াবলৈ দিছিল। উলিয়াই দিছিলোও। কিন্তু আন কামৰ দৰে অকাদমীৰ সেই অভিধানৰ কামো (Companion to Indian Music) আধৰুৱা হৈ ক'ৰবাতে বৈ গ'ল। ১৯৬৩ ছনৰপৰা অসম চৰকাৰৰ শাসকীয় ভাষা প্ৰয়োগ সমিতিৰ পৰিভাষ তৈয়াৰ কৰা বিশেষজ্ঞ সমিতিৰ লগত সদস্যৰূপে আৰু উপসভাপতি-ৰূপে জড়িত হৈ পৰিছিলো। ৬৫তে পাঁচ হেজাৰৰ অধিক পাৰিভাষি-কৰ সমিতিয়ে কৰা এক সঙ্কলন (ইংৰাজী-অসমীয়া) প্ৰকাশ পাইছিল। সেই সঙ্কলনৰ বিপৰীতমুখে অসমীয়া-ইংৰাজী এখন সংকলন আৰু দুহেজাৰমান পাৰিভাষিকৰ (ইংৰাজী-অসমীয়া) এক প্ৰকাশনো ছপা হৈ ওলাইছে। বৰ্তমানেও সমিতিৰ সভাপতিৰূপে কামটোৰ লগত মোৰ সম্বধ চলি আছে। কিন্তু এইবোৰ কামত চৰকাৰৰ ঘৰৰ উৎসাহ-উদ্দীপনাৰ অভাৱ হ'লে বেচৰকাৰীসকলৰ অবৈতনিক কামে উৎসাহ নাপায়। গুৱাহাটী-ডিব্ৰুগড়-বিশ্ববিদ্যালয়ত আঞ্চলিক ভাষা শিক্ষাৰ

মাধ্যমৰূপে স্বীকৃত হোৱাত বিজ্ঞান-দৰ্শন আদিৰ নতুন পৰিভাষা প্ৰস্তুত কৰাৰ আৱশ্যকতা হয়। সেইবেলা পৰিভাষা সমিতিৰ কামত লাগিব লগীয়া হৈছিল। আনফালে কেন্দ্ৰীয় চৰকাৰৰ পৰিভাষা আয়োগৰ (টেক্‌নিকেল টাৰ্মিনলজি কমিশ্যন) আহ্বানত তেওঁলোকৰ নাটক আৰু মঞ্চৰ পৰিভাষা তৈয়াৰ কৰা অধিৱেশনত যোগ দিছিলোঁগৈ। তেতিয়া এটা কথা দেখিছিলো যে হিন্দী ভাষা একালে আৰু আন ফালে পূব ভাৰতীয় অসমীয়া আৰু বঙলা ভাষাৰ মাজত এটা সুৰৰ নে ছন্দৰ পাৰ্থক্য আছে। অসমীয়া আৰু বঙলাত প্ৰচলিত মঞ্চৰ footlightঅৰ প্ৰতিৰূপ ‘পাদপ্ৰদীপ’ শব্দটো হিন্দীৱালাসকলৰ কাণত কৰ্কশ হৈ বাজিছিল; তেওঁলোকে তাক বৰদাস্ত নকৰি ‘পাদ-দীপ’হে গ্ৰহণ কৰিলে—যিটো আমাৰ কাৰণে খঁকজা লগা বিধৰ। সি যি হওক, চাৰিওফালৰ অভিধান আৰু পৰিভাষা প্ৰণয়নৰ আহ্বানবোৰে মোৰ মনত ‘শব্দ আৰু শব্দ’ৰ ধ্বনি-প্ৰতিধ্বনিৰ (‘words, words, words’) কোলাহল তুলিছিল।

অভিধানৰ লগৰ আৰু এবিধ বস্তুৰ লগত হাট-বাট কৰিব লগীয়া হয় যেতিয়া অসম প্ৰকাশন পৰিষদে বিশ্বকোষ-প্ৰণয়নৰ আঁচনি তবি লয়। এই কামটি সাহিত্য-সভাই কৰিব নে গুৱাহাটী বিশ্ব-বিদ্যালয়ে কৰিব, সেই লৈ বহুত জল্পনা-কল্পনা, টনা-আঁজোৰা চলিছিল। কিন্তু কামটোৰ বাবে পুঁজি যেতিয়া চৰকাৰৰপৰাই আহিব, চৰকাৰে শেহত্তত প্ৰকাশন পৰিষদৰ যোগেই কামটো কৰোৱা ভাল দেখিলে হ’বপায় আৰু পৰিষদৰ আঁচনিতে ধনৰ টোপোলাটি থ’লে। কিন্তু বিশ্বকোষ-প্ৰণেতা মূল কেন্দ্ৰীয় এজন মানুহে পূৰ্বতে ঠিক কৰি নোলোৱা বাবেই হওক বা আন কৰ্মপন্থাৰ অভাৱতে হওক, প্ৰকৃত কাম আৰম্ভ হোৱাতে বহুত কাল লাগি গ’ল। কামটো কিছুমান (সাহিত্য, চাৰু-কলা, বুৰঞ্জী, বিজ্ঞান আদি) ভাগত ভগাই একোজন সম্পাদকক একোটা ভাগৰ বিস্তৃত আঁচনি কৰিবলৈ দিয়া

হৈছিল। মোৰ ভাগত পৰিছিল কলা বিভাগ (সংগীত, নৃত্য, চিত্ৰকলা আদি ললিত কলা)। আনবোৰ বিভাগত যেনেকৈ স্থানীয় লোককে লেখকৰ তালিকাত ধৰি (তেওঁলোকৰ লেখা কৰ্তৃত্বসম্পন্ন হ'বনে নহয়, সেইটোও বোধ হয় নাভাবি) আঁচনি কৰা হৈছিল, মোৰ বিভাগত সেইটো নকৰি ভাৰতৰ বছা বছা কলা-সমালোচকক লেখকৰূপে ধৰি একোজন অনুবাদক লগে লগে দিয়া হৈছিল। কিন্তু শেহত সেই পৰিকল্পিত অনুবাদকসকলকে অনভিজ্ঞ হোৱা সত্ত্বেও লেখকৰূপে বৰণ কৰা হ'ল। সেই সময়তে মই (আৰু আন সম্পাদকসকলো লগতে) সম্পাদকৰ তালিকাৰপৰা সৰি পৰিলো। তথাপি আশা কৰিছোঁ, "অসমীয়া বিশ্বকোষ" প্ৰকৃত জ্ঞানকোষ হৈয়ে ওলাব।

বিশ্ববিদ্যালয় এখনৰ গৱেষণা-পত্ৰিকা এখনেই হওক বা অধিকেই হওক, সিহে বিশ্ববিদ্যালয়ৰ বিদ্যায়তনিক ৰূপৰ প্ৰকৃত মাননগুৰ দৰে বাহিৰৰ বিদ্যা-জগতলৈ ওলাই যায়। আমাৰ বিশ্ববিদ্যালয়ৰ প্ৰথম বছৰবোৰত তেনে পত্ৰিকা (The Journal of the University of Gauhati) এখনেই আছিল, কিন্তু তাকে পৰিপাটিকৈ সাৰ্থককৈ উলিয়াবৰ কাৰণে স্বয়ং উপাচাৰ্য সান্দিকৈয়ে কিমান যত্ন লৈছিল, সেই সময়ৰ সম্পাদনা সমিতিৰ সচিব ড° প্ৰফুল্লদত্ত গোস্বামীয়ে সাক্ষ্য দিব। সন্দিকৈয়ে ভাৰতৰ বিশ্ববিদ্যালয়বোৰ আৰু পৃথিৱীৰ অন্যত্ৰৰ শিৰফুটা বিদ্যা-কেন্দ্ৰৰ পত্ৰিকাৰ লগত আমাৰ আলোচনীখনৰ বিনিময়ৰ ব্যৱস্থাও ঠিক কৰি দিছিল। মই ১৯৫৮ ছনত পত্ৰিকাখনৰ দায়িত্ব লোৱাৰ পাছৰপৰা দেখিলো, পত্ৰিকাখন উপাচাৰ্যৰ সেই মৰমৰপৰা বঞ্চিত হ'বলৈ ধৰিলে। ছপা পত্ৰিকাখন আনসকলৰ হাতত তুলি দিলেও শলগা-গুলুগা একো নকৰিছিল বা লুটিয়াই নাচাইছিল। ডক্টৰ সূৰ্যকুমাৰ ভূঞা ছাৰে কিন্তু দুই-এটি সমুচিত পৰামৰ্শ দিছিল। ১৯৭৪লৈকে মই আলোচনীখনৰ সম্পাদক আৰু সম্পাদনা সমিতিৰ সচিব থকাৰ পাছত ৭৫ৰপৰা ভবেন বৰুৱাৰ

সম্পাদক কৰি মই মুখ্য সম্পাদক আৰু সমিতিৰ সভাপতি হৈছিলো। কিন্তু জার্ণেলখন চাৰিওফালৰপৰা ইমান অনাদৰত পৰিছিল যে মই দুবছৰ দুবছৰকৈ জোৰাই ছপোৱা দুটা খণ্ড প্ৰকাশ কৰাতে সান্ত্বনা লভিছিলো। তাৰো শেহৰ খণ্ডটোৰ মুখ মই বিশ্ববিদ্যালয় এবাৰ কেইবছমানৰ পাছতহে দেখা পাইছিলো।

বিশ্ববিদ্যালয়ৰ বিভিন্ন কর্তৃত্বশীল অনুষ্ঠানবোৰৰ (authorities) সদস্যৰূপে থকাৰ মই সুযোগ পাইছিলো। ১৯৫১ৰেপৰা কোর্ট সভাত বহিছিলো। অৱশ্যে প্ৰথম ছোৱাত বং চোৱাৰ বাহিৰে যোগদানৰ আন ফল নফলিছিল। একাডেমিক কাউঞ্চিলত প্ৰৱেশ কৰাৰ পিছত বিশেষকৈ ৬৪-৬৫ৰেপৰা বিভাগীয় প্ৰধান-ৰূপে বিশ্ববিদ্যালয়ত বিদ্যা-ব্যৱস্থাৰ বিষয়ে চিন্তা কৰিব লাগিছিল। সেই কাউঞ্চিলৰপৰা নির্বাচিত সদস্যৰূপে কার্যপৰিষদত এছোৱা মাথোন কাম কৰিছিলো আৰু সেই অভিজ্ঞতাই মোৰ বাবে যথেষ্ট হ'ল বুলি ভাবিছিলো। সেই প্ৰসংগত প্ৰশাসনীয় পুনর্গঠনৰ বাবে গঢ়ি দিয়া উপসমিতিত অলপ আগ সেই ভাগ লৈ কাম কৰিছিলো। এহেলৈ অধিবেশনবোৰত আলোচনা আৰু কথা পতাত যোগ দিয়াৰ বাহিৰে মোৰ লেখৰ কিবা কাম লৈছিল বুলি মনে নধৰে। বিভাগীয় কামখিনিত কিন্তু যিমান পাৰি চকু দিছিলো; বিভাগীয় পাঠ্য সমিতি (Committee of Courses and Studies) আৰু পৰামর্শ সমিতিৰ (Departmental Advisory Body) কামখিনি নিয়াৰিকৈ কৰিবৰ যত্ন কৰিছিলো আৰু বিশ্ববিদ্যালয়ৰ আঞ্চলিক ভাষাত পাঠ্যপুথি প্ৰস্তুতি সমিতি আৰু তাৰ উপসমিতিবোৰত উৎসাহেৰে যোগ দিছিলো। সেই সমিতিৰ কাৰণে "স্নাতকৰ কথাবন্ধ" আৰু "ব্ৰজবুলি-গীতি-গুচ্ছ" নামে দুখন কিতাপ সংকলন-সম্পাদন কৰি দিছিলো। ১৯৭৪-ৰপৰা তিনি বছৰ কাল কলাগুৰু (Dean of the Faculty of Arts) হৈ থকাত কেইটামান নিৰূপিত কাম কৰিবলৈ সক্ষম হৈছিলো।

সংগীতৰ বি. এ. কোৰ্চৰ বাবে কি কৰিছিলো, আগতে আপোনালোকক কৈ আহিছো। বিশ্ববিদ্যালয়ে ফাৰ্চী (পাছিয়ান) ভাষাৰ এম্‌.এ. শ্ৰেণী খুলিবলৈ ঠিক কৰি বিদ্যা-পৰিষদত যি পাঠ্যক্ৰম উত্থাপন কৰিছিল সেইখন কলাগুৰু-ৰূপে মোৰ যোগে দিহে যাব লাগিছিল; কিন্তু সভাস্থলতহে দেখিলোগৈ, সেইখন কলিকতা বিশ্ববিদ্যালয়ৰ পুৰণি পাঠ্যক্ৰমৰ অনুকৰণ মাত্ৰ; তদুপৰি অসমৰ লগত সম্বন্ধ থকা মধ্য যুগৰ ফাৰ্চী বুৰঞ্জী (chronicle) এখনো তাত থকা ভাল হ'লহেঁতেন। মোৰ আপত্তিত বিদ্যা-পৰিষদে পাঠ্যক্ৰমখন স্থগিত ৰাখি মোকে সেইখন ঠিক্-ঠাক কৰিবলৈ দিলে। মই দিল্লীলৈ যাওঁতে দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ এছ্. এ. এইচ্. আবিদি আৰু ডক্টৰ এন্. এ আন্তাৰিৰে আলোচনা কৰি পাঠ্যক্ৰমখনৰ চূড়ান্ত ৰূপ দি লওঁ আৰু ড° আবিদিৰ পৰামৰ্শমতে ইৰাণৰ সাংস্কৃতিক ৰাজ-প্ৰতিনিধি অধ্যাপক মজতাবাইকো লগ ধৰি (৩১ জানুৱাৰী ১৯৭৬) সেই সম্পৰ্কে তেওঁৰে কথা পাতোঁ। প্ৰফেছৰ মজতাবায়ে গুৱাহাটী বিশ্ববিদ্যালয়ত ফাৰ্চী বিভাগ হ'লে গ্ৰন্থাগাৰৰ বাবে ইৰাণৰপৰা বুজন সংখ্যাৰ গ্ৰন্থ দি সহায় কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। বিশ্ববিদ্যালয়ৰ বিদ্যা-পৰিষদে এই সকলো কথাৰ অভিলেখ ৰাখে কাৰ্যবিৱৰণিত। কিন্তু মই গুৱাহাটী এৰাৰ (১৯৭৮) পাছত ইৰাণ ৰাজ-দূতাবাসৰপৰা সুবিধাখিনি উলিয়াই ল'লেনে নাই, গম নাপাওঁ অথন। কলাগুৰু আৰু অসমীয়া বিভাগীয় প্ৰধান-ৰূপে আৰু এটি কাম আগ-গুৰি মাৰি কৰিছিলো—অসমীয়া পাঠ্যক্ৰমত পাঠ-সমীক্ষাৰ (Textual Criticism) এখন ঐচ্ছিক গৱেষণা-পত্ৰ সংযোগ কৰা। এই সময়তে বিভিন্ন স্মাৰক বক্তৃতাৱলীৰ বাবে ডক্টৰ (শ্ৰীমতী) কপিলা ৱাৎস্যায়ন (১৯৭৬), ডঃ ভি ৰাঘৱন (মাদ্ৰাজ) (১৯৭০) আৰু ফাদাৰ এডল্‌ফ এস্টেলাৰক (বোম্বাই) (১৯৭৬) নিমন্ত্ৰণ কৰি আনিছিলো। উল্লেখযোগ্য যে এই কালছোৱাতে বাহিৰৰ অনেকজন প্ৰাচ্যতাত্ত্বিক পণ্ডিত আৰু

ভাৰতীয় সংস্কৃতি-প্ৰেমী গুৱাহাটীলৈ আহিছিল— লণ্ডনৰ অধ্যাপক ডি কড্ৰিংটন ( ১৯৬৯ ), আমেৰিকাৰ যুক্তৰাজ্যৰ নাটক আৰু অভিনয়ৰ অধ্যাপক ফালি ৰিচমণ্ড ( ১৯৭০, এওঁ দেশলৈ ঘূৰি গৈ অসমৰ ভাওনাৰ বিষয়ে এটা প্ৰবন্ধ লেখিছিল ), ইটালীৰ শ্ৰীমতী ছিলোনে ( ১৯৭৬ ), কানাডাৰ টৰণ্টো বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক ড° এ. কে. ৱাৰ্ডাৰ ( ১৯৭৭ ) আদি।

বিশ্ববিদ্যালয়ৰ আৰম্ভণিতে শিক্ষকসকলৰ সমূহীয়া স্বাৰ্থৰ চিন্তা কৰোঁতে বিশেষ অনুষ্ঠান গঠন কৰা হোৱা নাছিল, যদিও তেনে চিন্তা লৈ আমি কৰ্তৃপক্ষৰ কাষ চাপিবৰ আৱশ্যক হৈছিল আৰু চাপিছিলোও। সময়ত বিশ্ববিদ্যালয় শিক্ষক-সন্থাৰ জন্ম হ'ল : কিন্তু প্ৰথম অৱস্থাত মই তাত সক্ৰিয় অংশ গ্ৰহণ কৰিব পৰা নাছিলো। সাহিত্য-সভাই মোৰ সকলো সময় শুহি লৈছিল। ৬৫ৰেপৰা কিন্তু সন্থাৰ (GUTA) দায়িত্ব ল'ব লগীয়া হ'ল সহকৰ্মীসকলৰ কথাত। পোনতে দুবছৰ ক্ৰমে ড° জগদীশচন্দ্ৰ মেধি আৰু ড° হিতেন্দ্ৰকুমাৰ বৰুৱাক সভাপতি কৰি মই উপ-সভাপতি আছিলো নামত; কামত কিন্তু ময়ে সন্থা চলাব লাগিছিল; সভাপতি দুজনে মোৰ সকলো কাৰ্যতে 'হয়' দি গৈছিল। তাৰ পাছৰ দুবছৰ মূল সভাপতি ৰাব ল'ব লগীয়া হৈছিল। তেতিয়া সন্থাটো মাথোন নিজৰ হক দাবী কৰা সঙ্ঘ নহৈ সি সাংস্কৃতিক দিশ এটাৰো উদ্‌গম কৰে, সেই চিন্তা কৰি অধ্যাপক এ. এল্. বাশ্বাম, দীনেশচন্দ্ৰ সৰকাৰ আদি গুৱাহাটীলৈ আহোঁতে সিসকলৰপৰা প্ৰাচ্যজ্ঞানৰ বক্তৃতা শুনিছিলো; মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ, মহেন্দ্ৰমোহন চৌধুৰী, কেন্দ্ৰীয় মন্ত্ৰী বিপিন পাল দাস আদিক নিমন্ত্ৰণ কৰি ৰাজনৈতিক পৰিস্থিতিৰ বিষয়ে বক্তৃতা শুনিছিলো আৰু আমাৰ ভিতৰত নব্য ধাৰাৰ শিক্ষাৰ বিষয়ে আলোচনা-সত্ৰ ( এপ্ৰিল ১৯৭৩ ) পাতি আলোচনাৰ কথাখিনি কিতাপ আকাৰে ধৰি ৰাখিছিলো, আৰু গুৱাহাটীৰ সঙ্গীত-সত্ৰৰ

(এই সত্ৰীয়া নৃত্য-গীতৰ অনুষ্ঠান আমি কেইজনমান গোট খাই গুৱাহাটীত পাতিছিলো; কিন্তু কৰ্মীৰ অভাৱ বা আলস্যত এই আৱশ্যকীয় শিক্ষানুষ্ঠানটিৰ কল-ঢোপ কল-ঢোপ কৰা অৱস্থা।) প্ৰদৰ্শনৰ সহায় লৈ নিজে সত্ৰীয়া নৃত্যৰ বিষয়ে বক্তৃতা কৰিছিলো। মোৰ সতীৰ্থ-সহকৰ্মীসকলেও লগ পালে পিছে তেওঁলোকে সভাপতিৰূপে মোৰ প্ৰথম কাৰ্যকালৰ খণ্ডৰ বাৰ্ষিক অধিৱেশনৰ সভাপতিৰ অভি-ভাষণখনৰ কথাহে হাঁহিৰে সোঁৱৰে। মই তাত কোনো বিশেষ অনুষ্ঠান (body) বা ব্যক্তিৰ নাম নোলোৱাকৈ বিশ্ববিদ্যালয়ৰ (বৰং, বিশ্ববিদ্যালয়বোৰৰ) মূল ৰোগৰ কথা কৈছিলো। এডমাণ্ড বাৰ্কৰ বক্তৃতা মনত পেলাই কৈছিলো, A great institution and a small mind go ill together; কৈছিলো, বিশ্ববিদ্যালয়ত (বিশ্ববিদ্যালয়বোৰত) an academic understanding at the top is the most crying desideratum of the hour; এনে এনে কথা। মোৰ বক্তৃতাৰ শেহত অপ্ৰত্যাশিতভাৱে সভা-ঘৰত দীঘলীয়া হাতচাপৰি পৰিল। কিন্তু সিদিনাৰ মুখ্য অতিথিৰ মুখৰ ফালে দৃষ্টি কৰি হাতচাপৰিৰ ৰোলটো হঠাত বন্ধ হৈ গ'ল। ল'ব নালাগিছিল যদিও অতিথিয়ে মোৰ বক্তব্যবোৰত অপৰাধ ল'লে, আৰু পূৰ্ণাঙ্গ অভিভাষণ নিদি বিদায়হে ল'লে। সদস্যসকলে একবাক্যে সৰ্বসম্মতিক্ৰমে মোক আৰু এক কাৰ্যকালৰ বাবে সন্থাৰ সভাপতি পাতিলে!

১৯১৭তে প্ৰতিষ্ঠাপিত কামৰূপ অনুসন্ধান সমিতিৰ আদি-বুৰঞ্জী গৌৰৱপূৰ্ণ —পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, অধ্যাপক সূৰ্যকুমাৰ ভূঞা আদিৰে জড়িত। তৃতীয় দশকৰ অন্তৰ ফালে কনকলাল বৰুৱাই সমিতিৰে সম্পৰ্ক স্থাপন কৰি আৰু সমিতিৰ পত্ৰিকাখন (Journal of Assam Research Society) এহতীয়াকৈ চলাই সমিতিৰ

জীৱনৰ দ্বিতীয় এটি গৌৰৱপূৰ্ণ স্তৰ নিৰ্মাণ কৰে। বকৰাদেৱৰ কামৰূপৰ প্ৰাচীন বুৰঞ্জীখনি আৰু অসম যাতুঘৰ (ৰাজ্যিক সংগ্ৰহালয়) একপ্ৰকাৰে কামৰূপ অনুসন্ধান সমিতিৰ উদ্যমৰ উপফল (by-product)। কিন্তু দ্বিতীয় মহাসমৰৰ আৰম্ভণিৰপৰা সমিতি কিছু ম্লান পৰিবলৈ ধৰে। গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হোৱাত আমি যেতিয়া অলপ-অচৰপ গৱেষণাৰ কাম হাতত ল'বলৈ ধৰিলো, তেতিয়া সমিতিৰ জিম্মাত থকা সাঁচিপতীয়া পুথি আদি পোৱাত অলপ আহুকাল পাইছিলো। ড° কাকতি ছাৰৰ পৰামৰ্শত সেই দেখি সমিতিখনকে পুনঃসংগঠন কৰা হ'ল। আমিও তাৰ ভিতৰত সোমাই পৰিলো। তাত মোৰ এটা বিষয়-বাব হ'ল ধনভঁৰালী, যদিও ধনভঁৰালটো আছিল তেনেই শুকান, আৰু সমিতিৰ অংশকালীন চতুৰ্থ শ্ৰেণীৰ কৰ্মীৰ দৰমহা দিয়া আৰু সমিতিৰ জীৰ্ণ ঘৰটোৰ ভগা-ছিগা বঁটাৰ বাবে মাথোন অনুষ্টুপীয়া খৰচৰ কাম হৈছিল। আন দুই-এটা সৰু-সুৰা কামৰ ভিতৰত প্ৰতিষ্ঠাপক-সভাপতি ৰূপে দুজনমান বন্ধুৰে লগ লাগি পূব গুৱাহাটীত গুৱাহাটী কলেজ নাম দি এখন কলেজ কৰাটো এটা। ৬৯ৰ একেবাৰেই আৰম্ভতে বায়নৰ পঢ়াশালি নাম দি সত্ৰীয়া সংগীত নৃত্যৰ এখন পঢ়াশালি আৰম্ভ কৰা হৈছিল। পিছত তাৰ নামান্তৰ হ'ল সঙ্গীত-সত্ৰ। কিন্তু আজিও তাৰ 'ডলাৰ বগৰী-প্ৰায় ক'তো থান-থিতি নাই।' মাথোন জীউটো লৈ সি জীয়াই আছে। উপযুক্ত কৰ্মীৰ অভাৱত মনেৰে ভবা আদৰ্শত তাক গঢ়ি তুলিব পৰা নাই। নতুন দিল্লীত আন আন ৰাজ্যৰ অনুষ্ঠানৰ দৰে মোৰ পুৰণি ছাত্ৰ আৰু অসমৰ প্ৰাক্তন মন্ত্ৰী যোগেন্দ্ৰনাথ শইকীয়াই শংকৰদেৱ সংস্কৃতি কেন্দ্ৰ এটি খুলিবৰ চিন্তা কৰি মোকো তালৈকে টানিছিল (১৯৭৫)। কিন্তু সেই গুণী পুৰুষজনৰ অকাল বিয়োগৰ লগে লগে সেই আঁচনিও নিতাল মাৰিলে।

গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অসম চৰকাৰৰ° স্বতন্ত্ৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগ প্ৰতিষ্ঠিত হোৱাত তাৰ লগত জড়িত হৈ পৰিছিলো।

বিশেষকৈ বিভাগীয় সঞ্চালক-ৰূপে পোনতে বন্ধু সত্যপ্ৰসাদ বৰুৱা আৰু পাছত বিশেষ স্নেহাস্পদ ৰুদ্ৰ বৰুৱাই মোক তেওঁলোকৰ বিভিন্ন অনুষ্ঠানলৈ বেয়াকৈ টানিছিল। প্ৰথমজনৰ আমোলত বৰগীতৰ (১৩ আগস্ট ৭২) আৰু সত্ৰীয়া নৃত্যৰ বিষয়ে (৮ জানুৱাৰী ৭৪) বিভাগৰ কল্যাণত দুটা সপ্ৰদৰ্শন একাডেমিক বক্তৃতা-আলোচনা কৰিছিলো। কৰি নিজৰে ভাল লাগিলছিল আৰু জনা-বুজাসকলেও তাক সজ বুলিছিল। এদিন আকৌ ৰুদ্ৰই ফোনত ক'লে, 'আজি আপোনালোকক আমি ৰাজধানীলৈ নিমন্ত্ৰণ কৰিছো। আপুনি পিছে আহিব নালাগে। আপোনাৰ গাড়ী গেৰেজত ভৰাই ঘৰতে বহি থাকিব। মই গৈছো।' তেওঁ আহিল আৰু মোক ছৰকাৰী গাড়ীত তুলি লৈ গ'ল; কিয়, সেইটো হ'লে নক'লে। ৰাজধানী পাই মোক বুজালে যে নতুন জনতা ভৱনত আজি সেইখন প্ৰথম সভা (উদ্বোধনী সভা নুবুলিলে) বহিব; মই তাৰ সভাপতি হ'ব লাগিব; কোনো কাৰ্যসূচী নাই, মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহদেৱে তেওঁৰ বক্তৃতাৰে সভা আৰম্ভ কৰি দিব, পিছৰখিনি মই চলাই লৈ যাব লাগে। আলোচনা যি হ'ল, সি ঘাইকৈ সাহিত্যিকৰ সামাজিক দায়বদ্ধতাক কেন্দ্ৰ কৰিয়ে হ'ল। গীত-আবৃত্তি আদিও হ'ল। এবাৰ আকৌ মাঘ-বিহুৰ বতৰতে ৰুদ্ৰ বৰুৱাই লৈ গ'ল তেজপুৰলৈ তাত আগৰৱালা বংশৰ ঘৰ "পকী" সেইদিনা ছৰকাৰে এক উছৱত আনুষ্ঠানিকভাৱে অধিগ্ৰহণ কৰিলে; তাৰ সভাত মই সভাপতিগিৰি কৰিলো।

সাংস্কৃতিক সঞ্চালকালয়ে বাহিৰৰ ওড়িষী, যক্ষগান আদিৰ দলৰ নৃত্য-প্ৰদৰ্শন আৰু আমাৰ পুতলা-নাচ, লোক-নৃত্য আদিৰ উছৱৰ সুন্দৰ আয়োজন কৰিছিল আৰু এবাৰ মণিপুৰলৈ আমাৰ নৃত্যৰ এটি দল লৈ গৈছিল আৰু মই দলৰ সহায়ত আমাৰ নৃত্যৰ বিষয়ে বক্তৃতা কৰিছিলোগৈ। মণিপুৰ কলা একাডেমিৰ নিমন্ত্ৰণত আন

এক উপলক্ষ্যত মণিপুৰী শৈলীৰ বেলেৰ উদ্বয় আৰু আলোচনাসত্ৰ উদ্বোধন কৰিছিলোগৈ। ভাৰত চৰকাৰৰ সাংস্কৃতিক দপ্তৰে এবাৰ (মাৰ্চ ১৯৭৬) বুলগাৰিয়াৰপৰা অহা এটা নৰ্তক-দলৰ নৃত্য-প্ৰদৰ্শনৰ আয়োজন কৰিবলৈ অনুৰোধ কৰে। তেওঁলোকৰ নাচ অতি কলা-সুলভ আছিল আৰু সেই উপলক্ষ্যটি সকলো দৰ্শকে প্ৰাণ ভৰি উপভোগ কৰিছিল। ইতিপূৰ্বে ভাৰত চৰকাৰৰ প্ৰতিনিধি-ৰূপে মই ৰাষ্ট্ৰীয় সংগীত নাটক অকাদমীৰ সাধাৰণ পৰিষদৰ আৰু সি সূত্ৰে কাৰ্যপালিকাৰ সদস্য আছিলো।

৬৯ৰ জুনত প্ৰাচ্যতত্ত্বৰ পণ্ডিত ডক্টৰ আৰ্. এন্ দাণ্ডেকাৰৰ নিমন্ত্ৰণত পুণালৈ গৈছিলো পুণা বিশ্ববিদ্যালয়ে আয়োজন কৰা প্ৰাকৃত ভাষা-সাহিত্যৰ ছেমিনাৰত যোগ দিবলৈ। তাতে এটা অধিৱেশনত সভাপতি হৈছিলো আৰু ডক্টৰ বেণীমাধৱ বৰুৱা আৰু মোৰ ককাইদেউ ডিম্বেশ্বৰ নেওগৰ ধাৰাত 'কামৰূপী প্ৰাকৃত'ৰ অস্তিত্বৰ স্বীকৃতি দাবী কৰিছিলো। অসমখন ভাঙি পাৰ্বত্য ৰাজ্য এখন হ'ব লাগেনে সেই প্ৰশ্নৰ বিচাৰ কৰিবলৈ অহা পাটাস্কাৰ আয়োগৰ বি. ভি. পাটাস্কাৰ তেতিয়া পুণা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। তেওঁক সাক্ষাৎ কৰিবলৈ যাওঁতে তেওঁ প্ৰথম প্ৰশ্ন কৰিছিল, 'মোৰ প্ৰতিবেদনত মইতো অসমত পাৰ্বত্য ৰাজ্য হোৱা অনুচিত-অকাৰণ বুলি কৈছিলো। তোমালোকে পাৰ্বত্য ৰাজ্য সাজিলা কিয়?' মই মাথোন ক'লো, 'ভাৰত-ভাগ্য বিধাতা' সকলে বিধান কৰে, সেয়েহে বিধাতাৰ বিধান। আপোনাৰ কথায়োযে আমকে ৰাখিব নোৱাৰিলে!' অসম একাঙ্ক নাট সন্মিলনৰ বছৰেকীয়া অধিৱেশনৰ সভাপতি-ৰূপে (অক্টোবৰ ১৯৬৭)' পটিয়ালত শংকৰদেৱে তিথিত (অক্টোবৰ ১৯৭৫) আৰু গুৱাহাটী কলিকতা ভুৱনেশ্বৰত পূব ভাৰতৰ সাংস্কৃতিক ঐক্যৰ সন্মিলযত আৰু আমাৰ নগাঁওৰ কুঁজীডাহত নাট সন্মিলন (ফেব্ৰুৱাৰী; মাৰ্চ ১৯৭১) আদি মেলে-মিটিঙে ঘূৰাটো মোৰ যেন 'মৰিলেও

নেৰয় ধনঞ্জয় বাবু।' ৭৪ৰ মেই মাহত সত্য সাই বাবাৰ বাংগালোৰৰ কেন্দ্ৰত মহাপুৰুষৰ ধৰ্মৰ বিষয়ে দুটা বক্তৃতা দিবৰো সুযোগ হৈছিল।

ইউনিয়ন পাবলিক ছাৰ্ভিছ কমিশ্যনৰ পৰীক্ষাৰ বহী চোৱা আৰু ইণ্টাৰ্ভিউ (personality test) লোৱাৰ কামত সময়ে সময়ে লাগিবগৈ লগীয়া হৈছিল। মাজতে এবাৰ কমিশ্যনে ঘোষণা কৰিলে যে আই. এ. এছ্. আদি লোক-সেৱাৰ বাবে হোৱা পৰীক্ষাৰ পৰীক্ষাৰ্থীসকলৰ সৰহভাগেই সেই পৰীক্ষাৰ প্ৰকৃত মানদণ্ডৰ ওচৰকে নাচাপে; গতিকে সেইবোৰ সেৱাৰ বাবে পতা প্ৰতিযোগিতামূলক পৰীক্ষাটো দুটা খণ্ডত পতা হ'ব, যাতে প্ৰথম বাছনিতে অবাল-চন্দসকলক চালি-জাৰি আঁতৰাই পেলাব পাৰি। মই সেই সময়ত কমিশ্যনৰ প্ৰাথমিক পৰীক্ষাৰ পাঠ্যক্ৰম যুগুত কৰাত লাগি দিব লগীয়া হৈছিল।

১৯৪৪ চনতে এটি অতি সম্ভ্ৰান্ত পৰিয়ালৰ এগৰাকী বিজ্ঞ-লোক শান্তিপ্ৰসাদ জৈনে ভাৰতীয় জ্ঞানপীঠ নামে এটি 'গৱেষণা আৰু সাংস্কৃতিক অনুষ্ঠান' প্ৰতিষ্ঠা কৰে সংস্কৃত, প্ৰাকৃত, তামিল, কন্নড় আদি ভাষাৰ প্ৰাচীন পুথি প্ৰকাশ কৰিবৰ কাৰণে। জ্ঞানপীঠে ১৯৬১ৰপৰা ভাৰতীয় আধুনিক ভাষা-সমূহক প্ৰেৰণা যোগাবলৈ এক লাখ টকাৰ এটি বছৰেকীয়া বঁটা দিবলৈ সিদ্ধান্ত কৰে। এই উদ্দেশ্যে যিখন এঘাৰজনীয়া গ্ৰন্থনিৰ্বাচন সমিতি গঠিত হয়, সেইখনিত ৭৬ৰপৰা এটি কাৰ্য-কাল মোক সদস্য কৰা হৈছিল। সমিতিৰ সভাপতি অধ্যাপক ভি. কে. গোকক, সদস্য ড° নীহাৰৰঞ্জন ৰায় আদিৰ সংগত বহি সমস্ত ভাৰতীয় সাহিত্যৰ দিকচক্ৰৱাল অধ্যয়ন কৰাৰ সুযোগ ঘটিল।

আমাৰ নিজৰ ঘৰুৱা সাহিত্য-সংস্কৃতিৰ জগতখনলৈও এই কাল-সোঁতত যি পাৰোঁ অৰিহণা যোগাবৰ বাবে যত্ন নকৰাকৈ নাছিলো। মোৰ ডক্টৰেটৰ থিছিছখন Sankaradeva and His Times: Early History of the Vaisnava Faith and Movement in Assam গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৬৬ত প্ৰকাশ কৰে।

ড° সুনীতিকুমাৰ চট্টোপাধ্যায়, ড° বাসুদেৱশৰণ অগ্ৰৱাল, ক. [illegible] নীলকণ্ঠ শাস্ত্ৰী, ড° সুশীল কুমাৰ দে, ড° দীনেশচন্দ্ৰ সৰকাৰ আদি পণ্ডিতসকলে সমালোচনাত আশিষৰে বৰ্ষণ কৰিলে। পোনতে Journal of the University of Gauhatiৰ পাতত উলিয়াই পিছত কিতাপ আকাৰে উলিয়ালো দুখনমান পুথি—Bilvamangala's Krisnastotra (এইখন আগতে ১৯৬২তে ওলায়); Assamese Drama and Theatre (৬২ৰ এপ্ৰিলতে National School of Drama and Asian Theatre Centreৰ বক্তৃতাৱলী); ১৯৭৫; The Harismriti-sudhankura of Raghunandana (of Gauda), ১৯৭৭। নতুন দিল্লীৰ সাহিত্য অকাদেমীয়ে সিসকলৰ Makers of Indian Literature ছিৰিজত আনন্দৰাম ঢেকিয়াল ফুকনৰ বিষয়ে এখন কিতাপ লেখাৰ সময়তে ঢেকিয়াল ফুকনৰ ছদ্মনামত প্ৰকাশিত A Few Remarks on Assamese Language and on Vernacular Education in Assam আৰু তেওঁ মফাট মিলছ ছাহাবৰ ওচৰত দাখিল কৰা প্ৰশাসন-সম্পৰ্কীয় Memorandumখন একেলগে কৰি অসম সাহিত্য-সভাক এখন কিতাপ লেখি দিলো। Anandaram Dhekiyal Phukan : Plea for Assam and the Assamese, ১৯৭৬। সাহিত্য অকাদমীয়ে MIL ছিৰিজৰ বাবে Baptist Writers of Assam নামে আৰু এখন পুথি লেখিবলৈ দিছিল; কিন্তু সেই ছিৰিজত লেখকৰ এটা থ্ৰুলৰ বিষয়ে কিতাপ কৰা নিয়ম হোৱা নাই বাবে পাছত সেই অৰ্ডাৰ পৰিৱৰ্তন কৰি পেলালে। এই সময়ত মোৰ দুখন বাইজৰ সমাদৃত কিতাপ "প্ৰাচ্যশাসনাৱলী" আৰু "সত্ৰীয়া [illegible] (এই-খনৰ স্বতন্ত্ৰ কপতকৈ কেশৱ চাংকাকতীয়ে বুটীয়াকৈ [illegible]। [illegible] নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল"খনহে এতিয়া পাঠকৰ [illegible]) [illegible]। মই এপিগ্ৰাফিস্ট বা খাৰশাসনবিদ নহওঁ। কিন্তু ১৯[illegible] [illegible] [illegible] ধামত ফুল-স্থাপনৰ এখন সভাত যোগ দিবলৈ [illegible] তাৰ [illegible] নীত মাধৱদেৱৰ নামে এখন অজ্ঞাত কামৰূ[illegible] এখন [illegible]

প্ৰকৃতিৰ অনুশাসন পাই তাৰ অধ্যয়নত লাগোঁ। তাৰ পাঠ গুৱা-হাটী বিশ্ববিদ্যালয়ৰ জাৰ্নেলত আৰু হোশিয়াৰপুৰৰ Vishveshvar-anand Research Journalত প্ৰকাশ কৰোঁ। তদুপৰি প্ৰসিদ্ধ এপিগ্ৰাফিস্ট ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰেও মোৰ পাঠৰ ভিত্তিত তেওঁৰ পৰিকল্পিত পাঠ Journal of Ancient Indian Historyত উলিয়ায়। অসমৰ নিপুণ এপিগ্ৰাফিস্ট প্ৰেমধৰ চৌধুৰীদেৱে আকৌ ডিব্ৰুগড়ৰ ওচৰৰ লেপেটকটা চাহবাগিচাৰ মাটিৰ তলত পোৱা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰ তামৰ ফলি এখন (প্ৰাচ্যশাসনাৱলীৰ ফলি সংখ্যা ১৫) মোলৈ পাঠ-উদ্ধাৰৰ বাবে পঠিয়ায়। এই সময়তে এই-দৰে মোৰ শাসন-অধ্যয়নত ৰাপ বহে আৰু কামৰূপ অনুসন্ধান সমিতিয়েঁ এখন বহি কৰি সংৰক্ষণ কৰা ফলি আদিৰ পাঠবোৰ আৰু অসমৰ পুৰণি আলোচনীত প্ৰকাশিত তেনে পাঠবোৰ (যদিও সিবোৰ সমীক্ষা-ভিত্তিক নাছিল) সংগ্ৰহ কৰিবলৈ লাগি যাওঁ। তাৰে ফল (ফলশ্ৰুতি নহয়) ''প্ৰাচ্য-শাসনাৱলী', যিখনৰ উদ্বোধনৰ বেলা (৮ জানুৱাৰী ১৯৬৪) কঠোৰ সমালোচনা কৰি ডক্টৰ সৰকাৰে মোক ভাৰতীয় এপিগ্ৰাফিস্টসকলৰ মাজত চতুৰ্থ স্থানত (কেনেকৈ, তেওঁহে জানে, মই হ'লে কোনো থানৰে অভিলাষী নাছিলো) ধৰিছিল। একেদিনাই ৰাজ্যপাল লালনপ্ৰসাদ সিংহই পাত মুকলি কৰা আনখন পুথি "সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল"খন আকৌ আন্ধাৰ 'গলি'য়েদি আহিব লগীয়া হৈছিল কাৰণ এজনে পুথিখনৰ কোষ্ঠী গণনা কৰি কৈছিল বোলে, সেইখন ওলালে তৰ্ক-বিতৰ্ক, সংগ্ৰামৰ অন্ত নহ'ব; কোনেও সেইখন হাতেৰে নুচুব। পিছে ৮ জানুৱাৰীত ওলোৱা কিতাপ জানুৱাৰীৰ ভিতৰতে থপিয়া-থপিকৈ কিনোতাই শেষ কৰিলে আৰু প্ৰকাশন পৰিষদে ২৮ মাৰ্চত দ্বিতীয় সংস্কৰণ মুদ্ৰিত কৰিবলৈ ঠিক কৰি মোলৈ চিঠি দিলে। অসমৰ মানুহে কিতাপ নপঢ়ে, কিতাপ নিকিনে, আৰু ভাল বস্তু একণ পালে নাক কোঁচায়, এনে কেতিয়াও নহয়। কিতাপ সমালোচনা কৰাসকলৰ শুভবুদ্ধি থাকিলেই হয়।

# এইবাৰ হক যাত্ৰা-আৰম্ভণ

১৯৭৬ চনৰ শেহৰ ফালে মই to pasture new, নতুন মলহানি পথাৰলৈ পংপঙাই আঁতৰি যোৱাৰ এটা কথা উঠিছিল। ৭৭ৰ আদিতে জানিবাঁ কথাটো মাৰ গ'ল। সি মাৰ গ'ল যদিও সেইবাৰ এপ্ৰিল মাহত এদিনাখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰ-প্ৰাপ্ত পঞ্জীয়ক চিদানন্দ দাসদেৱেৰে কথা হওঁতে পটিআলাৰ পঞ্জাবী বিশ্ববিদ্যালয়ত মহাপুৰুষ শঙ্কৰদেৱৰ নামত এখন 'চেয়াৰ' খুলিব খোজা কথা ওলাল। চেয়াৰখন কিন্তু তেতিয়াও খোলাৰ সিদ্ধান্ত হোৱা নাই। প্ৰস্তাৱহে চলিছে। দাসদেৱে সেই বিষয়ে জানিবলৈ সখিয়েক, পঞ্জাবৰ ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীলৈ চিঠি লিখিলে আৰু সেই প্ৰসঙ্গত মোৰ নামো উল্লেখ কৰি দিলে। উত্তৰত চৌধুৰী ডাঙৰীয়াই প্ৰস্তাৱিত ব্যৱস্থাৰ বিষয়ে দাসলৈ সবিশেষ জনাই লিখিলে, মই যদি চেয়াৰৰ বাবে যাওঁ, তেতিয়া হ'লেই আটাইতকৈ ভাল হ'ব আৰু যদি যাব খোজোঁ, ততালিকে মোৰ জীৱন-কথাৰ টোকা ( বায়ো-ডাটা ) পঠিয়াই দিব লাগে। সেইমতে সকলো কথা ভাবি-চিন্তি যোৱাটো ঠিক হব ভাবি ২০ মেই ১৯৭৭ তাৰিখে চৌধুৰীলৈ কাগজপত্ৰখিনি পঠিয়ালো। ডক্টৰ সত্যনাৰায়ণ ৰথ আৰু মুকুন্দমাধৱ শৰ্মাই তৈয়াৰ কৰা ছপা মোৰ Profile and Bibliography খন সাজু হৈয়ে আছিল। চৌধুৰীয়ে মোৰ কাগজ-পত্ৰ আৰু চিঠি বিশ্ববিদ্যালয়ৰ উপাচাৰ্যা শ্ৰীমতী ইন্দেৰজিৎ কৌৰ শাদ্ধুক গতাই দি মোলৈ লিখিলে ( ২ জুন ১৯৭৭ ), Most probably you are coming here as Director of newly created Sankaradeva Chair.... I am very keen to see you here installed as Director of the Sankaradeva Chair. I hope in the face of these cir-

cumstances you will not reject the offer and come here and join the post. ··· You should sacrifice a little for the cause which is so dear to you and to all of us—the people of Assam. Kindly co-operate and get go the scheme which has been fructified after a good deal of pressure and persuation. I hope to get a favouable reply. ইতিমধ্যে শ্ৰীমতী সান্ত্বৰ-পৰাও এখন চিঠি (৩১ মেই ১৯৭৭) পালো বিশ্ববিদ্যালয়ে পঞ্জাব ছৰকাৰৰপৰা চেয়াৰখন খুলিবলৈ সোনকালেই কৰ্তৃত্ব পাবলৈ আশা কৰিছে। চৌধুৰীদেৱে ২৭ জুলাইৰ চিঠিত জনালে যে উপাচাৰ্যাই কোৱামতে ৬ আগস্টত বিশ্ববিদ্যালয়ৰ ছিণ্ডিকেটে চেয়াৰৰ সিদ্ধান্ত ল'ব আৰু লগে লগে মোক নিযুক্তি-পত্ৰ দিব। মই যাতে ইফাল-সিফাল নকৰোঁ। সেই উদ্দেশ্যে তেওঁ লিখিলে, I hope you have taken a firm decision in this matter তেওঁ ১ ছেপ্টেম্বৰত পঞ্জাব এৰিব আৰু পাৰিলে তাৰ আগতে গৈ মই কামত যোগ দিব লাগে, তাকো তেওঁ সকীয়াই দিলে। সেইমতে মই ৬ আগস্টৰ দিনাই আমাৰ গুৱাহাটীৰ উপাচাৰ্যক জনাই থলো। যে সেইদিনাখনেই মোৰ পটিআলাত নিযুক্তি হ'বৰ কথা আৰু মোক সোনকালে কামৰ-পৰা অব্যাহতি দিলে ভাল। সিফালে সেইদিনাখনেই ছিণ্ডিকেট বহি চেয়াৰখন খোলাৰ সিদ্ধান্ত কৰিলে আৰু মোৰ গুণাৱলী বৰ্ণাই এটা প্ৰস্তাৱ যোগে মোৰ নিযুক্তিৰ সিদ্ধান্ত কৰিলে। তাৰ লগে লগে কিন্তু বিশ্ববিদ্যালয়ৰ ভিতৰত কিবা খুটুং-খাটাং লগা আৰম্ভ হৈছিল, যাৰ ফল-স্বৰূপে এমাহমানৰ ভিতৰতে শ্ৰীমতী সান্ত্বৰে উপাচাৰ্যপদ এৰি থৈ গুচি যাব লগীয়া হয়। ইপিনে চৌধুৰীদেৱে মই কিয় যোৱা নাই, কিয় যোৱা নাই বুলি প্ৰমাদ গণিছে, কাৰণ ১ ছেপ্টেম্বৰত তেওঁ চণ্ডীগড় এৰিবই। কিন্তু ২৭ আগস্টত ৰেজি-ষ্ট্ৰাৰে পঠোৱা নিযুক্তি-পত্ৰ মই ৩০ তাৰিখেহে পাওঁ, যদিও তাত বিনয় কৰি We hope you will kindly accept the assignment

বুলি আশা প্ৰকাশ কৰিলে। একে উদ্দেশ্যে পঠোৱা তেওঁলোকৰ টেলিগ্ৰাফ ৩১ তাৰিখে পটিয়ালা এৰি ২ ছেপ্টেম্বৰতহে গুৱাহাটী পায়হি। ৰাজ্যপাল চৌধুৰীয়ে ইতিমধ্যে চণ্ডীগড় এৰিলেই। কথা-বোৰ ঢিলা-সোলোকা হোৱা যেন লগাত তেওঁৰ উপদেশমতে কামত যোগ দিবলৈ যোৱাৰ আগতে এবাৰ চণ্ডীগড়-পটিয়ালাত এপাক মাৰি অহাকে ঠিক কৰিলো। ছেপ্টেম্বৰৰ শেহ সপ্তাহত তাত গৈ দেখিলো, Saint Sankaradeva Chair সম্পৰ্কে বিশ্ববিদ্যালয়ৰ লোক-সকলৰ আগ্ৰহ অটুট আছে; মাথোন শ্ৰীমতী সাঙুৰে বিশ্ববিদ্যালয় এৰি যোৱাত অস্থায়ী উপাচাৰ্যৰ শাসনত খাটাং কথা কোৱা (মোৰ থাকিবলৈ ঘৰ আদি লৈ) টান হৈছে। তেতিয়া তথাপি মই এটা অফিচি-য়েল নোট দি অসমত থকা দুখন হাতে-লিখাগ্ৰন্থৰ (সংস্কৃত ভক্তি-ৰত্নাকৰ আৰু মণিৰাম দেৱানৰ বুৰঞ্জী-বিবেক-ৰত্ন) ফটোকপি সংগ্ৰহ কৰিবলৈ বিশ্ব-বিদ্যালয়ক অনুৰোধ কৰি আহিলো। অক্টোবৰত নতুন স্থায়ী উপাচাৰ্য ডক্টৰ অমুক সিংহই যোগ দিয়াত কথাবোৰে নিৰূপিত ৰূপ ল'বলৈ ধৰে। ইতিমধ্যে আকৌ শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ লেখক-শিবিৰত যোগ দিবলৈ যাওঁতে ত'ৰ ভগৱতীপ্ৰসাদ বৰুৱা স্মৰণ মঞ্চত বুকত খুন্দা খাই দুখ পালো। তদুপৰি অসম শ্ৰীমন্ত শঙ্কৰ সঙ্ঘৰ হ'ব লগীয়া গুৱাহাটী অধিৱেশনৰ (১০ ফেব্ৰুৱাৰী ১৯৭৮) বাবে সঙ্ঘৰ স্থানীয় সদস্যসকলে ধৰি-বান্ধি মোক অভ্যৰ্থনা সমিতিৰ সভাপতি কৰিলে। এইদৰে সাতে-পাঁচে মোৰ উত্তৰায়ণ পিছুৱায়ে গ'ল। তেওঁ উত্তৰায়ণ সংক্ৰান্তিৰ সময়তে সেই যাত্ৰা হ'ব বুলি পঞ্জাবী বিশ্ববিদ্যা-লয়ক জনালো। কিন্তু ডাক্তৰে ক'লে বুকুৰ বিষটো শাম নৌ কাটোঁতেই উত্তৰ ভাৰতৰ মহামাৰি জাৰটোৰ মাজলৈ নোযোৱাই ভাল। ডক্টৰ অমুক সিংহৰ চিঠিয়েও সেই চিন্তাতে সমৰ্থন জনালে। সিফালে, ড° মোহন সিংহ উবেৰই দিৱানা আদিয়ে মই সোনকালে গৈ পটিয়ালাত যোগ দিয়া বিচাৰি পত্ৰ দিলে। শেহত জানুৱাৰীৰ

অন্ত ভাগত স্থিৰ কৰিলো, ২৭ ফেব্ৰুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয় এৰি ১ মাৰ্চৰপৰা পঞ্জাবী বিশ্ববিদ্যালয়ৰ মানুহ হ'ম। ইতিমধ্যে আমাৰ খবৰ-কাগজবোৰত মোৰ নতুন নিযুক্তিৰ কথা ওলাই গৈছিল। বহুতে তাত আনন্দ প্ৰকাশ কৰিছিল। বহুতে আকৌ দুখ প্ৰকাশ কৰাৰো কাৰণ পাইছিল। মোৰ পুৰণি ছাত্ৰ এজনে (বসন্তকুমাৰ গোস্বামী) লেখিছিল 'আগতে জানো যদিও সিমান ভবা নাছিলোঁ।—কোনোৰা এটা চুকত চিঠিখনে বিন্ধিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ বৰভেঁটিৰ ঐতিহ্য ইমানতে শেষ হ'ল—উকঙা হ'ল। অসমীয়া বিভাগৰ দুৱাৰ-মুখত সাহসেৰে গৈ আৰু শঙ্কাত থমক খাই-ব'ৰ লগীয়া অৱস্থা কৰা, শ্ৰদ্ধাত অৱনত কৰিব পৰা, ভয় লগা অথচ ভয় নলগা, সকলো কথা ক'ব পৰাৰ সাহস থকা অথচ সাহস নথকা ব্যক্তিত্ব আৰু কাৰোবাৰ হ'বনে?' বসন্তই হয়তো মোৰ প্ৰতি পক্ষপাতিতা কৰিছে এনেকৈ লিখিছে। সোনকালে গৈ পটিআলাত যোগ দিম বুলি জানি ত'ৰ অধ্যাপক হৰবংশ সিংহই লেখিলে, This will be a matter of distinction and honour for the Department as well as for the University.

ইতিমধ্যে যোৱাগৈহেঁতেন এটা কৰিব লগীয়া কাম কৰিবলৈ থাকিয়ে গ'লহেঁতেন—অসম সাহিত্য সভাৰ হীৰক জয়ন্তীত (২৭ ডিচেম্বৰ ১৯৭৭) যোগ দিয়াটি। ভাগ্যে সভাৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়াৰ আমন্ত্ৰণক্ৰমে সভাৰ হীৰক জয়ন্তী বক্তৃতাও দিলোগৈ যোৰহাটত, আৰু মৈথিলী সাহিত্যৰ বুৰঞ্জী-লেখক বন্ধু ড° জয়কান্ত মিশ্ৰক লগত (তেওঁৰ লগত মোৰ ককাইদেউ ভিম্বেশ্বৰ নেওগৰো ঘন পত্ৰালাপ আছিল) বিশেষকৈ তেওঁৰ হেঁপাহ দেখি 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱ' কমাৰকদীয়া গাঁৱৰ মুখখনো চাই আহিলোগৈ। লাহে লাহে যোৱা দিন চাপি অহাৰ লগে লগে বিশেষকৈ

মোৰ লগত সংশ্লিস্টসকলৰ ভাবাবেগো বাঢ়ি গৈছিল। কোনো কোনোৱে ভাবিছিল, মোৰ নিৰ্বাসন কোনো ৰাজনীতিকৰ কুকৰ্ম। এতিয়া আৰু ভাষা ঔ, সাহিত্য ঔ, সংস্কৃতি ঔ বুলি কোনে মোৰ দৰে চিঞঁৰ-বাখৰ কৰি থাকিব! 'আপুনি এই সেউজ ভূমিৰপৰা শস্যভূমিলৈ যাব লগীয়া হ'ল। আৰু যাবই যেতিয়া, আমাৰ হিয়া-ভৰা শ্ৰদ্ধাৰে শুভেচ্ছাৰে বাহিৰে কি জনাম' (ভৱানী)? বন্ধুসকলে মাতি নি সভা পাতি বিদায়-শুভেচ্ছা জনালে, আপোনসকলে দেখা-শুনাকৈ হাঁহ মাৰি ভাত খালে, খুৱালে। দিল্লীত পুহ-মাঘৰ দোমোজাৰ আৰত এজন বন্ধু নটৰাজন আৰু তেওঁৰ পত্নী বিখ্যাত কোৰিওগ্ৰাফাৰ মায়া ৰাওৰ ঘৰত (পটৌডী হাউছ) সান্ধ্য ভোজন কৰিবলৈ যাওঁতে অসমৰ সংস্কৃতি জগতৰ কথা ওলাল। কথা পাতোঁতে পাতোঁতে আমাৰ লগত থকা ৰুদ্ৰ বৰুৱাৰ মাত থোকা-থুকি হ'ল, চকু সেমেকি উঠিল। মই মাথোন ক'লো, পটিআলাত মোৰ যি কাম হ'ব, সিও অসমৰ সংস্কৃতিৰে কাৰ্য। পটিআলাৰ-পৰা উপাচাৰ্যই জনালে, মোৰ কাৰণে সদ্যহতে সিসকলৰ মনোৰম গেস্ট হাউছতে থান থিতি স্থিৰ কৰা হৈছে।

আকৌ ৰাজআলি। আকৌ আলহী-ঘৰ। যাবৰ বেলা এগৰাকীয়ে ক'লে, 'সকলো বিভূৰৰ মাজতো দেখিছো আপোনাৰ কিন্তু ৰ'ৰাগী মনটো বৈ যায়।' আকৌ ৰাজপথ। আকৌ মুছাফিৰখানা।

# কৈসী আৰতী হোঈ ভৱখণ্ডন তেৰী আৰতী

প্ৰব্ৰজন হ'ল। ১৬ ফেব্ৰুৱাৰী ১৯৭৮ তাৰিখে আকাশপথে গুৱাহাটী এৰি দিল্লী মহানগৰ পালোগৈ। ২৭ তাৰিখে দিল্লীখন চাই পিছদিনা দুপৰীয়া ২-৪৫ত নতুন দিল্লী ৰেল-ষ্টেশ্যনৰপৰা ফ্লাইং মেইল ধৰি পঞ্জাবৰ ৰাজপুৰা ষ্টেশ্যনত নামিলোগৈ। তাৰপৰা পঞ্জাবী বিশ্ববিদ্যালয়ৰ মটৰ-গাড়ীয়ে সেই চৈধ্য মাইল বাট আগ বঢ়াই নিলে। গধূলিৰ আগে আগেই বিশ্ববিদ্যালয়ৰ চালে চকু ৰোৱা টৌল সোমালোগৈ। আমাৰ সেউজীয়া অসমৰ বিশ্ববিদ্যালয়ৰ টৌল আধা-হাবি আধা-খৰাং। পটিআলাৰ শুকান মাটিত পানী দি গছ, বন, ফুল সকলো জীয়াই ৰাখিব লগীয়া হোৱাতো টৌলটি জনকপুৰী কৰি ৰাখিছে। তাৰ বাৰী-চোৱাসকলে দিনটো দহ বজাৰপৰা পাঁচ বজালৈ ৰ'দত পৰি পৰি কোৰ মাৰে, গছ আৰু ফুল-পুলি ৰোৱে আৰু সিবোৰ পানী দি দি জীয়াই ৰাখে; যাঁহনিবোৰ বাৰেওমাহ সেউজীয়া আৰু তলিছা যেন সমান। মই ধুনীয়া ফুলবাৰী যেন টৌলত সোমোৱাৰ আগে আগে সেইদিনা চিপ্‌চিপীয়া বৰষুণ দি প্ৰকৃতিয়েও ধূলি-বালি ধুই তাক 'দিব্য উপবন' কৰি থৈছিল। টৌলৰ ভিতৰৰ বাট-পথখিনিও নিকা হৈ আছে। শৃঙ্খলা আৰু সৌন্দৰ্যৰ সমন্বয়। পদূলি বুলিবলৈ দুটা সমান সমান আহল বহল বাট। তাৰ মাজতে বগা শিলেৰে গঢ়া বাট-চ'ৰাৰ গাত খোদিত জৱাহৰলাল [illegible] এটি বাণীয়ে সকলোকে কঠোৰ পৰিশ্ৰমলৈ উদগাই আছে। [illegible] বাণী ভাৰতৰ ভিতৰত পঞ্জাবতেই বোধ হয় আটাইতকৈ [illegible] কাৰ্যত পৰিণত হৈছে। পঞ্জাবীসকলে কাম ৰাককৈয়ে [illegible] আৰু কামেও চিনে পঞ্জাবীক। সেইজন্য বিপ্লৱ আৰু [illegible] বিপ্লৱৰ দেশ পঞ্জাব।

বিশ্ববিদ্যালয়ৰ অতিথি-শালাত স্থিতি লৈ দুই-এজনক মাথোঁ লগ পাই সিদিনালৈ সোনকালে জিৰণিৰ আশ্ৰয় ল'লো। সেই-দিনাহে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা মোৰ অৱসৰ হ'ল, কাৰণ ২৬, ২৭, ২৮ ফেব্ৰুৱাৰীৰ তিনিটা দিন মই অৱসৰৰ পূৰ্বৰ ছুটী (লিভ্ বিফৰ্ ৰিটায়াৰমেণ্ট) পাইছিলো। পিছদিনাখনেই পঞ্জাবী বিশ্ববি-দ্যালয়ত যোগ দিয়াত মোৰ যেন 'ব্ৰেক অৱ্ ছাৰ্ভিছো' নহ'ল।

পিছদিনা 'গিজাৰ'ৰ তপত পানীৰে উমলগা প্ৰাতঃস্নান কৰি প্ৰাতৰাশ সমাপন কৰি মোৰ কাৰ্যস্থল পাঁচসিৰীয়া দ'লৰ আকাৰৰ গুৰু গোবিন্দ সিংহ (মন কৰিব, পঞ্জাবৰ শিখসকলে শব্দটো 'সিজ্ঘ' কৰিহে লিখে—আমাৰো পুৰণি পুথিবোৰৰ লেখীয়াকৈ) ভৱনলৈ গ'লো। তোতয়া সেই ভৱনৰ ওচৰৰ পঞ্জাবী ভৱনৰ সংলগ্ন গুম্বদ (গম্বুজ) বা উবুৰিয়াই থোৱা টৌটোৰ নিচিনা ঘৰটোৰ (ইয়াতে সুকুমাৰ কলা সংগ্ৰহালয় হ'বৰ কথা আছিল) বিশ্ববিদ্যালয়ৰ ছাত্ৰীসকলে আয়োজন কৰা কীৰ্তন চলিছে। তাত ভুমুকি মাৰি গুৰু গোবিন্দ সিংহ ভৱনত ধৰ্মতত্ত্ব বিভাগৰ উপদেষ্টা অধ্যাপক হৰবংশ সিংহ আৰু প্ৰধান ড° তাৰণ সিংহক লগ পালো। আনুষ্ঠানিকভাৱে কামত যোগ দিলো। সম্প্ৰতিকলৈ বুলি মোক ভৱনৰ এটা সিৰৰ খুপি বুলিবহে পৰা সৰু খোটালিটোত ঠাই কৰি দিলে। তাতে ইছলামৰ লেকচাৰাৰ ড° আৰ্শাদ ছুছেইনো বহে। সন্ত শংকৰদেৱ আসন হোৱাৰ দুবছৰমান আগলৈকে গুৰুজনৰ ধৰ্মৰ বাবে লেকচাৰাৰ আৰু পিছত ৰিডাৰ হোৱা ড° কেশৱানন্দ গোস্বামীয়েও তাতে কাম কৰিছিল। মোৰ ঘৰুৱা লাইব্ৰেৰিৰ যাইথিনি (বিশেষকৈ অসমীয়া সাহিত্য আৰু সংস্কৃতি আৰু সাধাৰণ ধৰ্ম-বিষয়ক কিতাপৰ) পটিআলালৈ ৰোডৱেৰ গাড়ীত পঠিয়াই দিছিলো। সেইখিনি থেহা লগাই থ'বলৈ মোক ভাণ্ডৰ অফিছ কোঠা আৰু থকা ঘৰ বিচাৰিলো। দুইটা বস্তুৰে কিন্তু অতি আটক! টৌলত প্ৰফেছৰ-জাতীয় শিক্ষকৰ বাবে

বেঙ্খাই-ৰাৱীয়ে একোটাইঁত অট্টালিকা যেন দুমহলীয়া ঘৰ। তেনে-কুৱা ঘৰকে মোক দিয়া হ'ব বুলি মহেন্দ্ৰমোহন চৌধুৰীদেৱে আদিতে জনাইছিল। তেনে ঘৰ পিছে আটাইকেইটাতে মানুহ আছে। ২ মাৰ্চত উপাচাৰ্য ডঃ অমৃক সিংহক লগ ধৰি মোৰ 'লাগে'-'লাগে'-খিনি পেছ কৰিলো। সিজনা অতি বুজুক লোক। মই নিবিচৰা-কৈয়ে তেওঁ গুৱাহাটীৰপৰা পটিআলালৈ মোৰ ব্যক্তিগত গ্ৰন্থাগাৰ কঢ়িওৱাৰ বাবদ দুহেজাৰ টকা দিয়ালে আৰু গ্ৰন্থাগাৰটো সজাই থ'বলৈ বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰৰ হিছাপৰপৰা আঠটা কাচ লগা লোহাৰ আলমাৰি কিনিবলৈ ছহেজাৰকৈ টকা দিলে। উপযুক্ত থকা ঘৰ নাই বাবে বহুতে মোক চাৰি মাইলমান দূৰৰ পটিআলা চহৰতে এটা ঘৰ লোৱাৰ উপদেশ দিছিল। ডঃ অমৃক সিংহে কিন্তু তেনে কৰিলে মোৰ বাবে চোৰ-চাৰিৰ ভয় থাকিব বুলি ডাঙৰ ঘৰ নোলোৱালৈকে ভিজিটিং প্ৰফেছৰসকলৰ বাবে আছুতীয়াকৈ থোৱা এটা দুকুঠলীয়া ফ্লেট মোক দিবৰ বাবে হুকুম দিলে। যেনে কথা তেনে কাম। লগে লগেই ডেপুটি ৰেজিস্ট্ৰাৰ আহি মোক নি ফ্লেটটো দেখুৱাই তাক চাফ-চিকুণ কৰাই দিলে। অতিথি-শালাত এমাহ থাকিয়ে (অতিথি-শালা যি অতিথি-শালা, মোৰপৰা ভেৰোণ বুলি একো নল'লেই!) থকা ঘৰ ল'বই পৰা হ'লো। এপ্ৰিলৰ চতুৰ্থ সপ্তাহত গম্বুজমূৰীয়া ঘৰটোলৈ মোৰ অফিছ তুলি আনিলো আৰু গুৱাহাটীৰপৰা কিতাপবোৰ পালতগৈ আলমাৰি কিনি আনি ভাগ ভাগকৈ লেঠা তেনেকৈয়ে মৰা বাবে নিশ্চিন্ত হৈ দুকুঠলীয়া ফ্লেট-টোতকৈ আৰু ডাঙৰ ঘৰ নিবিচাৰোঁ বুলি ঠিক কৰিলো। পাঁচটা বছৰ তাতেই মোৰ ভালেৰে গ'ল। অফিছ হোৱা ঘৰটোত এখন ডাঙৰ মজিয়া পৰি ৰৈছিল। তাত শিখসকলৰ মাহেকীয়া নাম-কীৰ্তন হৈছিল। হিন্দুস্থানী সঙ্গীতৰ পটিআলা ঘৰাণাৰ লগত জড়িত কীৰ্তনৰ সবদ গুৰবাণী শুনি সঁচাকৈয়ে মুগ্ধ হৈছিলো।

সেই একে ঠাইতে মহাপুৰুষৰ জন্মোৎসৱৰো দিহা কৰিছিলো প্ৰথম বছৰ। তেওঁলোকৰ মোহনভোগৰ কড়া পৰ্দাৰ ঠাইত আমাৰ মাহ-চাউল খাই ত'ৰসকলে বিশেষ সোৱাদ পাইছিল। আমাৰ গীত-পদত তেওঁলোকেও যোগ দিছিল।

নৱাগতক আদৰিবৰ কাৰণে আজি হৰবংশ সিংহ, কাইলৈ তাৰণ সিংহ, এনেকৈ ঘৰে ঘৰে নিমন্ত্ৰণৰ লানি এটা লাগিছিল। ইয়াৰ উপৰি বিশ্ববিদ্যালয়ৰ ভিতৰৰ উপাচাৰ্যৰ বাহিৰে ঐতিহাসিক ড° ফৌজা সিংহ আদি, পটিআলা নগৰৰ সাহিত্যিক-অধ্যাপক গুৰবচন সিংহ তালিব, আমাৰ অসমৰ ড° ভূঞাৰ পৰ্যায়ৰ পঞ্জাবৰ ইতিহাসৰ ইতিহাস-নিৰ্মাতা ড° গাণ্ডা সিংহ আদি, অন্যত্ৰ থকা সাহিত্যকাৰ ড° মোহন সিংহ উবেৰই দিৱানা, সন্ত সিংহ সেখোঁ, ড° হৰভজন সিংহ (এওঁ দিল্লী বিশ্বাবদ্যালয়ৰ) আদি বিদ্বান-সকলৰ লগত পৰিচয় আৰু ঘনিষ্ঠতা অৰ্জন কৰি নিতান্তই সুখী হৈছিলো। ত্ৰিছৰ দশকৰে চিনাকি লোককাব্যৰ অনুসন্ধানী দেৱেন্দ্ৰ সত্যাৰ্থীকো পাওঁ মাজে মাজে। পিছে দেখিলো মোৰ উৰ্দু ভাষাৰ জ্ঞানৰ অভাৱে আহুকাল কৰিছিল, কাৰণ পঞ্জাবততো উৰ্দুৰ প্ৰভাৱ যথেষ্টই, তাৰ উপৰি শায়েৰীবিলাকত উৰ্দুৰ ৰাজত্ব মুকলিমূৰীয়া। অমৃতা প্ৰীতমক এবাৰ মাথোন দিল্লীত সাহিত্য অকাদেমীৰ সভাত লগ পাইছিলো। এটা কথা দেখিছিলো, পঞ্জাবৰ ডাঙৰ সাহিত্যিক-সকলেও তেওঁক শিখ ঐতিহ্যৰ বাজৰ মানুহ বুলি জ্ঞান কৰিছিল আৰু জ্ঞানপীঠ পুৰস্কাৰৰ বাবে তেওঁৰ নাম আগ বঢ়াই দিবলৈ টান পাইছিল, আন কি, তেওঁ পুৰস্কাৰটো পোৱাৰ পাছতো অনেক শিখে অসুখী অনুভৱ কৰিছিল। এজাকে প্ৰস্তাৱ গ্ৰহণ কৰি নিন্দা কৰিছিল!! তালিব জ্ঞানপীঠ পুৰস্কাৰ প্ৰদান সমিতিৰ সদস্য হোৱাতহে অমৃতা প্ৰীতমে সেই পুৰস্কাৰ পায়। গুৰু গ্ৰন্থ সাহিব অধ্যয়ন বিভাগৰ ড° জি. এছ. আনন্দে আৰু কৰেম্পাণ্ডেন্‌ছ কোৰ্ছৰ

শ্ৰীমতী সুষমা আৱিবয়ে মোক ঘৰুৱা কথাত আৰু বিশ্ববিদ্যালয় ৰাজনীতি বুজাতো বিশেষ সহায় কৰিছিল। মই থকা ব্লকটোৰ মোৰ ফ্লেটৰ ঠিক ওপৰৰ ফ্লেটত নিৱাস কৰা কৰেস্পণ্ডেন্‌ছ কোৰ্ছৰ শ্ৰীমতী ৰবীন্দৰ কৌৰ পপ্‌লি আৰু তেওঁৰ স্বামী ড° ত্ৰিলোচন সিংহ পপ্‌লি মোৰ অতি আন্তৰিকতাপূৰ্ণ প্ৰতিৱেশী হৈছিল। তেওঁলোকে কোনোদিনে মোক লগা সৰু বা ডাঙৰ সহায় দিয়াত পৰাঙ্‌মুখ নহৈছিল। বিশ্ববিদ্যালয়ৰ নাটক বিভাগৰ শ্ৰীমতী কমলেশ উপ্পলে প্ৰথম দিনাখন চিনাকি হৈয়ে বৰগীত গাই শুনাইছিল—ড° কেশৱানন্দ দেৱ গোস্বামীৰপৰা শিকা 'গোপাসে কি গতি কৈলে।' তেওঁৰ স্টকত আৰু দুটিমান গীত মই যোগ দিওৱাৰ দিহা কৰিছিলো আৰু পটিআলা-চণ্ডীগড়ত হোৱা আমাৰ সভাবিলাকত তেওঁক বৰগীত আৰু সবদ গোৱা ভক্তিমতী গায়িকাৰূপে পাইছিলো। মই পটিআলাত থকাৰ দুমাহমানৰ ভিতৰতে তেওঁ মোৰ ফ্লেটলৈ আহি সুধিলে 'ডক্টৰ ছাহেব (পটিয়ালাত আকৌ ছাৰ সম্বোধন যেন অচল), আপুনি আমাৰ পঞ্জাবী সাগ খাইছেনে?' মই ক'লো 'মইতো কিবা-কিবি শাকৰ আঞ্জা খাই পাইছো। আপুনি কোৱাটোবা কোনটো, তাকহে ক'ব নোৱাৰিলো।' তেওঁ পিছাদনাখনেই বৰ এবাটি মোথ শাক মিহিকৈ বাঁটি আঞ্জা কৰি আনি মোক আগত থাকি খুৱালেহি। পঞ্জাবীসকলে সেইখন দিহ বৰ ভাল পায়, বৰ তৃপ্তিৰে খায়। এবাৰ মোৰ কেইবাদিনমানো গা বেয়া কৰাত তেওঁ গম পাই মোক চাবলৈ আহি ক'লে, 'ডক্টৰ ছাহেব, আপোনাৰ কোঠাটো কেইদিনমান সৰা-পোছা নাই হ'বলা। বৰ ধূলি গোট খাইছে। আপোনাৰ অসুখত বেছি আহকালহে হ'ব।' এই বুলি সোপাকানি এটা বিচাৰি তেওঁ কোঠাটো পৰিষ্কাৰ কৰি পেলালে। ওচৰ-চুবুৰীয়ালসকলেৰে এই সহজ আত্মীয়তাৰ মাজত এজন পঞ্জাবী বন্ধুৰ সাৱধানী বাণী এটা মানি লবলৈ টান পাইছিলো।

তেওঁ কৈছিল, 'ডক্টৰ ছাহেব, আপুনি আমাৰ মাজলৈ আহিছে, ভাল পাইছো। আপুনি পিছে সাৱধানে চলিব।' মই ক'লো, 'তেনে মানুহটো ইয়াত নালাগে, সকলো ঠাইৰ সমাজতে পাব। সেই বুলি সকলোকে বেয়া বুলি নক'ব।' বাস্তৱিকতে পটিআলীয়া-সকলৰপৰা যিমান আদৰ-যতন পাইছিলো, তাক এতিয়াও গভীৰ কৃতজ্ঞতাৰে সোঁৱৰোঁ। মোৰ অসুখ হ'লে অধ্যাপক হৰবংশ সিংহ আদি বয়সিয়াল লোকেও নিশা এবাৰ-বাৰ বজালৈ কাষত বহি থাকে, আৰু নিশা কিবা বিপদ হ'ব ভাবি ব্লকৰ শেখী বা পপ্‌লি মোৰ ফ্লেটতে শোৱে। পটিআলা গৈ পোৱাৰ এবছৰ কাল বৰ আৰামত কটালো। কিন্তু তাৰ পিছৰপৰাই মাজে মাজে এটা হাহাকাৰৰ সৃষ্টি হৈছিল; তাৰ জল-বায়ুৱে সুগুজা হৈছিল, গুৱাহাটীৰপৰা দুই-এজন বন্ধুৱে ঘূৰি আহিবৰ পৰামৰ্শকে দিছিল। কিন্তু পাঁচ বছৰৰ প্ৰতিশ্ৰুতিৰে গৈ ঘূৰি অহাও বেয়া কথা হ'লহেঁতেন বুলি টানি-মানি বছৰকেইটা পুৰাবলৈ বৈ গৈছিলো। বিশ্ববিদ্যালয়ৰ ডাক্তৰ অজিত সিংহ পুৰী আৰু ছিকিওৰটি অফিচাৰ কৰ্ণেল যোগীন্দৰ সিংহ সিধু আদিসকলে মোক সকলো সময়তে ভৰসা দি দি ৰাখিছিল। মই যদিও তাত ল'ৰা-ছোৱালী পঢ়ুওৱা শিক্ষক নাছিলো, গৱেষক অধ্যাপকহে আছিলো ছাত্ৰ-ছাত্ৰীসকলৰপৰাও সহায়-সাৰথি আগ বাঢ়ি আহিছিল। অতি সাধু ব্যৱহাৰৰ সুগায়িকা দীপ কৌৰ ঈশ্বৰ আৰু গুৰ-নাম কৌৰে আমাৰ গুৰু জয়ন্তী আৰু সিসকলৰ কীৰ্তনৰ উচ্চাংগৰ সঙ্গীতৰ তৃপ্তি দিয়াৰ উপৰিও মোৰ 'দেহৰ বিলাতু'ৰ খবৰ ৰাখিছিল। অধ্যাপক পৰিয়াল ছুটিমানেও মোত চকু ৰাখিছিল। এতিয়াও মনীষা-(অধ্যাপক যোগীন্দৰ কৌশলৰ কন্যা)ইঁতৰ চিঠি পালে সেই সুখ-দুখেৰে মিহলি দিনবোৰৰ কথা মনত পৰে। সকলোৰে সহযোগ নোপোৱা হ'লে আমাৰ গুৰু-আসনৰ সেৱাৰ খুৰমানো কিজানি কৰিব নোৱাৰিলোহেঁতেন।

পটিআলা গৈ পায়ে মনটো বৰ মুকলি লাগিছিল। বিশেষকৈ পঞ্জাবৰ পণ্ডিতসকলৰ উদ্যম আৰু উচ্ছ্বাস বৰ মন-পৰশা। পোনতেই ড° হৰভজন সিংহে মোক এটি শুকুলা শিখ পাগুৰিও উপহাৰ দিছিল। কিন্তু যোদ্ধা-সাধু শিখসকলৰ দৰে মই শ্মশ্রু অবিহনে সেই পাগ মাৰিলে মোক বৰ বেছি হাৰিয়াণ্বী হিন্দু বুলিহে মানুহে ভাবিলেহেঁতেন! তাতৈও হাৰিয়ানাৰ সেই হিন্দুসকলৰ টুক্ টুক্ কৰে ৰঙা গাল দুখনো মোৰ নাই! বিশ্ববিদ্যালয়ত যোগ দিয়াৰ আগতেই পটিআলাত আমাৰ গুৰু-তিথিত বক্তৃতা কৰিছিলোগৈ। এতিয়া মোৰ পৰিচয় (antecedents) পুনৰ ল'বৰ বাবেই নেকি ২২ মাৰ্চত মহীশূৰস্থ ভাৰতীয় ভাষাৰ কেন্দ্ৰীয় সংস্থানৰ (CIIL) উত্তৰাঞ্চলীয় ভাষা-কেন্দ্ৰত 'বিশিষ্ট আলহী বক্তৃতা' দিবলৈ আহ্বান আহিল। মই অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ কেইঅধ্যায়মানৰ পাত লুটিয়াই দেখুৱালোঁ। আকৌ ২৮ মাৰ্চত পঞ্জাব বিশ্ববিদ্যালয়ৰ মধ্যযুগীয় ভাৰতীয় সাহিত্য বিভাগে পুৰণি ভাৰতীয় কবিৰ সামাজিক প্ৰত্যাহ্বান (Social protest in medieval Indian poetry)-সম্পৰ্কীয় আলোচনা-সত্ৰত যোগ দিবলৈ আহ্বান কৰিলে। অধ্যাপক উমাশঙ্কৰ জোশীয়ে সত্ৰৰ কৰাপাটৰ বাট মুকলি কৰিলে। প্ৰথম অধিৱেশনত ময়ে সভাপতি হ'ব লাগিল আৰু পুনৰ পাছবেলা জোশী ছাহাবে গুজৰাটী কবিৰ সামাজিক বিপ্লৱৰ বিষয়ে স্বৰ্গত ধনীৰাম ছত্ৰিক স্মাৰক বক্তৃতা দিওঁতেও সভাপতিৰ আসনত বহিলোঁ। আবেলি চৰকাৰী অতিথি-শালাত হ'ল চাহৰ মেল। তাতে শুদ্ধ খদ্দৰ-পৰিহিত অকালী মন্ত্ৰীসভাৰ শিক্ষামন্ত্ৰী সৰদাৰ সুখজিন্দেৰ সিংহৰ লগত পৰিচয় হ'ল। তেওঁ ইমানবাৰ মোক welcome to Punjab বুলি সাদৰ জনালে যে মই যেন অলপ আমনিয়েই পালোঁ। সেইটো ঠিকেই পাইছিলোঁ।' কাৰণ দুদিন মানৰ পাছতে খবৰ কাগজত ওলাল, পঞ্জাবৰ বিশ্ববিদ্যালয়কেইটাত প্ৰতি-

ছিত বহুতবোৰ বিশিষ্ট নামী চেয়াৰৰ (মিঞা কী মল্লাৰ, বিলাস-খানী তোড়ী আদি সঙ্গীতৰ 'নামী ৰাগ'ৰ দৰে বাবা শেখ ফৰিদ চেয়াৰ, জৱাহৰলাল নেহৰু চেয়াৰ, গুৰু নানক চেয়াৰ আদি) আৱশ্যকতা সম্বন্ধে বিচাৰ কৰিবলৈ পঞ্জাব আৰু পঞ্জাবী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য দুজন আৰু পঞ্জাব চৰকাৰৰ শিক্ষা সচিবক লৈ এখন সমিতি গঠিত হৈছে। ছেইণ্ট শংকৰদেৱ চেয়াৰ ডেৰমহীয়া কেঁচুৱা থকাতে এখন পৰনা আছিল চেয়াৰৰ কাম কিমান হ'ল আৰু কিমান বাকী, 'ৰেপৰ্ট' বিচাৰি। ইফালে তেতি-য়াও পঞ্জাবী বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই আমাৰ চেয়াৰৰ বাবে চৰ-কাৰৰপৰা কোনো টকা পোৱাই নাই, নিজৰ কোষাগাৰৰপৰাই যাৱতীয় খৰচ চলাই আছে। লেঠা হ'ল, তেতিয়ালৈকে থকা সকলোবোৰ চেয়াৰৰ অৰ্থ-ব্যৱস্থা গিয়ানী জৈল সিংহ চৰকাৰৰ; তাৰ যশস্যাও তেওঁলোকৰ; অকালী চৰকাৰে সেই ব্যৱস্থাত সমৰ্থন দিব কিয়?—এনে এটা ভুল ভাব তলে তলে শিপোৱা যেন লাগিল। মোৰ পদটোটো লৈ চৰকাৰে টনা-আঁজোৰা কৰিব নোৱাৰে, কাৰণ তাৰ চুক্তি মোৰ আৰু বিশ্ববিদ্যালয়ৰ মাজত সিদ্ধ হৈ গৈছে। কিন্তু চেয়াৰৰ বাবে ইতিমধ্যে অসম আৰু পঞ্জাবৰ কাগজত বিজ্ঞা-পন দিয়া ৰিডাৰ, ৰিছাৰ্চ ফেলো আদি পদ-পূৰণত এটা বাধা পৰিল। ইফালে সমিতিখনৰ কাম অতি শনৈঃ শনৈঃহে হৈ থাকিল। সেইফালে কাৰো দৃষ্টি নহ'ল। মই পটিআলা এৰালৈকে সমিতিৰ একো সিদ্ধান্ত হোৱা নাছিল। মোৰ কাৰ্যকাল উকলি যোৱাৰ পাছতো উপাচাৰ্য ড° সৰদাৰ সিংহ জোহলে মোক আৰু দুবছৰ ৰৈ যাবলৈ ধৰিছিল। তেতিয়া মোৰ নাওখনে ঘাটৰ মাটি এৰি-ছিলেই, মইহে এটা ভৰি মাথোঁ। তেতিয়াও পাৰৰপৰা নাৱলৈ তুলি ল'বলৈ বাকী। আনফালে, পঞ্জাবী বিশ্ববিদ্যালয়ৰ ছেইণ্ট শঙ্কৰদেৱ চেয়াৰৰ বিনিময়তে যেন (মন কৰিব, যেন) গুৱাহাটী বিশ্ববিদ্যালয়ত গুৰু নানক চেয়াৰ খুলিবৰ বাবে শৰৎচন্দ্ৰ সিংহৰ চৰকাৰে একলাখ

টকা আদায় কৰি দিছিল। বিজ্ঞাপন দিও বিশ্ববিদ্যালয়ে তাৰ বাবে অধ্যাপক নাপাইছিল। প্ৰকৃততে এনে নামী চেয়াৰৰ বাবে উপযুক্ত বিচক্ষণ পণ্ডিত বিচাৰি বিচাৰি খাটিৰ-খোচামতি কৰিহে আনিব লাগে। মই গুৱাহাটী এৰিবৰ সময়ত উপাচাৰ্য ড° হিতেন্দ্ৰকুমাৰ বৰুৱাই পঞ্জাবত তেনে লোকৰ অনুসন্ধান কৰাৰ ভাৰ দিছিল। মই বিচাৰি বিচাৰি দুজনৰ নাম পঠাইছিলো। তাৰে এজনে ব্যক্তিগত অসুবিধাৰ বাবে আহিব নুখুজিলে। আনজনক আকৌ আমাৰ বিশ্ববিদ্যালয় কৰ্তৃপক্ষই সাক্ষাৎকাৰ কৰিবলৈ মাতি পঠিয়ালে! আচলতে, সাধাৰণ নিয়মৰ মেৰ-পেঁচৰ সাক্ষাৎকাৰৰপৰা নামী আসনৰ উপযোগী পণ্ডিতক অব্যাহতি দিব লাগে। তাতে আকৌ যিদিনাখন সাক্ষাৎকাৰৰ দিন ধাৰ্য কৰা হৈছিল, সেই দিনাখন আবেলিহে পণ্ডিতজনে গুৱাহাটীৰপৰা তেওঁক মাতি পঠিওৱা টেলিগ্ৰামখন পাইছিল। সময়ৰ দুৰ্বাৰ স্ৰোতত উজুৱাই দিল্লীৰপৰা গুৱাহাটীলৈ জাপ মৰা জানো অতি বৰ পণ্ডিতৰ বাবেও সম্ভৱ? তেওঁৰ নিয়োগৰ কথাটো সেই খেলি-মেলিতে 'কেঞ্চেলি' গ'ল!! এতিয়া কোনেনো গৈ পঞ্জাবৰ চৰকাৰক ক'বগৈ পাৰে, 'তোমালোকৰ আগৰ কবুল ৰাখি শঙ্কৰদেৱ চেয়াৰ পূৰা-পূৰি কৰাঁ!?'

বিশ্ববিদ্যালয় কৰ্তৃপক্ষই চেয়াৰৰ কাম চলিব পৰাকৈ ইতিমধ্যে পোৱা দৰ্খাস্তবোৰৰপৰা বিছাৰ্চ স্কলাৰ পদত মকৰলি কৰা ঠিক কৰিলে। কিন্তু গ্ৰহণযোগ্য তেনে আৱেদন এখনহে পোৱা গৈছিল। তেতিয়া অৰ্হতাৰ পৰিসৰ বঢ়াই দি আকৌ জাননী দিয়া হ'ল। এইবোৰ কৰোঁতেই ডেৰ বছৰ কাল এনেই গ'ল। শেহত ১০ জুলাই ১৯৭৯ তাৰিখলৈ প্ৰাৰ্থীসকলৰ চাৰিজনক বাছি সাক্ষাৎকাৰৰ বাবে মতা হ'ল। ডিন অব্ একাডেমিক এফেয়াৰ্চ ড° এছ্. এছ্. বীৰ, বিশেষজ্ঞ অধ্যাপক তালিব আৰু মোৰে গঠিত সমিতিয়ে উপস্থিত প্ৰাৰ্থী দুয়োজনৰ নাম (সুলেখা চক্ৰৱৰ্তী, মহেশ্বৰ হাজৰিকা—

হুয়ো গোলাঘাট মহকুমাৰ) গুণ-ক্ৰমত গ্ৰহণ কৰিলে। কৰ্তৃপক্ষই দুয়োকো প্ৰোজেক্ট এছিস্টেণ্ট পদৱী দি নিযুক্তি দিলে। হাজৰিকাই লগে লগে কামত যোগ দিলে। স্নুলেখাই কামত যোগ দিয়াৰ সময়ৰ ম্যাদ ৰেজিস্ট্ৰাৰৰপৰা দীঘলীয়াকৈ লৈ ঘৰলৈ ঘূৰিল। ইতি-মধ্যেই চেয়াৰৰ প্ৰথম প্ৰোজেক্টৰূপে মই গুৰুজনৰ একমাত্ৰ সংস্কৃত গ্ৰন্থ 'ভক্তি-ৰত্নাকৰ'ৰ সমীক্ষিত সংস্কৰণ উলিওৱাৰ সংকল্পেৰে কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত তাৰ পুথি আৰু ছপা সংস্কৰণ মিলাই পাঠনিৰ্ণয়ৰ কাম ইতিমধ্যে আৰম্ভ কৰিছিলো। কিন্তু কমলাবাৰী-সত্ৰ (মহিমাবাৰী, ভিতৰাবাৰী) আৰু নগাঁৱৰ অধ্যক্ষ মহেশচন্দ্ৰ দেৱ গোস্বামীৰপৰা দুখন পুথি পাই দেখিলো, সেই দুখনিৰ পাঠ স্বতন্ত্ৰ আৰু উন্নত এটা পাঠ-শাখাৰ (recension) প্ৰতিভূ। তেতিয়া আগৰ পাঠ-নিৰ্ণয়ৰ কাম এৰি দি নতুন এই পাঠ-শাখামতে মোৰ সংস্কৰণ প্ৰস্তুত কৰাটি ঠিক কৰিলো। হাজৰিকাক কাম দিলো কমলাবাৰীৰ পুথিখন নকল কৰি উলিওৱা। তেওঁৰ সেই কাম হ'লত মই একেবাৰতে নগাঁৱৰ পুথি পৃথক পাঠ-শাখাৰ প্ৰতিনিধি সমিতিৰ পুথি চাই পাঠ-পাঠান্তৰ নিৰ্ণয় কৰিলো। এই দৰে সংগঠিত পাঠ (constituted text) আৰু সমীক্ষা-সামগ্ৰী (apparatus criticus) প্ৰস্তুত হোৱাত হাজৰিকাই নাগৰী হৰফেৰে তাৰ প্ৰেছ-কপি তৈয়াৰ কৰি দিলে। মোক এইখিনি লিপিকাৰৰ (mechanical) সহায় দিয়াৰ পিছত তেওঁক নিজা-বৰীয়া পাতল গৱেষণাৰ কাম দিওঁ বোলোঁতেই প্ৰোজেক্ট এছিস্টেণ্টৰ দৰ্মহাৰে তেওঁৰ অনাটন হয় বুলি তেওঁ ঘৰলৈ ঘূৰি অহাটোকে ঠিক কৰিলে। মোৰ পুনৰ সমস্যা হ'ল বিশেষকৈ আৰ্থিক। ইফালে 'মেহাৰ ভৰণা নাই' অৱস্থা। হঠাতে হুৰা-হুৰা লাগে। তেতিয়া বন্ধুসকলে এটা পৰামৰ্শ দিলে। আগতে এটা ইলেকশ্যন-লড়তে বেজাটো দিবত পৰাত কেইবাদিনো হোৱা মোৰ হাহাকাৰৰ সময়ত ইলেকশ্যন কমিশ্যনত গৱেষণাৰ

সমল বিচাৰি থকা সুলেখাই দিল্লীৰপৰা আহি দুদিনমানলৈ মোক 'আইৰ দৰে' সহায় কৰিছিল আৰু সিফালে প্ৰোজেক্ট এছিস্টেণ্ট-ৰূপে নিযুক্তি পায়ো যোগ দিয়া নাছিল। এতিয়া সুলেখাক কামত যোগ দিবলৈ মাতিব লাগে। ৰেজিস্ট্ৰাৰে তেওঁক যোগ দিবলৈ দিয়া সময়ো শেষ হৈ আহিছিল; তেওঁক সেই দেখি শেষ সাৱধানী ধ্বনি দিবলৈ ক'লে। সেইমতে পঠোৱা চিঠি পায়ে লাভ-অলাভৰ কোনো হিচাপ নকৰি কামত যোগ দিবলৈ সুলেখা ওলালগৈয়ে। তেওঁ মোৰ কণাৰ লাখুটি হ'ল আৰু বেমাৰে পটিআলাৰপৰা হুৰাই গুৱাহাটীলৈ খেদাৰপৰা মোক ৰক্ষা কৰি থাকিল। মোক ৰক্তচাপ-বৃদ্ধি আৰু বহুমূত্ৰই- খুলি খুলি খাইছিল। ফাগুন-চ'তমহীয়া এলাৰ্জি হৈ উশাহ-নিশাহ বন্ধ কৰি দিয়ে। ডাক্তৰে কয় যে বাহিৰৰপৰা আমদানি কৰি অনা ঘেঁহু ধানৰ খেতিৰ দোৱা-কটাৰ সময়ত কিছুমান অতি সূক্ষ্ম পদাৰ্থ আকাশত উৰিবলৈ ধৰা বাবেই পটিআলাৰ নিচিনা খেতি-পথাৰ থকা ঠাইত অজস্ৰ মানুহৰ দুৰ্দশাৰ সৃষ্টি হয়। পটিআলাৰপৰা চণ্ডীগড় নগৰলৈ গ'লে দেখিছো মোৰ অসুখ আপোমা-আপুনি পাতলি যায়। চণ্ডীগড়ত অৱশ্যে আৰু দুটা মোৰ সুবিধা —তাত পোস্টগ্ৰেজুৱেট ইনষ্টিটিউট অব মেডিচিন এণ্ড ৰিছাৰ্চ আছে; এয়াৰ ফোৰ্চ আদিত কাম কৰা ডেৰ কুৰিমান ঘৰ অসমীয়া পৰিয়াল আছে। তাৰে কেইবাটিয়েও, বিশেষকৈ আনন্দ হাজৰিকা (বছা-দৈয়াওৰ) আৰু তেওঁৰ পত্নী শ্ৰীমতী দুলুৱে, মোক বিশেষ সহায় কৰিছিল। মগজুত দিব লগীয়া বেজী সিৰত দিয়া কাৰণে মোৰ বাঁও কালৰ হাত-ভৰি বহুত দিন (নবেম্বৰ-ডিচেম্বৰ ১৯৭৮) ঠেৰেঙা লগা অৱস্থাত আছিল আৰু সেইদৰে থকাতে দিল্লী বিশ্ববিদ্যালয়ৰ এম্. লিট.ৰ মৌখিক পৰীক্ষা ল'ব লগীয়া হোৱাত তেওঁলোকৰ অতিথি-শালাৰ বিছনাত পৰি পৰিয়েই পৰীক্ষা লৈছিলোঁগৈ। "ভক্তি-ৰত্নাকৰ"ৰ ইংৰাজী ভূমিকাৰ (History of the concept

of bhakti) বাবে সমল সংগ্ৰহ কৰিবলৈ পুৰণি প্ৰাচ্যতাত্ত্বিক গৱেষণা-পত্ৰিকাবোৰ একে থ্ৰপত পাৰ পৰা ভাৰতৰ একেটি অনুষ্ঠান কলিকতাৰ ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰত এমাহ (ফেব্ৰুৱাৰী ১৯৮০) কাম কৰাৰ পাছত কলিকতাৰ কয়লাৰ ধোঁৱা-ভৰা আকাশৰ দূষণৰ বাবেই হ'বপায় মোৰ দুৰ্ভোগ বাঢ়ি উঠে আৰু কিছু দিনলৈ গুৱাহাটীলৈ পলায়ন কৰিব লগা হয়। তথাপিযে অসমৰ ধৰ্ম-সংস্কৃতিৰ গুৰুজনাৰ নামৰ থাপনাথিনিৰ প্ৰদীপগছি জুমাবলৈ দি গুচি নাহিলো আৰু তাত পাঁচ বছৰ পূৰ কৰিলো, তাৰ বাবে নিজকে ধন্যবাদ দিওঁ। অনেকদিনা মুখৰ আগত দাস্তি ধৰা খোৱা মুঠিও তেনেকৈয়ে এৰিব লগীয়া হয়। কত নিশা চকুৰ টিপ মাৰিবলৈ নাপাওঁ। এইভাৱে জীৱনটো সংকীৰ্ণ পথেদি আগ বাঢ়ে, কিন্তু বৌদ্ধিক দিশত ভালেই আগ বাঢ়োঁ।

# পিৰ দেখন কী আস মৈন

মহাপুৰুষ শঙ্কৰদেৱে কোনো দিনে গুৰু নানকৰ দেশ পঞ্জাবলৈ যোৱা নাছিল। উত্তৰৰ বদৰিকাশ্ৰমলৈ গৈছিল, য'ত 'মন মেৰি ৰামচৰণহি লাগু' গীতটি ৰচনা কৰিছিল। হৰিদ্বাৰলৈও গৈছিল য'ৰ 'কেৱা' লোকে গুৰুজনৰ সঙ্গৰ এজন ভকতক মাছ বন্ধা দেখি 'মুছুলি খোৱা বনমানুহ' বুলি মাৰিবলৈ খেদি আহিছিল। আধুনিক পণ্ডিত ডক্টৰ মোহন সিংহ দিৱানাই খেদ কৰি কৈছিল, শিখসকলৰ পঞ্চম গুৰু অৰ্জুন-দেৱে 'গুৰু-গ্ৰন্থ-সাহিব' সংকলন কৰোঁতে শঙ্কৰদেৱ-মাধৱদেৱৰ সুন্দৰ বৰগীতখিনিনো কিয় নাপালে! কাৰণ, পোৱা হ'লে তেওঁ শেখ ফৰিদ বা নামদেৱৰ দৰে আমাৰ গুৰু দুজনাৰ গীতো নিশ্চয় পৱিত্ৰ গ্ৰন্থত সাময়ি ল'লেহেঁতেন। অধুনা কাললৈকে সেই দেখি গীতেৰেই হওক বা বাণীৰেই হওক, পঞ্জাবলৈ শ্ৰীমন্ত শঙ্কৰৰ শুভাগমন হোৱা নাছিল। সেই শুভগমন পিছে হ'ল আকাশ-পথেদি— পদব্ৰজেও নহয়, ৰেলগাড়ী, মটৰ-গাড়ীৰেও নহয় তাহানি অসমৰ ক'লীয়াপানী বোলা উত্তৰ লখীমপুৰলৈ ৰেল বাট হোৱাৰ আগতে ৰৰখন ৰণৰ দিনত আকাশ-পথহে মুকলি হৈছিল লীলাবাৰীত আকাশী জাহাজৰ ঘাটি কৰি। মহাপুৰুষ পঞ্জাবলৈ আকাশ-পথেহে পোনতে গ'ল বুলিছোঁ। কাৰণ ১৯৬৭ চনতে চণ্ডীগড়ত ইণ্ডিয়ান এয়াৰ ফোৰ্চত কাৰিকৰি কাম কৰা দুজনমান অসমীয়া ডেকাই আগ ভাগ লৈ গুৰু তিথি পাতি শঙ্কৰ জ্যোতি এছোছিয়েশ্যন নামে এটি অনুষ্ঠান গঢ়িলে। ১৯৭৪ চনত মহেন্দ্ৰমোহন চৌধুৰী পঞ্জাবৰ ৰাজ্যপাল হৈ গ'লত অসমীয়াৰ সেই একেটি অনুষ্ঠানে আদৰণি জনালে। চৌধুৰী দেৱেও ধূলিত পৰি থকা অনুষ্ঠানটি বুকলৈ তুলি ল'লে। সেইবাৰৰ

গুৰু-জয়ন্তী উদ্‌যাপিত হ'ল মহানগৰৰ এক দেখনিয়াৰ কেন্দ্ৰ টেগোৰ থিয়েটাৰত। ১৯৭৫ত আৰু ১৯৭৬ত পটিয়ালাৰ পঞ্জাবী বিশ্ববিদ্যালয় আৰু এছোছিয়েশ্যনৰ যুটীয়া উদ্যোগত বিশ্ববিদ্যালয়ত মহাসমাৰোহেৰে জন্মোৎসৱ পালন কৰা হ'ল। ১৯৭৫ৰ ৫২৮তম জন্মোৎসৱ উপলক্ষ্যত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ'ৰ হিন্দী গ্ৰন্থ "শংকৰদেৱ: সাহিত্যকাৰ ঔৰ বিচাৰক", ড° কেশৱানন্দ দেৱ গোস্বামীৰ দ্বাৰা পঞ্জাবী ভাষালৈ অনূদিত "নামঘোষা" আৰু ড° জি. এছ. আনন্দৰ পঞ্জাবী পুথি 'শ্ৰীমন্ত শংকৰদেৱ: জীৱনী অতে সন্দেশ" বিশ্ববিদ্যালয়ৰ তৰফৰপৰা প্ৰকাশিত হয়। ৫২৯তম জন্ম-জয়ন্তী পঞ্জাব বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° আৰ. ছি. পালৰ আতিথ্যত এছোছিয়েশ্যনে চণ্ডীগড়ত উদ্‌যাপন কৰে। ইতিমধ্যেই মহেন্দ্ৰমোহন চৌধুৰীয়ে পঞ্জাবৰ ৰাজ্যপাল পদ পৰিহাৰ কৰি আছে। অৱশ্যে তাৰ আগতেই তেওঁ পঞ্জাবী বিশ্ববিদ্যালয়ত ছেইণ্ট শংকৰদেৱ চেয়াৰ প্ৰতিষ্ঠাপনৰ দিহা কৰি আছে আৰু মই চেয়াৰত যোগ দিবলৈ খাটিতে কৈ পঠিয়ায়, মই যেন এছোছিয়েশ্যনৰ যত্ন লওঁ। ইতিমধ্যে ১৯৭৫ আৰু ১৯৭৭ত পটিআলা আৰু চণ্ডীগড়ত হোৱা উৎসৱৰ মই আলোচনাত যোগ দি পাইছিলো। প্ৰথমবাৰত চৌধুৰীৰ প্ৰভাৱত উৎসৱটি ৰাজসিক কৰ্মৰ দৰেই হৈছিল। দ্বিতীয় বাৰত দেখা পালো, তেওঁৰ অভাৱত এছোছিয়েশ্যনে নিজৰ ভৰিত থিয় হ'বলৈ চেষ্টা কৰিব লাগিব। চণ্ডীগড়তে তাৰ থানা হ'ব লাগিব। তাতহে পঞ্জাবৰ অসমীয়া মানুহখিনিৰ সৰহভাগ থাকে।

১৯৭৮ৰ আগস্টৰ শেহ পৰিছে। চণ্ডীগড়ৰপৰা দুজন 'দেশী ভাই' আহি কৈ গ'ল ও ছেপ্টেম্বৰত এছোছিয়েশ্যনৰ এক সভা। তাতে অহা গুৰু-জয়ন্তীৰ বিষয়ে আলচ হ'ব। আপুনিনা আৰি বজাত চণ্ডীগড় বাছ আড্ডা পোৱাকৈ মই যাব লাগে; তেওঁলোকে তাৰপৰা আগ বঢ়াই নিব। নিৰূপিত দিনা যাবলৈ ওলাওঁতেই আহিল দবা-বপিটা বৰষুণ। বোলা বৃচন এবাৰ নোৱাৰি মূৰত ছাতি

লৈ ওলালোহে হয়, গাড়ীত উঠাৰ আগতেই ভালকৈয়ে তিতিলো। ওভাৰ্‌নাইট বেগত লোৱা চোলা-চুৰিয়াও তেকিলে। বাছো উক-খিছিল। কোনোমতে চণ্ডীগড় পাই দেখোঁ মোক আগবঢ়াওঁতা কোনো নাই। বহুত পৰ বহিলো। তেও কোনো নাই। মোৰ অৱস্থা দেখি এজন অচিনাকি লোক আগবাঢ়ি আহি বুধি দিলে, 'আপুনি আন্ধাৰ হোৱাৰ আগতে টেক্সি এখন লৈ ক'লৈ যায়, যাওক, এই বাৰিষাৰ সন্ধিয়া টেক্সিও নোহোৱা হ'ব।' ভাগ্যে মোৰ হাতত ঠিকনা এটা আছিল। বাটৰ ঠায়ে ঠায়ে একাঁঠুৱা পানী ভাঙি টেক্সিখনে সেই ঠিকনাত থৈ আহিল। দেশী ভাইসকলৰ তেতিয়াহে গালৈ গন্ধ আহিল। পাছদিনা সভা হ'ল আৰু মোক এছোছিয়ে-শ্যনৰ সভাপতি পাতিলে। আগদিনাৰ তিতি জোল খোৱা অভিজ্ঞতা সত্বেও বহুত আশা কৰি দায়িত্বটো ল'লো—জানোচা ঘৰৰপৰা আঁতৰি থকা প্ৰৱাসীসকলৰ মনত কেনেবাকৈ insular patriotism বা প্ৰৱন্মুৱা দেশপ্ৰেম জাগেই। কামটোত সেইদৰে যৎকিঞ্চিত লগা গ'ল গুৰুজনাৰ নামত, চৌধুৰীদেৱৰ কথাও সুঁৱৰি। ১৯৮১ৰ অক্টোবৰলৈ তিনি বছৰকাল সভাপতি থাকিলো যদিও গুৰু-জন্ম তিথি পালন কৰাৰ বাহিৰে একো কাম কৰিব নোৱাৰিলো। চণ্ডীগড়ত বহুতবোৰ ৰাজ্যৰ নিজা নিজা একোটি ঘৰ আৰু সক্ৰিয় একোটি অনুষ্ঠান আছে সিসকলৰ জাতীয় গুৰুৰ নামত। অসমীয়া-সকলেও সেইটি কৰা উচিত আছিল। কিন্তু এতিয়ালৈকে সি হৈ নুঠিল।

১৯৭৮ৰপৰা ১৯৮২ লৈ প্ৰতি বছৰ শঙ্কৰদেৱ-জন্মোৎসৱ পঞ্জাবী বিশ্ববিদ্যালয়ত শঙ্কৰদেৱ চেয়াৰৰ উদ্যোগত আৰু চণ্ডীগড়ত শঙ্কৰ জ্যোতি এছোছিয়েশ্যনৰ উদ্যোগত পালন কৰা হৈছিল। পটিআলা আৰু চণ্ডীগড়ৰ পণ্ডিতসকলে আৰু এয়াৰ 'ফোৰ্চ'ৰ অফিচাৰসকলে ৰংমনে তাত যোগদান কৰিছিল, নৱদ গায়িকাসকলে বৰগীত গাই-

ছিল আৰু অৰেপৰা কমলাবাৰীৰ বাপুসকল গৈ মহাপুৰুষৰ "ৰুক্মিণী হৰণ", "পাৰিজাত-হৰণ" আৰু "ৰাম-বিজয়" নাটৰ ভাওনা দেখুৱাইছিল। বিশেষকৈ প্ৰত্যুষতে উঠি ভকতসকলে পুৱাৰ গীত গাই যেতিয়া পঞ্জাবী বিশ্ববিদ্যালয়ৰ টোলত ঘুৰিছিল, শুই থকাসকল সেই মধুৰ গীতধ্বনি শুনি সাৰ পাই উঠিছিল। সিসকলৰ বাবে সেয়ে স্থায়ী সোঁৱৰণ আৰু সেই সোঁৱৰণ আনন্দৰ সামগ্ৰী হৈ পৰিছিল। গীত-বাদ্য-ভাওনাৰ আস্বাদ এইদৰে পটিঅলীয়া, চণ্ডীগড়ীয়া আৰু এবাৰ লুধিয়ানাৰ কৃষি বিশ্ববিদ্যালয়ৰ লোকক দিয়াৰ আয়োজন কৰাত অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা বিভাগ প্ৰধান উদ্যোক্তা আছিল; আৰু বিভাগৰ সঞ্চালক (ৰুদ্ৰ বৰুৱা আৰু সহ-সঞ্চালক আনন্দ ভাগৱতী) আৰু আন কি কলাকাৰ মন্ত্ৰী লক্ষ্যধৰ চৌধুৰীদেৱো নিজে গৈ আমাৰ উৎসৱত যোগ দিয়াটি আমাৰ আনন্দৰ কাৰণ হৈছিল। মহাপুৰুষৰ ধৰ্মতত্ত্ব আৰু কলাৰ দান সম্পৰ্কে এইভাৱেই গুৰু নানকৰ দেশৰসকলক সচেতন কৰা হৈছিল। এই চেতনাৰ সম্পৰ্কত ড' মোহন সিংহ উৰেৰই দিৱানাৰ বক্তব্যটি মনত পেলাব লগীয়া: In full national pride I bow to Sri Sankaradeva of Assam, the real initiator of the new age, an age of the people, who infused a new spirit of independent thinking, of more fruitful social organisation and, finally of new creative adventure in drama and poetry. We must recall every year his four gifts to India: one, the replacement of the idol by the Holy Word, two, the replacement of Sanskrit by vernacular; three, the wedding of music and worship and the shedding of unnecessary ritual; four, his readiness to unite all sections of the people and present a heroic front to the forces of misrule, political, moral and social. All honour to those who are keeping aloft the banner not of reform but

of re-creation. We are grateful to the distinguished sons and daughters of Assam, who have re-introduced Sri-Sankaradeva to us Panjabis, who gladly accept him as a guru, as a guide and a universal teacher. অশীতিবৃদ্ধ সন্ন্যাসীতুল্য এই বিদ্বানগৰাকীৰ বাণীয়ে আমাক কৃতকৃত্য কৰিছিল। ৰাজ্যপাল চৌধুৰীৰ উদ্যোগত আমাৰ ক্ষুদ্ৰ যত্ন যেন তাতে সাৰ্থক হৈছিল।

শংকৰদেৱৰ "ভক্তি-ৰত্নাকৰ"ৰ পাঠ-সমীক্ষা কৰাৰ কথা কৈছোৱেই। ৮০ৰ ফেব্ৰুৱাৰীত ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰৰপৰা সম্বল গোটোৱাৰ পিছত ভক্তিৰ ইতিহাসৰ কথাৰে দীঘলীয়া এখন ভূমিকা প্ৰস্তুত কৰিলো। বছৰটোৰ শেহৰ ফালে সমস্ত পুথিখন (The Bhaktiratnakara of Sankaradeva and History of the Concept of Bhakti) ছপাখানাৰ কাৰণে সাজু কৰিব পৰা হ'ল। কিন্তু সিসকলৰ কামৰ ধৰণেই সুকীয়া। ছপাৰ দিহা কৰোঁতেই সময় পাৰ হৈ যাবলৈ ধৰিলে। শেহত কৰ্তৃপক্ষই কিতাপখন ছপাবলৈ থিৰাং কৰিলে আৰু মোকে আৰু বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিষয়াকে সদস্য কৰি ছপাখানা ঠিক কৰিবলৈ এখন সমিতি পাতি দিলে। বিষয়াজন হ'ল সমিতিৰ উদ্যোক্তা। তেওঁ আকৌ সমিতিৰ সভা পাতিলে এদিনৰ বাট দিল্লীত। এদিন দিল্লীৰ শীশগঞ্জ গুৰুদ্বাৰত টোপোলা-টুপলি থৈ দুটা প্ৰেছলৈ গ'লো বিষয়াজনেৰে। এটা প্ৰেছৰ ঘৰ দুৱাৰ ভাঙিছে। তাৰপৰা উভতিলো। দ্বিতীয়টোৱে নাগৰী আখৰৰ কিতাপ ছপাব পাৰে, কিন্তু ডায়েক্ৰিটিকেল চিন থকা ইংৰাজী কথা তুলিব নোৱাৰে। উদ্যোক্তাই সিমানতে ঘোষণা কৰিলে সমিতিৰ কাম সিদিনালৈ বুলি সমাপ্ত! পিছৰ অধিৱেশনৰ নতুন জাননী দিয়া হ'ব। কিন্তু সেই জাননী আৰু নাপালো। কথা বেগতিক দেখি মই নিজে প্ৰেছৰ কোটেশ্যন গোটালো। কলিকতাত তেওঁলোকৰ কাম দিবৰ ভাব নেদেখি দুশ মাইলমান বাহে গৈ পঞ্জাবৰ উত্তৰ ভাগৰ হোশিয়াৰপুৰৰ বিশ্বেশ্বৰানন্দ বৈদিক বিছাৰ্চ ইনষ্টিটিউটৰ প্ৰেছৰপৰা কোটেশ্যন

এখন আনিলো। সেইবোৰ পৰীক্ষা কৰিবলৈ নতুন এখন সমিতি বহিল আৰু গৈ মাৰি শেহত ২৯ এপ্ৰিল ১৯৮২ত ঠিক হ'ল হোশিয়াৰপুৰৰ প্ৰেছতে কিতাপ ছপা হ'ব। ৰেজিষ্ট্ৰাৰৰ কথামতে মই খচৰা কৰি দিয়া চিঠিৰে প্ৰেছ-কপি প্ৰেছলৈ পঠিওৱা হ'ল। কিন্তু প্ৰেৰিত চিঠিখনৰ নকলটো পালত দেখিলো, তাত নতুন জেওা লগাই দিয়া হৈছে। বুজিলো, সেইটি কাম প্ৰকাশন বিষয়ায়ে কৰিলে। মই এক মুহূৰ্ত পলম নকৰি ৰেজিষ্ট্ৰাৰক বাষে খবৰদি খবিলোগৈ। তেওঁ তৎ নাপাই মোক অনুৰোধ কৰিলে, হোশিয়াৰপুৰলৈ গৈ জেওাটো ভাঙিবলৈ। এইবোৰ কৰি থাকোঁতেই জুনৰ মাজৰপৰাহে ছপা কাম আৰম্ভ কৰিব পৰা হ'ল। প্ৰুফ অহা-যোৱা কৰাত যি সময় লাগে, তাৰ হিচাপ কৰি দেখিলো, আহে ফেব্ৰুৱাৰীত মই বিশ্ববিদ্যালয় এৰাৰ পূৰ্বে কিতাপ নোলায়! তেতিয়া নোলালে 'ওলাব কোন কালে!' ভাবি-চিন্তি উপাচাৰ্য ড° ভগত সিংহৰপৰা এমাহ হোশিয়াৰপুৰত গৈ কাম কৰাৰ অনুমতি ল'লো। আমাৰ ডাক্তৰ পুৰীয়ে এমাহৰ জোখাৰে ঔষধ, ইনজেক্-শ্যনৰ ছিৰিঞ্জ আদিৰ টোপোলা এটা বন্ধাই দিলে। ছিকিৰিওৰিটি অফিছাৰ কৰ্ণেল সিধুৱে এখন টেক্সি বন্দোবস্ত কৰি দিলে। যিটো অৱস্থাত মই হস্পিটালৰ ৰোৱাহে উচিত আছিল, সেই অৱস্থাত টো-খুঁটি সকলো টোপোলা বান্ধি লৈ ১৬ জুলাইত হোশিয়াৰপুৰলৈ যাত্ৰা কৰিলো—ৰাজপুৰা, খৰাৰ, ৰোপাৰ, গড়শংকৰ আদি ঠাই, মাজে মাজে চল পানীয়ে ছিঙা কিন্তু বালিৰে ভৰা আলিছিগাবোৰ (তেওঁলোকে সেইবোৰক বোলে ছোঁও), পৰ হৈ মনোৰম প্ৰাকৃতিক সৌন্দৰ্যৰ মাজেদি দূৰণিত মাৰ যোৱা বেলিৰ প্ৰতিফলিত পোহৰত সোণ যেন হৈ জিলিকি উঠা পৰ্বতৰ ৰৰফে ঢকা শাৰীৰ কালে আগ বাঢ়িলো। প্ৰকৃতিৰ এই ঐশ্বৰ্যবোৰৰ মাজত নিবৈশ্বৰ্য মিলকতীয়া দেহাৰ প্ৰতি দৃক্‌পাত কৰিবলৈ যেন পাহৰিয়ে গৈছিলো। হোশিয়াৰ-

পুৰ নগৰ পাইহে চিন্তা হ'ল তাৰপৰা দুই কিলোমিটাৰৰ দূৰৰ ৱেদিক ইনষ্টিটিউটৰ স্থান সাধু-আশ্ৰমত গৈ থাকিব লাগিব, য'ত ডাক্তৰ-কবিৰাজ বুলিবলৈ নাই; কাৰণ সাধু-আশ্ৰমৰ কাৰো অসুখো নাই। আমাৰ বিশ্ববিদ্যালয়ৰ এটি ছাত্ৰীৰ পিতৃ প্ৰাণনাথ কাঁসৰাৰ ঘৰত সোমাই সেই দেখি প্ৰয়োজন হ'লে ডাক্তৰ বিচাৰি পঠিয়াবলৈ অনুৰোধ কৰি থৈ গ'লো। কিন্তু সাধু-আশ্ৰমত থকাত মোৰ কোনো ডাক্তৰৰ প্ৰয়োজন নহ'ল। প্ৰথম দুদিনমান কেঁাহ-কাঁহ লাগিছিল যদিও কামৰ মাজত আৰু অতি মনোৰম প্ৰাকৃতিক পৰিৱেশ আৰু বেদ-মন্ত্ৰ-উচ্চাৰণ আদিৰ মাজত থাকি মোৰ শৰীৰটোও যেন সাধু হৈ পৰিল। সুলেখাৰ সহযোগত দিনে-ৰাতি প্ৰুফ চোৱা কাম চলে। প্ৰুফ আৰু প্ৰুফ। আমাক থাকিবলৈ কৰ্মীসকলৰ (শিক্ষক, ছাত্ৰ আদি) ঘৰৰ এমূৰৰ কোঠা এটা দিলে। তাৰ তলতে গাতে লগাকৈ পকা ভেটিৰ 'পঞ্চবটী'—সাধু-আশ্ৰমৰ মূল সাধু পাঁচজনে ৰোপণ কৰা আঁহত, বেল, বট, আম আৰু বকুল গছৰ সমাহাৰ। ইয়াৰ উপৰি চাৰিওফালে নানা ফুল-ফলৰ গছ। পুৱাতে আহি এহাল মানুহে ৰৰ ৰৰ পাচি ভৰাই ফুল পাৰি নি নগৰৰ মন্দিৰে মন্দিৰে বেচেগৈ। জামুক-তলৰ জামুক খোৱা ল'ৰা-বুঢ়া মানুহ দিনটো। বট গছ-জোপাত কিমান বৰণৰ কিমান কণ্ঠস্বৰৰ কিমান চৰাইয়ে আহি মেল পাতেহি, অন্ত নাই—কুলি, কেতেকী, পাটমাদৈ, দহিকতৰা আদি চিনাকি চৰাইৰযে কথাই নাই, কত অচিনাকি চৰায়েও বড় গছৰ মিঠা গুটি খাই আমাক দিনটোৱে মিঠা গান শুনাই থাকোহ। মাথোন দেখিলো, কুলিজনী অহা। লগে লগে বাকীবোৰ চৰায়ে কোৰ্হাল কৰি তাইৰ পিছত খেদা-খোৱা লগায়। এটা চৰায়ে—তাক পাতৰ আঁৰত দেখাই নাযায়—টল-টলং-টলং-টলংলং কৰি তাৰ ঘন্টাটো বজায়হি, দেখা হ'লে নিদিয়ে। মাজ নিশাও শুনা পাওঁ কণোৰাৰ বুকু-ভগা কুকলি—কিবা যেন

বিকৃত হিয়াৰ বাণী। কুল আৰু চৰাইৰ এই অমন্না সঙ্গত এটা মাহুযে কেনি আঁতৰি যায়, ক'বই নোৱাৰে। ড° কে. ভি. শৰ্মা (যোৱা ডেৰ কুৰি বছৰৰ চিনাকি), পণ্ডিত মুনীশ্বৰ দেৱ, ৰাজেন্দ্ৰ-কুমাৰ শৰ্মা (এওঁ পঞ্জাবী বিশ্ববিদ্যালয়ৰ পি.এইচ.ডি.ৰ ছাত্ৰও) আদিৰ লগত নানা আলাপ হয়। আমাৰ দূৰে দূৰে থাকি "কল্প-সূত্ৰ"ৰ কাম কৰি থাকে মুজাফ্ফাৰনগৰৰ কুন্দনলাল শৰ্মা। ইনস্টিটিউটৰ গ্ৰন্থাগাৰৰ সমুখতস্থ শিলত খোদিত গায়ত্ৰী মন্ত্ৰৰ লগত তাৰ দ্ৰষ্টা বিশ্বামিত্ৰ ঋষিৰ মূৰ্তি। গ্ৰন্থাগাৰত ছাত্ৰ-শিক্ষক ভৰি থাকে পঢ়ি। বিয়লি হোৱাৰ লগে লগে নিজম আশ্ৰম আৰু নিজম পৰি যায়। সুলেখাই মোক টানি নি আশ্ৰমৰ চাৰিওকাষে ঘূৰায়। অতি বিনয়ী আৰু সংযত বিদ্যাৰ্থীসকলক ঠায়ে ঠায়ে লগ পাওঁ। বাটে বাটে নমস্কাৰ। সংস্কৃত শিকি থকা এইসকল প্ৰায়ে হিমাচল প্ৰদেশৰ নবীন; এজনহে দেখিলো পঞ্জাবৰ শিখ। মূল ইনস্টিউটটো এতিয়া দুভাগত বিভক্ত হৈ (V.V.R.I. আৰু V.V.B.R.I & I,S.) বাঢ়িছে। বিখ্যাত প্ৰাচ্যতত্ত্ববিদ লুড্বিগ্ স্টাৰ্ণবাকে তেওঁৰ জীৱনৰ সঞ্চিত সকলো ধন-সম্পত্তি ইনস্টিটিউটৰ নামত দি গৈছে। সেয়া মই থকাতে পেৰিছৰপৰা অনা হৈ আছিল। তেওঁৰ সুভাষিতাৱলীৰ পিছৰ খণ্ডবোৰো ছপা হৈ আছিল। এনে সুন্দৰ পৰিৱেশত কাম কৰিয়ে ভাল লাগিছিল। ১৭ আগস্টৰ দিনা প্ৰেছৰ মেনেজাৰে মোৰ কিতাপৰ দুটা কপি বন্ধাই মোৰ হাতত দিলে। সুলেখাই বকুলৰ মালা গাঁথিছিল পুৱাৰপৰা; তাৰে মেৰিয়াই পুথিখন বুকত সাবটি ল'লো। আবেলি পটিআলাৰপৰা পঠিওৱা গাড়ীত পটিআলালৈ ঘূৰিলো।

গুৱাহাটী এৰি পটিআলালৈ যোৱা সময়তে এটি বিশেষ দায়িত্ব সামৰিব লগীয়া হৈছিল—ভাৰতীয় জ্ঞানপীঠৰ পুৰস্কাৰ-প্ৰদান সমিতিৰ সভ্য পদ। সমিতিৰ আনসকল হ'ল ড° ভি. কে. গোকক (সভাপতি), ড° নীহাৰৰঞ্জন ৰায়, অধ্যা° এন্.ভি. ৰাজাধ্যক্ষ, অধ্যা° জয়লাল

কৌল; ড° ৰবীন্দ্ৰকুমাৰ দাশগুপ্ত, ডঃ মাসুদ হুসেইন, ড° নাৰায়ণ মেনন, (জ্ঞানপীঠৰ মূল ন্যাসৰ কালবপৰা) শ্ৰীমতী দুৰ্গা জৈন আৰু লক্ষ্মীচন্দ্ৰ জৈন। মোৰ প্ৰৱেশৰ আগলৈকে কোনো অসমীয়া লেখকে পুৰস্কাৰ পোৱা নাছিল। মই সোমোৱাৰ পাছত শেষ পৰ্যায়লৈকে দুজন লেখকৰ দুখন গ্ৰন্থ ঢুকাবো উঠিছিল। কিন্তু পুৰস্কাৰৰ বিচাৰ গুণগতহে হ'ব লাগে। ভাষাবোৰৰ প্ৰতিনিধিত্বৰ ভিত্তিত বিচাৰ নহয়। এঘাৰটা ভাষাৰ মাজত প্ৰতিযোগিতা হয়। শেষ পৰ্যায়ৰ বিচাৰলৈ অহা পুথি-কেইখন সদস্যসকলে ইংৰাজী বা হিন্দী অনুবাদত সমীক্ষা কৰিব লাগে ভাষা উপদেষ্টা সমিতিবোৰৰ মূল ভাষা জনাসকলৰ সমালোচনা আগত ৰাখি। মই সদস্য থকা প্ৰথম তিনি বছৰৰ পুৰস্কাৰ পাওঁতাসকল—বঙলা "প্ৰথম প্ৰতিশ্ৰুতি" উপন্যাসৰ বাবে শ্ৰীমতী আশাপূৰ্ণা দেৱী (১৯৭৬), কন্নড় উপন্যাস "মুকাজ্জিয় কানাসুগালা"ৰ বাবে কে. শিৱৰাম কৰন্থ (১৯৭৭) আৰু হিন্দী কবিতাৰ পুথি 'কিতনী নাৱ মেঁ কিতনী বাৰ"ৰ কবি সচ্চিদানন্দ হীৰানন্দ বাৎ-স্যায়ন 'অজ্ঞেয়' (১৯৭৮)। এইদৰে ইতিমধ্যে তিনিবাৰলৈ জ্ঞানপীঠ বঁটা পোৱা শক্তিশালী এই তিনিটা ভাষা (হিন্দী, বঙলা, কন্নড়) ১৯৭৯ চনৰ পঞ্চদশ পুৰস্কাৰৰ প্ৰতিযোগিতাত নামিব নোৱৰা হ'ল। সেয়া বাদ দি নিৰ্বাচ্য আঠটা ভাষাৰপৰা অহা অনুমোদনৰ ভিতৰত আমাৰ সমিতিয়ে অসমীয়া, উৰ্দু, মাৰাঠী আৰু মালয়ালম ভাষাৰ চাৰিখন কিতাপ বাছি উলিয়ালে। শেষ পৰ্যায়লৈ অসমীয়া আৰু উৰ্দুখনেই থাকিল—বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ উপন্যাস "মৃত্যুঞ্জয়" আৰু কুৰাটুৰাল আইন হাইদৰৰ "পাতঝাৰ কী আৱাজ" গল্পৰ কিতাপ। কুমাৰী হাইদৰ বৰ শক্তিশালী গল্পলেখিকা আৰু তেওঁৰ পুথিৰ গল্পকেইটাও বাছকবনীয়া। আন কালে, অসমীয়া আৰু উৰ্দু দুইটা ভাষাই তেতিয়ালৈকে পুৰস্কাৰ এবাৰো পোৱা নাই। সভাপতিয়ে

ড° দাশগুপ্তক উপন্যাসখনৰ আৰু ড° হুসেইনক গল্পৰ কিতাপখনৰ একোটা মূল্যায়ন দিবলৈ অনুৰোধ কৰিলে, আৰু তেওঁলোক দুজনৰ সমালোচনা দুটা পালত দুইখন কিতাপৰ তুলনামূলক মান নিৰ্ণয় কৰাৰ ভাৰ মোৰ ওপৰত অৰ্পণ কৰিলে। টান কাম। দুইজন লেখক সমবয়সৰ। দুইজনৰ নিজ নিজ ভাবাৰ সাহিত্যত সমতুল্য আসন। দুইৰো কথন-ভঙ্গি আৰু বিষয়-বিস্তাৰত পাৰদৰ্শিতা। মানুহৰ সহানুভূতিশীল চিত্ৰেৰে মানুহৰ কাহিনী কোৱাত দুইজনৰে জাঠ অভিজ্ঞতা। হাইদৰে ভাৰতৰ আৰু বিদেশৰ (পাকিস্তান, ফিলিপা-ইন আদি) বৰ বৰ চহৰত অস্পষ্ট চৰিত্ৰবোৰৰ লগত ঘূৰিছে, য'ত হয়তো পৃথিৱীৰ সেউজ লুপ্ত হৈ গৈছে। বীৰেন্দ্ৰকুমাৰ দেশৰ নিসৰ্গৰ মাজৰ দেশৰ মানুহৰ সুখ-দুখৰ লগতে আছে। সকলো কঁহিয়াই মই দাশগুপ্তৰ কথা আনি শেহত ক'লো, 'যদিও "মৃত্যুঞ্জয়" মহৎ উপন্যাস নহয়, বিবিধ বিশেষত্ব-যুক্ত ই এখন ভাল উপন্যাস নিশ্চয়' আৰু ইয়াৰ অন্তৰত এক গাম্ভীৰ্য আৰু জীৱনৰ সূক্ষ্ম এটি দৰ্শন বৰ্তি থকা বাবে উপন্যাসখনিকে ওপৰ ঠাই দিব লাগিব। পুৰস্কাৰ প্ৰদান-সমিতিয়ে মোৰ অভিমত সহজভাৱে গ্ৰহণ কৰিলে। মোৰ পুৰণি ছাত্ৰ বীৰেনে পঞ্চদশ জ্ঞানপীঠ পুৰস্কাৰ লাভ কৰিলে। অন্তৰে হৰিষ।

কলিকতাৰ মহান ঐতিহাসিক স্যাৰ যদুনাথ সৰকাৰৰ বাস-ভৱনটি দানৰূপে লৈ তাতে এটি সুন্দৰ গৱেষণা-প্ৰতিষ্ঠান গঢ় লৈ উঠিছে— চেণ্টাৰ ফৰ স্টাডিজ ইন চোচিয়েল ছায়েন্সেজ, কলিকতা। তাতে আমাৰ অসমৰ ড° অমলেন্দু গুহ অৰ্থনৈতিক ইতিহাসৰ অধ্যাপক। কলিকতাত বসবাস কৰা আৰু বঙলাত স্বদেশী আন্দোলনৰ প্ৰথম পুথি "দেশের কথা" লেখা আৰু যাদৱপুৰ বিশ্ববিদ্যালয়ৰ শিক্ষা পৰিষদৰ এজন শিক্ষক (ধৰ্মদত্ত কোশাম্বীৰ পিতৃৰ সহকৰ্মী) মহাৰাষ্ট্ৰী সখাৰাম গণেশ দেউস্কৰৰ নামত চেণ্টাৰে ভাৰতীয় ইতিহাসৰ বক্তৃতা-

মালা এটি প্ৰতিষ্ঠা কৰিছিল। তাৰ প্ৰথম দুটা বক্তৃতাৱলীৰ বিশিষ্ট বক্তা আছিল বোম্বাইৰ অধ্যাপক এ. আৰ. দেশাই (১৯৭৭) আৰু আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ অধ্যাপক ইৰ্ফান হবিব (১৯৭৮)। ছেণ্টাৰে এতিয়া তৃতীয় বক্তৃতাৱলী দিবৰ বাবে মোলৈ আহ্বান পঠিয়ালে। অসম বুৰঞ্জীৰ এক অভূতপূৰ্ব কাহিনী মায়ামৰীয়া বিদ্ৰোহৰ সূত্ৰপাতৰ কথাকে ভাৰতীয় ঐতিহাসিকসকলৰ বিশেষ দৃষ্টিলৈ আনিবলৈ বুলি তাকে মোৰ বিষয়-বস্তু কৰি ল'লো। ১৯৮০ৰ ২৮ আৰু ২৯ জানুৱাৰীত মোৰ বক্তৃতা দুটা হ'ল— Socio-political Events in Assam leading to the Militancy of the Mayamariya Vaisnavas (Third Sakharam Ganesh Deuskar Lectures 1980 on Indian History)। ছেণ্টাৰে বক্তৃতা দুটা কিতাপ আকাৰে তেওঁলোকৰ প্ৰকাশক কে.পি. বাগচী এণ্ড কোম্পানিৰ হতুৱাই ছপা কৰাই উলিয়াইছে।

চণ্ডীগড়ত ভাৰতীয় বিদ্যাভৱনৰ এটি শাখা হৈছে। তাৰপৰা শঙ্কৰদেৱ আৰু শঙ্কৰদেৱৰ ধৰ্মশিক্ষা সম্বন্ধে তেওঁলোকৰ কথিকাৱলীত বক্তৃতা কৰিবলৈ নিমন্ত্ৰণ পৰিছিল। ৭৮ৰ ১৩ অক্টোবৰ তাৰিখে চণ্ডীগড়ৰ ডি.এ.ভি. কলেজত সেই বক্তৃতা হ'ল! দিল্লী বিশ্ববিদ্যালয়ৰ ভাৰতীয় আধুনিক ভাষা বিভাগৰ সিসকলৰ বিস্তাৰণ সেৱাৰ জৰিয়তে দুটা বক্তৃতা দিব লগীয়া হৈছিল—৮ মাৰ্চ ১৯৮০ত The contribution of the Sankardeva movement to the culture and civilisation of India আৰু ২৫ ফেব্ৰুৱাৰী ১৯৮১ত The resusciation of the Assamese by the American Baptists. ইতিমধ্যে অসমত চলি থকা বিদেশী-বিৰোধী আন্দোলন লৈ পঞ্জাবতো শিক্ষিতসকলৰ মাজত কৌতূহল উপস্থিত হৈছিল। বিশেষকৈ আন্দোলনটো বহিৰ্মুখী আৰু বিদেশী

শক্তিৰ প্ৰভাৱিত—কাগজে-পত্ৰয় হোৱা এনে ধৰণৰ অপপ্ৰচাৰ শুনি সিসকলৰ সেই কৌতূহল বাঢ়িছিল। বহুতে নানা প্ৰশ্ন কৰিছিল লগ পালেই বা আঁতৰত বিৰূপ সমালোচনাও কৰিছিল। গতিকে বন্ধুসকলৰ আয়োজনমতে নৃতাত্ত্বিক ভাষাতত্ত্ব বিভাগৰ ১৯৮১ৰ ২৪ মাৰ্চৰ এক ছেমিণ্টিক ছেমিনাৰত যি সুবল হাতত পালো, তাৰেই আন্দোলন সম্পৰ্কে এটা সুস্থিৰ ধাৰণা দিবৰ যত্ন কৰিছিলো। তেতিয়া সহকৰ্মী অধ্যাপক ডঃ বিহাৰীলাল আৰিয়ে ক'লে, 'গুৱাহাটী বা অসমৰ পাঁচজন লোকৰ নাম দিয়ক, যি আন্দোলনৰ বিষয়ে কৰ্তৃত্বৰে ক'ব পাৰিব। আমি ইয়ালৈ তেওঁলোকক আনি কথা শুনিম।' মই কেইটামান নাম দিলো। আৰিৰ চণ্ডীগড়ৰ অনুষ্ঠান ছেণ্টাৰ ফৰ ৰিছাচ ইন ৰুৰেল এণ্ড ইণ্ডাষ্ট্ৰিয়েল ডেভেলপ-মেণ্টৰ লগত জড়িত। তেওঁ ছেণ্টাৰৰ লগত কথা পাতিবলৈ চণ্ডীগড়লৈ গ'ল। কিন্তু ঘৰতো একে খবৰ-খাবাৰ নিদিয়াকৈয়ে বাজে বাজে ছেণ্টাৰৰ সঞ্চালক বসপাল মালহোত্ৰেৰে অসম পালেহি আৰু গুৱাহাটী, ডিব্ৰুগড় আৰু শিলঙৰ বিশ্ববিদ্যালয়ৰ পণ্ডিতসকল আৰু আন্দোলনৰ নেতাসকলকো এখন ছেমিনাৰলৈ মাতি থৈ গ'ল। সেই আলোচনা-সত্ৰত নিতান্ত বিদ্যায়তনিক আলোচনা, বিশেষকৈ আৰ্থ-সামাজিক আলোচনা মাথোঁ কৰাই তেওঁলোকৰ থাই উদ্দেশ্য আছিল। ৮১ৰ ২৭ৰপৰা ৩০ এপ্ৰিললৈ যি আলোচনা হ'ল, সি বহুলভিত্তিক হৈয়ে হ'ল। পঠিত প্ৰবন্ধবোৰে সৈতে তাৰ প্ৰতিবেদন আৰিৰ সম্পাদনাত কিতাপ-ৰূপে (North-East Region: Problems and Prospects of Development) প্ৰকাশ পাইছে। তাক আগতে উল্লেখ কৰিছো। ছেমিনাৰত পঠিত মোৰ প্ৰবন্ধটো একাডেমিক প্ৰকৃতিৰ ভিতৰতে বৈছিল বুলি উদ্যোক্তাসকলে মত প্ৰকাশ কৰিছিল।

৮২ৰ শেহত অসম সাহিত্য-সভাৰ ডাক পৰিল বামেশ্বৰ বৰুৱা জন্মশতবাৰ্ষিকী বক্তৃতাৱলী কৰিবলৈ। সেইমতে অহা গ'ল আৰু

যোৰহাট কেন্দুগুৰিৰ ল'ৰা হাই স্কুলৰ সমুখত সজা ৰভাত অসমীয়া প্ৰাচীন জীৱনী-সাহিত্যৰ বিষয়ে দুটা বক্তৃতা দিলো। সেয়ে "গুৰু-চৰিতৰ ইতিকথা" নামে অসম সাহিত্য-সভাৰ প্ৰকাশন-ৰূপে প্ৰকাশ পাইছে।

গুৱাহাটীৰপৰা লৈ যোৱা কামবোৰেও মোক পিছে পিছে খেদি থাকে। তাৰে দুটা গধুৰ কাম—গুৱাহাটী বিশ্ববিদ্যালয়ৰ "চন্দ্ৰকান্ত অভিধান" আৰু "গুৰু-চৰিত-কথা"। প্ৰথমখনৰ কামৰ লগত খাপ খোৱা প্ৰুফ শুধৰাওঁতাৰ অভাৱত সেই কামো ময়ে সামৰিব লগীয়া হৈছিল, কিন্তু প্ৰেছৰ লগত চলি-কৰি অভিধানখন উলিওৱাই টান হৈছে। নিজৰো দৃষ্টি পৰি আহিছে, প্ৰুফ চোৱাৰ বাবে অনুপযোগী হৈছে। চৰিতখন ছপোৱাৰ কাম আকৌ বিশ্ববিদ্যালয় প্ৰেছে অৱসৰ-বিনোদনৰ দৰে মাজেকে-পৰেকেহে কৰে। গতিকে দুইটা কামতে প্ৰচুৰ সময় লাগিছে। পটিআলৰ প্ৰচণ্ড উত্তাপত (কোনো দিনা উচ্চতম তাপ ৪০°/৪৪.৫° আৰু নিম্নতম ২৫°/২৬° ছেলছিয়াছলৈ উঠে। নিশা টোপনি এধবিলে বাৰু এক বজাত সাঁচিপাতৰ পুথিখন উলিয়াই কেঁচা ছপাত চৰিতৰ পাঠ মিলাওঁ আৰু সেই কামেই নিদ্ৰাৰ শান্তি আনে। কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা মন্ত্ৰালয়ৰপৰা অৰ্থ-সাহায্য লৈ গুৱাহাটীৰ সঙ্গীত-সত্ৰ আৰু অসম সাহিত্য-সভাৰ বাবে ইংৰাজী পাতনিৰে মুগৰী হৰফত "হস্তমুক্তাৱলী"ৰ এক সংস্কৰণ প্ৰস্তুত কৰোঁ। দিল্লীৰ সাহিত্য আকাদেমীৰ বাবে তেওঁলোকৰ ভাৰতীয় সাহিত্যকাৰ ছিৰিজত অসমীয়া "বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য" আৰু ইংৰাজীত "Anandaram Dhekiyal Phukan" আৰু "Nidhi Levi Farwell" (এইখন ৮৩ৰ ৪ আৰু ১৫ জানুৱাৰীৰ ভিতৰত লিখা)—এই তিনিখন পুথি প্ৰণয়ন কৰি দিওঁ। দিল্লীৰ সঙ্গীত নাটক আকাদেমীৰ অনুৰোধত অসমীয়া অভিনয় সম্পৰ্কে এখন ইংৰাজী কিতাপ লিখি উলিয়াওঁ—"Bhaona, the Ritual Play of Assam",

ভাৰত চৰকাৰৰ পাব্লিকেশ্যন ডিভিজনে মোৰ হতুৱাই লিখাই প্ৰকাশ কৰে Lachit Barphukan, the Victor of the Battle of Saraighat. দিল্লী-বাৰানসী আদি মহানগৰত বিস্তৃত দুই ককাই-ভাই প্ৰকাশন-প্ৰতিষ্ঠান মোতীলাল বানাৰসীদাস আৰু মুন্শীৰাম মনোহৰলালে বিচৰামতে প্ৰথমটোক মোৰ ডি. ফিল্. থিছিছৰ দ্বিতীয় সংস্কৰণ Early History of the Vaisnava Faith and Movement in Assam : Sankaradeva and His Times আৰু দ্বিতীয়টোক The Religions of the North-East (দেশ-বিদেশৰ গৱেষণা-পত্ৰিকাত ওলোৱা প্ৰবন্ধাৱলীৰ সংকলন) প্ৰকাশৰ বাবে দিওঁ। সুখ লাগে, দুইখন কিতাপেই চকুত লগাকৈ ছপা হৈ ওলাইছে। নেশ্যনেল বুক ট্ৰাস্টৰ দ্বাৰা প্ৰকাশিত ইংৰাজী Sankaradevaখনো ৭৯তে দ্বিতীয় সংস্কৰণ ৰূপত ওলায়। ইতিমধ্যে তেওঁলোকে আনসকলৰ দ্বাৰা অনুবাদ কৰাই তাৰ অসমীয়া, বঙলা, হিন্দী, ওড়িয়া, মৰাঠী আৰু গুজৰাটী ৰূপ পোহৰলৈ আনিছিল। এইদৰে মোৰ নিজৰ পুথিৰ প্ৰকাশনৰ আঁচনিক তন্ত্ৰাই নধৰাকৈ ৰাখিছিলো বুলিব লাগে। অসম প্ৰকাশন পৰিষদৰ বাবে ডক্টৰ শ্ৰীমতী কপিলা ৱাৎস্যায়নেৰে যুটীয়াকৈ Gita-Govinda in the Assam School of Painting যুগুত কৰি ৩০ মাৰ্চ ১৯৭৯তে গুৱাহাটীলৈ পঠিয়াইছিলো। পৰিষদে কিতাপখন যন্ত্ৰৰ যন্ত্ৰণাৰপৰা মুক্তহে কৰিব পৰা নাই।

পঞ্জাবী বিশ্ববিদ্যালয়ী আৰু সাহিত্যিক বন্ধুসকলৰ মাজত আহ-যাহৰ মাজেদি সামাজিক আদান-প্ৰদান বৰ্তাই ৰখা হৈছিল। তেওঁলোক সাধাৰণতে কথাচহকী আৰু হাঁহি হাঁহি ভাল পোৱা মানুহ। গতিকে তেওঁলোকৰ লগত মেল মাৰিলে মেলখন সোনকালে পক ধৰে। চণ্ডীগড়ত থকা অসমীয়া পৰিয়াল দুই-এটি (আনন্দ হাজৰিকা, মিছিৰদেৱ হুকন আদিৰ) আৰু চণ্ডীগড়ৰ ওআই. পি. এছত (ৰাদৰিগ্ৰ

পাব্‌লিক স্কুল) বৃত্তি ধৰি পঢ়ি থকা অসমীয়া ল'ৰাকেইটি (মহাদেৱ জ্যোতিৰ্ময়, মুস্তাফা, পৱন আদি) বন্ধ পৰিলে প্ৰায় আহে বাবে ঘৰুৱা পৰিৱেশ এটাও ইয়াৰ মাজতে বৰ্তি আছিল। গুৱাহাটীৰপৰা গৈ ভুমুকি মৰা মোৰ গৱেষণাৰ ছাত্ৰ কেইজনেও ইয়াৰ পৰিৱেশটি খন্তেকলৈ লগত লৈ যায়। বিশ্ববিদ্যালয়ৰ পঞ্জাবী ইতিহাস সমাজ আদি অনুষ্ঠানৰ উৎসাহময় বৈঠক নিয়মীয়াকৈ বহিছিল। নাটক বিভাগৰ অভিনয়-সন্ধিয়া বহুত পাইছিলো। তদুপৰি বিবিধ বঙৰ গোলাপ আদিৰে ভৰা বিশ্ববিদ্যালয় টোলৰ গছ-ফুলৰ শোভাইতো সকলো সময়তে সান্নিধ্য যাচিয়ে থাকে। বিশ্ববিদ্যালয়ৰ বিভিন্ন ঘৰবিলাকৰ স্থাপত্যীয় সৌন্দৰ্যৰ গাম্ভীৰ্যও এক বিশেষত্ব। ইয়াৰ মাজতে উপাচাৰ্য ড° অমৃক সিংহৰ যত্নত ৮০ৰ মাৰ্চত আন্তৰ্জাতিক পৰ্যায়ৰ এক ভাস্কৰ্য-বিষয়ক ছিম্পজিয়াম হৈছিল; ইউৰোপ, এমেৰিকা আৰু জাপানৰ ভাস্কৰসকলেও আহি তাত যোগ দিছিল আৰু কলাকৰ্ম নিৰ্মাণ কৰিছিল। তেতিয়া কিন্তু সেই ৰুচিৱান উপাচাৰ্যজন বিশ্ববিদ্যালয়ত নাছিল। আমাৰ বিশ্ববিদ্যালয়বোৰত অহৈতুকভাৱে জনিত তপত বতাহৰ উৰুমুৰুনিত তেওঁ অসময়তে উপাচাৰ্য পদ এৰি তেওঁৰ নিজৰ স্থায়ী বিষয় দিল্লীৰ এছোচিয়েশ্যান অৱ্‌ ইণ্ডিয়ান ইউনিভাৰ্ছিটিজৰ (আগৰ ইণ্টাৰ-ইউনিভাৰ্ছিটি বোৰ্ড) সচিব-পদলৈ ঘূৰি গৈছিল। উপাচাৰ্যৰ আসনখনেই 'মিউজিকেল চেয়াৰ'ত পৰিণত হৈছিল। ড° অমৃক সিংহৰ পিছত মবেৰৰ ৭৯ত আহিল ড° ভগত সিংহ। তেওঁক হৰকাৰে ফেব্ৰুৱাৰী ৮১ত গুচাই ('recall কৰি') ড° ৰামসেৱক সিংহক পাতিলে। ভগাজনাই পঞ্জাব-হাৰিয়ানা উচ্চ ন্যায়ালয়ত গোচৰ তৰিলে। গোচৰত জিকি তেওঁ তিনি মাহতে নিজৰ আসন ঘূৰাই পালে, কিন্তু ৮২ৰ মাৰ্চতে তেওঁৰ কাৰ্য্যকাল অন্ত পৰিল আৰু পঞ্জাবৰ শিক্ষায়ুক্তাই বৰ্তকাল অস্থায়ীভাৱে উপাচাৰ্যৰ কাম চলাব লগীয়া হ'ল। এই পটভূমিকা এবিধৰ সময়

হ'লতহে নতুন উপাচাৰ্য ডঃ সৰ্দাৰ সিংহ জোহলে কামত যোগ দিয়ে। এই সমস্ত কালছোৱাত বিশ্ববিদ্যালয়ত ৰাজনীতিৰ উঠা-পৰা চলি আছিল। বিশ্ববিদ্যালয়ৰ ভিতৰৰ কিছু লোক গোট খাই এখন শিশু কল্যাণ সমিতি আৰু এগৰাকী স্বৰ্গত পঞ্জাবী সাহিত্যিকৰ স্মৃতি-ৰক্ষাৰ্থে অধ্যাপক পূৰণ সিংহ স্মাৰক সমাজ গঠন কৰিছিল আৰু দুইখন অনুষ্ঠানৰে মোক স্থায়ী সভাপতি কৰিছিল। শিশু কল্যাণ সমিতিৰ বাবে বিশ্ববিদ্যালয়ে এডোখৰ মাটিও আমাক দিছিল। কিন্তু ভিতৰুৱা পৰিস্থিতিৰ বাবেই দুইটা অনুষ্ঠানৰ কাম আগ বঢ়াই নিয়া টান হ'ল। ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰালয়ে বিভিন্ন সময়ত সিসকলৰ ভাৰতীয় ভাষা সমিতি আৰু উইনেস্কোৰ (UNESCO) ভাৰতীয় কমিশ্যনৰ সদস্য পাতিছিল; কিন্তু সেই অনুষ্ঠানবোৰেই যেন আছিল জিৰণীয়া মৌ। আমি সেই মৌৰ পাখিৰ ধূলি এক বিন্দু হৈনো কি দৈৱাসনখন সাধিম?

লাহে লাহে ওভতনি-যাত্ৰা আৰম্ভ হ'ল। ২২ অক্টোবৰ ১৯৮১। বিশ্ববিদ্যালয়ৰ বৃহৎ টেগ বাহাদুৰ হলটোলৈ আমাৰ কমলাবৰীয়া গায়ন-বায়নৰ জোৰাই বৰেণ্য ঐতিহাসিক ডঃ গাণ্ডা সিংহক আগ বঢ়াই আনিলে। হোশিয়াৰপুৰৰ বকুলৰ মালাৰে মেৰিয়াই থোৱা The Bhakti-ratnakara of Sankaradeva and History of the Concept of Bhaktiখনি বিশিষ্ট অতিথিগৰাকীয়ে মুকলি কৰিলে। লগতে ডঃ কেশৱানন্দ গোস্বামীয়ে লিখি থৈ-যোৱা শঙ্কৰদেৱৰ সৰু জীৱনী এখনি। প্ৰকাশ সম্পূৰ্ণ হ'বলৈ বাকী আছিল মাথোন মুলেখাই লেখি প্ৰায় শেষ কৰা "শিখ গুৰুসকলৰ ইতিহাস।"

১ নবেম্বৰ। গুৰু নানকদেৱৰ আৱিৰ্ভাৱৰ দিন। অৰ্ডাৰ দি নকৈ কৰাই লোৱা ট্ৰাংকত মোৰ নিজস্ব লাইব্ৰেৰিৰ কিতাপবোৰ সমুৰাবলৈ আৰম্ভ কৰিলোঁ....।

১ ডিচেম্বৰ। নিশা খাই শুইছোহে। এনেতে গাড়ীত মালবস্তু কঢ়িওৱা মানুহ আহি ঘৰত খলকনি তুলিলে। পূৰ্ণিমাৰ পোহৰত সাজু কৰি থোৱা বাকচবোৰ এঘণ্টামানে গাড়ীত তোলা হ'ল। আৰু গাড়ী ৰাওনা হ'ল গুৱাহাটী অভিমুখে।

২৮ ফেব্ৰুৱাৰীৰ দিনা চেয়াৰৰ দায়িত্ব গুৰু গোবিন্দ সিংহ বিভাগৰ প্ৰধানৰ হাতত গতাই দি মই মুকলি-মূৰীয়া হ'লো। পাঁচ বছৰ পটিআলাত থাকিও অমৃতসৰ দৰ্শন কৰা নাছিলো। এতিয়া সেই পৱিত্ৰ ছহৰৰ লগতে অমৃতসৰ জিলাৰ আন শিখ কেন্দ্ৰবোৰ (বাবা বকালা, খাডুৰ ছাহিব, অংগোঠা ছাহিব, দমদমা ছাহিব, গুইগুৱাল, তৰ্ণ তাৰণ, ভাই বুঢাৰ গুৰদ্বাৰ আদি) আৰু ৱাঘাত (আট্টাৰি) ভাৰত-পাকিস্তান চকি চালোগৈ। মই কাম এৰাৰ পাছত যোগ দিয়া উপাচাৰ্য ড° সৰদাৰ সিংহ জোহলক লগ পাওঁতে তেওঁ ক'লে, তেওঁ আগতে মোক পোৱা হ'লে যাবলৈ এৰি নিদিলেহেঁতেন আৰু এতিয়াও আৰু দুবছৰ থকা কথা মই ভাবিলে ভাল। মই ক'লো, 'মোৰ বস্তু-বাহানি সকলো গুৱাহাটী পালেগৈয়ে আৰু পটিআলাৰ জল-বায়ুৱে মোক দুগুজি ভাল-কাল লগাইছে। গতিকে, অশেষ ধন্যবাদ; মোৰ ঠাইত এতিয়া এজন লোক বাছি আনিলেই সুখী হ'ম।' সৰদাৰ কৰ্তাৰ সিংহ খেৰগিল নামৰ এজন অৱসৰপ্ৰাপ্ত অধ্যক্ষ আছিল "গুৰু-গ্ৰন্থ সাহিব" অসমীয়ালৈ অনুবাদ কৰাৰ এক আঁচনি লৈ মই দুবছৰমান বৈ যাব লাগে, এই প্ৰস্তাৱেৰে। তেওঁ মোক শিখ গুৰুদ্বাৰা প্ৰবন্ধক কমিটি, সন্ত লংগোৱাল আৰু তোহৰাৰ ওচৰলৈও লৈ যোৱাৰ প্ৰস্তাৱ কৰিলে। এই সুন্দৰ প্ৰস্তাৱতো মই 'না' বুলিব লগীয়া হ'ল। তথাপি খেৰগিলে আঁচনিখন কি কৰিব পাৰি চাওঁ বুলি বিদায় ল'লে। ইতিমধ্যে পঞ্জাবৰ ৰাজনৈতিক জল-বায়ু অতি উগ্ৰ হৈ উঠিবলৈ ধৰিছিল। দুদিন পাছতে time of the breaking of nations উপস্থিত-প্ৰায়। তাৰ আগতে মই পটিআলা এৰিলো।

পটিআলা এৰিলো ঠিকেই। কিন্তু ৪ এপ্ৰিলৰপৰা ২০ মেইলৈকে নতুন দিল্লীৰ ইউনিয়ন পাব্‌লিক ছাৰ্ভিছ কমিশ্যনৰ ডেৰমহীয়া এটা ঠিকা ল'বগৈ লগীয়া হ'ল—আই. এ. এছ্., আই, পি. এছ্., আই. এফ্.এছ আদি বিভিন্ন লোক-সেৱাৰ প্ৰাৰ্থী-নিৰ্বাচনৰ পাৰ্ছনেলিটি টেস্ট বা ব্যক্তিত্ব-পৰীক্ষা (সাধাৰণ ভাষাত ইণ্টাৰভিউ) ল'বৰ বাবে। পটিআলাৰপৰা আহোঁতেই শৰীৰ অথিৰ-অবিৰ হৈ আছিল বাবে কমিশ্যনৰ অতিথি-শালাত নিজৰ ৰন্ধন ব্যৱস্থা কৰিবৰ বাবে ৩১মাৰ্চত পটিআলাত কাম শেষ পৰা সুলেখাক সাৰথি কৰি ল'লো। কমিছনৰ কাম আৰম্ভ কৰি দেশৰ উচ্চতম লোক-সেৱাৰ সেৱাৰ্থীসকলৰ সাক্ষাৎ-কৰাত আনন্দই লাভ কৰিছিলো। কিন্তু সাতোটামান সংহাৰকাৰী ৰোগে ফুকলীয়া অভিমন্যুক সপ্তৰথীয়ে আগুৰি ধৰাৰ দৰে মোৰ নিশকতীয়া শৰীৰ বেৰি ধৰিলে। ৯ এপ্ৰিলত কমিছনৰ ডাক্তৰে মোক ডঃ ৰাম মনোহৰ লোহিয়া হস্পিটাললৈ পঠিয়ালে। তাতে এম্. পি. দুবে নামৰ এগৰাকী সুচিকিৎসকৰ অধীনত থাকি ১৭ তাৰিখে অতিথি-শালালৈ ঘূৰি আহিলো যদিও, ২৪ তাৰিখে মোক ড' টি. ডি. গুপ্ত নামে বন্ধুৱে দাংকোলাকৈ আকৌ দাঙি নি তাত থ'বগৈ লগীয়া হ'ল। কমিশ্যনে নিজৰ দায়িত্বত সাধাৰণ হস্পিটালৰপৰা নি মোক ডঃ লোহিয়া নাৰ্ছিং হোমত ভৰ্তি কৰালে, য'ত শীত-তাপ-নিয়ন্ত্ৰিত কোঠাটোৰ মোক শুবলৈ দিয়া বিছনাখনৰ দামেই বোলে এঘাৰ হাজাৰ টকা! কোঠাটোও কেইমাহমান আগতে মাথোন দিল্লীত 'নাম' (Non-Aligned Meet) বহা উপলক্ষ্যে সকলো সুবিধাৰে সমৃদ্ধ কৰা হৈছিল। তাতে ডাঃ কে. কে. মালহোত্ৰ নামৰ ডাক্তৰজনৰ তত্বাৱধানত বিশেষজ্ঞসকলে এইবাৰ চিকিৎসা আৰম্ভ কৰিলে। কাষৰতে ৰাষ্ট্ৰপতি, প্ৰধান মন্ত্ৰীৰ বাবে আছুতীয়াকৰি থোৱা কোঠা দুটা আছিল। প্ৰধান মন্ত্ৰীৰ বাৰীৰপৰা নাৰ্ছিং হোমলৈ ৰজনীগন্ধা আদি ফুল একো বোজা আহিছিল। অসমৰ

এম্.পি.সকল আৰু অসমৰপৰা যোৱা আনসকলে মোৰ খবৰ-বাতৰি লৈ থাকিল। অসম ভৱনৰ জোনটি বৰাই সকলোকে মোৰে সংযোগ° কৰি দিছিল। বিশেষকৈ অবন বৰপূজাৰি আৰু বস্তিয়ে পুত্ৰ অনুপলক লৈ সুলেখাক মোৰ কামত সহায় কৰি দিছিলগৈ। তাৰ মাজতে ২ মেই বিশেষ দিন হৈ পৰিল। সেই দিনা অতি পুৱাতে উশাহ-নিশাহৰ অলপ আহুকাল পাইছিলো। ডাক্তৰে অলপপৰ অক্সিজেনৰ মুখা লগাই দিয়াত ভাল হৈ উঠিলো। পিছে এবাৰ বিছনাৰপৰা নামি যি থিয় হ'লো, পুনৰ উঠিব নোৱৰা হ'লো। 'মা' বুলি এটা চিয়ঁৰ মাৰিলো আৰু সৰগ পৰা মানুহৰ দৰে থিয় হৈ ৰ'লো। গা-ধোৱা ঘৰৰপৰা সুলেখা আহি কোনোমতে মোক বিছনালৈ হেঁচি-ঠেলি তুলি লগে লগে ইলেকট্ৰিক বেল দীঘলীয়াকৈ বজাই দিলে। নাৰ্ছ লৰি আহিল। ওচৰত থকা সৰু ডাক্তৰ আহিল। লগে লগে মালহোত্ৰ আৰু কাৰ্ডিওলজিস্ট আদি আঠজন বিশেষজ্ঞ আহি মোক বেৰি ধৰিলে। তেওঁলোকৰ হাতৰপৰা মোক কিহে নিব খুজিছিল, নিব নোৱাৰিলে। তুইমান বজাত ডা° মালহোত্ৰই মোৰ গালে-মুখে হাত ফুৰাই ক'লে, 'ছাৰ, আপুনি এতিয়া নিৰাপদ, সুস্থ। মই ঘৰৰপৰা আহোঁগৈ। লাগিলেই এওঁলোকে মোক মাতিব।' পিছত তেওঁ ক'লে, মোৰ অসাধাৰণ মনোবল আৰু সুলেখাৰ তালা-পিয়েহে মোক এইবাৰলৈ ৰাখিলে। ডাঃ মালহোত্ৰ আদি ডাক্তৰ, ডা° কিষাণ সিংহ মাহাৰ আদি ছিনিয়ৰ বেছিডেণ্টে অশেষ কষ্টেৰে মোক জীয়ালে। পিছদিনা ডাঙৰ এক অস্ত্ৰোপচাৰৰপৰা উঠা নাৰ্ছিং হোমতে থকা অক্ষৰ নামে চাৰি-বছৰীয়া এটি মহাৰাষ্ট্ৰী ল'ৰাই মোক ৰৰ এথোপা গোলাপ দি গ'লহি। তাৰ পিছদিনাহে সুলেখাই মোক কৈছে, কেনেকৈ মই যাবই লগীয়া হৈছিল। তাতে মোৰ মনত পৰিল বাদ পৰি থকা এটি সৰু কামৰ কথা— ড° নগেন শইকীয়াই সাহিত্য-সভাৰ প্ৰকাশন "ভগৱতীপ্ৰসাদ বৰুৱা"ৰ পাতনি বিচাৰি দিয়া

টেলিগ্ৰাম পটিয়ালা এবা মুহূৰ্তত পাইছিলো। চকু পিছে তেতিয়াও জলক-তবক। মই কৈ গ'লো। স্নুলেখাই লিখি গ'ল। পাত্ৰনিখন ডাকত দিয়ালো। সেইদিনাই অসমৰ বাহিৰৰ বাতৰি-কাকতত অসুখত মই নাৰ্ছিং-হোমত পৰি থকা খবৰ ওলাল। মঙ্গল কামনা কৰাসকলৰ তাঁৰ আৰু চিঠি যাবলৈ ধৰিলে।

২০ মেই। কমিশ্যনত মোৰ ঠিকাৰ শেষ দিন। মোক এখন গাড়ীৰে 'ডিউটি'লৈ লৈ গ'ল। লগতে বিশেষজ্ঞসকলৰ এক বৰভোজ। মই তাত যোগ দিব নোৱাৰি নাৰ্ছিং হোমলৈকে ঘূৰিলো। কমিশ্যনৰ গাড়ী আৰু ডা' মাহাৰে ২১ মেই পুৱাতে আমাক পালামলৈকে আগ বঢাই দিলে। কমিশ্যনে দিল্লীস্থ অসমৰ কমিশ্যনাৰ আৰু অসম ভৱনৰ যোগে অসম চৰকাৰৰ স্বৰাষ্ট্ৰ বিভাগ আৰু গুৱাহাটী মেডিকেল কলেজলৈ অনুৰোধ জনাই থৈছিল। বৰঝাৰপৰা মেডিকেল কলেজৰ দুজন ডাক্তৰে মোক এখন ৰেড-ক্ৰছ ভানত তুলি কলেজৰ হস্পিটাল পোৱালেহি। অসমৰ আকাশত তেতিয়া চপৰা-চপৰে মাতৃস্তন্যৰ দৰে পানীৰে ভৰা ডাৱৰ। নাজানিছিলো, সেইবোৰ সম্বৰ্তক নে পুষ্কৰাৱৰ্তক।

# শেহৰ ওহালি

এইদৰে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিলো। বৰ ভাগ্যৰ কথা যে নিতান্তই ঘূৰি আহিলো। তাৰ মাথোন কেইদিনমান আগতে সেই-দৰে আহিব পৰাৰ আশাটোৰ পৰালিয়েই পৰিছিল। কিন্তু 'দীঘ আৰু বাণি'ৰ তাঁতখন বাটি কৰিব লাগে আৰু তাৰে কেই ওহালি-মান ব'ব লগীয়া আছিল। সেই দেখিহে হ'বলা ইউ. পি. এছ্. ছি.ৰ চন্দ্ৰধৰ ত্ৰিপাঠী আদি বন্ধু আৰু কে. কে. মালহোত্ৰ আদি লোহিয়া নাৰ্ছিং হোমৰ নিপুণ ডাক্তৰসকলৰ কৃপাত জীৱনলৈ ঘূৰি আহিলো। অসমীয়া ভাষাত ক'বৰ দৰে, যমৰ দুৱাৰ-মুখৰপৰা ঘূৰি আহিয়ে বোৱনি হ'লো "প্ৰান্তিক"ৰ ডক্টৰ ভবেন্দ্ৰনাথ শইকীয়া আৰু শ্ৰীপ্ৰদীপ বৰুৱাৰ ফৰ্মাইচৰ এই কাপোৰখনৰ। মোৰ বৌদ্ধিক জীৱনত বহুতো সৰু-ডাঙৰ ব্যক্তি আৰু অনুষ্ঠানৰ—সাহিত্যিক, সাংস্কৃতিক, শৈক্ষিক আদি অনুষ্ঠানৰ লগত মোৰ সংসৰ্গ হৈছে; সিসকলেৰে মই ভালে-ভুলে কাম কৰি আহিছো, আৰু সেইবোৰ কামৰ মাজতেই ভালেই হওক বা কালেই হওক, মোৰ সেই জীৱন-টোৱেই গঢ় লৈ উঠিছে। শইকীয়া আৰু বৰুৱাৰ কথাৰপৰা যদি ঠিককৈ বুজিছিলো, তেতিয়া বুজিছিলো মোৰ কাম সেই বৌদ্ধিক সম্বন্ধবোৰৰ পৰিপ্ৰেক্ষিতত মোৰ জীৱনৰ বছৰবোৰৰ সাধুটোৰ বকলা মেলিব লাগে বা সাধুটোৰ পশ্চাদভূমিত সেই সম্পৰ্কবোৰ প্ৰতিষ্ঠা কৰিব লাগে। মোৰ এই পুৰাণত জীৱন-দৰ্শনৰ গভীৰ গভীৰ কথা, জাতীয় ইতিহাসৰ উত্তাল তৰঙ্গ-মালাৰ বিস্তাৰ নাই। কাৰণ বোধ হয়, মোৰ 'মই' আৰু 'মোৰ'বোৰ অতি সীমিত আৰু ক্ষুদ্ৰ। সেই সীমা আৰু ক্ষুদ্ৰতাই হয়তো সকলো বস্তুকে সৰু কৰি দেখিছে। তাঁতীৰ

তাঁত-শালখনৰ টোলোঠা-দোৰ্পতি, নাচনী-বান্দৰী, বশলি-নাকীশলি, চালিমাৰি-গৰকা, ৰাঁচ-মাকোলৈকে সকলো যতনেও শিপিনী নিপুণ হ'লেহে সহযোগ কৰি ভাল ফল দিয়াত সহায় কৰে। থুপৰীৰ হাতত নহয়। তদুপৰি, মোৰ দীঘ আৰু বাণি উকা। আঁচুফুল নাই। বুটাও নাই। গছৰপৰা মিউওলৈ ছবিবোৰ, তাঁতীৰ ঘৰলৈ গৈ বিনন্দ কানায়ে ফৰ্মাইচ দিয়া ছবিবোৰো নাই। দহিও বটা নাই ল-নিকৈ। আউঠিও ঠেক। ইমান সোপা 'নাই'ৰ মাজত মোৰ তাঁতত কিখন কাপোৰ ওলাব, সি সহজে অনুমেয়। মোৰ সহৃদয় আপোনাসকলৰ সমুখত মাথোন মিনতি—ইয়াত বিজুলী-চমক চাবলৈ আশা নকৰিব। 'চমকত চাবলৈ নহওঁ মই বিজুলী।'

দীঘল এটা ছোৱা জীৱনৰ স্মৃতি কৈ ওৰ পেলাবলৈ লৈছো যেতিয়া, আপোনালোকৰ মনত সহজতে দুটা প্ৰশ্ন উঠিব পাৰে। এক, জীৱনত মই পালো কি, খালো কি? দুই, জীৱন সম্পৰ্কে মোৰ দৃষ্টি কি আছিল আৰু কি হৈছে? প্ৰথমটো প্ৰশ্নৰ উত্তৰত এশাৰী বঙলা কবিতা আওৰাওঁ-নাওৰাওঁকৈ আওৰাবৰ মন যায়: 'যাবার বেলা এই কথাটি বলিয়ে যেন যায়, যা দেখেছি যা শুনেছি, তুলনা তার নাই।' কি সুন্দৰ এই দেখা! কি অপৰূপ সেই শুনা। জীৱনে দুই হাত অকুণ্ঠভাৱে মেলি দি তোমাৰ সমুখত সকলো ধৰি আছে— সুখ-দুখ, আনন্দ-বেদনা সকলো। তুমি ল'ব পৰাতেই সকলো। সুখো লোৱাঁ। দুখো লোৱাঁ। আনন্দকো গৰা মাৰি ধৰাঁ। বেদনাকো আঁকোৱালি লোৱাঁ। সকলো তোমাৰ। নেৰিবাঁ একো। যদি তুমি ঈশ্বৰ বুলি এটি বস্তু বিশ্বাস কৰা, এই সকলো সেই আনন্দময়ৰে দান বুলি লোৱাঁ। যদি জীৱনক মাথোন নিৰীশ্বৰ নৈসৰ্গিক পদাৰ্থ বুলিয়েহে ভাবা, তাতো সেই দ্বিধাহীন গ্ৰহণৰ অৰ্থ পাবা। এজন দ্বিধাতাড়ু বিশ্বাস থকাসকলে আমি ডেকা কালত আবৃত্তি কৰা

ৰবীন্দ্ৰনাথৰ গীত আওৰাওক : 'হে নিঠুৰ, এই কৰেছো ভালো, এমন কৰে, হৃদয়ে আমাৰ তীব্ৰ দহন জ্বালো ... ।' কাৰণ সলিতা জ্বলা-লেহে সি পোহৰ দিয়ে, ধূপ পুৰিলেহে সি সুবাস বাকি দিয়ে। জীৱনত যি কেৱল সুখৰ হংস-ফেনৰ তুলিখনকেই পাইছে, তেওঁৰ যেন কিবা পাবলৈ থাকি গ'ল। ব্ৰাউনিঙৰ ৰাব্বি বেন এজ্ৰাই সেই দেখি জীৱনৰ প্ৰতি থেতেলা-থুতলি খোচা-বিন্ধাকো সুৱাগুৰি তুলি আদৰ জনাইছে। ৰাব্বিৰ এই বাণীয়ে সকলো খুন্দা আৰু খোঁচা সহিবলৈ মনোৰম শিক্ষা দিয়ে- সেই খুন্দা-খোঁচা 'ভাগ্য'য়ে দিয়ক, পৰিস্থিতিয়েই দিয়ক বা মানুহবেপৰা আহক। আমাৰ চাৰিফালৰ এই মানুহ-নাটকৰ কিছু কথা বোধহয় 'নৱজাতকৰ মুক্তি' নামৰ পদ্যটোত মই কৈছো। 'মানুহৰ বং/মানুহৰ ঢং /দেখিযে লাগিছে ভাল : / মানুহ মিতিৰ/বৰ চেনেহৰ/পাতিছে বিহৰ জাল !'— চন্দ্ৰকুমাৰৰ এইআষাৰ কথা তেজেৰে তুমুৰলি মানুহ-হৃদয়ৰ দুঃখাৰ্ত আৰ্তনাদ। সি চৰম। মই মোৰ জীৱনত সেই চৰম লাভ কৰি পোৱা নাই। জীৱনৰ গভীৰ প্ৰশ্নবোৰৰপৰা আঁতৰে আঁতৰেই (পলায়ন কৰি অৱশ্যে নহয়) মোৰ জীৱনে মধ্যবিত্ত নিসৰ্গৰ মাজত গঢ় লৈছে, ৰাজকুমাৰ হেমলেটৰ দৰে জীৱনৰ সমস্যাবোৰ লৈ নিজৰ লগত মই তৰ্ক জোৰা নাই।—

....The whips and scorns of time.
The oppressor's wrong, the proud man's contumely,
The pangs of disprized love, the law's delay
The insolence of office, and the spurns,
That patient merit of the unworthy takes...

ৰাজকুমাৰৰ দৰে জীৱনৰ দুখৰ তালিকা কৰি, whining কৰি, হুমুনিয়াহৰ বিলাস কৰিবলৈ নিবিচাৰোঁ। সকলোবোৰ সংঘাতৰ অভা-

ৰত (জীৱনৰ pi 1ɔrickবোৰনো ক'লৈ যাব।) জীৱন নীৰস হৈ গ'ল বুলি মোৰ কোনো আক্ষেপো নাই।

'হেৰৌ অজলা, মানুহনো কেনেকুৱা ডাইল যন্ত্ৰ পিচিনিজি? শেক্‌ছপিয়েৰৰ নাটক পচিলিহে পঢ়িলি। সেওঁ আকল নহ'ল।'— বিষমত পৰি কেঁকাওঁতে পৰম হিতৈষী বৃদ্ধজনে তৰ্জন কৰে তৰ্জনী তুলি। তেও বুলি জানো মানুহক বিশ্বাস কৰিবটো এৰি দিব পাৰি? তেতিয়া হ'লে দেখোন নিজকৈকে চোভা হ ব! শতুকক বৰপীৰা পাৰি বহুৱাই নিজেই খালত চু'চৰি খ্যাণা। তেল-পৰি-পিছল তামুণ্া-পীৰাখনৰপৰা মিতুৰসকল হুঁহকি-পিছলি থকা চোৱা-টোওতো জীৱনৰ এক দেখা, এক দৰ্শন। শেক্‌ছপিয়েৰৰ চৰিত্ৰ-বোৰৰ জীৱন্ত ৰূপৰ কি মহিমা। তোমাৰ 'পহুলিত গোদ্ধাইছে মধুৰি' বুলি হুচৰি-কীৰ্তন গাই গৈ গজপুৰীযাৰ ঘৰত গেলা লাওপানী ধৰি তোমাৰ পানী শৰাধ এবুৰিমান কৰিব পৰাটো জানো কম বিচক্ষণতাৰ পৰিচয়? তাত তুমি আনন্দ নাপাই কৰিবা কি? জীৱনৰ সেয়ে শিক্ষা। তাকে পাইছো।

জীৱনটো ট্ৰেজিক নাট হোৱাতকৈ গাঁও উন্নয়নৰ প্ৰতিবেদন হ'লেও দেশৰ-দহৰ কামত লাগে। ক্ষুদ্ৰ জীৱনৰ ক্ষুদ্ৰ সংঘাতবোৰে মোক দেখা নিদিয়া নহয়। তাৰ ভিতৰত নিজৰ শৰীৰৰ লগতে বিমানখন যুঁজ কৰি চিৎভোলোঙা খাই পৰি মাবল ঘৰৰ মাৰলি লেখিছিলো। কিমান বৰ বৰ স্বপ্ন নিবলে চূৰমাৰ হৈছিল, তাৰ লেখ নিদিওঁ।

শেহৰ হস্তিনাপুৰত লগাখন্ বণ কুৰুক্ষেত্ৰই হ'বলৈ ধৰিছিল। সেই যুদ্ধত বাগি দি সাৰি আছি নতুন জীৱন আৰম্ভ কৰে যেতে বন্ধুসকলে খিয়দুঙা দ্ৰিয়াত সহায় কৰিছিল। সেই সময়তে মেৰতলিৰপৰা সাঁচতীয়া কড়ি কেইটামান উলিয়াই মোৰ আত্মু

জীৱন মোৰ লেখাবোৰ জীয়াই ৰাখিবলৈ তেওঁলোকৰ হাতত দিছিলো। তেওঁলোকে ‘ডক্টৰ মহেশ্বৰ নেওগ প্ৰকাশন ন্যাস-পৰিষদ’ নামত সজ্জীভূত হৈ লগে লগে কাম আৰম্ভ কৰিছিল। মাৰ সুখৰ পাৰ নাই যে তেওঁলোকৰ দয়াময় কাৰ্যই আজি প্ৰথম গুটি ধৰিছে প্ৰথম খণ্ড (ছখন কিতাপৰ সমষ্টি) ‘মহেশ্বৰ নেওগ ৰচনাৱলী’’ ছপাশালৰ-পৰা ওলাই আহিছে।

"কোনোবাই কোনোবাই ধেমালি কৰিয়ে কয় নে গহীনতে কয়, মই হেনো এটা অনুষ্ঠান। কথাটো অনুবীক্ষণৰ কাচখনৰ পোহৰত চাব লগীয়া। যদি সি সঁচা হ’বলৈ হ’ল, তেতিয়া হ’লে এবুৰি একুৰি অনুষ্ঠানে মই-অনুষ্ঠানক কেনেকৈ গঢ়িলে সেইটো ডাঙৰ কথা। অধ্যাপক বিৰিঞ্চিকুমাৰ বৰুৱাই এমেৰিকাৰপৰা লিখা ‘ডক্টৰ বৰুৱাৰ চিঠি’ৰ এখন চিঠিত লেখিছে—“ডক্টৰ নেওগ অকলেই একুৰিজন, মই তেওঁৰ কি সহায়-সাৰথি হ’ম।” বৰুৱাদেৱৰ আশীৰ্ব্বাদৰ এই মথুৰা-পাগৰ ভৰত মই কুঁজা হৈ পৰিছো। কিন্তু এটা কালৰপৰা তেওঁৰ বাণী সত্য যেন পাইছো—এটাই একুৰি এটা উদ্দেশ্য খেদি মেথিউ আৰ্নল্ডৰ sick hurry and divided aim লৈ লৈ মই Jack of all trade, master of none হৈ পৰিছোনেকি!

মই জীৱনৰ বহুতবোৰ সৰু-বৰ সমস্যাৰ সমাধান দেখা পাইছিলো কৰ্মত। নিজৰ ভিতৰখনৰ বিকাশ যদি বিচাৰোঁ, তেনে ধৰিব লাগে কামত। জীৱনৰ দুখ যদি জয় কৰিব লাগে, অস্ত্ৰ হ’ল কৰ্ম। জীৱনৰ pinprick, খোঁচা-বিন্ধাবোৰ যদি তুচ্ছ কৰিব লাগে, নিজকে পাহৰি এৰি দিয়াঁ কামত। দেশৰ প্ৰতি যদি একলব্য আনুগত্য ৰাখিব লাগে, তেনে কৰ্ম-দ্ৰোণাচাৰ্যৰ মূৰ্তি ধ্যান কৰি বহি যোৱাঁ। যদি কাৰবৰ আনন্দজনক সুখৰ বাটৰ সন্ধান দিব লাগে, নিজেও ধৰাঁ কাম, তেওঁ ধৰক কামত। কৰ্মতকৈনো বাৰু আৰু কি ধৰ্ম আছে? এটা পৰিস্থিতিত তোমাৰ যিটো বাঞ্ছনীয় আচৰণ, সেয়ে তোমাৰ

কৰ্তব্য অৰ্থাৎ ধৰ্ম, গীতাৰ ভাষাত 'স্বধৰ্ম।' সি অতি পবিত্ৰ আৰু উদাত্তকাৰী। তাৰপৰা তোমাৰ বেঙ্ক-বেলেঞ্চ নাথাকিলেও কথা নাই কাৰণ স্বধৰ্মে নিধনং শ্ৰেয়ঃ। কৰ্ম সদায় জাগ্ৰত। আজিৰ তোমাৰ কৰ্মৰত অৱস্থাৰপৰা ভুঁইকঁপৰ দৰে কোনোবা গড়ৰ্গাঁও পাবগৈ তাৰ শিপা। কৰ্মক কৰ্মৰ বাবে ভাল পোৱাটো আমাৰ নিজস্ব অধিকাৰ, নিজস্ব আনন্দ। তাৰ ফল আশা কৰি থকাটো হ'লে বৰ দুখকৰ দেই। সেই বাবে যিটোতহে তোমাৰ অধিকাৰ, তাৰপৰাই আনন্দৰ মৌ-ৰসকণ চেপি চেপি খাই থাকাঁ। ফলটো যদি কৃপণ হয়, কিনো কৰিবা আৰু! মই বোধ কৰোঁ কাম কৰিয়ে ভাল পাওঁ, কামবোৰো ভাল পাওঁ, তাতে আনন্দ। কোনোবাই শুই ভাল পায়, পাওক। সি তেওঁলোকৰ আনন্দ। 'পি পু ফি শো' বহুতৰে জীৱনৰ হেনো মন্ত্ৰ।

দুটা বিশ্ববিদ্যালয়ৰপৰা মই কামৰ শেহত অৱসৰ পাইছো। এইদৰে দুবাৰ retired, অৱসৰপ্ৰাপ্ত হ'লেও এতিয়াও tired, ক্লান্ত হোৱা নাই। হ'লে যেন নচলিব। আৰু বহুত বহুত মোলৈ যেন কাম বৈ আছে। বন্ধুসকলৰপৰা কামৰ কৰ্মাইচ পালে সেই কথা-টোকেই মনত লাগে বৰ। অসীম জ্ঞানৰ অধিকাৰীজনে যেতিয়া নিজকে সাগৰ-পাৰত শিলগুটি বোটলাজন বুলিহে কয়, মইনো নিজকে কি বুলিম? কোৱোকা পুখুৰীৰ পাৰত লেধাই-শামুক খুঁটি ফুৰাটো? গতিকে ভাগৰ লাগিলেনো কেনেকৈ হ'ব? 'done little, undone vast' লৈ বহি আছো 'অকৃত কাৰ্য, অকথিত বাণী'ৰ বেদনাত। তাতেই আকৌ মোৰ কৃতী ছাত্ৰী এগৰাকীয়ে চিঠিত লিখি থাকে, 'ছাৰ, আপুনি আধুনিক যুগৰ এজন সাধক!'. কি বোলে, কণা ল'ৰাৰ নাম পদ্মলোচন! সাধক হ'বলৈ কমখন সাধি সাধি সাধিব লাগে জানো, মোৰ আই! আন নালাগে শিক্ষক হৈ পঢ়ুৱাই পঢ়ুৱাই কিমানক মানুহ কৰিলো? কৰিলোনে? 'সিদ্ধিৰত্ন' বুলি কিমানক পাঠ দি দি দুটা-তিনিটাকৈ বিলাতী আখৰ দান

কৰিলো—এম্. এ ,পি. এইচ্. ডি.। কিন্তু সেই আখৰকেইটাৰ ওজনৰ পাণ্ডিত্য জানো দিব পাৰিলো আটাইকে? কেইজনমান বাৰু পালো জ্ঞানৰ উজ্জ্বল উচ্চ সভাত সভা-শুৱনী (সোহসৌ পুত্ৰঃ যঃ....) কৰি প্ৰাণ জুৰোৱাকৈ সঙ্গী-ৰূপে? পালো। কিন্তু এবাটি শাকত এটা জালুকৰ পৰিমিতহে হ'বলা। সেয়াৰ লেখ ল'বলৈ এযোৰ আঙুলিৰ পাৰেই নালাগে। এম্. এ. মহলাত উঠিবলৈ ধৰাসকলক মই বাৰম্বাৰ কওঁ. 'বোপাটি, আইটিহঁত। তোমালোকৰ অধ্যয়নৰ জীৱন এতিয়াহে আৰম্ভ হৈছে কি হ'বই। তেওঁলোকে কিন্তু সিমানতে ডিগ্ৰিটো পিঠিৰ পাছত লগাই ফলি পুথি ধোঁৱাচাঙত তোলাৰহে আয়োজন কৰে। পি. এইচ্. ডি. ডিগ্ৰি পালেযে "বিদ্যাৱতী" নাটৰ কালিদাসৰ দৰে সৰ্ব সাধনাৰ যেন সিদ্ধি লাভ কৰিলে! মই কওঁ, ডক্টৰ হ'লেই সকলো বাণীকান্ত কাকতি নহয়। ডক্টৰ নোহোৱা হ'লেও বাণীকান্ত অধ্যাপক পি. চি. ৰায়ৰ 'বিৰল বাণীকান্ত' হৈ থাকিলহেঁতেন। ডক্টৰেটৰ থিছিছখনেই 'জ্ঞান-সাগৰৰ দুই পাৰ' নহয়। বৰং সেইখন নিয়মবিজ্ঞানৰ (methodology) প্ৰাথমিক প্ৰয়োগৰ আখৰা মাথোন। থিছিছ এখনক গ্ৰন্থত পৰিণত কৰিবলৈ বহুতো বাকী বৈ যায়। তদুপৰি, পৃথিৱীৰ বহুত বিশ্ববিদ্যালয়ত থিছিছবোৰক তিনি শ্ৰেণীত ভাগ কৰি ডিগ্ৰিৰ লগতে তাক ঘোষণা কৰা হয়—প্ৰথম, যেনে আছে তেনেই প্ৰকাশ কৰিব পৰা থিছিছ; দ্বিতীয়, কিছু বা বিস্তৰ সংশোধনেৰে প্ৰকাশযোগ্য কৰিব পৰা থিছিছ আৰু তৃতীয় শ্ৰেণীত প্ৰকাশৰ কথা ভাবিব নলগা অযোগ্য থিছিছ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ মানস্বীকৃত এই শ্ৰেণীবিভাজন প্ৰয়োগ কৰিবলৈ খুন্দিয়াই থকা হৈছে। কেতিয়াবাৰপৰা কৰ্তৃপক্ষই হয়তো গাত লাগি নিয়মটোত ধৰিব। থিছিছ প্ৰকাশ কৰিবলৈ অনুমতি দিওঁতে বিশ্ববিদ্যালয়ে আগ-গুৰি গুণিহে দিব লাগে; কাৰণ এথন থিছিছ দেখিলেই ডিগ্ৰি দিয়া বিশ্ববিদ্যালয়টোলৈ সম্মানৰ

ভাব হ'ব লাগে। নহ'লে শিক্ষাই 'আগ কণা, গুৰি কণা, খাগৰি কাটিলো তিনিকনাহে' হয়। লিখিছ পৰীক্ষাৰ দ্বিতীয় অধ্যায় জীৱন্ত পৰীক্ষাৰ্থীজনৰ মাতেৰে পৰীক্ষা (viva voce test) অনেক সময়ত 'আভাস মাত্র চিন দৰশোৱা'ৰ নিচিনা কথা হয় আৰু পৰীক্ষক-সকল পৰীক্ষাৰ্থীৰ ওপৰত কঠোৰ হোৱাৰ বেলা আৰু তেতিয়া নাথাকে। এই সকলোবোৰ ভাবিলে যিসকলে আমাৰ কীৰ্তিৰ ধ্বজা লৈ ফুৰে, সেই ডক্টৰসকলৰ সেই পতাকা দাঙি ধৰি ফুৰিবৰ শকতিৰ কথা ভাবিব লগীয়া হয়। সেইহে আজি-কালি শিক্ষাবিদ বোলা শ্ৰেণীৰ লোকে ডক্টৰোত্তৰ কৰ্মলৈহে দৃষ্টি দিয়া হৈছে।

ঘূৰি ঘূৰি মনত পৰে, তাহানি সুনীতি বাবু, কাকতি ছাৰ, ভূঞা ছাৰ, এইসকলক মোৰ obstinate questionings লৈ লগ পালেই কিমান আমনি দিছিলো। সেইবোৰৰ তুলনাত আমি পঢ়ুওৱা শিশু-ছনালসকলে আমাক একো প্ৰশ্ন-ট্ৰশ্ন নকৰি কিযে অময়া সুখত ৰাখিছে, ভাবিলেও ভাল লাগিবৰ কথা নহয়নে ?

মোৰ শিক্ষা-গুৰুসকল, পূৰ্বসূৰীসকল এতিয়া স্বৰ্লোকৰ লোক। কিন্তু তেওঁলোকৰ 'পদ-নখ-চন্দ্ৰ-প্ৰকাশিত' সাধনাৰ ৰাঙলী ৰাজআলি পৰি আছে। তেওঁলোকৰ জ্ঞানানুসন্ধানত কেৱল জ্ঞানস্পৃহাই নাছিল। এক গভীৰ দেশ-প্ৰেমে তেওঁলোকৰ কৰ্মক ভেজি আছিল। তেওঁ-লোকৰ জ্ঞানে দেশখনক বৰ কৰিবলৈ প্ৰয়াস কৰিছিল। অৱশ্যে সমস্ত ভাৰতবৰ্ষতে সেই প্ৰেমময় জ্ঞানৰ আদৰ্শ প্ৰসাৰিত হৈছিল। অকল সেয়ে নহয়। 'পশ্চিমে আজি খুলিয়াছে দ্বাৰ, সেথা হতে সবে আনে উপহাৰ।' পাশ্চাত্ত্যৰ বৈজ্ঞানিক অনুসন্ধানৰ প্ৰক্ৰিয়াৰ আমাৰ ভাৰতত, আমাৰ অসমতো প্ৰয়োগ হ'ল। এনে 'জ্ঞানাঞ্জন-শলাকয়া' আমাৰ 'চক্ষুৰুন্মীলিতং' হৈছিল। আমি সেই বৰেণ্যসকলৰ নিৰ্দিষ্ট পথেদি আগ বাঢ়িবৰ যত্ন কৰিছিলো। এডৌ-ৱাৰ্ড গেইটেই হওক বা পদ্মনাথ বিদ্যাবিনোদেই হওক, লক্ষ্মীনাথ বেজবৰুৱাকে বৌলক বা হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱাকে

বোলক, ডক্টৰ ভূঞাকে ধৰক বা ডক্টৰ কাকতিকে, এই মহানসকলে কাক-বাঁহৰ একোটাৰ জোৰ জলাই আমাক যি ৰাজপথ দেখুৱালে, সি আজিও তৰ্‌ৰবাই আছে। সেই বৰআলিৰ বাটকৱাহে ৰব সবহ নহয় বা সেই পক্কত খোজ দিয়াসকলৰ খোজবোৰো বাটকটীয়াসকলৰ সমানেই গমহগমহীয়া নহয়। অসমৰ অতীত লৈ কৰিব লগীয়া কাম অলেখ পৰি আছে। লাগে মাথোন আমাৰ বহুতবোৰৰ দৃষ্টি-শক্তি, কৰ্ম-শক্তিৰ বল।

মোক এজনে প্ৰশ্ন কৰিছিল, অসমৰ সংকীৰ্ণ সীমাৰ মাজত আবদ্ধ হৈ থাকি (মোৰ পি. এইচ্. ডি. থিছিছ কিম্বা সংস্কৃত "হস্তমুক্তাৱলী" বা "ভক্তিৰত্নাকৰৰ" সমীক্ষিত সংস্কৰণত প্ৰদৰ্শিত শক্তি থকাতো) মই কিয় সৰ্ব-ভাৰতীয় বিষয়ত বিশেষ জ্ঞানৰ কাৰ্য কৰা নাই। প্ৰথম কথা, অসমৰ বিষয়বোৰত গৱেষণাৰ কাম কৰিলেই দেখোঁ সৰ্বভাৰতীয় কাৰ্য হ'ব। দ্বিতীয়তে, বহল ভাৰতীয় ক্ষেত্ৰত কাম কৰা গুণী লোক যথেষ্ট ওলাইছে বুলি ক'ব লাগিব। কিন্তু তৃতীয়তে অসমৰ অতীত উদ্‌ঘাটন কৰা পণ্ডিতৰ সংখ্যা কম, একাণপতীয়াকৈ কৰাজনৰ সংখ্যাযে নগণ্য। সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ সুকুমাৰ কলা শাখাৰ সভাপতি হওঁতেও মই অসমৰ ঐতিহ্যৰ কথাহে বিৱৰিছিলো। অসমতত্ত্ব-বিষয়ক গৱেষণাৰ ক্ষেত্ৰই ব্যস্ত ৰাখিব পাৰিব, এনে বহুত পণ্ডিতকে আমাৰ লাগে। ভাৰতবৰ্ষৰ ইতিহাসৰ কথা লিখোঁতে অসমৰ কথা এৰি যোৱাটোৱেই প্ৰায় সিদিনালৈকে নিয়ম আছিল। লাহে লাহে অসম এনে ব্যতিক্ৰমৰপৰা আঁতৰি নিয়মৰ ভিতৰলৈ সোমাবলৈ ধৰিছে। তেনেস্থলত আমি ৰহি থাকিমনে? বাহিৰৰ বহুতো বৰেণ্য পণ্ডিতে আমাৰ অতীতত উজ্জল হাত বুলাইছে। ই জানো কম সুখৰ কথা?

অসমৰ কলা-বিদ্যাবোৰৰ বিষয়ে আধুনিক দৃষ্টি আৰু পদ্ধতিৰে লিখা লোকৰ লেখ এতিয়াও আঙুলি-মূৰতে ৰয়। ভয়ে ভয়ে

তাহানিতে এই ক্ষেত্ৰতো প্ৰৱেশ কৰিছিলো। কিন্তু এই বিষয়ে বাহিৰৰ কলাভিজ্ঞসকলে ইমান কম জানে (আমাৰো জনাৰ মাত্ৰা তাতকৈ বিশেষ অধিক নহয়) যে মোৰ লেখাবোৰ সিসকলে অতি আগ্ৰহেৰে গ্ৰহণ কৰিছিল—মই বাহিৰত কি কৰিছো-নকৰিছো, সেইটো অসমত জনা হোৱাৰ পূৰ্বেই। তাৰ পাছতহে গীত-নৃত্য-চিত্ৰ-আদি-বিষয়ক প্ৰবন্ধকেইটা আৰু কিতাপৰ বিষয়ে বন্ধুসকলে জনা হ'ল। এই ক্ষেত্ৰতযে আমাৰ অকৃত কাৰ্যৰ পৰিমাণ অতি প্ৰচুৰ! ইফালে তাৰ বিষয়ে জানিবলৈ কলা-জগতখন উদগ্ৰীৱ হৈ বৈ আছে।

অসমৰ সঙ্গীত-কলাৰ ৰক্ষাৰ অৰ্থে নমুনাৰ নিচিনাকৈ এটি সৰু অনুষ্ঠান কৰিলো গুৱাহাটীৰ কেইজনমান গুণী লোকৰ লগ লৈ। তাৰ হৈ এই সাধুৰ মধ্যতে মই ছবা হুমুনিয়াহকেইটা আপোনালোকে শুনি আছে। পঞ্চনদৰ দেশৰপৰা নানা ধ্যান-ধাৰণা লৈ ঘূৰি আহি অনুষ্ঠানটোক কৈছিলো, 'আজি ভাৰতৰ কলা-জগতৰ বৰ ভাল দিন-কাল পৰিছে। আমিও সজ সজ অনুষ্ঠানৰ আৰ্হিত নিজকে গাঢ়োঁ, ধৰোঁ। আমাৰ গীত-পদ, নাচ-বাগ, বাদ্য-বাজনা চাবলৈ-শুনিবলৈ মানুহ খেদি-কুৰি আহিব—ভাল সংগ-মেৰে এনে কৰোঁ। কিন্তু গছৰ আগতহে যেন কথা ক'লো! এজন বন্ধুৱে ক'লে, 'আজিৰ মানুহে পইছাহে বিচাৰে; আৰ্ট ক'ত বুজিব? আৰ্টো পইছাৰ দাসী হ'ব লগীয়া হৈছে।' কিন্তু মহাপুৰুষৰ প্ৰসাদ সংস্কৃতি-লখিমী-থোকাক তেওঁলোকে কোনটো চকুৰে চায়? তাতো Time's out of jointনেকি? এইবোৰ দৃষ্টিৰপৰা মোৰ জীৱনৰ কথা চমুৱাই ক'বলৈ হ'লে শোক লগাহে হ'ব। নকওঁ আৰু।

আজি আমাৰ প্ৰমূল্যবোৰৰ নিদাৰুণভাৱে পৰিবৰ্তন ঘটিছে। আমি এসময়ত যি simple living and high thinkingৰ বহুত দাম দিছিলো, তাৰ একেবাৰেই মূল্যহ্ৰাস, devaluation হৈ গ'ল।

চাৰিওফালৰ জগতখন আন কোনোবা ফালে হো হোকৈ গুচি গ'ল। এখন চুৰিয়া, এটা কামিজ গাত আঁৰি আমি ইয়াতে পৰি থাকিলো। যেন পৰিপাৰ্শ্বৰ লগত অপ্ৰাসঙ্গিক এক অস্তিত্ব। মোৰ এজন পুৰণি কৃতী ছাত্ৰই কৈছিল, 'ছাৰ, চুৰিয়াখন পিন্ধি ওলাই গ'লে ৰিক্শাৱালায়ো ৰিক্শাত তুলিব নোখোজে।' শেক্স্পিয়েৰৰ এটা চৰিত্ৰই আন এটাত গালি পৰাৰ দৰে আধুনিক জীৱনক ক'মনেকি— A tailor made thee? মানুহৰ ঠাইত আজি তেনেহ'লে মেমনৰ পূজাহে হয়। হওক। সিও সাৰ্থকভাৱে হ'লে দেখোন হয়। তাৰ মাজত অসমীয়া সংস্কৃতি বুলি এটা ডাঙৰ আৰাও শুনা গৈছে। সি আৰাৰেই নে সংস্কৃতিও? অসমীয়া সংস্কৃতিনো কিহত বৰ্তি আছে? জীৱনৰ প্ৰমূল্যত? খোৱাত-বোৱাত? পিন্ধাত-উৰাত? গোৱাত-বাজনাত? নে আন এশ এটা সংস্কৃতিৰ পদাৰ্থত? কোনটো বিন্দুত অসমীয়া সংস্কৃতিক ৰাখিম? আমাৰ বিষ্ণুপ্ৰসাদ ৰাভাদেৱে তেওঁৰ swan song বা মহাপ্ৰাস্থানিক গীতত এআষাৰ কথা লিখিছিল বোলে, তেওঁৰ হেনো কল্যাণ খৰমান গাবৰ পৰ হ'ল। আধুনিক শিক্ষিতসকলে এনে ভাষা বুজি নাপায়। ইউৰোপত বিথফেনৰ ছিম্ফনি নুবুজাসকলক সংস্কৃতি-সম্পন্ন লোক নুবুলিব। আমাৰ শিক্ষিতজনে কল্যাণ খৰমান বুজিব, দূৰৰ কথা, তাক খায় নে কাণতে পিন্ধে, তাকো জনাৰ প্ৰয়োজন বোধ নকৰে। তেওঁ কোন সংস্কৃতি ৰাখিব, তাকে শুণো। সিদিনাখন আসাম একাডেমি বোলা অনুষ্ঠানৰ প্ৰকাশন Modern Assamese Life and Cultureত এটা প্ৰবন্ধেৰে অসমীয়া সংস্কৃতিৰ ছবি আঁকিবলৈ গৈযে কি বিপদত পৰিছিলো! নেতি, নেতি দেখোন! নিজে যি বুজোঁ, তাকেই লেখোঁ। তাত কোনো কিন্তু আক্ষেপ নাই।

আজিৰ মূল্যবোধত যেতিয়া চুৰিয়াখনৰ বেচ হেৰাই যায়, ঠেঙাটোৰহে দাম চৰে, তেতিয়া মূল পদাৰ্থ মানুহটোৰ স্টাৰ্লিং মূল্য ক'ত ৰয়গৈ? আদৰ্শৰ 'কৌপীনৱন্তঃ খলু' ক'ত ৰয়গৈ? মই পটিআলাৰ পৰা ঘূৰাৰ পাছত শ্ৰদ্ধেয় অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাক তেওঁৰ জন্মদিনৰ ওলগ জনাবলৈ গৈ কাষৰতে ৰহিছো। জীৱনৰ নতুন পৰিৱেশলৈ আঙুলি টোৱাই হাজৰিকাই এটা চঁক খুউৱা কথা ক'লে, 'আজি-কালি মানুহে-মানুহে মৰম কমিছে। নেওগ মোৰ একেবাৰেই কাষতে বহি আছে। মোৰ ইচ্ছা গ'লে এখন ভোজালিৰ তেওঁৰ বুকুত বিনা দ্বিধায় সুমুৱাই দিব পাৰোঁ।' জীৱনৰ পৱিত্ৰতা আৰু প্ৰমূল্য ইমানেই নোহোৱা হ'লনে? জীৱনৰ মূল্য হেৰালে মৃত্যুৰ মূল্য বাঢ়ি যায়। ভাগ্যে আমি 'কৌপীনৱন্তঃ' হৈ নিজকে ৰক্ষা কৰিছো। আগৰ 'চেনেহা-চেনেহি', আগৰ 'মিতিৰৰ সোৱাদ লৈ ফুৰা'—এইবোৰ সাধুকথাতকৈও অলীক হ'লনেকি?

মোৰ এই কাহিনীৰপৰা কোনোবা প্ৰাণীৰ ক'ৰবাত কেনেবাকৈ উপকাৰ হ'লে ৰং পাম; কোনোবাই ইয়াত কিবা বতৰা পালেও ভালৰে কথা হ'ব; দেশৰ-দহৰ, সাহিত্য-সংস্কৃতিৰ কামত অহা কিবা ইঙ্গিত বিচাৰি পালেযে মোৰ কামৰ কাম হ'ল বুলিয়ে ভাবিম।

ভাল সাধু হ'লে বোলে তাৰ ভাল নীতিশিক্ষাও থাকে। বেয়া সাধু হ'লে তাৰপৰা পাবলৈ কি থাকিল? আজি-কালিনো নীতিশিক্ষা বিচাৰে কোনে? আমাক ক-খ শিকোৱা যোগধৰ পণ্ডিতৰ চিটিপনি এচাৰিডালো আজি গ'ল। টিকনি লৰাই লৰাই কথা কোৱা পণ্ডিতৰ 'মা ক্ৰুয়াৎ','মা কুৰ্যাৎ'সোপাও গ'ল। তাৰ বাবে হুমুনিয়াহ ছাৰি লাভ?

মোৰ সাধু শেহ হৈ আহিছে। 'জীৱনৰ যাৰ শুকান বালিত/ ধূলিৰ বাহিৰে/নাছিল একো চিন', তাৰ সাধু। সি আৰু আন কি হ'ব?—'সাধু, সাধু, সাধু। খায় কঁঠালৰ বাহু।' জোনাকী-পাটীৰ আইতাই সেই দেখি কৈছে, এতিয়া আৰু সাধু শুনাসকলৰ 'কাপোৰ-কানি ক'লা পৰিল, সকলো ঘৰা-ঘৰি গ'ল।'

ওপৰঞ্চি ঃ শিৰোনামাবোৰৰ বিষয়ে টোকা

১. 'কমাৰকদীয়া ! এই / সক গাঁওখনি মোৰ / ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ভাণ্ডৰণ ;/ ইয়াতে এদিন মোৰ / কোনোবা শেৱালি ৰাতি / যৌৱনৰ ধীৰ জাগৰণ।'—'মোৰ গাঁও', ভিম্বেশ্বৰ নেওগৰ "ইন্দ্ৰধনু"

১০. 'দিহাৰ সাঁকো / ভাগোঁ ভাগোঁ / হেত্তামাৰিও নাই।' —আনন্দচন্দ্ৰ বৰুৱাৰ গীত।

১১. 'প্ৰাগজ্যোতিষে পুৰে পুণ্যে / ৰবেণ্যো ৱিদুষাং মণিঃ।'—সুনীতি-কুমাৰ চট্টোপাধ্যায়, 'অধ্যাপকশ্ৰীমহেশ্বৰনিয়োগপ্ৰশস্তিঃ'। ওহালি ৩৪ৰ শেহত চাওক /

১২. 'পঢ়িবে পুস্তক গুৰু-গৌৰৱ-সভায় ।'—পীতাম্বৰ কবি, 'উষা-পৰিণয়।"

১৪. 'শঙ্কৰ গুৰু আমাৰে / জগদ্‌গুৰু আমাৰে, / লুকাই আছা / দেখা নেদা / মণিকূটৰ ভিতাৰে।' —লোকগীতি।

১৯. 'ফুলেশ্বৰী অ' আই ফুলৰে বৰণ, / আই ফুলৰে বৰণ।' —আইনাম।

৩৫. 'প্ৰকৃতি-পৰশ-ৰসে অমল কমল / চঞ্চল হৃদি জলে ঢালে পৰিমল।'—মিত্ৰদেৱ মহন্ত অধিকাৰৰ গীত 'চিৰচেনেহী মোৰ ভাষা-জননী।'

৩৬. পৃথিৱীত 'ক'তো বিচাৰি নোপোৱা / জনমটো কৰিলেও পাত।—'অ' মোৰ আপোনাৰ দেশ' —লক্ষ্মীনাথ বেজবৰুৱাৰ গীত।

৪২. 'জিলিকাব লুইতৰে পাৰ।' —ড' ভূপেন হাজৰিকাৰ গীত।

৪৫. 'এইবাৰ হক যাত্ৰা আৰম্ভণ / অনন্ত পথৰ যাত্ৰা।' —'নৱজাতকৰ মুক্তি', মহেশ্বৰ নেওগৰ 'সঞ্চাৰিণী দীপশিখা।'

৪৬. 'গগন মে থালু ৰবি চন্দু দীপক বনে তাৰিকা মণ্ডল জলক মোতী / ধূপু মলআনলো পৱনু চমৰী কৰে সগল বনৰাই ফুলন্ত জোতী ।। কৈসী আৰতী হোঈ ভৱখণ্ডনা তেৰী আৰতী । অনহতা সবদ বাজত ভেৰী ।।"—গুৰু নানকদেৱৰ বাণী । ৰবীন্দ্ৰনাথৰ অনুবাদ : 'গগনের থালে রবি চন্দ্র দীপক জ্বলে, / তারকামণ্ডল চমকে মোতি রে / ধূপ মলয়ানিল, পবন চামর করে. / সকল বনরাজি ফুলন্ত জ্যোতি রে / কেমনে আরতি হে ভবখণ্ডন, তব আৰতি— / অনাহত শব্দ বাজন্ত ভেরী রে ।।' (ব্রহ্মসঙ্গীত ২) ।

৪৭. 'পিৰ দেখন কী আস কাগা····আস মৈনূ পিৰ দেখন কী···· ।' —পঞ্জাবৰ ছায়াবাদী কবি শেখ ফৰীদৰ গীত (প্ৰিয়জনক দেখিবলৈ আশা, কাউৰী; মোৰ আশা প্ৰিয়জনক দেখা পাবলৈ ।) লক্ষ্মীনাথ বেজবৰুৱাৰ অনুবাদ, হেৰ কাউৰী, মোৰ সেই মেল খাই থকা চকু দুটি তই নেখাবি, কাৰণ মোৰ প্ৰিয়তম উভতি আহিলে সেই দুটিয়ে তেওঁক আকৌ এবাৰ প্ৰাণ ভৰি দেখিবলৈ পাৰ' (সভাপতিৰ অভিভাষণ, অসম সাহিত্য-সভা) ।



আই চন্দ্ৰপ্ৰভা নেওগ

Cross Ticket
When Sold

নং ......

গুৱাহাটী বিশ্ববিদ্যালয় পুঁজি

গৌহাটী
বিশ্ববিদ্যালয়
নিধি

GAUHATI
UNIVERSITY
FUND

PRESIDENT,
GAUHATI UNIVERSITY TRUST BOARD.

Rs. 30 Lakhs

গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস-পুঁজি-সংগ্ৰহৰ কুপনৰ নমুনা



বিশ্বভাৰতীত নৱসাক্ষৰৰ গ্ৰন্থ-ৰচনাৰ প্ৰশিক্ষণ
সহ-সঞ্চালক-ৰূপে পাঠ-দান



রোমানিয়ার কন্‌স্টাণ্টা বন্দর



রোমানিয়ার রাজধানী বুখারেস্টের জেনেরেল মাঘেক রাজপথ



নিৰ্জনতাৰ মেল
ৰোমানিয়াৰ টিৰ্গু্‌ জিউ ছহৰত
কন্‌স্টান্টিন ব্ৰাঙ্কুৎসিৰ কলাকৰ্ম



১৯৭৪



উপাচাৰ্য সন্দিকৈৰ লগত বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগ

*from the Principal* EASTHOLME SCHOOL HARLESTON NORFOLK

Telephone HARLESTON 337 ENGLAND

20-XII-60

Dear Dr Neog,

I have been reading over again your kind letter written to us just before last Christmas; with the reprint of your article on Assamese painting and the Youth Festival brochures.

Your activities represent a great deal of work and I feel that you have wonderful enterprise and stamina to undertake them and carry them out with such notable success.

I am finding the headship of a school a very different matter than teaching only; although as it happens I am still teaching almost full-time. But so many varied matters go to the running of the thing: one after another, one is dealing with classes, books, finance, staff,

বন্ধু অধ্যাপক হিন্টন ক্লাকিছৰ চিঠি



হাতৰ কাপ, চিন্তাৰ তোলপাৰ



ৰাষ্ট্ৰপতি শ্ৰীজৈল সিংঘে 'গীত-গোবিন্দ ইন দ্য আসাম স্কুল অব্ পেইন্টিং' উন্মোচন কৰিছে। কাষত ৰাজ্যপাল শ্ৰীভীষ্মনাৰায়ণ সিংহ



পণ্ডিত নেহৰুৰ লগত লেখক অধ্যাপক

# কবিতা

মই প্ৰথম পুৱাৰ পূব দিশ ফালি উঠিলোঁ ৰাঙলী হ'ই।
মই ভাগীৰথী গঙ্গা শিৱৰ শিৰেদি আহিলোঁ বেগেৰে ব'ই
মই অনন্ত নিশাৰ মহাকাশ-ভেদী গম্ভীৰতা-ছন্দ ;
মোতেই কান্দিছে সৃষ্টিৰ বেদনা তৰায়-তৰায় বন্ধ।
মই ওঙ্কাৰ ধ্বনি প্ৰথম প্ৰণৱ সৃষ্টিৰ ত্ৰি-শক্তিৰ,
মই পূত গায়ত্ৰী বেদ-মাতা হ'ই কঁপালোঁ সিন্ধুৰ তীৰ।
মই কুৰু-ক্ষেত্ৰ কঁপা পাঞ্চজন্য-নাদ মাধৱৰ অধৰৰ,
মই প্ৰলয়-নিনাদী গম্ভীৰ টঙ্কাৰ অৰ্জুনৰ গাণ্ডীৱৰ।
মই ভঙুৱা শিৱৰ ধুতুৰা জালৰ উদাসীন ডম্বৰু ;
মই কালকূট পিয়া মহেশ্বৰৰ হুঙ্কাৰ গম্ভীৰ, গুৰু।
মই সৃষ্টিৰ আদিৰ দিগন্ত বিয়পা জলধিৰ কল্লোল ;
মই মহা প্ৰলয়ৰ ৰুদ্ৰ-তাণ্ডৱৰ নিৰ্মম ধ্বংস-ৰোল।

মই যৌৱন-চঞ্চল ডেকা ব'হাগৰ বনৰ কীচক বেণু ;
মোৰেই সুৰত যৌবন-ৰাগৰ উৰিছে ৰূপৰ বেণু।
মই শুকান জেঠৰ মল্লাৰ-ৰাগিণী শুকান বাঁহৰ গাৰ ;
মই শুকান নিশ্বাস আদি যৌবনৰ বিৰহৰ বেদনাৰ।
মই মহা আহাৰৰ মেঘ-মল্লাৰ গাইছোঁ মেঘত উঠি,
মই বিৰহী যক্ষৰ দগ্ধ বিৰহৰ উন্মনা স্তুতি-নতি।
মই শ্ৰাৱণ-বন্যাৰ তাণ্ডৱীয় সুৰ নৃত্য-ৰত লুইতৰ।
মই পবিত্ৰ ভাদৰ উদাৰ ৰাগিণী শঙ্কৰৰ কীৰ্ত্তনৰ।

মই শ্যামলী কালীৰ জিভা ৰঙা কৰা চঞ্চল দীপক সুৰ;
 মোৰ পৰশতে তোৰণে-তোৰণে জ্বলিছে শলিতাবোৰ।
মই দাৱনীজনীৰ বিয়া-নামযাৰ ৰংঘৰ-পথাৰৰ;
মই শুনা-নে-নুশুনা গৰখীয়া নাম যোৱা-ৰোৱা ফাগুনৰ।
মই আকাশ-লক্ষ্মী খলক লগোৱা গদঙ্গৰ মন্দ ৰোল।
মই লাহৰ ডেকাৰ নাচনী ছেৱৰ শিঙা, পেঁপা, বিহু-ঢোল

মই অধম পাপীৰ বেদনা-নিশ্বাস ঃ বাঁটিছোঁ জীৱন ভগ্ন:
মই শত উন্মাদৰ আভুৱা সঙ্গীত নিজেই নিজতে মগ্ন;
মই অনল-শিখাৰে দুৰ্বাসা মুনিৰ বজ্ৰ-কঠোৰ শাপ;
মই মালিনী তীৰৰ শকুন্তলাৰ বিৰহৰ মহা তাপ।
মই দেৱ মহেন্দ্ৰৰ দধীচি-অস্থিৰ বজ্ৰৰ মহা মন্দ্ৰ;
মই বিশ্বামিত্ৰৰ ব্ৰাহ্মণ হ'বৰ তপৰ মহা মন্ত্ৰ।
মই শত জনমৰ সাধনা-লব্ধ দেৱতাৰ মহা বাণী;
মই মধুৰ কৰোঁ নিখুঁত বিশ্ব বিৰাটৰ সুৰ সানি।

১৯৩৮

# কবি

প্রকৃতি' কোলাৰ স্নেহৰ ৰতন, প্রকৃতিৰে মেল পাতোঁ
প্রকৃতিক মই ধেমালিৰ বাবে আদৰে-সাদৰে মাতোঁ।
প্রকৃতিয়ে নিজে জীৱন-জুৰোৱা সুৰৰ অমিয়া দিয়ে;
সেই অমিয়াকে বীণত লগাই মন-প্রাণ হৰি নিয়ে।
প্রকৃতিও মোৰ, ময়ো প্রকৃতিৰ, মৰম-ডোলেৰে গোঁঠা:
প্রিয়া প্রকৃতিৰ চেনেহ-সুঁতিয়ে মাৰোঁ জীৱনৰ বঠা।
প্রকৃতি-ৰূপত মোহ গৈ মই প্রিয়াৰ ছবিটি আঁকোঁ:
বিৰহ-সোঁতৰ ওপৰে বগাওঁ লেহুকা জীৱন-সাঁকো।
প্রকৃতিত দেখি বিৰাগৰ ঢৌ, বজাওঁ বৰাগী-বীণ;
সংসাৰ-ৰূপৰ সুখ, সৰলতা,-- তাৰ হেৰুৱাওঁ চিন।
যৌৱন-কস্তুৰী ফুটিল যিদিনা, জগত আমোল-মোল;
যেনি-তেনি লৰোঁ, নাপাওঁ বিচাৰি স্নেহ-যমুনাৰ কূল।
মৃগতৃষ্ণা খেদি মৰু জগতত মই ফুৰোঁ মনে মনে;
জগত চঞ্চল মোৰেই বীণৰ সুৰ শুনি ঘনে ঘনে।
মোৰ গান শুনি জগতে সোণৰ সোলেঙ্ বিচাৰি যায়
মই নিৰলাত লুকুৱাই হাঁহোঁ মৰীচিকা খেদা চাই।

১৯৩৯

# গাম কিনো গান

বিশ্ব,
গাম কিনো গান ?
ক্ষুদ্ৰৰ সীমাত অসীমক চিনি
ক্ষুদ্ৰ প্ৰেমেৰেই বিশ্বখন জিনি
উথলিব খোজে প্ৰাণ ;
বিশ্ব,
গাম কিনো গান ?

সউ
নিৰ্ঝৰিণীৰ সুৰ
মহাসাগৰৰ প্ৰেমৰ ৰাগেৰে,
মহা অসীমৰ প্ৰাণৰ প্ৰাণেৰে
হই আছে মুখৰিত ;
বিশ্ব-ৰাগ-কীৰিতিত
জলে ক্ষুদ্ৰ ঢউবোৰ ।
সউ
নিৰ্ঝৰিণীৰ সুৰ ।

মোৰ
সেইহে উতলা প্ৰাণ,
অসীম আবেগ সসীম হিয়াত,
অসীমৰ গান সামান্য বীণাত,
অনন্তৰ প্ৰেম মৰ্ত্যৰ সীমাত

উঠিছে-পৰিছে গুঞ্জৰি-গুমৰি,
হিয়াৰ বেদনা সামৰি-সুতৰি ;
বিশ্বৰ সৌন্দৰ্য্যে ক্ষুদ্ৰ চিত্ৰিকাত
তুলিছে নধৰা বান ;
মোৰ
সেইহে উতলা প্ৰাণ ।

মই
সহিছোঁ মূকৰ ব্যথা ;
হিয়াৰ আবেগে হাকুলি-ব্যাকুলি
ক'বকে নোবাৰে কথা ;
ছিগিছে বীণৰো তাঁৰ,
সঙ্গীত-লহৰী নুঠিল উথলি
নাভাগে হিয়াৰ পাৰ,

অনন্তৰ প্ৰেমে হিয়া উকণ্ঠাই
দিলে জলা জুই গাত ;
সেইহে হিয়াও নপৰে শাঁত ।
ভোবোৰা লেখনীটো ৰ ;
বিশ্বৰ মহিমা বোলাব লাগিলে
নুজ্বলিব ৰূপ তাৰ । /
দিঠকৰ পাৰত চুবকে নোৱৰা কতনো মুকুতা লেখোঁ ;
ঢকা-চমকাকে চাবকে নোৱৰা কতনো সপোন দেখোঁ ;
নজলা আখৰে' হিয়াৰ কলিত কতনো কবিতা লিখোঁ
বিশ্ব নধৰা আবেগ-বানেৰে,
বীণ স্তব্ধ কৰা গীতৰ ঢৌৰেৰে,
প্ৰাণ দেৱা-পোৱা অনন্ত প্ৰেমেৰে,
লেখনী বুৰোৱা সৌন্দৰ্য্য-ৰূপেৰে,

ক্ষুদ্ৰ হিয়াক উদ্বেলিত কৰি
ফেনিল ঊৰ্মিৰ দৰে
উঠিছে-নামিছে
বিশ্ব-কথা।
মোৰ
সেইহে অসীম ব্যথা।

বিশ্ব,
গাম কিনো গান?
ৰূপৰ সীমাত অৰূপক চিনি
ব্যক্তৰ সীমাত অব্যক্তক জিনি
উথলিব খোজে প্ৰাণ,
বিশ্ব,
গাম কিনো গান?

১৯৩৮

# গানৰ চৰাই

গানৰ চৰাই মোৰ,
কোন অমিয়াৰ পানী-যুঁৰলিত
কটালিলি সুৰাগী, তই
পাখি দুটি তোৰ ?
গানৰ চৰাই মোৰ।

কোন ৰূপহৰ ঘৰৰ চালত,
বহি ৰূপৰ কাঁচিয়লিত
হিয়াত হিয়াৰ বা লগাই
কৰ হিয়া জুৰ ?
হিয়াৰ চৰাই মোৰ।

কোন ৰূপহীৰ কাজল-বোৰা
চকুৰ পাৰৰ পতাযুৰিত,
পলাশ-গালৰ ৰঙা গৰাত
পখালিলি ঠোঁট ?
তোৰ সি ৰঙা ঠোঁট।

মোৰ দুচকুৰ নোমে-নোমে
আঁকি দিলি সপোন-নেহা ;
মোৰ ওঁঠত সানি দিলি
তিযা ভৰা ঠোঁট
মোৰ পিয়াহ-আকুল ওঁঠ।

গানৰ চৰাই মোৰ,
•কোন উদাসীৰ বীণৰ তাঁৰত
ধৰিলি তই মধুৰা-ছালি ঃ

ৰূপ-সিঁচৰা নাচ ?
মন-বিচৰা নাচ ?

তোৰ চৰণৰ চাবে চাবে
মোৰ বুকু ভাগে ভাগে :
ওৰে ডিঙিত থাপি থাপি
উদাস সুৰৰ সাঁচ
নাচিলি তোৰ নাচ।

গানৰ চৰাই মোৰ,
ৰঙা মেঘৰ পাৰে পাৰে
ৰঙা তৰাৰ চাকি পুৰি
বিচাৰ কাঁক তোৰ ?
বিচাৰ তোৰ ঘৰ ?

মনৰ চৰাই মোৰ,
কত চাকত ঘূৰি-ঘূৰি
কত পথে লৰি লৰি
পাবি জানো সুৰ—
তোৰ আপোন সুৰ ?

১৯৪৩

# অচিনালৈ

মোৰ কবিতাৰ
ছন্দ-ঢউ লাগি,
অচিনা, তোমাৰ
পৰেনে হৃদয় ভাগি ?
মোৰ জীৱনৰ
শত বেদনাৰ
ৰিঙা সুৰবোৰ লাগি
তোমাৰ হিয়াৰ
বেদনা-তন্ত্ৰীত
উঠেনে সঙ্গীত জাগি ?
ভাবিছা চাগ'ই
মোৰ কবিতাই
তোমাৰ অন্তৰ খুলি,
কেয়োডালি তাঁৰ
লিৰিকি-বিদাৰি
দিছেগে' ৰাগিণী তুলি ।
তুমিতো নাজানা
মানৱ হিয়াৰ
বেদনা-বাদ্য
একেটি তানতে বাজে :
বাৰিষা ডাৱৰে
যুগ যুগ ধৰি
একেটি সুৰতে
একে বেদনাতে গাজে ।

মোৰ বেদনাৰ
খণ্ড ঢৌ লাগি,
অচিনা, তোমাৰ
হৃদয় পৰিলে ভাগি,
গাৰুৰ তলত
কবিতাটি গুজি
টুকিবা চকুৰ পানী ;
গোপন অশ্রুৰ
বিলাস চৰাবা
ছন্দৰ হিল্লোল সানি

১৯৩৯

# ৰূপ-ভিখাৰী

তোমাক বিচাৰি দিনটো ঘূৰিছোঁ
নিশাও আজৰি নাই ;
ছাঁটোতে দেখোঁ যʼতে পায তʼতে
কায়াক কʼতনো পায় ;
পুৱাৰ নীযৰ খেদি খেদি ধৰোঁ
মুক্তাৰ লেখীয়া দেখি ;
চকুৰ বিষত চকু-পানী সৰে
ৰঙা-নীলা ভৰা লেখি ।
পদুম পাহিত তোমাক বিচাৰোঁ
পাহি সৰি সৰি পৰে ,
গোলাপৰ ডালে শৰীৰ আঁচৰি
তেজে-তুম্‌ৰলি কৰে ।
কিহৰ ৰঙেৰে, ভাবিলোঁ এদিন,
গোলাপ ৰাঙলী হʼল ;
কোন কাৰিকৰে নীলিম মীনাৰে
ৰঙালে পদুম ফুল ।
ভাবিলোঁ, হয়তো তোমাৰ ভৰিৰ
গোলাপ-কাঁইট লাগি ;
নিজৰ বুকুত তেজৰ কবিতা
কাহানিবা লʼলে আঁকি ।
সাগৰৰ দৰে তোমাৰ চকুৰ
পানী এপিয়লা সৰি ;
মোক চাবলই আছে পাহি মেলি
নীলোৎপল ৰূপ ধৰি ।

ফাগুনীজনীয়ে ইমান নিলাজী !
তৰণি-তৰকুল নাই !
নাচোনৰ লাচতে মূৰ আচন্দ্ৰাই
পাক্ ঘূৰণিবোৰ খায় ।
হাতৰ গাম-খাৰু কাণৰ বৰ-কেৰু
ডিঙিৰ চিপাত্ ধাৰ,
থান্-বান্ হই চিটিকি পৰিছে
কোনে বুজ লয় তাৰ ?
বীণৰ নাল যেন লিচ্-পিচ্ কঁকালৰ
কধনি উফৰি গ'ল :
বুকুৰো ৰিহাখন আঁজোৰত ছিগি
মৰচেওৰা যেন হ'ল ।

খোচোনা মুকলি চিম্‌লাই ঘূৰিটো
বাৰে খহি খহি যায় ;
তথাপি আইটীৰ লাজ বুলিবলৈ
হুচ্ গিয়ানকে নাই
বাৰে বাৰে গ'ই ইন্দ্ৰজিৎ মালতীৰ
খোপা সোলকাই দিয়ে ;
জনীয়া আমৰ টেই-টুকি সঁচা
গান্ধ তেল উৰুৱাই নিয়ে ।

মাধই মালতীৰ খোপাত খামুচি
ডিঙিটি হাওলাই নি ;
কিৰীলি পাৰিছে আমৰ কঁকালত
লগুন-গাঁঠিগছ দি ।

চম্‌পা সোণাই পাট-গাভৰুটি,
নাকটি দীঘল তাইৰ ;

অলপ কথাতে গাল ৰঙা পৰে
লাজে-বিজে আইটিৰ।
চম্পাৰ বুকৰ পানী-গা-মোচা
আঁজুৰি-পিজুৰি টানি;
নিলাজী সখীয়ে আলাসৰপৰা
ধূলি লেটিযায় আনি।

এদিনা সখীক ভালৰি বোলাই
চহ্ দিয়া কথা কই
ৰূপৰ হাউচত নানা দেশ চালোঁ
সমীৰৰ দোলা লই।
ডোক-মোকালিতে নিজান জুৰিৰ
পানী-যুঁৰলিত ৰই;
কোনেনো কেনিনো কলহ ভৰায
চালোঁ তাতে খাপ লই।
কাৰো চকু তাত পৰা নাই বুলি
ৰূপহী গাভৰু আহি,
জুৰিৰ সোঁতত উটুৱাই দিলে
ফুলৰি বুকুৰ পাহি।
উষালি স্নানৰ পৰশন লাগি
যউবন হ'ল ঘন;
ৰসাল জীপাল হ'ল লগে লগে
পৰাণৰ মধুবন।
নিটোল দেহাত ৰিহাৰ পাটলি
পুৰিল লিপিত খাই;
মুয়ো সিমানতে মেলাইনি মাগিলোঁ
ঘনে ঘুৰি জুমি চাই।

তুপৰ বেলিকা আকউ ওলালোঁ
মউ-মাখি এটি হ'ই।
পলাশী সখীৰ সেন্দূৰী বুকুত
শুলোঁগই উম্ লই।
তোমাৰ বতৰা নউ লওঁতেই
ফাগুনীয়ে গাত ধৰি,
যেনি গ'ইছিলোঁ সেই বাটেদিয়ে
আহিল তুনাই ঘূৰি।

এই দৰে কত বিয়লি সাঁজতো,
এফেৰি জিৰণি নাই;
জোনাক নিশাৰ সপোনতো উঠোঁ
বাৰে বাৰে চক্ খাই।
মোৰনো হিয়াত লাগিলেহি ক'ৰ
বলিয়া ধনঞ্জয় বায়ু?
তোমাৰ চিন্তাই পলে-অনুপলে
হৰি নিছে পৰমায়ু।

কত গায়নৰ কম্বু-কণ্ঠৰ
ঘটিকা টিঙত উঠি
তাৰা, অতিতাৰা, উদাৰা, মুদাৰা
সুৰৰ পৰ্দা মথি,
ভৈৰৱ-ৰেপৰা ললিতালৈকে
ৰাগ-ৰাগিণীৰে স'তে;
কত কথা ক'লোঁ বিনালোঁ হাঁহিলোঁ
হৰিষতে বিষাদতে।
কত বায়নৰ উকা আঙুঠিত
আঁকুহি থাকিলোঁ ৰ'ই;

বাদন-যন্ত্ৰীৰ মিজ্‌ৰাফত ধৰি
তাঁৰৰ সাঁকোৰে গই,
বাঁহীৰ ফুটাত কৃষ্ণ অধৰৰ
পোৱাল চুমাটি খাই;
সুৰ-ধুনি সোঁতে পান্‌চৈ এৰি
সুৰ-পুৰ ফুৰিলোঁ চাই।
ৰূপৰ কাঠিৰে সুৰ দেউলৰ
বাহুলী-সঁচাৰ মেলি;
কত থাপনাত তোমাৰ বিগ্ৰহ
চালোঁগ'ই জাৰি-চালি।
দাৰু-পুতলাৰ পংজল কত
ঢোকা-ঢোক্ কৰি পিলোঁ:
তেওচোন হায়! জীয়ন্তে তোমাৰ
এচিকটা নেদেখিলোঁ।

এদিন ভাবিলোঁ কিশোৰী দেহাত
কোনে আহি ক্ৰীড়া কৰে?
নিতম্ব কঁপিলে মেদিনী কঁপায়,
নয়নত তৰা সৰে।
বুকুৰ মাজত কোনে উম্ লয়
যৌৱনৰ মেলা পাতি?
চকুৰ পঁচাৰে হিয়াৰ মাজত
জ্বলায় বিজুলী-বাতি।
ভাবিলোঁ ইবোৰে তোমাৰে ধেমালি,
তোমাৰে ভেলেকী-বাজী;
মোকে ধৰিবলৈ ৰূপৰ চিটিকা,
যৌৱন থ'ইছা সাজি। •

ৰং চাব'লই সেয়েহে হ'বলা
ওৰণিৰ আঁৰ লোৱা ;
তোমাকে চাওঁনে, কামতেই মজো,
লুকাই লুকাই চোৱা।
তোমাৰ ফাঁকতি সকলো বুজিছোঁ :
সেইহে, দূৰতে মই
ৰূপৰ ধেমালি চাই তোমাল'ই
খাপ্ ল'ই আছোঁ ৰ'ই।
তাঁতৰ শালত দীঘ-বাণি ব'ই
ফুলৰ চানেকি চাই ;
ৰিহাৰ কেঁচত মকৰা বাচিছে
মনেৰে আঁচু বোলাই।
সেই শিপিনীক কোনে দিলে বাৰু
মনত ৰূপৰ সাঁচ,
তুমিহে যদিহে নাচনীত বহি
টানি নচলোৱা বাঁচ্ ?
মইতো জানিছোঁ তোমাৰ নিচিনা
শিপিনী বিশ্বত নাই ;
তুমিয়েহে গোঁঠা ফুলৰ চানেকি
গছত পাতত পায়।
কপাহ-ফুলত তুমি পাঁজি বাঁটা
পাঁজি-সেৰা আঙুলিৰে,
অপ্সৰাই চাগে' সূতা কাটি দিয়ে
বতাহৰ যঁতৰেৰে।
লুইতো চাগ'ই জহৰ চেলেং
পানীৰ কলেৰে ৱোৱা ;
হিমে বন কৰা সেউজী-ছকাঠী
জাৰৰ দিনত লোৱা।

তাহানি এদিনা চিত্ৰলেখা নামে
আছিল মোৰেই সখী ;
তাইৰ লেখনী চিত্ৰ-শিল্পৰ
ছালি-ধৰা মৰা পখী ।

স্বপ্নতো নেদেখা ৰূপৰ কোঁৱৰ
সেই লেখনীৰ বশ ।
কাৰ শকতিত এনে মহতালি,
বিশ্ব-বিয়পা যশ ?
তাকো জানো মই চিত্ৰলেখাক
লেখনী তুমিহে দিলা ;
চপৰা-চপৰে মেঘবোৰ দিলা
ৰঙা, হালধীয়া, নীলা ।

নহলে চিত্ৰা কিহৰ শিল্পী
তুমি-শিল্পী যদি নাই ?
ক'ৰ চানেকিৰে ৰূপ দিলে হয়
তুমি-ৰং যদি নাই ?

তোমাৰ হাতুৰী, তোমাৰ বটালী,
তোমাৰে আঙুলি ল'ই,
তোমাৰ মনৰ ছবিৰ নমুনা
হিয়াৰ গুহাত থ'ই,
কত শিলাকুটি' সাজিলে মূৰুতি
দেৱতাৰ, মানবৰ ;
অজন্তা-গিৰিত স্বপ্নে পালে ৰূপ
ৰূপ-দক্ষ ভাস্কৰৰ ।

তোমাৰ নিচিনা ৰাজ-শিলাকুটি
অনন্তৰ দেশতো নাই ;
পৰ্বত-ভৈয়াম ভাঙিছা-গঢ়িছা
হিয়াৰ দাপোণ চাই ।

তোমাক বিচাৰি দিনে-নিশা ঘূৰোঁ
আবেগৰ গীত গাই ;
বিশ্ব বুৰি আছে সৌন্দৰ্য্য-সঁহাৰি ;
বুজিবৰ শক্তি নাই ।
কৃষ্ণ-পখীটিয়ে লেনীয়াই মাতে,
"কৃষ্ণ চোন এয়া চোৱাঁ ।"
সহদেৱে আক মোকেহে সিএগৰে
"সহদেৱ, কি কোৱা, কোৱাঁ ।"
ফুলৰ কাষত গুণ্ গুণ্ কই
কিবা গায় ভোমোৰাই ?
তোমাৰ কথাকে কিজানিবা কয়,
থাকোঁ কাণ উনিয়াই ।
বিহু'তী চৰায়ে পাতে বিহু-হাট
ৰংঘৰ-পথাৰত ;
তাল'ই কিজানি তুমিওবা আহা,
গাৰ হেঙ্কৰাওঁ তৎ ।..
বিহু-মেলা ভাগে ; বিহু-মতলীয়া
পথাৰ নিজম্ পৰে ;
উলাহী মনকো তুমি-শূন্য কিবা
বিষাদে আগুচি ধৰে ।

আগ-চোতালত এহালি কপৌৱে
ঘূৰি ঘূৰি দিয়ে কণ,

খোজ গুৰি গুৰি ময়ো চাই ফুৰোঁ
তোমাৰ বাতৰিকণ।
বিলৰ দুপাৰে চাকৈ-চকোৱা
ৰে-ৰাতি কত কান্দে!
বুকু ভাঙি নিয়া সেই কান্দোনেও
তোমাৰ খবৰ নানে!!

বাহী বিয়া দিনা নিৰলে-নিজানে
দৰা-কইনাই পতা
কাণ পাতি শুনো লাখ জীৱনৰ
বিৰহ-মিলন কথা;
ইমান কথাৰ মাজতো যেতিয়া
উবাদিহ পাবলে' নাই,
তুমিবা কিজানি একেবাৰে নাই!
তুমি সঁচাকৈয়ে নাই?

ৰূপ-ভিখাৰীযে তোমাকেহে পূজে
অৰূপ নামটি দি,
নিৰ্‌গুণ বুলি তোমাকেহে জপে
ত্ৰি-গুণৰ ভিতৰেদি।
জনাজনে বোলে তোমাকে সত্য;
তুমি তেনেহলে আছা?
তুমি হেনো সখা আটক-ধুনীয়া;
সৌন্দৰ্য তুমিয়ে বচা?
কোৱা শুনো তুমি মঙ্গলময়:
চেকা এটি নাই গাত;
পাওঁ বা নাপাওঁ তোমাক সাক্ষাৎ
নিৱেদিছোঁ প্ৰণিপাত।

১৯৪৩

# প্ৰিয়ৰ মায়া

তোমাৰ ইমান দয়া, সখা,
তোমাৰ ইমান দান !
যত অলঙ্কাৰ বুকু ঢাকি থকা
সকলো খহালা স্নেহৰ হাতেৰে
সকলোটি থান্‌বান্‌ !
ইমান তোমাৰ দান ।

ইমান তোমাৰ মায়া, প্ৰিয়,
তোমাৰ ইমান স্নেহ !
আঁচোৰ লগাব ভয়তে হ'বলা
বাহুৰ গুলিয়া, হাতৰ কঙ্কন
মোহাৰি কৰিলা শেহ ।
প্ৰিয়ৰ ইমান স্নেহ !!

ইমান নিঠুৰ তুমি, প্ৰিয়,
স্নেহৰ ইমান মায়া
মোৰযে সৰ্বস্ব তোমাকেই দিলোঁ,
দেহাৰ নৈৱেদ্য তোমাতে অৰ্পিলোঁ,
হীৰা-মৰকত মাটিতে এৰিলোঁ
এৰিলোঁ মাটিৰ কায়া,
দেখিলোঁ তোমাৰ মায়া ।
স্নেহৰ মদিৰা উবাৰি পিয়ালা,
মিলন পিয়াহ দুগুণে বঢ়ালা,

শূন্য সাগৰত আত্মাক এৰিলা,
মায়াময় তুমি এবাৰ পশিলা,
ছায়া আতমাত মাদকতা দিলা
ছায়াই বিচাৰে ছায়া
ইমান তোমাৰ মায়া।

১৯৪১

# আপোন গোপন

তুমিতো নোপোৱা ভাল ·
পালেওবা মোৰ দৰে সৰু হ'ই,
ক্ষুদ্ৰতাৰ মেৰৰ মাজত
মোৰে স'তে একেশাৰী ল'ই,
আবেগৰ করুণ উচ্ছাস তুলি,
ক'বলই লাজ পোৱা 'ভাল পাওঁ' বুলি।
তোমাৰ ৰূপৰ হেনো নাই কোনো সীমা ;
সাতো সাগৰৰ দৰে উজলিছে অনিমেষ
ৰূপ-মধুৰিমা।
ভালেটি হ'বলা তুমি
মোৰ ক্ষুদ্ৰ, সৌন্দৰ্য্য-বিহীন কায়
খেলি-মেলি ৰূপ-সাগৰত
অৱলুপ্ত হ'ই যায় বুলি,
মায়াৰ ওৰণি টানি কৰি থ'লা আপোন গোপন।
কিজানিবা ৰূপৰ চমকে কৰে অন্ধ মোৰ দুনয়ন,
সেই বাবে ৰাখিছা অন্ধলা কৰি
ক্ষুদ্ৰতাৰে জালেৰে আৱৰি ;
ৰূপৰ বলিয়া মোক নিদিয়া নিজকে চাব,
আতুৰ কণ্ঠেৰে মোৰ
নিদিয়া এবাৰো কিয় তোমাৰ আৰতি গাব !

১৯৪১

# দয়াৰ ঠাকুৰ

তুমি হেনো জগতৰ দয়াৰ ঠাকুৰ,
তোমাৰেই সৃষ্টি বিশ্ব
তুমি হেনো প্ৰেমময় জীৱন-আকৰ।

আকুল হৃদয়ে যদি ৰুদ্ধ বেদনাত
তোমাৰ করুণা মাগে,
তুমি জানো আলফুলে বুলোৱাহি হাত?

অসহনি জীৱনৰ অশ্রু-সিন্ধু ভেদি
মৰণে মাতিলে ঘনে,
দিয়া জানো ছটিয়াই পদ-ৰেণু এটি?

দয়াৰ ঠাকুৰ তুমি তাপিতৰ হিয়া
বেদনা-অশ্রুৰে ধুই
তোমাৰ দয়াৰ কিনো পৰিমাণ দিয়া?

১৯৩৯

# জীৱনৰ ৰূপ

তোমাৰ বিশ্বৰ ৰূপ দেখি মোৰ মুগ্ধ প্ৰাণ ;
বিশ্বৰ নিকাৰ দেখি গাওঁ মই দগ্ধ গান ;
আত্ম-প্ৰসাৰ বিচাৰি বিচাৰি
হইছোঁ হতাশ, ৰুদ্ধ ;
জীৱনৰ কত শত অশ্ৰু-নীৰে
হৃদয় কৰিছে স্তব্ধ ;
জীৱনৰ কত শত অপঘাতে
হৃদয় কৰিছে বুদ্ধ ,
এতিয়া বুজিছোঁ জীৱন মধুৰ,
জীৱন প্ৰাণৰ যুদ্ধ,
জীৱন-যুদ্ধৰ অগ্নি-বাণেৰে দগ্ধ প্ৰাণ,
সেইহে অন্তৰ ভেদি উঠে মোৰ মুগ্ধ তান।

১৯৩৯

## বে-খায়্য়ামী

তৃষ্ণাতুৰ, নিদ্ৰালস চকু দুটি মেলি-নে-নেমেলি,
ওমৰ খায়্য়ামে হাঁহে অৱহেলি সংসাৰৰ দুঃখ-ক্লান্ত নিদ্ৰাৰ শেতেলি;
সমুখত প্ৰেয়সীৰ লাস্য-নৃত্য ভাবনা-ভুলোৱা,
এহাতে এমুঠি অন্ন, আনহাতে ফেনিল পিয়লা
বিস্মৃতিত সংসাৰ বুৰোৱা।
এইদৰে যাবনেকি মানৱৰ সুন্দৰ জীৱন,
অতীতৰ সপোন পাহৰি
ভৱিষ্যৰ কৰ্ম পৰিহৰি
প্ৰাণময় আজিৰ দেহাত সানি লই আলস্যৰ বিফল বহণ?

১৯৩৯

# জীৱন নহয় ফুলৰ মেলা

জীৱন নহয়
স্নিগ্ধ, মধুৰ
ফুলৰ মেলা,
এই জগতত
পাতিছোঁ মাথোন
জীৱন-অসিৰ
ভীষণ খেলা।

জীৱন নহয়
ৰং-ধেমালিৰ
ফাকুৱা খেলা,
এই মৰতত
পাতিছে মানুহে
হিয়াৰ তেজেৰে
হোলিৰ মেলা।

জীৱন যদিহে
যুঁজেই নহয়,
ক'তনো সৌন্দৰ্য্য তাৰ?
ব্যোম-তেজঃ-জুই-পানী
মাটিৰ লগত সানি,
বিধতাই গঢ়া
মোৰ জীৱনত
কিটোনো বুলিবা সাৰ?

সংসাৰত আছে
    সুখৰ সপোন
        মাধৱী-মাধুৰী সনা ;
ইয়াতেই কিন্তু
    আছে বাঘ ধেনু,
        চোকা কাঁড় বিহ-সনা।

১৯৩৯

# সিয়ে দূৰ—বহু দূৰ

সসীমৰ বীণা বজাই বজাই
অসীমৰ গীত গোৱা;
ইন্দ্ৰিয়ৰ দীপ জলাই-জলাই
অৰূপৰ ৰূপ চোৱা।

আঁউসী নিশাৰ মায়া-বোল সানি
কৃষ্ণ চুলিটাৰি মেলি,
অসীমেৰে জানো খেলিব পাৰিবা
কলীয়া মেঘেৰে মিলি?

ৰুদ্ৰ প্ৰলয়ৰ ভগ্ন তাল জুৰি
আবেগৰ ধুমুহাত
জীণ যাব তুমি পাৰিবা স-সীমা,
শান্ত, শিব অসীমাত?

তোমাৰ বীণাযে নহয় তোমাৰ
নিজৰ খিতেৰে কিনা;
সিযে অসীমৰ ছিগি পৰা তাঁৰ
ৰাগিণী-কঙালী বীণা।

সেই বীণা জানো নিজে নিজে বাজে
তোমাৰ আঙুলি লাগি
নপৰিলে তাত অনন্ত ৰাগৰ
কণাবোৰ ছিগি-ভাগি?

অসীমৰ তুমি খেলৰ চৰাই,
সসীমৰ মাজত উৰা ;
ভাগৰি ভাগৰি ধৰণীতে পৰা
কোমল ডেউকাযোৰা।
নীল আকাশৰ সীমাৰ সিপাৰে
বাজে শূইনৰ সুৰ
তাৰে স'তে তুমি কি কথা পাতিবা ?
সি যে দূৰ—বহু দূৰ।

১৯৪১

## তোমাক নেদেখা বাবে

মেঘৰ ফালে
নয়ন তুলি
কিমান থাকিম জুমি ?
কিমান তৃষ্ণা।
কিমান আশা ঃ
দর্শন দিবা তুমি।
তৃষ্ণাতুৰৰ
নয়ন দুটি
তোমাক নাপাই ম্লান.
মেঘৰ পিনে
উশাই মোৰ
উঠে আৱেগ-বান।
মেঘত মেঘে
নিনাদ তোলে
তোমাৰ চৰণ ছুই ;
সেই শব্দৰ
প্ৰতিঘাতত
জ্বলে হিয়াৰ জুই।
মেঘৰ বুকুত
"সন্ধ্যা বেলা
জ্বলে সৰগ-জ্যোতি ;

তাতো যে নাই
    প্ৰিয়, তোমাৰ
        ৰক্ত চৰণ দুটি।

মেঘৰ ফাঁকে
    অনন্তলই
        আকুল তৃষ্ণাত চাওঁ;

শূন্যত জানো
    সুন্দৰ প্ৰিয়,
        তোমাক দেখা পাওঁ।

কোন দূৰত
    অনন্তত বা
        আছা আলেখ চাই?

মোৰ দুখত
    তোমাৰ হিয়াই
        কিনো হৰিষ পায?

পূৰ্ণিমাতযে
    চকোৰটিয়ে
        আকাশত গই নাচে

চন্দ্ৰমাই কি
    তোমাৰ পদৰ
        স্নেহৰ ৰেণু যাচে?

চকোৰলই
    জোনাক যদি
        তোমাৰ ৰূপৰ ছায়া,

চন্দ্ৰ-ৰূপত
দৰ্শন নিদি
মোৰ্কহে কৰা মায়া ?
হিয়াই ধৰে
বিশ্বৰ সুৰ
আকুল, কৰুণভাৱে ,
নয়ন ভৰি
লোতক বয়
তুমি অৰূপ বাবে ।

১৯৩৮

# তাততো সন্দেহ নাই

পূবৰ উষাই আহি কয় কাণে কাণে,
"মইতো আহিছোঁ সখা, পূবৰেহে পৰা
তাততো সন্দেহ নাই তোমাৰ সঙ্গীৰ।"

পাখি দুটি খুজি হংসিনীৰ,
পৰ্ব্বতৰ শিখৰত,
মেঘৰ আঁৰত,
তোমাকেই বিচাৰি বিচাৰি
দিন-ৰাতি খলক্ লগালোঁ।

কত দিন আহে যায়,
কত ৰাতি আহে যায়,
নাই তাৰ সীমা।

কত যে নীৰব সন্ধ্যা
ডাৱৰৰ ৰঙা মাটি লাগি
পাখি দুটি হয় মোৰ ৰাঙলী-বৰণ!

ৰঙাসুৱা সূৰ্য্যদেৱে কই যায়
বেজেকৰা ডাৱৰত হাঁহি বিৰিঙাই,
"ক'তো দেখোঁ মই পোৱা নাই—
মইতো গৈয়েই থাকোঁ পছিমে সদায়,
তোমাক সুন্দৰ সখা তাত দেখা নাই।

১৯৪১

# অশ্রু—নিবেদন

চনকা বুকুৰপৰা অশ্রু-জল ঢালি ঢালি
প্রতিমাৰ টলাম থাপনা,
অশ্রু-অন্ধ চুচকুৰে বিজুলীৰ ছাট মাৰি
দীপাৱলী কৰিম ৰচনা।

চনকা হিয়াৰে মোৰ মেঘৰ গাজনি তুলি
মন্দিৰকে লগাম তবধ;
কান্দোনৰ ছেৰে ছেৰে উঠিব আৰতি ধ্বনি
প্রলয়ৰ ভীষণ শবদ

বুকুৰ মাজত ল'ই বাৰুণৰ শক্তি-শেল
চিৰ-কাল পূজিছো প্রতিমা;
সেই শেল মুক্ত হ'ই অশ্রুৰ লগত মোৰ
বিদাৰিব গভীৰ নীলিমা,
প্রাণহীন প্রতিমাৰ নিঠুৰ দেৱতা য'ত
গন্ধৰ্বৰ সঙ্গীত-মুগুধ।

বেদনা-তাণ্ডৱ নাচি মুক্ত-শেলে তাতে গ'ই
কিন্নৰক কৰিব তবধ,
চিৰ-বাঞ্ছিত মোৰ তেতিয়াও পাৰিবানে ৰ'ব
মূৰ্তিমান অচলতা হই:
নানাচিব জানো হিয়া সুচঞ্চলা কিন্নৰীৰ
অঞ্চলৰ চঞ্চলতা ল'ই।

কি যে মহা মিলিব উছৰ, নয়ন-বাৰিয়ে
উটুৱাই বাঙলী চৰণ

গঙ্গা আৰু যমুনাৰ আনন্দৰ নীৰ হই
    বিচাৰিব ত্ৰিবেণী-মিলন।

অশ্ৰু-কুহেলিকা ভেদি হাঁহি পঠিয়াবা তুমি
    বিম্বফল-অধৰ বোলাই;
অলকা-পান্তিয়ে তব কপালৰপৰা নামি
    কপোলত নাচিব ঘনাই।

এটুপি চকুলো হ'ব সাতো সাগৰৰপৰা
    তুলি অনা সুৰলা পোৱাল,
অশ্ৰুৰে বিৰচি অৰ্ঘ্য পখালিম হাঁহি মুখে
    সাধনাৰ যাতনা কৰাল।

হুগালেদি বাগৰোঁতে চকুলোৱে যিবা শব্দ কৰে,
    সেয়ে হ'ব স্বাগত বন্দনা;
অন্তৰৰ হুমুনিয়া চন্দন-শীতল কৰি
    শ্যাম, মই মাগিছো কৰুণা।

# প্ৰতীক্ষা

মোৰ এই হিয়াখনি                পূজাৰ বেদীৰ দৰে
চিৰদিন যতনে ৰাখিম ;
পৰিব পৰিব বুলি                তোমাৰ চৰণ চাব
দিনে-নিশা নিচুকি থাকিম।
মাধৱী সন্ধিয়া যদি                মলয়-পৱন আহে,
ওৰে ৰাতি সজাগে কটাম ;
নীয়ৰী-জোনাকে ধোৱা                কুঁহি-পাতখিলি হ'ই
অন্তৰত তোমাকে ধিয়াম।
পুঁৱতী আকাশ ফালি                যেতিয়া আহিব ঊষা
মুখত ৰজ্জত-ৰাগ সানি,
চঞ্চল পৱনে নাচি                তোমাৰ চেনেহ-দীপ্ত
ফুল-ৰেণু দিব মোক আনি।
আবেলি, সন্ধিয়া বেলি                বিচিত্ৰ বৰণ ধৰি
উজলিব পছিম আকাশ ঃ
তোমাৰ অমল কান্তি                জলিব উজ্জ্বল হৈ
তাতে পাম তোমাৰ প্ৰকাশ।
আকাশ শুৱনী কৰি                জোনাক নোহোৱা ৰাতি
বাগৰিব তাৰকাৰ মণি—
তোমাৰ খোজত যেন                হেম-হাৰ ছিগি হ'ল
সিঁচৰতি চউদিশ জিনি।
মোৰ এই অন্তৰৰ                কামনাৰ ধোঁৱা ভৰা
দীপ্তি-হীন দেৱ-দেউলত
পৰিলে তোমাৰ পাও,                জ্বালিম মিলন-শিখা,
ঢালিম সৰ্বস্ব চৰণত।

১৯৩৯

# শোক-দৈন্য-দ্বন্দ্ব-দ্বিধা-ভৰা

শোক-দৈন্য-দ্বন্দ-দ্বিধা-ভৰা
শান্তি-হীন, ৰোগ-ক্লিষ্ট ধৰা।
তুমি তাৰ সাকৰা মাটিত
যতনে সিঁচিবা, সখা,
চেনেহৰ ফুলনি মাথোন,
মিঠা মাতে' কাতৰক দিবাঁ সমিধান;
কাৰো গাতে নাহানিবাঁ
বিহ-লগা চাৰনিৰ বাণ।
হ'ব পাৰে—চেনেহৰ হাত লাগি লাগি
মচ্ যাব এধান-একণ
ব্যথাময়ী ধৰণীৰ ধূলি-লগা কপালৰ
বিধতাৰ অখণ্ড লিখন।

# অপ্ৰকাশ

হোৱা হ'লে মই
বিজুলী ছাটিৰ
বজ্ৰ তান,
হোৱা হ'লে মই
শত তাৰকাৰ
মধুৰ গান,
হোৱা হ'লে মই
জল-প্ৰপাতৰ
গভীৰ মাত,
হোৱা হ'লে মই
প্ৰৱাহ-সঙ্গীত
সিন্ধুৰ গাত,
মোৰ বাসনাৰ
মধুৰ বিকাশে
কৰিলেহেঁতেন
হৃদয় শীত।
হোৱা হ'লে মই
গন্ধৰ্বৰ মাত
হিমালয়-শিখৰৰ,
হোৱা হ'লে মই
নূপুৰৰ ধ্বনি
নৃত্য-ৰত কিন্নৰৰ,

হোৱা হ'লে মই
বৃন্দাবনৰ
কদম-তলৰ
বেণুৰ লহৰ
হৃদয় কৰা জুৰ,
হোৱা হ'লে মই
বিপুল বিশ্বৰ
লক্ষ বিহগৰ
আকুল কণ্ঠৰ
মোহন মধুৰ সুৰ,
মোৰ অন্তৰৰ
বেদনা-ৰাশিৰ
পৰিলহেঁতেন
ওৰ,
মোৰ অন্তৰৰ
কামনা-উৰ্মিৰ
পৰিলহেঁতেন
তৰ।
হোৱা হ'লে মই
ধুমুহা-মাতৰ
উচাট-বিচাট
ছেও,
হোৱা হ'লে মই
শাওণী ঢলৰ
ঢাহি-মুহি নিয়া
বাৱ,

মোৰ অন্তৰৰ
বিদ্ৰোহী সঙ্গীত
উঠিল'হঁতেন
নাচি,
বিদ্ৰোহৰ জুই
ফুৰিলোঁহেঁতেন
হৃদয়ে-হৃদয়ে
যাচি।
কিন্তু
নাই যে নাই
একোৱেই নাই
হিয়া-প্ৰকাশৰ
শক্তি-বীণ,
মোৰ
ক্ষুদ্ৰ মানৱৰ
আকুল কণ্ঠৰ
সঙ্গীত-ধ্বনি যে
তেনেই ক্ষীণ।

১৯৩৯

# লাখুটিৰে খুপি খুপি

লাখুটিৰে খুপি খুপি চিনাকি বাটত,
সময় বাঢ়িছে আগ আপোন মনেৰে,
বয়সৰ বোল লগা শুকুলা চুলিৰে।

মানুহৰ কিবা হ'ল,
কোন ক'ত কান্দি ৰ'ল,—
তাল'ই ভুলতো যে ঘূৰিকে নাচায়;

জগতৰ সুখ-দুখ,
বেজাৰৰ ম্লান মুখ,—
সিবোৰৰ কাহানিও গমকে নাপায়।

আৰু জগৎ ? জগতেও
ঠিক সেই একেদৰে পাহৰণি-কৰালেৰে
নিকৰুণ হৃদয়ত মানুহৰ হুঁহা-কন্দা
সকলোটি কৰি মষিমুৰ,
মিহি মিহি খোজ কাঢ়ি
নিজ বাটে আগ বাঢ়ি
গায় মহা মধুৰৰ সুৰ।

খোৱা-কোঙা ভৰি ল'ই
আমি যদি আছোঁ ৰ'ই
জগতেতো খবৰ নলয়।

ল'বল'ই নাই যে সময়।
দিন-নিশা মুগ্ধ কৰা
জলে জোন-বেলি-তৰা;

আমি জলিছোঁনে নাই—
তাৰ জানো কিবা বাৰ্ত্তা পায়?
ফুলিছোঁনে নাই তাৰ বাতৰি নোলোৱা ফুল
নিতে ফুলি লেৰেলি শুকায়।

আকাশৰ দীপালীয়ে ধৰা পোহৰায়;
বননিৰ সুৰভিয়ে বতাহ ঢৌৱায়;
জ্ঞানৰ পোহৰ জলে, তেও হিয়া অন্ধকাৰ!
মনৰ সুৰভি—সিও যায় মনতেই মাৰ!!

১৯৪৩

# আত্মন্

হিত্বা অৱদ্যং পুনৰস্তমেহি (ঋগ্বেদ)।

চিৰ-অনির্বাণ কোন ব্ৰহ্মৰূপ জ্বলন্ত অগ্নিৰ
ক্ষুদ্ৰ এটি স্ফুলিঙ্গ সৰি,
বিৰাটৰ ক্ষুদ্ৰ কণা হে আত্মা, অনন্ত পথেদি
ভূলোকত পৰিলা বাগৰি।
পঙ্ক-ময় ভূলোকত তুমি ব্ৰহ্মলোক; তুমিয়েই
জ্যোতির্ময়, অক্ষত, অমৃত;
তোমাৰ বুকুত জ্বলে ঊৰ্দ্ধমুখী মুকুতিৰ শিখা
অনন্তৰ স্নেহ-বিগলিত।
শুদ্ধ, বুদ্ধ, মুক্ত তুমি, ঘূৰি ঘূৰি মৰ্ত্যৰ সীমাত,
চিৰন্তন বিৰহীৰ দৰে,
কত জীৱ-জঙ্গমৰ আৱৰ্ত্তন-বিৱৰ্ত্তন কৰি
অতিক্ৰম, মিলনৰ সুৰে
গাইছা মুকুতি-গীতি। মহা-পূৰ্ণ পূৰ্ণ-ব্ৰহ্ম হ'ই
আদিহীন, অনন্ত, অব্যয়,
স্থূল-ধৰ্ম্ম-হীন-ৰূপে আছে য'ত মহাশূন্য জিনি,
সেয়ে আত্মা তোমাৰ আলয়।
আনন্দ-স্বৰূপ সেই জ্যোতির্ময় পৰম-লোকত
পখালিবা দেহৰ অঞ্জন;
মৰ্ত্ত্যৰ পখীটী তুমি দ্যুলোকৰ নিত্য সখা
পখীটীৰে লভিবা মিলন।

১৯৩৯

# মইনো ক'লৈ যাম

সেন্দুৰী আলিয়ে এঁকা-বেঁকাকৈ
গইছে ক'লৈ বাক ?
দিগন্তৰ স'উ ক'লা মেঘছটি
উৰাদিহ নাই তাৰো !
জুৰিৰ বুকৰ ইকৰা পাতটি
পাবগৈ কোনোবা দেশ ?
লুইতৰ সোঁতত পাল-তৰা নাও,
ক'ত বা যাত্ৰাৰ শেষ ?
জান-জুৰি যদি সদায় বৈ'ইছে
হিয়াত খিয়াই
অচিন-অজান সুদূৰ ধাম,
মোৰ আতমাৰ অনন্ত পথৰ
যাত্ৰা শেষ ক'ত ?
মইনো ক'লৈ যাম ?

১৯৩৯

# শব্দৰ জন্ম

মহা ব্যোম ভেদি
উদ্ভাসিত হ'ল
আকাশৰ গ্ৰহ-তৰা ;

মহা-শূন্য জিনি
দীপ্তি-উৎসৰ,
উৎসৱময়ী ধৰা।

শ্যাম-গিৰি বক্ষ
প্ৰাগ্‌জ্যোতিষৰ
মহিমা চৌদিশময় :

সৃষ্টি-শক্তি-ৰূপ
নাভী-কমলজ
ব্ৰহ্মাক শিৰত ল'ই।

শুভ্ৰ হিমালয়ে
অভ্ৰ-ভেদী শিৰে'
সৃষ্টিৰে জেউতি পিয়ে ;

মলয় গিৰিৰ
ভক্তি-অৰ্ঘ্য যাচে
চন্দনৰ সুৰভিয়ে।

মহাকাশ ভেদি
মহা নীৰৱতা
নৱ-সৃষ্টি-মুগ্ধ বিশ্ব ;

জ্যোতি-ৰাগ-ময়
সুৰভিত ধৰা,
ব্ৰহ্ম-শব্দ-হীন নিঃস্ব ।

অনির্বাৰ-ধাৰা
সিন্ধু আৰু গঙ্গা,
লৌহিত্য ৰসনা-হীন ;

দীপ্ত, সুৰভিত
সৃষ্টিৰ মন্দিৰ
সৃষ্টি-গীতি-ছন্দে' দীন ।

সৃষ্টি-দেৱতাৰ
দৃষ্টিত পৰিল
সৌন্দর্য-মণ্ডিত
অভিনৱ বিৰচন ;

আপোন-শক্তিত
বিমুগ্ধ ব্ৰহ্মাৰ
গৰিমা-চঞ্চল মন ।

সৃষ্টি-দেৱতাৰ
অধৰ কঁপিল
কর্ম-ৰত তন্দ্ৰা ভাগি ;

বায়ু-হিয়া ভেদি
কঁপনি জাগিল
দেৱ-অধৰত লাগি ।

সিন্ধু-জলধাৰা
কম্পন-চঞ্চল
অচঞ্চল গতি এৰি :

তৰঙ্গে তৰঙ্গে
আলিঙ্গন-দান
চুম্বন-মদিৰা ধৰি।
গ্ৰহৰ, তৰাৰ
শব্দহীন গতি
সৃষ্টি-কীৰ্তি-মুখৰিত ;
মহা-বিশ্ব জুৰি
শব্দ-ব্ৰহ্ম-গীতি
হ'ই গ'ল উচ্ছ্বসিত

১৯৩৮

# তাৰকা-সঙ্গীত

প্ৰথম সৃষ্টিৰ প্ৰথম দিনা,
হাতত তুলি সৃষ্টি-বীণা,
স্বৰ্গ-মৰ্ত্ত্য-পাতাল জিনা,
সৃষ্টি-দেৱে ঝঙ্কাৰিলে
সৃষ্টিৰ মহাসুৰ
ৰুদ্ৰ, সুমধুৰ।

প্ৰথম পুৱাৰ প্ৰথম বেলা,
বন্দি মহা-সৃষ্টিৰ মেলা,
শূন্যৰ বুকৰ লক্ষ তৰা
কঁপি কঁপি উঠিল গাই
সৃষ্টিৰ মহাসুৰ
ৰুদ্ৰ, সুমধুৰ।

সিদিন ধৰি নিতউ সন্ধ্যা
লক্ষ তৰাৰ কণ্ঠত বন্ধা
কবিৰ কাণত ঝঙ্কাৰিছে
তৰাৰ মহাসুৰ
ৰুদ্ৰ, সুমধুৰ।

১৯৩৯

## তৰাৰ পিছত

দেখা নাই হীৰা মৰকত,
পোৱা নাই মুকুতাৰ পিছল পৰশ,
জ্যোতি দেখি তৰাৰ মুখত
উতলিছে পাবলৈ কামনা-হৰষ ;
পৰ্ব্বতৰ ওখ টিঙ্ দেখি
খোজ ল'লোঁ তাৰকাৰ স্নেহ ল'ম বুলি,
ভোল গ'লোঁ তৰা লেখি লেখি,
ছভৰি উৰলি গ'ল ল'ই বালি-ধূলি,
চেনেহৰ তৰাই হাঁহিলে
উজুটিত ছিগি যোৱা ৰঙা ভৰি চাই :
সেই হাঁহি ডাৱৰে ঢাকিলে
নিজল'ই চাবল'ই আজৰিকে নাই !
বাৰিষাৰ ৰৰষুণ আহি
সিঁচি দিলে অন্তৰত বিফলতা-বান,
উটি গ'ল তাৰকাৰ হাঁহি,
এৰি গ'ল হিয়া-জোৰা বেথা-ভৰা হান !
তেজ-ৰঙা আঙুলিত লাগি
পৰি আছে শিলবোৰ ভৰিৰ তলত,—
জানে জানো শিলে ঃ বুকু ভাঙি
হিয়াতো বাগৰে মোৰ আতুৰ ৰকত ?

১৯৪১

## সম্মুলিকে নাপালোঁ আহৰি

পুৰ'তীৰ নিজান কক্ষত
তুমি ৰ'ই আছিলা সোণাই,
অনাঘ্ৰাত সৌৰভৰ
বুকু ভৰা প্ৰীতি-গীত গাই ;
মোৰ, সোণ, নাই যে সময়
আজৰি-আহৰি একো নাই ;
চেনেহৰ উপচাৰ
আন্ধাৰলে' দলিয়াই,
মই, হায় ! আছিলোঁ শাঁতৰি
শোক সৰা বীণাখনি বাই ।

মউ-মাখি সখী মোৰ,
আহিছিলা মতলীয়া হ'ই ;
ভাবিছিলা মোৰ অন্তৰত
আহৰণি মউকণি থ'ই,
সাজি ল'বা কোনো কালে
মুঠুকোৱা মউ-বহঘৰা ;
মোৰ এই ব্যস্ত হিয়াখনে
নুপুছিলে ৰসৰ বতৰা ;
বতাহত নাচি থকা বিৰিখৰ দৰে
হালিলে-জালিলে মাথোঁ,
শান্তি কিন্তু নাপালে একণি
মাধৱীৰ নিভাজ নিশাতো !

তুমি, সোণ, উঠন বেলিৰ
এনাচোকা পোহৰ-বেশেৰে
তুগালত সানিলা পৰশ
বিশ্ব-ব্যাপী ব্যাকুল হাঁহিৰে ;
মোৰ, সোণ, নহ'ল সময়
হেঁপাহেৰে আদৰিবলৈ'ই :
কপালৰ ঘাম মচি মচি
সুশীতল ছায়া ল'ই ল'ই
ভাগৰিলোঁ ঘূৰি ঘূৰি
জিৰণিৰ হাবিলাস— তাকেই বুকত ল'ই

তুমি, সোণ, আহিলা লৰবি
মলয়াৰ মৃদু ৰূপ ধৰি,
হেঁপাহৰ চুমা ল'বলৈ'ই
মোৰ ক্ষীণ হুঁটৰিত ধৰি ;
মোৰ হ'লে নোলাল আজৰি
জীৱনৰ অগনি-তাপত,
থাকি থাকি উশাহ-নিশাহ
সকলোটি ইমান তপত !

সন্ধিয়াৰ তুৱাৰদ'লিত
তুমি দেৱী অৰুন্ধতী হ'ই
আৰতিৰ ৰচিলা সঙ্গীত
হোম-ঘৃত, ধূপ-ধুনা ল'ই ;
কিন্তু কাল-বিশ্বামিত্ৰে নিলে
হাঁৰ মোৰ শান্তি-কামধেনু,
সেই বাবে মোৰ শ্ৰৱণত
নপশিল আৰতিৰ বেণু ।

তুমি কত আনিছিলা
      চেনেহৰ গুপ্ত বাৰতা,
মধুময় মিলনৰ
      জিলি-মিলি স্বপ্ন-ৰূপচ্ছটা ;
শুনিবলে', চাবল'ই
      সমূলিকে নোলাল আহৰি ।
চিলিমিলি পুৰ'তীয়া স্বপ্ন হ'লে দেখিছিলোঁ ঃ
      তুমি মোৰ ৰূপহী সাদৰী ;
কিন্তু, সোণ, কালিৰ যৌৱন
      আজি দেখোঁ পৰিল জামৰি ;
অশ্ৰুৰ ধাৰেৰে গীত ৰচি
      সেই বাবে থাকিলোঁ আঁতৰি
নেপাহৰি যৌৱনৰ অতৃপ্তিৰ গীত—
      কতবাৰ পাহৰি পাহৰি ।
চকু ভৰি চাবল'ই, প্ৰাণ ভৰি গাবল'ই
      সমূলিকে নাপালোঁ আহৰি ।

১৯৪১

# জোনাকী পৰুৱাটিয়ে

জোনাকী পৰুৱাটিয়ে আন্ধাৰত আপোনাৰ বাট বুলি যায়,
সমল মাথোন তাৰ পোহৰ একণ ;
ক্ষুদ্ৰ তুমি, নীচ তুমি, -হ'লাই জানিবাঁ—নিজ বাটে আগ বাঢ়া
তুলি উচ্চ শিৰ ; তাতে হ'ব সাৰ্থক জীৱন।

১৯৪৪

# অতৃপ্তি

যি গান নাজানো গাব
তাৰেই বান্ধিছো সুৰ জনা-নজনায় !
যি কথা নাজানো ক'ব
তাকেই বলকোঁ মই ঘূৰাই-পকাই !
যি প্ৰাণ নোৱাৰোঁ পাব
তাকেই বিচাৰোঁ মই হিয়ায়-হিয়ায় !
যি জ্যোতি ক'তো দেখা নাই
বিচাৰিছোঁ প্ৰদীপৰ শিখায়-শিখায় !
যি পূৰ্ণ তৃপ্তি—জানো মই—
জগতত কোনেও নাপায়,
তাৰেই বাসনা-জুই
অন্তৰৰ তলিত উমায় !
কিমান ভালকৈ জানো
প্ৰতিমাই কথাকে নকয় ;
তথাপি যে গুপ্ত এটি আশা জাগি ৰয়
প্ৰতিমাৰে প্ৰাণ পাবল'ই !!

১৯৪১

# কম্প্ৰ

অনুখন-চঞ্চল চিৰশিশু মোৰ
কঁপনি নাচিছে হৃদয়ৰ
বতাহৰ চুমা পোৱা কোমল পাতৰ দৰে।
গধূলিয়ে গো-ধূলি উৰায়:
দিগন্তৰ
কাজলী আঁচলখনি ফাকুৰে বোলায়,
মুকুলিত হিয়াখনি মোৰ পলাশ-ৰাঙলী কৰে।
পলাশৰ মদাৰৰ ৰঙা কিশলয়ে
ছুই দিলে চঞ্চল মলয়ে
কত যে শিঞাৰে মোক আবৰী ল'ৱাৰ দৰে।
কঁপি কঁপি গোলাপৰ চেনেহী পাহিয়ে
চাই চাই চকুৰ দাঁতিয়ে
কত যে বুজনি যাচে, কতনো মৰম কৰে!
কপালৰ কম্পিল চুলিৰে,
স্বপ্নময় মানসৰ স্নেহ-লহৰীৰে,
চেনেহ-চাৱনি এটি শিহৰাৰ দৰে
আধৰুৱা কবিতাৰ ছন্দালী বেদন,
আধৰুৱা মিলনৰ ক্ষীণ শিহৰণ,
নতুবা, মন্ত্ৰ-ভীত পিশাচৰ দৰে,
অশ্ৰু-হীন শোকাৰ্ত্তৰ দৰে,
চিৰ তৃষ্ণাতুৰ মোৰ দুটি শিশু-চকু,
চিৰ চঞ্চল মোৰ কম্প্ৰ ক্ষুদ্ৰ বুকু
বিশ্বগ্ৰাসী প্ৰনাশৰ ভুজগ-শিৰত
নাচি নাচি কঁপি কঁপি লৰে আৰু লৰে।

১৯৪১

# জীৱন কিটোনো বাৰু

জীৱন কিটোনো বাৰু, তাকেহে সদায়ে ভাবোঁ,
কিনো বাৰু মানৱ-জীৱন ?
প্ৰচণ্ড ধুমুহা তুলি ঘন-তমসাৰে বেৰা
বাৰিষাৰ সেমেকা সপোন।

১৯৪১

# চকু-পানী আছে দেখি ধৰণী ধুনীয়া

পছিমৰ হেঙুলীয়া বেলিয়ে যিদৰে
পুবালি আকাশ ভেদি বিলায় জাননী,
ৰঙচুৱা সুকোমল কিৰণ-ৰেখাৰে :
তাম-ৰঙা সূৰুজৰ পুবা-আগমনি ;
সৰগৰ মলয়াৰ আৱাহনি শুনি
উৰিব যেতিয়া মোৰ জীৱনৰ ৰেণু
চেনেহৰ ধৰা এৰি অসীমলৈ বুলি,
তেতিয়াও শুনো যেন ধৰণীৰ বেণু ;
ধৰণীৰ আৱাহনি শেষ ক্ষণিকৰ ;
সেয়ে মোৰ আতমাৰ মৃত-সঞ্জীৱনী ;
তাকে ল'ই দুওঁঠত গামহি পুনৰ
সৰগ পাহৰি থ'ই মধুৰ বিননি।
চকু-পানী আছে দেখি ধৰণী ধুনীয়া ;
সৰগৰ বাবে কবি নহয় বলিয়া।

১৯৩৭

# কবিৰ মুক্তি

"কবি, গালা কত গান, আৱেগেৰে পূৰ ;—
মগ্ন হ'ই নধৰিলা বিশ্বক সাবটি।
গালা তুমি বেজাৰৰ হিয়া-ভঙা সুৰ ;—
অশ্রু-নীৰে' মুচুৰালা নয়ন দুয়োটি।

"গালা প্রীতি-গীতি কবি জগত মুগুধ ;
ক'তা দেখোঁ কাষৰত কোনো 'প্রিয়া' নাই !
শুনিছিলোঁ কবিতাত চুমাৰ শবদ :
তোমাৰ মানসী প্রিয়া আছে কি লুকাই ?"

"অন্ধ তুমি, নুবুজিলা সৰগৰ বাণী :
নিচিনিলা কোন মোৰ কবিতা-সুন্দৰী ?
হাঁহি, কান্দোনৰ মোৰ দুচকুৰ পানী
কবিতাৰ ভাগীৰথী, কল্পনা-কুঁৱৰী।

"অৱহেলি থ'ই যত ঐশ্বর্য বিশ্বৰ,
বিচাৰিছোঁ মুক্তি সেই মানসী পদৰ।"

১৯৩৭

# জেঠৰ বাদল দিনা

অভ্ৰ-প্ৰিয় ময়ূৰৰ
বাৰিষাৰ পয়োম্বৰ
ৰূপ-হীনা ময়ূৰীৰ
হিয়া-তাঁৰ কে'ড়ালিৰ

পুলকে' শৰীৰ জিনা—
অকাল বাদল দিনা।
বাজিও নাবাজে বীণা
জেঠৰ বাদল দিনা।

দূৰণিৰ এজাৰৰ
তাতে আজি ডাবৰেবে

ফলময় লাহি গাটি
নামিছে আঁউসী ৰাতি।

ভোমোৰাটি ঘূৰি ঘূৰি
চুহি চুহি, কয় উৰি,
উন্মাদিনী মলয়াই
সোণ-চৰা সোণাৰুৰ

ফুলে পতি চুপশিটি
'আহিছে আউসী ৰাতি।'
ধৰণীত দিছে বাকি
সোণোৱালি ফুল-চাকি।

সোণাৰুৰ সুকণ্ডাই
ভাবোঁ, তাতে দেৱতাই
চৰণ-তলত পৰি
ওৰ হ'ল জ্যোতিকেৰি
বননি উতলা কৰা
তাৰোতো পৰিল ওৰ,

মেঘ চাই ৰ' লাগি,
আঁকি দিছে ফুল-চাকি।
সৰি পৰা বকুলৰ
—অভিমান বাদলৰ।
জেঠৰ জিলীৰ সুৰ,
আহিল বাৰিষা ঘোৰ।

# মেঘ

তোমাৰ বুকুত নাচিব লাগিছে
চিৰ-বিৰহৰ ছায়া,
যুগ-যুগান্তৰ উটি-বুৰি ফুৰা
মধুৰ প্ৰেমৰ মায়া,
যেন, বিশ্ব-বিৰহীৰ অশ্ৰু টুকি আনি
গঢ়িছা নিজৰ কায়া।

চিৰ-ক্লান্ত বিৰহৰ
চিৰ-মৌন বেদনাৰ
চিৰ-ৰুদ্ধ অশান্ত বতৰা,
তোমাৰ দেহত জ্বলে
মুক্ত আকাশৰ
মুক্ত-কেশী. উন্মাদিনী,
বিৰহৰ প্ৰতিমূৰ্তি শোকাশ্ৰু-বিধুৰা

কৃষ্ণ-বেশী বিৰহী ভাদই
হাঁহি মুখ নেদেখি প্ৰিয়ৰ
এৰি যাব মধু-মালতীৰ
শাৰদী চকুত
এটোপাল অশ্ৰুৰ নিয়ৰ।

১৯৩৯

# আহিনৰ চাৰু-শিল্প

আহিনে যি ছবি আঁকে অৰুণত ৰঙ্ মাগি
দূববিত. পদ্মৰাগ-মণিৰ আহিৰে,
আহিনে যি গীত গায় বিভাস ৰাগিণী লাগি
সৰি পৰা নিয়ৰৰ টোপাৰ মুখেৰে,
আহিনে যি নাচ নাচে মল্লাৰৰ মৃদঙ্গ-মাতেৰে
লুইতৰ চাপৰিৰ কঁহুৱা বনত,
আহিনে যি মূৰ্তি কাটে বতাহৰ ভাস্কৰী হাতেৰে
বৰষাৰ স্মৃতি সনা শুকুলা মেঘত.
আহিনে যি ফুল-জালি গুঁঠি থয় শেৱালি পাহেৰে
ধৰণীৰ কাৰেঙত মাটিৰ বেৰত,
আহিনে যি কবিতাৰ নৃত্যময় কানাৰা ৰাগেৰে
বিশ্ব ভৰা বেথা ঢালে নিশাৰ বুকুত.

সেই ছবি,
সেই মূৰ্তি,
তাৰ ৰূপ
অনাদি কালৰেপৰা জ্বলিছে বিশ্বত ;

সেই গীতি,
সেই নৃত্য,
সেই কাব্য
তাৰ ছন্দ
সীমা নাই এনে যুগ ধৰি বাজিব হিয়াত।

আহিনৰ ললিত শিল্পত টিমিকি টিমিকি নাচে
অৰূপৰ ৰূপৰ সন্ধান ঃ
সেই দেখি, শিল্পী আহিনৰ হৃদয়ত নুনুমায়
অন্তহীন ৰূপ-তৃষা,
সেই দেখি, সুঁৰতীৰ শৰ-এৰা বিহগৰ দৰে
শান্তিহীন, শ্ৰান্তিহীন, চিৰদিন ৰূপাধ্যায়ী
আহিনৰ প্ৰাণ।

১৯৪১

# বসন্তৰ বেইৰ তলত

বসন্তৰ বেইৰ তলত
বিয়া-নাম জাউৰি-জাউৰি ;
ফাগুনীৰ হেঁচোকনি পাই
গছ-পাতে মাৰিছে ঝুঁহৰি।

পৈপাৰ ছেৰত নটুৱা ডেকাৰ
মুখৰ হাচটি সৰে,
উভতি চাওঁতে গাভৰু খোপাৰ
মালতী স্ফুলকি পৰে।

১৯৩৭

বহুকমল/৫

## শাৰদী

সিদিনাও এইদৰে জীৱনৰ প্ৰথম পুৱাতে,
সৰিছিল মুক্তা মণি প্ৰতিটি খোজত ?
এইদৰে নাচিছিল ধৱল বুকুত
হালিজালি পদুমৰ স্নিগ্ধ কলিবোৰ ?
এইদৰে গলি গলি জোনৰ কিৰণ
ৰচিছিল তৰা-ফুলী তোমাৰ শয়ন ?
কপাহৰ জোলা যেন শুকুলা ডাৱৰে
যাচিছিল আলফুলে লৰনু-পৰশ ?
এইদৰে শেৱালিয়ে বুকুৰ তেজেৰে
পিহিছিল চৰণত চেনেহ-আলতা ?
এইদৰে শুভ্ৰ-কান্তি হিমৰ কণাই
ৰচিছিল প্ৰসাধন তোমাৰ গালৰ ?
এইদৰে নিতে সন্ধ্যা ধূলি উকৰাই
জ্বলিছিল পছিমত ৰাঙলী দাপোণ ?
এইদৰে নিতে পুৱা হিমেৰে আৱৰা
কাৰ মাদকতা সনা তপত বুকত
উঠিছিলা সাৰ পাই, হাঁহি দুষ্ট হাঁহি
মচিছিলা বাক কাৰ ওঁঠৰ কলঙ্ক ?

১৯৩৯

# নৱমীৰ সন্ধ্যা

নৱমীৰ অৱসাদ ল'ই নামি আহে সন্ধিয়াৰ ছায়া,
ছটিয়াই দিয়ে চাৰি কাষে খেলি-মেলি সপোনৰ মায়া
ৰ'দত ভাগৰি লালকাল ধৰণীৰ তপত বুকুত।
আলিৰ কাষত পৰি থকা ধূলি ভৰা ছবৰি-দেহত
দিনটীয়া টোপনিৰপৰা পোকবোৰ উঠে সাৰ পাই,
নৱমীক জনায় স্বাগত আৰতিৰ গীত গাই গাই।
কবিতাৰ অনাদৃতা হৈও গীতেৰে মুখৰ প্ৰকৃতিৰ
আপোনাত আপুনিয়ে যেন উথলি উঠিছে আৰতিৰ
পূজাৰিৰ তীব্ৰ সমস্বৰঃ গোবৰুৱা কেঁচু-কুমটিয়ে
অৰ্দ্ধ-ম্লান, ক্লান্ত পৃথিৱীত গীতে-মাতে' প্ৰাণ সিঁচি দিয়ে
আহিনৰ খেতি-পথাৰৰ জাবৰৰ পত্তুৰ মাজত
অগনিৰ শিখা শেষ হয় জলি জলি। তাৰেই বুকুত
পোহৰৰ সন্ধান বিচাৰি জাকে-জুমে চগা আহি পৰি
—ভাব-শূন্য সাবটে মৃত্যুক শূইনক ধ্যান কৰি কৰি
ডাৱৰৰ দৰে বগা সেই গন্ধ-হীন ধোঁৱাৰ মালাই
নিঃকিন ধৰণীৰ যেন বেদনাৰ ধুনাহে জলায়।

ধৰণীৰ কোলাহল শুনি ডাৱৰৰ সুৰুঙা বিচাৰি
চন্দ্ৰদেৱ যায় লৰি লৰি। ধনুৰ আগত উবা মাৰি,
সিঁচৰতি হ'ই পৰা, বগা তুলাৰ নিচিনা মেঘবোৰ
ভাবনা-আকুল হ'ই যেন পৰে ছিগি-ভাগি। সিহঁতৰ
শুকুলা বুকুত তৰাবোৰে লিখি দিয়ে মৰমৰ ভাষা।
সেই ভাষা নীৰৱেৰে সৰি ধৰণীৰ শুভ্ৰ, স্নিগ্ধ আশা

সঞ্চাৰিছে গোপন হিয়াত :
মুকুতাৰ মণি-মালা জলে
সক সক ঘাঁহৰ পাতত
জোনাকৰ ধল-পৰশত।

নগৰত মহা সমাৰোহ,
মন্দিৰত বাজিছে আৰতি :
উদাত্ত কণ্ঠত বাজি উঠে
ভীমা-মূৰ্ত্তি, দানৱ-দলনী
বাতৰি-কাগজখনি ল'ই
পছিমৰ ৰণ-পিশাচৰ
শক্তি-ৰূপা তথাপি অম্লান,
তেজ-চিঁন জলে চৰণত,
'পূজা'ৰ বিলাস ভৰি উঠা
চ'উদিশে উন্‌মুক্ত গন্ধ
শক্তি-ৰূপা দুৰ্গা গোসানীৰ
পূজা-সেৱা-ৰত পূজাৰিৰ
শক্তিৰ মহিমা। সমুখত
গোসানীয়ে চাঁহে অবিৰত।
ৰেডিঅ' কাষত কতজনে
কথাকেই ভাবে মনে-মনে।
বলি দিয়া ছাগলীৰ
চাই থাকে নৰৰ, নাৰীৰ
সাজ-পাৰ ৰঙ-বিৰঙৰ,
বিলাসীৰ সুবেশ কেশৰ।

নগৰৰ ঘন ঘন, মিহি মিহি,
আধুনিক জীৱনৰ সাক্ষী,
ঘনে-ঘনে বাজি জনতাৰ
তাৰে কোনো মৃদুল পৰশে
মাজে মাজে বাজি উঠে কত
লগ লয় তাৰ আধুনিকী
কাষৰৰ বিজুলী চাকিৰ
'ৰিম্‌লেচ্' ৰিত্ চকু যুৰি
নৱ 'ফেশ্যন'ৰ পৰিধান—
শাড়ী ফালি অসমীয়া কৰা
যুৱকৰ 'মেয়েলী'-মিশ্রিত
লয়-লাস মৃদু গতি দেখি
অনাবিল ঈৰ্ষ্যাৰ ভাষত।
ইংৰাজী বঙলা উৰ্দ্দু আদি
'পিচ্ছ্' ঢলা শিলৰ বাটত
পাদুকাৰ সঘন শবদ
কলৰৱ স'তে মিলি যায়।
কাৰোবাৰ হৃদয় কঁপায়!
মটৰৰ 'হৰ্ন' নাকী-সুৰে;
মহিলাৰ গ্ৰামফ'ন্-স্বৰে
পোহৰত কৰে তিৰ্‌বিৰ্
সৌন্দৰ্য চৰ্চিতা যুৱতীৰ,
ঝুম্‌কা, নাচনী কাণ-ৰালা,
আধুনিক চাদৰ-মেখেলা।
হংস-নিভ চন্দন-ভঙ্গিৰ
গাভৰুৰো হয় চকু থিৰ
'যোৱান'ৰ কথা-কায়দাত
কোনো ভাষা নোহে অৱজ্ঞাত।

চাইকেল্-ৰিক্শ্বৰপৰা
নামি আহে মাৰোৱাৰী বধূ,
অলঙ্কাৰ অতি সুশোভিত,
প্রাচুর্যই বাধা দিয়ে, সঁচা,
ঠলঙ্, ঠালাঙ, ক’ই, যেন
আজিলৈকে খেতি-পথাৰত
টানে ছুটা মেমেৰা গৰুৱে
কত গ্রাম্য সুন্দৰীৰ তাতে
‘জিলাত ও-নায় হেনো কিবা
যমকে ক’বলে তেও হ’ব,
“ছবিৰ ঘৰ”ৰ পদূলিৰ
আপোনাতে আপুনি মৰহে
লৰে-চৰে কাণৰ কঁৰিয়া,
ভেট কলি মৰহে খোপাত

টিলিঙাৰে সতৰ্ক শুনাই
সুবিশাল শৰীৰ বুৰাই
ঘন্টিওৱা অৱগুণ্ঠনৰ
সাধকক নাৰী-সৌন্দর্যৰ।
টোপনিত, টিলিঙা কোবাই,
হাল-টনা কথাটো জনাই,
উৰলা চ’ইৰ গাড়ীখন ;—
জোঁটা আছে ‘পূজা-চোৰা’ ৰঙ্ ;
কাপোৰত কথা কোৱা ছুয়া ;
চাই লওঁ মানুহৰ ময়া।’
আঁহতৰ আন্ধাৰ তলত
সেই গাৰ’ৰ গাভৰুইঁত ;
বাখকৰা জাংফাই কেৰু ;
ওলমিছে আধা-ছিগা ঠেক।

* * * *

আজি এই উলাহী সন্ধিয়া
জীৱনৰ কত ছবি জলি
পছিমৰ বিগুল্-মাতেৰে
বাজে এয়া পূবৰ আৰতি

আধুনিক মনৰ পটত
মাৰ যায় নিশা-আন্ধাৰত।
কঁপি উঠে ধৰণীৰ হিয়া ;
শান্ত, সৌম্য, পবিত্র সন্ধিয়া।

জীৱনৰ উখল-মাখল
সকলোকে সম-লয় দিয়ে

—সাগৰৰ কল্লোলৰ দৰে—
কোন জানো সুৰৰ ভাস্কৰে!

১৯৪১

## মদন-উছৱ

যৌৱন, আজি তোৰ ৰঙীন উছৱ।
চউপাশে অফুৰন্ত ফুলৰ সৌৰভ,
ৰক্ত-ৰাগ-সমুজ্জ্বল মাধৱী-গৌৰৱ ;

যৌৱন, আজি তোৰ মাদক উছৱ,
আজি তোৰ চকুৰ আগত
সৰগৰ দুৱাৰ মুকলি ;
আজি তোৰ কাণৰ মাজত
তাৰকাৰ মধুৰ কাকলি।

বতাহৰ উদাস বুকুত
সপোনৰ সোণ-ছবি উৰে :
আজি তোৰ তেজৰ সোঁতত
কত তৃষ্ণা উটে আৰু বুৰে।

আজি তই ধৰিছ সাবটি
গিৰি-শিখা উচ্ছল-পৰশ,
আজি তোৰ উন্মাদ বুকুত
সাগৰৰ তৰঙ্গ সৰস ?

পাত সৰা বিৰিখৰ
আঁৰহীন বিজন ডালত
মিলন-আকুল দুটি বিহগে ঢালিছে
প্ৰণয়ৰ উন্মাদনা বায়ুৰ বুকুত।
অশোকৰ বঙ্কিম ওঁঠত
চুম্বনৰ আকুল পিয়াহ ;

পদুমৰ ৰাঙলী বুকুত
কামনাৰ ক্লান্ত হাবিয়াহ।
মলয়াৰ চঞ্চল ওঁঠত
বিয়াকুল গোপন বতৰা;
যৌৱনৰ অভিমান ল'ই
প্ৰকৃতিৰ হৃদয় মুখৰা।
অতি তীব্ৰ ফুল-সৌৰভেৰে
যৌৱনৰ মাদকতা সনা;
নিজকেই নিজেই পাহৰি
যুৱক-যুৱতী উন্মনা।

১৯৪১

# শ্বিলং

গিৰি-শিখৰত তুলি শাসনৰ শিলাময় ঘঁাত,
খচি-পিহি সকলোটি ৰাজনীতি কঠুৰা সাঁথৰ ইয়াতেহে কৰে চুণচাত।
সৰলৰ সৰল শৰীৰ,
শিখৰৰ সেউজীয়া শিৰ
ডাৱৰৰ বুকুত সোমাই
মহী সনা আকাশৰ স'তে মিলি যায়।

বতাহৰ আঘাতত
সৰলৰ চিৰলি পাতত
সুৰ-সমলয় উঠে বাজি।
সেউজী সাজেৰে সাজি,
আদ্‌খিনি উদঙাই আদ্‌খিনি লুকুৱাই থোৱা
এঁকা-বেঁকা আলিটিৰ বন-পাতে ঢাকিছে শেলুৱা।

পুলকত উলাহত নটিনী তটিনী যায় উৰ্বশী-নাচোন নাচি,
ভাগৰুৱা পথিকক চেনেহৰ মাতষাৰি যাচি।
বহু দুৰ নিলগীয়া তটিনীৰ আছে লগৰীয়া;
তাকেহে উদ্দেশ কৰি গীত গায় মন-প্ৰাণ চুৰ কৰি নিয়া।
বহু দুৰ নিলগত পথিকৰ আছে লগৰীয়া;
তটিনীৰ গীত শুনি, নটিনীৰ নাচ চাই, মন-প্ৰাণ হ'ইছে বলিয়া।

# বেথাৰ সপোন

ধুনীয়া ছুনিয়াৰ গুৱনী সৰোবৰখনি।
তাতে
চেনেহৰ বোলেৰে বাংঢালী, ৰাঙলী
পদুমৰ কলি
মিচিকি হাঁহিলে মলয়-পৰশ পাই।

গান ভৰা প্ৰাণ বুকত সুমাই
আদি বসন্তৰ
ৰবযুণ যেন কোমল, মধুৰ
কিবা-কিবি গুণ্ গুণ্ গীতবোৰ গাই গাই
চেনেহৰ মধুময়
টোপোলাটি ল'ই,
বতাহীৰ আঁচলত ধৰি
এটি ম'উমাখি
বিজুলীৰ দৰে হঠাতে দিলেহি দেখা।
তাৰ ফুলৰ ৰেণুৰে বুৰা
চিকিমিকি ছুটি পাখি।

পদুম-পাতৰ শীতল শেতেলিখনি।
তাতে ভাগৰে-জুগৰে
আকাশৰ দৰে শূন্য ভাবনা গুণি
চেনেহৰ পোহাৰ পাতি
মউমাখিটিয়ে
কাহেকে' দিলেহি কান্তি।

সপোনৰ দেশৰপৰা
বিলাহী বিহাখন ল'ই,
মৰমৰ জানো কিবা বেজাৰত আমন-জিমন ক'ই,
মাখি-ম'উৰ শিতানত থমকি ৰ'লহি পৰি,
লাহতী পখিলীজনী
আমন-জিমন কৰি
হুমুনিয়াহ এটি কাঢ়ি।

মোৰ চিল্‌মিল্‌ টোপনি ভাগিল,
হিয়াৰ মাজত গুপুত চেনেহ চমকি জাগিল
বিহাৰ বৰণ লেখি,
করুণাৰে ভৰা পখিলীৰ শুৱনী দুয়োটি নয়ন দেখি।
দেখি
বুকুত জাগিল আশা
বুজি
সাগৰৰ দৰে গভীৰ চাৱনি
দুয়োটি নয়নে নক'ই নক'ই কোৱা
প্ৰাণৰ মধুৰ ভাষা।

"অচিনা পখিলী সখী,
বেজাৰৰ ভাষা চকুৰ পতাত কিয়নো ল'ইছা লেখি?"

হুমুনিয়াহ এটি ছাৰি
বেজাৰৰ হাঁহিটি মাৰি
পখিলীয়ে ক'লে, 'কিনো ক'ম সোণ, মোৰ কেঁচাসোণ!
বুকু বেজেৰোৱা কথা ঃ
জগতখনৰে চেনেহৰ হেঁচাত বাজিছে বুকুত ব্যথা।
"নেলাগে নেলাগে চেনেহৰ পখিলী, বেজাৰৰ কথা ক'ব,

বেজাৰৰ ভাব কিয়নো লাগিছে অকলে অকলে ব'ব ?
মই জানো নাই, হঁয়,
তোৰে পৰাণৰ তিতা হুমুনিয়া' হ'ই ?"

চাৰিটি চকুৰ চিকুণ চুকেদি চকুলো পিছলি গ'ল,
চেনেহৰ কথা দুয়োৰে চকুত জিলিকি জিলিকি ৰ'ল।
মুখত নোলাল কথা,
বুকুত বাজিল
বুকুতে থাকিল
উতলা মৰমৰ বেথা।

পদুমৰ গাত লহৰীৰ হেঁচোক লাগি
পাহিকে'টি জাপ গ'ল,
চেনেহৰ কথা মনে-মনে পাতি
দুয়োটি দৰদী পদুমৰ বুকতে ৰ'ল।

১৯৪১

# চেনেহৰ বিচাৰ

চেনেহৰ পখিলী মোৰ,
তুখিলি পাখি যে তোৰ
সপোনৰ ছবিৰে পুৰ,
চেনেহৰ পখিলী মোৰ
ৰামধনুখনে
আকাশত ছালি ধৰে ;
ম'ৰাৰ পাখিয়ে চ'ৰাৰ শিৰত
ৰূপৰ মায়াখন তৰে,
চকু চাট মাৰি ধৰে,
বাঘ-মোৰ ধৰে মোৰ।
অ' চেনেহৰ পখিলী মোৰ।

সেউজী পাতৰ আঁৰৰ
লাহী মালতীৰ পাহি
হাঁহে খিয়ালৰ হাঁহি,
পখিলীৰ লাহ দেখি,
"হেৰেই বিলাহী সখী,
কিনো যে ধুনতী তই
ফুলৰ ঘৰে ঘৰে গ'ই
কিনো বিলাহৰ
গপ মৰা কথা
টিপতে ফুৰিছ ক'ই ?"

'নিৰ্জু মালতী সখী,
চকুযে পুৰিছে তোৰ
মোৰ লাহ-বাহ দেখি,
তইবা কিয়নো
খোপাত, বুকত
গান্ধ-তেল-চলু ঘঁহি,
কাৰ কাৰণেবা
চেনেহৰ পোহাৰ পাতি
পাত-দুৱাৰৰ ফাঁকেদি চাইছ তুমি
শ্যামলী পীৰাত বহি ?

সাগৰৰ দেশৰপৰা
তেল-টেঙা মাজি,
বালিমাহী এটি আহি,
কঁকালটো খামুচি ধৰি,
নাচোন এপাক মাৰি,
দনুখন দোখ
ফিচিকি পেলালে হাঁহি ;
সাগৰৰপৰা আহি।
ক'লে, ''ৰূপত নহ'লে, ধুনত নহ'লে,
গোন্ধত নহ'লে, গুণত নহ'লে,
জীৱন কিটোনো বাক ?
কোনে মুঠি মুঠি কৰি
সাগৰৰ বালিবোৰ ধৰি
বান্ধি বান্ধি দিব
মৰমৰ চেনেহৰ বহিৰে লেটোঙা লাক ?''

# জোনাকৰ ধৱল সাগৰ

জোনাকৰ ধৱল সাগৰ ঃ
তৰঙ্গিত বিশাল শূন্যতা ঃ
উদ্দাম, অশান্ত হৃদয়ৰ
অৰ্থহীন, ভ্ৰান্ত বিজনতা ।

১৯৪১

# নাৰী

তুমি কোন সৌন্দৰ্যৰ মোহন স্বৰ্গৰপৰা
ইন্দ্ৰজাল মেৰিয়াই খহি পৰা সন্ধ্যা ভৰা ?
কোন কাব্য-কাননৰ ৰঙচুৱা ফুলপাহি,
মৰ্ত্যত ৰূপৰ জুই তুলি দিলা হাঁহি হাঁহি ঃ
নিতে নৱ-মধুপৰ চাৰি কাষ বেৰি বেৰি
আৱেগ-গুঞ্জন। তুমি কোন ভূমা সিন্ধু জুৰি
উজলাই, উতলাই অগ্নিময় সৌন্দৰ্যৰ
ৰূপ-শিখা, চাই চাই প্ৰতিবিম্ব নিজৰ ৰূপৰ
ভোল গ'ই আহি পালা এই মৰ্ত্য-ভূমি ? তুমি
কস্তুৰী মৃগীৰ দৰে নিজৰ সৌন্দৰ্য শুঙি
হ'ইছা বাউলী। বাৰে বাৰে চাইছা দাপোণ
নিজ সৌন্দৰ্যই নিতে নৱ খেলিছে সপোন।
বুকুৰ মেঠনি খুলি যৌৱন-বাগৰ ছুটি
পদুমৰ কলি দেখি পালা তুমি কিবা জুতি :
সামৰিও বাৰে বাৰে, বাৰে বাৰে অঁতৰালা
ৰিহাৰ আঁচলখনি। বাৰে বাৰে কত চালা
মেখেলা-পাতলি দাঙি কেতেকী-পহীয়া ছুটি
হালধীয়া ভৰি। উতলন ভাৱনাত উটি
পাহৰি যাওঁতে তুমি নিজৰেই চাৰি কাষ,
এককৰাই,, মেৰিয়াই ৰূপ-গৰবৰ পাশ,
কতনো উজুটি খোৱা ঃ শেৱালি-চুপহি-প্ৰায়
ৰঙা পৰে কুমলীয়া ভৰিৰ আঙুলি। সেই
উজ্জ্বল খোপাটি ভাঙি চুলিৰে গুঁঠিলা বেণী,

ৰূপতে ৰহণ ঢালি ফুলৰ পৰাগ সানি
নিটোল কপোলহালি আটক-ধুনীয়া কৰি
পাতিলা ৰূপৰ হাট। সৰ্বাঙ্গ শৰীৰ জুৰি
সৌন্দৰ্যৰ মহা-সিন্ধু উঠিল হিন্দোলি-নাচি ঃ
তৰঙ্গে-তৰঙ্গে যেন নিতে নব ম'উ যাচি
চিৰন্তন থাকিবা উমলি। নাৰী। গৰবিনী।
নৰৰ হাতত বিকি নিটোল সৌন্দৰ্যখিনি
ভাবিছিলা চিৰকাল ৰাখিবা ভুলাই। হায়।
খুলি থালে গৰবেই! কালৰ নিদাঘে পাই
মৰ্ম-ভেদী খেলা কৰি সৌন্দৰ্যৰ মহাহাট
কৰিলে উছন্। মিছা অনুতাপ, অশ্ৰু-পাত।
তৰাৰ মাজেদি টানি নমুৱালা ৰূপ-ৰথ ;
ধৰাৰ মাজেদি যাব ভেদি জৰা লক্ষ্যপথ।

# নাৰী

স্বৰ্গৰ অমৃত-ধাৰা স্তন্যত সুমাই,
তুমি স্নেহ-ভাগীৰথী আনিলা নমাই।
অন্তৰৰ ঘৰখনি স্নিগ্ধতা ভৰাই
ফেনিল শেতেলিখনি ৰাখিছা সজাই।
তোমাৰ গৰ্ভৰ কোন নিভৃত কোষত
সন্তানক পালি-পুহি নিজৰ তেজত,
প্ৰসবৰ বেদনাত হ'ই বিহ্বল,
সৃষ্টিৰ গৰিমা মাথোঁ কৰিছা বিপুল।

নিজ হাতে যত মানে আৱৰ্জনা খচি,
দিনে-ৰাতি সন্তানৰ দুখ-কষ্ট মচি,
হাঁহা অবিৰত। তুমি নিত'উ নিত'উ
'নয়নৰ মণি'টিক আত'উ-পুত'উ
কৰি কৰি কোনো কালে নপৰা ভাগৰি।
স্নেহৰ পোনাক তুমি আঁকোৱালি ধৰি
কিমান চুম্বন যাচা। দাৰুণ ৰোগত
পৰা পুত্ৰৰ কাৰণে প্ৰভু-চৰণত
কিমান চকুলো ঢালা! খঙ, দেখুৱাই
দুষ্ট পুত্ৰক তোমাৰ, হিয়াত লুকাই
চেনেহৰ ভাৰ সাঁচি থোৱা যতনাই,
নিজৰ ভাগৰো মুঠি দিয়াহি খুৱাই।

নগুলা-মুৰত থ'ই বাৰে বাৰে তুমি,

আহিছেনে পোনাকণ, চোৱাগ'ই তুমি।
প্ৰৱসুৱা পুত্ৰটিৰ নাহে যদি চিঠি,
দিনে-ৰাতি দেই-পুৰি জ্বলে তৱ হৃদি।
ঘৰখনি সুশৃঙ্খল যতনেৰে ৰাখি,
বিতৰিছা অফুৰন্ত তৱ স্নেহ-ৰাশি।
দিনে-ৰাতি কৰুণাৰ বজাই আৰতি,
তুমি প্ৰীতি, তুমি ক্ষমা, ঘৰৰ জেউতি

১৯৪৪

# অন্ত্যজা

মাথোন একেটি ক্ষণ-- তাতে
তোৰ দিব্য ৰূপ-গৰিমাই
স্বৰ্গীয়তা ভৰা কিবা ভাব-সৌৰভেৰে
অন্তৰ বুৰালে মোৰ।
চিত্ৰৰ পুতলী যেন
দেৱ-কন্যা ৰাজ-কন্যা ঋষি-কন্যাকাৰ
অজন্তা-গিৰিৰ শিলৰ ৰেখাৰে আঁকা
অনিন্দ্য সৌন্দৰ্য্য তোৰ—
অথচ তাতেই তোৰ কোনোবাটি জনমৰ অভিশাপ ঃ
ক্লেদময় দৰিদ্ৰতা
সমাজৰ হেয় চকু পৰা 'জাত'ৰ নীচতা
পৃথিৱীৰ অজ্ঞাত কোণৰ এই ঘোৰ অন্ধকাৰ !
তোৰ ললিত সৌন্দৰ্য ঃ
সাপৰ নেগুৰ যেন মুক্ত কেশ-ৰাশি
দূৰ-দিগন্তৰ শুভ্ৰ-নীল শিখৰৰ দৰে বলিত নাকটি
কেঁচা সোণ যেন হ'ই শোণিত বিৰিঙি উঠা
নীল পদ্ম যেন স্তোক-শ্যাম দেহৰ বৰণ
লাজত কামুৰি ধৰা হাতৰ দাঁতিয়ে দেখি
ৰঙা চন্দনৰ গুটি বৈ পৰা দুয়োটি ওঁঠৰ পাত
অন্তৰৰ ফেনিল যৌৱন-ভাৰে
দোঁ খাই পৰা ডিঙিৰ ভাঁজটি
খোজৰ লাজত কঁপা
বীণাৰ কঁকাল যেন ক্ষীণ মধ্য-দেহ

লেখনীৰ ঢৌ যেন মৃণাল-সদৃশ নিটোল নিতম্ব
শিলগুটি ছুবৰিব নিঠুৰ পৰশে আলক্ত-বৰণ কৰা চৰণৰ পাহি
তোৰ এই ৰূপৰ উচ্ছল হাবিলাস ঃ
দেহ ভৰি জ্বলি-পুৰি ভস্ম হই উঠা স্নেহ-সৌৰভত
দৰিদ্ৰত সনা তোৰ মলিন কাপোৰে
বিলৰ বোকাই পদুমৰ জেউতি চৰোৱা দৰে সুৰগা চৰায়।

নাজানো কোন সূৰ্যদেৱে
তোৰ এই ৰূপ-শতদল দেখি
বহি বহি আৰাধিছে স্নেহ-আৰাধনা।
কাৰণ
তইতো নহৱ কোনো মানুহৰ হীনতাৰে লঘুতাৰে
পৃথিৱীৰ কলুষ-মলিন ছুহাতৰ হীন উপভোগ্য।

এটি ক্ষণ
কত দিন নিলগৰ—
চলন্ত গাড়ীৰপৰা চকামকা কৰি দেখা এটি ক্ষণ—
তাৰ স্মৃতি ফুলি উঠে মানসত
কুঁৱলীয়ে লেপি থোৱা জোনাকৰ দৰে ঃ
আজিও মনত পৰে
এই শিশিৰৰ নিশা-সমাপ্তিৰ
বাস্তৱৰ পঙ্ক ভেদি উঠা
ব্যথাক্লিষ্ট সুখৰ সপোন ঃ
লক্ষ্মীহীনা সৌন্দৰ্য্যৰ লখিমী গোসানী।

১৯৪১

## ক'লী-মেম

আকাশৰ নীলা যেন
তাইৰ দুটি চকু
জিলিকা ক'লা মুখৰ মাজত দুয়োটা জিলিকি থাকে।
ইলেকট্ৰিক লাইটৰ বাল্‌বৰ প্লেটিনাম তাঁৰৰ পোহৰৰ দৰে
তাইৰ দুপাৰি দাঁত
হাঁহিলে জিলিকি পৰে
নহ'লে মাতিলে সুৰদি মইনাৰ মাত
তাইৰ কাণৰ ডাঙৰ বিন্ধা
গুণাই সোণাৰিয়ে বাখৰ খুঁউওৱা জাংফাই কেৰুয়োৰ
ফটিকৰ দৰে সদায় জিলিকে তাত।
তাইৰ খোপা, কিনো নাচাবা! ভীম কলৰহে যেন ডিল
তাতে ফুলি থাকে পাতল মহী-বৰণীয়া বৰ মেটেকাৰ ফুল।
তাইৰ নাক লগুণে শুওৱা বামুণী ভেকুলীৰ যেন পিঠি
তাতে ওলমি ওলমি ধেমালি কৰিছে ৰূপৰ নাক-ফুল।
তেল-টেঙা ঘহা চিক্‌মিক্‌ কৰা
দুখন তাইৰ গাল।
মুগাৰ ৰিহাৰ মেঠনীৰ কঁপনি তাইৰ নিপোটল গাত।
গাম-খাৰুযোৰ বাপেকে বন্ধকত দিলে-- কাণিৰ কাৰণে হনু--
তাইৰ উদং হাতৰ ঠাৰি
তেল পৰি পিছলা তাইৰ নিমজ হাতত ঠাৰি।
দীঘল দীঘল বঁকিয়াৰ দুকাষে আহিনৰ বতাহ লাগি
কঁপিছে আহোমশালিৰ থোক
আধা-পকা পুৰঠ ধানৰ পাতল গোন্ধ বতাহ চৌৱাই আহে

দূৰৰ গানৰ দৰে
তাই তাৰে মাজেদিয়ে আহে হালি-জালি—
নাচনী ধাননিৰ লগৰে নাচনী তাই—
জগত-জোৰা চিৰ-নাচোনৰ ছন্দৰ লহৰ মিলাই।
তাইৰ এহাতে পুৰণি জুলুকি এটা
আনখন হাতে মাছ ভৰি থকা তোনা।
তাইৰ বোকাৰে লুতুৰি-পুতুৰি হোৱা মেখেলাৰ আউঠি
তাইৰ কেতেকী-পহীয়া কলাফুল দুটা কোবাই কোবাই আহে।
চক্-বজাৰলৈ তাই যাবই লাগিব আজি
গান্ধ তেল কণ—ছিছিমালতী—কিনিবলৈ তাইৰ পুৰাকৈ পইছা নাই।
এইজনীয়েই ক’লী মেম,
মোৰ ক’লী মেম
ক’লী মেম তাইৰেহে নাম।
তাই অনুন্নতৰ দলৰ আন্ধাৰৰ সন্ততি এটি।
অনেক-কলীয়া চিনাকি তাইৰে মোৰ
অনেক কালৰ তাইৰ জোকোৰা মাত—ক’লী মেম
সেই মাত মাতিলে তাইৰ চকুত বিজুলী চমকি উঠে,
তাইৰ জীৱনৰ সকলো দুখকে
ক’লী মেম বুলিলে
তেনেই পাহৰি যায় ;
“কি অ’ এইটো”—নোকোৰা ভাষাৰে চকুৰ ঠাঁৰেৰে কয়
তাই পাহৰে ৰূপৰ ভেম।
সেই বাবে মই,
ওপৰ কুলৰ মই,
তাই অহালৈ সদায়েই বাট চাওঁ,
কাৰণ—
কাৰণ তাই যে ক’লী মেম।
১৯৪১

# এধানিৰ নাজৌ ফুল

এধানি ছোৱালীকণি
পদূলিত ধেমালি কৰে ;
জুটুলা-জুটুল্ চুলি—বাৰিষাৰ মেঘ-বৰণীয়া—
শেঁতা গালৰ আভাকণি ঘনে ঢাকি ধৰে।

বাট জোৰা ধূলিবোৰ
তাইৰ বুকৰ ভাই ;
গৰু-খিচৰ মুকুতাৰে মণিধাৰি ডিঙিত আঁৰি
কিৰীলিৰে আকাশখনক ঘনে নচুৱায়।

বাটে-ঘাটে ফুলি থকা
বনৰীয়া ফুলবোৰে
"সখী" বুলি এধানিক চকু-টিপত মাতি ঘনে
ৰেণু মাৰি শেঁতা গালক বিনন্দীয়া কৰে।

ল-নী মুখৰ মিঠা মাতে
বতাহ কঁপাই যায় ;
সুনীল-বৰণ আকাশ ভেদি, প্ৰতিধ্বনি তুলি তুলি,
মোৰ হিয়াত সপোন ঢালে, ভুবন ভুলায়।

জগতখনেই দেহী যেন
বুকুৰ মহা আপোন.
তাইৰ লৰত বিজুলীয়ে ঘনে ঘনে দেখা দিয়ে,
বন নাচে ভৰিৰ তলত, পাহৰি সপোন।

আমৰ তলত যখিনীয়ে
খৰক'ই চাপৰি বায় ;

এধানিৰ নাচ চাই চাপৰি পাহৰি যায় ;
তাইৰ গাৰে বতাহ লাগি আমো মলিয়ায়।

কেতেকীক শিয়ঁাৰে তাই,
হাবি নিজম পৰে ;
কুলিটিয়ে তাইৰ স'তে চুপতিশ্বন মাৰে ;
তাইৰ গাৰে থুন্দা খাই বতাহ ভিৰাই লৰে

তাই নহয় কোনো কালৰ
মোৰ বুকুৰ কুটুম ;
তেও দেখোঁ কোমল, করুণ চাৱনিটি ল'ই
হৰি নিব খোজে মোৰ বুকুৰ মৰম।

কোমল হাতৰ আঁজলিৰে
দুটি নাৰ্জী ফুল
এদিনাখন তুলি আনি মোৰ হাতত দি
কিৰীলিৰে হিয়া কঁপাই উৰি গুচি গ'ল।

বুকুত থোৱা ফুল দুটি
তাতেই মৰহি গ'ল,
মনত যদি পৰে মোৰ সেই মুখখনি
হিয়াখনি কান্দি উঠে,
হয় নয়ন সজল।

# শাপ

ভৰ দুপৰীয়া বাঁহীটি বজালোঁ
কদম-তলতে বহি ;
সুৰত ফুলিল বুকুৰ মাজৰ
যাতনাৰ ফুলপাহি ।
কেতেকী বনৰ মউ গোন্ধ আহি
চউভিতি আমোলায় ;
বাঁহীৰ সুৰতে কেতেকীৰ ৰেণু
তল সৰি সৰি যায় ।
কদম-তলৰ পৰখীয়াটিয়ে
লাল্-কাল্ টোপনিত
বাঁহী-মাত শুনি সপোন-পুৰীত
উকৰাই দিলে চিত ।
"ঘৰতো নপৰে মন সমনীয়া
পথাৰত নপৰে মন,
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন ।"
ডেওনাৰ ওপৰে বিণিকি দেখিলোঁ
মইনাৰ তাঁত-শাল ;
চম্পা কলি যেন আঙুলিত লাগি
নাচিছে গৰকাডাল ।
দুৱলিত শুনিলোঁ বনৰীয়া নাম—
"কিনো তোৰ অমাতৰ মাত ।
তাঁতৰে শালতে দেখিবৰেপৰা
পেটলৈ যোৱা নাই ভাত ।"

কেতেকীৰ তলতে কিহে তিৰেবিৰায়
চকৰী ফেটীৰ মণি ;
কেতেকীৰ গোন্ধতে ভোল গ'ল সিও
বাঁহীৰ মাতটি শুনি।
মইনাৰ বুকুতে কিহে তিৰেবিৰায়
নুফুলা পদুমৰ কলি ;
তাৰো যে তলতে আছে ফেটী সাপ
ছুলেই উঠিব জলি।
বতাহৰ চালতে আহে যেন মইনাৰ
ম'উ-উশাহৰ তাপ ;
কোননো বিধতাই মইনাৰ যৌৱনক
দিলে এনেকুৱা শাপ ?
"লাহীকৈ কেতেকীৰ পাহি
বুকুত দিয়ে গ'লি জলা জুই একুৰা
মুখৰ ল'য়ে গ'লি হাঁহি।"

১৯৩৯

# কবিতা-কঙাল

প্ৰিয়,

কিনো বাৰু কবিতা ৰচিম--
কবিতাৰ সাগৰত ঢোলোকনি খাই
আৰু কত নাহুৰি ফুৰিম?

যৌৱনৰ বসন্তৰ হাঁহি-ভৰা চকুৰ চাৱনি,
ওঁঠত ৰসৰ তৃষা, হৰষৰ মধুৰ কঁপনি
গছে-বনে, ফুলে-পাতে সুন্দৰৰ নাচৰ লহৰ,
যমুনাৰ সিপাৰৰ যৌৱনৰ বাঁহীৰ মাতৰ
মাধুৰীয়ে এয়া মোক কৰিলে বলিয়া:
সেই বাবে আজি মই কবিতা-দুখীয়া।

দুচকুৰে যায় ব'ই যৌৱনৰ ৰসৰ মদিৰা,
দুহাতত দিছে আঁৰি সপোনেও মধুৰ মঞ্জিৰা,
ফুলি উঠে যেনি চাওঁ একোপাহি সৰগী কাঞ্চন,
আনন্দৰ কল-তান, আবেগত হিয়াৰ কম্পন,--

এই উৎসৱে মোক কৰিলে বলিয়া
সেই বাবে আজি মই কবিতা-দুখীয়া।

জীৱনৰ লুইতৰ নাচি থকা ঢ'উৰ বুকুত
জিলিকিছে ৰূপ-ৰেখা—তৃপিতিৰ বাসনা গুপুত,
আশাৰ মলয়া পাই পাৰি দিছোঁ স্নেহৰ ডিঙৰা
সপোনৰ কাহিনীৰে আজি মোৰ হৃদয় মুখৰা;

যদিওবা মন মোৰ সপোন-বলিয়া,
সিমানতো মই হ'লোঁ কবিতা-দুখীয়া।

সপোনত ওঁঠ ছুটি কঁপি উঠে সুখ-পৰশত,
থ'উকি-বাথ'উ হিয়া নিজৰেই গানৰ তানত
গছ-পাত, ফুল-ডালে দিয়ে তাৰ সুখ-সমিধান—
দখিনৰ সমীৰণে চেনেহৰ আনে প্ৰতিদান।

কিন্তু আবেগৰ ঢ'উ তেনেই ধলিয়া;
সেয়েহে হইছোঁ মই কবিতা-দুখীয়া

জীৱনৰ কেতেকী-তগৰ ফুলে লাহতী বেশেৰে,
প্ৰাণৰ কেতেকীটিয়ে গান গায় মধুৰ সুৰেৰে,
তটিনীৰ কল-ৰৱে সোণতেই সুৰগা চৰায়,
প্ৰকৃতিৰ লাস-বেশে প্ৰণয়ৰ বাসনা জগায়;

যৌৱনত হিয়া মোৰ হইছে উতলা
সেয়েহে দেখিছা মোক কবিতা-পগলা।

মিলনৰ মধুময় ৰহঘৰা ৰসতে শুকায়,
বিৰহৰ অগনিত সকলোটি দেই-পুৰি যায়।
বিৰহী-যক্ষৰ সেয়ে প্ৰেম-মদ উঠিল উথলি,
সেয়েহে মেঘেও আনে বিৰহীৰ যন্ত্ৰণা-বাতৰি।

বিৰহৰ গানে কৰে বেদনা উতলা;
বিৰহী কবিতা মোৰ উতলা-পগলা।

চকুলোৰ বুদ্‌বুদ্‌ নাচি উঠে হিয়াৰ মাজত,
মাৰ যায় যৌৱনৰ সুখ-বেলি দুখ-দিগন্তত:
কিন্তু তাৰ হেন্দোলনি, দুখ-ভৰা সঙ্গীতৰ ঢ'উ—
সেয়ে মোৰ জীৱনৰ ব্যথা ভৰা আদৰৰ ম'উ;

বিষাদতো হিয়া মোৰ হৰিষে পগলা;
মাধৱী-কবিতা-লতা সেয়েহে চঞ্চলা।

১৯৩৪

# পুষ্পিতা

অৰুণ কিৰণে আহি সুচকু-যুগাল চাটি
যাচি গ'ল চেনেহ-চুমাটি :
লাজতেই গ'লোঁ জঁয় পৰি,
বিহাৰ আগেৰে মাথোঁ লাজ মোৰ ৰাখিলোঁ সামৰি।

বুকুৰ মাজত মোৰ, নেদেখা, নুবুজা, কিবা, নাচি থকা হাতখন সানি,
যৌৱন-গৌৰৱ মোৰ উদঙাই মলয়াই বিহাখনো ল'ই গ'ল টানি।

বতাহত কঁপি কঁপি
সৌন্দৰ্যৰ ৰূপ জপি জপি,
ফুলত ফুলটি লাগি
নিকৰুণ সকৰুণ···· স্তব্ধ এটি সুৰ উঠে জাগি
মই কিন্তু একোকে নুবুজোঁ :
নুবুজোঁতো নুবুজিও তাৰে যেন বাৰে বাৰে সমিধান খোজোঁ ;
কাক খোজোঁ তাকোতো নাজানো !
ইমানকে মাথোঁ মই জানো :—

শব্দ-হীন অৰ্থ-হীন,—ভাষা-ময়, প্ৰাণ-ময়
কিবা-যেন-কিবা-এটি, প্ৰহেলিকা ইযাতেই পৰিছেহি লয়।

ওঁঠ, চকু,
দুটি বুকু, ····
সৰ্বাঙ্গ শৰীৰ জুৰি
সুখৰ লহৰী পৰি
কিবা এক আকুল ক্ৰন্দন—
চিৰ-কাম্য কোনোবা জনৰ মধু পৰশন····

ক্ষুধাতুৰ
শৰীৰৰ
সকলো অঙ্গৰ
চিৰ-দীপ্ত, চিৰ-সুপ্ত জ্বলে হুতাশন—
চিৰ-ৰিক্ত হৃদয়ৰ তিক্ত শিহৰণ ॥

১৯৪১

# সুদূৰৰো দূৰ আকাশৰ

সুদূৰৰো দূৰ আকাশৰ
ওঁঠত পৰিল আহি মোৰ
দুটি মাথোঁ পানীৰ কণিকা,

দুটি ওঁঠ উঠিল শিয়ঁৰি
কিবা যেন কিবাটো সুঁৱৰি
কিবা মহা স্নিগ্ধ ৰহস্যৰ
আধা-মেলা আধা-দঙা হ'ল
ক্ষীণ যৱনিকা।

সেইদিনা মাধৱী-কুঞ্জত,
বসন্তৰ তৰাৰ পুঞ্জত,
কিবা যেন কিবা এটি
উঠিল হিল্লোল :

লেউ-সেউ মাধৱী লতাই
কিবা যেন সঁহাৰিটি পাই
ঊৰ্ধ্বমুখী ফুলৰ নিচিনা
আকাশলৈ মাথোঁ চাই ৰ'ল।

বসন্তৰ চঞ্চল মেঘৰ
নাচি থকা তৰল বুকুৰ
মাধৱীৰ বুকুতো সৰিল
বৰষা-কণিকা :

সেয়ে, আজি মোৰ অধৰৰ
তৃষ্ণা এটি জাগে মিলনৰ ;
সেয়ে, আজি মাধুৰী-চঞ্চল
মাধৱীৰ মধুৰ বীথিকা।

আধা-মেলা আধা-দঙা ক্ষীণ ৰশ্মিকা

১৯৪১

# সৃষ্টিৰ মন্ত্ৰ

ইন্দ্ৰৰ গৌৰৱ-দীপ্ত স্বৰ্গীয় কিৰীটি
লুটি পৰে চৰণত নৰকাসুৰৰ।
গাণ্ডীৱীও মূৰ্চ্ছা যায়
সহিব নোৱাৰি তেজ বাল-বীৰ বভ্ৰুবাহনৰ
পাৰে কোব গম্বুজৰ খট্‌ খটা খট্‌ খট্‌
কামাখ্যাৰ মহা মন্দিৰত
ধৰ্ম-দ্ৰোহী কালাপাহাৰৰ।
সেয়েহে নাচিছে আজি বিবস্ত্ৰা গোসানী
খোজে খোজে সন্তানক তেজ বতিয়াই।
ৰক্তবীজে মূৰ তুলি খঙাল চকুৰে
সিংহবাহিনীৰ ফালে মূৰ তুলি চায়।
আজি, যেন মহা-প্ৰলয়ৰ
নট-ৰাজে বজালে ডম্বৰু;
ভাগীৰথী-পাৰ ভাগি
সৃষ্টি আজি হ'ল বুৰোঁ বুৰোঁ।
যৌৱনৰ প্ৰদীপ্ত চকুত
ত্ৰিশূলীৰ কাম-ভস্মী জ্বলে নয়নাগ্নি;
যৌৱনে বিচাৰে আজি
প্ৰলয়, প্ৰলয়, মাথোঁ মহান প্ৰলয়;
সৃষ্টি-কামী যৌৱনৰ সৃষ্টিৰ মন্ত্ৰত আজি
প্ৰলয়ৰ মূৰ্ত্ত অভিনয়।

১৩৪২

# ভাবী প্ৰিয়া

ঢালিলা স্বপ্নত মোৰ জোনোৱালী শাৰদী মাধুৰী
স্বপ্নৰ আবেশে দিলে দিঠককো আনমনা কৰি।
তুমি এটি প্ৰহেলিকা—উদ্ধাউল স্নেহ-কণা সনা ঃ
বিদূৰতে মৰম বিলাই এটি যেন মধুৰ যাতনা।
বুজা নাই কিনো ইযে বিধতাৰ মহা অভিশাপ ঃ
দেহাৰু বিচ্ছেদ ৰচি উতলাই অন্তৰৰ তাপ।
হৃদয়ৰ সোণ মোৰ, আভা যেন, হিয়াতে লুকাই ;
বিচাৰিছো অন্ধ জগতত সৌন্দৰ্যৰ বকু উদঙাই।
তোমাৰেই ৰূপ-ৰেখা সকলৰ লাবণী মুখত,
দেখোঁ যেন, দেখোঁ যেন আগে প্ৰকৃতিৰ বিজুলী ৰূপত ;
কল্পনাৰ ইন্দ্ৰ-জাল ভেদি স্বপ্ন দেখোঁ তোমাৰ ৰূপত ;
স্নেহৰ প্ৰতিমা ৰচোঁ একোণত গুপ্ত অন্তৰৰ।
এদিন দিবাহি দেখা চটিয়াই সুখৰ জোনাক,
চুম্বন-অমৃত ঢালি স্বৰ্গময় কৰিবা দেহাক ঃ
তাকেই ধিয়ান কৰি গুঞ্জৰিছে আৱেগ-ভ্ৰমৰে
জীৱন চিকুণে ৰাখি বকুল-কুঞ্জৰ দৰে।

# প্ৰিয়া

মোৰ
অন্তৰৰ বাসনাৰ
এটুকুৰা
কাঢ়ি ল'ই,

তুমি
কত শত শতিকাৰ
বিৰহৰ
বোজা ব'ই

এই
আদি-হীন, অন্ত-হীন
সময়ৰ
ঘূৰি ঘূৰি কত

শত
কল্প-চাক, পুনুবাৰ
এই ৰূপে
হ'ইছা বেকত।

মোৰ
অন্তৰৰ সৌন্দৰ্যৰ
এটুকুৰা
চুৰি ক'ই,

তুমি
ফুলি আছা অপৰূপ
কমনীয়
কান্তি ল'ই।

আজি
সেয়েহে সুন্দৰী তুমি
তুচকুত
খেলিছা বিজুলী ;

মোৰ
গুপুত বাসনাবোৰ
ভালেটিহে
উঠিছে উজলি।

১৯৩৯

# ৰূপ-ৰাগ

তুমি হেনো সখী অতুল সুন্দৰ,
মোৰ দুচকুৰে ক'লে ;
নাজানো কিজানি মোৰ কল্পনাই
মোৰ দুচকুত চাৰ্মনি মেৰাই
তোমাৰ ৰূপটি ল'লে।
মই হেনো কবি, লোকে ক'ই যায়,
ৰচিছোঁ কবিতা-জাল,
মই হেনো মিছা কল্পনা ৰচি
বেয়াকো দেখিছোঁ ভাল।
হ'ব পাৰে সঁচা—মোৰ কল্পনাৰ
তিলৰ পাহিটি গ'ই
আনে উকা দেখা তোমাৰ নাকত
ৰ'লগে ফুলটি হ'ই।
তোমাৰ দুচকু হ'ব পাৰে মাথোঁ
মানুহৰ দুটি চকু ;
মোৰ কল্পনাই তাতে আক' দেখে
বিজুলীৰ ৰেখা, তৰাৰ জেউতি,
চঞ্চল হৰিণ-চকু,
প্ৰকৃতি-বোলোৱা মধুৰ ছবিটি পদুম-পাতৰ বুকু।
ই'ও চাগে' সঁচা—তোমাৰ দুওঁঠ
চঞ্চল ধৱল মেঘ ;
মোৰ দুচকুৰ ৰঙা বেলিটিয়ে
সানিছে পলাশী ৰেখ।

মোৰ দুচকুত তোমাৰ দুবাহু
হংসীৰ ডিঙিত মেৰ খাই ধৰা
পদুমৰ ঠাৰি দুটি।
সেই ঠাৰিটিৰ একাষৰে ফুলে
দুবুকু শুৱাই
পদুম কলিৰ জোতি।
তোমাৰ চকুত বিজুলী চমকে
মোৰ ই হিয়াৰ
কল্পনাৰ মেঘ লাগি,
তোমাৰ খোজত ধৰণী-বুকুযে
ৰঙাকে-ৰাঙলী হয়,
সিযে মাথোঁ মোৰ দুচকুৰ মায়া—
মোৰ অন্তৰৰ উন্মত্ত ৰূপৰ ৰাগি।

১৯৩৯

# গৰিমা

ৰূপ-দক্ষ ভাস্কৰৰ আঙুলি বুলনি লাগি
'আদ্যা সৃষ্টি বিধাতাৰ' উঠিলা কেতিয়া জাগি ?
ৰাঙলী পদুম যেন সুকোমল ভৰি,
গোলাপৰ পাহি পৰে খোজে পতি সৰি ;
ছুমনে-নুছুম ক'ই মন্দ মলয়াই
খোপাৰ মালতীপাহি যায় নচুৱাই।
হংসীৰ কণ্ঠৰ যেন মধুৰ কঁপনি লাগি
মৃণাল দুবাহু ভৰ উঠে নাচি নাচি ;
পঁচাৰ নসৰা দুটি ব'ই পৰা স্নিগ্ধ চকু,
ৰূপৰ 'গৰিমা কিনো খোৱা আছে সাঁচি !
নৱনীত দুগালত নাপাতি হাঁহিৰ খেলা
চৰোৱা কি অনাঘ্ৰাত-কুসুম-মাধুৰ্য ?
দেহৰ গৰিমাকণি মৃদু আৱৰণে ঢাকি
তুমি নৱ-যৌৱনৰ উদ্ভিন্ন সৌন্দৰ্য !

১৯৩৯

# চুমা

দুটি ওঁঠ—
হৃদয়ৰ বৈকুণ্ঠৰ
দুৱৰী সিহঁত
জয়-বিজয়ৰ ভাই।

হিয়া যদি
উছৰেৰে ভৰি পৰে
মউ-মিলনৰ
আগলি বাতৰি পাই.

কঁপি উঠে
চঞ্চল দুৱৰী দুই
—দুটি ৰঙা ওঁঠ,—
আগন্তুক মিলনৰ

সাজি যেন
মধুৰ তোৰণ এটি
পাদ্য-আৰ্ঘ্য, ধৰি
ৰ'ব চেনেহ-চোঁৱৰ।

চাৰি ওঁঠ
সিহঁতৰ সম্মেলন
চঞ্চলতা ভৰা,—
হৃদয়ৰ আবেগৰ
চঞ্চলতা ভৰা,

দুটি হিয়া
এটি মাত্ৰ পলকতে
একাকাৰ কৰা,

এটি মাত্ৰ
চকু-পঁচাৰতে
মুখল'ই টানি আনি
দুটি হিয়া
এক কৰি ধৰা ;

কিয় বাৰু
চাৰি-ওঁঠ-সম্মেলন
তীব্ৰতাৰ
চেনেহ-চোঁৱৰ মাৰি
হয় যত
চঞ্চলতা ভৰা।

১৯৪১

# কেঁচা সোণ

অন্তৰত মোৰ নুজলি নুজলি জলা
দ্বিতীয়াৰ ৰেখা-জোন,
হিয়া-সুৰগাৰে নগলি নগলি গলা,
চেনেহৰ কেঁচা সোণ,
পলাশী ওঁঠত নুফুটি নুফুটি ফুটা
করুণাৰ ক্ষীণ ভাষা;
শুকান মৰুত নুফুলি নুফুলি ফুলা
জীৱনৰ শুভ্ৰ আশা,
কান্দি কান্দি যাৰে আমনি নালাগে
হাঁহিত চকুলো সৰে;
চকুলোটুপিয়ে হিয়া-ধিমানত
ব্যথাৰ ডাৱৰ ভৰে;
হাঁহিত বিৰিঙে চকুলো-কণাৰে
লগনী ৰামধনুখনি;
দুচকুত আছে সাতো সাগৰৰ
মৰমী পোৱাল মণি;
দয়াৰে সেমেকা মুখখনি যাৰ
বতাহত ওপঙি ফুৰে,
হিয়াৰ যমুনা থ'উকি বাথ'উ
সহজ ভাষাৰ সুৰে;
যাৰ সুকোমল চৰণ-চাবত
চম্পাৰ পাহিও সৰে;

উলটি উলটি চাৰনি-ধাৰেৰে
হৃদয় ৰাঙলী কৰে ;
যাৰ হিয়া-জোৰা পোৱাল-দ্বীপৰ
চেনেহ ৰহণ ধৰি,
মোৰ জীৱনৰ সপোন গাঁথিম
আটক-ধুনীয়া কৰি ;
সেয়া—সেয়ানো বাৰু কোন ?
মোৰ মৰমৰ কষটিত জিলিকা
জীউ লগা কেঁচা সোণ।

১৯৪১

## স্নেহ

ধৰাৰ বুকুত প্ৰাণৰ খেলা যে
দেহাৰ কাৰণে কান্দিছে নিত'উ দেহ
স্নেহ, প্ৰিয়া, সিযে মানপী হিয়াৰ স্নেহ
সন্ধ্যাৰ চকুত স্নিগ্ধ দৃষ্টি দেখি
সেন্দূৰ-বোলোবা দিনৰ পৰে যে শেহ
স্নেহ, প্ৰিয়া, সিযে সন্ধ্যাৰ চকুৰ স্নেহ।
সন্ধিয়া তৰাৰ চকুৰ পঁচাৰে
দিয়ে যেন লাগে স্বৰ্গৰ সন্দেশ
স্নেহ, প্ৰিয়া, সিও তৰাৰ চকুৰ স্নেহ।
পুৱাতে যে জলে ডুবৰি বুকত
নীয়ৰ কণিকাকণ,
সি কাৰনো বুকৰ ধন?
বসন্ত পাহৰি ধৰাৰ এই যে
স্নিগ্ধ শাৰদী বেশ
স্নেহ, প্ৰিয়া, সিযে লাহতী ধৰাৰ স্নেহ।
পুখুৰী পাৰত উঠন বুকুৰ
জলে যে তুলনাকণি
পদুমৰ ছুটি কলি,
কিয় তাৰ এনে চুমা-চুমিখন
কিয় তাৰ লাস-বেশ?
স্নেহ, প্ৰিয়া, জোনৰ কাৰণে পুখুৰী-বুকত
উথলে একণি স্নেহ।

প্ৰিয়া, এই যে তোমাৰ সুৱৰ্ণশিৰীয়া দেহ
এই যে তোমাৰ নিত'উ নতুন
প্ৰকৃতি-শুৱনী বেশ,
স্নেহ, প্ৰিয়া, সেয়ে তোমাৰ অন্তৰ নিজৰা
মোৰ হিয়ালই নিজৰি বাগৰা
মিলন মধুৰ
যাউতিযুগীয়া
স্নেহ।

১৯৩৯

# অভিসাৰ

আঁউসীৰ আন্ধাৰে যেতিয়া কালিন্দী ওৰণি টানি
ধৰণীক ধৰিব আৱৰি,
বস্তি গছি নুমুৰাই থ'ই
মনে মনে আহিবাঁ লাহৰী।

মাজ নিশা সপোনে যেতিয়া নিচুকনি নাম গাই
ধৰণীক শুৱাব সাদৰি,
সকলোৰে শোৱা গম ল'ই
মনে মনে আহিবাঁ লাহৰী।

ভৰিৰ পৰশ পৰি তুবৰি কঁপিব বুলি
মই ৰ'ম কাণ উনিয়াই;
শিতানৰ বস্তি নুমুৱাই
ৰ'ম মই তোমাল'ই চাই।

মোৰ এই চকুৰ পতাই পঁচাৰকে নামাৰিব
তোমাৰেই ৰূপ ধ্যান কৰি;
খৰকৈ আহিবাঁ সোনাই
আন্ধাৰৰ আঁচলত ধৰি।

তুমি আহি কাষতে বহিবাঁ, নজলাবাঁ বস্তিগছি,
ন'হলেবা তাৰে পোহৰত
জাগি উঠি সুপ্ত ধৰণীয়ে
হিয়া মোৰ কৰিব বিতত।

এফালেদি ৰূপহী ধৰণী, আন ফালে তুমি ৰ'বা
পোহৰত অপৰূপ হ'ই ;
সৌন্দৰ্যৰ এমুৰা উছৰে
মন নিব বিয়াকুল ক'ই।

ধৰণীৰ সৌন্দৰ্য-সম্ভাৰ—তাৰ তুলনাৰে মই
ওপচান তোমাৰ জেউতি ;
তেতিয়াতো তোমাৰ ৰূপত
প্ৰাণে মোৰ নাপাব তৃপিতি।

সেই দেখি ৰূপহী সাদৰী, নজলাবা বন্তিগছি
আন্ধাৰতে বহিবা কাষত
আছে যদি, থাকক নিবলে
মধুৰিমা বিপুল বিশ্বত।

নয়নৰ সৰগী জ্যোতিৰে যদি পাৰা উজলাবা
অন্তৰৰ সৌন্দৰ্য-কানন :
তেল পুৰি শলিতা জলালে
বাহিৰতে বন্দী হ'ব মন।

মোৰ এই হাত দুখনিত অধৰেৰে ঢালি দিবা
পৰশন অমৃত সৰস :
পলকতে যাব উৰি উৰি
মধুময় শতেক বৰষ।

ৰজনীৰ নিতাল বুকুত ফুটোঁনে নুফুটোঁ ক'ই
সৰে যদি তোমাৰ ওঁঠৰ
মউ-জৰা হেঁপাহৰ কথা,
সেয়ে হ'ব গীত অমৃতৰ।

যদি আছে দুৰণিৰপৰা বনৰীয়া কেতেকীৰ
বনগীত বননি কঁপাই,
ভাগি যাব সুখৰ সৰগ
অভিসাৰে মাগিব বিদায়।

তথাপিও ৰূপহী সোনাই, নজলাবাঁ বন্তিগছি
বহিবাঁহি নিচেই কাষতে ;
আছে যদি থাকক নিৰলে
মধু ভৰি বিপুল বিশ্বতে।

# জীৱনৰ মূল্যেবা কিমান

জীৱনৰ মূল্য বাকিমান, খন্তেক সময় যদি
সংসাৰৰ কোলাহল কাতি কৰি থ'ই,
প্ৰকৃতিৰ সৌন্দৰ্যৰ মেলা, ৰূপহীৰ ছুটি চকু,
থৰ হ'ই চাবল'ই নোলায় সময় ?

## বিদায়-বেদনা

দিখ'উৰ বুকুৰ স'উ সৰু ঢ'উটিয়ে
হাঁহি-নাচি যায় ভটীয়াই :
তালেৰে সঙ্কেত দি সিও ক'ই যায়,
"যাওঁ মই, মাগিছোঁ বিদায় ;
হাঁহি-কান্দি যাওঁ ভটীয়াই।"
দিখ'উৰ বুকুৰ স'উ সৰু নাওখনি
টুল্-বুল্ কৰি গুচি যায় ;
ব'ঠাৰ কোবত মিলি ভাটিয়ালী সুৰে
পৰীয়াৰ বিদায় জনায়,
দিগন্তত সিও মিলি যায়।
দিখ'উৰ বুকুৰ স'উ বৰ নাওখনি
ভটীয়াই গ'ইছে বেগাই ;
লগিৰ কোবত মিলি কীৰ্তনৰ সুৰে
ক'ই যায়, "বিদায়, বিদায়,
ভটীয়াই যাওঁগে' বেগাই।"
দিখ'উৰ বুকুত স'উ শিহু এযুৰিয়ে
বুৰ মাৰি আক'উ ওলায় ;
সিহঁতেও কয় যেন, 'বিদায়, বিদায়,
তোমাকেতো নাথাকিম চাই
বুৰ মাৰি আক'উ ওলাই।"'
দিখ'উৰ বুকুত স'উ সিপাৰৰ শিমলুৰ
ছবিটিযে উঠিছে উজলি ;

তাতে আহি কুকুৰাই ল'বলে' জিৰণি
সাঁজ-জুই মেলিব ঢাপলি
আকাশলৈ' শেষ-গীতি তুলি।

দিখ'উৰ বুকুত স'উ আকাশৰ বগলীৰ
ডাক পতা উৰণৰ জ্বলিছে ছবিটি ;
তাতো যেন লিখা আছে, "বিদায়. বিদায়,
আমি যাওঁ. যোৰাগ'ই তুমিও সখিটি,
আঁকি ল'ই বিদায়ৰ শেষৰ ছবিটি "

দিখ'উৰ বুকুত স'উ সাদৰী সখীটি মোৰ
আধা তিতা কাপোৰেৰে ৰ'ই,
আজি আমোলোৰা মুখখনি ল'ই
আমোলন হাঁহি আৰু নিদিয়ে বিলাই ;
বুকুৰ আঁচলখনি কুঁচি-মুচি টানি ল'ই
নোতোলে যে হাঁহিটিৰ লয়।
আজি, চেনেহৰ কথাটি নকয়,
চকুলো নসৰা মাথোঁ চকুৰ পতাই
পঁচাৰতে কয়, "যোৰা, দেৱতা, বিদায়" !

দিখ'উৰ বুকুত আজি সান্ধ্য নীৰৱতা
নাই তাত ভাষা বেদনাৰ,
আছে মাথোঁ ছুয়ো পাৰ উটি-বুৰি যোৰা
ডাৱৰৰ চকুলো এধাৰ ;
নাই তাত ভাষা বেদনাৰ।
দিখ'উৰ পাৰত ৰ'ই ছুটি প্ৰাণী কিয়
এইদৰে নিমাত-নিবোল !
নাই কিয় ছুটি ওঁঠ বুৰা হাঁহিটিৰ

আধা ফুটা ৰগৰিৰ বোল !
ফুটি উঠ নিমাত-নিবোল !
আছে যদি সকলোৰে বাবে এনেদৰে
বিদায়ৰ বেথা-ভৰা খেন,
নাই কিয় হুৱা-হুৱা লগা হৃদয়ৰ
প্ৰকাশৰ শকতি একণ ?
অপ্ৰকাশ বিদায়-বেদন।

১৯৩৭

## তোমাৰ চিঠি

ক'মনে? কওঁনে, সখী? তোমাৰ চিঠিয়ে
অন্তৰৰ কিবা বেদনাৰ পথ-ভুলা সহাঁৰিটি দিয়ে?
ক'মনে? কওঁনে, সোণ? আখৰৰ প্ৰতিটি লহৰে
হিয়া-ভৰা কিনো চেনেহৰ আঁজলিটি ধৰে কৰ-যোৰে?
কওঁনে? ক'মনে, প্ৰিয়া? শাৰীটিৰ প্ৰতি পাকে
দৰ'দৰ' অন্তৰৰ অজানিত আশঙ্কাৰ কিবা ছবি আঁকে?
কওঁনে? লগৰী, ক'ম? একেখনি কাগজৰ বুকু ক'লা কৰি
বেদনাৰ বিষ-পানী কিবা দৰে উঠে আজি উজৰি, নিজৰি?
ক'মনে? অ' মোৰ গৰ্ব্ব, ক'ম জানো? প্ৰতিটি বাক্যই
বুকু-ভৰা কিনো গৰবেৰে, স্নেহৰ পতাকা ল'ই
ঘোষণা কৰিছে আজি তোমাৰেই জয়?
ক'মনে? কওঁনে, প্ৰেম-পূজাৰিণী মোৰ? তোমাৰ পূজাই
মঙ্গলৰ আৰতিৰ কিবা পূত কিৰীলি শুনায়:
চিৰ-পূত চেনেহৰ কিবা মধুময়, শান্তিময় মিলনৰ উকলি বজায়?
নালাগে, নকওঁ আৰু
নকওঁ, নালাগে, বাৰু,
মুশুনাওঁ আৰু এটি বাৰো
সখী মোৰ, প্ৰিয়া মোৰ, চেনেহী লগৰী,
গৰ্ব্ব মোৰ, গৰবিনী, শিৱময় সাধনা-সাদৰী,
নিমৰম সত্য কথাবাৰি।
ছয়া-ময়া খেলি যোৱা সখী আজি তুমি মোৰ;
বন্দী আজি তুমি মোৰ মুক্ত অন্তৰৰ,
চিৰ-জনমৰ

নিভৃত হিয়াৰ
ফল তুমি সাধনাৰ—
শুধ-গন্ধী একে পাহি ফুল,
ৰেণু যাৰ আজি মোৰ পৱিত্ৰ অতুল।
হিয়া মোৰ আমোলন—
সমীৰণ....
উন্মাদন....
সমীৰণ উন্মাদ-মগন।

* * *

লাজৰ ওৰণি বুলি
সেইজীয়া পাতখিলি
মুখল'ই মালতীয়ে লয় কিয় তুলি?
মালতী, ভনী তুমি আদৰৰ মন্দ মলয়াৰ:
মলয়াকে নেওচিবা, অভিমান ইমান তোমাৰ?
স্নেহকে নিদিয়া যদি, সহিব কিয়বা বাক, মলয়াই মালতীৰ পৰাগৰ ভাৰ?
সেই দেখি আঁতৰোৱা লাজে-ঢকা ওৰণিৰ আঁৰ।

* * *

আজিহে বুজিছা চাগে' চেনেহে কিদৰে
কলিজা ক'লীয়া কৰি মৰমকো জলা-কলা কৰে;
চেনেহৰ কথা ভাবি আদৰাতি টোপনি নধৰে;
ৰৰষোঁ ৰৰষোঁ কৰি আকাশ আগুৰা ঘোপ-মৰা ডাৱৰৰ দৰে,
অন্তৰ উটাই নিয়া উতলা চকুৰ লোতকবোৰে
চকুৰেদি ব'ই যাওঁ বুলি কথমপি বাগৰি নপৰে।

১৯৩৭

# মুকুতাৰ আখৰেৰে

মুকুতাৰ আখৰেৰে লাখ লাখ চুমা সনা
মৰমৰ চিঠিখনি পাই,
কিযে ম'ৰাছালি ধৰি হিয়াৰ আবেগবোৰে
মোক যেন নাচি নচুৱায়।
কিয় ভাল পোৱা মোৰ, মই কিয় ভাল পাওঁ
বুজোঁ, হায়, নুবুজোঁ তথাপি;
তুমি মোৰ কলিজাৰ তেজৰ মাজতো আছা
তুমি মোৰ আপোন, নিজাপী।
সেই বাবে ভাল পাওঁ, সেই বাবে তোমাৰেহে
ভাৱনাতে ময়ো তন্ম যাওঁ;
সেই বাবে ধৰণীক ইমান ধুনীয়া দেখোঁ
চায়ো আৰু ঘূৰি ঘূৰি চাওঁ।

১৯৪৪

# 'তোমাৰ চিঠিৰ' পিছত

দুটি চকু অভিমান সানি ধুই,
বাস্তৱৰ ঈৰ্ষ্যাময়ী সখী
বাৰিষাৰ ডাৱৰৰ দৰে উদ্বাউল 'চুলিকুছি ল'ই
জনালেহি সম্ভাষণা : কোমল এখনি হিয়া
চূৰমাৰ কৰি নিয়া
ডেৱা-পোৰা এটি হুমুনিয়া।
লগে লগে নৱ বাৰিষাৰ নাচনী জুৰিৰ দৰে
দুচকুৰপৰা অভিমানী চেনেহৰ করুণ নিজৰা জৰি পৰে,
হাতত জিলিকে 'তোমাৰ চিঠি'—ছন্দময়ী মানসীৰ চিঠি—
বিজুলীৰ আঘাতৰ দৰে।
'তোমাৰ চিঠি'—কাৰ চিঠি!
ক'ত তুমি পুহিছা গোপনে
কোন্ ৷ প্ৰিয়, কুহকিনী, পিশাচিনী প্ৰীতি।'
ঠেক ছিগা ফুল যেন চেনেহীৰ ৰাঙলী মু'খনি দুহাতত গুজি ধৰি
শয্যাৰ একাষে ৰ'ল পৰি।
'চিঠি
কল্পনাৰ করুণ ইঙ্গিত মাত্ৰ সিটি।
'আদি কবি বাল্মীকিৰ
কাব্যময় হৃদয় গলোৱা বিৰহিতা ক্ৰৌঞ্চ পখীটিৰ
করুণ ৰোদন-ধ্বনি;
অশোক বনত বহি আঙুলিৰ মাটিত আঁচুৰি বিৰহিনী সীতাৰ বিননি;
চিঠিখনি
সিযে মাথোঁ তাৰে এটি ক্ষীণ প্ৰতিধ্বনি।

'যমুনাৰ জোনাকী জলত কোমল লহৰ তোলা,
গোপিনীৰ হিয়া যমুনাত খলকনি ঢলা,
বকুলৰ
আন্ধাৰ তলৰ
গৰখীয়া কৃষ্ণৰ ওঁঠৰ
সুৰদি বাঁহীৰ সুৰ,
তাকে শুনি উন্মনা কবিয়ে
বীণ ল'ই বেপ দিয়ে,
পূৰ্ব্ব-ৰাগ ফুটি উঠে ছন্দে ছন্দে, শাৰীয়ে শাৰীয়ে ;
কবিয়ে
কল্পনাৰ নায়িকাকে ঘনে ডাক দিয়ে,
প্ৰিয়ে, প্ৰিয়ে, প্ৰিয়ে।

'ৰামগিৰি আশ্ৰমৰ গছে বেৰা-কোমল ছায়াত
জানকীৰ পৰশত পুণ্য হোৱা পানীৰ গৰাত
কুবেৰৰ অভিশপ্ত বিৰহী যক্ষই
নাপাই বুজাব' কাকো হিয়াৰ বিষ'ই,
আকাশৰ মেঘৰ বুকুত ৰচি দিলে প্ৰীতিৰ লিপিকা ;
বৰষা-বীথিকা-মুখৰিত বিৰহ-গীতিকা
বগা বগা কুটজ ফুলৰ
কবি-হৃদয়ৰ।

'মোৰ
সপোনৰ
আদি বসন্তৰ
বিজুলী-চঞ্চলা প্ৰিয়া যক্ষপুৰী অলকাৰ বৈভ্ৰাজ বনত
বগা বগা লোধ্ৰ ফুল-ৰেণু ৰঙচুৱা দুগালত,
খোপা ভৰি কুৰুবক, কাণ-ফুল পিন্ধি শিৰীষৰ,

খোজে খোজে প্ৰিয়ঙ্গুলতাৰ
ফুলবোৰ
ফুলাই ফুলাই,
অলকাৰ
যক্ষৰ ডেকাৰ
ডিঙিটিত দেহ-ভাৰ সমৰ্পণ কৰি
বিলাসিনী প্ৰিয়া মোৰ ভ্ৰমিছে ৰঙেৰে কামনাৰ বিলাসিতা ভোগ কৰি কৰি
'বিৰহিনী সখী মোৰ
পদূলি মুখৰ
মালতীৰ ফুলবোৰ
দিনে এটি কৰি তুলি গণিছে বিৰহ-দিন
অঁতৰাই মাটিলই চকুলোৰে তিতি যোৱা বীণ;
ডালিমৰ দাঁতকেটি, বিম্ব ওঁঠ, হৰিণীৰ চকু হ'ল বিৰহ-মলিন,
মাধৱী লতাৰ দৰে স্তোক-নম্ৰা দেহ লতা, সিও কষ্ট-ক্ষীণ!

'অনসূয়া, প্ৰিয়ম্বদা সখী মৰমৰ
লগে লগে ল'ই,
গছে গছে পানী দিয়া ভাগৰ পলাই,
নৱমালিকাৰ শীতলী ছায়াত বহি,
হাঁহিৰেই ওঁঠ বিৰিঙাই,
চেনেহীয়ে মাতে যেন কেনে মিঠা মাতঃ "হলা পিয় সহি।"
পদুমনি পুখুৰী পাৰত
জলা-কলা কৰি নিয়া আদি বিৰহত,
তাপ পাই বসন্তৰ জুই-ময় শেহ নিশ্বাসৰ,
বিচ্ লই পদুম পাতৰ,
প্ৰেয়সীয়ে নখ-ক্ষত হানি
লিখিলে মদন-লেখাঃ "ন জানে হিঅঅং তঅ"

—অন্তৰ্দাহী বিষাদৰ বাণী।

'যুগে যুগে বহু ৰূপ ধৰি
অন্তৰতমা মানস-সুন্দৰী
বহি বহি ৰচি আছে অপেচৰা-সূতা—
মোৰ
কল্পনাৰ আকাশৰ
নীলিম বাৰতা।
লাখে লাখে তাৰকাৰ বাখৰুৱা আখৰেৰে
কোনো দিনে কোনো জনে নেদেখা প্ৰিয়াই কত চিঠি লিখে চেনেহেৰে,
তাকে পঢ়ি আদ্‌ৰাতি টোপনি নধৰে,

তাকে ভাবি আবেগৰ চকুলো নসৰে।'
গাৰুত মুৰটি গুজি প্ৰেয়সীয়ে
বুজনিৰ অকণিকে চিনাকি নিদিয়ে
কয় মাথোঁ—'মই নাৰী,
জীৱনৰ অক্ষয় সম্পত্তি মোৰ চকুলো এধাৰি।'

# বিজয়া

শেষ হয়—লাহে লাহে শেষ হ'ই আহে আবেলিৰ
সোণালী পোহৰ।
সোণ-ৰঙা পছিমত কোবাই কোবাই ছুটি ঢেউকাৰে
ধূলিৰ সাগৰ;
অকলশৰীয়া পখী অকল'ই ঘূৰি আহে উৰি উৰি
জিৰণি বিচাৰি
উকঙা উকঙা লগা নিজান বাহত তাৰ; দূৰণিত
বগা একো শাৰী
হংসৰ বলাকা উৰে, মানসৰ সুখ-গীত গাই গাই
দিগন্ত কঁপায়;
অকলশৰীয়া পখী নিজান বাহলে' ঘূৰে, সুখ-গীত
দেহী তাৰ নাই!
মাৰ গ'ল বিজয়াৰ উছৱৰ শেষ বোল, মোৰ এয়া
শূন্য দেৱালয়;
অকলশৰীয়া পখী নিজানত নিজে বহি নিজ গীত
গায় অকল'ই,
কিন্তু এই দেউলত পাতিছিলোঁ যিবা পূজা, এয়া তাৰ
হ'ল অৱসান!
নাবাজে আৰতি, সঁচা; তথাপি লাগিব গাব অকল'ই
জীৱনৰ গান।
তুমি তোলা শেৱালিৰ সুবাস মাথোন আছে অকল'ই
অন্তৰ বুৰাই;

তোমাৰেহে সৌৰৰণি শীতল চোঁৱৰগছি' মৰমৰ
পৰশ বুলায়।
আৰু'উ এদিন সখী,—কোন দূৰ জনমৰ শৰতৰ
শেৱালি সন্ধিয়া—
নতুন পূজাৰি হ'ই উছৱৰ হাঁহি সিঁচি, দেৱালয়
কৰিবা ধুনীয়া।
আজি মোৰ মন্দিৰত নজলে পূজাৰ দীপ, জাগি থ'ক
অতন্দ্ৰ নয়ন:
দখিণৰ বাতায়নে আহেবা কেনিবা নামি, নতুনৰ
জোনাকী সপোন।
অকলশৰীয়া পখী, পৰে পৰে সাৰ পাই, গায় যদি
গীত চেনেহৰ,
পাহৰি নাযাবি দেই বেথা-ৰঙা শেৱালিৰ আশাবোৰ
বাউলী বুকৰ।

১৯৪১

# একেখনি ছবি

আজিও আগৰ দৰে এখনি সাদৰী মুখ
কল্পনাৰ জলে আঁৰে আঁৰে ;
তেজেৰে বোলোৱা ছবি হিয়াৰ মাজৰ
তাক কোনে মচি নিব পাৰে ?
আনৰ তৰুণী মুখ দেখোঁ মানে চাৰি কাষে
তোমাকেই দিয়ে সোঁৱৰাই ;
আনৰ লাহৰী মাতে হিয়া ছুই যায়
কণ্ঠ-স্বৰ তোমাৰে শুনাই।
আনৰ চকুলো দেখি দুটি চকু তিতি যায়,
উমি উমি বুকু উঠে পুৰি ;
টল্‌মল্ চকুলোত ফুৰা দেখোঁ তোমাৰেই
সকৰুণ ছবি উটি বুৰি।
আনৰ চেনেহ কথা নাপাজে হিয়াত মোৰ
হিয়াই নাপালে তৰ স্মৃতিৰ পৰশ ;
তোমাৰ সৌৰভ আহি নুবুলায় হাত যদি,
ফুলৰ বুকুতো নাই গন্ধ, ৰূপ, ৰস।
লেখনীৰে অঁকা ছবি ফালিব-চিৰিব পাৰি
ধুই নিব পাৰে সোণ, চকুৰ জোৰাৰে ;
হিয়াৰ মাজৰ ছবি তেজেৰে বোলালো যিটি
হিয়া ভাঙি কোনে তাক মচি নিব পাৰে ?

১৯৪১

# অন্তৰৰ শান্তি-ফুল ৰঙা-ক'লা পৰি

তোমাৰ পদুলি পাওঁতেই মই, বলিল মলয়া-
ছাটি হঠাতেই। গোধূলি-গোপালে ওৰণি গুচাই
কৰিলে কটাক্ষ-পাত। তীব্ৰ-গন্ধী হাচনাহানাৰ
খোপাৰ মাজৰ আতৰৰ সাঁচতীয়া সঁফুৰাটি কাঢ়ি
সন্ধিয়াৰ দুষ্ট মলয়াই বাটে-পথে দিলে ছেটিয়াই;
পদুলিৰ স্থল-পদ্মপাহি মাটিলৈ পৰিল বাগৰি
চকুৰ আগতে মোৰ।

যৌবনৰ ছুৰ বদলিত
শৈশৱৰ চিনাকি পাহৰি যিদিনা পোনতে দুয়ো
চকুৰে চকুৰে চালোঁ, অন্তৰৰ অটবী কঁপাই
ব'ই গ'ল মৃদু-মন্দ আবেশৰ মলয়-সমীৰ।
কঁপি থকা চাৰি ওঁঠ কঁপাতে থাকিল। গুচি গ'লা
নখে মাটি লেখি। তোমাৰ হিয়াৰ ইন্দ্ৰজিৎ মালতীৰ
মোৰ হিয়াত পৰিলে ছাঁ; ময়াপী প্ৰেমৰ মায়া!
সিদিনাৰেপৰা মই ৰূপৰ সাধক। তীব্ৰ-গন্ধী
প্ৰেমৰ আবেশ সানি চউন্দিশ হ'ল নতলীয়া।
অন্তৰৰ শান্তি-ফুল ৰঙা-ক'লা পৰি সন্ধিয়াৰ
স্থল পদ্ম হৈ নিমিষতে অন্তৰত গ'ল মুছকৃছ।

১৯৩৯

# বিনিদ্ৰ নিশা

আজি আবেলিৰ কথা মনত পৰেনে সোণ—
পশ্চিমৰ আকাশৰ দিনৰ মেলানি,
ক'লা ক'লা ডাৱৰৰ মলিন মুখত ফুটা
ৰঙা ৰঙা কিৰণৰ বিদায়ৰ বাণী ?
চিৰলি চিৰলিক'ই সেতৰ পাতেৰে সজা
প্ৰকৃতিৰ আছে য'ত কুঞ্জ-বনখনি,
হিয়াত জাগিছে ছবি তাৰেই মাজত বহি
কোমল, করুণ সেই তোমাৰ চাৱনি।

আজি এই হেমন্তৰ শীতল পৰশ পাই
ধৰণীৰ নয়নত নামিছে টোপনি ;
মোৰ মাথোঁ দুচকুত নপৰে নিদ্ৰাৰ ছায়া
বুকুত জাগিছে মাথোঁ স্মৃতিৰ পোৰণি।

আবতৰতেই আজি ৰৰষুণ দিয়ে কিয়
চোতালত টোপালৰ উঠিছে শবদ ;
কিজানিবা সিও সোণ, তোমাৰে চৰণ-ধ্বনি !
কঁপি কঁপি হিয়া মোৰ হইছে তবধ্।

ফুলনিৰ ফুল-পাতে নীয়ৰেৰে কথা পাতে
আন্ধাৰত চেনেহেৰে কৰে চুমা-চুমি ;
সিও জানো তোমাৰেহে সুৰদি কণ্ঠৰ মাত !
ভাবি ভাবি বুকু মোৰ পোৰে উমি উমি।

ডাৱৰৰ বুকু ফালি খিৰিকিৰ ফাঁকে ফাঁকে
শীতল জোনাক আহি পৰিছে চকুত।

মাজ নিশা। .... এতিয়াও মিছাতে ৰচিছো আশা
নিৰলাত পাব'ল'ই তোমাক বুকুত।
আশা-নিৰাশাৰ কত দেখিছো সপোন মই
তথাপি দেখোন নাহে চকুৰ টোপনি,
তুমিতো কাষত নাই; তেওচোঁ উঠিছে কিয়
শুকান ওঁঠত মোৰ সঘন কঁপনি।
এইদৰে কত নিশা উজাগৰে থাকি থাকি
খেণবোৰ পঠিয়াম হুমুনিয়া' সানি?
কিমান ৰুধিম আৰু জন্ম-জন্মান্তৰে টোকা
প্ৰথমৰ বিৰহৰ দুচকুৰ পানী?
এদিনৰ বিৰহতে ইমান দাৰুণ জানো
কেতিয়া বা কাৰোবাৰ হ'ইছে বেদন?
হ'বতো নোৱাৰে তেনে; ইযে লক্ষ জনমৰ
বেদনাৰ চকুলোৰে হ'ইছে কৰুণ।
কত যেন বসন্তৰ বেতস-কুঞ্জত বহি
স্নেহেৰে কৰিলো আমি কবিতা-ৰচনা।
কত যেন জনমৰ বৰষাৰ ডাৱৰেৰে
প্ৰচাৰিলো আকাশত বিৰহ-বেদনা!!
দুৰ্ব্বল মানুহে কত চিন্তাৰ অগনি-বাণ
বুকু পাতি ল'ইছে সামৰি!
মোক আজি সেই বাবে অকাল বাৰিষা ৰাতি
নুবুজা-নুশুনা ভাবে দিছেহি জুমুৰি!

১৯৪৪

# তুমি হেনো মোক

তুমি হেনো মোক সপোনত দেখা,
দিঠকতো আঁকা একে রূপ-ৰেখা :
বিচাৰি বিচাৰি বাহুৰ বন্ধন,
সাবটি মিছাতে আকাশ-পৱন,
নিঠুৰ ধেমালি খেলা।
নিঠুৰ! নিঠুৰ এই যে মৰতখন ;
নোপোৱা বিচাৰি, সপোন-বলিয়া মন
জীৱন সপোন-মেলা !!

১৯৩৯

# অনন্ত প্ৰেম

ফাগুনৰ পৰশন লাগি
বনে-বনে জাগে হৰষণ,
গছে-পাতে মহা-মেলা দেখি
বনে-বনে জ্বলিল অগনি,
অন্তৰত জাগে শিহৰণ
অতীতৰ স্নেহ-সোঁৱৰণি।
আমৰ মনত যেন আজিও বিৰিঙি উঠে
প্ৰথমৰ প্ৰণয়ৰ কুমলীয়া ভাষা;
পদূলি-মুখত সেই কণ কণ পাহি মেলা
দোৰোণ ফুলতো ফুলে ৰঙা ৰঙা আশা।
চিল্‌মিল্‌ পুৱাতেই নঙলা-মুখত যেন
উঠা শুনো কাৰোবাৰ চৰণৰ ধ্বনি;
প্ৰথম প্ৰেয়সী মোৰ আহিছা আকৌ জানো
নীৰৱে ধুৱাই মোৰ মনৰ বননি?
পদূলিৰ ধূলিবোৰে হিয়াত ৰচিছে ভ্ৰম:
"এতিয়াও আছে এয়া চৰণৰ চাব;
তোমাৰ লগৰী, কবি, সদায় ই বাটে আহে
একোঁচ ভৰাই ল'ই চেনেহৰ ভাৱ।"
চেনেহৰ অভিলাষ যুগমীয়া, অন্তহীন,
লক্ষ্য তাঁৰ অসীমৰ অনন্ত সুন্দৰ;
এৰিলেও গাৱল'ই প্ৰণয়ৰ ৰাগিণীটি
অন্তৰা নপৰে শেষ মধুৰ সুৰৰ।

আজিও উঠলে জানো সাঁজলিৰ জুৰণিত
কওঁ কওঁ বুলি কোৱা নোকোৱা কথাটি ?
কঁপেনে আজিও বাকু গুপ্ত অভিলাষ এটি ঃ
খাওঁ খাওঁ বুলি খোৱা নোখোৱা চুমাটি ?
আজিও চকুৰ পানী আহেনে বেগেৰে ব'ই
অপ্ৰকাশ চেনেহৰ মহাভাৰ ল'ই ?
সৰোঁনে নসৰোঁ ক'ই সৰেনে মুখৰপৰা
লাজে বেৰি ধৰা কথা এটি-দুটি ক'ই ?
আজিও আগৰ দৰে জ্বলেনে শলিতাগছি
মৃণ্ময় শঙ্কৰৰ দেহা উজলাই ?
আকুল কণ্ঠেৰে জানো নামঘোষা গোৱা আজি
সুললিত বেদনাৰ চকুলো বোৱাই ?
আজিও আগৰ দৰে শেহ নিশা সাৰ পাই
শুনা জানো মাত এটি, "সোণ, সোণ, সোণ" ?
ভাবিছানে ভুলে-চুকে তোমাকে বিচাৰি ঘূৰে
অচেতন সপোনত বিয়াকুল মন,
চিৰ-প্ৰীতি-গীতি গাই, "সোণ, সোণ, সোণ" ?
সৃষ্টি-পাতনিতে যিটি প্ৰথম প্ৰণয়-কথা
জন্ম হ'ল প্ৰেমময় ধৰাৰ বুকত,
সৌন্দৰ্য্য-নাটৰ যিটি প্ৰথমৰ প্ৰস্তাৱনা
ৰূপ পালে প্ৰেমময়ী গায়ত্ৰী-মুখত,
তাকে ল'ই যুগে যুগে প্ৰেমৰ পূজাৰি-দলে
বন-পাতে, তুলা-পাতে লিখে প্ৰেম-লিপি ;
তাৰেই স্পন্দন জাগি, তাৰেই ৰহণ লাগি,
মুখৰিতা, দীপ্তিময়ী, প্ৰেমিকা পৃথিৱী।
তাৰে বুলি ল'ই আমি, তাৰে ৰঙ ধাৰ ক'ই,
লিখোঁ যত স্নেহ'-ৰঙা, মউ-মিঠা চিঠি,

অন্ত তাৰ ক'তো নাই, যতি-চিন ক'তো নাই,
ক'তো নাই শেষ হোৱা, সামৰণি, 'ইতি'।
তোমাৰ বুকুত জ্বলা অন্তহীন প্ৰেম-তৃষা
তৃপ্তি তাৰ ক'তো নাই, ক'তোৱেই নাই;
দিনে দিনে ক্ষণে ক্ষণে তোমাৰেই 'মেঘ-দূতে'
"বিৰহৰ অন্ত নাই, —নাই, নাই"—ইয়াকেহে গায়।

১৯৪৩

# বিৰাটৰ প্ৰেমিক

মিলন ? পৰিণয় ?
—সিযে মাথোঁ মুহূৰ্ত্তৰ নগ্ন উন্মাদনা ;
তাৰ বাবে ভাঙি-ছিঙি গুৰি কৰা কিয়
চিৰ-মধু-ভৰা মোৰ প্ৰেমৰ কল্পনা ?
ছুদিন পিছতে চাগে তুমিওতো মৰি যাবা,
—মৰি যায় বসন্তৰ ফুল ;—
তেনেহ'লে কিয় বাৰু মিলনৰ ফুল-শয্যা ৰচি
জীৱনকে প্ৰতাড়না কৰি
গঢ়ি লোৱা মৰ্ম্মভেদী ভুল ?
দেখিছো তোমাৰ ৰূপ অনঙ্গ-মোহন,
অনুপম ওঁঠৰ মাধুৰী,
শুনিছো তোমাৰ মধু কণ্ঠৰ কাকলি
বতাহত উটি যায় সুষমা বিতৰি।
কিন্তু সখী, আজিওতো অনুভৱ কৰা নাই
নৱনীত বুকৰ পৰশ ;
তোমাৰ ধ্যানতে মাথোঁ পাৰ হ'ল কত দিন,
গুচি গ'ল অনেক বৰষ !

কল্পনা চকুৰে চাই নাজানো আছেবা যদি
তোমাৰ ৰূপৰ এটি মূৰ্ত্তিমতী কায়া ;
যি 'তুমি'ক ভাল পাওঁ মই, সেই 'তুমি'
কল্পনা-ৰঙীন এটি মায়াময়ী ছায়া।
কায়া যদি আছে তবু সিও হায় মাটিৰেহে গঢ়া,
সনা আছে কত ভাত মাটিৰ কলুষ ;

যৌৱনৰ কাম-গন্ধ, ঈৰ্ষা-ভৰা কামনা-বাসনা,
বিলাসৰ প্ৰলেপন—সকলোটি মাটিৰ পৰশ!
জানো মই ভাল পোৱা অসীম তোমাৰ
হিয়া তব মোত, মাথোঁ মোতে, নিমগন;
কিন্তু, মোৰ দেহ, মন, প্ৰাণ সম্পূৰ্ণ তোমাৰ কৰি
ল'বলৈ নাই জানো স্বাৰ্থপৰ আকাঙ্ক্ষা একণ?
...হায়! মোৰ প্ৰেম-ভাব সখী, বিশ্ব-বিয়পা;
জৰি পৰে ফুলত, পাতত, কুলি-কাকলিত।
সেই প্ৰেম জঁকি উঠে প্ৰতি ৰমণীৰ চকুৰ ঠাৰত,
গলি যায় দেৱতাৰ পূজাৰ বেদীত।
তেনেহ'লে, তোমাৰ স্নেহৰ সন্নিধান পাবা ক'ত
মোৰ এই বলিয়া বুকত?
তথাপি লাগেই যদি মোৰ প্ৰেম, মোক নিবিচাৰি,
বিচাৰিবাঁ তাক স'উ নীল আকাশত।
কাষলৈ নাহিবাঁ মোৰ চেনেহৰ উন্মাদনা,
ক্ষুধাতুৰ, দেহ-জাত, বিকল কামনা ল'ই;
মোৰ প্ৰেম ব্যভিচাৰী প্ৰেম,
শত শত প্ৰিয়া মোৰ ফুল-পাতে, বন-পাতে
নক্ষত্ৰত, তাৰকাত,
পদ্ম-শুভ্ৰ শত শত নাৰীৰ বুকত, সকলোতে,....সকলোতেই
মোলৈকে বাট চাই আছে ৰ'ই ৰ'ই;
নাচাপিবাঁ মোৰ কাষ ক্ষুদ্ৰ প্ৰেম, ক্ষুদ্ৰ স্বাৰ্থ, দেহ-জাত কাম-ধুনা ল'ই।

১৯৪৪

## যৌৱনৰ ভুলৰ সপোন

*Gods love the depth and not the tumult of the soul.*

—Wordsworth

সখী, "প্ৰেম" মই নুবুজিম তেনে ;
"সত্য" মোক নালাগে অকণ,
সপোনেই যদি সঁচা হয়,
প্ৰাণে মোৰ নল'ব শিকনি।
বিয়লিৰ ৰঙা মেঘ ছুওঁঠ তোমাৰ, দেহ ভৰি
যৌৱন পৰশ,
সন্ধ্যা-তৰা চকু দেখি, যদিওবা বয় হিয়া ভৰি
চঞ্চল হৰষ,
নাভাবিবাঁ মাধৱীৰ নিস্তব্ধ সন্ধ্যাত
প্ৰাণ-বীণা হ'ই যাব নিষ্কম্প, নিমাত
তোমাল'ই বাট চাই চাই,
আদ্ নিশা কাহানিবা নিজানে নিজানে
আন্ধাৰেদি বাট ল'ম উমানে-উমানে
অভিসাৰী ৰূপ ল'ই ;
কান্দি ৰ'ব অন্তৰোৰ, বিচাৰিব
তোমাৰ পৰশ।

সঁচা কথা, কত দিন বহি মই
কতবাৰ তোমাৰ কাষত
সুখৰ-দুখৰ কথা আবৰি-বিবৰি
ক'বল'ই হ'ইছো বিতত ;

বেদনাৰে ভৰা মোৰ কলিজাৰ ক'লা হুমুনিয়া'
কতবাৰ শুনি
কান্দিছা দৰদী সখী ; কিনো জানো মহা তৃপ্তি মোৰ
শুনাই বিননি।

তাৰে প্ৰতিদান বুলি বিচাৰিছা যদি
প্ৰণয়ৰ আকলুৱা প্ৰাণৰ আহুতি ;
সঁচাক'য়ে যদি তুমি
অতৃপ্তিৰ তৃষা ল'ই মৰা পুৰি-দেই,
বিশ্বখন বিৰহৰ অগ্নি-ছবি হ'ই
জলে যদি উমি উমি,
মোৰপৰা পাবা তুমি এটি হুমুনিয়া',
এটি নিচুকনি।

পাৰিলোঁহেঁতেন মোৰ সাদৰৰ সখী,
প্ৰণয়ৰ পৰাণ বিলাব,
চিৰকাল গালোঁ হ'ই দৰদী লগৰী,
হিয়া ভৰা অনন্ত প্ৰলাপ,
যদিহে লভিলা হয় কোনোৱা বাসন্তী নিশা
বেদে বিহা মিলন-নিৰ্ম্মালি,
হোম-হুতাশন জলি পৱিত্ৰ জেউতি পৰি
হ'ল হয় জীৱন জোনালী,
আধা-কঁপা, আধা-ভগা মাতে' "মই তুমি"
"তুমি মই" বুলি
মন্ত্ৰ মাতি, দুয়োৰে ডিঙিত দিলা হয়
প্ৰণয়ৰ জৰী,
দেৱতাক সাক্ষী কৰি আনিলোঁহেঁতেন দেহ
দেহল'ই টানি !

কিন্তু আজি দুয়োটিৰ হিয়াৰ মাজত
পাৰ্থক্যৰ বহল সাগৰ,
মিছা মৰীচিকা খেদি প্ৰেমৰ ধেমালি খেলি
নালাগেনে মনৰ ভাগৰ?
অবুজন, অমূৰ্ত্তক বাসনাকে 'প্ৰেম' বুলি
চিৰন্তন 'সত্য'ৰ নামত,
অন্তৰৰ ভয়, শঙ্কা, অতি ক্ষীণ আবেগ কঁপনি—
তাকে ছুই খুৱাই শপথ,
অন্তৰৰ সৰগী প্ৰেমৰ পূত অগ্নি
নৰকৰ শিখা
কৰি, আঁকি ল'ব পাৰিবানে সখী
কালিমাৰ ৰেখা?
চেনেহৰ পাৰিজাত নাযাবনে জ'ই পৰি
নৰক-তাপত?
শঙ্কা হয়, জগতৰ সৃষ্টিতেই ভুল,
নহ'লেবা দেৱতা নিঠুৰ;
নহ'লে সানিব কিয় জ্যোতিত তোমাৰ
বাসনাৰ বোল নৰকৰ!
সন্ধিয়া-প্ৰদীপ যেন নয়ন দুটিত
সানি দিলে মোহৰ সপোন;
উৰা মাৰে জীৱনৰ ছগা, ভাবি লয়
নয়নৰ মোহেই আপোন।
মানুহৰ হৃদয়ত কোনে বাক দিলে সাঁচি
নৰকৰ অগনিৰ বীজ? সেয়ে, আজি
বিশ্ব জোৰা বেদনা বিপুল;
সেয়েহে সাদৰী সখী, মাজ দিঠকত
দেখিছা সপোন। যৌৱন-মোহত
বুজা নাই সপোনৰ ভুল।

বুজিবা পিছত শুধৰণি নহ'ব যেতিয়া—
'ভাল পোৱা' মায়াময় কৰাল সপোন।
ছুটি নয়নৰ সেই সৰগী উধাৰ জোতি,
তাত কিয় নৰকৰ মোহিনী বিজুলী ছাটি,
তাত কিয় মোহৰ কণিকা ?
নন্দনত নিৰানন্দ, শ্ৰাৱণ-বাদল-মাত—
মেঘমল্লাৰ ৰাগিণী ; সুখ-অমৰাত
বেজাৰৰ সঙ্গীত বীথিকা !
সপোনত দেখিছিলা, শুনিছিলা যিবা,
সকলোটি ভ্ৰম,
দিঠকত তাৰ বাবে মিছা অনুতাপ,
শুকান মৰম
পাৱা যদি তথাপিও
দেখা দিলে ভুল যৌৱনৰ,
চকুলোৰে সজাই অঞ্জলি
'বিফল'ৰ জ্বলাই দীপালী
দিবা অৰ্ঘ্য চিৰ-সুন্দৰৰ
পূৰ্ণাহুতি 'পৱিত্ৰ' প্ৰেমৰ

১৯৩৭

# প্ৰেমৰ পৰিণতি

নালাগে সাদৰী, মোক আৱাহনি সুৰ গাই আদৰিব এই অকালত,
ভিখাৰীক মʼউ-মাত নালাগে যাচিব, নালাগে পমিব আদৰত।
বিচ্ছেদৰ বা পাই চকুলোৰ বান-পানী হʼল আজি দুকূল-ডাকাল ;
সাঁতুৰি-নাদুৰি তাতে জীৱনৰ সুঁৰে সুঁৰে ধুই লʼম প্ৰেমৰ কৰাল।
নালাগে প্ৰণয়-দান, শক্তি নাই, নিঃস্ব তুমি, কাষ আৰু নাচাপোঁ দুনাই ;
শোকত হৃদয় ধুনি দুৰ্ব্বল, নালাগে সখি, মোক তুমি বুলিব 'সোণাই'।
নিলগৰেপৰা মাথোঁ নিৰখিম বʼ লাগি শশী-কান্তি তোমাৰ মুখৰ ;
কৰুণ চকুৰে যদি চোৱা মোলৈ এটিবাৰ, সেই দৃষ্টি নেদেখা পুনৰ।
অতীত অতীত হʼল, বাসনাৰ ভগা বীণো লয় হʼক সেই অতীততে ;
সপোনত শুনিলেও তাৰ মাত, মই হʼলে আওকাণ কৰিম সততে।

শোকৰ কবিতা ৰচা, নিৰলে-নিমাতে থাকি ; সিও জানো হʼল বিস্তৰীযা ?
নেওচনি খোৱা প্ৰেমে ৰূপৰ মাধুৰী খেলে, কল্পনাও চেৰ পৰি যায় ;
বসন্ত-ফুলৰ যেন কবিতাৰ জিলিঙনি অশ্ৰু-বাদলত পালে লয়।
আনৰেবা কবিতাত কিবা ৰস পাবা ? —থাকাঁ তুমি নিজতে লুকাই।
বাস্তৱৰ জলা শিখা চমকনি ছটিয়ায়, তাক কোনে দিব শীতলাই ?
প্ৰেয়সীৰ সঙ্গ যদি নিবিচাৰা সখি তুমি, বিচাৰে কিয়বা কবিতাই ?
সপোনত থাকা তুমি নিচেই কাষতে মোৰ, দিঠকত চুমাল'ই ভয় ?
চকুলোৰ সাগৰৰ অতল তলিৰ মুক্তা ভাল-পোৱা ফুৰিলা বিচাৰি ;
কিন্তু সাগৰ শুকাল, মাণিকো লুকাল তাৰ, পুৰস্কাৰ—চকুলো দুধাৰি।

১৯৩৪

# সাদৰীৰ মধু অভিসাৰ

*Yet God has not said a word.*

—Browning

দুৱাৰৰ বাহিৰত ধুমুহাৰ উন্মাদ সঙ্গীত,
ডাৱৰৰ অশ্রু-পাত, শুনি মোৰ ব্যথিত হৃদিত
উঠিছে মৰিছে ঢেউ প'ৰ ভঙা মত্ত বাসনাৰ ;
এনে মহা অমানিশা সাদৰীৰ মধু অভিসাৰ।
বিজুলীৰ চমকনি, মেঘে মেঘে বিকট চিঞৰ,
অৱহেলি সকলোটি প্ৰিয়া মোৰ সোমাল ভিতৰ,
আঁঠু কাঢ়ি জুহালত জুইকুৰি যতনে জ্বলাই,
সেমেকা চাদৰখনি লাহেক'ই থ'লে আঁতৰাই ;
কলৰ ডিলটি যেন লাহ্-লাহ্ খোপা সোলোকাই
দিলে মেলি চুলিটাৰি। মোৰ যেন সাৰ-সুৰ নাই।
শেতেলিখনিত মোৰ আথে বেথে বহি সাদৰীয়ে
মাতে মিহিক'ই।....ভগা হিয়া—কিবা বুলি সমিধান দিয়ে ?
চেতনা-বিহীন যেন গোটেই শৰীৰ সাদৰীৰ,
দুবুকু শিয়ঁৰি উঠে। মোৰ চেঁচা হাত দুখনিৰ
নিৰ্জ্জীৱ পৰশকণি সানি লয় লৱনু বুকত ;
উদঙাই দুটি বাহু হেঁচি ধৰে মোৰ দুগালত।
কঁপি উঠে কণ্ঠস্বৰ : "তুমি মোৰ অন্তৰ-দেৱতা :........
দুৰ্ব্বল হিয়াই মাথোঁ ঠেলি আন স্নেহৰ মমতা,
আহিব নোৱাৰে এৰি ; বেৰি ধৰে মান-অপমানে ;
হিয়া ভৰা বাসনাই আজি হ'লে বিঘিনি নামানে :
আহিছোঁ বাউলী হ'ই, উছৱৰ আমোদ-বিলাস

সকলোটি কাতি কৰি। হই মোৰ আশাত নিৰাশ
ব্যথিত দেৱতা তুমি, চাবল'ই আহিলোঁ এবাৰ
আন্ধাৰৰ আঁৰে আঁৰে বেশ ধৰি অভিসাৰিকাৰ।"
ভাল পায় সাদৰীয়ে, মই চেনো অন্তৰ-দেৱতা,.......
কঁপি উঠে হিয়াখন: আনন্দৰ কিযে আকুলতা!
গৰবত মেল খাই উঠে দুটি চকু সাদৰীৰ
প্ৰীতি-ভৰা পূজা পাই। সাদৰীৰ সৰ্ব্বাঙ্গ শৰীৰ;—
কঁপি থকা বুকুখনি, পলাশ-পতীয়া ওঁঠ দুটি,
হিয়াখন,....বুৰ যায় ভাবনাৰ ঢউবোৰ উঠি।
...মধুৰ মুহূৰ্ত্ত এটি—সাদৰীৰ দেহ, প্ৰাণ, মন
মধুময়, শান্তিময়, এক মাথোঁ মোতে নিমগন।
শান্ত হ'ল চিন্তা-ধাৰা: সাদৰীৰ কৃষ্ণ চুলিটাৰি
দীঘলাই, বেণী গুঁঠি ডিঙিটিত তিনি পাক মাৰি
ধৰিলোঁ বলেৰে টানি। সাদৰীয়ে দুখ:ক নাপালে,
সঁচাকৈয়ে মৰিওঁযে সাদৰীয়ে দুখকে নাপালে;
পতায়ুৰি দাঙি চাওঁ—একে শোভা সুনীল চকুত,
সেই একে মধুৰিমা! খেলি গ'ল বক্তিমা গালত
মোৰ এই প্ৰেম-সিক্ত অধৰৰ তপত চুমাতে।
মোৰ চিৰ-চেনেহীৰ তেজে-ৰঙা সউ মুখখন।
'অন্তৰদেৱতা' মোক লভি তাতে উঠে হৰষণ।
সাদৰীৰ সৌন্দৰ্য্যাকে ওৰে নিশা বুকুত সুমাই
বহি আছোঁ ... ভগৱান, তোমাৰহে সঁহাৰিকে নাই।

# প্ৰেম আৰু নাৰী

মালতীৰ মালা গাঁথি পিন্ধাবা কণ্ঠত কাৰ?
—অাফুলন চেনেহৰ শুকায় মালতী যাৰ?
ওঁঠৰ অমিয়াকণি অধৰত দিবা কাৰ?
—ৰসনা শুকাই যোৱা সুখ-অন্ধ তিক্ততাৰ?
কবিতা ৰচিছা তুমি। ভাবিলেও হাঁহি উঠে!
কবিতাৰ কিবা সাৰ্থকতা,
যাৰ বাবে গান গোৱা, নাভাগে তাৰেই যদি
হৃদয়ৰ পাষাণ-জড়তা?
তোমাৰ প্ৰেমৰ বন্তি টিমাই ঢুকাই যাব
মন্দিৰৰ দুৱাৰদলিত,
প্ৰেমময় সুন্দৰৰ নহ'ল প্ৰতিষ্ঠা আৰু
প্ৰাণহীন মাটিৰ মূৰ্ত্তিত।
তিক্ততাক স্নেহ দিবা? তিক্ততাক কিৰূপে বুজাবা হায়
চেনেহৰ সীমাহীন প্ৰাণ?
কল্পনা মুকুলে যাৰ কবিতাৰ পৰশত
তাৰ বাবে অনন্তৰ গান?
ৰঙা তেজ ঢালি ঢালি তুমি যে কবিতা লিখা,
অসাৰ্থক সপোনৰ কথা:
তিক্ততাক কলিজা লাগে, নালাগে তেজেৰে ৰচা
মনোময় চেনেহৰ গাঁথা।
তোমাৰ স্নেহৰ স্বপ্ন দেৱতাৰ পৰিহাস,
পৃথিৱীৰ প্ৰেম-পৰাজয়;

আদিম কালৰেপৰা চেনেহৰ ফুল ফুলি
এইদৰে নিতে পায় লয়।
যুগে যুগে কবি, তুমি সুন্দৰৰ বেদী ৰচা
তিক্ততাৰ হৃদয় তলিত;
তিক্ততাৰ চেনেহৰ প্ৰদীপ নুমাই যায়
মন্ত্ৰ তুমি জপি ৰোৱা
প্ৰেম-হীন অন্ধ পৃথিৱীত।

১৯৪২

## মিছা গান

তোৰ বাবে কাৰো কৰি, নোপজে মৰম,
কেও তোৰ নহয় আপোন ;
পাষাণ গলাম বুলি কিয়নো মিছাতে
কৰি থাক আমন-জিমন ?
মিছাতেই হেঁপাহেৰে সোণ সোণ বুলি
পাষাণক সাপটি ধৰিছ ;
পাষাণৰ চুমা ল'ই আতুৰ তেজেৰে
দুটি ওঁঠ ৰাঙলী কৰিছ।
সপোনে-সচিতে যাক ভাবিছ আপোন
অচিনাকি মৰীচিকা খেদি,
নিঠুৰ হাতেৰে সুঁতি বোৱাব তেজৰ
ব্যথা ভৰা তোৰ বুকুৰেদি ;
তেজে তুম্‌ৰ'লি হ'ই তেতিয়া ভাবিবি—
মৰণেহে এক মাথোঁ সুখ,
এতিয়া পাইছ ভাল, তেতিয়া নাপাবি
জগতৰ যত সুখ-দুখ ;
বুকু ভৰা চেনেহৰ কথা যত তোৰ
জগতত কেৱে নুবুজিলে ;
মিছা হাবিলাস ল'ই গোপন হিয়াই
পৰকোযে আপোন কৰিলে !
কাঠৰ কঠুৰা এই জগতখনৰ
চেনেহৰ নাই সমিধান ঃ

কমোৱা তুলাৰ দৰে মিছাতে বনালি,
  ব্যৰ্থ তোৰ স্নেহৰ সন্ধান !
সংসাৰে লভক তৃপ্তি সংসাৰৰ সুখ-দুখ
  আপোনাৰ বুকুত সামৰি ;
চেনেহৰ মিছা ফাঁকু খেলি নালাগে বোলাব হিয়া,
  তই থাক নিৰলে আঁতৰি ;
ভুল স্বপ্ন দেখি যদি গুৱনী খোপালে'
  খিঙিছিলি মালতীৰ পাহি,
সাঁচি থ হিয়াতে তোৰ আলফুলক'ই,
  তুলি ল'ব মৰণেহে আহি ।
মিছাতেই হতভগা ! হৃদয় ঢাকুৰি
  গাব় তোৰ অশ্ৰু-ভৰা গান ;
আলসুৱা জ্বলি যেন বুকু ভাঙি কান্দ ;
  পাষাণ যে মাথোন পাষাণ
  হিয়াহীন বধিৰ পাষাণ !!
  মিছা তোৰ অশ্ৰু-ভৰা গান ।

১৯৪১

# প্ৰেমৰ বিজয়

মৰণক আলিঙ্গন! লীন হ'বা নিজে কিয় মৰণৰ
ঘন নীলিমাত?
বন্দী তুমি, সকলোটি জন্ম আৰু মৰণৰ অতি ঠেক
নিঠুৰ সীমাত।
মৃত্যু কিনো? পুতলাৰ, মাথোন মাটিৰে গঢ়া পুতলাৰ
এটি অভিনয়,
মায়াময় সঙ্গীতেৰে পুতলাক নচুৱাই নিজে নচা
নিয়তিৰ জয়,
সৌন্দৰ্য্য-সপোন দেখি সত্যৰ পূজাৰি হ'ই স্নেহ-বেদী
সাজোঁতে ধৰাত
আঁউসীৰ তমসাৰ নিষ্প্ৰদীপ শেষ দৃশ্য, শেষাঙ্কৰ
যৱনিকা-পাত।
বুজা জানো তুমি সখী, নপশে কবিতা যাৰ অন্ধকাৰ
নাৰীৰ হৃদয়,
জন্ম আৰু মৰণৰ সীমা-ৰেখা পাৰ হই হ'ব পাৰে
প্ৰেমৰ বিজয়?
মই নৰ, তুমি নাৰী, প্ৰেমময় সৃষ্টিকৰে নিজ হাতে
দুইকো গঢ়িছে,
প্ৰেমৰ ধেমালি আমি খেলিছোঁনে নাই খেলা, তাকে চাই
লুকাই হাঁহিছে।
শুনি শুনি নিয়তিৰ সনাতন বাঁহী-সুৰ শেষ নিশা
তেতিয়া নিজম,
প্ৰেমময়ে চাই থাকে—সৰেনে নসৰে এটি চন্দনৰ
বাগুলী কুসুম।

তোমাৰ মালতী যেন কোমল ওঁঠত : আক—চেনেহৰ
জলাই প্ৰদীপ,
চাৰিটি চকুত পূজা পাতিছানে নাই, তুমি পূজাৰিণী,
মই প্ৰেমাধিপ।
পাপ ! পাপ কিনো সোণ ? কিবা সঁচা, কিবা মিছা, তাৰ জ্ঞান
নথকা নৰৰ
নিজ ভুৰা দিয়া ৰীতি। নাই পাপৰ কল্লোল আছে য'ত
আৰতি প্ৰেমৰ।

১৯৪১

# তাজমহল

নহয় ই বিৰহৰ বেদনা-অশ্রুৰে
গঁথা এটি শিল্পৰ কবৰ ;
তাজমহলৰ এই প্ৰতিটি মিনাৰ
কীৰ্ত্তি-স্তম্ভ প্ৰীতি, মিলনৰ।
কেইবা শতিকাও গ'ল
তাজমহলৰ দুৱাৰত
প্ৰণয়ৰ কথাবাৰ্ত্তা
কাণ পাতি শুনি ;
কত তীৰ্থ-যাত্ৰী আহি
এই প্ৰেম-তীৰ্থ-ভূমিতেই
শ্ৰদ্ধাঞ্জলি যাচি গ'ল
চকুলো একণি।
কোনেনো ভাবিছে বাৰু
কালৰ মামৰে ধৰি
মমতাজ হ'ল আজি
মাটিত বিলীন,
প্ৰেমিক সম্ৰাট সেই
ছাজাহান বাদ্‌ছাৰ
স্নেহ-দীপ্ত মুখখনি
হ'ল আজি বিৰহে মলিন!
কোনে বোলে এই তাজ মাথোন কবৰখানা
ছাজাহান বাদ্‌ছাৰ মৃতা প্ৰেয়সীৰ ?
ইযে শিল্পী-সম্ৰাটৰ সৌন্দৰ্য্য সাধনা 'কৰা
প্ৰেমিক-প্ৰেমিকা থকা শয়ন-শিবিৰ।•

১৯৪৪

# সন্ধ্যা খিৰিকিয়ে দেখি

সন্ধ্যা,....খিৰিকিয়ে দেখি -বৰষুণ পৰে ধাৰাসাৰ,....
বতাহৰ বিৰাম-বিহীন শব্দ বয় অনিবাৰ ; ....
আজি যেন চিৰন্তন শূন্যতাৰ ভাগিল দুৱাৰ,....
বৃষ্টিৰ বুকত যেন ৰূপায়িত হ'ই আকাশৰ মৌনতাই লভিছে প্ৰসাৰ

১৯৪২

# ব্যৰ্থ

শবদৰ বাখৰ খুৰাই
কবিতাৰ মণি-হাৰ
কতনো গঢ়িলি ;
বুকু ফাটি, তেজৰ বোলেৰে
চেনেহৰ আলিপনা
কিমান সাজিলি !

তোৰ গান তোতেই থাকিল ;
স্নেহ-সনা ফুলবোৰ তোৰ
জঁয় পৰি গ'ল ;
প্ৰকাশৰ শঙ্খ এটি তোৰ
ভগা দেউলৰ দৰে
আন্ধাৰতে লেটি-পেটি ল'ই
আন্ধাৰতে ৰ'ল।

মৃত্যু-যেন নীৰৱতা
হ'ল আজি, কবি, তোৰ
এক মাথোঁ প্ৰকাশৰ ভাষা ;
অৱসাদ, নৈৰাশ্যই
সপোন-বলিয়া তোৰ
এটি মাত্ৰ জীৱনৰ আশা ?
নাহিলেতো এটি বাৰো
তোৰ সাধনাৰ
অৰূপা সুন্দৰী ;
নানাচিলে এটি বাৰো
করুণাৰ নেপূৰ-ধ্বনিৰে
ৰঙা হুটি ভৰি।

১৯৪১

# ব্যৰ্থ প্ৰণয়

বুকুত বুকুটি ঢালি
চিৰদিন থাকিলো সাৱটি ;
তথাপি অতৃপ্ত ৰ'ল
বুকুৰ আঁৰতে থাকি
মিলন-আকুল দুটি
হিয়াৰ পিয়াহ ;
তেজ আৰু মঙহৰ
অভেদ্য প্ৰাচীৰ লঙ্ঘি
প্ৰণয়-বাসনাবোৰে
নোৱাৰিলে একত মিলিব ।
হিয়াত গুমৰি ৰ'ল
অনন্ত হুতাহ ।
এই মহা ৰহস্যৰ
কেতিয়া পৰিব ওৰ ?
শান্ত হ'ব দুটি হিয়া
তৃপ্ত কৰি মিলনৰ
করুণ কামনা ?
কোন মহা দ্যুলোকত
দুয়োখনি আকুল অন্তৰে
তৃপ্তিৰ আলোক পাব
জিনি এই ভূলোকৰ
ব্যাকুল যাতনা ?

১৯৩৯

# বিধৱা

সেই সন্ধটিৰেপৰা মায়া-স্বপ্ন দেখিলোঁ কতনা !
আজি প্ৰভু, হৃদয়ত জাপি দিছা নিঠুৰ যাতনা।
বালি-ধূলি স'তে খেলা শৈশৱৰ ধূলিৰ ধেমালি
আদিম যৌৱন বেৰি তন্দ্ৰালস সপোন-কুহেলী,
যৌৱনৰ ৰস-খেলা সংসাৰৰ সোণালী পৰত
স্নেহৰ জগতখন বেৰি ধৰা প্ৰিয় সমাজত—
হিয়া ভৰা অশ্ৰু-জলে সকলোটি নিলে উটুৱাই
চেতনা শিথিল কৰি মৰীচিকাসত্য দেখুৱাই।
কান্দিছোঁ কতনা প্ৰভু হিয়া-ভঙা ৰুদ্ধ বেদনাত
সোণাময় সংসাৰৰ আঁৰে আঁৰে পহি নিৰলাত ;
আজি কিয় নিলা হৰি দুখুনীৰ হৃদয়-ৰতন ?
সঁপি দিলা হৃদয়ত বিধৱাৰ তিক্ত নিৰ্য্যাতন ?
তুমি হেনো দয়াময়, চিৰ-বন্ধু দীন-দুখীয়াৰ ;
কিয় তেনে অভিশাপ দিলা সঁপি আমাৰ সংসাৰ ?
শান্তি-প্ৰীতি আনন্দৰ কীৰ্ত্তি-স্তম্ভ আশা-আকাঙ্ক্ষাত
সকলোটি এটি তেনে মায়াময় সপোন নিশাৰ ?

১৯৪০

# উন্মাদ

তোৰ কোমল হিয়াত লাগি উদ্বাউল ফাগুনৰ উন্মত্ত পৰশ,
মদৰ নিচিনাক'ই হৃদয়ৰ তন্ত্ৰীবোৰ কৰিলেনে তেনেই অৱশ?
তই কোন ফাগুনৰ শেষ নিশা সাৰ পাই
পূব ফালে দেখিছিলি অৰ্দ্ধ-ম্লান জোন,
সপোনতে দেখা তোৰ লীলা-কমলৰ কথা
ভাবি ভাবি হ'লি তই এইদৰে আপোন-মগন।

বসন্তৰ আদিম পৰশে তোৰ জানো মৃদু হৃদয়ত
যৌৱনৰ জগালে বাসনা?
আৰু কোন তোৰ প্ৰেয়সীয়ে তোৰ প্ৰেম প্ৰত্যাখ্যান কৰি
এইদৰে কৰিলে উন্মনা?
তই কোন যুৱতীৰ উদং সৌন্দৰ্য দেখি
কৰিছিলি তাৰ তৃপ্তি পাবল'ই মহা হাবিলাস?
সেইহে হ'বলা আজি, ভাগি তোৰ সৌন্দৰ্য্য-সপোন,
বলিয়াৰ সপোন দেখিছ, হ'ই তোৰ আশাত নিৰাশ।
নহ'লেনো কোন তোৰ সাত-শতুৰুৱে বিদ্বেষৰ বিহ-কাঁড় হানি
হৰি নিলে স্নেহৰ সন্তান?
কাক আজি কোনখাত ল'বলে' পিতৃৰ অন্তৰখনি উতলা ইমান?
তই জানো প্ৰতি নিশা চাকি চাকি তেল পুৰি, পঢ়ি পঢ়ি
বেদ-বেদাঙ্গৰ, উপনিষদৰ, ষড়-দৰ্শনৰ উয়ে খাই মলমলা কিতাপ,
আগম-নিগম শাস্ত্ৰ কৰি পাত পাত,
জীৱনৰ কোনো এক জটিল প্ৰশ্নৰ সমাধান বিচাৰি নাপাই
এইদৰে মগজুত জ্বালি ল'লি বাৰানল—ভীষণ উত্তাপ?

নহ'লে কিজানি তই নিতউ নতুন দেখি
প্ৰকৃতিৰ ৰঙীন উছৱ,
ভোল গ'লি স্বপ্ন গঢ়ি তাৰে
লেখি লেখি প্ৰকৃতিৰ ছবিময়, গীতিময় অনন্ত বিভৱ।
নহ'লেবা তৰাৰ বুকত জলা দেখি সৌন্দৰ্য্যৰ
সন্ধিয়াৰ আৰতিৰ প্ৰদীপ্ত শলিতা,
মনে মনে অন্তৰৰ গুপুত কোণত
ক'ৰবাৰ অনন্ত ৰূপৰ, চিৰসুন্দৰৰ লিখি ফুৰ বিৰহ-কবিতা।
নহ'লে নিশ্চয় তই মানৱৰ কপালত দেখি
কোটি কোটি সংসাৰ-নিকাৰ,
ভক্ত প্ৰহ্লাদৰ দৰে ভাবনাৰ পোৱা নাই পাৰ!
নহ'লে আছিলি তই ধনৰ কৃপণ,
অযুত কৰ্ম্মীক নিতে কামত খটাই, ভাবিছিলি সাজি ল'বি
সিহঁতৰ তেজ ঢালি সোণ-চৰা ৰত্ন-সিংহাসন;
সেই বাবে আজি তই ধৰণীৰ ধূলি লেখি ধূলিতে মগন।

১৯৪৪

# মৰণ পাটীৰ-জোৰোণ

তুৱাৰত নিশা কোনে খুন্দিয়ায়? ভূত বুলি লাগে ভয়!
গছবোৰ ৰাতি কোনেনো কঁপায়? ক'ৰেনো দেৱতা তই?
বিজুলী বাঁহেৰে কোনে টকা বায়, বাৰীৰ চুকতে শুনি?
টুক্ টুক্ চাপৰি আমাৰ তলতে ক'ৰেনো যখিনীজনী?
বকুলৰ জোপোহাত হুমুনিয়া' ছাবে; বুঢ়া ডাঙৰীয়া জানো!
ৰাজ আলিতেই শিয়ালৰ যুঁজ, পিশাচৰ ৰাও যেন শুনো।
দূৰণিৰ পথাৰত ক'ৰনো শুৱালে চিঞৰি ভাঙিছ মাত?
ৰাতি এডোখৰ, নাকে মতা বুলি হিয়া মোৰ নপৰে শাঁত।
ক'ৰ গৰখীয়া পেঁপাটো বজালি, পেৰেতে কন্দা যেন লাগে!
এধা দিঠকত, এধা টোপনিত শুনি মোৰ সপোন ভাগে।
জুৰিৰ পাৰৰ নিজান জুপুৰি, হাবি-তলীয়াৰ ঘৰ;
তাতেই কিজানি দানহৰ মেল! ভয়ৰ মোৰ নপৰে তৰ!
বৰ-ঘৰৰ মাৰলিত লোকা-পাৰ যোৰে কিনো কথাকে পাতে!
চিকাই-এন্দুৰে জোঁটাপুটি কৰি ওৰেও অবাইচ্‌খন্ মাতে!
মাঘৰ শুকান বতাহৰ বোকোচাত কুলিয়ে ধৰিছে নাম
"টিপতে চেনাই ঐ আহিব বিহুটি, 'বিহুৰে বিৰিণা' গাম।"
মোৰহে আজিলে' আন একো নাই; হিয়াৰ অগনি আছে;
বেজ-গিয়ানীয়ে মুখল'ই চাই মৰণৰ বতৰা যাচে।
বিহু আহিলেও মোৰ বাবে নাহে, বেজাৰে বিন্ধিব বুলি;
ময়ো নিবিচাৰোঁ কপ'উ, নাহৰ, ক'লীয়া বৰ্হমথুৰি।
কাণৰ লংকেৰু, হাতৰ গামখাৰু, জঁপাত ভৰাই থ'লোঁ;
মৰণেহে মোক জোৰোণ পিন্ধাব, তাকে আশা কৰি ৰ'লোঁ।
মৰণেহে যদি আনে মোল'ই সিপাপৰ মেখেলা-বিহা;

ৰংপুৰ চহৰৰ দৰাই নেলাগে থমা দৈৰ কৰিব দিহা।
আঁউসীৰ আন্ধাৰে পিন্ধালে পিন্ধাব ক'লীয়া সেন্দূৰৰ ফোঁট;
ওৰণি লাগিলে ল'ম মেৰিয়াই অজগৰ সাপৰে মোট।
নামতীৰ উৰুলি নেলাগে মুগুনো জোৰা-নাম বেজেৰাই যোৱা,
যখিনীৰ বাবেহে তুলিকৈ তলিছা মাৰলত সজাই থোৱা।
নিয়তি চৰায়ে শাহু আইৰ বুকৰে লেৰেলা সাদৰ সানি,
নিউ নিউ কৰি এন্ধাৰে-মুধাৰে সাগৰত তুলিছে পানী।
আইতা, পিতাই, আটায়ে বিনাব মোৰ আঁচলতে ধৰি;
মৰণ-দৰাই জানো দয়া কৰি পিছলৈ চাব ঘূৰি?
সকতে পিতায়ে জকাই সাজি দিলে, পাৰতো ধৰিলে ঘুণে;
মৰণ পাৰে কৰি বিয়া কৰি দিলে, সক মাছ খুৱাব কোনে?
আইৰ ডিঙিৰ বাখৰু গেজেৰা, নগৰ-নেজীয়া খাৰু,
চহকী মৰণক একোকে নালাগে ৰূপৰ-সোণৰ লাৰু।
তোলোঠা, দোৰ্পদি, নাচনী, নাথনি, মৰমৰ তাঁতৰ শাল,
উঘা-চেৰেকিৰে সাৰ্মৰি-সুতৰি চিতাৰ লগাবা জাল।
সিদেখি আইতা সিবোৰ সোপাকে অগনিৰ বুকুতে দিয়া।
নেলাগে মানুহৰ গুৰু-মান ধৰিবৰ ৰেছমৰ পাতলি-বছা;
আকাশত উৰিছে অপেছৰা-সূতা মৰণ-দৰাই সঁচা;
যৌতুকৰ পালেং নেলাগে সাজিব, চিতাৰ খৰিয়েই হ'ব;

পছোৱা বতাহেই দাং-দোলা কৰি দৰা-ঘৰ উমুৰাই থ'ব।
ছুৰাৰত নিশা কোনে খুন্দিয়ায়? মৰণৰ পাঁচনি বাও;
দূৰণিত সেয়া কোনে ৰিঙিয়ায়? বিয়া-ঢোল যেন পাওঁ।
আইতা, পিতাই, মৰণ-পাটীত নুটুকিবাঁ চকু-পানি;
যদি বেছি কৰা চৰণৰ ধূলিকে দিবাঁ মোৰ কপালত সানি।

## পুতলাৰ লগ ল'ই

পুতলাৰ লগ ল'ই কেঁচুৱা টোপনি যায়,
পুতলাৰ লগ পাই দিনটো ধেমালি কৰি
আতমা-লগৰীটিও চিৰন্তন ফুৰে ঘূৰি,
ধৰণীৰ ধূলি লগা দেহাটি সাবটি ধৰি।

১৯৮৪

# মৰাৰ পিছত

যেতিয়া আইতা অ'ই, শেহ বাৰল'ই মই ভুচকুৰ মাৰিম পঁচাৰ,
ওৰ ফুল চকু কৰি নাকান্দিবাঁ বুকু ধুনি, কণ মাৰি কোমল হিয়াৰ।
পদূলি মুৰৰ ৰঙা বেলৰ কুঁহিটি ছিঙি নুগুজিবাঁ "সোণ"ৰ শিৰত ;
মই পতা ফুলনিৰ গধূলি-গোপালপাহি নিবিচাৰোঁ মৰাৰ পিছত।
মোৰ মৰিশালিখনি দুবৰি-চেলেং ল'ই সেউজীয়া বৰণ ধৰিব ;
বাৰিষাৰ বৰষুণ, আহিনৰ নীয়ৰেও তাতে আহি চুমাটি যাচিব।
যদিহে আইতা তুমি কালৰ পাকত পৰি "সোণটি"ক পাহৰি পেলোৱা,
বেজাৰৰ ঠাই নাই ; যদিওবা ভাল পাওঁ তুমি মোক মনত ৰখোৱা।

তেতিয়া আইতা আৰু নাথাকিব মোৰ বাবে দেহ-মন শীতলোৱা গছৰ ছায়াটি ;
শাওণৰ বৰষুণে নকঁপাব তেতিয়াও ডামডেউকাৰ দৰে কোমল কায়াটি :
নুশুনো তেতিয়া পুনু কুলিৰ লেনীয়া মাত, বননিৰ কেতেকীৰ ৰিঙা-ৰিঙা সুৰ ;
নেভাবোঁ তেতিয়া আৰু বনৰ পখীৰ গীত সিহঁতৰ হিয়া-ভঙা বিননিৰে পুৰ।
হয়তো তেতিয়া মই পুৱতীৰ আঁৰে আঁৰে সপোনৰ পিছত লৰিম ;
তেতিয়া হয়তো মই সন্ধিয়াৰ পাৰে পাৰে টোপনিৰ করুণা মাগিম।
সাদৰী আইতা অ'ই, তেতিওা তোমাক চাগে' একেবাৰে পাহৰি পেলাম !!
নহয়, নোৱাৰোঁ মই : তেতিয়াও তোমাৰেই চেনেহৰ সঁফুৰা খিয়াম।

১৯৩৭

# সিপুৰৰী পোনালৈ

কুলি-কেতেকীৰ মাতে ইমান মাধুৰী ঢালে বসন্তৰ পাতৰ বুকত—
নন্দন-পখীৰ মাত শুনো যেন বাজি উঠা হাঁহি সদা তোৰেহে মুখত।
পুখুৰী পাৰত বহি শুনো সিপাৰৰপৰা উটি অহা বাঁহীটিৰ সুৰ;
পোনা, তোৰ মাতষাৰি কাণুৰ বাঁহীৰ ধ্বনি, হৃদয়-যমুনা কৰে জুৰ।
যাবৰ বেলিকা পোনা, চকুলো টুকিব্লি তই মোক বহু কষ্ট দিলি বুলি;
নাজান যে সেই কষ্ট একোপাহি স্নেহ-ফুল অন্তৰতে আছে ফুলি ফুলি।
বিদায়ৰ শেষ ক্ষণ ইমান নিজমি গ'ল! হিয়া-ভৰা চেনেহৰ কথা।
কাহানিও শেষ কৰি সমূলি নহ'ল কোৱা, হিয়া ভাঙি ৰ'ল তাৰ বাথা।
যাবৰ আগতে তই বৰফ বিচাৰিছিলি, কাষৰত নাপালোঁ বিচাৰি;
গোট মৰা চকুলোৰ তুষাৰ লাগেনে আজি? দিম মোৰ জীৱন উবাৰি।

কেঁচুৱাৰ দৰে যদি ফেঁকুৰি ফেঁকুৰি কান্দ চকুলোৰে দুগাল তিয়াই,
পাৰিম আজিও জানো কোলাত মূৰটি ল'ব দুটি চকু চুমাৰে বুৰাই?
চেনেহৰ ভনীয়েৰে আজিও চিঞৰি উঠে টোপনিত তোকেই বিচাৰি;
সেই মাতে আজি তোৰ কাণত কঁপনি তুলি উঠে জানো হৃদয় বিচাৰি?
কাষত থাকোঁতে তই দেৱতাক তুতি কৰোঁ মাটিৰ প্ৰদীপ গছি পুৰি;
থাপনাৰ শলিতাত আজি জলে চিতা-জুই মোৰ দগ্ধ হিয়া-মন জুৰি।

আজিও সাঁজৰ বেলা নিতউ পোহৰ হয় কৃষ্ণ-ক'লা তুলসীৰ তল;
তইচোঁ নাহিলি অ কু দুহাতে চাপৰি বাই, ভনীয়েৰ নিমাত-নিবোল।
আজিতো আগৰ দৰে পুখুৰীৰ পাৰে পাৰে নাই আৰু সাঁজৰ ভ্ৰমণ;
সন্ধিয়াৰ বাছাটি চাৰি পাৰে খেলি ফুৰে দেই-পুৰি নিয়ে মোৰ মন।
কাষৰৰ মন্দিৰত পৰিলে দবাৰ কোব অন্তৰত উঠে হাহাকাৰ,
হাত যোৰ কৰি কোৱা তোৰ ছবিখনি ভাবি ব'ই যায় চকুলো দুধাৰ।

সন্ধিয়াৰ তৰাটিয়ে লগৰ লগৰী হ'ই মোক জানো চাব জুমি জুপি ?
দুগৰি পাতিত সবে তোৰ সেই ভাহানিৰ হাঁহি সনা চকুলো এটুপি ?
সহজে ওলোৱা তোৰ হাঁহি আৰু চকু-পানী আজি সোমা, ক'তনো লুকাল ?
দুবুকু উপচি বোৱা চেনেহৰ স্তন্য-ধাৰা আজি মোৰ কিয়নো শুকাল ?

তই ৰচা কবিতাৰ চকুলোৰ ধাৰা সোঁতে দুই পাল নিয়েহি ধুৱাই ;
মই ৰচা চকুলোৰ কবিতাই তোক জানো দিয়ে মোৰ চেনেহ বুজাই ?
চকু-পানী হেনো সোণা, চেনেহৰ চিন মাথোঁ, দেৱতাৰ চৰণৰ জল।
মোৰ তেনে চকুলোবে দুবগৰ কাহানিবা দেৱতাৰ চৰণৰ তল !
পুখুৰী পানীত জলে জোনৰ, তৰাৰ ছবি জগতৰ সাজৰ মলিতা ;
ঢৌৰ বুকুত জলে তোৰ চেনেহৰ কথা, শাৰী শাৰী স্মৃতিৰ কবিতা।
হিয়াত ছবিটি তোৰ সপোন-সচিতে জলে নিদ্রা চেষ্টা তাক আঁতৰোৱা ;
দিঠকত আঁতৰিলে স্বপ্নত দুগুণে জলে হাঁহি মুখ মৰম লগোৱা।

যিমান জীয়াতু ভুগি হঠাতে আঁতৰি গ'লি সপোনে সচিতে তাকে দেখোঁ,
শেহৰ নিশাহ এৰি কাহানিনো পাম লগ অনুক্ষণ তাকে মাথোঁ লেখোঁ।
লুইতৰ ধাৰে ধাৰে বগা বগা পাল তৰি নাওবোৰ যায় ভটিয়াই ;
কাহানিনো গুৰিয়ালে গুৰি-বঠা পোন কৰি তোৰ ঘাটে 'দিবগে' চপাই ?

১৯৩৯

# মোৰ ক্ষুদ্ৰ জীৱন

মোৰ ক্ষুদ্ৰ জীৱনৰ প্ৰলয়ৰ ঘন-ঘোৰে
গাজিব যিদিনা আহি মোৰ শ্ৰৱণত,
মৰণৰ কুঁৱলীয়ে চাৰিকাষ বেৰি ল'ই
ঘোপ মাৰি, ছাট্ মাৰি ধৰিব চকুত,
প্ৰাণ-প্ৰয়াণৰ বেলা বাত, পিত্ত কফাদিয়ে
শৰীৰক খচি-খুলি নিলে এফালেদি.
তেতিয়াও জানো মোৰ ভয়ত কঁপিব বুকু
দুই চকুৰেদি অশ্ৰু-ধাৰা ব'ই যাব ·
জীৱন সংগ্ৰাম মাথোঁ, শান্তি আৰু অশান্তিৰ,
শিৱ আৰু অশিৱৰ, দেৱ-অসুৰৰ ;
মৃত্যু তাৰে শেষ যুঁজ : ভয় কিয় তাৰ বাবে ?
নিৰ্ম্মালি নালাগে জানো শেষৰ যুঁজৰ ?
সুখ-দুখ, হাঁহি-অশ্ৰু, ঐশ্বৰ্য্য দাৰিদ্ৰ্য মিলি
জীৱন সাৰ্থক কৰে এই ধৰণীত ;
তেনেহ'লে কিয় বাৰু কণ্ঠ-নিৰোধৰ বেলা
জীৱন যুঁজাৰু মই হ'ম ভয়ে ভীত

# বৃদ্ধ কবি শৈশৱৰ-সোঁৱৰণি

সম্মোহন মোৰ সেই এটি সুৰ ইঠে কিয় নিতে বাজি!
শত আবেগৰ গুপুত কাহিনী উজাৰে প্ৰাণত আজি
অতীতৰ সুৰ উলাহৰ মালা হিয়াত হিয়াৰে গঁথা;
তাকে যে কতক পিন্ধালোঁ যতনে সানি দি মৰম-বেথা।
সেই হিয়া মোৰ শুকাল কাহানি! আজিও মলিন পখা;
তথাপি কিয় যে বাজিছে হিয়াত সেই সুৰ মোহ-ভৰা!
থুনুক্-থানাক্ মাত তেতিয়াৰে আজিও মনত পৰে:
ধূলি-ধেমালিৰ ফাঁকিৰ কান্দোন—সুঁৱৰি চকুলে সৰে।
প্ৰিয়-সমাজত সাবটা-সাবটি, তাৰো স্মৃতি বাৰে জাগে;
ধেমালি মাজৰ কান্দোনফেৰিও আজি কেনে মিঠা লাগে!
সেই যে মধুৰ হাঁহি-ৰঙা মুখ লগৰ লগৰী পাই,
সিও আজি দেখোঁ সোলান পৰিল বিৰহৰ গীতি গাই!
কাৰেনো বান্ধিম শৈশৱৰ সেই মৰম-স্নেহৰ লাক?
খলাৰ সময়, খেলাৰ লগৰী আহিবনে ঘূৰি আৰু?
নাই আৰু আজি আইতা, দেউতা, নাই মোৰ বাই-ভনী;
ককাইদেউতো গ'ল কাহানিয়ে মৰণৰ ডাক শুনি।
আৰ-কালি আহি পুৰা-ব'দালিয়ে বালিত বোলায় ৰঙ;
মোক আজি তাত ধেমালি ছলতে কোনেবা কৰিব খঙ?
আজি কাৰ স'তে বালি-দ'ল সাজি কৰিম ল বালি খেল?
কাৰ ডিঙি ধৰি পাতিম আকৌ ল বালি বিয়নী মেল?
কোনে আৰু আজি বালি-ভাত বান্ধি অ মৰেৰে বাঢ়ি দিব?
পিছি 'খেলিবলৈ' বালিৰ মাজত কোনে আৰু মাতি নিব?
আইতাই মোৰ অতপালি দেখি আৰু কৰিবনে খঙ?

ধূলি বালি জাবি ছুটি চুমা খাই কাৰেবা লাগিব ৰঙ ?
বাটে বাটে ঘূৰি বিচাৰিব কোনে 'সোণটি' 'দেউটি' কৰি
কুটগধূলিতে শুৱাব বা কোনে যতনে ধুৱাই ভৰি ?
পুৱাব ৰঙালি ৰ'দ-কাঁচিয়লি পিঠিত পেলাই ল'ই,
পদূলি-মুৰত আজিওনো কোনে নিতউ ওমলে গ'ই ?
জোনাক ৰাতিও চোতালত বহি জ্ঞানক নোখোজোঁ তৰা
নাই আইতৰ সাধুকথা শুনিলে পিয়াহ হৰা
সুখৰ, দুখৰ সই সোঁৱৰণি উদিলে প্ৰাণত মোৰ,
উতলে পৰাণ, হৰ্ষ-বিষাদৰ নাপাওঁ একণো ওৰ

১৯৩৯

# সুৰভিত বননিৰপৰা

সুৰভিত বননিৰপৰা
ধাননিৰ সোণালী বুকেদি
পশ্চম পাতনি নচা জুৰি পাৰ হই
পোনা মোৰ, আনিছো তোমালৈ
নীয়ৰেৰে বাখৰুৱা কৰি
লাহৰী সপোন এটি আলসুৱা ক'ই।
মুদা দুটি চকু, কেঁচাসোণ,
ৰঙিয়াল জোনাকীৰ ডাক
নীম পাতে পাতে নাচে অপেছুৰা হ'ই
লুকুৱাই আনিছো হিয়াত
আফিঙৰ ঠাৰি চুঁচি চুঁচি
লাহৰী সপোন এটি আলসুৱাক'ই।
যাওঁ দেই, নয়নৰ মণি,
সোণামুৱা তৰা পোনাইঁত
উমলি থাকিব চাবাঁ চাৰিকাষে ৰ'ই;
চেনেহৰ সাবট এটিৰে
আঁকি দিছো তোমাৰ হিয়াত
লাহৰী সপোন এটি আলসুৱাক'ই।*



* সৰোজিনী নাইডুৰ ছাত

# যুদ্ধ

শত শত সুন্দৰ জীৱন নিমিষতে যায় শূন্য হ'ই ;
মানৱৰ মধুৰ হিয়াত
মহাকাল তাণ্ডৱৰ নাচি উঠে যুগান্ত প্ৰলয়
চূৰ্ণ হ'ই যায় অট্টালিকা ;
ধ্বংস হয় বিলাস কানন ;
সভ্যতাৰ নিদৰ্শন গুচি হাঁহি উঠে মৰুভূমি -শুকান বিজন ।
মানৱৰ হিয়াত মাথোন
নাচি উঠে ভৱিষ্য সপোন
উন্নতিৰ যুগান্তৰ ! মায়া-মৰীচিকা !!
চামুণ্ডাই হাঁহিছে বিকট :
জগতৰ খণ্ড-প্ৰলয়ৰ হিয়া-হীন মূৰ্ত্ত বিভীষিকা !!

১৯৩৯

# সাপ

কোন মহামত্ত ধূর্জ্জটিৰ
শিৰৰ ভূষণ হ'ই
লীলায়িত নাচিলি নাচোন
তাণ্ডৱ ধোৱাঁৰ মাজে দৰশাই বিচিত্ৰ বৰণ।
আদি নাৰী ঈভ্ সুন্দৰীক
পাহৰালি ছলনাৰে
ঈশ্বৰৰ পৱিত্ৰ আদেশ,
সৃষ্টি কৰি জগতৰ যাতনা অশেষ।
মিছৰৰ ৰূপ-কুঁৱৰীৰ
তুলা যেন কোমল বুকত
হানি দিলি বিষাল ৰসনা,
শেষ কৰি ব্যথিতাৰ প্ৰেমৰ যাতনা।
ভৃত্য হই মনসা দেৱীৰ
কাল-ভুজঙ্গৰ বেশে
হৰি নিলি বেউলাৰ জীৱন-ৰতন
যুগে যুগে তই মাথোঁ বিষাদৰ অমূৰ্ত্ত কাৰণ।

# আনন্দৰাম বৰুৱা

নিৰানন্দ অসমৰ শোকৰ চকুলো মচি,
হে আনন্দ! তোমাৰ বুকু-ভৰা হাঁহিৰ মাধুৰী
বিলালা জগত জুৰি। কোন অমৰাৰ নন্দনৰ
পৰিমল সৰি তুলি দিলে জিলিগুনি চকু চমকোৱা
ভুবন-মোহন সেই ৰূপৰ বিজুলী লেখি
মানৱৰ চকু থিৰ হ'ল; হৃদয়ত উথলিল
আনন্দৰ ৰিৰ্, ৰিৰ্, শান্তিৰ নিজৰা।

ৰিৰ্, ৰিৰ্, মলয়াৰ সুখময় মধু পৰশত
পূত গন্ধ বিয়পিল গোটেই জগত
মতলীয়া হ'ল হিয়া জ্ঞান-পিপাসীৰ।
ৰসৰ বতৰা ল'ই মলয়াৰ প্ৰতিটি লহৰে
আনন্দেৰে আনন্দৰ বুকুৰ জেউতি ল'ই
আনন্দেৰে ভৰালে জগত।

ৰসনাৰ কঁপনিত

ফুটিল দেৱৰ ভাষা; শুদ্ধ হ'ল চাৰি দিশ।
"আষাঢ়স্য প্ৰথম দিৱসে" যক্ষৰ কটকী
জলদে যদিহে পাহৰে কেনিনো অলকা পথ,
প্ৰাগজ্যোতিষত আনন্দৰ খলকনি শুনি
উঠিব চমকি, লাজতেই তল-মূল হ'ই
খোজ ল'ব নিজৰ বাটত।

অশোক বনত বহি
যদিহে সীতাই শোক-ভাষা বিচাৰি নাপায়,
আনন্দ-কোকিল-কণ্ঠ বাজি আৰু কাৰ
জানকীৰ চকুলোৰে বচিব সাগৰ! আৰু
কোনোবা জনৰ যদি অস্ফুটস্থ হ'ই বয়
দেৱতাৰ মধুময় ভাষা, আনন্দৰ উশাহত
শত উচ্ছ্বাসেৰে ব'ই যাব বসৰ নিজৰা।

প্ৰতিভাত হ'ক আজি অসমৰ নবীন হিয়াত
আনন্দৰ মধুৰ মূৰতি, উজলি উঠক আজি
তৰুণৰ সুকোমল মুখ সেই প্ৰতিভাৰে।

# চন্দ্ৰকুমাৰ আগৰৱালা

*Leave him still loftier than the world suspects*
*Living and dying.*

—Browning

"সুন্দৰৰ আৰাধনা জীৱনৰ খেল"
সুন্দৰৰ প্ৰতিমাত কল্পনাটি সঁপি,
পাতিছিলা জগতত কবিতাৰ মেল,
বীণ-ব'ৰাগীটি হ'ই সত্য-মন্ত্ৰ জপি
কৰ্ম্মময় জীৱনৰ বাঘ-জৰী টানি,
জীৱনৰ কোণেদি কৰিলা প্ৰচাৰ
মানৱৰ ধৰমৰ, কৰমৰ বাণী;
শুচি গ'লা পূৰ্ণ দেখি সাধনা তোমাৰ।
সুন্দৰ সেৱাৰ ব্ৰতী, বীণৰ ব'ৰাগী,
বীণখনি কাতি কৰি, প্ৰতিমা তিয়াগি,
নিমিষতে জীৱনৰ লুকালা কালিকা।
কাষৰৰ বননিক লগাই তবধ্
লুইতৰ বুকু ভৰি উঠিল শবদ্!
"অভিনয় হ'ল শেষ, নামিল যৱনিকা।"

১৯৩৮

# জয় গুৰু শঙ্কৰ

ষোড়শ শতিকা বেৰি
অৱৰুদ্ধ বেদনাৰ শান্তি-হীন বিলাপ গুঞ্জন,
যুগৰ কালিমা সনা
স্ফুৰ্ত্তি-হীন অধ্যাত্মৰ আৰু ঊৰ্দ্ধমুখী কৰুণ ক্ৰন্দন,
ধৰ্ম্ম বুলি তিক্ত হলাহল বেচা "পাষণ্ড"ইতৰ
নিতে ঠগ খাই খাই নিতউ ওচৰ চপা
নিঃস্ব, নীচ জনতাৰ বুকু ফালি নাচি উঠা
পৰিতাপে অধৰ্ম্মৰে ক'লা পৰা
আমঠুৰ ৰুধিৰৰ ৰক্ত-প্ৰস্ৰৱণ,
তাৰ বাবে কাণ থিয় কাৰ ?
তাৰ বাবে চকু থিয় কাৰ ?
হিয়া ধুনা আৰ্ত্তনাদ শুনি জনতাৰ ;
দেৱতাৰ মন্দিৰত
মহা-মানৱৰ বুকু চিৰা
মনে মনে দেখি অত্যাচাৰ,
শুনি হাহাকাৰ,
সমাজত বিপ্লৱ প্ৰসাৰি
ধৰ্ম্মৰ প্ৰহৰী কোনে ছাৰিলে হুঙ্কাৰ ?
অমৃতৰ বাণী ৰচি কোনে
তৃষ্ণাতুৰ শত আত্মাক
দিলে প্ৰাণ দান ?

তুমি
দেৱ,
তুমি
মৃত্যুঞ্জয়ী পুৰুষ-প্ৰধান
কাব্য-মালঞ্চৰ কোন ৰূপ-দক্ষ মাল'কৰে
গাই গাই উদ্দাম সঙ্গীত,
ভাগৱতী মন্দাকিনী,
পুৰাণৰ সুৰলা তটিনী,
অৱগাহি তাৰ সলিলত,
পান কৰি সোম-ৰস
উপনিষদৰ.
জীৱন-কুসুমবোৰ
কৰিলে চয়ন,
স্নেহময়ী ভাষা-জননীৰ
মণিকূট
সিংহাসন
কৰিলে শোভন ?
সেয়া কোন মধু-বৰ্ষী অমৰ কিন্নৰ
চপল আঙুলি মেলি
চঞ্চল-চৰণ
ডিণ্ডিত মৃদঙ্গ আৰু পাৱত নেপুৰ আঁৰি
সুৰ-শিল্পী শ্ৰেষ্ঠ বিদ্যাধৰ
গাই গাই গীত-শ্ৰেষ্ঠ বৰগীত
বিলাপৰ কৰুণ পয়াৰ
ক্ষিপ্ৰ-সৰা ৰণৰ ঝুমুৰ
নাচি নাচি
লাস্য-লাস

তাণ্ডৱৰ
গন্ধৰ্ব্ব-নাচোন
কপালি সুৰৰ মোৰ
সঙ্গীতৰ সোণৰ দেউল
কৰিলে থাপন ?
তুমি
দেৱ
তুমি
নৰ্ত্তক শঙ্কৰ
সুৰৰ ভাস্কৰ
হে বিদ্ৰোহৰ অগ্নি-শিখ,
সাম্য-বাদী সমাজৰ সঞ্চাৰিণী দীপ-শিখা,
জাতীয় শকতি-দীপ্ত অসমৰ মহাকবি,
মই এটি কবি-কীট বাঁহিচাৰী কুৰি শতিকাৰ
মোৰতো কণ্ঠত আৰু নুফুটে সঙ্গীত
ৰ-ণ-ন-ন ঝ-ন-ন-ন শক্তিৰ দামামা
আনন্দৰ প্ৰাণৰ দুন্দুভি;
মই পঙ্গু, অক্ষম, দুৰ্ব্বল,
মই গাওঁ দুৰ্ব্বলৰ নপুংসক সুৰ
মোৰ পূজাৰ পদুম ৰচোঁ—
নাই তাত জীৱন্ত সুৰভি;
মই বন্দী
শত বন্দীঘৰে মোৰ
বেদনাক অৱৰুদ্ধ কৰি
জীৱন-অসহযোগ কৰিছো প্ৰচাৰ
আনন্দকো কৰোঁ অস্বীকাৰ;
মোৰ সত্য অন্ধকাৰ, মাধোঁ অন্ধকাৰ।

হে দেৱ,
পুনৰ নাহিবা জানো
ভকতি-প্ৰদীপগছি লগাই দিবলে',
মোৰ স্বদেশৰ
এই আন্ধিযাৰি জীৱনৰ
অন্ধকাৰ ধুৱাই নিবলে' ?
বন্দীত্বৰ অভিমান ল'ই
মিছা-মিছি আনন্দৰ ভুল স্বপ্ন দেখা
তন্দ্ৰালস স্বদেশীক
জগাই দিয়াহি,
মহা-মানৱৰ বয়নত দলনৰ বেঘা-টনা
মিছা-মিছি ধৰ্ম-নীতি
কলঙ্ক কালিমা মচি
সত্যৰ মাধুৰী ৰাশি
দিয়া উজলাই

১৯৪৩

# জীৱনৰ অপমান

কবি, গালা তুমি, মাথোঁ গাই গলা বিজুলী তাৰৰ নাচনী সুৰ ;
অৰূপ-ৰূপৰ কোন অলোকত হেৰুৱালা তুমি চিন্তাৰ কূল ?
তুমি গালা মাথোঁ বসন্ত কালৰ সন্ধিয়া সৰগ ফুল,
মন্দ মলয়াই সৰুৱাই যোৱা শাৰদী-শিশিৰ ৰূপ
তুমি গাই গ'লা জোনাক-জলধি অপ্সৰীয়ে গা ধোৱা,
শাওণী ডাৱৰে তোমাৰ দুখতে ধাৰাসাৰে অশ্রু ঢলা
বিৰহৰ ৰূপ দেখিলা মেঘৰ কলীয়া শৰীৰ ভেদি ;
নিজৰ হিয়াকে দেখিলা মাথোন উৰি ফুৰা যেনি-তেনি
কোমল লেখনী বুলাই আঁকিলা পদুম-পখীয়া চকু ;
মাছুৰি তুল'ৰ বুকু উদঙাই চুহিলা ৰূপৰ মধু

নেদেখিলা বিশ্ব বিয়পি উঠিছে শত যাতনাৰ প্রবল বায়ুঃ
জীৱন নহয় সবাৰে কাৰণে মৃদু কবিতাৰ মধুৰ পাক।
তোমাৰ ঘৰৰ দুৱ'ৰ-দলিতে দাৰিদ্র পীড়িত জনে
দুটি খুদ-কণ মাগিবলৈ আহি কান্দিছে হিয়াৰ দুখে
তোমাৰ আগতে তেজ কৰি পানী কতই কৰিছে দুখ ;
বছৰ জোৰাই তেওঁতো নহ'ল অন্নৰ অভাৱ পূৰ
ৰোগৰ হেঁচাত কত স্বদেশীৰ যায় যায় যেন প্রাণ,
পাটীৰ কাষত নাই বন্তিগছি ; নুশুনি প্রাণীৰ মাত।
ৰজাৰ নীতিৰ, সমাজ-নীতিৰ—অনীতিৰ অত্যাচাৰ
দুখীয়াৰ বুকু চাই বহুৰায় পীড়নৰ পোতাশাল।

তোমাৰ বীণত নুঠিল কঁপনি দুখীৰ কান্দোন শুনি,
নিজৰ বাবেই নিজে স্বপ্ন ৰচি নিজেই মাথোন সুখী।

নৱ-দেৱতাৰ পৱিত্ৰ পদত নসবে তোমাৰ ছন্দৰ ফুল ;
অপ্সৰী-পুৰীৰ আৱেগ-বিলাস তাৰেই মজালা বীণাৰ সুৰ।
জীৱনবে বাবে কবিতা সৃজন, জীৱনবে অৱহেলা
কাঁৰবে ৰচিছা কাব্যৰ সপোন অলীক ভাবেৰে বেকা।
কবি, জীৱনৰ গোৱা জয়-গীত মানৱী-হিয়াৰ গান ;
নাপাহৰা যেন নৱ-দেৱতাৰ শতেক ব্যথাৰ স্থান—
জীৱনৰ অপমান।

# বিৰহত

সা সা সা জগতি সকলে কোয়মদ্বৈতবাদঃ ॥

—অমৃকেঃ

মিলনত

তোমাৰ সৌন্দৰ্য্যৰাশি তোমাতে আছিল ;

বিৰহত

তোমাৰ মধুৰ ৰূপ এই যে নিখিল
বিশ্ব বিয়পি গ'ল আকাশে-বতাহে
তোমাৰ মূৰতিখনি এই উটি আছে,—
এই দেখোঁ ভিতৰতে, এই দিগন্তত
এই তুমি কিবা খেলা খেলা সমুখত ;
সবাৰ মুখত দেখোঁ তোমাৰ ছায়াটি,
বিজুলী ছটিতো যেন তোমাৰ মায়াটি।
তুমি যেন ৰূপ গন্ধ ফুলৰ সুবাস
মলয়-বিধুৰ হ'য় ভ্ৰমা চৰিকাষ
মোৰ দুটি দৃষ্টি কৰি বিৰহ-বিহ্বল
বিশ্বময়ী তুমি নাচা চতুৰ চঞ্চল।

# যৌৱনৰ বিপ্লৱ

অন্তৰৰ দীপ্ত হুতাশন
কোনে আৰু পাৰিব নুমাব?
উত্তাল কল্লোল-ৰৱ সাগৰৰ বুকু ফালি উঠা
আৰু কোন অগস্ত্যই এঁকাজলি পানী কৰি
উদৰত লুকাই ৰখাব?
আজি পুণ্য ভাৰতৰ
বহু শত শতিকাৰ
কালৰ শেঙেতা লগা
লাখে লাখে ঋষি-আশ্ৰমৰ
হোমানল উঠে জ্বলি লাখ লাখ ডেকাৰ বুকত।
ই যে মহা সৰ্প-যজ্ঞ,
ই যে মহা গাণ্ডীৱৰ টঙ্কাৰত নাচি উঠা
অগ্নিৰ ধুমুহা,
অন্যায়ৰ, শোষণৰ, দলনৰ
খাণ্ডৱ-বনত।
আজি, যৌৱনৰ ফাগুনত
বনে বনে জ্বলিল অগনি;
আজি, দখিণাই দিছেহি জনাই
সৃষ্টি-কামী যৌৱনৰ সংহাৰ-জাননী।
আজি, বিদ্ৰোহৰ ভৃগুগুঁতে
ঈশ্বৰৰ ঈশ্বৰত্ব—
তাৰো কৰে অগ্নিৰ পৰীক্ষা।

বিষ্ণুৰ বুকতো হানি দিয়ে পদ-চিহ্ন
নিৰ্ব্বিকাৰ চিত্তে;
ব্ৰহ্মাই চিঞৰে আজি
"ত্ৰাহি মাং মধুসূদন"
মধু আৰু কৈটভৰ ৰঙা জিভা দেখি,
সৃষ্টিৰ প্ৰমাদ লেখি।
সৃষ্টিৰ বুকুত আজি
প্ৰলয়ৰ কাল-শিখা, ধ্বংসৰ অগনি
ভৈৰৱ সঙ্গীত বাজে,
চকুৰ আগত আজি ৰুদ্ৰ-তাণ্ডৱৰ লীলা কালযৱনৰ।
আজি, বাণ অসুৰৰ বাবে শোণিতপুৰত
নাচি উঠে শানিত ত্ৰিশূল
অৱ ৰাধি মহা সুদৰ্শন।
আজি, কান্ধত সতীক ল'ই
পৰ্ব্বতে কন্দৰে ঘূৰে
ক্ৰোধী ত্ৰিনয়ন।
দক্ষ-যজ্ঞ হ'ল এয়া
ভূত-প্ৰেত পিশাচৰ বিকট নাচোন

# ৰূপ-কোঁৱৰৰ পোহৰী সপোন

প্ৰাগজ্যোতিষৰ গৌৰৱ চূড়া আকাশ লঙ্ঘা, তাৰৰ চূমা এই গৌৰৱ-চূড়া অসমীয়াৰ জীৱন-বন্তিৰ দীপ-শিখা। এই দীপ-শিখাৰ উম্ লৈ দুৰ্দ্দিনৰ জাৰে ঠেটুৰা লগোৱা অসমীয়া আজিও জীয়াই আছে আজি অৱসাদ-অন্তত এই জাতিয়ে আকৌ শকতি গোটাই তাৰ পোহৰতে ভৱিষ্যতৰ নিজৰ ঠাই বিচাৰি আগ বাঢ়িছে।

— জ্যোতিপ্ৰসাদ

ব'দালিয়ে চুলি টুকি সোণ-পানী দিলে ঢালি,
নীলাচলে তাৰে ল'লে শৰীৰ তিয়াই,
মুকুতাৰ বৰণৰ নীয়ৰে মকুৰা তুলি
ভুবনেশ্বৰীৰ শিৰ দিলে উজলাই।
নীয়ৰে মলচি থোৱা স্বৰ্ণ-গুৱনীক'হ
কইনা ফেৰিব দৰে বেইৰ তলৰ,
জীপাল চকুৰে-গালে উষাৰ হাঁহিটি সানি
কলচিয়ে বৰগীত গুনে লুইতৰ।
ব'দালিৰ চুমা পায়ো গাত উমানকে নাই,
গুৱাহাটী পুৰ'ভীয়া নিদ্ৰাত মগন,
কেঁটি-ক'লীয়া বেলি, ন ব'দ-কাঁচিয়লি—
সাৰ ন'উ পাইছে অথন
লুইতত স্নান কৰি ক'উ ৰাগৰ বৰ-গীতে
ঘুমটিৰ দুৱাৰৰ মুখে মুখে আহি
পদূলিৰ মূৰে মূৰে, জপনাৰ চুকে চুকে
শিহি দিলে ৰঙা ৰাগ-কৰবীৰ পাহি।

উৰ্ব্বশীৰ হুৱাৰত খুলিয়াই পাৱে মানে
অগ্নিৰ ৰাগে কিবা যদি সন্নিধান পালে
'সইহে হ'বলা সিও আঁতৰি নিচুকি ৰ'ই
কৈকুৰিলে উচুপিলে, হুনাশে-বিনাশে !

নিশা' ফুলা শেৱালিৰ একুঁকি ভৰাই ল'ই
নওলাতে সমীৰণে দৈড়ক ধৰিলে।
হিমে'-সন্ধ্যা ঘৰ এৰি, কত হিল-দ'ল ভাঙি,
লুইতে কতনা বাট ঢাপলি মেলিলে :

কত হাবাথুৰি খাই কতনা চাকুৰি হিয়া
আহিছিল দিবল'হ চৰণ পখালি
'উৰ্ব্বশী মাৰ'ক মাতি দেওধনি যেন হ'চ
ডেও পাৰে, মুখটোকে আফালি আফালি।

তেওচোন আইটিৰ নলবে এডালি চুলি
টোপনিৰো এখানিও পৰা নাই চিল্ ;
ল'ম্ 'যন উৰ্ব্বশীৰ ফুল যেন ঘুৰনত
আজি ক'ৰ দুৰ্ব্বাসাৰ শাওপাত-শিল !!

আজিচোন আইদেৱে শিলৰ-টোপনি এৰি
লুইতীয়া বৰগীত মুগুনে এজিও ;
পুৱা সোণ-সুকজৰ সোৱণশিখিত নামি
মুকুলায় নাচোনৰ পদুমপাহিও !!

গ'ল নিশা ভাটি দিয়া সুখ-সপোনলে' বুলি
মলয়-পাতল এটি হুমুনিয়া' ছাৰি,
যাওঁ-নে-নাযাওঁক'ই আজি পুৱা উৰ্ব্বশীৱে
এৰি থ'ই নাহে মিঠা শোৱনী-কুঠৰি !
তাপসৰ তপ ভাঙি চুমা লেখি উমৃ তোলা
আজি আৰু নাই সেই ওঁঠ-আচুমন্দি ;

শিল-চেঁচা পৰশৰ ভয়তে আতুৰ হ'ই
আকুল প্ৰণয়ীজনো পায়গে' দূৰণি
পূৰ্ণিমাৰ পৰশত ঢ'উ তুলি নাচি উঠে,
পথিকেও খুজি-মাগি লয় পৰশন,
এনে হেন ওঁঠযুৰি কাঠৰ কঠুৰা হ'ল !
মন্ত্ৰ-হীন হ'ল আজি তাৰো নিমন্ত্ৰণ !!

শিলাময়ী উৰ্ব্বশীক শাওপাত দিলে কোনে ?
কোনে অভিশাপ দিলে প্ৰাগ্‌জ্যোতিষক ?
আজি দেখোঁ প্ৰাগ্‌জ্যোতিঃ শিলাময়, জ্যোতি-হীন,
বুকুত সাবটি ল'ই উৰ্ব্বশী-শিলক !
জোনাক-জখলা খুপি প্ৰাগ্‌জ্যোতিষৰ যশে
নবগ্ৰহ গ্ৰহ-তৰা দূৰ-দূৰণিৰ ;
তৰাৰ চমক লাগি চকুৰ পাহিত মোৰ
নাজাগে কঁপনি এটি শিৰ্‌শিৰণিৰ

মন্দিৰৰ শিলে শিলে প্ৰাণৰ আঁচোৰ টানি
কোন গ'ল সময়ৰ লুপ্তত উটি ;
বিশ্বৰ কাৰুৰ চ'ৰাত ৰঙা ঠঙা পাৰি বহি
মান খাবল'ই আৰু নাহে শিলাকুটি ?
কলচিৰপৰা হেনো ধাৰেৰে বাগৰি অহা
জুলীয়া জুইত নিতে ছুটি বুৰ মাৰি,
মোৰে আজো-ককাইঁতে গাত নৱ বল বান্ধি
জীৱনেৰে যুঁজিবলে' ফুৰিলে বিচাৰি।

আমাৰ দুখত সৰা সিংহ-পূৰ্ব্ব পুৰুষৰ
চকুলোৱে' শিল হ'ই পৰিছে বাগৰি ;
তাকে ল'ই লুইতেও আবেগ-অম্বুধি মহি
আফালি মৰিছে যুৰ, গুজৰি-গুমৰি।

দবাৰ কোবত হেনো কামাখ্যা গোসানী মোৰ
নাচিছিল গাৰ সাজ, লাজ-বিজ কাতি কৰি থ'ই !
শিল-কামাখ্যাৰ আজি কিহেৰে টোপনি ভাঙো ?
দবাৰ ছেওত নাই বাহু-বলী লয়।
তাহানিতে গোসানীৰ নঙঠা নাচোন চাই
কাৰোবাৰ জীয়া চকু হৈছিল কণা।
আজি কিন্তু আই মোৰ, মুকলি-মুৰীয়া হৈ
নাচি থাকোঁ যত পাৰা, হৈ বিবসনা।
আজি মোৰ স্বজাতিৰ চকু গুচি শিলা হ'ল,
নাই তাত সৌন্দৰ্য্য-কঁপনি ;
নাচোনৰ ছন্দে ছান্দ দেৱীৰ জেউতি ঢালি
গুলি-পিটি সান দিয়া সজীৱ চাৰনি
তোমাৰ নিতম্ব-ভৰে দেশৰ জীৱন খানি
প্ৰাণ-ভৰা শতদল ৰঙাই তোলক ;
চৰণৰ আঘাতত মহাসাগৰৰো যেন
মায়াময় আৱেশৰ টোপনি ভাগক ;
বিশ্ব মোহা চাৱনিয়ে সন্তানৰ নয়নৰ
ৰূপৰ পিয়াহকণ ঘুৰাই আনক ;
তোমাৰ স্তনৰপৰা নিগৰি শকতি-দুধ
নিশকতি সন্তানক শকতি যাচক ;
নিটোল শৰীৰ দেখি তোমাৰ সন্তান হক
দেহৰ সৌন্দৰ্য্যলৈ হাম্‌বাও কৰা ;
সৃষ্টিৰ জননী-যোনি সন্তানে প্ৰত্যক্ষে দেখি
চোৱা আই, প্ৰাণ থকা জাতি এটা গঢ়া।

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

[ একতা সভা। বিশেষকৈ গুৱাহাটী-প্ৰবাসী কলেজীয়া ছাত্ৰ-সকলক বিদায় দিবৰ অৰ্থেহে এক অধিবেশন। ডিগ্ৰী পৰীক্ষা আৰু কলেজৰ বছৰেকীয়া পৰীক্ষা একে লগেই শেষ হৈছে। বহুত ছাত্ৰৰ সমাগম। সভা ঘৰৰ এমুৰে এখন অলপ ওখ মাচিয়াত অৰ্গেনটো; তাৰ কাষতে হাৰ্মোনিয়ম, চেতাৰ বেহেলা তবলা ব্যৱহাৰৰ পিছত পৰি থকা দৰে পৰি আছে। কাষতে আকৌ এখন সৰু, এখন ডাঙৰ শৰাইৰ ওপৰে-তলে ফুলবোৰ সিঁচৰতি হৈ পৰি আছে। ধুনা-দানীৰ ধোঁৱা প্ৰায় শেষ হোৱা অৱস্থাত। সভাপতিৰ মেজৰ দাঁতিত সম্পাদকে হাতত কলম লৈ মাজে মাজে দুই এটা কথা টোকা কৰিছে। সম্পাদক বৈশিষ্ট্যবিহীন এজন ডেকা। সভাপতি ব্ৰজসুন্দৰ দত্তই সভাপতিৰ শেষ মন্তব্য দিছে। কাৰ্য্য-ক্ৰমণী লিখা ব্লেকবোৰ্ডৰ সমুখৰ পৰা বগা খাদৰ কাপোৰ পিন্ধা দত্তৰ শৰীৰ স্পষ্টকৈ দৰ্শকৰ চকুত পৰে। স্থূল শৰীৰ,-ভৰিত চেণ্ডেল, ঠেক চুৰিয়াখন, গাত চুটি হাতৰ চোলাটো। কানৰপৰা চাদৰখন কথা কওঁতে প্ৰায় খহি পৰিছে। ভাব-আবেগত টানকৈ মুঠি মৰা হাতখন মূৰৰ ওপৰৰপৰা যেন শিথিল হৈ নামি আহিছে, মুঠিৰ বান্ধো ঢিলা হৈ পৰিছে। দেশৰ স্বৰূপ অৱস্থা গণিবলৈ দত্তৰ বুদ্ধি-শক্তি থাওক-নাথাওক, কাৰ্য্যশীল পদ্ধতিৰ উদ্ভাৱনা কৰিবলৈ আৱিষ্কাৰ গুণ আছে বা নাই, ভাৱপ্ৰৱণ দেশ-প্ৰেমিক দত্তৰ দেশ-হিতৈষণাৰ ইচ্ছা প্ৰবল আৰু সবল। এই কথাটো যেন তেওঁৰ দ্ৰাঘিমা আৰু অক্ষ-ৰেখা অঙ্কিত অসুন্দৰ মুখত ফুটি ওলায়। মুখত এতিয়াও বাক্য-উত্তমৰ চিন। সভা ঘৰৰ পিছ কালৰ পৰা "বহক, বহক, আপুনি বহক যথেষ্ট হৈছে"—আদি নানা [illegible]ৰে সভাপতিৰ বাক্ ৰোধ কৰে। আগৰ শাৰীত বহা শ্ৰোতাসকলে উদ্বিগ্ন ভাৱে এবাৰ পিছলৈ এবাৰ সভাপতিলৈ চায়। ]

সভাপতি ঃ ( তিক্তভাৱে, হুটামুটাকৈ, অধিক ঠাট্টাৰ সুৰেৰে ) জন্মভূমিৰ আশা-ভৰসাৰ স্থূল ডেকা বন্ধুসকল, আপোনালোকৰ হাজাৰ গঞ্জনা, হাজাৰ হুঙ্কাৰ বুকু পাতি লবলৈ মোৰ যথেষ্ট সাহ আছে। কাৰণ মই জানো, সি বিষহীন সৰ্পৰ অসাৰ্থক তৰ্জ্জন মাত্ৰ। ( মাত অলপ কোমলাই, কিন্তু অধিক উদ্যমেৰে ) দেশৰ বৰ্ত্তমান অৱস্থা অনুভৱ কৰিবলৈ, ভৱিষ্যতৰ বিষয়ে ভাবিবলৈ অসমীয়া ডেকাৰ এখন অন্তঃকৰণ নাই, অসমীয়া যুবকৰ এটা শক্তিমান মূৰ নাই। স্কুল, কলেজ, য়ুনিভাৰ্ছিটিৰ যন্ত্ৰই তৈয়াৰী কৰি বঁতিয়াই দিয়া কিছুমান বিলাস-প্ৰিয় নিৰ্জ্জীৱ পুতলাৰপৰা দেশৰ একো উপকাৰ নহয়। এই প্ৰাণহীন যুৱকদলৰ সভা-সমিতিয়ে দেশক উন্নতিৰ টিংখোপত নোতোলে। হব পাৰে তাৰ বাবে বৰ্ত্তমানৰ শিক্ষা-পদ্ধতিয়েই ঘাইকৈ দায়ী। অৱশ্যে সি আমাক দেশ-প্ৰেম নিশিকায়, শিকায় কিছুমান ভেড়া হ'বলৈ, দাস হবলৈ চাকৰি চাকৰি কৰি হাবাথুৰি খাই ঘূৰি ফুৰিবলৈ। কিন্তু সকলো শিক্ষাৰ অপকাৰিতা, পাৰিপাৰ্শ্বিকতাৰ দুৰ্ব্বলতাৰ উপৰিও আমাৰ বৰ্ত্তমান অৱনতিৰ মূলতে ডেকা সকলৰ নিষ্প্ৰাণ জীৱনৰ গতি। অসমীয়া ডেকাৰ অন্তৰত দেশ-প্ৰেম নাই, সাহিত্য-স্পৃহা নাই, কোনো প্ৰকাৰৰ উদ্যম-উৎসাহ নাই। আকৌ ভাবিব পাৰি—নালাগে দেশ-প্ৰেম, নালাগে সাহিত্য-স্পৃহা। যদিহে একান্ত ভাৱে পঢ়ি দেশ-বিদেশৰ শিক্ষাৰ উপাধিৰে মোৰ দেশৰ ডেকাসকল বিভূষিত হলহেঁতেন, যদি সৰ্ব্ব-ভাৰতীয় প্ৰতিযোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হৈ ইম্পিৰিয়েল ছাৰ্ভিচত সোমাই নিজেই একোজনহঁত মানুহ হল-হেঁতেন, সিও জন্মভূমিৰ বাবে যথেষ্ট আনন্দ-আহ্লাদৰ কথা হ'ল হয়। কিন্তু সকলো ফালেই ডেকা দেওসকলৰ চকু অন্ধ, কৰ্ণ বধিৰ, মূৰত আচন্দ্ৰাই !!

[ "বহক বহক". "বুঢ়াবোৰৰ একা", "হ'ল, আৰু ঔষধ নালাগে", আদি নানা হুঙ্কাৰে আকৌ সভাঘৰ ৰজন্ জনাই যায়। দুই-এজনে "মনে মনে থাওক" "অৰ্ডাৰ্ অৰ্ডাৰ" কৰি চিঞৰে। সভাপতি কিন্তু নিৰ্ব্বিকাৰ। ]

সভাপতি : ( সকলো আটাহ আওহেলা কৰি ) এই প্ৰাণহীন ছাত্ৰ সমাজৰপৰা অসমীয়া জাতিয়ে কি আশা কৰিব পাৰে? চিনেমা চোৰা আৰু বিদেশীৰ চাহৰ দোকানৰ পৃষ্ঠপোষকতা কৰা—এয়েই কলেজীয়া ডেকা-বন্ধুসকলৰ ভব্যতাৰ মাপ-কাঠি। নিজৰ ঘৰৰ ছিন্ন-ভিন্ন দাৰিদ্ৰলৈ আওকাণ কৰি আপোনালোকে গুৱাহাটীৰ ৰাজ-আলিত আভিজাত্যৰ প্ৰহসনৰ অভিনয় কৰিছেহি।

[ পিছ ফালৰপৰা এটি তীব্ৰ স্বৰে চীৎকাৰ কৰে—"আপোনাৰ লাজ লাগিল কিহত ?" ]

সভাপতি : ( একে অৱহেলাৰ সুৰতে ) ভাবিলে ভয় লাগে, মুখেৰে স্বীকাৰ কৰিবলৈ লাজ লাগে—Tell it not in Gath, publish it not in the streets of Askelon lest the daughters of Philistines rejoice—আজি এশ বছৰ হৈ গ'ল দেশ-দ্ৰোহিতাৰ কবলত পৰি অসমীয়া জাতি মৰিল, তাৰ প্ৰাণ-বায়ু উৰি গৈছে। এতিয়া মাত্ৰ বাহিৰৰ বতাহ লাগি নিশ্চেষ্ট বুকুখন ঢপ্-ঢপাই আছে।

[ পিছ ফালৰপৰা অন্য-এষাৰ মাত—"Give it an honourable burial, then." ]

সভাপতি : জাতিৰ সজীৱতাৰ চিন সাহিত্যৰ নামত আজি অসমীয়া প্ৰেছৰপৰা যিবোৰ ওলাব লাগিছে, তাত নাই প্ৰাণ, নাই জীৱন। নিৰ্লজ্জ উলঙ্গ-সেৱী গল্প-লেখক কিছুমানৰ অনুকৰণ-মূলক গোকাট গল্পই আমাৰ ডেকা-গাভৰুসকলৰ প্ৰিয়তম খাদ্য। তাতকৈ অধিক কিবা হলে তেওঁলোকৰ পাতল

মগজুত 'ঘূৰ্ণী হাৰা' লাগে। এই স্বাস্থ্য-হীন বুদ্ধি-শক্তিৰে আমাৰ সাহিত্যাই আমাৰ দেশে গা কৰিব কেতিয়া? কেতিয়া আমি জীয়াই থকাৰ চিনাকি দিব পৰা হম? শ্ৰীশঙ্কৰদেৱ আনন্দৰাম ঢেকিয়ালফুকনৰ স্মৃতি-সভা পাতি আপোনালোকৰ হৈ-চৈ লগোবাখন দেখিলে হাঁহি উঠে। যেতিয়ালৈকে সেই মনীষী অসমীয়াসকলৰ প্ৰাণ নিজৰ হিয়াৰ মাজত প্ৰতিষ্ঠা কৰিব নোৱাৰে, যেতিয়ালৈকে নিজৰ শক্তি অনুসৰি দেশৰ একেৰা কল্যাণ-সাধনৰ ব্ৰতত ব্ৰতী হব নোৱাৰে, তেতিয়ালৈকে জানিব— দেশৰ কল্যাণ নহ'ব, নিজৰো জীৱন অসাৰ্থক হৈ ৰ'ব। আপোনালোকৰ প্ৰায় জনেই এতিয়া ছাত্ৰ-জীৱন সমাপিব। এই সন্ধিক্ষণত দেশৰ বিষয়ে এবাৰ ভাবিবলৈ শিকক, মোৰ নিচিনা উন্মাদবোৰৰ কথা এবাৰ বুজিবলৈ চেষ্টা কৰক। এয়ে মোৰ মূঠ বক্তব্য।

[ সভাপতি বহে। সকলোৰে হাত-চাপৰিৰ ৰোল উঠে। ইতিমধ্যে সম্পাদকে উঠি গৈ দ্বিতীয় কি তৃতীয় শাৰীত বহি থকা প্ৰণৱ দুৱৰাৰ কাণত কিবা কয় আৰু নিজৰ ঠাইত বহে হি। সভাপতিয়ে কাৰ্য্য-তালিকাত পিছৰ বিষয় ঘোষণা কৰে—"শলাগৰ শৰাই।" প্ৰণৱ ধীৰে ধীৰে উঠি আহি সম্পাদকৰ চকিত ধৰি থিয় হয়। সুন্দৰ, লৰী চেহেৰা। মুখত গাম্ভীৰ্য্য আৰু সৰলতাৰ চিন। লগতে যেন সভাপতিৰ বক্তৃতাই প্ৰাণত আঘাত কৰিছে। দীঘল পঞ্জাবী চোলাৰে সহজ সাজ-কাপোৰত একো বৈশিষ্ট্য নাই। ধীৰেৰে কথা আৰম্ভ কৰে। ]

প্ৰণৱ ঃ শ্ৰদ্ধেয় সভাপতি দেৱ, সমৱেত যুৱকবৃন্দ, ব্যক্তিগতভাৱে মই সভা-সমিতিৰ কাৰ্য্য-কুশলতাত বিশ্বাস নকৰিলেও আৰু প্ৰায় কোনোদিনেই কোনো সভাত বক্তৃতা নিদিলেও, সম্পাদক ডাঙৰীয়াৰ অনুৰোধত পৰি আপোনালোকলৈ শলাগৰ শৰাই

আগ বঢ়াবলৈ বাধ্য হৈছো। আপোনালোকে মোক ক্ষমা কৰিব, সভাপতিৰ প্ৰতি আমি এতিয়া যি আচৰণ দেখুৱালোঁ, সি ভদ্ৰোচিতো হোৱা নাই, বিবেচনাৰ পৰিচায়কো হোৱা নাই। দেশৰ ভাষা-সাহিত্য, কলা-কৃষ্টিৰ অৱনতিৰ কথা গভীৰ ভাৱে ভাবিলে আমাৰ ভৱিষ্যত অতি আন্ধাৰ যেন লাগে। এই বিষয়ে যুৱক ছাত্ৰসকল সচেতন হোৱাটো নিতান্ত আৱশ্যকীয় কৰ্ত্তব্য। সাহিত্যতে হওক বা আৰ্টতে হওক, সমাজ-সংস্কাৰতে হওক বা ৰাজনীতিতে হওক, অসমৰ তথাকথিত শিক্ষিত সকলে, সভাপতিয়ে কোৱা দৰে, নিজৰ শক্তি অনুসৰি একেৰা কাৰ্য্য কৰি গ'লে, সিও যথেষ্ট হয়। অৱশ্যে সভা-সমিতিত সেই বিষয়ে শ্ৰদ্ধা-হীন বক্তৃতা দি লাভ নাই। কৰ্ম্ম ইহে দেশ-সেৱাৰ মন্ত্ৰ। আজিৰ সভাৰ সভাপতি দেশ-সেৱক শ্ৰীযুক্ত ব্ৰজসুন্দৰ দত্তদেৱক তেখেতৰ কষ্ট স্বীকাৰ আৰু সৰল উপদেশৰ বাবে উদ্যোক্তা-সকলৰ শলাগ জনাইছো, তেখেতৰ প্ৰতি আমাৰ ত্ৰুটিৰ বাবে ক্ষমা ভিক্ষা কৰিছো আৰু সমবেতসকলকো আমাৰ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

[ কপালত দুই হাত যুৰি প্ৰণাম জনাই প্ৰণৱ নিজৰ ঠাইলৈ যায়। সভাপতি থিয় হয়। সকলো থিয় হয়। অৰ্গেনৰপৰা ছুজন-মানে জাতীয় সঙ্গীত আৰম্ভ কৰে। লাহে লাহে পট পৰে। ]

## প্ৰথম অঙ্ক

### দ্বিতীয় দৃশ্য

[ সন্ধ্যাৰ আগতে। লুইতৰ পাৰৰ আৰামী বেঞ্চত বহি প্ৰণৱ আৰু তাৰ বন্ধু ভানুৰঞ্জন বৰুৱা। ভানু চহকী মানুহৰ সন্তান, গতিকে পৰিচ্ছদপ্ৰিয়; গাত বিলাতী 'ছুট'। চিগাৰেট এটাৰ পিছত এটাকৈ পকাবই লাগিছে। কথা-বতৰাত চঞ্চল-মতিত্ব। প্ৰণৱে তন্ময়ভাৱে ৰঙীন পছিম দিগ্বলয়লৈ চাই কথা কৈ যায়। প্ৰায় অভিনয়ৰ দৰে তাৰ কথাৰ ঠাচ দেখি ভানুৱে মাজে মাজে মিচিকিয়াই হাঁহি একোটি মাৰিছে। প্ৰণৱৰ হাতত আৰু চকুত নৃত্য-ভঙ্গীৰে বেঞ্চৰ পিছ ফালৰ বাটেদি চাইকেলত বা খোজ কাঢ়ি ল'ৰা-বুঢ়া, ডেকা-গাঁভৰুৱে সান্ধ্য ভ্ৰমণ কৰে। ]

প্ৰণৱ ঃ আৰু চোৱা, আৰু চোৱা ভানু, সৌ সুদূৰৰ দিগন্তৰালৈ ! বিদায়-বিষাদত ৰঙা পৰা, অস্তমিত ভানুৰ ৰঙীণ গৰিমা লৈ, কলা-বগা ডাৱৰবোৰে কি বিচিত্ৰ ৰূপ-সজ্জা গঢ়িছে। ইন্দ্ৰধনুৰ সাত বৰণে আজি যেন, আনন্দত উন্মনা হৈ, ডাৱৰত বহি বহি, কবিতাৰ ফাকু খেলিব লাগিছে—জুইৰ আগুনি চটিয়াই !! আকৌ চোৱাঁ সেই মেঘ-শূন্য আকাশৰ পছিম চুৱাৰলৈ।—নীলিমাৰ বুকুত সূৰ্য্যৰ হাঁহি বিয়পি পৰিছে—ঠিক জানিবাঁ সুন্দৰী শ্যামাঙ্গীৰ চঞ্চল হাত লাগি কপালৰ সেন্দুৰ গালে-মুখে পৰিছে। সেই সন্ধ্যাচল পৰ্ব্বতৰ কলীয়া চৰণৰেপৰা সৌ পানী যুৰলিলৈকে নৃত্যশীল লুইতে ওপৰৰ আনন্দ-উল্লাসৰ কেনে বিচিত্ৰ সহানুভূতিৰ ছবি আঁকিছে। সৰু-ডাঙৰ ঢৌবোৰ যেন নিৰুপায়, উতলা-উন্মাদ হৈ নিজতেই উটি-বুৰি নাইকিয়া হৈ পৰিছে। সৰগৰ ফল্গুৎসৱৰ আনন্দ সম্ভাৰে দ্বিগুণ বিচিত্ৰতাৰে বুকুত লৈ যেন কবি চিত্ৰকৰক আহ্বান জনাইছে—'স্বাগতম্, স্বাগতম্।

আমাৰ অন্তৰৰ সৌন্দৰ্য্য কুহেলী দাঙি চোৱাহি। পাৱা যদি অৰ আঁৰে আঁৰে লুকাই থকা কাব্য-বক্তব্য ফেৰা সৌন্দৰ্য্য পিয়াসীজনৰ কাণত, মনত, আৰু প্ৰাণত সিঁচি দিয়াগৈ।' আকৌ চোৱাঁ ভানু, সেই আঁৰ পৰ্ব্বতৰ আঁৰৰপৰা কেনেকৈ লাজকুৰীয়া অভিসাৰিণী জনীৰ দৰে, ভাগি যোৱা লাহ-বিলাহৰ খোপাৰ আউলি-জাউলি জামুক-বুলীয়া কেশেৰে, চুচুক-চামাক লাজৰ কৃষ্ণ ওৰণি টানি, সন্ধ্যাৰাণী কেনেকৈ এখুজি-দুখুজিকৈ আগ বাঢ়িব লাগিছে। এতিয়াই, এতিয়াই ৰবাঁচোন, বিশ্বৰ চকুত ইন্দ্ৰজাল, তন্দ্ৰাজাল টানি-দি নিজৰ অভিসন্ধি সিদ্ধি কৰিব। শুক্ৰেশ্বৰ উমানন্দৰ আৰত্তি ধ্বনিয়ে তাৰেইতো সাৱধানী ঘন্টা বজাবহি। অ' অ', আৰু সৌ সুদীৰ্ঘ মেঘচটিৰ সন্মুখেদি উৰি যোৱা সৌ বলাকা-পান্তি যেন সন্ধ্যাৰাণীৰ মূৰৰপৰা খহি পৰিব খোজা এধাৰি মণি-মুকুতাৰ মূৰলি। (নিজৰ বৰ্ণনা-শক্তিৰ গৌৰৱত হাঁহি) সুন্দৰ, সুন্দৰ,-বিশ্ব-চিত্ৰকৰৰ লেখনীৰ কি ৰহস্যময় ৰস-খেলন! চোৱাঁ চোঁৱা, ভানু।—

ভানু ঃ (অভিনয়ৰ মাত্ৰা আৰু চৰাই, থিয় হৈ এটা ভৰি বেঞ্চত দি হাতৰ ভঙ্গীৰে) চোৱাঁ, আৰু চোৱাঁ প্ৰণৱ, ব্ৰহ্মপুত্ৰৰ পাৰৰ 'শুষ্কং কাষ্ঠং' বেঞ্চৰ ওপৰত বহি আমাৰ কবিবৰে ৰসৰ চাক-নৈয়াত কেনেকৈ ককৰকাব লাগিছে। [ডাঙৰকৈ হাঁহে।]

প্ৰণৱ ঃ (হাঁহি চেপি ধৰি) আৰু—আৰু ভানু; কবি-বন্ধুৱে সেই অনুসন্ধানৰ বিফলতা দেখি, কেনেকৈ বিদ্ৰূপৰ হাঁহি মাৰিব লাগিছে। [দুয়ো ডাঙৰকৈ হাঁহে]

প্ৰণৱ ঃ সঁচাকৈয়ে আকাশখন ইমান ধুনীয়া হৈছে দেখিবলৈ—লুইতখন ইমান চিত্ৰ-বিচিত্ৰ হৈছে। তোমাৰ ভাল লগা নাইনে বাৰু?

ভানু ঃ কিয় নালাগিব? সদায় দেখি থকা বস্তুটো, বেয়া লাগিব কিয়?

প্ৰণৱ : মই কিন্তু নিতৌযে দেখিছো এই ভাবটো নিতৌ পাহৰি যাওঁ। মোৰ কাৰণে এই বৰ্ণালী নিত্য-নতুন।

ভানু : তুমি হ'লা আকৌ কবি, তুমি হ'লা শিল্পী। আনে নেদেখাতো যে তুমি সৌন্দৰ্য্য দেখাই।

প্ৰণৱ : মই সদায় ভাবোঁ, এই যে বৰ্ণ-উৎসৱ, সদায় তাক একে আনন্দেৰে উপভোগ কৰিব পাৰিমনে ?

ভানু : কিয় ? কি বাবে সেই আশঙ্কা হৈছে ?

[এতিয়া মানে সূৰ্য্যৰ ৰঙা ৰশ্মিবোৰৰ শক্তি একেবাৰেই ক্ষীণ হৈ পৰিছে। আন্ধাৰ বাঢি আহিছে।]

প্ৰণৱ : পশ্চিম আকাশৰ ৰক্ত-সমুজ্জ্বল মুখখনি লাহে লাহে ম্লান হৈ আহিছে। সন্ধ্যাৰাণীৰ লয়লাস নৃত্য আঁতৰি গৈ কৃষ্ণবৰ্ণা ৰজনীদেবীৰ মায়া-কুহেলিকালৈ ঠাই উলিয়াইছে—জীৱন - মানৱ-জীৱন মানব-জীৱনৰ গতিটোও ঠিক তেনেকুৱাই। সেই পশ্চিম-আকাশৰ সান্ধ্য-উৎসৱ, সেই সন্ধ্যাৰাণীৰ নৃত্য, সেই আৰতি-ধ্বনি আৰু সেই আন্ধাৰ ৰজনী আৰু হয়তো এদিনলৈ উজ্জ্বল সূৰ্য্যোদয়।

ভানু : তুমিও আৰু কিবোৰ যে ভাবিবলৈ পোৱা!

প্ৰণৱ : তুমি নুবুজিবা বন্ধু; জীৱন এনেকুৱাই বিচিত্ৰ। তুমি দেখা নাই- সংসাৰৰ চুকে-কোণে কেনেকৈ অভাৱ-অনাটনত নিপীড়িত জনে, পকা অণ্ঠাৰ মাজেদি, নিজৰ অসহনীয় জীৱনটো টানি আঁজুৰি নিব লাগিছে; তাক তুমি দেখা নাই। অৱস্থাৰ উত্থান-পতনৰ বৃশ্চিক-দংশন অনুভৱ কৰি যাওনাত চট্‌ফট্‌ কৰোঁতাজনো তোমাৰ জীৱনৰপৰা বহুত আঁতৰত। সমাজৰ হেঁচাই, ধৰ্ম্মৰ হেঁচাই, অৰ্থবানসকলৰ অৰ্থনৈতিক শোষণে দেশৰ পিছ পৰাসকলক কেনেকৈ গৰু-পছুৰ দৰে ৰাখিছে, এবাৰ দেখিলে, এবাৰ বুজিলে, কাঁহো অন্তৰ নিৰ্ব্বিকাৰ হৈ থাকিব নোৱাৰিব। একালে সেই দুখ-দাৰিদ্ৰ-নিৰ্য্যাতনৰ

ছবি আৰু আনফালে এই আমি কলেজীয়া ডেকা কেইটাৰ উৎপাতৰ কথা মনত পৰিলে অসমীয়াৰ জীৱনটো 'বাহিৰত বৰ চুৰিয়াৰ ফেৰ, ভিতৰত চকুৰাৰ বেৰ' যেনেই লাগে।

ভানু : তোমাৰ গাত ব্ৰজসুন্দৰৰ ভূতটো বেয়াকৈ লম্বিল যেন পাইছো।

প্ৰণৱ : কি কৰিবা ভানু, দেশৰ এই এচুকীয়া কৰাল জীৱনৰ মাজত জন্ম লৈ, তাৰ কষ্টকৰ সত্যটো পাহৰি যোৱা মোৰ পক্ষে অন্ততঃ অসম্ভৱ।

ভানু : তুমি এজন ভীষণ 'পেচিমিষ্ট'।

প্ৰণৱ : নৈৰাশ্যবাদী? নাই, নাই, মই নৈৰাশ্যবাদী নহওঁ, তুমিহে ভুল বুজিছা। মই দুৰ্দ্দিণ্ড আশাবাদী। ব্ৰাউনিংহে মোৰ প্ৰিয় কবি।

ভানু : জানো, হ'ব পাৰে! কিন্তু তোমাৰ প্ৰেমৰ কবিতা সামাজিক আলোচনাবোৰ পঢ়িলে তাত যেন এটা বেজাৰ সোমাই আছে, এনে লাগে।

প্ৰণৱ : কিন্তু সেইবোৰৰ মাজেদি মই হয়াকেই কবলৈ বিচাৰিছো, 'মৃত্যুকো লম অমৰ কৰি'। আন্ধাৰৰ বুকত পোহৰ দেখাই মোৰ অন্তৰৰ সকলো বাসনাৰ সাৰ।

ভানু : তোমাৰ এই 'আইডিঅ'লজি' বুজা মোৰ পক্ষে টান। আজি বক্তৃতা শুনি ব্ৰজসুন্দৰৰ দত্তলৈ মোৰ হ'লে খংহে উঠিছিল; সঁচা কথা। এইবোৰ মানুহে চিঞৰি চিঞৰিয়ে দেশ উদ্ধাৰিবলৈ যায়। কলেজৰ ছাত্ৰ কেইটাক এসোপা বকিলেই যেন 'কাল্‌চাৰ্‌' ঘূৰি আহিব।

প্ৰণৱ : ভানু, সেইজন মানুহে দেশৰ পৰিস্থিতিটো ভালকৈ উপলব্ধি কৰিছে। কিন্তু, যেতিয়া দেশত এনে ভাবুকৰ সহ-কৰ্ম্মীৰ অভাৱ হয়, চিঞৰাৰ বাহিৰেতো আৰু উপায় নাই। হওক, চিঞৰায়েই হয়তো এদিন কাম দিব পাৰে। হয়তো কোনোবা জন যোগ্যলোকৰ সুপ্ত প্ৰাণ সেই চিঞৰৰ ঠেকা লাগিয়ে সজাগ হৈ উঠিব।

ভানু ঃ তাৰ বাবে নিৰীহ ল'ৰাবোৰক গালি নাপাৰিলে নচলেনে?

প্ৰণৱ ঃ (অলপ হাঁহি) ভিতৰ-ফোপোলা, বিলাসত মজি থকা, কৰ্ত্তব্য-বোধ-হীনজনক নিৰীহ বোলা সিমান ঠিক নহ'ব হবলা। তেনে যুৱকৰপৰা দেশৰ উন্নতি যে হব নোৱাৰেই, অৱনতিয়েই বৰং নিশ্চিত।

ভানু ঃ বিজ্ঞজনে বিচাৰ কৰিব সেই কথা।

প্ৰণৱ ঃ দেশত যে বিজ্ঞৰ অভাৱ। ডেকাসকলে নিজেই বিজ্ঞ হৈ, নিজৰ পথ বিচাৰি ল'ব লাগিব। অৱশ্যে, সভা-সমিতিৰ হৈ-চৈ আৰু বৈ-বৈ যোৱা কম্‌ৰেড'ৰ লালীয়ে দুদিনলৈহে মাথোন, দেশৰ নামত আঁৰিয়া জোকাৰে। কিন্তু তাৰ পিছত আকৌ ধান খেৰৰ ছাই। সেই বাবে, মোৰ বিশ্বাস, সমজুৱা ভাবে চিঞৰ-বাখৰ কৰাতকৈ, ব্যক্তিগত শক্তি অনুসৰি, একোটা লক্ষ্য ৰাখি কাম কৰাই শ্ৰেয়ঃ। পাৰা, সৎ সাহিত্যৰ চৰ্চ্চা কৰাঁ, পাৰা গৱেষণামূলক জ্ঞান-বিজ্ঞানৰ শিক্ষাত মূৰ পুতি লাগাঁ; নোৱাৰা, দহজনক দেশৰ কথা ভাবিবলৈ শিকোৱাঁ, এনেকৈওতো দেশৰ প্ৰধান উন্নতি হয়।

ভানু ঃ প্ৰণৱ, তুমি যেনে পৰিষ্কাৰকৈ কথাবোৰ ভাবা, মই ভাবিব নোৱাৰোঁ কিয়? তাৰ উপৰি, তোমালোকৰ কিবা এটা অভ্যাস আছে ভাবি থাকি ভাল পোৱা।

প্ৰণৱ ঃ ভানু, অন্তৰত এনেকুৱা এটি প্ৰৱল ইচ্ছা হয় দেশৰ কাৰণে ক্ষুদ্ৰ এই জীৱনটো উছৰ্গি দিওঁ। তালৈকে, সংসাৰৰ জঞ্জালৰ ভিতৰলৈ নোসোমাই, চিৰকুমাৰ ব্ৰত অৱলম্বন কৰিব লাগিব কিজানি।

ভানু ঃ তুমিতো সদায় বিয়াৰ বিৰোধীয়েই।

প্ৰণৱ ঃ বিয়াৰ বিৰোধী মই নহয়; কিন্তু 'চমৎকাৰ অন্নচিন্তা'ৰপৰা আঁতৰি, আৰ্ট চৰ্চ্চা, সাহিত্য-চৰ্চ্চা আৰু দেশৰ পূজা কৰিবলৈ হলে, আমাৰ নিচিনা নিঃকিনৰ বাবে চিৰকৌমাৰ্য্যৰ ব্যৱস্থা গুণকাৰী হব।

ভানু ঃ কিন্তু গৃহলক্ষ্মী নহলে, দেশলৈ লখিমী ঘূৰাই আনিবা কেনেকৈ ?

প্ৰণৱ ঃ তুমি ভুল বুজিছা। দেশ কৰ্ম্মীৰ কাৰণে দেশৰ লক্ষ্মীয়েইহে গৃহ-লক্ষ্মী

ভানু ঃ তোমাৰ জীৱনত যেন সেইটি দেখিবলৈ নাপাওঁ।

প্ৰণৱ ঃ কি কৰিবা, ভানু, ৰাজপথেই কিজানি আমাৰ শয্যা হব লগীয়া হয়।

ভানু ঃ দেশ-সেবা আৰু চিৰ-কৌমাৰ্য্য, এয়ে তেনে তোমাৰ জীৱনৰ দুই পণ।

প্ৰণৱ ঃ ভগবানে তোমাৰ মুখত ফুল-চন্দন পেলাওক। নাৰী-ঐশ্বৰ্য্য লাভৰ দিগ্বিজয়ৰ কাৰণে যেন, ভগৱানে হাতত গাণ্ডীৱ তুলি নিদিয়ে। কিবা এটা দুৰ্ঘটনা হলেও, মোৰ কাৰণে সি সিমানতে ওৰ পৰে, তাৰ বিষয়ে বেজাৰ কৰিবলৈ মোৰ বিচাৰিকে নেপাওঁ দেখোন। —

প্ৰণৱ ঃ এদিন হয়তো সেইদৰে ভাবিবলৈ শিকিবা ; সেইদিনা কিন্তু যুবকৰ আদৰ্শময় অন্তৰৰ কাৰণে হয়তো ঠায়েই নাথাকিব। তেতিয়া ভাবিব খুজিলেও ভাবিবলৈ পাবা স্বাৰ্থ, স্বাৰ্থ, স্বাৰ্থ।

ভানু ঃ ( নিজৰ কথাৰ অনুক্ৰমত ) সঁচাকৈয়ে প্ৰণৱ, তোমালৈ মোৰ শ্ৰদ্ধা হয়। এই বয়সতে তুমি সাহিত্যত যি যশস্যা লাভ কৰিছা--

প্ৰণৱ ঃ ( হাঁহি ) অৱশ্যে, অৱশ্যে ; 'এৰণ্ডোঽপি দ্ৰুমায়তে' ( ডাঙৰকৈ হাঁহে )।

ভানু ঃ ( একান্ত সৰলভাবে ) মই ধেমালি কৰা নাই। মই তোমাৰ বন্ধুত্ব লৈ অহঙ্কাৰ বোধ কৰোঁ। তোমাৰ কথাৰ-তালত তাল দি চলিব নোৱাৰিলেও, শুনিয়ে বৰ সুখ পাওঁ।

ভানু ঃ 'কা তব কান্তা ?' [ দূৰত মনোৰম ভাগৱতীক দেখি ]

মনোৰম ঃ ( অলপ ব্যতিব্যস্ত হৈ, কাণৰপৰা আধাপোৰা চিগাৰেট এডোখৰ লৈ ) তোমাৰ দীপকোৰটো দিয়াচোন।

ভানু ঃ হাঁ ?

মনোৰম ঃ অ-অ-ক্ষমা-ক্ষমা তোমাৰ ফকৃচলাই নে দিয়াচলাইটো (ভানুৱে হাঁহি হাঁহি দিয়াছলাইটো দিয়ে, মনোৰমে চিগাৰেট জ্বলাই জ্বলাই কয়) একেবাৰেই-চাহাব, দেৱভাষাক অনাদৰ, (ভানুৱে প্ৰণৱৰ মুখলৈ চায়। প্ৰণৱে আকৌ যেন কিবা উত্তৰ বিচাৰি আন্ধাৰৰ বুকুলৈ চায়। এনেতে ওচৰৰ মন্দিৰত আৰতিৰ শব্দ শুনা যায়। অৱশ্যে সেই শব্দই দৰ্শকক ভানু-প্ৰণৱৰ বক্তব্যৰপৰা বঞ্চিত নকৰে। প্ৰথম ডবাৰ কোবতে আপোনাআপুনি নিয়ে যেন প্ৰণৱৰ হাত দুখন বুকুৰ পোনত যোৰ হয় ৰয়হি। হাত নমাই সি এটা এটাকৈ কথা আৰম্ভ কৰে)

প্ৰণৱ ঃ ভগৱানৰ কি বিচিত্ৰ সৃষ্টি! দিয় হৃদয়; নিদিয়ে হাতৰ বল। দিয়ে ঐশ্বৰ্য্য নিদিয়ে মন। দিয়ে এটা; নিদিয়ে তাৰ পৰিপূৰকটো। কি যে বিশৃঙ্খল লৰা-ধেমালি!....তোমাৰ আছে পিতৃ, মোৰ নাই,—তোমাৰ নাই মাতৃ, মোৰ আছে। তোমাৰ আছে ঐশ্বৰ্য্য, নাই তাৰ সাৰ্থকতা কৰা উচ্চাকাঙ্ক্ষা। (বেজাৰৰ হাঁহিৰে) মোৰ ঐশ্বৰ্য্য হৈছে দাৰিদ্ৰ কিন্তু (হুমুনিয়াহ কাঢ়ি) দাৰিদ্ৰৰ বন্ধু, জীৱনৰ প্ৰতি অৱসাদ ভাবৰ সলনি আছে উৰণীয়া মনটো। হ'ব কিটো 'উত্থায় হৃদি লীয়ন্তে দৰিদ্ৰাণাং মনোৰথাঃ'। উৰণীয়া মনক উৰণীয়া ধনেৰে লগ লগোৱাৰতো উপায় নাই।

[ভানুৱে চঞ্চলভাৱে মাজে মাজে পিছলৈ চাই আছিল। এনেতে-দূৰত মঞ্চৰ বাহিৰত-বন্ধু মনোৰম ভাগৱতী তাৰ চকুত পৰে। সি থিতাতে থিয় হৈ ঘূৰি মাতে]

ভো ভো পণ্ডিত! ইহাগচ্ছ, ইহ তিষ্ঠ।

(প্ৰণৱে ঘূৰি চায় আৰু লগতে তাৰ এটা ভৰি আৰামী বেঞ্চৰ হাত-মাৰিডালত উঠি ৰয়। সহাস্য বদনে মনোৰম সোমাই আহে। গাত আঁশী সূতাৰ চেলেং এখন মেখেলা।

দীঘল কামিজটো প্ৰায় আঁঠুৰ তলত পৰিছে। চুৰিয়াৰ খোৰটো গুৰিয়াই গুৰিয়াই, কাপোৰৰ দীঘল টোপোলা এটাৰ দৰে, একপ্ৰকাৰ বাওনা, মনোৰম দেখাত আমোদজনক। মুখত তাৰ চেলেউ। মূৰৰ চুলিবোৰ আধা ইঞ্চীয়া। মুখৰ চেলেউটো বিয়োগ কৰি কপালত ৰেঘা ছুভালমান যোগ দিয়া হলে তেওঁক কামাখ্যা-যাত্ৰী বোলাত বেছি ভুল নহ'লহেঁতেন। ভানুৱে আগ বাঢ়ি গৈ পিঠিত চাপৰ মাৰি সোধে. ]

অহে পণ্ডিত, কালিদাসৰ শকুন্তলাৰ স্বপ্ন দেখিছানে, নাই ভবভূতিৰ সীতা দেবীৰ হে? কাইলৈ পৰীক্ষা। এতিয়া চ'ত মহীয়া উদণ্ডীয়া গৰুৰ দৰে ঘূৰি ফুৰিছাহি?

মনোৰমঃ তুমি গৰখীয়া ল'ৰানে নাই হালোৱা, যে উদণ্ডীয়া গৰুৰহে উপমা কাব্যালঙ্কাৰ প্ৰয়োগ কৰিবলৈ পালা? তাৰ উপৰি স্বপ্ন দেখাৰ প্ৰশ্নটোও মোক সোধাতকৈ, নিজক সোধাই ভাল আছিল। শুক্লেশ্বৰ মন্দিৰৰ আৰতি ধ্বনি শুনি থকা জনেহে 'প্ৰিয়জন দূৰ-সংসক্তে' আৰতি দেৱীৰ স্বপ্ন দেখাটো অধিক স্বাভাৱিক।

ভানুঃ বাক, বাক, কালিদাস, হৈছে, হৈছে।

(ভানু, মনোৰম দুয়োটাই ডাঙৰকৈ হাঁহে। ভানুৰ হাঁহি ধৰা পৰা প্ৰেমিকৰ: মনোৰমৰ হাঁহি জয়োল্লাসৰ। প্ৰণৱৰ মিচিকিয়া হাঁহিটো আওকণীয়া স্বভাৱৰ ল'ৰাৰ।)

মনোৰমঃ এ বুইছানে আজি দিনটো পঢ়ি পঢ়ি চকুৱে সৰিয়হ ফুল দেখিব লাগিছে। তোমাৰ ফতুলা মেলেছৰ ভাষাত Scintillating stars are floating in the heavenly firmament. পৰীক্ষক দুৰ্ব্বাসাৰ শাপত বিপদ নঘটিলেহে আছে। সীতা-শকুন্তলা, অনসূয়া-প্ৰিয়ম্বদা, ৰামচন্দ্ৰ-দুষ্যন্ত, এটাইবোৰে মূৰত মুৰিয়ামুৰি কৰি, স্ৰগ্ধৰা, মন্দাক্ৰান্তা ছন্দৰ

পিঠিত উঠি সৌ অশ্বক্ৰান্তলৈ যাবলৈ ওলাইছে। (সি অকলে হাঁহে।) তুৰবা, ঘৰলৈ নোযোৱা জানো?

(প্ৰণৱে "ব'লা, যাওঁ" বুলি উঠি মনোৰম-ভানুৰ লগ লয়। মনোৰম অহা পিনেই তিনিও একে শাৰী হৈ খোজ লয়।)

মনোৰম: প্ৰশান্ত সন্ধ্যা, "প্ৰচ্ছায়-সুলভ-নিদ্ৰা দিৱসা পৰিণাম-ৰমণীয়াঃ" এনে মধু মুহূৰ্ত্তত যদি প্ৰণৱ তুৰবা আৰু মনোৰম ভাগৱতী ৰূপান্তৰিত হৈ আৰতি গাইকীয়া হলহেঁতেন -

ভানু: হল, হল, হল, কালিদাসৰ আৰু মূৰ চোবাব নালাগে বলা।

(ভানুৱে মনোৰমৰ পিঠিত এটা ঢকা মাৰে। তিনিওৰো প্ৰস্থান— প্ৰণৱৰ নিৰ্ব্বিকাৰ ভাবে, ভানুৰ মধুৰ ভ্ৰূকুটিৰে, মনোৰমৰ সহাস্য বদনে।)

## প্ৰথম অঙ্ক

### তৃতীয় দৃশ্য

[ দৃশ্যপট ওলোৱাৰ আগতে ষ্টেশ্যনৰ পৰা ৰেল এৰাৰ শেষ ঘণ্টা আৰু ৰেলৰ দীঘল উকি আৰু আঁতৰি যোৱা শব্দ। লাহে লাহে দৃশ্য ওলাই পৰে—মাজতে টিকেট-কলেক্টৰৰ কাঠৰ জপনা-দুৱাৰ; প্লেট্‌ফৰ্ম্মৰ কিছু অংশ দেখা গৈছে। মতা-মাইকী দুই এজন মানুহ তাতে ঠিয় হৈ ৰেল যোৱা ফালে চাই আছে বা জপনা-দুৱাৰেদি বাহিৰলৈ ওলাই আহিছে। এটা মানুহে এখন ডলাত নানা বস্তু লৈ ভিতৰতে এবাৰ "পান-তামোল, বিৰি, চিগাৰেট্‌" বুলি জপনাই দি বাহিৰলৈ ওলাই যায়হি। জপনাৰ ওচৰত ৰৈ থকা কলেক্টৰক দুই-এজনে টিকেট ঘূৰাই দিয়ে। এটা ভাৰীয়ে এফালে এটা ট্ৰাঙ্ক্, এফালে এখন বন্ধা বিচনাৰ ভাৰ লৈ হেকেৰ্, পেকেৰ্‌কৈ ওলাই যায়হি। পিছে পিছেই ভিতৰৰ পৰা কথা কৈ পিছ ফালে চাই চাই মনোৰম সোমাই আহে। তাৰ জধলা কাপোৰ-কানি চাদৰখন বাদ দি আগৰ দৰেই, থোৰটা আকৌ ওভোতাই কানত পেলাই লৈছে। ]

মনোৰম : তোমালোক আহিবা ভাই লাহে লাহে। আমি চলিলো।

ভানু : ( নেপথ্যত ) কলৈ ? বৈকুণ্ঠলৈ ? ( প্ৰণৱৰ হাঁহি। )

কলেক্টৰ : টিকেট ?

[ মনোৰমে কব খোজা কথা মুখতে ৰখাই জেপৰ পৰা টিকেটটো উলিয়াই দিয়ে আৰু উত্তৰ দিওঁ নিদিওঁকৈ ওলাই যায়। ]

[ পাজামা আৰু পাঞ্জাবী পিন্ধি ৰেল-যাত্ৰাৰ ক্লান্তিৰ চিন আৰু কিবা অভিমানৰ বং মুখত সানি ভানুৰ প্ৰৱেশ। টিকেট কলেক্টৰৰ গাৰ ভিতৰেদি যেন সি প্লেটফৰ্ম্মৰ বাহিৰৰ দূৰলৈ চাই আছে। কলেক্টৰৰ অস্তিত্ব সি অনুভৱ নকৰে। কলেক্টৰে "টিকেট" বোলাতহে

স্বপ্নৰ পৰা উঠা মানুহৰ দৰে "অ" বুলি সি আকৌ ঘূৰি যায়। আধা মিনিটমানৰ পিছত ভানু, প্ৰণৱ দুয়োটা সোমাই আহে। প্ৰণৱৰ কাপোৰ মলিন। হাতত এটা চুট্‌কেছ। জপনাৰ ওচৰ পাই জেপৰপৰা 'মণি বেগ্' উলিয়াই দুটা টিকেট কলেক্টৰৰ হাতত দিয়ে।

ভানু: (ব্যতিব্যস্তভাৱে) নাহিল দেখোন, প্ৰণৱ? এখন চিঠি দিওঁ, কালি এটা টেলিগ্ৰাম কৰোঁ, সিমানতো দেউতাৰে বা ককাইদেওৰে গা লৰিব নাপায়নে? ড্ৰাইভাৰটোৱে মটৰখন আনিলেও হয় দেখোন।

[এটা কুলীয়ে মূৰত এটা ডাঙৰ চুটকেছ্‌, আৰু এখন বিচনা আৰু হাতত এটা সৰু চুট্‌কেছ লৈ সোমাই আহে।]

ভানু: থ, থ, বস্তুবোৰ এইখিনিতে থ। ইয়াতে বহি থাকোঁ। নিয়ে যদি নিবহি। নহ'লে কি কৰে কৰক।

প্ৰণৱ: কিবা ল'ৰাৰ দৰে ঠেওকালি কৰিবলৈ আৰম্ভ কৰিছা আকৌ। (কুলীটোৰ মূৰৰ বস্তুবোৰ ধৰাধৰিকৈ নমাই লগে লগে কয়।) বাৰু, অলপ ৰওঁ। অলপমান পলমো হ'ব পাৰে হয়তো এনেয়ে।

[ভানু তাৰ বিচনাখনৰ ওপৰতে বহে। কুলীটো ওচৰতে থিয় হৈ থাকে। প্ৰণৱে ভানুলৈ চাই হাঁহি এটা মাৰি কলেক্টৰৰ কাষ চাপি সোধে।]

প্ৰণৱ: কৃষ্ণকমল বৰুৱাৰ গাড়ী এতিয়া ষ্টেশ্যনলৈ অহা নাইনে?

কলেক্টৰ: (অৱজ্ঞাৰ ভাবত) জানি নাতো।

প্ৰণৱ: (চকু থিৰ কৰি কলেক্টৰলৈ চাই) আপুনি বোধ কৰোঁ অসমীয়া মানুহ?

কলেক্টৰ: কি হ'ল পিছে?

প্ৰণৱ: অসমীয়া হৈ, অসমৰ মাজ বুকু শিৱসাগৰত থিয় হৈ, অসমীয়া মানুহৰ অসমীয়া কথাৰ উত্তৰ বঙলাত দিয়াটো ভদ্ৰোচিত হোৱা নাই। 'ৰেলৰ কুম্পানীৰ চাকৰি কৰি' যদি, বঙলা

ভাষা মজ্জাগত হৈছে, তাক উঘালিবলৈ বেজ লগোৱা নিতান্ত উচিত হব।

[ কলেক্টৰ তল-মূৰ কৰি আঁতৰি যায়। ]

প্ৰণৱ ঃ বুজিছা ভানু, অসমীয়া মানুহৰ এই inferiority complex ইয়ে ভাষাগত শোষণৰ বাবে বঙালীলৈ বাট উলিয়াই দিছে।

[ সন্মুখত মটৰৰ হৰ্ণ শুনি ভানু থিয় হয়। ]

ভানু ঃ এই খনতো আমাৰ কাৰ্ নহয়। ( দুয়ো সেইফালেই চাই ৰয়। এনেতে হাতত মহিলাৰ 'হেণ্ড্ বেগ্' আৰু মুখত মধুৰ হাঁহি লৈ, আধুনিক ৰুচিৰ সাজ-কাপোৰেৰে আৱতি শইকীয়াৰ প্ৰবেশ। )

আৱতি ঃ ( ভানুক ) কি ককাইদেও, চিনিবই পৰা নাইনেকি ?

ভানু ঃ ( হাঁহি ) এই পখিলাটিক ? কি সাধ্যে ? তাতে আকৌ শিৱসাগৰলৈ বা অহা হল কেতিয়া ?

আৱতি ঃ আপুনি তেনে গুৱাহাটীৰপৰা এই পাইছেহি ?

ভানু ঃ নিশ্চয়।

আৱতি ঃ তাৰ মানে, ডাক-গাড়ী গল ?

ভানু ঃ নিশ্চয়।

আৱতি ঃ তেনেহলে মোৰ চিঠি ডাকত পঠোৱা নহব ?

ভানু ঃ নিশ্চয়।

আৱতি ঃ তেন্তে নিশ্চয় আপুনি আমাৰ গাড়ীৰে ঘৰলৈ যাব লাগিব ?

ভানু ঃ নিশ্চয় নহয়।

আৱতি ঃ অৰ্থাৎ ?

ভানু ঃ অৰ্থ ঘৰত, মটৰৰ ব্ৰেকত লাগি ৰল। সেইটো কথা আমাৰ কবিবৰ—অ' মই ভুল কৰিছো—তুমি বন্ধু, প্ৰণৱ দুৱৰাক চিনি পোৱানে ? প্ৰণৱ, শ্ৰীমতী আৱতি শইকীয়া তোমাৰ অচিনাকী নহব হবপায় ?

আৱতি ঃ ( প্ৰণৱক প্ৰণাম কৰি ) নমস্কাৰ।

(প্ৰণৱেও নমস্কাৰ জনায়)।

আৰতি : আপোনাক দেখা পাই নিতান্ত সুখী হলো। আপোনাৰ লিখা মই সদায় আগ্রহেৰে পঢ়ো।

প্রণৱ : আপোনাৰ অনুগ্রহ।

আৰতি : ভানু ককাইদেও, এখেতো আপোনাৰ ঘৰলৈকে যাব নহয় ?

ভানু : নিশ্চয় যাব।

আৰতি : ড্রাইভাৰ, এই বস্তুখিনি নিয়াঁহি। ককাইদেও, আহক গাড়ীলৈ। (প্রণৱলৈ চাই) আপুনিও—।

প্রণৱ : ভাল।

ভানু : আমি কিন্তু বাপতীয়া সাহোন গাড়ীডোখৰলৈ বাট চাই— (ড্রাইভাৰে এটা-দুটাকৈ বস্তু নিবলৈ ধৰে।)

আৰতি : কি যে কয় আপুনি ! প্রভাস ককাইদেওৰ অসুখ কি বিসুখ বেছি হৈছে হবপায়।

ভানু : তাৰ মানে ? (আচৰিত হৈ)

আৰতি : আজি প্রায় তেৰ-চৈধ্য দিন তেখেতৰ জ্বৰ। কালি ভালেই আছিল বুলি মাহীদেওৰ মুখে শুনিছো।

ভানু : ইমান দিন অসুখ। অথচ মোক খবৰ এটা দিয়া নাই।

প্রণৱ : পৰীক্ষাৰ মাজত খবৰ নিদি ভালকে কৰিছে। বিশেষ কিজানি ডাঙৰ অসুখো নহয়।

আৰতি : যোৰহাট আৰু ইয়াৰ ডাক্তৰে বেয়া বেমাৰ বুলি সন্দেহ কৰিছে। কিন্তু কোনেও ঠিক একো নকয়। বোধ কৰো সিবোৰ আশঙ্কা মিছা। এতিয়া ব'লক, ইয়াত থিয় দি লাভ কি ?

(লৰালৰিকৈ কেয়োজন ওলাই যায়, পাছে পাছে কুলীটোও)

## প্ৰথম অঙ্ক

### চতুৰ্থ দৃশ্য

কৃষ্ণকমল বৰুৱাৰ ঘৰ। এটা শোৱা কোঠা। বেৰত আভিজাত্য ৰুচি সম্পন্ন ছবি, আৰ্চী, কাপোৰ কানি থোৱা সৰঞ্জাম, আলমাৰি আদি। বিচনাখনৰ দাঁতিত এখন সৰু মেজত কেইবা ধৰণৰো ঔষধৰ চিচা, ঔষধ খোৱা গিলাচ, ঢাকি থোৱা খোৱা বস্তু, কাপ, চামুচ আদি। মূৰৰ শিতানত এখন চকি, সৰু মেজখনৰ কাষত এখন আৰু ভৰি পথানৰ ফালে এখন চকি। ওখ গাৰুত হেলনীয়াকৈ মূৰ দি প্ৰভাসকমল বৰুৱা টোপনি গৈ থকা অৱস্থাত। মূৰৰ শিতানৰ চকিত কৃষ্ণকমল বৰুৱা হাতত বিচনী এখন লৈ বহি আছে। বয়স প্ৰায় ষাঠি। মেজৰ ওচৰৰ চকিৰপৰা থিয় হৈ বেমাৰীৰ গাৰ ওপৰত হাউলি ডাক্টৰ ইদা খাঁ। ষ্টেঠ্‌স্কপ্‌ ডাল এতিয়াও এখন কাণত লাগিয়ে আছে। প্ৰভাসৰ কাষলতিৰ তলত ঠাৰ্ম্মমিটাৰ দি থৈ আছে। কৃষ্ণকমল বৰুৱা আৰু ওচৰতে থৈ থকা নাছ´জনী আৰু ধৰ্ম্মকিঙ্কৰ কাকতীৰ মুখত উদ্বিগ্নতাৰ চিন। কোঠাটোৰ এচুকত থকা ষ্টেণ্ড্‌ এডালৰ ওপৰৰপৰা এটা 'টেব্‌ল্‌ লেম্পে' কোঠাটো পোহৰাই ৰাখিছে। বেমাৰীৰ মুখত টোপনিতে মাজে মাজে উহ্‌-উহনি। ডাক্তৰে ঠাৰ্ম্ম´-মিটাৰটো হাতত লৈ পোহৰৰ ফালে দি চায় আৰু সামৰাৰ লগে লগে কথা কোৱা আৰম্ভ কৰে।—এই দৃশ্যৰ সকলো কথা কোমল মাততে চলিব। মৃদু আবহসঙ্গীত বেহেলাৰ।

ডাঃ খাঁ ঃ এশ এক ডিগ্ৰী। [ আপোনালোকক মই আগৰেপৰা কৈছো জ্বৰ টাইফাছ্‌। ইনফ্লুৱেঞ্জা, নিউমনিয়া, মেলেৰিয়া, একো হব নোৱাৰে। আনৰ কথা শুনাৰ আৱশ্যক নাই।

বৰুৱা ঃ (মানুহজন উত্তেজনীয় প্ৰকৃতিৰ। থিয় হৈ নিজৰ কপাল বিচি বিচি কয়) কওক ডাক্টৰ খাঁ আপোনাৰ ওপৰতহে— সকলো নিৰ্ভৰ কৰিছো।

ডাঃ খাঁ ঃ ভয়ৰ একো কাৰণ নাই। টাইফয়ডত যত্নই আচল কথা। কোনো সময়তে যেন নাৰ্ছৰ অভাব নহয়। ওচৰত পানী-তুনি ৰাখিব। বিশেষকৈ প্ৰলাপ বকাৰ সময়ত সাৱধান হব। কোনো সময়তেই লৰাটিক উত্তেজিত হবলৈ নিদিব।

বকুৱা ঃ ভাল, ডাক্টৰ খাঁ, আপোনাৰ কথা মতে যত্নৰ কোনো ত্ৰুটী নহয়।

ডাঃ খাঁ ঃ মাজে মাজে ইকাতি সিকাতি সলাই দিব। নাৰ্ছে চাফ--চিকনে ৰাখিবলৈ যত্ন কৰিবই। এইখিনি নহলে গাৰ চালত sore হোৱাৰ সম্ভাৱনা।

বকুৱা ঃ নিশ্চয় নিশ্চয় ডাক্টৰ খাঁ।

[এনেতে বকুৱাৰ ঘৰুৱা চাকৰ মনচোকাই এটা বাল্‌টিত পানী আৰু এটা এলুমিনিয়ামৰ ডাঙৰ চৰিয়া আনি মূৰৰ শিতানৰ ফালে থয়। বয়সত সি প্ৰায় বকুৱাৰে সমান। বাল্‌টিটো থওঁতে অলপকৈ এটা শব্দ হয়।]

ডাঃ খাঁ ঃ (মুখত আঙুলি দি) স্‌-স্‌-স্‌-স্‌—।

বকুৱা ঃ কি কৰ, হেৰ, কি কৰ?

মনচোকা ঃ দেউতা। (মূৰ খজুৱায়।)

ধৰ্ম্মকিঙ্কৰ ঃ আজি সৰু বোপা অহা কথা আছিল হবপায়?

বকুৱা ঃ কোন? অ সোণমইনা—এৰা—যোৰ্‌হাটৰ যোৱা মেইল আহিবৰ হৈছে—ড্ৰাইভাৰটো লৈ—

ধৰ্ম্মকিঙ্কৰ ঃ মেইল আহি যাবই পায় কেতিয়াবাই—এতিয়া গলেনো—

[ধৰ্ম্মকিঙ্কৰে মেজৰ ঘড়ীটো চায়। ঘড়ী বন্ধ। কাণৰ ওচৰত জোকাৰি চায়।]

ধৰ্ম্মকিঙ্কৰ ঃ বন্ধ দেখোন।

বকুৱা ঃ আজি ছাবি দিয়া নহলেই হবপায়? কিমান সময়ৰ হ'ল এতিয়া।

মনচোকা ঃ মই ছাবি দিব খুজিছিলো দেউতা, কাটা তুভালহে ঘুৰিবলৈ ধৰিলে দেখোন।

ধৰ্ম্মকিঙ্কৰ ঃ অ ভালেটিহে এতিয়াই বাৰ বাজিল। অ' আপোনাৰ জেপৰ ঘড়ীটো চাওক চোন।

বৰুৱা ঃ (জেপৰ ঘড়ী উলিয়াওঁতে) এঃ মইহে কিবা পগলা হৈছো।

[প্ৰভাসে উস্ উস্ আস্-আস্ কৰি চকু মেলে। ডাক্তৰে হাউলি কাপোৰ-কানি ইফাল-সিফাল কৰি দিয়ে। নাৰ্ছে ৰুমাল এখন পানীত তিয়ায়। সকলোৱে সেই ফালেই চকু দিয়ে। বৰুৱাৰ ঘড়ী হাততে ৰয়। প্ৰভাসে আকৌ নিতাল মাৰে। নাৰ্ছে বিচে। এনেতে প্ৰণৱ, ভানু আৰু অ ৰতি সোমাই আহে।

ধৰ্ম্মকিঙ্কৰ ঃ সৰুবোপা।

[সকলোৱে আগন্তুকৰ ফালে চায়। ভানুৱে দেউতাকৰ পদধূলি আৰু আশীৰ্বাদ লৈ অলপ বিচনাৰ কাষলৈ গৈ সোধে।]

ভানু ঃ এতিয়া কেনে আছে, দেউতা?

বৰুৱা ঃ জ্বৰ, জ্বৰ বোপাই-

ডা ঃ খাঁ ঃ ভালেই আছে। অলপ টোপনি গৈছে। বেছি হাই নকৰিবাঁ মইনা। তুমি আহিলা বৰ ভাল হ'ল। নিয়ম-মতে যত্ন লবাঁ। মই কাইলৈ ঘৰৰ সকলোকে টি-এ-বি ইন্‌জেকস্যান দি যামহি। (ক্লৰিণ দিয়া পানীত হাত ধুই ওচৰতে থকা গামোচাত মচে।)

ভানু ঃ তেনেহলে বেমাৰ—

ডা ঃ খাঁ ঃ টাইফয়ড্। চিন্তা কৰিব নালাগে, কোনো কম্প্লিকেশ্যান্ নাই। বৰুৱা, মই এতিয়া যাওঁ। কাইলৈ পুৱা আহি যাম।

বৰুৱা ঃ ভাল, ধন্যবাদ, মই, গাড়ী পঠাম।

ডাঃ খাঁ ঃ নপঠালেও হয়। আৰু এটা কথা, 'লাইচল্' আদিৰে কোঠাটো ডিছ্ইন্‌ফেক্ট কৰি ৰাখিবলৈ নাপাহৰিব।

[ দুয়ো কথা পাতি ওলাই যায়। ]

ধৰ্ম্মকিঙ্কৰ : সৰু বোপা, বৰ মইনাৰ অসুখ বেচি হ'ল। ডাক্তৰ মতা, ইটো-সিটো কামৰ উথা-মুখাত তোমালৈ আগ বাঢ়ি যোৱা নহ'ল। ঘোঁৰা-গাড়ীৰে আহিলা হবপায়?

ভানু : নাই কাৰত আহিলো। (অৰ্থপূৰ্ণভাৱে আৰতি-প্ৰণৱলৈ চায়।)

ধৰ্ম্মকিঙ্কৰ : চিনি পোৱা নাই।

ভানু : এখেতসকল মোৰ কলেজীয়া বন্ধু।

ধৰ্ম্মকিঙ্কৰ : বুজিছোঁ।

মনচোকা : মইনা অহা কথাটো কালি ঘুনুক-ঘানাককৈ শুনিছিলো। আইদেও থিয় হৈয়ে থাকিল। এখেত দুয়ো—

[ সি ডাক্তৰ বহা চকীখন আৰু ভৰি পথানৰখন একাষৰীয়া কঁৰি দিয়ে। ]

মনচোকা : মই চাহ এটোপাৰ যোগাৰ-যাতি কৰোগৈ। মুখ-হাত ধুবলৈও দিহা কৰোঁ। (ওলাই যায়।)

ভানু : বহাঁ, প্ৰণৱ। আৰতি, বহাঁ। (প্ৰণৱ বহে।)

আৰতি : ককাইদেও, মই এতিয়া আহোঁ। মাহীদেওৰ পানী লগা হৈছে। মহাদেৱো নাই। কাইলৈ আহিম বাৰু। (প্ৰণৱক) ভাল, আপুনি বহক। (নমস্কাৰ জনাই দুৱাৰৰ ফালে যায়। প্ৰণৱেও নমস্কাৰ জনায়।)

ভানু : চাহটোপা—

আৰতি : থক, থক আৰু ককাইদেও, পলম হব। (ওলাই যায়।)

ভানু : আমিও হাত-ভৰি ধুই লোৱাই ভাল। আহা, প্ৰণৱ।

প্ৰণৱ : বলা।

ভানু : (ধৰ্ম্ম কিঙ্কৰলৈ চাই) আপুনি খন্তেক বওক।

[ ধৰ্ম্মকিঙ্কৰে মূৰ দুপিয়ায় আৰু চকী এখনতে বহে। প্ৰণৱ-ভানু দুয়ো ওলাই যায়। এনেতে কেঁকাই-গোঁথাই প্ৰভাদে গা লৰায় আৰু চকু মেলে। নাছে' কপালৰ তিতা

কাপোৰখন আতৰাই নিয়ে। ধৰ্ম্মকিঙ্কৰ উঠি গৈ বিচনাৰ কাষত থিয় হয়। ]

ধৰ্ম্মকিঙ্কৰ : ববোপা।

প্ৰভাস : এতিয়া এতিয়া—এতিয়া স্বপ্ন—ও—

ধৰ্ম্মকিঙ্কৰ : কি স্বপ্ন, ববোপা?

প্ৰভাস : স্বপ্ন—স্বপ্ন—সোণমইনা আহিছিল মোৰ হাতত ধৰি যেন, কপালত হাত দি যেন– ক'ৰবালৈ—ক'ৰবালৈ–

ধৰ্ম্মকিঙ্কৰ : বিলাতলৈ চাগে, ববোপা।

প্ৰভাস : কৰবালৈ—ক'ৰবালৈ যাবলৈ ওলাইছিল।···মই ক'লোঁ, নেলাগে, নেলাগে; মই কলোঁ, নেলাগে যাব। সি নুশুনিলে, সি গ'ল, গ'ল. গ'ল, উস্‌-উস্‌-উ-উ···।

ধৰ্ম্মকিঙ্কৰ : ভাল স্বপ্ন ববোপা, বিলাতলৈ সৰুবোপা যোৱাৰ কথা আছেই নহয় এইবাৰ পৰীক্ষা ভাল হলেই নাযাব জানো?

প্ৰভাস : মোৰ, মোৰ জ্বৰ হৈছে—মই ক'ব নোৱাৰোঁ—ক'ব নোৱাৰোঁ—মোক এৰি থৈও সোণমইনা—সি কিয় যাব— [ অলপ নীৰব ] মোক যেন, মোক যেন কোনোবাই মাতিছে—সৌ ফালে··সৌ ফালে—

[ ওপৰলৈ হাত দাঙে। নাৰ্ছে লাহে লাহে নমাই কাপোৰ জাপিদিব। ]

মই নোৱাৰোঁ, মই নোৱাৰোঁ—গা ইমান গধুৰ—ইমান গধুৰ—ইমান বিষ—ইমান বিষ—উস্‌ উস্‌—

ধৰ্ম্মকিঙ্কৰ : ববোপা মনে মনে নিতাল মাৰি থকাহে ভাল, ববোপা।

প্ৰভাস : ববোপা ববোপা—। আই, আই নামাতিবা—আৰু কথা আৰু কথা ক'ব নোৱাৰি—উ-উ—

[ ভানু আৰু প্ৰণৱ সোমাই আহে। প্ৰণৱৰ চুলি নকৈ ফনিওৱা। ভানুৰে মুখ মোহাৰি মোহাৰি আহে। ]

প্ৰভাস : সোণমইনা।

ভানু ঃ দাদা, দাদা। [ওচৰলৈ যায়। প্ৰণৱেও মূৰৰ শিতানৰ ফালৰপৰা চায়হি।]

প্ৰভাস ঃ কেতিয়া আহিলি, কেতিয়া আহিলি? মোৰ, মোৰ দেখিছই সোণমইনা—উঠিব নোৱাৰোঁ—ইকাতি-সিকাতি কৰিব নোৱাৰোঁ আৰু যেন আৰু যেন একুৰা জুই গাত বান্ধি দিছে—

ভানু ঃ (বেজাৰৰ মাতেৰে) দাদা—ডাক্তৰে কৈ গৈছে সোনকালেই অসুখ ভাল হ'ব। মিছায় চিন্তা কৰিবৰ দৰ্কাৰ নাই।

প্ৰভাস ঃ আগেয়ে সোণ, তই আহিলে কিমান আনন্দ—আজি, আজি মোৰ এই অৱস্থা। ঘৰত শান্তি নাই। দেউতা, দেউতা বুঢ়া মানুহ—দিনটো বহি থাকে, ৰাতিও উজাগৰে—উজাগৰে—। মিনতিজনীয়ে মোৰ ওচৰ চাপিবলৈকে সাহ নকৰে, তাইৰ আইৰ মুখ এইকেইদিন দেখিলেও চকু-পানী ওলাব খোজে। সোণ, সোণ,

[মনচোকাই 'ট্ৰে' এখনতে তিনি কাপ চাহ আৰু বহল থাল এখনত কিবা অলপ খোৱা বস্তু লৈ আহে।]

মনচোকা ঃ মইনা, চাহ ইয়াতে দিমনে? (ভানুৱে কাণ নকৰে।) আইদেও আহিছিলে যে, গ'ল দহোন কেনিবা—।

[বৰুৱা সোমাই আহে।]

বৰুৱা ঃ ইস্ ইস্ তই কি কৰ মনচোকা? ইয়ালৈ কালৈ চাহ আনিছ? ডাক্তৰে কৈছে, ব্যাধি এনে সংক্ৰামক—ইস্ নে নে সৌ তালৈ—

ভানু ঃ নালাগে বাৰু ইয়াতেই হব। কাই, তুমি চাহ খোৱা মেজ এখন আনি সেইখিনিতে দিয়"া।

মনচোকা ঃ হয়, মইনা হয়; বিয়াধিয়ে নো বাৰু কি কৰিব পাৰে?—বোলে, 'জয় কালত ভয় নাই, মৰণ কালত বেজ নাই।' মই আনোগৈ বাৰু 'টিপ্লই' এখন।

['ট্ৰে'খন মাটিত থব' খোজে।]

বকৰা ঃ আঃ আঃ মনচোকা।

[ মনচোকাই ব্যতিব্যস্তভাৱে পিছলৈ চাই চাই লৰালৰিকৈ ট্ৰেখন লৈ ওলাই যায়। ]

ভানু ঃ প্ৰণৱ, বহঁাচোন।

প্ৰণৱ ঃ ভাল। (আগেয়ে বহা চকিখনৰ কাষলৈ যায়।)

প্ৰভাস ঃ এখেত—এখেতক চিনি পাওঁ যেন—।

ভানু ঃ এখেত মোৰ বন্ধু প্ৰণৱ দুবৰা। আমাৰ কলেজৰ brilliant student। গান-বাজনা আদিতো বাপ আছে।

প্ৰভাস ঃ দুৱৰা ময়ো সেইবোৰ ভাল পাওঁ। মোৰ অসুখ—গীত-বাদ্য ক'ত পাম, ক'ত পাম? গান গাওঁ চাবি জ্বৰ—জ্বৰ গায়ে অন্ত পোৱা নাই।

প্ৰণৱ ঃ ভগৱানে আপোনাক নিৰাময় কৰক। সেই কলা চৰ্চ্চা শৰীৰ সুস্থ থাকিলে অনায়াসে হব; ময়ো আপোনাক যি পাৰো সহায় কৰিব পাৰিম। আপুনি এতিয়া বেচি কথা নকব, দুৰ্ব্বল লাগিব।

ভানু ঃ প্ৰণৱৰ সাহিত্যতো বৰ নাম আছে।

বকৰা ঃ হয়নে, হযনে বোপা? নহবনো কিয়? ই দিখৌৰ পানীৰ গুণ, মইনা। আমাৰ বেজবকৰাৰ ঘৰৰ হেমচন্দ্ৰ বকৰাৰে কথা কোৱা বা লক্ষ্মীনাথৰে কথা কোৱা, দেশৰ মুখ পোহ-ৰালে—পোহৰালে, মইনা। আমাৰ দুৱৰা বোপা যতীন্দ্ৰ তোমাৰ কিবা সমধ লাগেই কিজানি? [ মনচোকাই চাহৰ মেজ এখনতে ট্ৰেখন তুলি আনে আৰু কাপ-প্লেটবোৰ এটা এটাকৈ নমাই থয়। ]

প্ৰণৱ ঃ তেখেতসকলৰ লগত আমাৰ সম্বন্ধ নাই কিজানি।

বকৰা ঃ হয় বোপা হয়। সাহিত্য বৰ ভাল বস্তু। বোপা, বৰ উপকাৰী দ্ৰব্য। আমি তাহানি 'বাঁহী' কাকতেৰে 'প্ৰদীপিকা'ৰ চুপতি লগা দন্‌খন হোৱা'নিজে কৰ-পাৰো।

বেজবৰুৱাৰ কলমো আৰু কলম, বোপা—বৰ চোকা, বৰ চোকা। আমি সেই দুয়োখন কাগজৰ ৰৰগুনি দি গ্ৰাহক হৈছিলো। আমিও সাহিত্য চৰ্চ্চিছিলো বোপা—ইস্ ইস্ সেইদিন ক'ত হ'ব আৰু—?

প্ৰণৱ ঃ হয়, বেজবৰুৱাৰ লগতে আমাৰ সাহিত্যৰ প্ৰায় সকলোটি গৈছে।

বৰুৱা ঃ হয়, বোপা আমাৰ দিন আৰু নাই;

প্ৰভাস ঃ সোণ, চাহ চেঁচা হ'ব নহয়—চাহটোপা খাই ল—হাতখন ক্লৰিণৰ পানীত ধুবি।

ভানু ঃ প্ৰণৱ, খোৰাচোন চাহটোপা। [ সি হাত ধুই মচে। ]

বৰুৱা ঃ হয় মইনা চাহকণ—সাহিত্য কৰা বৰ ডাঙৰ কথা। বেজবৰুৱাই কৈছে নহয়, সাহিত্য দেশৰ জলন্তস্তম্ভৰ নিচিনা।

[ প্ৰণৱ, ভানু দুয়ো চাহ খোৱাত লাগে। ]

ধৰ্ম্ম কিঙ্কৰ ঃ আজি-কালি সাহিত্য-চাহিত্যৰ দিন গৈছে।

প্ৰভাস ঃ উস্—উ—সাহিত্যৰ দিন গৈছে—গাঞ্জাখুৰী গল্পৰ দিন আহিছে—স্বাৰ্থ চিকাৰ কৰিবৰ দিন আহিছে—কলতলে বাঁহতলে জোপ ল'বৰ দিন হৈছে—। সোণমইনা, তইঁতৰ পৰীক্ষা—

বৰুৱা ঃ ঐ সোণ, কেনে হল তোৰ পৰীক্ষা?

ধৰ্ম্ম কিঙ্কৰ ঃ ভাল হবই চাগে।

ভানু ঃ বেয়া-অ হোৱা নাই কিন্তু আমাৰ পাছ কৰা ফেল মৰা একেটা কথাই।

ধৰ্ম্ম কিঙ্কৰ ঃ কিয় হব একেটা কথাই? গ্ৰেজুৱেট হৈ বিলাতলৈ যাবা। বেৰিষ্টাৰী পাছ কৰি খ্যাতি আৰ্জ্জিবা।

ভানু ঃ বিলাতলৈ যাব লাগে আমাৰ নিচিনাই নহয়, প্ৰণৱৰ দৰে বুদ্ধিমান ছাত্ৰই।

বৰুৱা ঃ ৰোপাৰ বা পৰীক্ষা কেনে হৈছে?

ভানু ঃ বুৰঞ্জীত ফাষ্ট ক্লাছ, একচেতীয়া।

প্ৰণৱ ঃ তুমিতো মৰমত প্ৰথম শ্ৰেণী দিয়াই—পৰীক্ষকৰ সি মনঃপুত

হ'লেহে হৈছে। কিন্তু তোমাৰ বিলাতলৈ যোৱাটো স্থিৰ হলে নিতান্ত সুখী হম। যেই কোনো শিক্ষাৰ কাৰণে আমাৰ বিদেশলৈ যোৱা ছাত্ৰৰ সংখ্যা অতি কম। সি অতি আৱশ্যকীয়—

ধৰ্ম্মকিঙ্কৰ ঃ মইনাই ঠিক কৈছে।

প্ৰণৱ ঃ মজলীয়া খাপৰ ছাত্ৰয়ো সুখ্যাতিৰে বিলাতৰ উপাধি লৈ ঘূৰি অহা দেখিছো। অৱস্থাই যেতিয়া সেইখিনিৰ কাৰণে সুবিধা দিয়ে, তাক গ্ৰহণ নকৰাটো নিতান্ত ভুল হব।

ধৰ্ম্মকিঙ্কৰ ঃ বিলাতলৈ যোৱাটোৱেই এটি ডাঙৰ গুণ। দেউতাৰাৰ এই অজস্ৰ সম্পদ—দুখন-তিনিখন বাগিচা মেট্‌চ্‌ ফেক্টৰিৰ ডাঙৰ শ্বেয়াৰ্‌, এশ দেৰশ পূৰা ৰূপিত মাটি—বাৰী মাটি

মনচোকা ঃ (কাপ-প্লেটবোৰ চপাই)—এৰা সেইবোৰ চণ্ডালি খালেও বহুত হয় দেখোন তাতে বুঢ়া লোকে কয় বোলে কলি-কালত সমুদ্ৰ-যাত্ৰা নাস্তি।

প্ৰভাস ঃ উস্‌ বিলাত-বিলাত—। মুৰ কামোৰণি মুৰ-কামোৰণি ইমান কষ্ট-ইমান পোৰণি, ইমান বিষ।

## প্ৰথম অঙ্ক

### পঞ্চম দৃশ্য

বৰুৱাৰ ঘৰৰ বৈঠকখানা। ইও অতি আধুনিক ৰুচিৰ পৰিচায়ক। বেৰত নানা ছবি, তাৰিখাৱলী আদি। সুৰেশিত নানা প্ৰকাৰৰ মেজ, চকি, চ'ফা। এফালে এটা ৰেডিও যন্ত্ৰ, কাষতে গ্ৰামোফোন। আনফালে এটা পিয়ানো আৰু তাতে আওজাই এখন বেহেলা। মাজতে এখন ডাঙৰ আয়না।

প্ৰণৱ আৰু ভানুৱে দৰ্শকৰ ফালে পিঠি দি দুখন চকিত বহি ৰেডিওৰ বাতৰি শুনি থাকে। ভানুৱে তাৰ চকিত হাত দি থাকে। মাজে মাজে দৰ্শকৰ ফালে চায়। প্ৰণৱ গম্ভীৰ একাগ্ৰপতীয়।

ভানু : পৃথিৱীখনেই নতুন এক গতি লৈছে। (ৰেডিও বন্ধ কৰে।)

প্ৰণৱ : (হাঁহি) গতিশীল জগতৰ গতি বা পৰিবৰ্ত্তনবোৰ দেখি আচৰিত হব লগীয়া একো নাই।

ভানু : (উঠি গৈ দৰ্শকৰ সমুখ হৈ এখন চোফাত বহাৰ লগে লগে) মোৰ মনটো দেখোন কিবা আন্ধাৰ আন্ধাৰ লগা হৈছে, কি কাৰণেনো জানো।

প্ৰণৱ : (তাৰ চকীখন দৰ্শকৰ সমুখ কৰি ঘূৰাই বহি) সংসাৰৰ আন্ধাৰ পোহৰৰ মাজেদিয়েইহে জীৱনবো গতি।

ভানু : হ'ব পাৰে। কিন্তু চোৱা প্ৰণৱ, দাদাৰ অসুখৰ বাবেই ঘৰখন যেনে অশান্তিময় হৈ পৰিছে। তাৰ মাজতে বিলাতলৈ যোৱা কথাটোৱে ইমান হৈ চৈ কিয় লগাইছে, মই একো বুজি পোৱা নাই। তাৰ উপৰি ধৰ্মকিঙ্কৰে তাকে লৈ, মোক ইমান হেচা দিব খোজে কেলেই ?

প্ৰণৱ : সজ কামত সকলোৱে উৎসাহ দিয়াই বাঞ্ছনীয়।

ভানু : কিন্তু সিমানেই নহয়, প্ৰণৱ। আজি দিনটোৰ ভিতৰতে ধৰ্ম্ম-কিঙ্কৰ ককাইদেউৰ বিৰুদ্ধে মোৰ নানাবিধ সন্দেহ উপজিছে।

আগৰে পৰা সি দেউতাৰ ওপৰতে খাই থকা মানুহ। কিন্তু এতিয়া দেউতাৰ ওপৰত তাৰ হাতৰ মুঠি যেন টান হৈ আহিবলৈ ধৰিছে আমাৰ যিখিনি মাটি-সম্পত্তি আছে সিয়ে সেইখিনি চলাই কৰাহ খাজনা, ধান, মাহ, সৰিয়হ গোটাই আনি দিয়ে। তাৰ উপৰি দেউতাই যোৱা বছৰ দাদাৰ নামে খোৱাঙৰ মেট্‌চ্‌ ফেক্টৰিৰ অংশ কিনিছিল ধৰ্ম্মকিঙ্কৰৰ নানা ছলাহী কথাৰ মাজেদি। ডিব্ৰুগড়ৰ ছুটা কেঞ্চা আৰু এটা বঙালীৰো তাত ডাঙৰ-সৰু অংশ আছে। দেউতা হাত এৰি ব্যৱসায় কৰা মানুহ—অন্ততঃ এই বুঢ়া বয়সত তেনে দোষে দেখা দিছে। সাৱধান হৈ নচলিলে, ফেক্টৰিৰ বিদেশী অংশীদাৰে তাকো হাত কৰি লোৱাৰ খুব ভয়।

প্ৰণৱ ঃ অৱশ্যে অসমীয়া ব্যৱসায়ীৰ প্ৰকৃতিয়েই তেনে। আমাক লাগে একে উশাহে দহোগুণ লাভ মাৰিবলৈ। কিন্তু ব্যৱসায় বুদ্ধি, কাৰ্য্য-তৎপৰতা আৰু অধ্যৱসায়ৰ ফালে আমাৰ তলি উদং। কিন্তু সি যি হওক, দাদাৰৰ অসুখ ভাল হ'লেও এই বিষয়ে যথেষ্ট তদাৰক কৰিব পাৰিব। তাৰ লগতে তোমাৰ বিলাত যাত্ৰাৰ কোনো ক্ষতি হ'ব লাগে বুলি নাভাবো।

ভানু ঃ তুমিও সেই একাষাৰ কথাতে বাৰে বাৰে ভেজা দিয়াগৈ! দাদাৰ অসুখৰ চিন্তাই মোক এতিয়া খাই মাৰিছে। বেমাৰ শুদা বিধৰ নহয়। আজি চৈধ্য দিন পূৰা হব, গতিকে আজিয়েই এটা ক্ৰাইছিছ। কাইলৈৰ পৰা জ্বৰ শাম কাটিলেতো ভালেই; নাকাটিলে আহক আকৌ এক নতুন চিন্তা।

প্ৰণৱ ঃ আনৰ কাৰণে বিলাতলৈ যোৱাটো আনন্দৰ কথা। আনে সেই সুবিধা পোৱা হলে, কেনেকৈ তাত ফুৰ্ত্তিৰে দিন কেইটা কটাব, তাকে ভাবি-ভাবি টকালি-খুহুৰি মাৰি ফুৰিলেহেঁতেন।

তুমি আকৌ কৰিছা কি ?—দাদাৰৰ অসুখতকৈ তোমাৰহে অসুখ একাছি চৰা হৈছে। আজিতো ষাব. নালাগে। যেতিয়া প্ৰভাসদাই বম্বেত আগ বঢ়াই থৈ আহিব পৰা হ'ব, তেতিয়াহে।

ভানু : বাৰু সেইটো বুজিছো, তোমাকো এৰি থৈ যাব লাগিব নহয় ?

প্ৰণৱ : নিশ্চয়। নহলেতো মই ছাঁতে শুকোৱা মুঠিতে লুকোৱা ৰুমালখন নহয়, যে কোটৰ ওপৰ জেপত এধানমানকৈ উলিয়াই লৈ যাবা। (প্ৰণৱে অকলৈ হাঁহে।) মোকনো এৰি থৈ যোৱা কি কথাটো ? আকৌ ধৰঁা তুমি বিলাতৰ পৰা ঘূৰি আহিছা। মই 'ভিজিটিং কাৰ্ডটো 'দি বহুতপৰ বৈ তোমাৰ সাক্ষাৎ পাইছো। মোৰতো দেখি ভয়েই লাগিব 'বিলাত-ফেৰ্ত্তা' চাহাব-'গুড্ মৰ্ণিন্ মিষ্টাৰ দয়েৰাহ, বিলাতৰ পৰা আহি এইখন ডাৰ্কনেচ্ ভিজিবল্ যেন হৈছে'— মোৰ কবলগীয়া কথা শুকাই ডিঙিৰ তলতে ৰ'ব।

ভানু : হৈছে, হৈছে আৰু (দুয়ো হাঁহে)

প্ৰণৱ : অৱশ্যে বৰ্ত্তমান মুহূৰ্ত্তত এই শুভ বাৰ্ত্তাৰ ভাগ লবলৈ থাকিব লাগিছিল শ্ৰীমতী আৰতি দেৱী।

ভানু : That way madness lies (সি চোফাৰপৰা উঠি গৈ এখন চকিত বহে।)

প্ৰণৱ Madness :—উন্মাদনাতো হয়েই নিশ্চয়। নৰ-নাৰীৰ মাজৰ স্নেহে চিৰকালেইতো সেই নাম পাই আহিছে। সেই স্নেহেই জগতৰ উৎপত্তি আৰু স্থিতিৰ মূল-স্বৰূপ। পৃথিৱীৰ অনাদি জীৱনৰ আদিতে ভীষণ স্নেহ হেতুকে দুটি জ্যোতিষ্কৰ কেনে ভয়ানকভাৱে সংঘাত হৈছিল—কি নিদাৰুণ সি সংঘাত! কিন্তু তাৰ ফলেইতো এই সুন্দৰ পৃথিৱী—শস্যশ্যামলা, ৰত্নগৰ্ভা ভূমি-স্বৰ্গ। যুগ-যুগান্তৰ চঞ্চল মতি-গতি লৈয়েই নৰ-নাৰীয়ে প্ৰেমৰ পূজা পাতি আহিছে।

ভানু : কবিবো আকৌ ভাষা প্ৰেমৰ পূজা।

প্ৰণৱ : পূজা নহ'লে প্ৰেম আন একো হ'বও নোৱাৰে। আমাৰ পদূলিত যি ফুল ফুলে, তাৰে দেৱতাবো পূজা কৰোঁ, প্ৰিয়জনলৈও তাকেই আগ বঢ়াওঁ—'দেৱতাৰে প্ৰিয় কৰি প্ৰিয়েৰে দেৱতা।'

ভানু : তেনে প্ৰেম তোমাৰ নিচিনা কবিৰহে বস্তু। তেজ-মঙহৰ লগত সম্বন্ধ নথকা প্ৰেম আমি নুবুজো দেও।

প্ৰণৱ : নৰ-দেহ—সকলো কাব্যৰ, সকলো আৰ্টৰ শ্ৰেষ্ঠতম সাধনা সি। আৰু নাৰী-দেহ—আৰু নাৰীৰ স্নেহ ঐশ্বৰ্য্য—যুগে যুগে শত শত কালিদাসে যাৰ গীতি গাইছে, যুগে যুগে যাৰ মহিমা শত শত ৰাফেলে লেখনীৰ চোঁত ফুটাই তুলিবলৈ সাধনা কৰিব লাগিছে—সিয়ে মানৱ প্ৰেমৰ স্বৰ্গীয়তাৰ স্থূল-নিৰ্দশন।

ভানু : কবি, তোমাব সেই আৰ্টৰ জগতৰপৰা নামি এই শুকান পৃথিৱীত ভৰি দিলেহে হয় দেখোন।

প্ৰণৱ : সেই নিৰ্ম্মম সংসাৰত ভৰি দিলে দেখিবা—আৰতি দেৱীয়ে হয়তো নিৰ্ম্মমভাৱে ভানুৰ হিয়াৰ ওপৰে মটৰ গাড়ী চলাই দূৰত গৈ হাঁহিব লাগিছে। ইয়াতে বৈ হিয়া-ভগা-জনে হয়তো ভাবিছে—

মনৰ মাজৰ মোৰ
সোণৰ হৰিণা তুমি
দূৰলই নাযাবা পলাই।

হ'লতো ?

ভানু : তুমি বৰ দুষ্ট।

প্ৰণৱ : মোৰ শান্ত শিশু, চাবাঁ, সোণৰ হৰিণা খেদোঁতে যাতে শ্ৰীৰামচন্দ্ৰৰ দৰে বাট নেহেৰুওৱা।

ভানু : (কৃত্ৰিম খঙেৰে) এই মিছা কথাবোৰ জোৰা দিবলৈ তোমাক কিহে পাইছে ?

প্ৰণৱ ঃ কবলৈ গলে এইটো আমাৰ poetical license—তোমাৰ খৰচতে জানিবা এইকণ আহ্লাদ অনুভৱ কৰিলোঁৱেই : তাতনো কাৰ কি লাভ-লোকচান হ'ল। আজি-কালিৰ শিক্ষিত ডেকাৰ মাজত প্ৰেমৰ ভেকো-ভাওনা একেবাৰেই বিৰল নহয়। যিহে বঙলা গল্প-উপন্যাস-কথাছবিৰ ৰোমাঞ্চ'ত আনি কক্-বকাব লাগিছো. কৰবাত স্নেহ-চাৱনিৰ কুটা এডাল পালে যে তাক তেপোৰ-তেপোৰকৈ ধৰিবলৈ নাযাম-কোনে ক'ব পাৰে ?

ভানু ঃ কলেজৰ ক'-এডুকেশ্যনৰ বিৰুদ্ধে তোমাৰ সেই পুৰণি 'থিয়-ৰি'টো আছেই নহয়।

প্ৰণৱ ঃ থাকিবই, হেজাৰ বাৰ থাকিব। সি কোনো বিধৰ ক'-এডুকেশ্যন, নহয়—হলেও সি তাৰ এক বিপজ্জনক শ্ৰেণী—ডেকা-গাভৰু একেলগে পঢ়িব ; অথচ সিহঁতৰ মাজত কোনো সহযোগ বা আদান-প্ৰদান নাই—

[ ভিতৰত বৰুৱাৰ মাত-'সৰুমইনা'। ]

ভানু ঃ দাদাই বিচাৰিছে চাগৈ আমাক।

[ দুয়ো প্ৰভাসৰ কোঠালৈ যায়গৈ। ভানুৰ ছয়-সাত বছৰীয়া ভনীয়েক মিনতি সোমাই আহে। সৰু ৰিহা-মেখেলা এজোৰ পিন্ধি তাই সৰু পুতলা এটিৰ দৰে হৈ পৰিছে। অভিনয়ৰ মহাৰাণীৰ দৰে গুৰু-গম্ভীৰ খোজ পেলাই হাতত এটা 'টফি'ৰ টিন হৈ পিয়ানোটোৰ ওচৰৰ চকিখনলৈ আগ বাঢ়ে আৰু জাপ মাৰি তাত উঠে আৰু কায়দাৰে ভৰিৰ চেণ্ডেল দুটা দূৰলৈ মাৰি পঠিয়ায়। এনেতে পিছ ফালৰ পৰা হাঁহি হাঁহি মনচোকাৰ প্ৰৱেশ। গাত ফটছু পিন্ধি পানী গামোচাখন পেলাই সি হাতত এটা ডাঙৰ পুতলা লৈ আহে। ]

মিনতি ঃ ( গহীনাই ) মনচোকা কাই, মোৰ পুতলাক সৌ চকিখনত বহুৱাই থোৱা। [ মনচোকাই তাকে কৰে। মিনতিয়ে

টফিৰ টিনটো গহীন হাতেৰে মনচোকাৰ ফালে আগ বঢ়াই। সি হাতত লৈ টিনটো খুলি তাইৰ কোলাত দিয়ে। মিনতিয়ে এটি-দুটিকৈ খোৱা আৰম্ভ কৰে। ]

মিনতি ঃ মনচোকা কাই!

মনচোকা ঃ আইজনী মোৰ!

মিনতি ঃ মনচোকা কাই।

মনচোকা ঃ আইদেও!

মিনতি ঃ মই মহাৰাণী; তুমি মন্ত্ৰী।

মনচোকা ঃ হয় মিনি আইদেও —অ' শ্ৰীবিষ্ণু—হয় সৰ্গদেউ ইচৰ—আস্ হৈছে আইচুদেউতা।

মিনতি ঃ কোৱা মন্ত্ৰী, সোনমইনা দাদাই গুৱাহাটীৰ পৰা যিবোৰ মিঠাই আৰু কাপোৰ-কানি ধৰি আনিছে, তাৰ ভিতৰত আটাইতকৈ ভাল চিপাহী কোনটি?

মনচোকা ঃ আইদেউতাৰ কোলাত শুই থকাটি। তেওঁ আগিবৰে পৰা আইদেউতাৰ দাঁতৰ লগত খৈয়া-নখৈয়া ৰণ আৰু চপাচপ্ চুপতি মাৰিবই লাগিছে নহয়।

মিনতি ঃ ( ভৰিৰে পুতলাটো ঠেলা মাৰি ) এওঁ একা?

মনচোকা ঃ অ' তেওঁ? তেওঁ সেই খোৱাতৰ পৰা অহা 'ছলাই ছলাই' কৰি মৰা, পেটুৱা কেঞাটোৰ দৰে সতকাই নিজৰ পেটকে দাঙিব নোৱাৰে দেখোন।

মিনতি ঃ বাৰু মন্ত্ৰী, তুমি বহাঁ। ( মনচোকা মিনতিৰ ভৰিৰ ওচৰতে বহে।) এতিয়া মোক এটা সাধুকথা কোৱা। খুব ভাল সাধু। খুব ভাল হব লাগিব। নহলে মন্ত্ৰীয়ে খেদা খাব।

মনচোকা ঃ মহাৰাণীৰ কিৰিপা। শুনক মহাৰাণী—এক আছিল বুঢ়া ৰজা! তেওঁৰ তিনিগৰাকী মহাৰাণী। বৰগৰাকী পাট-ৰাণীয়ে পাটত বহি বহি ৰজাক তামোল খুন্দি খুৱায়।

মিনতি ঃ মনচোকা কাই, তোমাৰ খালি সদায় ৰজা-ৰাণীৰ কথা। মই ভাল নাপাওঁ-যোৱা।

মনচোকা ঃ শুনা মিনি আইদেও, এক আছিল টিকা-ৰঙা বান্দৰ। সি ভাইগৰ বলত এখন হাবিতলীয়া ৰাজ্যৰ ৰজা হল্গৈ।

মিনতি ঃ আকৌ ৰজা! আকৌ সেই বান্দৰ! বন-ৰজা বাঘ থাকোঁতে-নো সি কেনেকৈ বনৰ ৰজা হব? তাক মই ৰাজপাটৰ পৰা খেদি দিছোঁ। অইন এটা সাধু কোৱাঁ। আমি থিয়েটাৰ, টকিৰ ফিল্ম্ চাই আছো—তেনেকুৱা সাধু লাগে এটা।

মনচোকা ঃ শুনা আইদেও। (অলপ ভাবি মূৰ খজুৱায়।) শুনা, মেলা-চকৰৰ ফালে সেইযে ফিলিম ঘৰটো আছে, তাত পূজাৰ বাবে দল-দোপ হেন্দোল-দোপ লাগিছে। বেৰবোৰত চূণ-সানি আৰু লোৰ খুটাবোৰত কটৰা সানি—

মিনতি ঃ আল কেটেৰাহে।

মনচোকা ঃ অ ভাল কটৰা সানি ফুল-জালী দি বৰ ধুনীয়া কৰি থৈছে। এনেতে আহক পূজা খাই খাই পাৰ্বতী আই আৰু খোদ্ মহাদেৱ।

মিনতি ঃ ইঃ দেৱতাক মানুহে চিনি নেপেলাবনে? কেনেকৈ আহিব?

মনচোকা ঃ ময়া, ময়া, মোৰ মহাদেৱ গোসাঁইৰ ময়া- ভেশছন কৰি আহিছিল।

[প্ৰণৱ আহি মিনতিৰ পাছ ফালে থিয় হৈ সাধু কথা শুনি হাঁহে। মিনতি আৰু মনচোকাই প্ৰণৱক নেদেখে।]

মনচোকা ঃ সেইদিনা 'সতী' ফিলিম্ হৈছিল্। পিছে ফিলিমৰ মহাদেৱৰ মূৰত সাপৰ চিন-মকামেকে নাই, দক্ষৰ যজ্ঞ খাবলৈ অহা ঋষিবোৰে এলবাৰ্ট ফেছনৰ চুলি কাটি আহিছে আৰু বামুণৰ মূৰত টিকনিৰ সঁচো নাই। পাৰ্ব্বতী আইৰ উঠিল খং। পিছে মানুহে দেখে বুলি অন্তৰ্দ্ধান হৈ কৈলাস পালেগৈ, মহাদেৱো পিছে পিছে ঢুৰা মাৰিলে। কৈলাস পাই পাৰ্ব্বতী আয়ে ৰোহ পাতিলে। মহাদেৱ গোসাঁয়ে কুটুৰি কুটুৰি সুধি উলিয়ালে-ফিলিম্ কৰোঁতাবোৰে দেৱতা, বামুণ আৰু গোসাঁই

প্ৰভুক অপমান কৰাৰ প্ৰতীকাৰ নকৰিলে পাৰ্ব্বতী আয়ে ছুলিয়ে ছুলিয়ে ভাং খুন্দি নিদিয়ে। পিছে মহাদেৱে ইন্দ্ৰৰ ‘ৰাজচ’ৰাত এখন দেৱতাৰ মিটিং পাতি ঠিক কৰিলে—ঠিক কৰিলে— (মূৰ খজুৱায়।)

মিনতি : কি ঠিক কৰিলে ?

প্ৰণৱ : (আগ বাঢ়ি আহি) ঠিক কৰিলে যে— দেৱতা আৰু বামুণৰ সম্মান ৰাখি এখন নতুন ফিল্ম্ কৰিব।

মনচোকা : হয় মইনা, তাকেই কৰিলে।

মিনতি : তাৰ পিছত প্ৰণৱদা ? [তাই প্ৰণৱৰ কাষলৈ যায়। প্ৰণৱ চোফাত বহে। মিনতি কাষতে বহে।]

প্ৰণৱ : তাৰ পিছত, মিনতিকো ফিল্ম কৰিবলৈ নিব খুজিলে।

মিনতি : ইঃ মিছাকৈয়ে।

প্ৰণৱ : পিছে, মিনতি নগ’ল। যি হওক দেৱতাবোৰে এটা ষ্টুডিও সাজি ৰিহাৰ্ছেল কৰিবলৈ ধৰিলে। পিছে, দেৱতাসকলে নিয়ম মতে আখৰা কৰিবলৈ নাহে মহাদেৱতো নাটক, ৰঙ্গমঞ্চ অৰ্থাৎ থিয়েটাৰ—এইবোৰৰ অধিষ্ঠাতা দেৱতা। দেৱতাবোৰক এনে আওকণীয়া হোৱা দেখি তেওঁৰ উঠিল খং—খঙত পগলা হৈ গ’ল।

মনচোকা : নহয় বোপাদেউ, আপোনভোলা মহাদেৱ গোসাঁই খঙত পগলা নহয়।

প্ৰণৱ : তেনেহ’লেনো কেনেকৈ হব ?

মনচোকা : (সুৰ ধৰি আৰু গাৰ থেও দি)

কি কৈ পগলা হলা মহাদেৱ—<br>
কি কৈ পগলা হলা ?<br>
ৰাম-নামে পগলা হৰি-নামে পগলা<br>
ভাং খাই পগলা হলা ?

মিনতি : প্ৰণৱদা, মনচোকা কাই যে আৰু খৰ বিহুৱা।

[ভিতৰত ধৰ্ম্ম কিঙ্কৰৰ মাত—“মনচোকা, হেৰ মনচোকা।”]

মনচোকা ঃ ওল্লালহি আকৌ আমাৰ ধৰ্ম্ম যুধিষ্ঠিৰ।

[ধৰ্ম্ম কিঙ্কৰৰ প্ৰৱেশ।]

ধৰ্ম্ম কিঙ্কৰ ঃ কি বিছু মাৰিছ সেইবোৰ।

মনচোকা ঃ গোসাঁইৰ নামো যদি বিছুহে হল, বিছুকে মাৰিলো দেউতা ইস্পৰ।

ধৰ্ম্ম কিঙ্কৰ ঃ (খঙেৰে) কি ? যা, সোণমইনাই তোক বৰ বোপাৰ কোঠালৈ মাতিছে।

মনচোকা ঃ ভাল, আপুনি সেই কেঁচুৱাটিৰ লগত উমলি থাওক।

মিনতি ঃ ময়ো যাওঁ বৰদাদাৰ ওচৰলৈ। (চকিতে টফিৰ টিন, পুতলা আৰু ৰিহাখন সোলোকাই সোপা মাৰি মনচোকাৰ হাতত ধৰি প্ৰস্থান।)

[অলপ নীৰৱ। প্ৰণৱে অৰ্গেনৰ ওচৰলৈ গৈ বেহেলাখন লিৰিকি-বিদাৰি কয়।

প্ৰণৱ ঃ প্ৰভাস বৰুৱা বেহেলা বজোৱাতো পাকৈত নেকি ?

ধৰ্ম্ম ঃ সেইখন মোৰহে, মইনা। কেতিয়াবা ৰেপ দুই-এক মাৰোঁ।

প্ৰণৱ ঃ অৱশ্যে সঙ্গীত ভাল পোৱাটো মানুহৰ এটি উদাৰ গুণ। সি নোহোৱা হলে, বহুত মানুহ হয়তো ঠগ-প্ৰৱঞ্চক, প্ৰতাৰক, চোৰ আৰু হত্যাকাৰী হৈয়ে নিজৰ জীৱনটো কলুষতে বুৰাই কটালেহেঁতেন।

ধৰ্ম্ম ঃ (কথাটো বুজি বলৈ চেষ্টা কৰি) হয় মইনা, ছেক্‌ছপীয়েৰে সেয়া কৈছে নহয় বোলে—those who do not love music

প্ৰণৱ ঃ ছেক্‌ছপিয়েৰে নকলেও অনেকখিনি কথা চকুৰ আগতেই সত্য প্ৰমাণিত হয়।

ধৰ্ম্ম ঃ মইনাই বৰ গহীন গহীন কথা কব জানা। পিছে বাপা, বি-এটো দিলাই, এতিয়ানো কি কৰোঁ বুলি মনতে পাঙিছা ?

প্ৰণৱ ঃ সম্প্ৰতিকৈলে দেশৰ অৰ্থনৈতিক অৱস্থা বুজিবলৈ, চেষ্টা কৰাই

মোৰ উদ্দেশ্য। মইতো গাৱঁৰে লৰা। গাৱেঁ-ভূঞে ঘূৰি এবাৰ চাব খুজিছো—কৃষকসকলৰ দাৰিদ্ৰ্য-নিকাৰৰ মূল কোন খিনিত। লগে লগে অসমীয়া ব্যৱসায়ীৰ কাৰ্য্য-বিফলতাৰ কাৰণৰো বিচাৰ কৰিব লাগিব।

ধৰ্ম্ম : বৰ, অতি সজ প্ৰস্তাৱ বোপা। কিন্তু বোপা। পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত নিজৰ গতি কোন ফালে যাব খোজে তালৈও চকু ৰাখিবা। কাৰণ আপোন ভাল হলেহে জগত ভাল।

প্ৰণৱ : অৱশ্যে মানুহে যেতিয়া জগতখনক নিজৰ উদ্দেশ্য-সিদ্ধিৰ বাটিত চাকৰ ধৰিবলৈ বিচাৰে সেই যুক্তিকে আগ বঢ়ায়। কিন্তু যিজনে নিজকে আনৰ ভালৰ কাৰণে বিলাই দিব খোজে, তেওঁলৈ সেই যুক্তিৰ কোনো মূল্য নাই হবলা।

ধৰ্ম্ম : মইনা এজন উঠি অহা দেশপ্ৰেমিক বুলি মোৰ মনতে ভাব হৈছে হবইতো, মইনা, এইখন মোমাই তামুলীৰ স্বদেশৰ হকে বলি দিয়া লাচিত ফুকনৰ দেশ। নহয় জানো?

প্ৰণৱ : অৱশ্যে তাৰ দ্বাৰা এইটো বুজিব নালাগিব কিজানি—নিজৰ স্বাৰ্থৰ বাবে মোমাইকেই বা যাকেই হওক বলি দিয়াটোৱেই এই দেশৰ নীতি!

ধৰ্ম্ম : নিশ্চয়, নিশ্চয়—পিছে বোপা আহিছোহে এতিয়া। পিছে-পৰেও লগ পামেই নহয়।

[লাহে লাহে যায়গৈ। প্ৰণৱে কিবা এটা ৰহস্য ভেদিব নোৱাৰাদি ধৰ্ম্মকিঙ্কৰ যোৱাৰ আলেখ্ লেখ্ চাই থাকে। ইপিনে মনচোকাই তুকাপ চাহ হাততে আনি মিচিকিয়াই থিয় হয়।]

মনচোকা : বোপাদেও হলে বৰ চতুৰ দেই।

[সি সক মেজ এখনত চাহ তুকাপ থয়।]

মনচোকা : সেই শিয়ান শিয়ালটিক হলে আপুনি গোন্ধতে চিনিছে দেই। আমাৰ দৌতাই আকৌ সিজনৰ কানতে মগুহৰ ভাৱ দি চলিছে। মইনাইতো হ'ল সেই পাকৰে।

প্ৰণৱ ঃ চাহ দুকাপ যে?

[ভানু সোমাই আহে।]

প্ৰণৱ ঃ অ' তুমি আহিলা?

ভানু ঃ দাদাৰ এতিয়া অলপ টোপনি আহিছে। [চাহৰ কাপত হাত দি,] একেবাৰেই complexion tea—'চেহেৰা চাহ' হল দেখোন, কাই!

মনচোকা ঃ সোণমইনা দেউতা! ["কি কৈছ বুজি পোৱা নাই" এনে ভাৱৰ অভিব্যক্তি।]

ভানু ঃ ঠাণ্ডা চাহ খালে চেহেৰা হয়, সেইটো নাজান হবপায়?

মনচোকা ঃ সোণমইনা দেউতা! [নাজানো।]

ভানু ঃ কেনেকৈ ঠাণ্ডা হল?

মনচোকা ঃ সোণমইনা দেউতা! [মোৰ গাতে দোষ।]

ভানু ঃ আনগৈ আকৌ দুকাপ 'টাট্‌কা' বনাই— দুটা কেকো।

মনচোকা ঃ সোণমইনা দেউতা! [যাম বাক্ক মই লাহে ল্যাহে।]

ভানু ঃ আছে নে নাই নতুন কেক্?

মনচোকা ঃ সোণমইনা দেউতা! [আছে।]

ভানু ঃ যা আকৌ কাই, কি খন কৰি আছ!

মনচোকা ঃ সোণমইনা দেউতা! [এই আহিলোঁ।]

[সহাস্যবদনে প্ৰস্থান।

[প্ৰণৱে ডাওৰকৈ হাঁহে, ভানুৱেও যোগ দিয়ে। মনচোকা আকৌ ঘূৰি আহি গহীনাই চাহ দুকাপ হাতত লয়, ভানু-প্ৰণৱে কৌতূহলেৰে তাৰ গতি-বিধি লক্ষ্য কৰে। মনচোকাই দুৱাৰমুখৰ পৰাই ঘূৰি ভানুৰ পাছফালে থিয় হয়হি। ভানুৱে তালৈ নোচোৱাকৈয়ে সোধে — ]

ভানু ঃ কি হল? কিবা কব লগীয়া আছেনেকি?

মনচোকা ঃ মইনা। [হুওঁতে আছে।]

প্ৰণৱ ঃ কি নোকোৱা কিয়হে মিষ্টাৰ্ মনচোকা?

মনচোকা ঃ মইনা বোপা ! [ ক'বলৈ লাজেই লাগে । ]
ভানু ঃ কি অ' এইটো, অথনিৰ পৰা ধেমালিখন কৰি আছ ।
মনচোকা ঃ সকমইনা দেউতা । [ হয় ক'বলৈ আৰম্ভ কৰিছো । ]
ভানু ঃ ক । [ মনচোকাই কাপ ছুটা মাটিতে থয় । ]
মনচোকা ঃ সকমইনা দেউতা । মোৰ এই ফটা ফটছুটোৰ ফাটি তনেই বাৰ হাত জালৰ তেৰ হাত ফটা যেন হ'ল । আপোনাৰ যদি কিবা পেলনীয়া, অলপমান বেয়া হোৱা, চেমিজ কামিজ বা ওৱাচ্‌কুট আছে মোক দিব পিন্ধিম ।

[ দৰ্শকৰ মাজত হাঁহিৰ ৰোল । আঁৰকাপোৰ পৰে । ]

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য

নৈৰ পাৰৰ এটুকুৰা বহল বননি। মাজত সৰু টিপ এটা। সময় সন্ধ্যা। দুখন চাইকেল,—এখন তিৰোতাৰ—ইখনৰ-গাত সিখন আউজাই থোৱা আছে। ওচৰত সৰু-ডাঙৰ জোপোহা জোপোহা হাবি। দুই এপাহ ফুলো দেখা যায়। বেগেৰে আৰতি সোমাইছে আহে। হঠাতে কোঁচৰ পৰা ফুল কিছুমান সিঁচৰতি হৈ পৰে। তাই আঁঠু কাটি সিবোৰ বোটলে। এনেতে ডালে-পাতে ফুলৰ কুকি এটা লৈ ভানুৰ প্ৰৱেশ। সি আঙুলিৰ মূৰত টিপ দি আৰতিৰ কাষ চাপি তাইৰ খোপাৰ জৰা ফুলপাহ থাপ মাৰি হাতত লয়। তাই দুই হাত মূৰলৈ তোলোঁতেই কোঁচৰ ফুল আকৌ সিঁচৰতি হৈ পৰে। তাই থিয় হয়। অভিমানৰ ছেও ধৰি টিপটোৰ ওপৰত বহেগৈ। ভানুৱে কাষলৈ গৈ ফুলপাহ আকৌ খোপাত দিয়াৰ লগে লগে সোধে; আৰতিয়ে মনে মনে হাঁহে।

ভানু: তুমি ৰঙা জৰাহে খোপাত লবলৈ পালা? নাই, ৰঙা ফুলহে ভাল পোৱানেকি?

আৰতি: মই ৰঙা ফুলহে ভাল পাওঁ।

ভানু: কিয়? তোমাৰ নিজৰ নিচিনা দেখিনেকি?

আৰতি: নহয়, মোহাৰিলে ক'লা পৰি যায়: সেইদেখিহে।

[ভানুৱে ফুলপাহ আকৌ থাপ মাৰি আনি আৰতিৰ চকুৰ আগত ভৰিৰে মোহাৰি পেলায়।]

ভানু: (হাঁহি) মানে, এই যে কলা চেফাটো হল, সেইটো ভাল পোৱা ফুলক নহয়?

আৰতি: মানুহে ফুলৰ কি আদৰ বুজিব!

ভানু: কোনেনো বুজে?

আৰতি: দেৱতাই আৰু কবিয়ে।

ভানু: তুমি?

আৰতি ঃ সুৰলা বস্তু ভাল পোৱাটো তিক্ততাৰ মনৰ এক privilege, মই ভবাত।

ভানু ঃ আমাৰ নিচিনা খহটা, ফুলৰ মোল নুবুজা জন্তুৰে তেন্তে তিক্ততাৰ হিয়া চুবগৈ নোৱাৰে ?

আৰতি ঃ সেইটোতো মই কোবা নাই। এই কাৰ্ত্তিক যেন চেহেৰা, এই মনোৰম সাজ-পাৰেৰে—আপোনাক খহটা বলিলে ভুল নহব জানো ?

ভানু ঃ সেইটো বিচাৰ কৰাৰ ভাৰ অৱশ্য দেৱতা, কবি আৰু (আৰতিলৈ আঙুলিয়াই) ওপৰত।

আৰতি ঃ (আওকণীয়া ভাব দেখুৱাই, ওচৰত পৰি থকা আন এপাহ জৰা হাতত লৈ গায়)

"কবিনে কবিনে তই হেৰ ৰঙা জৰা-
সৌন্দৰ্য্য অধিক কাৰ ?
তোৰ ৰঙা মু'খনিত জ্বলিছে যি ৰূপ-জ্যোতি
সৌন্দৰ্য্য তাৰেনে বাৰু ?"

(তাই ভানুৰ মুখলৈ মুখ তুলি ঘূৰি চায়। ভানুৱে তাইৰ মুখলৈ আঙুলিয়াই কয়,)

ভানু ঃ নতু, আৰতিৰ

এই "ৰঙা মু'খনিত জ্বলিছে যি ৰূপ-জ্যোতি
সৌন্দৰ্য্য তাৰেনে বাৰু ?"

আৰতি ঃ সেই প্ৰশ্নৰ আপুনিয়ে মীমাংশা কৰিব।

ভানু ঃ মই কবি নহওঁ, দেৱতা নহওঁ বা ৰমণীও নহওঁ।

আৰতি ঃ আপুনিতো কবিৰ পৰা অন্ততঃ বেছি আঁতৰ নহয় ; কেলেই, ছেক্‌ছপিয়েৰ পঢ়িয়ে আহিছে দেখোন—কবি, পগলা আৰু আপোনাৰ বিধৰ লোকৰ প্ৰভেদতো নাই—।

ভানু ঃ মানে ?

আৰতি ঃ ধৰক এপাহি ফুল—ৰূপ আছে, ৰস আছে, গন্ধ, পৰশ

আছে। ফুলাৰ লগে লগেই ভোমোৰা গুণ্ গুণ্ কৈ ওচৰ চাপি আহিল।

ভানু: সেয়েই হল ভোমোৰাৰ ধৰ্ম, নহয় জানো?

আৰতি: হয়, সিতো নাহি নোৱাৰে কাষ চাপি।

ভানু: আৰু ফুল—ফুলে কি কৰে? ভোমোৰাক কয়—তই মোৰ ওচৰলৈ নাহিবি, নাহিবি। নহয়নে?

আৰতি: কিয় ক'ব?

ভানু: তেনে ফুলে যে নিজৰ ৰূপ, গন্ধ, পৰশ বিচৰা জনক ভাল পায় ই ঠিক আৰু তেনেজনক পালেই ফুলে ভাবে নিজৰ জীৱন সাৰ্থক হ'ল বুলি আৰু ভাবে—

আৰতি: কি ভাবে?

ভানু: নিজেই সৌন্দৰ্য্যৰ ৰাণী বুলি। এয়েই প্ৰেমৰ অহঙ্কাৰ।

আৰতি: জানো, মই নুবুজো সেইবোৰ।

[ দুয়ো নীৰৱ। ]

আৰতি: ককাইদেও আজি মোৰ মনটো বৰ গল্প-গল্প লাগিছে।

ভানু: জানো, মই নুবুজো সেইবোৰ।

আৰতি: মনত পৰেনে ককাইদেও, তাহানি সকতে এবাৰ মাহীদেওৰ ঘৰলৈ আহিছিলো, আপোনাক এইদৰেই এদিন দিখৌৰ পাৰত লগ পাইছিলো। সেই ল'ৰাকালৰ স্নেহ তেতিয়া কেনে মধুৰ হৈ আৰম্ভ হৈছিল। আজিও আপোনাক দেখা পালে কেনে ভাল লাগে, অথচ যেন কিবা এটা কিবা কিবা ভাব—

ভানু: কিহৰ ভাব, আৰতি?

আৰতি: জানো, মই নিজেই নাজানো--কিবা যেন ভয়—নহয়, কিবা যেন আশঙ্কা, কিবা যেন লাজ—নাই, একো ঠিক, কৈ কব নোৱাৰোঁ।

ভানু: সঁচায় আৰতি, যেই লৰালিৰ ধেমালিবোৰ আৰু সেই এদিনৰ কথা—সেই দিনটোৰ কথা মনত নপৰেনে তোমাৰ?

আৰতি ঃ কোন দিনটোৰ কথা ?

ভানু ঃ যিদিনা তুমি মাহীদেৰেৰাৰ লগতে কাৰৰপৰা নামি গুৰি গৈ মোৰ পঢ়া কোঠাত সোমাইছিলা, মোৰ কিতাপৰ ওপৰতে বহি কৈছিলা, 'ককাইদেও, মই কৰবাৰ ৰজাৰ ল'ৰাকহে বিয়া কৰাম, তোমাক নকৰোঁ।' ।

আৰতি ঃ ( কাপোৰৰ আগেৰে মুখ ঢাকে) ও, মনত পৰে।

ভানু ঃ সেইদিনা সঁচাকৈয়ে মোৰ ল'ৰা মনটো ইমান গধুৰ লাগিছিল। তেতিয়া মনতে ভাব হৈছিল, বিয়াইহে যেন এক মাত্র সত্য বস্তু, এক মাত্র সত্য সম্বন্ধ, কিন্তু আজি

আৰতি ঃ বিশেষ কিবা পৰিবৰ্ত্তন হোৱা যেন লাগেনেকি ?

[ এনেতে সমুখত দূৰত কোনোবা নাৱৰীয়াৰ বিহু-নামৰ ছেও শুনা গ'ল "ই ঐ- "। দুয়ো নীৰৱ হয়। এনেতে নাও মৰা শব্দ আৰু বন-গীত স্পষ্ট হৈ উঠে--

কি চাইছ ভেলেঙী ডিঙি মেলি মেলি

ৰঙতে মগনা হ'ই ?

ওচৰৰ জোপাতে শতুৰু আছেহি

হাতত ধেনু-কাঁড়ে ল'ই।

আৰতি থিয় হৈ সমুখৰ মঞ্চৰ দাঁতিৰ পৰা তললৈ চায়। অকৌ গীত শুনা যায়।

"প্ৰথমৰ পিৰীতি আজলি-কাজলি

প্ৰেমতে মজি গলে মন।

পেটৰ ভাতে-পানী নেলাগে লাহৰী

সদায় মোৰ তোমালৈ মন।"— "ই—ঐ"—

আৰতি ঘূৰি আহি চাইকেলৰ কাষত থিয় হয়। চাইকেল-খন হাতেৰে লিৰিকি-বিদাৰি কয়, ]

আৰতি ঃ কেনে সহজ চহা-জীৱনটো ! সবল হিয়াৰপৰা ওলোৱা এই নামবোৰ কেনে মধুৰ। ( নীৰৱ )

ভানু ঃ প্ৰণৱটোৰ আজি এই পোন্ধৰ দিন মান একো খবৰকে পোৱা নাই। সি দেশৰ কামত ইমানকৈ গা ঢালি দিছে, দেখিলে আচৰিত হ'ব লাগে। সিদিনা চিঠিখনত লিখিছে— অনেক সময়ত খাবলৈও পাহৰে, শুবলৈও পাহৰে, ঘূৰিছে আৰু ঘূৰিছে। অ'ত ৰায়ত সভা, ত'ত সমাজ-সম্মিলন, এইপিনে স্কুল পাতা, সেইপিনে চৰকাৰী তাঁতৰ শাল বিলোৱা। এই ডেৰ মাহ সি নিজকে পাহৰি পেলাইছে। লিখিছে আকৌ বোলে এই "কৰ্ম্ম-উন্মাদনাই মোৰ জীৱনৰ ব্ৰত হওক, কেতিয়াবা যেন সহায় বিচাৰি, ভানু, তোমাৰ ওচৰত বঞ্চিত নহওঁ।'

আৰতি ঃ কুবিতা লিখা আৰু আৰ্টিষ্ট হৈ মূৰ গুজি লেখনী চলোৱা মানুহজনেই ইমান কৰ্ম্মৰ আস্ফালন সহা বৰ আচৰিত লাগে।

ভানু ঃ কিয়, খবৰ কাগজত প্ৰণৱৰ প্ৰশংস দেখোন ওলাবই লাগিছে। চ'খাদিনাৰ কাগজত হবপায়, তাৰ ছবিও ওলাই গৈছে।

আৰতি ঃ মইতো সেই কথা অবিশ্বাস কৰিব খোজা নাই। কিন্তু মানুহৰ কিবা এটা ধাৰণা আছে ঠিক আৰ্টিষ্টৰ ভাতৰ চৰুৰ তলত সদায় জুই নজ্বলে মাকে বুঢ়া হৈও কেৰেনা কুটে, ল'ৰা-ছোৱালীয়ে ফটা-চিটা কাপোৰেৰে আধা-পেটীকৈ থাকে, তিৰুতাই গাৰুত মূৰ গুজি কান্দে আৰ্টিষ্টে সিবোৰলৈ কাণ কৰাতকৈ জেপৰ পাইটো-পইছাটোৰে ৰং কিনাই মঙ্গল বুলি বিবেচনা কৰে।

ভানু ঃ প্ৰণৱ জেনে ঠিক আৰ্টিষ্ট নহয়?

আৰতি ঃ সেইটোও মই ঠিক কোৱা নাই। আৰ্টিষ্টৰ সুৰুচি-সম্পন্ন, নিমজ্জ হিয়াখনিতে যদি এবাৰ দেশৰ এমুঠি নোহোৰাসকললৈ চকু মেলি চাবলৈ পায়, তাতকৈ আৰু করুণ, তাতকৈ আৰু আশাপ্ৰদ দৃশ্য জগতত সদায় বিৰল হ'ব। তুৰৰাবো বোধ হয় সেয়ে হৈছে। সেই এদিন মাত্ৰ মানুহজন দেখা পালো,

হুআষাৰ কথা ভয়ে ভয়ে পাতিলো। কিন্তু তথাপিও যেন প্ৰাণে দেখা পালে—অদম্য উছাহৰ কমনীয় মুখখনিৰ আঁৰে আঁৰে বাজি থকা করুণাৰ আত্ৰ নিমজ্জ হিয়াখনি।

ভানু ঃ তুমি যে ইমান সহজে মানুহ চিনি পোলোৱা, আচৰিত।

আৱতি ঃ সেইকণো ৰমণীৰ প্ৰতি ভগৱানৰ দয়া। বাক, ককাইদেও, হুৰবা যদি আপোনাৰ ওচৰলৈ এই কেইদিনতে আহে, মই যেন লগ নোপোৱাকৈ নাথাকোঁ।

ভানু ঃ নিশ্চয়; কিন্তু, তোমাৰ এই আধুনিক ৰুচিৰ প্ৰসাধন, সাজ-সজ্জা আটি'ষ্ট প্ৰণবৰ বা দেশপ্ৰেমিক হুৰবাৰ ৰুচি-সঙ্গত

আৱতি ঃ ককাইদেউ! [ খঙৰ চকুৰে, অভিমানেৰে ভানুলৈ চায়। ভানুৱে হ-হ-কৈ হাঁহে। আৱতিৰ প্ৰস্থান। পট পৰে। ]

## দ্বিতীয় অঙ্ক

### দ্বিতীয় দৃশ্য

কৃষ্ণকমল বৰুৱাৰ ড্ৰইংৰুম। আগৰ দৰেই সজোৱা আছে। সৰু এখন মেজত কিছুমান কাগজ-পত্ৰ আৰু হাতত নিজৰি কাপ লৈ কৃষ্ণকমল বৰুৱা। কৰবালৈ যাবলৈ সাজ-পাৰ কৰি থকা যেন লাগে। লাখুটিডালো কাষতে চকিত আউজি আছে। ওচৰতে বহি ধৰ্ম্মকিঙ্কৰ। ধৰ্ম্মকিঙ্কৰৰ হাতত কেইখনমান অসমীয়া বাতৰি কাকত। গুৰ্ গুৰিৰ নলিচাত চুটি চুটি কেইটামান হোপা মাৰি বৰুৱাই কথা আৰম্ভ কৰে।

বৰুৱা ঃ মই নোৱাৰিম, মই নোৱাৰিম, ধৰ্ম্মকিঙ্কৰ। চোৰাঁ, তুমি ভাবি চোৱাঁ, সিহঁতৰ মাজত কি মিলা-প্ৰীতি।

ধৰ্ম্ম ঃ মই সেইটো বুজিছো, খুড়াদেও। সিহঁতৰ সেই মিলা-প্ৰীতি দেখিয়েইতো মই সকলো কথা ভাবি চাবলৈ সকাহ পাইছো।

বৰুৱা ঃ আৰু ধৰ্ম্মকিঙ্কৰ, চোৱাঁচোন ল'ৰাটি কেনে সৰল। তাৰ মুখখনি যেনে শুৱনী, মাতটি যেনে মিঠা লগা, হিয়াখনো তেনে তাৰ কোমল।

ধৰ্ম্ম ঃ খুড়াদেও, বাহিৰত সেইখিনি গুণৰ বহণ নহলেতো, নিজৰ অভিসন্ধি সিদ্ধি কৰিব নোৱাৰে।

বৰুৱা ঃ আঃ ধৰ্ম্মকিঙ্কৰ, তুমি কি কথাবোৰ মোৰ মনত সুমুৱাই দিবলৈ আহিছা? মই জানো, প্ৰণৱ নিতান্ত সাধু ল'ৰা। নহলে মোৰ সৰুমইনাৰ লগত তাৰ ইমান ঘনিষ্ঠতা হব কেনেকৈ? প্ৰণৱৰ মনত নীচ হীন ভাব থাকিব নোৱাৰে মই বেচ বুজো। নহলে কেনেকৈ সৰুমইনাৰ মনত সোমাব?

ধৰ্ম্ম ঃ অৱশ্যে, আপুনি বুজাৰ ওপৰত একো হকা-বধা কৰিবলৈ মই যোৱা নাই। আপুনি গুণে-গানে মোতকৈ শতগুণে শ্ৰেয়ঃ। কিন্তু আপোনাৰ নিমখ খাই আছো বুলিহে, আৰু সৰুমইনাৰ ভৱিষ্যৎ উজ্জ্বল হলে সুখী হম বুলিহে,

এই কেইটা আষাৰ কথা আপোনাৰ আগত কৈছো। আপুনি ভাবি চালে গম পাব, আৰ্ট চাৰ্ট এইবোৰ ডেকা ল'ৰাৰ দুদিনীয়া ফাজ্‌ল্যামি। দুদিনৰ পিছত আকৌ সেইবোৰ হবগৈ ফুটুকাৰ ফেনসোপা। ৰূপৰ চকলাৰ ঘূৰণীয়া চকৰি নহলে, সংসাৰৰ ৰথ-চক্র নুঘূৰে। আৰ্টৰ নামত, দেশৰ নামত সেই ৰূপৰ চকলা বিচৰাই কিছুমান মানুহৰ কাম। আৰ্ট গাই, চাহিত্য গাই আপোনাৰ ল'ৰাৰ লগত বন্ধুত্ব কৰিব; পিছত আকৌ সেই বন্ধুৱেই ল'ৰাৰ ধ্বংস মাতি আনিব।

বৰুৱা: তুমি কথাবোৰ অতি ঠেক সীমাৰ মাজলৈ আনি ভাবিছা। মোৰ সৰু মইনাই সেইবোৰ বুজে। তাক মই চিন্তাৰ স্বাধীনতা দিয়া নিতান্ত যুগুত। দেখিছাই নহয়, প্রণৱৰ বুজনিতে এতিয়া আৰু সৰু মইনাই বিলাতলৈ যোৱাৰ কথাত নাই-নুই নকৰা হৈছে।

ধৰ্ম্ম: সি অৱশ্যে হয়। কিন্তু মোৰ বিবেচনাই যিটো ধৰিছিল, তাকেহে আপোনাৰ আগত ভেটিছিলো। আপুনি মোৰ কথা সজ বুলি বিবেচনা নকৰিলে, মোৰ আৰু ক'বলৈ একো নাই।

বৰুৱা: আঃ ধৰ্মকিঙ্কৰ, তুমি আৰু 'বিবেচনা' 'বিবেচনা' কৰি মোৰ কাণ ঘোলা নকৰিবা।

ধৰ্ম্ম: এই কেইদিনৰ কাগজত দেখিছেই 'ছছিয়েলিষ্ট' প্রণৱ দুৱৰাৰ কীৰ্ত্তি-কলাপৰ কাহিনী।

বৰুৱা: প্রণৱৰ কাৰ্য্য দেখি মই ৰং পাইছো।

ধৰ্ম্ম: নিতান্ত ৰং পাবৰে কথা। (হাতৰ কাগজ এখন মেলি) এয়া শুনক, প্রণৱ দুৱৰাই আপোনাৰ মাটি খোৱা লোকসকলৰ মাজত কি বক্তৃতা জাৰিছে— "দুখীয়া ৰায়তৰ অৰ্থ শোষণ-কাৰী, দয়া-মমা নোহোৱা, এই ধনিক দলৰ মিছা অহঙ্কাৰ চূৰ্ণ কৰিবই লাগিব। কছিয়াকে প্রমুখ্য কৰি, সকলো দেশেই

সমাজৰ সকলো অনৰ্থৰ মূল, এৰিষ্টক্ৰেট্ বা আমোলা-তন্ত্ৰী সকলৰ বিৰুদ্ধে সজাগ হৈ উঠিছে ; দুৰ্ভিক্ষ-পীড়িত সকলে নতুন প্ৰাণ বুকুত বান্ধি নাচি উঠিছে। এমুঠি অন্নৰ কাৰণে লোকৰ ভৰিত এখন হাত পাতি, আন হাতে চকু-পানী টুকি আমাৰ আৰু কিমান দিন যাব লাগিব ? আৰু কিমান দিন ??”

বৰুৱা : প্ৰণবৰ কি সুন্দৰ কথাৰ ছেও, কেনে প্ৰাণ-স্পৰ্শী ভাব!

ধৰ্ম : আপোনাক আৰু মোৰ বুজাবৰ শক্তি নহব। ইমান সবল, ইমান স্পষ্টভাবে শত্ৰুৱে কৈ দিছে আগন্তুক ধ্বংসৰ বতৰা— অথচ এনে অবুজ ল'বাৰ দৰে—

বৰুৱা :— আঃ আঃ, মই বুঢ়া হ'লো, মই বুঢ়া হৈছো সেই বুলিতো বোধ-শক্তি লোপ পোৱা নাই।

[ এনেতে এটা সাধাৰণ ফ্ৰক্ পিন্ধি মিনতি আহি বৰুৱাৰ কাষতে বহি আচৰিত হোৱাৰ দৰে ধৰ্মকিঙ্কৰ আৰু বৰুৱাৰ তৰ্ক শুনি থাকে। ]

ধৰ্ম : অথচ বৰ্তমান সময়ৰ পৰিস্থিতিটো বুজি নোপোৱা—

বৰুৱা : মনে মনে থাকা, ধৰ্মকিঙ্কৰ প্ৰণবে যদি যুঁজে ; মোৰ বিৰুদ্ধে নহয়— 'দয়াহীন অনৰ্থক-শোষণকাৰীৰ বিৰুদ্ধেহে। বাৰু, সেইকথা এতিয়া বাদ দিয়া। মট্‌চ ফেক্টৰী সম্বন্ধীয় সকলো কাগজ পত্ৰ বিচাৰ কৰি দিয়া। বৰমইনা যদি সাৰে আছে মতোৱা। (গুৰ্‌গুৰিৰ ধপাত নুমুৱা দেখি) মনচোকা, মনচোকা।

ধৰ্ম : ( মেজৰ কাগজ-পত্ৰবোৰ লুটিয়াই-বগৰাই ) খুড়াদেও ; বৰবোপা এতিয়াও দুৰ্বল, ছিচাপ-পত্ৰ লৈ মূৰ ঘমাবলৈ দি-য়া-টো— ( মূৰ খজুৱায় )।

বৰুৱা : ( মিনতি ) আই, মনচোকাক মাতি আনগৈ চোন (ধৰ্মক) বাৰু নালাগে, বৰমইনাক কাগজবোৰকে থান-থিত লগাই দিয়া।

( মিনতি বাহিৰলৈ যাবলৈ থিয় হয়, এনেতে মনচোকাই এটা

চিলিমত ধপাত লগাই আনি আগবঢ়াই সলাই দিয়েহি। চোকাখনত মিনতি আকৌ বহে আৰু পিছৰ কথাপতা শুনি শুনি টোপনি যায়।]

মনচোকা : দেউতানো এতিয়া কোনফালে যাব ?

বকৰা : দিয়াছলাই ফেক্টৰিৰ শ্বেয়াৰ-হল্ডাৰৰ মিটিং। যাচোন ড্ৰাইভাৰক গাড়ীখন উলিয়াবলৈ কওগৈ।

মনচোকা : হয় দেউতা, সোণময়না দেউতাই ড্ৰাইভাৰক কৈছে—আজি হালদাৰৰ মিটিংলৈ ওলাবলৈ। ময়ো কওঁগৈ যাও। (ওলাই যায়।)

ধৰ্ম্ম : কেইখনমান কাগজ দেখোন আছেই নে নাইকে গম পোৱা নাই। বৰবোপাৰ অসুখ হৈয়ে গোটেইখন হিবি-জিবি হৈ পৰিছে।

[অলপ নীৰৱ। বকৰা গুৰগুৰিৰে ব্যস্ত। শেহত জেপৰ ঘড়ী উলিয়াই চাই।]

বকৰা : আৰু আধা ঘণ্টাই নাই। কি কি কাগজ পোৱা নাইনো ?

ধৰ্ম্ম : সদ্যহতে (মুখত আঙুলি দি) এই কেইখন কাগজকে লৈ যাওক। শ্বেয়াৰৰ দাম দিয়া ৰছিদ কাউণ্টাৰ ফাইল নিশ্চয় মেনেজাৰৰ হাততে পাব

বকৰা : নাই, নাই, সেইবোৰ নিনিয়াকৈ গলে—নহ'ব। চাওঁ, চাওঁ কি হ'ল, ক'লৈ যাব ?

(মেজৰ কাগজবোৰ খিয়হৈ খচং মচংকৈ চায়।)

ধৰ্ম্ম : এতিয়া আৰু তাৰ বাবে হুৱামুৱা কৰি লাভ নাই। যদি ইতিমধ্যে মই পাওঁ, আপোনালৈ পঠাই দিম।

(কাগজৰ ফাইল এটা আগবঢ়াই দিয়ে। বকৰাই ফাইলটো লৈ ওলাই যাব খোজে।)

বকৰা : একো বস্তুৰ শৃঙ্খল নাই—গোটেই হুল-স্থুল। (মুখি) হ' লাখুটিভাল! মই কাৰবাৰ মুখাই পঠাম—যেনে-তেনে, যেনে তেনে বিচাৰি দিবা।

[ ধৰ্মই লাখুটিডাল বকুৱাৰ হাতত দিয়ে। লৰালৰিকৈ বকুৱা ওলাই যায়। পিছে পিছে কিবা তৃপ্তিৰ হাঁহিৰে ধৰ্মকিঙ্কৰ। ]

আঁৰ কাপোৰ পৰে। আকৌ উঠে। কোঠাটো একেদৰেই আছে। মনচোকাই এটা ডাঙৰ লেম্প্ ষ্টেণ্ড এডালৰ ওপৰত থৈ আছে। তাৰ মুখত গুণ-গুণনি। ভানু সোমাই আহে। তাৰ গাত দীঘল পাঞ্জাবী, আঁটি পিন্ধা ধুতি, দোৰোল মেলি লোৱা কাপোৰ আৰু মূৰত এটা 'বাবু টুপি'— দৰাৰ সাজ বুলিলেও ভুল নহব। হাতত এখন ধুনীয়াকৈ বন্ধোৱা কবিতাৰ পুথি ; তাৰ মাজতে ওলাই আছে এখন ফলা দীঘলীয়া খামেৰে চিঠি। সি নাট্য-ভঙ্গী দি মুখস্থ কৰিবৰ চেষ্টাৰে কবিতা আওৰাই আহে।

ভানু : যদিহে গাইছ বদন ফুকনে কেনেকৈ আনিলে মান,
কেনেকৈ মৰাণে অসম ধ্বংসিলে যদিহে গাইছ গান, ”
( মিনতিক লক্ষ কৰি ) শুন মিনি, শুন—
“মণিৰাম পিয়ালিৰ মৰণ বাতৰি যদি তোৰ বীণে গায়—
মানা কৰ তাক ব'ৰাগী ককাই ঐ। শোক মোৰ উথলায়।”

( অলপ পৰ থৰ লাগি ৰৈ, মিনিলৈ চাই ) বাৰু মিনি, তই টোপনিৰ ভাও জুৰিছ। তই কি বুজিবি কবিতাৰ করুণ সুৰ ? বাৰু শুন, এইবাৰ সাম্যবাদী কবিৰ রুদ্র তান—

“আঙুলি বুলাব জনা হলে মই পেলালোঁহেঁতেন টানি,
হিমালয়-চূড়া বুৰালোঁহেঁতেন উছালি কলীয়া পানী।
আকাশৰ তৰা নমালোঁহেঁতেন থপিয়াই লাখে লাখে,
জোন-বেলি-গ্ৰহ পেলালোঁহেঁতেন দলিয়াই জাকে জাকে।”—

তোৰ ভয় লগা নাইনে—ভয় লগা নাইনে—হিমালয়ৰ শিল আৰু বৰফ, সাগৰৰ নীল পানী, আকাশৰ তৰা-জোন, গ্ৰহ-নক্ষত্ৰ কি বিৰাট বীভৎসৰ সৃষ্টি কৰিব খুজিছে আগৰৱালা কবিয়ে। বেজবৰুৱাৰ চকু-পানী টোপা তাতে নাইকিয়া হৈ পৰা নাইনে ?

বাৰু মিনি, প্ৰণৱ আহিব, মই ঠিক এইদৰে কবিতাৰ আবৃত্তি কৰি থাকিম, সি আহি চক্ খাই যাবহি—মই তাতকৈও একাচি চৰা হলো বুজি।

(সি অকলে হাঁহি এটা মাৰে। মিনতিৰ কাষলৈ গৈ, ওচৰতে বহি বুঢ়া-মানুহৰ মাতেৰে কয়, )

মি-ন-তি, মি-ন-তি, অ আই মিনতি ঈ। আৰে, তই দেখোন আজি বৰ গহীন হৈ গলি এক। বৰ দুষ্ট ছোৱালী তই। যা তোৰ লগত নেখেলো।

( সি মিনতিৰ ফালে পিঠি দি চফাত ভৰি তুলি বহে—মুখ ওফোন্দাই মাজে মাজে মিনতিলৈ কেৰাহিকৈ চাই। আকৌ ঘূৰি তাইৰ গাত ধৰি, )

এ, এইজনী তেনেই টোপনি গল। হেৰ, হেৰ উঠ। এই ফুট গধূলিতে বাৰু তই—হেৰ—ভাল ছোৱালীজনী হলি।

[ তাইক জোকাৰি জোকাৰি দাংকোলা কৰি লব খোজোঁতেই তাই এঙামুৰি দি সাৰ পাই উঠে—'ওহ্-ওহ্-আহ্-আহ্' কৈ মাটিত থিয় হয়। ]

তই অকলে অকলে ইয়াত টোপনি গৈছিলি কেলেই?

মিনতি ঃ ( চকু মোহাৰি ) দেউতা, দেউতা আছিল নহয় ইয়াতে বহি।

ভানু ঃ হেৰ, কি স্বপ্ন দেখিছ? যা মুখখন ধুই আহগৈ। এতিয়া প্ৰণৱদা আহিব নহয়।

মিনতি ঃ প্ৰণৱদা? প্ৰণৱদা---প্ৰণৱদা---প্ৰণৱদা আহিব- ।

( তাই নাচি নাচি গুচি গল। )

[ এটা হাঁহি মাৰি মুখেৰে সুহুৰি বজাই বজাই ভানু ডাঙৰ আৰ্চীখনৰ আগত থিয় হল আৰু গাৰ সাজ-কাপোৰৰ ইটো-সিটো গঢ় লগাই এখন চকীত গহীনাই বহি আকৌ কিতাপখন কোঁচত লৈ মেলি ললে। বাহিৰত বতাহ আৰু বৰষুণ আৰম্ভ হল। কঁপি উঠা পৰ্দাৰে খিৰিকিয়েদি পানীপাছৰ পৰা ধাৰেৰে পানী বাগৰা

দেখা যায়। ভানু লাহে লাহে উঠি অৰ্গেনৰ চকিখনত বহি চাবিবোৰত এনেয়ে হাত বুলাবলৈ লাগিল। এবাৰ চাবিবোৰৰ ওপৰত কিলাকুটি ৰাখি দুই-হাতত থুটৰিটো ভেজা দি ৰাখি গালে— ]

O wild west wind,
Oh, lift me as a wave, a leaf, a cloud !
Make me thy lyre

[ আকৌ অৰ্গেনৰ চাবিত আঙুলি বুলায়। এনেতে নতুন ফ্ৰক এটা পিন্ধি হাতত এখন ফণি আৰু এডাল ৰঙা ফিটা লৈ মিনতি সোমাই আহে আৰু মনে মনে ভানুৰ পাছ ফালে থিয় হৈ তাৰ টুপিটো থাপ মাৰি লৈ জপিয়াই জপিয়াই চোফাত বহেগৈ আৰু 'হে-হে' কৈ হাঁহে।

ভানু ঃ (থিয় হৈ) আঃ মিনি, তই পণ্ড কৰি দিলি দে।

মিনতি ঃ মোৰ চুলি ফণিয়াই ফিটা মাৰি দিলেহে টুপি দিম।

ভানু ঃ (তাইৰ কাষত বহি) মোৰ বাৰু আগতে চুলি ফণিয়াই টুপিটো পিন্ধাই দে।

মিনতি ঃ বাৰু। (ভাই ভানুৰ গাত ধৰি চোফাত আঠু কাঢ়ি তাৰ চুলি আঁচোৰে) সৰুদাদা, এটা কথা নহয়।

ভানু ঃ কি ?

মিনতি ঃ (টুপিটো মূৰত খুবাই দি) আজিনো তোমাৰ ক'ৰ কইনাজনী আহিব ?

ভানু ঃ কিয়, প্ৰণৱদা! (তাইক আগলৈ আনি তাইৰ হাতৰ পৰা ফণিখন লৈ চুলি আঁচোৰে।) প্ৰণৱ বেয়া হব জানো ?

মিনতি ঃ কেলেই বেয়া হব ? পিছে মতা মানুহ নহয়।

ভানু ঃ পিছে কি হল ? (ফিটা গছ মূৰত বান্ধি দিয়ে।)

মিনতি ঃ ইঃ, নালাগে যোৱা আমাক।

ভানু ঃ তোক নালাগে, কি হল ? মোক লাগিব নহয়, এতিয়া আহিবইযে।

মিনতি  বৰষুণ দিছে, বতাহো মাৰিছে। প্ৰণৱদা তিতিব নহয়।

ভানু ঃ  বৰষুণ -'ঝড়- ঝড়েৰ ৰাতে তোমাৰ অভিসাৰ, পৰাণ-প্ৰিয় বন্ধু হে আমাৰ।'

[আৱতিৰ প্ৰবেশ। হঁাহি হঁাহি তাই মিনতিৰ কাষতে বহে।]

আৱতি ঃ কাৰ অভিসাৰ, ককাইদেও?

ভানু ঃ  কিয়,—( আৱতিৰ গালৈ আঙুলিয়ায়। )

আৱতি  মিনি, কেনিবা ফুৰিবলৈ যাব খুজিছানেকি?—সাজি-পাৰি আছা দেখোন?

মিনতি ঃ আজি প্ৰণৱদা আহিব নহয়। এই মনচোকা কাইৰ ওচৰলৈ যাওঁ বাৰু দেই। ( লৰি প্ৰস্থান। )

ভানু ঃ  বুজিছা আৱতি, এটা কবিতা মনত পৰিছে। ঠিক এনেকুৱাই বতাহ-বৰষুণ হোৱা ৰাতি। এজন ঘৰৰ ভিতৰত আন্ধাৰ পিচনাত শুই আছে। এনেতে দুৱাৰ মেলি তেওঁৰ প্ৰণয়িনী সামাই আহিল, কাষতে বহিল। সি তাইৰ চুলি কোঁচা দীঘলাই টানি, ডিঙিত মেৰিয়াই বেচেৰীক টিপা দি মাৰি পেলালে।

আৱতি ঃ সেই ফেৰা কাম আপুনি কৰিবলৈ যোৱা নাইতো?

ভানু ঃ  শুনা, তাৰ যুক্তি কি -সেই মুহূৰ্ত্তটোত তাৰ প্ৰণয়িনী এক মাত্ৰ তাৰ ভাবতে মগ্ন আৰু আন সকলো অপবিত্ৰ সম্বন্ধৰ আঁতৰত। তেনে মুহূৰ্ত্তত মৰিলে তাই নিশ্চয় স্বৰ্গ পাব।

আৱতি ঃ অপবিত্ৰ সম্বন্ধ—

ভানু ঃ  অ, সেয়েতো আধুনিক নাৰীৰ এটা 'হবি'।

আৱতি ঃ ককাইদেও, সেই কথাৰ মই প্ৰতিবাদ কৰিছোঁ।

ভানু ঃ  তুমি তেনে সেই আধুনিক নিয়মৰ এটা exception, and exception proves the rule.

আৱতি ঃ মিছা তৰ্ক তৰি নলব। তিৰোতাক পুৰুষৰ অলঙ্কাৰ মাত্ৰ বুলি ভবাটো, সত্যকলীয়া বিশ্বাস। আধুনিক নাৰীয়ে তাকহে

আঁতৰাব খোজে। সেই নীতিয়েই নাৰী-জাগৰণ, স্ত্ৰী-স্বাধীনতাৰ যুঁ,জৰ মূল।—বাৰু, ককাইদেও, প্ৰণৱ ছুৱৰা আজি অহাৰ কথানেকি?

ভানু ঃ অহাৰ কথা আছিলতো, কিন্তু বতৰৰ গতি দেখিছাইই। অৱশ্যে প্ৰণৱে আজি-কালি বতৰৰ প্ৰতিবাদলৈ বৰ ভয় নকৰে।

আৰতি ঃ মানুহজন চাগৈ ইমান কষ্টত শুকাই-খীণাই গৈছে।

ভানু ঃ আজি এখন তাৰ চিঠি পালো কোনোবা এটা কেম্পৰ-পৰা ডাকত পঠাইছে। লিখিছে, কোনোবা ছুখন গাৱঁৰ দোমোজাত এটা ঘৰ সাজি, তাতে গাওঁ-সংগঠনৰ কেন্দ্ৰ পাতিব খুজিছে। অশিক্ষিত মানুহৰ কাৰণে কিছুমান ক-খ কিতাপ আৰু ছুই-এখন অসমীয়া বাতৰি কাগজ, স্বাস্থ্য আৰু ধৰ্ম সম্বন্ধীয় কিছুমান কিতাপ কিনি এটা library কৰাও হেনো নিতান্ত আৱশ্যকীয়। কিন্তু এই সকলোবোৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে যথেষ্ট অৰ্থৰ আৱশ্যক। এই বিষয়ে কি কৰিব পৰা যায়, মোক ভাবি চাবলৈ কৈছে।

[এনতে অন্যমনস্কভাৱে বন-গীত গাই-গাই মনচোকা সোমাই আহে। কিন্তু ভানু-আৰতিক দেখি লাজ কৰি বাহিৰলৈ যাব খোজে।]

মনচোকা ঃ "চাপৰি চাপৰি তুলি যাওঁ বাবৰি
পুৰণি কলীয়া কচু—।
যাকে চাওঁ বোলোঁ।"—

[ভানু আৰু আৰতিয়ে হাঁহে।]

ভানু ঃ কাই, আজি বৰ বিহু লাগিছে যেন পাইছো।

মনচোকা ঃ কি বিহু লাগিব মইনা দেউতা, এনেয়ে সেই বৰষুণ দিয়া দেখিহে দেখোন কি জানো মনটো উঠিছে!' বৰষুণত দেখোন এনেয়ে কিবাবোৰ মুখৰপৰাও বৰষুণ ~~[illegible]~~ পৰে।

ভানু ঃ নামঘাৰ আধা গোৱা হৈ ৰ'ল। পুৰাকৈ গাই পেলাচোন।

মনচোকা ঃ কিনো গাম আৰু মইনা ! সেইদিন আৰু আমাৰ নাই নহয় ।

আৱৰ্তি ঃ এদিন আছিলে চাগৈ ?

মনচোকা ঃ এ আইদেউ—ভাল ধেমালিখন কৰে—আমিও আৰু একে-নাৰেই কুকুৰধূলি জীৱ নহয়নে আইদেউ !

আৱৰ্ত্তি ঃ ইঃ সেই বুলি আৰু ৰং-ধেমালি, গীত-মাত তোমাৰ বাবে বেয়া বস্তু হলনে ?

মনচোকা ঃ আইদেও, হওঁতে চেমনীয়া কালত বাঘ-তেল এচপৰা গাত বাৰুকৈয়ে নলগাকৈ নাছিল । নহলেনো এইদৰে ডঙুৰা হৈয়ে জীৱনটো নগ'লহেঁতেন ।

ভানু ঃ মনচোকা কাইৰ জীৱনটোত কিবা এফেৰা ৰসাল ৰস আছিল হব পায় ।

মনচোকা ঃ সৰু মইনা দেউতা ! চাৰি আঙুল কপালত বিধতাই নেলেখিলেনো বাৰু, কুঁহিয়াৰৰ ৰহফেৰা এইদৰে ৰহি নহৈ গেলি ভসম হবলৈ পায়নে ?

ভানু ঃ মনচোকা কাই এজন দাৰুণ প্ৰেমিক, পিছে বোধকৰোঁ বিফলমনোৰথ ।

মনচোকা ঃ আমিনো বাৰু পেম-চেম কি বুজি পাওঁ সোণমইনা দেউতা ? আপোনালোকৰ—( লাজ কৰি ৰয় ) ।

আৱৰ্তি ঃ তুমি বিয়া নকৰালা কিয় ?

মনচোকা ঃ কিনো কম আই ! সি বিধতাই দিলেও তিৰুতাই নিদিয়া কথা ।

ভানু ঃ ক চোন ক । ইমান ৰসৰ কোঁহটো তই ইমান দিনে শুকাই-খীণাই ক'ত লুকাই আছিলি ?

মনচোকা ঃ শুনক বাৰু থোৰতে কৈ থওঁ । তাইৰ মান ৰাংচালী, ৰূপহী আমাৰ সব্ গাওঁখনতে নাছিল । তাৰ বাবেই আকৌ তাইৰ গহ, স্মাৰ ওচৰত আকৌ নহয দেই । তাইৰ চেনেহৰ চাৱনি কেইটা আৰু থুৰিওৱা তামোল কেটুখনৰ কথা মনত

পৰিলে এতিয়াও গাটো ৰাঁই-জাঁই কৰে। বিহুৱে সক্-ৰাতিয়ে তাইৰ হাতৰ ফুলাম গামোচাখন নহলে নাচোঁতে মোৰ কঁকালত পাককে নাহিছিল।

ভানু ঃ তাৰ পিছত ?

মনচোকা ঃ তাৰ পিছত কণা বিধতাই যি কৰিব খুজিছিল সেয়ে হল। এদিনা শুনিলো, সিপাৰৰ গাৱঁৰ মনধনৰ লগত মোৰ ৰংদৈৰ বিয়া।

ভানু ঃ তোৰ লগতনো নহল কিয় ?

মনচোকা ঃ মই হলো খুটি ভাত খাব নোৱৰাৰ ল'ৰা, মনধন হল চহকী।

আৰতি ঃ পিছে ?

মনচোকা ঃ এদিনা গধূলি পানী অনা ঘাটত ৰংদৈক লগ ধৰি মোৰ কঁলিজাৰ কলা ঘা সামৰি 'ৰংদৈ, তই সুখী হবি, তই বিয়া কৰ, মই তাতেহে ৰং পাম।' কথাষাৰ শুনি তাইৰ চকু-পানীয়ে কলহৰ পানীয়ে একাকাৰ হল। দুদিনৰ পিছত বিয়া হৈ গল। তিৰী মানুহ, দুদিনীয়া চেনেহ এৰি যাৰে তাৰে লগত সুখী হব পাৰে। ময়ো মোৰ গাৱঁৰ তপত-খোলা এৰি, দেউতাক বোপাই বুলি, আইদেওকে আই বুলি এইখন ঘৰতে কুকুৰধূলি জীৱনটো খেদালো। মইনাৰ মাকো অতি দয়ালু আছিল। ইমান চেনেহেৰে ৰাখিছিল, মোৰ হিয়াৰ জুইকুৰা আপোনা-আপুনি শাঁত পৰি আছিল। বাৰু, মই এতিয়া চাহটোপাকে যতাই দিওঁগৈ।

[ সি ওলাই যায়। ]

ভানু ঃ মনচোকাৰ বুঢ়া হাৰৰ মাজতো যে ইমান 'ৰোমাঞ্চ' সোমাই আছিল !

[ আৰতিয়ে ভিতৰলৈ চায়। প্ৰভাস লাহে লাহে সোমাই আহেঃ সি এতিয়াও অতি ক্ষীণ। দাঁৰিবৌৰ ঠহ্ ঠহকৈ ওলাই

আছে। মাত ক্ষীণ। পিছে পিছে মনচোকা।]

ভানু ঃ দাদা, ইয়ালৈ আহিলা দেখোন। (থিয় হৈ প্ৰভাসৰ কালে আগ বাঢ়ে।)

প্ৰভাস ঃ কিমান বহি থাকিম ভিতৰখনতে, তিতা লাগিছে আৰু মোৰ। অৰ্গেনৰ ওচৰলৈ গৈ অৰ্গেনত ভিৰ দি থিয় হয়।]

প্ৰভাস ঃ যমৰ হাতৰপৰা ৰক্ষা পাই আহি জগতখন আকৌ নতুন নতুন লাগিছে। (পিয়ান'ৰ চকিখনতে বহে। হাত এখন লাগি অৰ্গেনৰ শব্দ হয়।) উস্ --উস্ - এই মাতটোত যেন কিবা এক শক্তি আছে, কিবা এক প্ৰাণ দিব পৰা সঞ্জীৱনী শক্তি সোমাই আছে। আৰতি, কেতিয়া আহিলা? প্ৰণৱ অহা নাইনে সোণ মইনা?

ভানু ঃ আজি আহিবৰ কথা আছিল, কিন্তু ক'তা, এই বতাহ-বৰষুণত আৰু ক'ত আহিব?

প্ৰভাস ঃ আজি অকলৈ নতুন জীৱন পোৱাৰ পিছত সঙ্গীতৰ ঢৌ হিয়াৰ ওপৰে এবাৰ বগৰাই চাওঁ তেনে। (চাবিত আঙুলি চলায়)

ভানু ঃ দাদা, দুই-তিনি মাহ মানলৈ ডাক্তৰে গান-বাজনাত হাত দিবলৈ হাক দিছে। আগেয়ে গাটো টঙাই লোৱা, দাদা।

প্ৰভাস ঃ সোণ মইনা, এইযে পিয়াহটো তই কি বুজিবি? সঙ্গীতে মোক প্ৰাণ নিদিলে দিব কিহে? ইচ্ছা হয়—মৃত্যুৰ সময়ত মুখেৰে মাতিব নোৱৰা হলেও যেন কাণত গীতৰ লহৰী বাজি ৰয়।

আৰতি ঃ আপোনাৰ ইচ্ছাত হকা-বধা কৰা উচিত নহয়। কিন্তু ডাক্তৰৰ মানা আছে যেতিয়া—

প্ৰভাস ঃ আৰতি, মহাদেৱৰাক সুধিবা মোৰ লগত সঙ্গীতৰ কেনে সম্বন্ধ: বাদ্য-যন্ত্ৰৰ তন্ত্ৰীৰ লগত মোৰ হিয়াৰ তন্ত্ৰীৰ সমানে সুৰ বান্ধি থৈছো। মাত্ৰ এবাৰ—তইঁতি জনা নাই, সোণ, এই পিয়াহ ইমান দিন কেনেকৈ অন্তৰৰ ভিতৰতে জ্বলি-

পুৰি মৰিব লাগিছে, জনা নাই তুমি আৰতি—মাত্ৰ এবাৰ এই প্ৰাণময় যন্ত্ৰৰ হিয়াৰ তানৰ লগত মোৰ হিয়াৰ করুণ কান্দোন মিলাই চাবলৈ দিয়া—এবাৰ মাথোন—এবাৰ মোৰ হিয়া, মোৰ শৰীৰৰ প্ৰতি মাংসপিণ্ড উত্তাৰূৰু হৈ নাচি উঠিব—এবাৰ মাত্ৰ নাচি উঠক। এবাৰ, এবাৰ।

[প্ৰভাসে চাবিবোৰৰ ওপৰে আঙুলিবোৰ এবাৰ চোচোৰাই, এবাৰ সুৰটো মাত্ৰ বজাই যায়। পিছত দ্বিতীয় অন্তৰা শেষ হোৱাৰ লগে লগে গীত গাবলৈ আৰম্ভ কৰে। লগে লগে তাৰ মুখখন কিবা এক উল্লাসত ফুলি উঠে; সেই উল্লাসৰ নীৰৱ হাঁহি এটা তাৰ গোটেই মুখতে বিয়পি বিৰিঙি উঠে।

আৰতিয়ে পিয়ানোৰ আঁৰ হৈ সেইফালে পিঠি দি আনমনা হৈ দুৱাৰ মুখলৈ চাই থাকে। তাইৰ চকুত প্ৰতীক্ষাৰ ভাব। মুখত বিফল আঁশাৰ ভাব লাহে লাহে ঘন হৈ নীৰৱ উত্তেজনাত প্ৰায় পৰিণত হয়গৈ।

ভানু লাহে লাহে প্ৰভাসৰ পাছ ফালে থিয় হৈ। প্ৰভাসক গান গাবলৈ এৰি দি যেন সি ভুল কৰিছে এনে ভাবে তাৰ মুখৰ বৰণ সলোৱাইছে। গানৰ মাজতে মনচোকা আৰু মিনতি সোমাই আহে। মিনতিয়ে লাহেকৈ প্ৰভাসৰ ওচৰলৈ যায়। ভানুৱে তাইক ওচৰলৈ টানি গালে মূৰে হাত ফুৰাই ওচৰতে ৰাখে। মনচোকাই কি কৰিব লাগে একো নুবুজি দুৱাৰ মুখতে মাটিত বহে। প্ৰভাসে গীত গায়ঃ

শবদ জলধি বেৰি উঠিছে লহৰী।
পদ্মৰে নৌকাতে জ্বলে সুৰৰে কুঁৱৰী।।
বজাইছা বিচিত্ৰবীণা সুৰ-সুৰঙ্গিণী।
পুলকে ঝঙ্কাৰে তন্ত্ৰী চৌভিতি জিনি।।
নাচিছে অপ্সৰী—
নাচিছে কিন্নৰী—
সুৰ-শিহৰণ জাগি কঁপিছে ধৰণী—
হৃদি-বৃন্দাবনে তোলে ধ্বনি-প্ৰতিধ্বনি।।

গান শেষ হোৱাৰ লগে লগে দুই হাতত মুৰ গুজি প্ৰভাস বহি ৰয়। ভানুৱে মিনতিক আঁতৰাই প্ৰভাসৰ পিঠিত এখন হাত থৈ মাতে,]

ভানু ঃ দাদা। [আৰতি আৰু মনচোকা থিয় হৈ অবাক হৈ চাই ৰয়।]

প্ৰভাস ঃ সোণ মইনা।

[প্ৰভাসে দুই বাহু পিছ ফালে মাৰি পঠিয়ায়। ভানুৱে আল-ফুলকৈ তাক সাবট মাৰি ধৰে আৰু লাহে লাহে চোফাখনৰ ফালে লৈ যায়। মনচোকা আৰু মিনতি কাষ চাপি আহে। ভানুৱে ধীৰেৰে চোফাত প্ৰভাসক বহুৱায়।]

ভানু ঃ কাই, বিচনীখন আন বেগতে। (মনচোকা ব্যস্তভাৱে গুলাই যায়।) দাদা, দাদা! (আৰতিয়ে কলৰ বিচনীখন ঘূৰাবলৈ যত্ন কৰি নোবাৰি এখন খবৰ কাগজেৰেই প্ৰভাসৰ মুৰত বিচে।)

প্ৰভাস ঃ পা-নী, পা-নী, সোণমইনা। (ভানুৱে মিনতিৰ চকুলৈ চায়, তাই ভিতৰলৈ লৰ মাৰে।) ইমান তৃপ্তি, ইমান তৃপ্তি, ইমান পিপাসা দূৰ হোৱাৰ পিছত আকৌ পিয়াহ—ডিঙি শুকাই গৈছে—বুকু চম্‌চমাই ধৰিছে। উস্ নাহিল—নাহিল প্ৰণৱ—গান—সঙ্গীত—ইমান উতল-

[পট পৰে।]

# দ্বিতীয় অঙ্ক

## তৃতীয় দৃশ্য

প্ৰণৱৰ ঘৰত প্ৰণৱৰ কোঠা, তাৰ ষ্টুডিও। কেইখনমান আইনাৰে বন্ধা ডাঙৰ-সৰু ছবি। কিছুমান আধৰুৱা পট বেৰত আঁৰা আছে। এখন সাধাৰণ মেজত ফটা কাপোৰ এখন পৰা আছে। তাতে কিছুমান কিতাপ, ৰঙৰ সঁজুলি, দুই এখন আধা আঁকা ছবি বিশৃঙ্খল-ভাৱে পৰি আছে। কিতাপৰ ওপৰতে এটা ভাওনাৰ মুখা। অতি সাধাৰণ বিছনাখনতো সেইদৰে ইটো-সিটো পৰি থাকে। এখন চকিত এটি ৰমণী-মূৰ্ত্তি আধা কৰা অৱস্থাত ৰখা হৈছে। মূৰ্ত্তিটোত এক বিষাদৰ ভাব ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে—চুলিবোৰ আউলি-জাউলি, মুখ ওপৰলৈ তুলি, এখন হাতেৰে মাটিত ভিৰ দি, আন খন হাতেৰে এথোকা লখিমী লৈ, এটা ভৰিৰে মাটিত আঁঠু কাঢ়ি আনটো ভৰি উঠিবলৈ ধৰা অৱস্থাত গাৰ কাপোৰ-কানি খহি গৈছে। বেকগ্ৰাউণ্ড—পৰ্ব্বতৰ শ্যামল বুকুত বেলি উঠা দৃশ্য। তলত ঘাঁহনি আৰু সৰি থকা ফুলবোৰ। চকিখনৰ ওচৰতে এটা সৰু মূঢ়া। কাষতে এটা যঁতৰ নহুৰা ফুৰাই এৰা অৱস্থাত। এখন ঠগিত এখনি পুথি, তাৰ ওপৰতে এযোৰ পুৰণি অলপ ভগা চচ্‌মা। প্ৰণৱৰ কাপোৰ-কানিবোৰ এডাল বাঁহৰ ডাঁৰত ওলোমাই থোৱা আছে।

প্ৰণৱে মাটিতে বহি তাৰ জোতাত বুৰুজ মাৰিছে। মুখেৰে বৰগীত গুণ্‌গুণাই থাকে। মাজে মাজে চকিৰ ছবিখনলৈ কেৰাহিকৈ চায়। এবাৰ গুণ্‌গুণনি বন্ধ কৰি মেজৰপৰা লেখনীডাল লৈ আকৌ গুণ্‌গুণায় আৰু লেখনীৰে অ'ত-ত'ত ৰং দিয়ে। এনেতে ভিতৰৰপৰা মাকে মাতে—"জীউকণ, জীউকণ"। প্ৰণৱে কাণ নকৰি তাৰ কামতে লাগি থাকে। মাকে আকৌ চিঞৰে—"জীউকণ, আহ আকৌ। মই কিমাননো আৰু বহি থাকোঁ। ইয়াতে ?" প্ৰণৱে "গৈছোঁ" বুলি লেখনী এৰি আকৌ জোতা বুৰুজ কৰাত লাগে। এনেতে মাক

সোমাই আঁহে। বয়সত চল্লিশৰ ওপৰ। চুলি ৫
গাত মলিয়ন মুগাৰ ৰিহা-মেখেলা।

প্ৰণৱ ঃ মই গৈছো বৌটি, এই যাওঁ।

মাক ঃ মই আৰু তোৰ জলপান ৰখি কিমান
খক, সেইবোৰ মেকুৰীয়েই খায়নে কেৎ
পানীও চাগৈ তেনেই দলঙৰ শিল
ওচৰতে বহে।) পুথিখনৰ
গোটেই খাওঁ-খাওঁ মূৰ্ত্তি।
কেন্দেলি। ভাল মানুহ
এইখন চেৰেং-বেৰেং। দিনে
শুকাই তেনেই অত্ৰচেলাই হৈছে
আকৌ মেজখনতে মূৰটো পুতি,
আঁকিবি। সেইবোৰেই হল তোৰ
চিন হস! দুখৰ ভাত এমুঠি সুখেৰে
নেলেখিলে!

( পুথিখন মেলে আৰু চচ্‌মাযোৰ কাণত জৰীৰে বান্ধে। )

প্ৰণৱ ঃ বৌটি, দুখীয়াৰ কাৰণে দুখীয়াই নাকান্দিলে আৰুনো কোনে কান্দিব? দৰিদ্ৰ-নাৰায়ণৰ সেৱাইহে জগতৰ আচল ধৰ্ম্ম।

মাক ঃ পিছেনো সেই সোপা ধৰ্ম্ম আৰ্জ্জিবলৈ দেহা নহলে ক'ৰপৰা বেহা হয়, মোৰ বোপাই? এইদৰে ভাত-পানী এৰি মোৰ শোৱন-খাৱনত অনাথিতি কৰিছ। ভাত এগাল আগত লৈ ৰাতি তিনি পৰলৈ তোলৈ খাপ লওঁতে চকুৰ টোপনি কেই ৰাতি চকুত জাহ গৈছে! তইনো অকলশৰীয়া মানুহটোৱে হিয়া জালি ভুকুৰাই কান্দি দেশৰ কি কৰিব পাৰিবি?

প্ৰণৱ ঃ বৌটি, তুমি আৰু কথাবোৰ নুবুজিলে, মোৰ কি উপায়?

মাক ঃ বাৰু মোক এতিয়া বুজাই চেকুৰা ঠাৰি সিজাব নেলাগে।

বোপাই, জলপান মুঠি খাই আহ।

হলে বৰ বিয়ানাম শুনিবৰ মন গৈছে, বৌটি। আজি শুনাব লাগিব একা।

গা, মই কইনা বিচাৰোঁগৈ।

ই বৌটি, বিয়ানামবোৰ শুনিলে নিজৰ বিয়াখনকে মনটো যায়।

ৰতে হাত মোহাৰি (মোহাৰি ওলাই যায়।)

ই।

)

অভ্যন্তৰে পয়োসাৰ।

যত বস্ত্ৰ অলঙ্কাৰ॥

েন্দ্ৰে পঠাই দিলা অলঙ্কাৰ।

মনুষ্যত অপ্ৰচাৰ॥

পাই ভীষ্মক নন্দিনী মহা ৰঙ্গে।

দিব্য আভৰণ আনি চৰাইলন্ত অঙ্গে॥

বিবাহৰ ঠাইক চলি যান্ত দিব্য কাছে।

কন্যা সহস্ৰেকে বেৰি চলে আগে পাছে॥

(এনেতে আলিবাটত মটৰৰ হৰ্ণ শুনা যায়। পদ খন্তেক বন্ধ হৈ আকৌ আৰম্ভ হয়—

"যেহি যেহি অঙ্গত যাহাৰ দৃষ্টি পৰে।

তাকে চাই থাকে আন থানক নলৰে॥"

[আকৌ মটৰৰ হৰ্ণ।]

প্ৰণৱৰ মাক : জীউকণ, সেয়া সেই ভানু মইনা আহিছে হবপায়। আহচোন বেগতে ওলাই চাহি।

[বাহিৰত আৰতিৰ মাত—"জুৰৰা! জুৰৰা আছেনে?"]

প্ৰণৱৰ মাক : জীউকণ, হলনে তোৰ? (ভিতৰলৈ সোমাই যায়)

[প্ৰণৱে জলপানৰ বাটি হাতত লৈ খাই খাই সোমাই আহে।

আন ফালৰপৰা লাহে লাহে আৱৰ্তি সোমাই আহে। ]

প্ৰণৱঃ অ, আপুনি আহিলে দেখোন। আহক, বহক।

[ সি বাটিটো মাটিতে থৈ চকিৰ ছবিখন আঁতৰাব খোজে। ]

আৱৰ্তি : নালাগে, নালাগে, মই ইয়াতে বহিছো।

[ তাই মুঢ়াটো আঁতৰাই লৈ বহে। ]

প্ৰণৱ : অ' বৌটি এয়া কোন আহিছে চোৱা'হিচোন। ( আৱৰ্তিক ) মই মুখ ধুই আহোঁ বাৰু দেই।

আৱৰ্তি : আপোনাক আহুকালহে দিলোঁহি দেখিছো।

প্ৰণৱ : ( হাঁহি-মুখীয়াকৈ ) কোনো কথা নাই, কোনো কথা নাই, কোনো কথা নাই। ( হাঁহি হাঁহি ওলাই যায়। )

প্ৰণৱৰ মাক : ( সোমাই আহি ) আইদেও, তুমিহে আহিছা হবপায় মটৰগাড়ীত ?

আৱৰ্তি : ( থিয় হৈ দুই হাত যুৰি নমস্কাৰ কৰি, ) হয়, আইতা।

প্ৰণৱৰ মাক : বহাঁ, বহাঁ, মোৰ সোণ। ( আৱৰ্তি বহে। )

( প্ৰণৱ সোমাই আহে। )

প্ৰণৱ : চিনি পাইছানে নাই বৌটি ? নগৰৰ যে ফণীধৰ কাকতী উকীল আছে, এখেত তেওঁৰে জেহাওঁৰেকৰ জীয়েক।

মাক : অঁ সেই নগাৰ'লৈ পৰা ছোৱালীটিৰ নে ?

প্ৰণৱ : অ, এতিয়া কলিকতাত পঢ়িছে।

মাক : ইয়ে আই, এইজনী দেখোন মোৰ ঘৰৰে ছোৱালী ; এই ঢুড়ুঙীজনী হ'লহি গাত গাট ঠেকা খালেও চিনি নেপাওঁ।

আৱৰ্তি : মই ককাইদেওকহে চিনি পাওঁ—তাকো অলপ দিনৰপৰাহে।

মাক : আহ-যাহ নেথাকিলেনো কেনেকৈ চিনি পাবা আই ? পিছে মাৰাৰ ভাল, সোণ ?

আৱৰ্তি : মা ঢুকাবৰ আজি তিনি বছৰ হল।

মাক : ভাই ভনীয়েৰা বা কেইটি ব'ল ?

আৱৰ্তি : দুটা ভাই এতিয়া নগাৱ'ৰ স্কুলতে পঢ়িছে। মই এইবাৰ

দীঘলীয়া বন্ধৰ আৰম্ভৰেপৰা মাহীদেওৰ ঘৰতে আছোঁহি। মাহীদেওৰ ল'ৰা-ছোৱালী নায়েই নহয়।

মাক: এ আই, হয়নেকি?

প্ৰণব: বৌটি, চাহ এটোপাকে দিয়াঁহি আলহীক। নহা মানুহ আহিছে। মোকো এটোপা দেই।

মাক: বাৰু সোণ, বহাঁচোন খন্তেক। (প্ৰস্থান।)

[অলপ নীৰৱ।]

প্ৰণব: আজিনো দুখীয়াৰ পঁজাৰ কি সৌভাগ্য ঘটিল যে—?

আৰতি: আপোনাক সিদিনা মাত্ৰ প্ৰথম দেখিলো, কিন্তু ভালকৈতো কথা-বাৰ্ত্তা হ'বলৈ নাপালোৱেই। খবৰ কাগজত আপোনাৰ সকলোকামৰ কথা পঢ়িছো, আৰু ভানু ককাইদেওৰ মুখৰ-পৰা শুনি আপোনাক দেখা পোৱাৰ হেঁপাহটো প্ৰবল হৈ উঠিছিল।

প্ৰণব: মোৰ কীৰ্ত্তিয়ে যে আপোনাক ইমান দূৰ বাট টানি আনিব পাৰিছে—শুনি অহঙ্কাৰ হয়। (সি মেজখনত বহেগৈ।)

আৰতি: আপুনি অবিশ্বাস কৰিছে?

প্ৰণব: অবিশ্বাস কেতিয়াও কৰা নাই।

আৰতি: আপোনাৰ কষ্ট-স্বীকাৰৰ কথা শুনি ভানু ককাইদেও আৰু আৰু আমি সকলো আচৰিত হওঁ। মোৰ কেতিয়াবা ইচ্ছা হয়, আপোনাক যথাসাধ্য সহায় কৰিবলৈ।

প্ৰণব: মোৰ কষ্ট বিশেষ একো হোৱা নাই। প্ৰথমতে হোজা মানুহৰ মাজত বিশ্বাস এটা সুমুৱাই ল'বলৈ বৰ বেছি চেষ্টা কৰিব লগীয়া হৈছিল। কাৰণ সিহঁতে সহজে শিক্ষিত লোকক, বিশেষকৈ নগৰীয়া মানুহক, বিশ্বাস কৰিব নোখোজে, যদিও ভয় কৰে। কিন্তু যেতিয়া আলি বন্ধা, নামঘৰ সজোৱা, স্কুল পতা আদি ইটো-সিটো কামত নিজে গা লাগি কাম কৰা দেখিলে, তেতিয়াহে মোকো সিহঁতৰ মাজৰে এটা

বুলি নিজৰ অভাৱ-অভিযোগ, হ'াহি-কান্দোনৰ কথা মুকলিকৈ জনাবলৈ ধৰিলে। অৱশ্যে যি কাম এতিয়া আমাৰ আগত পৰি আছে, মোৰ সামান্য শক্তিয়ে তাৰ তলিখনকে তিয়াব নোৱাৰে।—আপুনি সহায় কৰিবলৈ আগ বঢ়া দেখি সঁচায় অন্তৰ কৃতজ্ঞতাৰে ভৰি পৰিছে। (তাৰ হাতখন মুখাটোত লাগে।)

আৰতি ঃ সেইটো কি, ককাইদেও?

প্ৰণৱ ঃ এইটো উকমুকৰ পোৱালি—ভাওনাৰ মুখা। আমাৰ গাৱঁত অলপতে এটা ভাওনা হব, তাৰ কাৰণে। বুঢ়া ভাৱৰীয়া এজনে দি গৈছেহি কিবা ৰং-ৰহণ সানি দিব লাগে বোলে।

আৰতি ঃ আপুনিও আৰু বাৰু বাবটো পালে!

প্ৰণৱ ঃ ভাওনা উপলুঙা কৰিব লগীয়া বস্তু নহয়। অৱশ্যে অনাদৰ-অচৰ্চ্চাৰ ফলত তাৰ সৌন্দৰ্য্য অনেকখিনি হ্ৰাস পাইছে। শিক্ষিতসকলে যি অৱজ্ঞাৰ চকুৰে এই বস্তুটো চায়, সি নিতান্তই অযুগুত।

আৰতি ঃ ক্ষমা কৰিব ককাইদেও, ভাওনা মই দেখা নাই, গতিকে তাৰ বিষয়ে মোৰ কোনো ধাৰণা নাই। কিন্তু আপুনি যে ইমান কামৰ বা-মাৰলীৰ পাকত ঘূৰি শিল্প-চৰ্চ্চা কৰিবলৈ সময় আৰু অনুৰাগ ৰাখিব পাৰিছে, সিহে আচৰিত। এতিয়া এইটি কি মূৰ্ত্তি আঁকিছে?

প্ৰণৱ ঃ এয়া 'অসম মাতৃ'ৰ ছবি। অসমৰ জন-গণৰ বিপন্ন অৱস্থা এই পটৰ মাজেদি ফুটাই তোলাৰ উদ্দেশ্য ধাৰণা বা তাৰ পটটোত সুমুৱাই দিয়া হ'ল। এতিয়া বাকী বৰ্ণ-সংযোজন। অ', এই ৰেখাডাল দেখোন ভুল হৈ ৰ'ল।

[ছবিখনৰ সুমুখত থিয় হয়। মেজৰপৰা লেখনীডাল আনি হাতত লয় আৰু ৰং সানি ছবিত এটা আঁচোৰ দিয়ে।]

ইমান সাধনা লাগে, ইমান সংযমৰ আৱশ্যক।

ৰূপ-ভেদ-প্ৰমাণানি ভৱ লাৱণ্যযোজনম্।
সাদৃশ্যম্ বৰ্ণিকাভঙ্গমিতিচিত্ৰায়ং ষড়ঙ্গকম্ ॥

চিত্ৰ-শিল্পত এই ষড়ঙ্গ, জীৱনৰ প্ৰতিৰূপ, ছন্দময় ওজঃগুণ— rhythmic vitality—এই সকলো প্ৰয়োগ কৰিবলৈ হলে লেখনী হাতত লওঁতাজনৰ গোটেই অন্তৰৰ ভাব-অনুভূতি, শক্তি নিয়োগ কৰিব্ লাগিব। একোটি লেখনীৰ ভঙ্গী—

[আকৌ তন্ময় হৈ ছবিখনলৈ চাই ৰয়। লেখনীত ৰং লৈ বহিব খোজে। কিন্তু মুঢ়া নেদেখি আৰতিলৈ চায়। আৰতিয়ে থিয় হৈ মুঢ়াটো আগ বঢ়াই দিয়ে। প্ৰণৱে কথা নোকোৱাকৈ মুঢ়াটো লৈ বহি ছবিখনত ৰং দিয়াত লাগে। মুখেৰে গুণ্‌গুণাই থাকে। আৰতি থিয় দি ৰয়।

অলপ পৰৰ পিছত এখন কাঁহীৰ ওপৰত দুটা সৰু বান-বাটি আৰু দুখনমান খোলা-চাপৰীয়া পিঠা লৈ প্ৰণৱৰ মাক সোমাই আহে।]

মাক: (হাঁহি) হেৰ আদ্‌বলিয়াটো, ছোৱালীজনী থিয় কৰি তই সেইখনত লাগিলি আকৌ! আইটি, তুমি সেই খাটিয়াখনতে বহা। হেৰৌ উঠ, উঠ। (আৰতি বিচনাত বহে।)

প্ৰণৱ: (থিয় হৈ) অ' সেইবোৰ আনিছা। কত থ'বা? [লেখনী-ডাল মুখত কামোৰ মাৰি ধৰি ছবিখন তুলি নি মেজৰ ওপৰত থয়গৈ আৰু চকিখন আৰতিৰ ওচৰলৈ আগ বঢ়াই দিয়ে। মাকে হাঁহি হাঁহি চকিখনতে কাঁহীখন থয়।]

মাক: ভাল অবালচন্দটো মোৰ পো হ'ল, মোৰ আই। ছবি লৈয়ে বলিয়া। কয় নহয় লোকে বোলে, ৰজাৰ কোঁৱৰো কোঁৱৰ, বাৰীৰ কেঁৰৱো কেঁৰৰ।

আৰতি: আইতা, এইহেন ৰত্নটি পাই আপুনি গৌৰৱহে বোধ কৰিব লাগে। সং সমাজত ককাইদেউৰ বৰ আদৰ নহয়।

প্ৰণৱ: (লেখনীডাল হাতত লৈ) বৰং কেঁৰৰ, হোৱাটোকে মই পছন্দ কৰো। তেতিয়া হলে বৌটিও ৰাজমাও হবলৈ পাব

তেঁও। ( হাঁহে। মাকে বিহাৰ আগটো কামুৰি যঁতবটো উঘাৰে সৈতে ভিতৰলৈ সুমুৰাই লৈ যায়। আৰতিয়ে সেইফালে চাই, আৰু প্ৰণৱে হাতৰ বং একৰাই, নীৰৱে ৰয়। মাক আকৌ সোমাই আহে।)

মাক : চাহৰ বাটি আগত লৈ বৈ থাকিলেই হ'বনে আইটি? আমাৰ বোপাই হবপায় সেই আষাৰ কথা কবলৈ ভু-ভং পোৱাই নাই?

আৰতি : মোকো আৰু কব লাগিছেনে? আহক ককাইদেও, এই-খিনিতে বহককি।

[ প্ৰণৱে মুঢ়াটো দাঙি লৈছিল। তাক পেলাই আৰতিৰ সোঁফালে বিচনাত বহেগৈ। মাকে ঠগিখনক নমস্কাৰ জনাই পুথিয়ে সৈতে ভিতৰলৈ লৈ যায়। প্ৰণৱৰ লেখনীডাল মুখৰপৰা এৰাই চোলাত পৰি বং লাগে। সি সেইডাল বুটলি মেজত থয়গৈ।]

আৰতি : ( হাঁহি ) ঠিক এতিয়াহে আৰ্টিষ্ট যেন লাগিছে।

[ প্ৰণৱে হাঁহে আৰু বাটি এটা হাতত তুলি লয়। আৰতিয়েও তাকে কৰে।]

প্ৰণৱ : পিঠা এড়খৰি খাওক।

আৰতি : আপুনি? ( বুলি কাঁহীখন দাঙি আগ বঢ়াই ধৰে।)

প্ৰণৱ : মোৰ হৈছে—এতিয়াই এবাটি চিৰা-দৈ মাৰিলোঁ নহয়। ( আৰতিয়ে পিঠা এখন লৈ খায়। চাহ-খোৱা আৰম্ভ হয়। খন্তেক নীৰৱ।)

প্ৰণৱ : বুজিছে, পেটটো লৈয়ে দেশত ভীষণ বিপত্তি। কতৰ হাহা-কাৰ-অনাহাৰ আৰু সেই বাবেই অনিদ্ৰা!

আৰতি : এইবাৰ আকৌ আপোনাৰ মনৰ আৰ্টিষ্টটোক হেচা মাৰি প্ৰাণৰ দেশ-প্ৰেমিকজনে কান্দি উঠিল।

প্ৰণৱ : দুবেলা দুমুঠিৰ কাৰণে অৱহেলিত শত শত লোকে আমাৰ দেশত যেনেকৈ হেপা-কেপা বাৰ লগীয়া হৈছে! আন দেশত হৈছেনে নাই নাজানো। [ কিন্তু আমাৰ মাজত আকৌ

এক আচাৰগত হীন-নীচ ভাবে কুঞ্জৰ মূৰতে কিল দিছে। আন কি, সিদিনা ঘৰতে যি দেখিলো! এটা মগনিয়াৰ আহিছিল, তাৰ গাত জ্বৰ, পেটত ভাত নাই। বৌটিক ক'লোঁ পিঠা-পনা কি আছে দিবলৈ। বৌটিয়ে পাত এখনত বস্তুখিনি নি তাৰ কোঁচলৈ দলি মাৰি দিলে। তাৰ নৰিয়া হাত কঁপি বস্তুবোৰ থানবান হৈ পৰিল। মোৰ কাণ্ডটো দেখি এনে বেজাৰ লাগিল! বৌটিৰ হাক নুশুনি বস্তুখিনি মানুহটোৰ কাপোৰত বান্ধি দিলো। বেচেৰাৰ চকু-পানী দুধাৰে বৈ গ'ল।

আৰতি: ককাইদেও, আপুনি যে পুথি-ভঁৰাল আৰু বয়নাগাৰ এটি মুকলি কৰাৰ দিহা কৰিছিল কি কৰিছে?

প্ৰণৱ: অৰ্থ, অৰ্থ, অৰ্থৰ অভাৱ। ডাঙৰ বৰষুণ আৰম্ভ হৈছে। বানপানীৰ প্ৰকোপ দুই এদিনতে উঠিব। দিচাঙৰ মথাউৰিৰ কামত কেইবাখনো গাৱঁৰ লোক এই বোকা-পানীতে লাগি আছে। বান-পানীয়ে যোৱাবাৰ তিনি-চাৰিটা মৌজাৰ খেতি নষ্ট কৰিলে। এই সময়ত পুথি-ভঁৰালৰ কাৰণে বেত-বাঁহ গোটোৱা বা টকা-পইছা তোলা সম্ভৱ নহয়।]

আৰতি: নগৰত যদি সেই বিষয়ে আন্দোলন-আলোচনা চলোৱা হয়, তাৰপৰাই বহুতখিনি সহায় আশা কৰিব পাৰি।

প্ৰণৱ: গাৱঁৰ উন্নতিৰ ঢোৰে নগৰক নোকোৱাওঁ বুলিয়ে আছো।

আৰতি: সেইটো আপোনাৰ ভুল, ককাইদেও। যদি আপুনি সজ বিবেচনা কৰে, ময়ে মহিলা সমিতি বা আন দলৰ যোগেদি সেই চেষ্টা কৰি চাব পাৰোঁ।

প্ৰণৱ: যদি কপটহীন সাহায্যৰ আশা দেখা, 'ময়ো সেই চেষ্টাতে হৰিভৰ দিম।' সিদিনা ভানুলৈও কথাটো লিখিছিলো,। কিন্তু তাৰ এদিনৰ পিছতে যি দেখিলো, সি মন কোঁচ খুৱাই আনিলে। আমাৰ পোনে পোনে থকা দিখৌৰ সিপাৰৰ

গাওঁখনত কৃষ্ণকমল বৰুৱাৰ প্ৰায় আশী পুৰা মাটি আছে। কিছুমান দুখীয়া মানুহে পুৰাত কুৰি টকাকৈ দি খন্দুৱাকৈ সেই মাটি খায়। কেইটামান অতি টোকোনা মানুহে সিদিনা মোক গোপনে ভয়ে ভয়ে জনালে যে ধন লওঁতে নিৰ্দ্দিষ্ট দিন লগীয়াৰ বাহিৰেও চাৰি পাঁচ টকাকৈ বেছিকৈ লয়। এই বেছি লোৱাৰ ৰচিদ, অনেক সময়ত ঘাই টকাৰ ৰচিদকে, নিদি, অনেক জঞ্জালৰ সৃষ্টি কৰাবো আটক নাই। ফলত এনেকুৱা হয় যে ধান কিনি খাবলৈ যিমান টকা লাগে, তাতকৈতো বেছি যায়েই, শাওণ-ভাদৰ ৰ'দ-বৰষুণৰ তিতা-টেঙা শৰীৰে অনাহকত সহ্য কৰিব লগীয়া হয়। গাৱঁত চাউল কিনি খোৱাৰ সমান এটা বেলেঙ্কাৰী নাই। এইবাৰ বৰুৱাৰ পকা দালানৰ ভিতৰ সোমালেও সোনাম দলে-বলে কমিউনিজ্‌ম্‌ লৈছে।

আৰতি ঃ আপুনি প্ৰভাস ককাইদেওৰ অসুখ আকৌ আৰম্ভ হোৱা গম নাপায় নেকি?

প্ৰণৱ ঃ কিয় মই দেখোন সিদিনা অলপ টনকিয়াল দেখি আহিছিলো।

আৰতি ঃ পৰহি ৰাতি আপুনিযে যোৱা কথা আছিল, সেইদিনা হাক-বচন নুশুনি গানত ধৰিছিল আৰু ফলত নতুন বেমাৰে দেখা দিছে। এইবোৰতো ডাক্তৰে ৰোৱাৰ আশা কম বুলিয়ে কৈছে। মগজু আৰু হৃদ্‌যন্ত্ৰ দুয়োটোতে বোলে বিষম আঘাত পৰিছে। আপোনাৰ কথা তেওঁৰ মুখত সদায়েই। এবাৰ দেখা দি আহিলে ভাল হব, বলক মোৰ লগতে।

প্ৰণৱ ঃ বৰুৱাৰ ঘৰত ডাক্তৰ আছে, কবিৰাজ আছে, অঙহি-বঙহি আছে, সকলো আছে। কিন্তু একো নোহোৱা চাল-ছিগাবোৰেযে এন্ধাৰত এটোপা বোকা-পানীৰ কাৰণে বিলাপ কৰি সেহাব লাগিছে—সেইবোৰৰ ওচৰলৈ যাওঁতা-যে নাই। মোৰ বন্ধু এই নিৰাশ্ৰয় দৰিদ্ৰবোৰক চাবলৈতো যাব লাগিব।

আৰতি ঃ  ককাইদেও, আপুনি ভুল বুজিলে, মই সিসকলৰ ওচৰলৈ নাযাবলৈ কোৱা নাই। কিন্তু সকলো থকাতো যে প্ৰভাস ককাইদেৱে আপোনাক বিচাৰিছে, আপুনি ঠিক বুজিব— কিবা এটি আন্তৰিক স্নেহতেহে তাকে কৰিছে।

( প্ৰণৱে মেজত পৰি থকা তাৰ "অসম মাতৃ"ৰ ছবিখন থিয়কৈ দাঙি ধৰে আৰু তন্ময় হৈ চাই থাকে। আৰতিয়ে আচৰিতভাৱে প্ৰণবলৈ চাই ৰয়। পট পৰে।

## দ্বিতীয় অঙ্ক

### চতুৰ্থ দৃশ্য

উকিল ফণীধৰ কাকতীৰ ঘৰ। এখন ঘূৰণীয়া মেজৰ চাৰিকাষে চাৰিখন চকি পৰা আছে। দৰ্শকৰ ফালৰখন উদং। তাৰ আগত খালি চাহৰ কাপ-প্লেট। বাকী তিনিখন চকিত বহি ফণীধৰ কাকতী তস্য ভাৰ্য্যা আৰু প্ৰণৱ ছুৱৰা বহি চাহ খাই খাই কথা পাতিছে।

কাকতীয়নী : কাৰণ ?

প্ৰণৱ : কাৰণ, মাহীদেও, বিয়াও এটি সুকুমাৰ কলাবিশেষ। ফৰাচী লিখক বেলজাই এঠাইত কৈছে তিৰোতা এটি অতি সুকোমল বাদ্য-যন্ত্ৰৰ দৰে, সেই যন্ত্ৰৰ চাবিৰ পৰ্দ্দাত হাত দিবলৈ হ'লে পুৰুষৰ আঙুলি পাক্কি-সেৰা যেন হ'ব লাগিব। তেওঁ বেজাৰ কৰি কৈছে—কতযে মানুহ-ৰূপী মলুৱা বান্দৰ তিৰোতা কি বস্তু নজনাকৈয়ে বিয়া কৰায় !

কাকতীয়নী : তোমাৰো আৰু কথা মইনা !—বিয়াক পাতিলা আৰ্ট, মইনাক পাতিলা চেতাৰ, বেহেলা নে অৰ্গেন !

প্ৰণৱ : সঁচাকৈয়ে বিবাহিত পুৰুষে এইটো কথা জনা উচিত যে—তিৰোতাৰ দেহ আৰু আত্মা স্বৰূপতে নিজৰ কৰি ল'বলৈ এজন পুৰুষৰ এটা জন্মৰ সাধনা লাগে।

কাকতীয়নী : (লাজৰ ভাবেৰে) তুমিও বাৰু কথাবোৰ ক'বলৈ পাইছাগৈ মইনা !

কাকতী : ৰংমনে যে কলীমাইক বিছতলীৰপৰা লৈ লৰ মাৰে, কলীয়াই যে বহদৈক বিয়া খাবলৈ যাওঁতেই থাপ মাৰি ঘৰ পোৱায়গৈ, তাৰ পিছত কাছাৰীত গোচৰ দিবলৈ আহে,—সিহঁতৰ আগত তোমাৰ এই বক্তৃতা জাৰিবাঁহে, ছুৱৰা।

প্ৰণৱ : সিহঁতৰ লগত আপোনাৰহে বেছি আহ-যাহ। আপুনিয়েই যদি—(ডাঙৰকৈ হাঁহে।)

কাকতীয়নী : (কাকতীক) আপুনিও কথাবোৰ কিবা কৰি পেলায়।

প্ৰণৱ বোপা হৈছে সাহিত্যিক ল'ৰা। তেওঁৰ কথাৰ ছেৰেই বেলেগ।

প্ৰণৱ : (হাঁহি) অৱশ্যে সাহিত্য কৰা বুলি মোৰ এটা বদ্‌নাম আছে।

কাকতীয়নী : বদনাম কিয় হ'ব বোপা? তোমাক আমি সকলোৱে প্ৰশংসাহে কৰোঁ।

কাকতীয়নী : হুৱৰা, আমাৰ দেশত সাহিত্যিকৰ যেনে অভাৱ, সাহিত্যত লাগিলে নাম এনেয়ে হ'বই।

কাকতীয়নী : অৱশ্যে সি ওকালতিৰ দৰে নহয়। পিছে অক্ষৰে দেখোন সদায় কৈয়ে আছে—আমাৰ বোপা নাম কৰিবলৈ সাহিত্যৰ লিখা লিখা ল,ৰা নহয় বুলি!—এটা কথা পিছে বোপা, বিয়াৰ কথাটোৰ পৰা আঁতৰি গৈ কোনোবাখিনি পালেগৈ।

প্ৰণব : আমাৰ নিচিনা নিঃকিনৰ বিয়ানো কি ঢোল পিটিবৰ কথাটো। (কাকতীৰ ফালে চাই)—ক'বৰ দৰে, বংমন-কলীমাইৰ, কলীয়া-বহদৈৰ দৰে হয়তো এদিন সি গছৰপৰা পকা গুটি সৰাদি সৰি পৰিব। তাততো একো ঘটনা-বৈচিত্ৰ নাই, নহ'বই।

কাকতীয়নী : মইনা অতি সৰল-চিতীয়া ল'ৰা।—(কাকতীক) নহয়নে বাক? কেনে নিৰহঙ্কাৰ ল'ৰাটি।—(প্ৰণবক) তোমাৰ কথাৰেই জানিবাঁ—বোপা, 'ঘটনা-বৈচিত্ৰ' নহলেই। পিছে জ্ঞানী লোকে কয় বোলে, বিয়া কৰাটোৱেই সংসাৰৰ মানুহৰ ধৰ্ম।

প্ৰণৱ : সেই ধৰ্ম অস্বীকাৰ কৰা মানে পাপ হ'ব জানো?

কাকতীয়নী : পাপ কিয় হ'ব, মইনা।—পিছে তোমাৰ নিচিনা এটি ল'ৰাই বিয়া নকৰাকৈ—

প্ৰণৱ : থাকিব লগীয়া হ'ব পাৰে।

কাকতীয়নী : (অবিশ্বাস কৰি হাঁহে।)

প্ৰণৱ ঃ ডিঙ্গিত হাৰ-মাল এটি জুটি লৈ দেশৰ কাম কৰাটোও জানো সম্ভৱ ?

কাকতীয়ৱনী ঃ কিয়, দেশৰ কাম কৰা মানুহে জানো বিয়া কৰা নাই, বিয়া কৰোৱা মানুহে জানো দেশৰ কাম কৰা নাই ?—

প্ৰণৱ ঃ পাত্ৰ-ভেদে তাৰ তাৰতম্য ঘটিবও পাৰে, অৱশ্যে। কিন্তু আমাৰ নিচিনা অৱস্থাহীন মানুহে একালে পেটৰ চিন্তা কৰি আন ফালে দেশৰ চিন্তাতো বলিয়া হবলৈ ক'ত আজৰি ওলাব !

[প্ৰসাধন কৰি আৰু বিলাসী সাজ-পাৰ পিন্ধি সহাস্যে আৰতিৰ প্ৰৱেশ। ]

আৰতি ঃ ককাইদেও এইবাৰ কিহৰ 'প্ৰপেগেণ্ডা', কিহৰ বক্তৃতা ?

কাকতীয়ৱনী ঃ দেশ-সেৱাৰ বিষয়ে।

প্ৰণৱ ঃ অপুনি সাজু ?

আৰতি ঃ বিলকুল।

প্ৰণৱ ঃ ( থিয় হৈ ) তেনেহ'লে আনাৰ প্ৰস্থান ?

আৰতি জৰুৰ্।

প্ৰণৱ ঃ ( কাকতী-কাকতীয়ৱনীক ) ভাল, আহিলোহে এতিয়া। (নমস্কাৰ জনায়। )

কাকতীয়ৱনী ঃ যোৱা মইনা, তোমাৰ চেষ্টা ভগৱন্তই সাৰ্থক কৰক।— মাজে নাজে আহিবলৈ নাপাহৰিবা দেই। (কাকতী নীৰৱ।)

প্ৰণৱ ঃ আপোনাৰ আশীৰ্ব্বাদ শিৰ পাতি গ্ৰহণ কৰিছো। আহিবলৈ নাপাহৰিলে বা কোনোবাই সোঁৱৰাই দিলে, নিশ্চয় আহিম।

কাকতীয়ৱনী ঃ সোনকালে আহিবাঁ, আৰু—গধূলি নৌ হওঁতেই।

['ওঁ' বুলি আৰতি ওলাই যায়। পিছে পিছে প্ৰণৱ আৰু কাকতীয়ৱনী। কাকতীয়ৱনী ঘূৰি আহে। কাকতী এতিয়া নিৰ্ব্বিকাৰ।]

কাকতীয়ৱনী ঃ ইমান সবল অথচ কৰ্ত্তিবাজ ল'ৰা থাকিব পাৰে বুলি মইতো আগেয়ে ভাবিবই পৰা নাছিলোঁ।

কাকতী ঃ হুঁ ।

কাকতীয়নী ঃ গাৱঁৰ ল'ৰাবোৰ সৰল হয়, কিন্তু প্ৰণয়ৰ দৰে এনে তপ্-তিয়াৰ কথা ভদ্ৰভাবে ক'ব জনাটো কাচিৎহে দেখা যায়। মুখৰ হাঁহি তাৰ নুগুচেই মুখৰপৰা। কথাবোৰ কেনে লনী—যদিওবা আমাৰ নিচিনা মানুহে তাৰ অৰ্থ বুজাই টান ।

কাকতী ঃ হুঁ ।

কাকতীয়নী ঃ আপুনি দেখোন শিল চপৰা যেন নিমাত-নিবোল হল ।

কাকতী ঃ এটা কথাই মুখখন চেপি ধৰিছে দেখি মাত্তিব পৰা না·

কাকতীয়নী ঃ (হাঁহি) এটা কথাই নে· নাই এচপৰা কঁঠাল-এঠাই ?

কাকতী ঃ তোমালোকে ইমান সোনকালে মন সলনি কৰিব পাৰা । – ঠিক জানিবা কাচাৰীৰ ওপৰৰ সেই weather-cock-টোহে ।

কাকতীয়নী ঃ উকীল বুলিয়েইতো আপুনি সেই তৰ্ক জুৰি লৈ মোক জেৰা কৰিবলৈ বিচাৰিছে, কাচাৰী-ঘৰৰ কথাও উনুকিয়াবলৈ পাহৰা নাই । আৰুময়ো উকীলনী বুলিয়েই সেই জেৰাৰপৰা ফালৰি কাটি এই পাক-ঘৰলৈ গতি কৰিলোঁ । —ঠিক আপুনি ক'বৰ দৰে back to kitchen.

[ কাকতীয়নী যায় কিন্তু উকীলৰ কথা মুখ ঘুৰোৱাকৈয়ে শুনি ৰয় । ]

কাকতী ঃ ৰ'বাঁচোন, তুমি পাক ঘৰত চোবাবলৈ এটা idea লৈ যোৱাঁ । —বোলোঁ শুনিছা, পাক-ঘৰেইযে তোমালোকৰ সম্পত্তি—সেই কথা নুই কৰিবলৈ নাই ।

কাকতীয়নী ঃ ( ঘূৰি ) সেই আইডিয়া নে বোপাইদিয়া-টো যথেষ্টবাৰ চোবাইছোঁ—তাৰ দোষতে গুৰিফালে দাঁত ক'লাই হৈছেগৈ । আৰু কিবা আছেনেকি ক'ব লগীয়া ?

কাকতী ঃ প্ৰণৱৰ বিষয়ে তুমি কিবা বকলা মেলিব খুজিছিলা নহয় ?

কাকতীয়নী ঃ আপুনি ?

কাকতী ঃ মই তাৰ বিষয়ে নকৈ, তোমাৰ বিষয়ে ইমানকে কওঁ যে মাইকী মানুহবোৰ বৰ practical, বৰ চতুৰ

কাকতীয়নী ঃ সেইটো চৰ্জন-দেৱতাৰ গাত দায়।

কাকতী ঃ ইমান দিন ভানুৰঞ্জন বৰুৱাৰ প্ৰশংসাৰে আমাৰ ঘৰৰ কাণ-বাৰতো আঁৰ লগাইছা ; এতিয়া প্ৰণৱৰ গুণ-গানেৰে আঁৰ লগা কাণ-বাৰবোৰ ছিঙি নপঠিয়ালেই ৰক্ষা। ভানুৰেতো অকৰ দহখনমান বিয়া পাতিছিলাই ; এতিয়া প্ৰণৱেৰে শেষৰখনং পাতি থোৱাঁ।

কাকতীয়নী ঃ আপুনিয়ে কওকচোন—প্ৰণৱৰ আগত সোণমইনাটো জোনৰ আগত জোৰৰ বাতিৰ নিচিনা ন'হবনে ?

কাকতী ঃ কোন কিয়, একেবাৰেই ধৰাঁ ছুপৰৰ বেলিয়েই।

কাকতীয়নী ঃ যদি সেয়ে হয়, আপোনাৰ ভানুৰ জোৰডাল নুমুৱাই থোৱাই ভাল।

কাকতী ঃ তেন্তে ইমান দিন ভানুক প্ৰতাড়না কৰিলা ?

কাকতীয়নী ঃ যদি মৰম কৰাকে প্ৰতাড়না বোলে, তাকে কৰিছো।

কাকতী ঃ সেইটো অৱশ্যে a matter of policy. মৰমেই তোমালোকৰ প্ৰতাড়নাৰ ঘাই অস্ত্ৰ। তোমালোকে এটি হাতত ৰাখি যোগ্যতৰ এটি বিচৰাত বৰ পটু।

কাকতীয়নী ঃ আপুনিনো প্ৰণৱক কি অযোগ্য দেখিলে ?

কাকতী ঃ মইতো সেইটো কোৱা নাই। অৱশ্যে সেই পখিলাটি ধৰোঁ বুলিয়েই যে ধৰিব পাৰিবা সিও টান। প্ৰথম কথা হ'ল—তাৰ আৰ্থিক অৱস্থায়ে হয়তো বিয়াত বাধা দিব।

কাকতীয়নী ঃ সেই বাধা গুচাবলৈ মই গাত ল'ম। প্ৰণৱৰ নিচিনা এটা ল'ৰাক তাৰ শক্তি-বুদ্ধি দেখুৱাবলৈ সুবিধা দিলে মোৰে বা আপোনাৰে অপুত্ৰক জীৱনটো সাৰ্থক হ'ব।

কাকতী ঃ বাৰু, সেই দফা মঞ্জুৰ হল;-কিন্তু দেখিলাই—প্ৰিয়াৰ কথা ওলাবলৈহে পালে, সি বাহুৰা-বিহুৰাখন, গাই উত্তৰ দিয়াৰ দায়িত্বৰপৰা সাৰি পলাই যোৱাৰ দৰেই গ'ল।

কাকতীয়নী ঃ সেইটো সকলো ডেকা ল'ৰাৰে স্বভাৱ। অৱশ্যে এজনী তিৰুতাই যিমান পাৰে সিমান সোনকালে এজন পুৰুষক নিজা কৰা আৰু আনফালে পুৰুষে যিমান দিন পাৰে তেনে চিকাৰীৰ হাতৰপৰা আঁতৰি থাকিবলৈকে চেষ্টা কৰা দেখা যায়।

কাকতী ঃ তেনেহলে বাৰু ধৰা ডেকা ল'ৰাৰ মন পিছলাই আনিলাই। অকৰ দেউতাকে জানো চহকীৰ ল'ৰা এটা এৰি হজুৰা, টোকোনা প্ৰণৱলৈ অৰুক দিব ?

কাকতীয়নী ঃ আপুনি সেইখিনিতেই ভুল কৰিছে। আপুনি প্ৰণৱৰ সজ গুণখিনি মণিব নোৱাৰিলে বুলিয়েই ভাবিছে, তিনিদেৱো সেই পালীৰে হ'ব। চাব, তিনিদেৱে মোৰ কথা শুনিবই। শুনিব আপুনি চাব, তিনিদেৱে এদিন প্ৰণৱক লগ পালেই, মন ঘূৰি যাব।

কাকতী ঃ ঠিক তোমাৰ দৰেই নহয়নে ?—(হাঁহি)তুমি যেনেকৈ প্ৰথম চাৱনিতে প্ৰণৱৰ প্ৰেমত পৰিলা !

কাকতীয়নী ঃ জানো, কি ধেমালি কৰে। অৱশ্যে, তেনে ঈৰ্ষ্যা, দুৰ্ব্বল প্ৰকৃতিৰ মানুহৰ গাতহে শিপায় সোনকালে।

[লাজ কৰি প্ৰস্থান। কাকতীয়ে, হাঁহে।]

## তৃতীয় অঙ্ক

### প্ৰথম দৃশ্য

কৃষ্ণকমল বৰুৱাৰ ড্ৰয়িং ৰুম্। পিয়ানোটোৰ ওপৰত প্ৰভাসৰ এখন ডাঙৰ ছবি। বিবৰ্ণ মুখ আৰু আউল-জাউল চুলিৰে ভানুৱে সেই ছবিলৈ চাই চকুলো টুকি বহি আছে। বতাহত এটি করুণ সুৰ ওপঙি আছে।

মনচোকাই একাপ চাহ আৰু এখন প্লেটত অলপ খোৱা বস্তু লৈ আহে সি ভানুলৈ চাই বেজাৰ মনেৰে কয়,

মনচোকা : সোণমইনা, এই কথাটোকে আৰু মই বৰ টান পাইছো। এইদৰে খোৱা-বোৱা এৰি, চকু-পানী টুকি থাকিলে জানো, ঘৰবোপা আৰু ঘূৰি আহিব ? (কাপ-প্লেট থয়) ঈশ্বৰ যেনেকৈ দিবৰ গৰাকী, তেনেকৈ নিবৰো গৰাকী। সংসাৰলৈ মানুহ আহিলে জানো, কোনো দিনে নমৰাকৈ থাকিব পাৰে ? মানুহৰ জীৱনটো পদুম পাতৰ পানীটোপাৰ দৰেই গুৰনী, কিন্তু ভগৱন্তৰ কি ইচ্ছা, সি পদুম পাতৰ পানীৰ দৰেই থৰক্ বৰক্—এবাৰ, পৰিলে আৰু, বহল পানীডবাবপৰা তুলি আনিব নোৱাৰি। তাকে চাই, তুমি আবুজন ল'ৰা নহয়, নিজৰ মনটো তাপৰিব লাগে। মোৰ জানো হিয়াখন বৰ মইনাই ভাঙি যোৱা নাই ? মৱোতো এইদৰেই চলি-কৰি ঘৰৰ কাম-বন চলাইছোঁ।

ভানু : (চকু মচি) তই পাৰ, তই পাৰ, তই জীৱনৰ ঘাত-প্ৰতিঘাত, থকা-খুন্দা সহি পাইছ ! তোৰ বুকু কঠ,ৰা হৈছে, তই পাৰিবি। মই, মই কেনেকৈ ?

[মনচোকা ভানুৰ কাষতে মাটিত বহে।]

মনচোকা : সৰুমইনা, যদি তুমিয়ে এইদৰে বেজাই কৰি থাকা, দেউতাৰ

বুঢ়া হৈয়াই আৰু কিমান লছিব? এতিয়া চাহ এটোপা খোৱাঁ, মোৰ সোণ। (ভানু মনে মনে থাকে।) মোৰে শপত, সৰুমইনা। (মেঙখন ভানুৰ ওচৰ চপাই দিয়ে। ভানুৱে চাহকাপ হাতত লয়।) কিন্তু, শুদা চাহকপেই হবনেকি? প্লেটৰ কেক এফাল ভানুৰ হাতত তুলি দিয়ে।) সৰুৰে পৰা এইদৰে নোখোৱা ভাত খুৱাই, নিপিন্ধা কাপোৰ পিন্ধাই, মৰে ডাঙৰ কৰা নাই জানো? মই আছো, মিনি পোনা আছে, দেউতা আছে—তোমাকনো আৰু কি লাগিছে? (আৰু এফাল কেক ভানুৰ হাতত দিয়ে।) ভগৱন্তই কিছুমান্ বস্তু আঁতৰাই নিও, জগতখন এই দৰেই সম্পূৰণ নেৰাখে জানো? মৰাই আমাৰ চকু অন্ধলা কৰি ৰাখিছে বাবেহে জগতখন মৰাপী যেন লাগে। ভগৱান সদায় একে আমাৰ অন্তৰত বিকাৰ আছে বাবেহে, সংসাৰ আমালৈ সুখৰ নহয়।

ভানু : তই কি আচৰিত মানুহ, কাই? এনে নিমজকৈ এনে দাৰ্শনিক কথা ক'বলৈ ক'ত শিকিলি?

মনচোকা : এ মইনা, ইস্কুল-কলেজত নপঢ়িলেও, সংসাৰৰ চাকনৈয়াৰ ইস্কুলটোনো ঈশ্বৰে আমালৈ পাতি থোৱা নাই জানো? সৰুমইনা দেউতাই বিলাতলৈ নগৈ এইটো পঢ়াশালিতে নাম লগাই ল'লেও হয়।

ভানু : ওঁ।

মনচোকা : মইনা দেউতাই এই লেতেৰ-পেতেৰ কাপোৰ-কানিবোৰ পিন্ধি আছে কেলেই?-মনটো বেয়া লাগি নাথাকে জানো? -মই এযোৰ উলিয়াওঁগৈনে?

[দূৰৈত গীত-ধ্বনি শুনা যায়।]

ভানু : ৰাক, ৰচোন ৰ।

[গীতৰ ধ্বনি লাহে লাহে বেছি, স্পষ্ট হৈ উঠে। মনচোকা বাহিৰলৈ ওলাই যায়। ভানুৱে খিৰিকিয়েদি বাহিৰলৈ চায়।

ওলালি ঐ
জীৱন ভৰসা তোৰ
সামৰি সুঁতৰি, ওলালি ঐ।
আন্ধাৰ বাটত তোৰ
শক্তিহীন, ভয়াতুৰ,
খুপি খুপি ছুটি ভৰি, ওলালি ঐ॥

[মনচোকা আৰু এটা আদবলিয়া ডেকা বৰাগী সোমাই আহে।]

মনচোকা ঃ আহ, আহ, কোনো ভয় নাই। ডেকা বোপাই তোৰ গান শুনিব। বহ,, বহ, (ডেকা বৰাগী বহে।) অ, এতিয়া গা।

নীয়ৰৰ মুকুতা আছিল সৰি সৰি
হাতেৰে নেপালি ধৰি, মোৰ কঙাল ঐ—
ৰ'দালিৰ বুকুতে সাঁতোৰ মেলি দিলি
ৰ'লিহি আন্ধাৰত পৰি মোৰ কঙাল ঐ
ওলালি ঐ।

[ বৰাগী ৰয়। ]

মনচোকা ঃ গা, গা।

সুখেৰে সপোনৰ বৰঘৰ সাজিলি
পছোৱাই মোহাৰি থ'ব।
অভাগা, চিতাৰে ছাইৰে
অভাগা, কি ভেটি বান্ধিবি,
অভাগা কঙাল ঐ, দিখৌৰে সামৰি ল'ব।
সপোনৰ মায়া-ছবি
ভাঙ, ভাঙ, গুৰি কৰি
চকুলো এটোপা লই
অজ্ঞানা বাটৰে বাটকৰা তই
ওলা ওলা খৰেকই ॥
ওলালি ঐ—॥

ভানু ঃ কাই, মোৰ মনি-বেগটো আনাগৈচোন।

[মনচোকাৰ প্ৰস্থান।

[বৰাগী থিয় হৈ বলিয়াৰ চকুৰে ঘৰৰ চাল-বেৰ চায়। ]

ভানু ঃ বহা, বহা, অলপ পইছা লৈ যোৱাঁ।

[ বৰাগীয়ে ভয়ত আঁতৰি যোৱাৰ দৰে চকু টেৰ কৰি বাহিৰলৈ ওলাই যায়। ভানুৱে “ৰবাঁ, ৰবাঁ” বুলি পিছে পিছে যায়। ]

[ কথা পাতি পাতি ধৰ্মকিঙ্কৰ আৰু মনচোকাৰ প্ৰৱেশ। ]

ধৰ্ম ঃ তুমি পাৰিবা, তুমি পাৰিবা, মনচোকা।—বৰবোপাই এইদৰে মাজ বুৰতে ফাঁকি দি সাৰি যাব বুলি ভাবিব নোৱাৰিছিলো। কি কৰিবা, সকলো ঈশ্বৰৰ বন।—এই যে এটা দুৰ্য্যোগ নামি আহিব খুজিছে তুমি বাধা দিব পাৰিবা মনচোকা। হাজাৰ হওক, প্ৰণৱ, সি নীচ মানুহৰ ল'ৰা—নহলে এই কেলেঙ্কাৰীখন, ছিঃ, নহয় জানো? খুড়াদেৱে বিশ্বাস কৰিব নুখুজিব পাৰে—বুঢ়া মানুহ হোজা স্বভাৱৰ; কিন্তু তুমি বুধিয়ক মানুহ, সকবোপাক বুজাব পাৰিবা। তুমি বুজি-বাজি তাক ধ্বংসৰ বাটলৈ পিছলি যাবলৈ নিদিবা মনচোকা। একমাত্ৰ তুমি পাৰা; তুমি পাৰিবা মনচোকা।

মনচোকা ঃ মই পাৰিম। —মই পাৰিম?

ধৰ্ম ঃ নিশ্চয় পাৰিবা, মনচোকা। এনেকুৱা কৰিব লাগিব যাতে সেই পাষণ্ডই এই ঘৰত এই মুহূৰ্ত্তৰপৰাই যেন আৰু আঙুলি টোৱাব নোৱাৰে।

মনচোকা ঃ কিন্তু এটা কথা, দেউতা।

ধৰ্ম ঃ কোৱাঁ মনচোকা, কোৱাঁ, মনৰ খুকুৰি ভাঙি কোৱাঁ।

মনচোকা ঃ প্ৰণৱ মইনাক আপুনি নীচ মানুহৰ ল'ৰা বুলি ঘিণালে। ময়োতো সেই একে নীচ মানুহৰে ঘৰৰ। আৰু—(ধৰ্মলৈ আঙুলিয়ায়।)

ধৰ্ম ঃ তুমি? তুমি কিয় হবা?

মনচোকা ঃ আৰু মহৰী দেউতা, সোণমইনা পঢ়া-শুনা ল'ৰাটো আছে, আজন্মি বাপেক আছে এনে থলত আপুনি—

[ বকৰা সোমাই আহে। ]

বকৰা ঃ কি হৈছে, কি হৈছে ধৰ্মকিঙ্কৰ ?

[ মনচোকা লাহে লাহে বাহিৰলৈ ওলাই যায়। ]

ধৰ্ম ঃ কি হ'ব খুড়াদেও, ধ্বংসৰ উদ্যোগ পৰ্ব্বই ওৰা পাতিছে।

বকৰা ঃ হবই, হবই ধৰ্মকিঙ্কৰ। বৰমইনায়ো মোক এইদৰে বুকু ভাঙি কান্দিবলৈ এৰি থৈ যাব বুলি নাভাবিছিলো। —আজি— ( ৰহে। )

ধৰ্ম ঃ মইতো তাকেই কৈছিলো মনচোকাৰ আগত।

বকৰা ঃ আজি মেট্‌চ্‌ফেক্টৰিৰ মেনেজাৰ ভিঠল সিং আহিব। সিদিনা শ্বেয়াৰ্‌হল্ডাৰৰ মিটিঙত তোমাৰ পৰাই যি অপমান পাইছো, কবলৈ বাকী নাই। এতিয়া সকলো হিচাপ-পত্ৰ নিকাচ্‌ কৰি দিব নোৱাৰিলে তোমাৰ লগত এক কপৰ্দ্দকৰো সংস্ৰৱ ৰাখিব নোৱাৰিব। বৰপোৱেতো দয়াহীন হৈ এৰি থৈ গৈছেই। তুমি মোৰ বহুত দিনৰ ভিতৰ-বিশ্বাসৰ মানুহ। তোমাক এৰিবলৈ মোৰ আৰু এতিয়া দ্বিধা নহয়, ঠিক জানিবা।

ধৰ্ম ঃ খুড়াদেও, কোন কাৰ মিত্ৰ, কোন কাৰ শত্ৰু ? বিদেশী জুৱাৰীহঁতে যে এইদৰে আমাক ঠেকত পেলাব পাৰে, সেই কথা আগেয়ে সুবুজিছিলো। শ্বেয়াৰৰ দামৰ প্ৰথম দুই কিস্তিটো দিয়াৰ বচিদ পাইছেই। তৃতীয় কিস্তিও আদায় হৈ গৈছে যোৱা এপ্ৰিলত। এনে স্থলত সিহঁতে ইমানটো ফাঁকি দিয়ে!

বকৰা ঃ কথাৰে এতিয়া মোৰ গা মুযুৰায়। এই চাৰি-পাঁচ শ টকা মই এনেই যাবলৈ দিব নোৱাৰো। তাৰ উপৰি আহক এটা কেলেঙ্কাৰী —ব্যৱসায় চলাব নোৱাৰা বুলি।

ধৰ্ম ঃ কেলেঙ্কাৰী ! কেলেঙ্কাৰীৰ কথাকে ভাবিছিলো এতিয়া মই।

খুড়াদেও, মই আপোনাক আগতেই কৈছিলো, সৰুবোপাৰ লগত প্ৰণৱৰ বন্ধুত্ব মঙ্গলজনক নহব। আগতেই কৈছিলো, সি সচ্চৰিত্ৰৰ ল'ৰা নহয়, ভিকহুৱে এইদৰে সজ লোকৰ ল'ৰাক নষ্ট কৰিবলৈ আহেই। চাওক খুড়াদেও, মই সৰুবোপাক কিমান হাক-বচন ক'লো—বোলো এই ঘনিষ্ঠতা লাহে লাহে বিহত পৰিণত হবগৈ। এতিয়া গৈ সিয়ে হ'ল। আপোনাৰ প্ৰণৱ আৰু আমাৰ ফণীধৰ উকীলৰ বৈৰিণীয়েকৰ ভাগিন আৰতিৰ বদনাম মানুহে বাটে বাটে ৰটি ফুৰিছে। সেইবোৰ কোৱাটো যে পাপেই, কাণেৰে শুনাও পাপ।

বৰুৱা ঃ ওঁ, ওঁ, নিশ্চয়, নিশ্চয় ধৰ্ম্ম-কিঙ্কৰ। কিন্তু মোৰ এই কেলেঙ্কাৰীখন—[এখন চিঠি লৈ মনচোকাৰ প্ৰবেশ।]

বৰুৱা ঃ হেৰ, কি পালি সেইখন ?

মনচোকা ঃ দেউতা, এইখন চিঠি, আমাৰ প্ৰণৱ মইনাই সোণমইনা দেউতালৈ দিছে।

বৰুৱা ঃ চাওঁ, মোক দেচোন।

মনচোকা ঃ সৰুমইনা দেউতালৈহে আহিছে, তেখেত আছে ভিতৰত।

বৰুৱা ঃ বাৰু, বুজিছো দে মোক।

[মনচোকাই মূৰ খজুৱাই খজুৱাই চিঠিখন বৰুৱাৰ হাতত দিয়ে। জেপৰপৰা চচ্‌মাযোৰ উলিয়াই পিন্ধি বৰুৱাই খামটো ফালি চিঠিখন মনে মনে পঢ়ে।]

মনচোকা ঃ দেউতা, তিনিজন মানুহো লগতে আহিছে।

[বৰুৱাই চিঠি পঢ়ি থাকে। মুখত এটা খঙৰ ভাব বিৰিঙি উঠে। চচ্‌মা খুলি চিঠিখন ধৰ্ম্মকিঙ্কৰৰ হাতত দি]

বৰুৱা ঃ যা মনচোকা মানুহকেইটাক অফিচ ঘৰতে বহিবলৈ—নালাগে ইয়ালৈকে মাতি আন যা। (মনচোকা যায়।) ধৰ্ম্মকিঙ্কৰ, চিঠিখন ডাঙৰকৈ পঢ়াচোন। ধ্বংসৰ উদ্যোগ-পৰ্ব্বই যদি ওৰা পাতিছে, তাৰ ওৰা ছিঙি দিয়া যাওক

পাৰিলে। সোণমইনা, সোণমইনা, চাওঁ এইপিনে আহ।
[ভিতৰত সোণমইনাৰ মাত--গৈছো, দেউতা।]

ধৰ্ম্মকিঙ্কৰ : (চিঠি পঢ়ে) "চেনেহৰ ভানু, আজি স্থানীয় ৰায়ত সভাৰ সম্পাদক আৰু দুজনমান দুখীয়া মানুহৰ লগত মই তোমালোকৰ ঘৰলৈ যোৱাৰ কথা আছিল।

[ভানু সোমাই আহি থিয় হৈ ৰয়।]

"কিন্তু এই কেইদিন বানপানীৰ কামত পানীয়ে পানীয়ে ঘূৰি গাত শক্তি নাইকিয়া নিচিনা হৈছে। অলপ জ্বৰ জ্বৰ অনুভৱ কৰিছো। গতিকে সভাৰ সম্পাদক শ্ৰীযুত দীপধৰ গোহাঁই আৰু দুজন তোমালোকৰ মাটি খোৱা মানুহ পঠালো। মই সকলো কথা-বতৰা কবলৈ দিহা-পৰামৰ্শ দি পঠাইছো।"
[মনচোকা, দীপধৰ গোহাঁইৰ প্ৰৱেশ। ধৰ্ম্মই চিঠি পঢ়া বন্ধ কৰে। দীপধৰ ডেকা, 'চচিয়েলিষ্ট'।]

বৰুৱা : পঢ়া, পঢ়া. তোমাৰেই যশোগান। —তুমিয়েই বোধ হয় দীপধৰ গোঁহাই?

দীপধৰ : হৈছে ডাঙৰীয়া। কিন্তু বৰুৱা ডাঙৰীয়া, আপোনাৰপৰা অৱজ্ঞাসূচক 'তুমি' সম্বোধন শুনিবলৈ ইচ্ছা নকৰোঁ।

বৰুৱা : মোৰ ল'ৰাৰ বয়সীয়া বুলিয়েই সেই সম্বোধন কৰিছো।

দীপধৰ : (আক্ৰমণৰ সুৰত) শুনি সুখী হ'লোঁ।

বৰুৱা : লগৰ মানুহ দুজন ইয়ালৈকে মাতি আনা, গোহাঁই।
[মনচোকা ভিতৰলৈ সোমাই যায়, দীপধৰ বাহিৰলৈ ওলাই যায়।] —তাৰ পিছত, ধৰ্ম্মকিঙ্কৰ?

ধৰ্ম্ম : কথাবোৰৰ সঁচা-মিছা বাছি যাব, খুড়াদেও। (পঢ়ে) "কেইবাজনো মানুহক সুধি বুজিব পাৰিলো আৰু উপযুক্ত প্ৰমাণো পালো—যে মাটি খোৱা একুৱাই দিয়া ভয় দেখুৱাই, তোমালোকৰ মহৰীয়ে অযথা ওপৰঞ্চি ধন আৰু চাউলমাহ দুখীয়া মানুহৰপৰা বলেৰে উলিয়াই নিয়ে। ই অতি

বেজাৰ লগা কথা। এই মানুহ দুজনে এই কথা পদে-প্ৰমাণে দেখুৱাব।

"আৰু এটা কথা—তোমালোকৰ মহৰীৰ কি স্বাৰ্থ জড়িত আছে ক'ব নোৱাৰোঁ—মোৰ সহকৰ্মী কিছুমানৰ মাজত মোৰ আৰু আৰতিৰ অপযশ ৰটি ফুৰিছে। এইটোও জনাই থওঁ যে আৰতিয়ে যি উদ্যমেৰে পুঁজিৰ কাৰণে টকা তুলি আৰু আন প্ৰকাৰেও সহায় কৰিছে, সঁচায় শলাগিব লগীয়া। মোৰ স্নেহ জানিবা। এয়ে। "তোমাৰেই প্ৰণৱ।

"পুনশ্চঃ এই মাত্ৰ ককাইদেৱৰ মৃত্যুৰ বাতৰি পাই মৰ্ম্মান্তিক বেদনা অনুভৱ কৰিছো। কি কৰিবা, জন্ম-মৃত্যুতো আমাৰ হাতত নহয়! শৰীৰ অলপ ভাল পালেই যাবলৈ আশা কৰিছোঁ।"

ভানু: ধৰ্ম্ম ককাইদেও, আপুনি এই পাপবোৰ লৈয়ে ধৰ্ম্মকিঙ্কৰ নাম লৈছিলনে? ছিঃ।

[ধৰ্ম্মকিঙ্কৰ তলমূৰকৈ ৰয়। দীপধৰ আৰু দুটা মানুহ সোমাই আহে। মানুহ দুটা আদবয়সীয়া। যিমান পাৰি আটোমটোকাৰিকৈ পিন্ধা সাজ-পাৰত সিহঁতৰ দাৰিদ্ৰ্যৰ চিন পূৰা মাত্ৰায়। বৰুৱাৰ ঘৰৰ ভিতৰত সিহঁতে অসুচল অনুভৱ কৰে।]

বৰুৱা: বাৰু তই মনে মনে থাক, সোণ।—উঃ মোকো ভাল আপদখনে পায়। ভালেটিহে লোকে কয়, আপদ আহিলে অকলৈ নাহে বুলি।—পিছে গোহাঁই, তোমাৰ ক'ব লগীয়াখিনি কোৱাঁ।

দীপধৰ: মোৰ ক'ব লগীয়া বহুত আছে। আগতে এই মানুহ দুজনক বিদায় দি লক।—(ধৰ্ম্মকিঙ্কৰলৈ চায়) এখেতেই বোধ হয় আপোনাৰ টকা-তোলা মহৰী? (বৰুৱাই মূৰ দুপিয়ায়।) দুখীয়া মানুহৰ তেজ পিয়েই এনে থলুৱাৰ

দেওৃা বঢ়াইছে। কিন্তু সেইদিন আৰু যাওঁ যাওঁ।
ধৰ্ম্মকিঙ্কৰৰ চকুত জুই-আগুনি ওলায়।) ডাঙৰীয়া, এইজন
হৈছে গাৱঁৰ বাৰিক। নাম ধনীৰাম। আপোনাৰ ডেৰ
পুৰা মাটি আজি ছবছৰ খাইছে।

ধনীৰাম ঃ (কুঁচিমুচি হাত যোৰ কৰি) হৈছে দেউতা, বন্দীয়ে তাৰেই কোনোমতে এগোহালি ল'ৰা-ছোৱালী পোহ-পাল দিব লাগে।

বৰুৱা ঃ তোমাৰ নিজৰ মাটি আছেনে নাই ?

ধনীৰাম ঃ আছে দেউতা দুডৰামান। এয়ে-সেয়ে কোনোমতে বছৰটো, লোকত হাত নপতাকৈ, তেজে মূতা বন কৰি, জোৰা মৰাওঁ। যোৱা ছবছৰে তাৰো মুদা মাৰিছে দেউতা।

বৰুৱা ঃ কিয় ?

ধনীৰাম ঃ দেউতা··

বৰুৱা ঃ কোৱঁা, কোনো ভয় নাই, যি অসুবিধা হৈছে নজনালেতো আমি জানিবৰ উপায় নাই।

ধনীৰাম ঃ দেউতা, মহৰী দেউতাই—

বৰুৱা ঃ কোৱঁা, কোৱঁা—

ধনীৰাম ঃ দুয়ো বছৰ আগ ধন বুলি পোন্ধৰ টকাকৈ লৈ একো ৰছিদ-পত্ৰ নিদিলে। তাৰ পিছতো আকৌ পূৰা ধন উলিয়াই লয়। আমি দুখীয়া মানুহ, দেউতা। দেহাই টানে মানেহে কষ্ট কৰিব পাৰো। মাটি বছৰি বছৰি অসাৰুৱা হৈ আহিছে দেউতা। খন্দুৱা ধনৰ জোখাৰেই ধান নপৰে। তাৰ উপৰি মহৰী দেউতা যায় পতি জহা চাউল একঠা, বৰা চাউল একঠাৰ টোপোলা এটা নিদিলে মাটি খোৱাৰ আশা-ছেদ হয়।

বৰুৱা ঃ ধৰ্ম্মকিঙ্কৰ, ধনীৰামৰ কথাত বিধৰ্ম্ম হোৱা নাইতো ?

ধৰ্ম্ম ঃ ধনীৰাম !!! (ধনীৰামত তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰে।)

দীপধৰ : এই চকুৰ পাক আৰু নাখাটিব, ডাঙৰীয়া। তাক ঘৰৰ বৈণীৰ কাষলৈ সামৰি লৈ যাওক। ত'ত চন্দুকত ভৰাই থ'ব।

বৰুৱা : ৰচিদ-পত্ৰ কিবা আছেনে ?

ধনীৰাম : হয় দেউতা। (এনুৰা ফপহুতা কাগজ বৰুৱাৰ হাতত দিয়ে।)

বৰুৱা : যোৱা দুবছৰৰ ৰচিদ ক'তা ?

ধনীৰাম : এ, দেউতা ; মোৰ আকৌ কলীয়া আখৰৰ লগত চিনাকি নাই দেখিতো এইদৰে লোকৰ ঠোঙোনা-মুকুটি খাবলৈ ছল ওলাইছে।

[বৰুৱাই মুৰাৰ দুখন নতুন ধৰণৰ কাগজ উলিয়াই চাই ধনীৰামক আটাইখিনি ঘূৰাই দিয়ে।]

বৰুৱা : আৰু এওঁৰ কি ওজৰ ?

ইটোমানুহ : মাধৱক চিন্তি মোৰ নাম—কিন্তু ৰূপে সৈতে—দেউতা, হৈছে মণিৰাম। মোৰ ককা-পিতা পৰ্য্যন্ত কৰি—কিন্তু ৰূপে সৈতে আপোনাসবৰ মাটি খাই আহিছে, দেউতা। কিন্তু দেউতা, আজি তিনি বছৰ - কিন্তু ৰূপে সৈতে—কি দুৰ্ভাগ্যৰ ফেৰ ক'ব নোৱাৰোঁ সেইফেৰাবপৰা বঞ্চিত হৈছো, দেউতা ঈশ্বৰ।

বৰুৱা : কোনে এৰুৱাই দিলে ?

মণিৰাম : মহৰী দেউতাই, দেউতা ঈশ্বৰ। ল'ৰা-ছোৱালী কেইটাৰ —কিন্তু ৰূপে সৈতে—অনাথিতি মিলিল্ দেউতা।

দীপধৰ : এদিন ঘৰত মতা মানুহ নথকাত অসদ অভিপ্ৰায় লৈ আপোনাৰ এই প্ৰতিনিধিগৰাকী মণিৰামৰ ঘৰলৈ গৈ, মণিৰামৰ বৰ পুতেকৰ হাতত দুই-চাৰিটা লপা-থপাৰ সম্মান পাই আহিছে, ডাঙৰীয়া। মণিৰামৰ এজনী ছোৱালী ওচৰৰ পাঠশালাটোৰ পণ্ডিতনী।

মণিৰাম : হৈছে, ডাঙৰীয়া দেউতা—কিন্তু ৰূপে সৈতে—সেয়ে মুঠ কথা।

দীপধৰ ঃ তাৰ পিছৰপৰাই মহৰী আৰু মণিৰামৰ ঘৰৰ ফালে মু' কৰিব নোৱৰা হ'ল আৰু একে বছৰতে মণিৰামে খোৱা মাটি অসচ্চৰিত্ৰৰ এজনী বাঁৰীৰ হাতত পৰিলগৈ।

ভানু ঃ ধৰ্ম্মৰ কিঙ্কৰ হ'লেও ইমানখন পুণ্যৰ বোজা অকলৈ কঢ়িয়াব পাৰিছেনে ?

বৰুৱা ঃ ৰ, সোণ।—এই বছৰলৈ মাটি লগোৱা হৈ গলনে, ধৰ্ম্মকিঙ্কৰ ?

ধৰ্ম্ম ঃ অলপ হৈছে, খুড়াদেও।

দীপধৰ ঃ মানে যি যি ঠাইৰপৰা ৰৰা-জহা একঠা হাতত পৰিছেহি।

বৰুৱা ঃ (ধনীৰাম, মণিৰামক) তোমালোক দুয়ো বাৰু এতিয়া যোৱাঁ।

মণিৰাম ঃ মাধুৱক চিন্তি দেউতা ঈশ্বৰে মাটি এডৰা নিদিলে যে, এইবাৰ আৰু—কিন্তু ৰূপে সৈতে, ল'ৰা-ছোৱালী কেউটাৰে বন্দী, নিগমে মৰোঁ দেউতা ঈশ্বৰ।

(ধনীৰাম, মণিৰামৰ নমস্কাৰ কৰি প্ৰস্থান।)

বৰুৱা ঃ এতিয়া গোহাঁইৰ কি বক্তব্য আছে, কোৱাঁ।

দীপধৰ ঃ ডাঙৰীয়া, এই দুটা মানুহে আপোনাৰ মহৰীৰ যি প্ৰতাড়না সহিব লগীয়া হৈছে, সি এয়া মাত্ৰ নমুনাহে। দুই-তিনিখন গাৱঁৰ কঙাল ৰাইজৰ ডিঙিত ভৰিৰ গচক দিয়ে আপোনাৰ মহৰীৰ সৌটি মেদেলা গা ধৰিছে। প্ৰত্যক্ষভাৱে বা পৰোক্ষভাৱেই যে আপুনিও এই প্ৰপীড়নৰ গৰাকী তাকো নুই কৰিব নোৱাৰি। আজি বছৰিবন্ধীয়াকৈ এই ধ্বংসৰ যন্ত্ৰৰ তলত থাকি প্ৰজাৰ ডিঙি শুকাই গৈছে ;—প্ৰতিবাদ কৰিবলৈ সিহঁতৰ মাত নাই, সাহ নাই। কিন্তু সেই প্ৰতাড়নাৰ দিনৰ লেখ উকলিল। ৰায়ত সভাৰ তৰফৰপৰা মই আপোনাৰ ওচৰত এইকেইটা দাবী পেচ কৰিলো। (জেপৰপৰা এখন কাগজ উলিয়াই পঢ়ে—) "এক, বৰ্ত্তমান খাজনা-তোলা মহৰীয়ে সেই পদ ইস্তফা দিয়ক। দুই, আগেয়ে মাটি খোৱা মানুহক আৰু দুখীয়া চাই চাই ন লোকক ৰায়ত সভাৰ জৰিয়তে মাটি লগাব লাগিব। তৃতীয়তে,

যেহেতু এই কেইবছৰৰ শোষণৰ দ্বাৰা ৰায়তৰ আৰ্থিক অৱস্থা অতি ভয়ানক হৈ পৰিছে ; অন্ততঃ, দুবছৰলৈ দুখীয়া ৰাইজক নাম মাত্ৰ খাজনালৈ মাটি এৰি দিব লাগে। চতুৰ্থতে, নতুন মহৰী ভৰ্ত্তি কৰা আৰু মাটি লগোৱা কামত যেন ৰায়ত সভাৰ সহায় নোলোৱাকৈ নাথাকে।” বৰুৱা ডাঙৰীয়া, এই চাৰিটা দাবীৰ এটি অগ্ৰাহ্য কৰা মানে, মাটি কেইবছৰমানলৈ ছন্ পৰিবলৈ দিয়া। কৃষক ধনীৰ হাতত এইদৰে লাঞ্ছনা ভুগি জীৱন কটোৱাতকৈ নাথাই মৰাটোৱেই শ্ৰেয়ঃ।” (কাগজখন বৰুৱাৰ হাতত দিয়ে)

বৰুৱা : বাৰু, তুমি ঘৰলৈ যোৱা। মই বিবেচনা কৰি চাম।

দীপধৰ :- বৰুৱা ডাঙৰীয়া, নাভাবিব আপোনাৰ ওচৰত ভিক্ষা বিচাৰি আহিছো বুলি। মই ইয়ালৈ আহিছো আমাৰ দাবীৰ উত্তৰ বিচাৰি।

ভানু : দেউতা, ময়ো ৰায়তৰ দুখত সহানুভূতি জনাইছো। গতিকে ৰায়ত সভাক কথাটো বিচাৰ কৰিবলৈ দিয়াই ভাল। সেই সম্বন্ধে আপুনি গোহাঁইক এটা সমিধান দিয়া উচিত।

বৰুৱা : মই বুজোঁ, মই বুজোঁ, সোণমইনা।—গোহাঁই, তোমাৰ দাবীৰ উত্তৰ নিবলৈ মই মাতি পঠিয়াম। এতিয়া, যোৱা। (থিয় হয়)

দীপধৰ : ভাল, চাব কিন্তু, ধান পকে মানে যেন টুনিৰ মৰণ নহয়। (প্ৰস্থান) (এটা কেনভাছাৰ বেগ লৈ ভিঠল সিঙৰ প্ৰৱেশ।)

সিং : নমস্কাৰ বৰুৱাজী, নমস্কাৰ মহৰী বাবু।

বৰুৱা : নমস্কাৰ সিংজী, বহক, বহক। [ধৰ্ম্মকিঙ্কৰ নিমাতে বয়]

সিং : (বিদেশী উচ্চাৰণৰ ঠাঁচেৰে) বৰুৱাজী, আপনাৰ প্ৰভাস বাবু মৰা শুনি ভাৰী দুখ পাইছো। ভগৱান্‌কা মৰ্জি বৰুৱাজী। —মোৰ এক জৰুৰী কাজ আছে। শ্বেয়াৰ সম্বন্ধে shortly and simply বলিন। আপ্নাৰ দুই দফ্ share

price আদায়কা ৰচিদ মিলা। লেকিন্ third call-money আজ পৰ্য্যন্ত আদায় নাই হুৱা। বদলে কম্পেনীৰ ফাইলমে প্ৰভাস বাবুৰ এক চিঠি আছে। মে'ৰ শেষ হপ্তামে ঐ call-money without any notice আদায় কৰ্‌নেকু বাত ৰহা। (কেন্‌ভাছাৰ বেগ্ খুলি এখন কাগজ উলিয়ায়। ভানুৱে কাগজখন হাত পাতি লয়।) আভী, আপ্‌নাৰ share automatically is in lapse. Half the paid call-money ফেন্ দিলে in force ৰ'ব।

ভানু ঃ এইটোতো প্ৰভাসদাৰ চহী হব নোৱাৰে। P আৰু B ঠিক আছে, বাকী a-r-u-a একেবাৰেই অমিল। [কাগজখন মেজত থয়। বকুৱাই চচ্‌মালৈ আৰু ভিঠল সিং আৰু ভানুৱে জুমি চায়। ধৰ্ম্মকিঙ্কৰ থিয় হয়।]

বকুৱা ঃ উস্ ই জাল, জাল, জাল।

ভানু ঃ বহুক ধৰ্ম্মকিঙ্কৰ ককাইদেও, ইও আপোনাৰে কীৰ্ত্তি বোধ হয়। [বকুৱা, ভানু, ভিঠল সিং তিনিও তীব্ৰ দৃষ্টিৰে ধৰ্ম্মকিঙ্কৰলৈ চায়। সেই দৃষ্টিৰ হেচাতে যেন, সি বহি পৰে।]

ধৰ্ম্ম ঃ আপোনালোকৰ—এই—চোকা চাৱনিৰ অৰ্থ পোৱা নাই, খুড়াদেও।

ভানু ঃ (আক্ৰমণৰ সুৰে) পাব, পাব, যিদিনা দুখীয়া প্ৰজাৰ ওপৰত আচৰা ব্যভিচাৰৰ ফল স্বৰূপে, যাৰ চাউল খাই জীয়াই আছে তাৰে বিৰুদ্ধে এনে ষড়যন্ত্ৰ সৃষ্টি কৰাৰ ফলস্বৰূপে, যিদিনা জেলত পচিব লাগিব, সেইদিনা, সেইদিনা বুজিব।

ভিঠল সিং ঃ (জাল কাগজখন বকুৱাৰ ফালে আগ বঢ়াই) বকুৱাজী, মই যাওঁ। এই কাগজটো আপ্‌নাৰ দৰ্কাৰ হব, সাৱধান ৰাখিব। আপ্‌নাক ফেন্ লগ পাম কাল্। নমস্কাৰ বকুৱাজী, নমস্কাৰ ছোট বাবু।

বকৰা ঃ নমস্কাৰ সিংজী।

ভানু ঃ নমস্কাৰ। [ ভিঠেল সিঙৰ প্ৰস্থান। পিছে পিছে লৰালৰিকৈ ভানুও ওলাই যায়। * * * খন্তেক নীৰৱ। * * * বকৰাই তীব্ৰভাৱে ধৰ্ম্মকিঙ্কৰলৈ চাই থাকে। ধৰ্ম্মকিঙ্কৰে একে থৰে মাটিলৈ চকু দি ৰয়। সি লাহে লাহে মুখ তুলি কৰযোৰকৈ বকৰাক সাৱধান কৰে. ]

ধৰ্ম্ম ঃ খুড়াদেও, মোৰ ওপৰত যিমানখিনি পাপ জাপি দিব খুজিছে, মইতো তাৰ ভাগী নহওঁ।

বকৰা ঃ বুজিছো, বুজিছো, পাষণ্ডই মৰিও মৰ-কামোৰ নেৰে। এতিয়া জালত পৰিও আকৌ এৰাবলৈ চেষ্টা !!.

ধৰ্ম্ম ঃ ( বকৰাৰ ওচৰত আঁঠু কাঢ়ি ) খুড়াদেও, ভাবি চাওক গোটেই জীৱন আপোনাৰ হাততে কটাই দিলো। মোৰ পাপৰ ক্ষমা নাপামনে ?

বকৰা ঃ ( থিয় হৈ ) মোৰ ঘৰত তই আছিলি স্বাৰ্থ লৈ—মিঠা কথাৰে মোক খুলি খুলি খাবলৈ : এতিয়া মিঠা কথাৰে আৰু মোক ছলিব নোৱাৰ—নোৱাৰ—নোৱাৰ।

[ মনচোকা সোমাই আহে আৰু আঁতৰতে আচৰিত হৈ থিয় দি ৰয়। ধৰ্ম্মকিঙ্কৰে সৰগ পৰা মানুহৰ দৰে মূৰত হাত দি মাটিতে লেপেটা কাঢ়ি বহি থাকে। ]

উস্, উস্—বিপদৰ উপৰি বিপদ—পেটৰ পোৱালি এটা মৰি যাবৰ চাৰি দিন হোৱা নাই—তাতে আকৌ—উস্ উস্—। ( মনচোকাক দেখি ) মনচোকা তই আছ। তই আছ? (মনচোকা আচৰিত হৈ অঁা কৰি ৰয়। ধৰ্ম্মকিঙ্কৰ থিয় হয়।) তই মাত্ৰ মোৰ ঘৰৰ ঘৰ-জেউতিৰ দৰে · তই মাত্ৰ আছ। —এটা কথা, এটা কথা মনচোকা, ভালকৈ জলপান কৰি আন দুটা মানুহলৈ। আজি মোৰ সোঁ হাত ধৰ্ম্মকিঙ্কৰক খুৰাই-ধুৰাই ছিঙি পঠিয়াও। 'যা যা—( মনচোকা যায় ) 'আহাঁ, 'আহাঁ, ধৰ্ম্মকিঙ্কৰ আজি তোমাৰ ধৰ্ম্মৰ

কিঙ্কৰক মোচন কৰি পাপকিঙ্কৰ নামেৰে অভিহিত কৰা হওক।
[ধৰ্ম কিঙ্কৰক হাতত ধৰি বাহিৰলৈ টানি লৈ যায়।]
[বাদ্যযন্ত্ৰৰ ছন্দহীন দুটা শব্দ কিছুমান যেন মঞ্চৰ ওপৰেদি বাগৰি যায়। সেই শব্দ বেছি অমিল হবলৈ ধৰে, কিন্তু পুনৰ লাহে লাহে সমলয়ত পৰিণত হয়হি। কথা পাতি পাতি ভানু আৰু আৱতিৰ প্ৰবেশ। আৱতিৰ সাজ-পাৰ আগৰ তুলনাত সৰল আৰু যথাসম্ভৱ দেশীয়।]

[আৱতি, ভানুৰ প্ৰবেশ।]

ভানু ঃ প্ৰণৱৰ লগতনো তোমাৰ কেইদিনৰ সংস্ৰৱ! —এই দুদিনতে যে তোমাৰ বৰণ সলনি হ'ব, মই স্বপ্নতো ভাবিব পৰা নাছিলো। গাত পৰি পিছলা সেই জৰ্জ্জেট, চিল্কৰ ঠাইত, এই খহটা কপাহী কাপোৰ কেইডোখৰ বোধ কৰোঁ সেই দেশ-প্ৰেমিকৰে স্নেহৰে চিন?

আৱতি ঃ সেই কথা অস্বীকাৰ কৰি লাভ নাই, ককাইদেও। আগৰ বিলাস-প্ৰিয় সাজ-কাপোৰৰ বাবে মাহীদেওৰ চোকা ঠাট্টা সহ্য কৰিব লগীয়া হৈছিল যদিও, তাক এৰিব নোৱাৰিছিলো। দুয়ৰাৰ সংস্পৰ্শতে এইখিনি সলনি হৈছে; তাৰ বাবে গৌৰৱ বোধ কৰিছোঁ, দুয়ৰাৰ প্ৰতিও সেই বাবে কৃতজ্ঞ।

ভানু ঃ শুনি সুখী হৈছো।

আৱতি ঃ সুখী হোৱাটোৱেই বৰং স্বাভাৱিক।

ভানু ঃ বাৰু আৱতি, বজাৰ কৰি এপাক ফুৰি আহো বলা।

আৱতি ঃ মোৰ কাৰণে ই ফুৰিবৰ সময় নহয়, ককাইদেও। কাম হাতত লৈছোঁ যেতিয়া কামেই জপ-তপ হ'ব লাগিব, কামকে হাতত লৈ ঘূৰিবই লাগিব। অৱশ্যে, আপোনাৰ লগত ফুৰিবলৈ যাব পৰা হ'লে বঢ়েই পালোঁহেঁতেন।

ভানু ঃ দুয়ৰাদেৱৰ লগতহে বোধ হয় ঘূৰিবলৈ সময়ৰ অভাৱ নহব!

আৱতি ঃ অন্ততঃ অভাৱ নোহোৱাটোৱেই বাঞ্ছনীয়।

ভানু ঃ তেনেহ'লে বুজিব লাগিব সেই হাতত ধৰা-ধৰিকৈ ধূলি-ধেমালি খেলা আৰু এইদৰে হাঁহি-মুখে ছুআবাৰ কথা পতাৰ ইমানতে যবনিকা-পতন ?

আৰতি ঃ আপোনাৰ কথাৰ সুৰ ধৰা টান, ককাইদেও।

ভানু ঃ ধৰা টান নহ'লেও, অন্ততঃ স্বীকাৰ কৰা টান! কবি বিদ্যাপতি যেতিয়া কাৰ্ত্তিক যেন চেহেৰা লৈ ৰাণী লছমীৰ হৃদয় ৰাজ্য অধিকাৰ কৰি বহিল, পুৰণি প্ৰণয়ক সন্ধ্যাৰ আন্ধাৰে ঢাকি ধৰিবই লাগিব।

আৰতি ঃ ককাইদেও, আপুনি যি ধৰণে কথা কৈছে মই নিতান্তই বেজাৰ পাইছোঁ। তুলসী যেন পৱিত্ৰ হিয়াৰ আপোন-ভোলা দেশ-কৰ্ম্মী প্ৰণৱ ছুৱৰাৰ গাত যদি আপুনি এইখিনি দোষ আৰোপ কৰিব খোজে, ক'ব নোৱাৰোঁ। কিন্তু ককাইদেও, এইটো ঠিক বুজিব, তেওঁৰ মহৎ উদ্দেশ্যক সহায় কৰি দেশৰ হকে ক্ষুদ্ৰভাৱে স্বাৰ্থ আগ বঢ়োৱাই মোৰ বৰ্ত্তমান উদ্দেশ্য।

ভানু ঃ বুজিলো এয়েই বন্ধুৰ বন্ধুত্ব আৰু—আৰু এয়েই কৰুণাময়ী নাৰীৰ স্নেহ! ছি-ছি-ছি— কি কপটীয়া সংসাৰখন।

আৰতি ঃ ককাইদেও-

ভানু ঃ ( ছুই কাণত আঙুলি দি ) আৰু নুশুনো—আৰু মই নুশুনো—যোৱাঁ প্ৰণৱৰ আগত কোৱাঁগৈ। উস্ জলে জলে ইমানখিনি পায়গৈ। ল'ৰাকালৰে পৰা উঠি অহা স্নেহ-প্ৰীতিত এইদৰে বাগী কুঠাৰ মাৰে! অসহ্য, অসহ্য! কৈ দিবা তোমাৰ প্ৰণৱক, আৰু যেন তাৰ লগত মোৰ সমুখা-সমুখি নহয়। হ'লেও আৰু বন্ধু-ভাৱেৰে নহয়। ( সি মূৰত হাত দি বহে।) আৰু তুমি, তুমি—তোমাক মই কি ক'ম—তোমাক নাভাবিছিলোঁ এনে বুলি—খুব বিশ্বাস কৰিছিলোঁ— ।

আৰতি ঃ (ঠাট্টাৰ সুৰেৰে) কি কৰিব, ডেকা-গাভৰুৰ মন ৰবৰৰ নিচিনা—যিমানে টানে সিমানে টান খায়। ডেকা-গাভৰুৱে সকলো কথাকে বিশ্বাস কৰে!

ভানু ঃ (আওকণীয়া ভাৱে) সকলো আশা— সোণৰ সংসাৰৰ সকলো ভৰসা এদিনাৰ ভিতৰতে ছাই হৈ গল। কিযে এই নাৰী জাতিটো! ঠিক বাঘ-মকৰাৰ নিচিনা —এঠা লগা জাল মেলি চিকাৰলৈ থাপ লৈ বৈ থাকিব। যেতিয়ালৈকে জিঞাটো মৌমাখিটো ভালকৈ লাগি নৰয় তেতিয়ালৈকে গা নলৰায়েই। যেতিয়া আকৌ দেখিব মৌমাখি এজাক লাগি আছে, জিঞাটোক ফান্দত লাগি ধৰফৰোৱা চাই থাকে।

আৰতি ঃ ককাইদেও, আপুনি নাৰী জাতিৰ গাত খঙৰ বেগত মিছায় দোষাৰোপ কৰিছে। আপুনি পাহৰা উচিত নহয় যে নাৰীয়েই মাতৃ-জাতিত-অকৃত্ৰিম দয়াৰ, স্নেহৰ সূক্ষ্মতম আধাৰ। সেই নাৰীয়ে যেনেকৈ পিশাচী ৰূপো ধৰিব পাৰে সেইদৰে দেশৰ জন-সাধাৰণৰ প্ৰতি কৰুণাত আৰ্দ্ৰ হৈ, নিজৰ দয়া-ঐশ্বৰ্য্য বিলাই ৰোগ-শোক-যাতনাৰ নিষ্ঠুৰ হাতো কোমলাব পাৰে। আপুনি মিছাকৈয়ে মোৰ লগত —আপোনাৰ এই কেলেঙ্কাৰীখন তৰি লৈছে কিয়? আৰু ছুৰৰাৰ মই অনুৰক্তা হৈ আত্ম-নিবেদন কৰা বুলি ভবাটোও আপোনাৰ ভুল।

ভানু ঃ সি ছলনাময়ী নাৰীৰ ছলাহী কথা মাত্ৰ।

আৰতি ঃ তেনেহলে ককাইদেও, মই আপোনাক ঘৃণা কৰিবলৈ বাধ্য। (বুকৰপৰা এখন চিঠি উলিয়াই মুকলি কৈ ভানুৰ হাতত দিয়ে। ভানুৱে পঢ়ি থাকে, তাই কৈ যায়)

এইখন চাওক প্ৰণৱ ছুৰৰাৰ চিঠি। এবাৰ পঢ়ি বুজক, কেনে এখনি দেৱতাৰ হৃদয় প্ৰতিটো আখৰত লুকাই আছে! সেইখনি অন্তৰত কাম-ভাবৰ সাঁচ, যেজাৰ ক'লেও, থাকিব

নোৱাৰে। আপোনাৰ দৰে ভাব-প্ৰৱণ লোক প্ৰণৱ হুৰবা নহয়।

ভানু : (চিঠিখন আৰতিৰ গালৈ দলি মাৰি থিয় হয়।) তুমি তোমাৰ দেৱতা প্ৰণৱক লৈ যি কৰা কৰ'গৈ। সেই বিষয়ে যেন মই আৰু একো শুনিবলৈ নাপাওঁ। (ভিতৰলৈ সোমাই যায়।)

আৰতি : ইও আভিজাত্যৰ অভিমাননেকি ? [ চিঠিখন সামৰি বাহিৰলৈ লৰালৰিকৈ ওলাই যায়। ভানু ভিতৰৰপৰা সোমাই আহি আকৌ আগৰ ঠাইত বহে। বকৰা সোমাই আহে ]

বৰুৱা : তহঁতৰ এই ছছিয়েলিষ্ট-ফছিয়েলিষ্টবোৰ মই বুজ নাপাওঁ। মাটিৰ গৰাকী মাটিৰ গৰাকী, আৰু মাটি খোৱাবোৰ তাৰ তলতীয়া। এয়ে সনাতন নীতি—সাম্য-নীতি তাৰ বাজ। আৰু তহঁতৰ এই generation টো, এই পুৰুষটো বুজা বৰ টান,—তহঁতৰ নীতি হৈছে শত্ৰুপক্ষত যোগ দিয়াটো।

ভানু : দেউতা—ই কুৰি শতিকা—নতুন যুগ।

বকৰা : কুৰি শতিকা—কুৰি শতিকা – [ওলাই যায় আৰু পিছে পিছে মনচোকাই ভিতৰৰ পৰা এখন ট্ৰেত চাহ-জলপান লৈ সোমাই বকৰাৰ পিছে পিছে যায়হি। বাদ্য-যন্ত্ৰৰ discord আহি আকৌ কাণত পৰেহি। ভানুৱে হাতেৰে চুলিবোৰ আঁজুৰি আঁজুৰি শূন্যলৈ চাই থাকে। এনেতে মিনতি লৰি আহি তাৰ কাষতে বহি সোধে,

মিনতি : সৰুদাদা, আৰতি বাইদেও দেখোন আৰু আমাৰ ঘৰলৈ নাহে বোলে। —তুমি কি ক'লা ?—কেলেই ?—কেলেই ?– [ ভানুৱে একো নামাতি মিনতিক এখন হাতে সাৱটি ধৰি আনখন হাতেৰে তাইৰ মূৰত আঙুলি বুলাই ৰয়। দূৰৈত আকৌ বৰাগীৰ গীত-ধ্বনি শুনা যায়। ]

## তৃতীয় অঙ্ক

### দ্বিতীয় দৃশ্য

দৃশ্য—প্ৰথম অঙ্ক, দ্বিতীয় দৃশ্যৰ দৰেই,- মাত্ৰ ঘৰুৱা সাজ-সৰঞ্জাম অলপ কম ; আৰু এখন আৰামী চকী বিচনাৰ পথালিকৈ পৰা আছে। কাপোৰ-কানি লৈ বেমাৰী অৱস্থাত প্ৰণৱ ওপৰলৈ মুখকৈ বহি আছে। ওচৰতে এটা বিলাতী পিক্‌দানী। সাধাৰণ চকী এখনত এহাতে চিগাৰেট আৰু আন হাতে এখন ধুনীয়া কাজ কৰা বিচনী লৈ তলমূৰকৈ ভানু বহি আছে।

প্ৰণৱ ঃ ভানু, জীৱনটো কিছুমান সৰু-ডাঙৰ 'ট্ৰেজেডি'ৰ এটা স্তূপ মাথোন—মাজে মাজে মাত্ৰ দুই-এটি 'কমেডি'ৰ ছাঁ।

ভানু ঃ কিয় প্ৰণৱ?

প্ৰণৱ ঃ সুখৰ সপোন দেখি মানুহে সোণৰ নাৱত জীৱনৰ আশা-ভৰসাৰ লখিমী বোজাই দিয়ে, কিন্তু দুদিনৰ পিছতেই দেখিবা জীৱন-নৈৰ নিজান পাৰত বহি বিনোৱা। মানুহৰ ইচ্ছা-শক্তিৰ পৰাজয়েই জীৱনটো।

[ খন্তেক নীৰৱ। ]

কত আশা কৰিছিলো ভানু, নান বং-উছৱৰ মাজত বিলাতলৈ যাবা, বিলাতৰ শিক্ষাৰে দেশৰ মুখ উজ্জ্বল কৰিবা। কিন্তু ককাইদেও গ'ল, ঘৰত তোমাৰ নানা অশান্তিৰ সৃষ্টি হ'ল, শেহত তোমাৰ পৰীক্ষাৰ খবৰো হ'ল সেই। মোৰ নিজৰ কৃতকাৰ্য্যতাৰ আনন্দকেৰা- সিও তল পৰিল।

[ ভানুৱে তাৰ মূৰৰ চুলিবোৰ আঙুলিৰে টানে।]

মানুহৰ গৰ্ব্ব, মানুহৰ মহত্তালি কালে নিমৰমিয়াল হাতেৰে ভাল-বেয়া নিবিচাৰি মোহাৰি পেলায়। মানুহৰ আশা-আকাঙ্ক্ষা মুহূৰ্ত্তে মুহূৰ্ত্তে সলনি হ'বলৈ বাধ্য। ক'তেবা

মোৰ সেই আৰ্ট-সাহিত্যৰ শান্তিময় চৰ্চ্চাৰ সুকুমাৰ সপোন ? —আৰু ক'ত দুৰ্ভিক্ষ-পীড়িত লোকৰ মাজত অনাহাৰে-অনিদ্ৰায় ঘূৰি ফুৰা ?—আৰু ক'তেইবা এই ৰোগৰ নিকাৰ ? দাৰিদ্ৰ-নিবাৰণৰ আকুল আকাঙ্ক্ষা আৰু এশ-এটা কাৰ্য্য-পদ্ধতি আজি বান-পানীত আধা মৰা শৰ দৰে উটি ফুৰিছে আৰু মই এই আৰামী চকীত বহি—।

ভানু : সিতো তোমাৰ দোষ নহয়, প্ৰণৱ। তুমি প্ৰাণ টাকি চেষ্টা কৰিছা। আৰু কি কৰিবা ?

প্ৰণৱ : মোৰ দোষ নহয় ! কাৰ দোষ ? ই মোৰ জীৱনৰ এক ভীষণ পৰাজয়, ভানু। মোৰ এই পৰাজয়ৰ বাবে আজি কত লোকে চাল-বাৰ নোহোৱা ঘৰত পৰি কান্দিব লাগিছে।

ভানু : তুমি নিজৰ প্ৰাণ আগ কৰি বান-পানীত সাঁতুৰি কাম কৰি ফুৰিলা, সিমানতো যদি ভগৱানে কাম সম্পূৰ্ণ কৰিবলৈ নিদিলে, সি পৰাজয় কিয় হ'ব ?

প্ৰণৱ : কিয়—কিয়—পৰাজয় ? (কাহে ধৰে। কাহি কাহি পিকদানীত খেকাৰ পেলায়। ভানুৱে প্ৰণৱৰ বুকুত ধৰে আৰু ওচৰত থকা গামোচাৰে মুখ মচি দিয়ে।)

ভানু : (হাঁহি) মোৰ বিলাতলৈ যোৱা আকাঙ্ক্ষাৰ পৰাজয় হ'ল, তাৰ বাবে কিছু দুখ পাইছো। কিন্তু আৰু এটি পৰাজয় স্বীকাৰ কৰি আজি মই সুখী।

প্ৰণৱ : কি পৰাজয় ? (ভানু নীৰৱ)— কি পৰাজয়, ভানু ?

ভানু : (গহীন) ভাবিছিলো তোমাৰ আৰু মোৰ বন্ধুত্ব শেষ হৈ গৈছে। কিন্তু বন্ধুত্বৰ ওচৰত মোৰ অভিমান অহঙ্কাৰে পৰাজয় স্বীকাৰ কৰিলে ?

প্ৰণৱ : কিহৰ অহঙ্কাৰ ? কিহৰ অভিমান ? মইতো একো বুজা নাই।

[ ভানু নীৰৱ। ]

প্ৰণৱ : কোৱা, ভানু।

ভানু : নাই মোৰ ভুল হৈছিল—ভুলতে সেইটো কৈছিলো।

প্ৰণৱ : মোক এতিয়া ফ'াকি নিদিবাঁ, কোৱ'া, মোৰ কিবা দোষ দেখিছিলানেকি? কোৱ'া, মইতো ক'লে বেয়া নাপাওঁ।

ভানু : সি এদিন আপোনা-আপুনি ওলাব. এতিয়া সি ৰহস্য হৈ থক। (হাঁহি) কিন্তু আৰু এটি পৰাজয় দেখি বং পাম বুলি আশা কৰিছো।

প্ৰণৱ : কাৰ?—(ভানু নীৰৱ।) দেউতাৰাৰ?

ভানু : দেউতাৰ আকৌ কি পৰাজয়?

প্ৰণৱ : এৰিষ্টক্ৰেট, দেউতাৰাই পোনতে দুখীয়া ৰাইজক মাটিৰ ধন ৰেহাই দিবলৈ অস্বীকাৰ কৰি শেহত দৰিদ্ৰৰ প্ৰতি স্নেহৰ ওচৰত পৰাজয় স্বীকাৰ কৰাৰ কথা কৈছা?

ভানু : নহয়।

প্ৰণৱ : তেনেহ'লে?

ভানু : সময়েই তাকো কৈ দিব।

প্ৰণৱ : তুমি এনে ৰহস্যী হ'বলৈ শিকিলা কেতিয়া?—ভানু, আৰতিক দেখা পাবলৈকে নাই দেখোৰ। ইমানদিনে মোৰ অসুখ। খবৰ নাপায়নেকি বাৰু?

ভানু : মই কি জানো?

প্ৰণৱ : অৱশ্যে বেচেৰীৰ যথেষ্ট কষ্ট হৈছে। ছোৱালীজনীলৈ সঁচায় শ্ৰদ্ধা হয়, ভানু।

[ভানু নীৰৱ। সি বিচনীৰে তাৰ মুখ ঢাকে।]

প্ৰণৱ : নীৰৱে ৰ'লাচোন, ভানু?

ভানু : মোৰ ক'ব লগীয়া একো নাই, সেইদেখি।

প্ৰণৱ : কিয়, যাৰ লগত সৰুটিৰেপৰা প্ৰাণৰ, মনৰ চিনাকি, যাৰ কথা ওলালেই তোমাৰ মুখ জোনাকী আকাশৰ দৰে পোহৰ হৈ উঠে, সেই আৰতিৰ সম্বন্ধেও তোমাৰ বক্তব্য নাইনে?

[ভানু নীৰৱ। চিগাৰেটৰ ভাৰে এটা হোপা মাৰে।]

প্ৰণৱ : বান্ধৱীৰ লগত কিবা মনোমালিন্য ঘটিলনেকি?

[ভানুৱে ধোৱ'াবোৰ ওপৰলৈ মুখকৈ লাহে লাহে এৰি দিয়ে।]

প্ৰণৱ ঃ মোক সহায় কৰা বাবে কিবা ঈৰ্ষ্যা উপজিছেনেকি, নাই লগ পোৱা নাই বাবে এই অভিমান ?

[ ভানু নীৰৱ। প্ৰণৱে কিবা ক'ব খোজোঁতেই আকৌ কাহে ধৰে ; খেকাৰ পেলায়। ভানুৱে চিগাৰেট পেলাই প্ৰণৱৰ কপালত বিচে। ]

প্ৰণৱ ঃ (টানকৈ) তোমাৰ কি হৈছে, ভানু ? তুমি মোৰ আগত এই মূৰ্ত্তি ধৰিবলৈ শিকিলা কেতিয়াৰপৰা ? কোৱাঁ, কি লাগিছে আৰতিৰে।

ভানু ঃ বিশেষ একো লগা নাই।

প্ৰণৱ ঃ বিশেষ-অবিশেষ যি হওক, যিমানে গুপুত হওক বা সাজ্যাতিক হওক, মোৰ আগত ক'বলৈ এনে সঙ্কোচ কিয় ? মই বুজা নাই।

[ নীৰৱ। ভানুৱে চোলাৰ আউঠিৰে মুখ মচে আৰু তললৈ মূ'কৈ ৰয়। ]

প্ৰণৱ ঃ ছিঃ ভানু, এনে দুৰ্ব্বলতা পুৰুষত শোভা নাপায়।

[ ভানুৱে কিবা ক'ব খোজে ; কিন্তু আকৌ কোৱা বন্ধ কৰে। ]

প্ৰণৱ ঃ কোৱাঁ, কোৱাঁ ভানু ; ভাবি চোৱাঁ—তুমি কাৰ আগত কি ক'ব খুজিছা। মই বুজিছো কিবা এটি misunderstanding সোমাইছে ; মোৰ আগত ক'লেতো বিপদ মাতি অনা নহয়। মই বুজিছো, কিবা এটা দুখ লগা কথা ইয়াৰ ভিতৰত সোমাইছে। কোৱাঁ, কোৱাঁ ভানু, তিৰোতাৰ দুৰ্ব্বলতা তোমাত কিয় ?

ভানু ঃ দুৰ্ব্বলতা নহয়, ভয়হে প্ৰণৱ। ভয় কিজানি তোমাক আঘাত দিয়া হয় , এই বুলি।

প্ৰণৱ ঃ মইতো কোনো আঘাতলৈ ভয় নকৰোঁ—লাগিলে সি মোক সমূলে বিনাশেই কৰক।

ভানু ঃ তোমাৰ লগত আৰতিৰ সম্বন্ধ লৈ মানুহে নানা প্ৰকাৰে নানা কথা কয়।

প্ৰণৱ ঃ সেইসোপা ফুটুকাৰ ফেন। একে লগে কাম কৰা দেশ-কৰ্মী আৰু দেশ-কৰ্ম্মিণীৰ মূৰত সিও এক পুষ্প-বৰিষণ।

ভানু ঃ অৰণ্যে আনে যি কয় তাকে মই নুশুনো। কিন্তু ছদিনমানৰ আগতে আৰতি মোৰ ওচৰলৈ আহিছিল and she almost created a scene. so to say, সকবে পৰা আমাৰ যি এক সহজ ভালপোৱা আছিল, তাক flout কৰাটো অন্ততঃ, মই ভাল নাপালোঁ। তাৰ উপৰি, তাইৰ কথাৰ ধৰণৰপৰা বুজি ক'বলৈ হ'লে, তুমি তাইৰ চকুৰ পাকত, হাতৰ মুঠিত।

প্ৰণৱ ঃ (ৰস উপলব্ধি কৰি) বেছতো! আৰু? আৰু ??

ভানু ঃ আৰু--(নীৰৱ।)

প্ৰণৱ ঃ আৰু চাগে the last scene of a tragic love-story?
[ভানুৱে অতি বেজাৰত মূৰ দুপিয়াই 'হয়' জনায়।]
কিন্তু মোৰ বেমাৰ চাবলৈ নহাৰটো সি যথেষ্ট কাৰণ হ'ব নোৱাৰে।

ভানু ঃ (প্ৰণৱৰপৰা মুখ ঘূৰাই) মোৰ ঘৰত তেনে ফ্লাৰ্টৰ প্ৰৱেশ নিষেধ।

প্ৰণৱ ঃ (হাঁহি) দণ্ডবিধিৰ এই ১৪৪ ধাৰাৰ ইস্তাহাৰ ৰদ কৰি দিব পাৰতো?

ভানু ঃ (একে অৱস্থাতে) সেইটো নতুন হাকিমৰ ইচ্ছা আৰু আদেশ অনুযায়ী হ'ব।

প্ৰণৱ ঃ বেছ, সৌ চিঠি লিখা বহী আৰু কলমটো আনা; (দৰবৰ মেজত থকা বহী আৰু কলমটো ভানুৱে হাতত লয়) আৰু তোমাৰ মনচোকাক মাতাঁ।

ভানু ঃ (চিঞৰি) মনচোকা, মনচোকা, কাই, কাই।

প্ৰণৱ ঃ বাৰু, আহিব। তুমি লিখাঁ—

প্ৰণৱ ঃ প্ৰিয় আৰতি- অ' অ' প্ৰিয়া আৰতি--ছিঃ—মৰমৰ আৰতি। আমাৰ ঘৰত—মোৰ বন্ধু--আৰু তোমাৰ সহ-কৰ্মী—'কমা' —প্ৰণৱৰ ভয়ানক অসুখ—

ভানু ঃ ভয়ানক অসুখ! অসম্ভৱ!

প্ৰণৱ ঃ yours is not to question why. but to write

and write. হাকিমৰ হুকুম।

ভানু : ভাল হজুৰ। (লিখে) ওঁ।

প্ৰণৱ : দাঁড়ি। তুমি চাবলৈ অহা—নিতান্ত উচিত—দাঁড়ি—আছিৰ্বা—'কমা —এই মোৰ অনুৰোধ আৰু আদেশ-দাঁড়ি-ইতি-তোমাৰ শ্ৰীভানু—বৰুৱা কাৰেং—শিৱসাগৰ—দাঁড়ি। এটা লেফাফা আনা।

[ভানুৱে কাগজখন একৰাই হাতত লৈ ভাঁজ কৰি কৰি যাব খোজে, কিন্তু সোমাই অহা মনচোকাৰ মুখামুখি হয়।]

ভানু : কলৈ গৈছিলি, কাই ?

মনচোকা : এটা ডাঙৰ কথা, সৰুমইনা দেউতা ?

ভানু : কি হল ?

মনচোকা : আপুনিনো আৰতি আইদেওক কি জগৰ লগালে ?

ভানু : কি হ'ল ?

মনচোকা : আইদেওৰ মহাক নে পেহাক যে হয় তেখেতে আৰু তেখেতৰ ঘৰৰ মানুহ আমাৰ ঘৰলৈ আহিছে, দেউতাক আপিচ্ কোঠাতে পাই কথা পাতিছে। পিছে সৰুমইনা দেইতা, আৰতি আইদেও মটৰতে বহি আছেহি—কিমান কলোঁ—কাবৌটিকৈ—মাতিলো—গাকে নলৰালে—মন 'কৰক প্ৰণৱ বোপা দেউতা, যিজনী ছোৱালীয়ে আগেয়ে তিনি নাচ দি আমাৰ সৰুমইনাৰ গাত উঠেহি।

ভানু : যা যা, মাতি আন।

মনচোকা : কলিকলীয়া ছোৱালীৰ যি ওৱাই, ফিটাই, আমি কি আসৈ পাম, তালৈকো ৰঙা শৰায়ো নাই।

প্ৰণৱ : যোৱা যোৱা মই মাতিছো বুলি কবাঁ।

মনচোকা : ভাল বোপাদেউতা।

প্ৰণৱ : এটা কথা তোমাক কওঁ মই ভানু। (ভানুৱে আৰামী চকিৰ বাউঁসিতে বহে।) ছোৱালীজনীৰ কিবা এটি আকৰ্ষণী

শক্তি আছে। তাৰ উপৰি তাইৰ যেনে চৰিত্ৰ-বল আৰু কাৰ্য্যক্ষমতা দেখিলো, সিও মোৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। অনেক সময়ত, যেন তাইক একেবাৰেই নিজৰ কৰি লম এনে এটা দুষ্ট ভাব মনটোৰে পুহিব খোজে। বিয়া-বিৰোধী মনটোৰে পিছলৈ নটনা হলে, ক'ব নোৱাৰি, কিজানি, নাটক-উপন্যাসৰ প্ৰেমৰ এখন অভিনয়েই হৈ গ'লহেঁতেন। অনেক সময়ত সেই আকৰ্ষণৰ হাত সাৰিবলৈ বুলিয়ে যিমান পাৰোঁ আৱতিৰে একে ক্ষেত্ৰতে কাম কৰিবলৈকে বাদ দিওঁ। তাৰ উপৰি তোমালোকৰ আশৈশৱ স্নেহক বেদ-মন্ত্ৰ আৰু হোমৰ ঘিউৰে সুখজনক প্ৰণয়ত পৰিণত কৰাৰ আশাটোতো আছেই।

[ ভানুৱে একো নমতাকৈ থিয় হৈ কোঠাটোৰ একাষত প্ৰণৱৰ ফালে পিঠি দি ৰয়গৈ। মনচোকা বেগাবেগিকৈ সোমাই আহে। ]

প্ৰণৱ ঃ ভানু!

মনচোকা ঃ আপুনিনো কি কৰিলে, হয়নে সৰুমইনা দেউতা? ভাল ল'ৰাটো তুলিলেঁ। হয় মই আপোনাক !!

প্ৰণৱ ঃ কি ক'লে? নাহেনেকি?

মনচোকা ঃ 'ভাঙ্গৌটিং কড' নে ফে'চী টিং কড' নাই অনা', এন্‌হে, তেন্‌হে—এইখন গালে বোপাদেউতা। কিবা আসুৰী ছোৱালী! ক'লে বোলে—'দুৱাৰ কৰি সোমাবলৈ অৰ্ডৰ দিবলৈ দুৱাৰই আগতে ঘৰৰ গিৰিহঁতলৈ আফিল কৰক।'

প্ৰণৱ ঃ শুনিলা, ভানু? ৰবঁা তোমাৰ হাত-মূৰ কেয়ো ডোখৰ ঠাট্টাৰে শুৰি কৰিবহি।—চাওঁ, চিঠিখন মনচোকা কাইৰ হাতত দিয়ঁা।

ভানু ঃ (প্ৰণৱলৈ নোচোৱাকৈ) ৰবঁা লেফাফা, আনোগৈ।

প্ৰণৱ ঃ নালাগে বাৰু, এনেই হ'ব। (ভানুৱে চিঠিখন মনচোকাক দিয়ে।)

মনচোকা ঃ এইবাৰো নাহে যদি ?

প্ৰণৱ ঃ ককাইদেৱেকে ভনীটিয়েকক আগ বঢ়াই আনিবগৈ। তুমি এইবাৰ একো কব নালাগে। (মনচোকাৰ প্ৰস্থান) বহাঁ ভানু। (ভানু আগৰ চকিতে বহে।) মোৰ এটা ডাঙৰ বুদ্ধি খেলাইছে, ভানু—আৰতিক মোৰ-পৰা আঁতৰাবৰ কাৰণে মোৰ 'ঠাইছিছ্' হৈছে চুলি ফাঁকি জুৰিম। এই চোৱাঁ। (শুকান কাঁহ কেইটামান মাৰি কিছু-মান লালটি উলিয়াই পেলায়।)

ভানু ঃ বেছ অভিনয় হব, কিন্তু গম এঠা বেগতে ক'ত এৰাব গাৰপৰা !

প্ৰণৱ ঃ গমতকৈও কঠাল এঠা বুলিহে মোৰ বেছি ভয়! (হাঁহে।)

[মনচোকাৰ প্ৰৱেশ।]

প্ৰণৱ ঃ কি হ'ল ? ক'তা

মনচোকা ঃ ক'ব নোৱাৰোঁ।

প্ৰণৱ ঃ কিয় ?

মনচোকা ঃ মই চিঠিখন দি বৰচাহাবৰ চাপ্ৰাচীটোৰ দৰে কাটৌচ্ কৰি এটা চালাম দি গৰপ্ গৰপ্ ভৰি পেলাই গুচি আহিলো। পিছলৈ উভতি চাবলৈ নহল।

[ভানু-প্ৰণৱ দুয়োটাই হাঁহে। আৰতি সোমাই আহি মনচোকাক ঠেলা এটা মাৰে! চকি এখন দি মনচোকাৰ প্ৰস্থান। প্ৰণৱে কাহি কাহি খেকাৰ পেলায়।]

আৰতি ঃ (প্ৰণৱক) মোক ক্ষমা কৰিব ককাইদেও, পৰাত নহাকৈ থকা নাই। বাজৰি পায়েই আছো। এতিয়া ভাললৈ আহিছে বুলি শুনিছিলো। দেখিছো, কাহ এতিয়াও গুচা নাই।

প্ৰণৱ ঃ ই গুচা কাহ নহয়—নহয়। ডাক্তৰে কৈছে টি-বি।

আৰতি ঃ কিয় নুগুচিব ? ডাক্তৰে কোৱা শুনিলো ব্ৰঙ্কাইটিছ্, তাকো

অতি অলপীয়া বিধৰ বুলি।

প্ৰণয়ঃ ভুল, ভুল শুনিলে আপুনি; আজি ডাক্তৰ আৰু ভানুৱে ঠিক কৰিছো, ব্ৰহ্মপুত্ৰৰ পাৰত এটা সৰু ঘৰ সাজি কিছু দিন থাকিবলৈ। নাইনিতাললৈ যোৱা ধনতো আমাৰ নায়েই। লুইতৰ পাৰত বহি কবিতা লিখিম, ছবি আঁকিম, হাবিতলীয়া মানুহৰ লগত কথা পাতিম। তাততো আৰু বেমাৰ বীজানুৰ ভয়ত জপিয়াই ফুৰা ভানু বঞ্চনো নহ'ব, আৰতি শইকীয়াও নহ'ব।

আৰতিঃ (প্ৰণয়ৰ মুখলৈ আধা মিনিট চাই থাকি) চমৎকাৰ প্ৰস্তাৱ, কিন্তু লুইতৰ পাৰৰ বতাহ আৰু সেই বতাহৰ নাচি ফুৰা বনগীতৰ পৰা যেন আমাকো বঞ্চিত নকৰে।

প্ৰণয়ঃ মই ধেমালি কৰা নাই।

আৰতিঃ ময়ো ধেমালি কৰা নাই। আপোন মানুহ হলে টি-বি কি, তাতকৈও নিকৃষ্ট বেমাৰতো নিজ হাতেই শুশ্ৰূষা কৰিবলৈ বাধ্য।

প্ৰণয়ঃ কিন্তু আপোনাৰ ওপৰত এক ডাঙৰ অভিযোগ আৰু আপোনাৰ ওচৰত এক অভিনৱ অনুৰোধ আছে।

আৰতিঃ কওক।

প্ৰণয়ঃ প্ৰথম অভিযোগ—এই ল'ৰাটিক আপুনি জগৰ লগাইছে।

আৰতিঃ জগৰ কৰিছোঁ যদি ক্ষমা বিচাৰিম।

প্ৰণয়ঃ দোষীৰ ক্ষমা নাই, দণ্ড হব লাগে।

আৰতিঃ বিধান কৰক।

প্ৰণয়ঃ বেছ কথা। দণ্ড-বিধান আৰু অভিনৱ অনুৰোধ দুয়োটা একেলগেই হৈ যাওক। আপুনি মোৰ কাষলৈ আহক। (আৰতিয়ে প্ৰণয়ৰ কাষলৈ চপাই বহে।) এতিয়া চকু মুদি সোঁ হাতখন অনুগ্ৰহকৈ মোৰ হাতত দিয়ক; ভানু, 'তথৈব চ'।

[ আৰতিয়ে চকু মুদি আৰু ভানুৱে চকু সুমুদাকৈ দুয়ো সোঁ হাত আগ বঢ়াই দিয়ে। প্ৰণয়ে দুইখন হাত টানি

লগ লগাব খোজে। আৱতিয়ে চকু মেলি হাতখন টানি একুৰাই নিয়ে। ]

আৱতি : ইয়াৰ অৰ্থ কি, ককাইদেও ?

প্ৰণৱ : অৰ্থ হৈছে a soft and simple hand-shake.

আৱতি : টি-বি হোৱা মানুহে এনেকুৱা ধেমালি নকৰে ।

প্ৰণৱ : ধেমালি ! ধেমালি নহয় । সৰুৰেপৰা বোলে দুয়ো একেলগে ধেমালি কৰি ডাঙৰ হৈছে । ডাঙৰ হৈ এতিয়া একেলগ হৈ একে হোৱাই বাঞ্ছনীয় ।

আৱতি : অৰ্থাৎ ?
ভানু : প্ৰণৱ !
} (দুয়ো একেলগে)

প্ৰণৱ : অৰ্থাৎ-শুভ পৰিণয়ৰ প্ৰতিশ্ৰুতি ।

আৱতি : অসম্ভৱ !!
ভানু : মিছা কথা !!
} (দুয়ো একেলগে)

প্ৰণৱ : কিয় ? কিয় ?

ভানু : আত্ম-সন্মান আছে ।

আৱতি : মোৰ বিয়া অসম্ভৱ, ককাইদেও । } (দুয়ো একেলগে)

প্ৰণৱ : (আৱতিৰ) হৈ গৈছে ! কাৰ লগত ?

আৱতি : এজনৰ লগত । অতি গোপনীয় ।

প্ৰণৱ : তেনেহলে—(ভানুলৈ চাই আকো আৱতিলৈ চায় । )

আৱতি : তাত ভুল বুজিবলৈ একো নাই । সি গোপনীয় । তাৰ উপৰি ভানু ককাইদেওক সদায় ককাইদেও ৰূপে পাবলৈহে আশা কৰিছো । তেখেতৰ ভনীয়েকজনী হৈয়ে মই সুখী । তাতকৈ আৰু অধিক আকাঙ্ক্ষা মোৰ নাই ।

[ভিতৰৰপৰা হৰহৰাই কথা পাতি কৃষ্ণকমল বৰুৱা, ফণীধৰ কাকতীৰ প্ৰৱেশ । পিছে পিছে মিনতিৰ হাতত ধৰি কাকতীয়নী ।

বৰুৱা : প্ৰণৱ বাপা, তোমালৈ এটি সুখবৰ আহিছে । [ ভানু, আৱতি থিয় হয় । ]

প্ৰণৱ ঃ (উঠিব খুজি) মোৰ সুখবৰ? ক'ত পালে?

বকুৱা ঃ তুমি বহাঁ, তুমি বহ'া, মইনা, তোমাৰেই সুখবৰ।

কাকতীয়নী ঃ (আৱত্তিক) ঘৰ নোসোমাওঁ বুলিছিলা নহয়, ভেম ভাগিল কেনেকৈ?

প্ৰণৱ ঃ কওক।

বকুৱা ঃ ক'ব লগীয়া একো নাই মইনা। সংসাৰলৈ আহিলে সংসাৰৰ বান্ধত সোমোৱা উচিত নহয় জানো মইনা?

ভানু ঃ প্ৰণৱ তাৰ বিৰোধী।

আৱতি ঃ প্ৰণৱ ককাইদেওৰ কিবা ছুৰাৰোগ্য ৰোগ হৈছে।

বকুৱা ঃ কি ক'লা, কি ক'লা আইটি?

আৱতি ঃ ককাইদেৱে কৈছে, তেখেতৰ কিবা ডাঙৰ বেমাৰ হৈছে।

বকুৱা ঃ বেমাৰৰ ঔষধ আছে। বেমাৰীৰ ডাক্তৰ আছে। আমি তাহানি পঢ়া মনত আছে, ৰবাৰ্ট ব্ৰাউনিঙে বিয়া কৰোৱাৰ পিছতহে ব্ৰাউনিঙনীৰ কিবা এটা টান ৰোগ শাম কাটিছিল, তিনিটা বস্তুৱে হেনো সেই ৰোগ ভাল কৰিলে—ব্ৰাউনিঙৰ স্নেহ, কবিতা আৰু ইটালীৰ বতাহ-পানী।

আৱতি ঃ ইয়াততো আৰু ইটালীৰ বতাহ-পানী নাই।

কাকতী ঃ ইটালীলৈ নিয়নে জাৰ্মানীলৈ নিয় সেইটো তোৰ গাতহে কথা।

আৱতি ঃ মানে, মহাদেও?

কাকতী ঃ বুজিছা বোপা, আমি এতিয়া তোমাক চাবলৈ গৈ তোমাৰ ঘৰ পালোগৈ। তাত গৈহে ইয়াত থকাৰ ভু পালো। ভগৱানৰ পৰম দয়া, তুমি ভাললৈ আহিছা। আৱত্তিৰ পিতাকৰ এখন চিঠি পাইছো—তাইৰ বিয়াখনৰ সোনকালে দিহা-পোহা কৰিব লাগে। [আৱতি প্ৰস্থান]

প্ৰণৱ ঃ অতি সজ কথা। আমিতো সেই বিয়া খাবলৈ উৎকণ্ঠিত হৈ যাম।

কাকতীয়নী ঃ বোপা, তুমি খোৱাতকৈ, আমাক খুৱাবা বুলিহে আশা কৰিছো।

প্ৰণৱ ঃ মাহীদেও— ?

কাকতীয়নী ঃ অহা আঘোণত আৰতিৰে সৈতে প্ৰণৱ বোপাৰ শুভ-বিবাহ।

ভানু ঃ সঁচা মাহীদেও ? প্ৰণৱ তুমি এইবাৰ পৰাজয় স্বীকাৰ কৰিলা!

প্ৰণৱ ঃ মাহীদেও, সেইবোৰ কথা বৌটিৰ গাতহে—আৰু—

কাকতীয়নী ঃ তোমাৰ মাৰাৰ সম্মতি লৈহে তোমাৰ ওচৰলৈ আহিছো আৰু কি ?

প্ৰণৱ ঃ বিয়া—বিয়াতো মোৰ মনৰ বহুত দূৰগত।—

কাকতীয়নী ঃ এতিয়াতো ওচৰ চাপি আহিল—কয় নহয়, জোৰ পুৰি বৰলাৰ গাত পালেহি।

ভানু ঃ তুমি হাৰিলা তুমি পৃষ্ঠভঙ্গ দিয়া, প্ৰণৱ।

প্ৰণৱ ঃ তুমিও হাৰিলাযে !

বৰুৱা ঃ প্ৰণৱ বোপা মই সেই বিয়াত ডেৰ হেজাৰ টকা যৌতুক দিবলৈ গাত লৈছো।

কাকতী ঃ যৌতুক ? কি কয় বৰুৱা ডাঙৰীয়া ?—যৌতুক !

বৰুৱা ঃ নহয়—মানে, নহয় মানে—কি বোলে উপঢৌকন।

কাকতী ঃ তাৰে কি কৰিব ?—হাতী কিনিব ?

বৰুৱা ঃ আঃ আঃ কাকতী, আপুনি ভুল কৰিছে, ভুল কৰিছে।

প্ৰণৱ ঃ মইনাই গাৱঁৰ মাজত কিবা এটা দেশ-সেৱাৰ ঘৰ কৰিবলৈ টকা বিচাৰি নাপালে।

কাকতী ঃ আহক আহক বৰুৱা ডাঙৰীয়া, আপুনি তাৰ এটা সোণৰ খুটা গঢ়ি দিব।—হুৰবা বোপা, আমি আকৌ আহিম খবৰ ল'বলৈ।

কাকতীয়নী ঃ মইনা, আহিছো আমি। সোণমইনা থাকিবা দেই। দুয়ো এদিন আমাৰ ঘৰৰপৰা আহিবাচোন।

[বৰুৱা, কাকতী, কাকতীয়নী, মিনতি ওলাই যায়। প্ৰণৱে হাতযোৰ কৰে।

ভানু : বুজিছা প্ৰণৱ, আৰতিহঁতনী তেতিয়া মিনিব বয়সীয়া—মোক কৈছিল কি—

প্ৰণৱ : কি কৈছিল ?

ভানু : কৈছিল বোলে—তাই মোক বিয়া নকৰায় কোনোবা ৰাজ-কোঁৱৰকহে বিয়া কৰিব

প্ৰণৱ : তাৰ পিছত ?

ভানু : একো নাই।

প্ৰণৱ : তাৰ পিছত· সিদিনা. বুজিছা ভানু, আৰতিৰ মোক বুলিছিল 'দেশৰ এটি ৰত্ন'। বৌটি আগতে আছিল. ফকৰা মাতিলে বোলে 'ৰাণীৰ কোঁৱৰো কোঁৱৰ, বজাৰ কোঁৱৰো কোঁৱৰ।' মই ক'লো, ৰত্ন হৈ তিক্ততাৰ ভিত্তিত ওলমাতকৈ বৰং ৰাজকোঁৱৰ হোৱাহে 'চথ'ৰ কথা হব।

ভানু : আৰু ৰাজকোঁৱৰ হৈ সপোন-কুঁৱৰী আৰতিক বিয়া কৰোৱা আৰু মজাৰ কথা হ'ব। [বলেৰে হাঁহে]

প্ৰণৱ : কি কৰিবা. ভানু !—জীৱনটো সুখ-দুখ. দুখ-সুখ—আশা-নিৰাশা. নিৰাশা-আশা—পোহৰ-আন্ধাৰ, আন্ধাৰ-পোহৰ—এইবোৰৰ ছঁয়া-ময়া আৱৰ্ত্তন মাথোন।

ভানু : সেই বাবেহে হ'বলা শপথ-শাতি খায়ো নাৰী-ঐশ্বৰ্য্য লাভৰ এইবাৰ গাণ্ডীৱ তুলি ললা ?

প্ৰণৱ : ওঁহো, গাণ্ডীৱ তুলি ল'বৰতো আৱশ্যক নহল—বিনাযুদ্ধে জয়লাভ। কিন্তু ভানু, (হুমুনিয়াহ) আন্ধাৰ ঘৰতযে বেমাৰ-বেজাৰৰ হাহাকাৰ উঠিব লাগিছে, তাত জোৰ ধৰিব কোনে ? এতিয়া সিহঁতৰ চকুপানীৰ লগত চকু-পানী মিলাইছে কোনে ?

[মনচোকা সোমাই আহি "প্ৰণৱ বোপা মইনা দেউতা" বুলি হাতখন মোহাৰি মোহাৰি হাঁহি থিয় দিয়েহি। প্ৰণৱ-ভানু দুয়ো হাঁহে। পট্ট পৰে।]

## তৃতীয় অঙ্ক

### তৃতীয় দৃশ্য

প্ৰণৱৰ ঘৰৰ চোতালত বিয়াৰ ৰভা। দৰা প্ৰণৱক, বেইৰ তলৰপৰা আনি ভমকাফুলীয়া চকৰ গাৰুৰে দলিচাত থোৱাহি হৈছে। ওচৰত এখন শৰাইত ফণি, এখন সৰু আৰ্চী, তেল; আন এখন শৰাইত কাপোৰ এখনৰ ওপৰত এধাৰ তুলসীৰ মালা। সমুখত এখন অলপ ডাঙৰ আৰ্চী। দলিচাত এখন হালধি লগা ধুতি আৰু এখন ব্যৱহাৰ হোৱা পাটৰ চাদৰ পৰি আছে। দৰাৰ পিছফালে মনোৰম ভাগৰতী আদি প্ৰণৱৰ সহপাঠী, সতীৰ্থ বা সহকৰ্মী বন্ধুসকল। দৰ্শকৰ বাওঁ দাঁতিলৈ দুজনমান গাঁৱৰ বুঢ়া আৰু ব্ৰজসুন্দৰ দত্ত। সেঁ দাঁতিত দুখনমান পাটী পৰা আছে। দৰাৰ মূৰৰ ওপৰত চন্দ্ৰাতাপ আৰু ৰভাৰ খুঁটাবোৰত প্ৰণৱৰ ৰুচি-অনুসাৰী ফুল-জালি আৰু দুই বা এখন ছবিৰো অভাৱ নাই বিশেষকৈ কালিয়া আদি বাদ্য বাজে। বন্ধুসকলৰ মাজত নানা কথা চলিব লাগিছে। চাৰিজনমানে তাচো মাৰিবলৈ পাহৰা নাই। গঞা বুঢ়া কেইজনে তামোল কাটি, খুন্দি ইটো সিটো কথা পাতিছে। দৰাৰ গাত নতুন পাটৰ চুৰিয়া ডিঙিত হাৰ। পট ওলোৱাৰ লগে লগে দৰাক গেঞ্জী এটা গাত সুমুওৱা অৱস্থাত দেখা যায়। কিছুমান সৰু-ডাঙৰ ছোৱালী আহি পাৰি থোৱা পাটীত বহেহি। এজনী ছোৱালীয়ে জলা চাকিৰ দুনৰি এটা দৰাৰ কাষত থৈ গ'লহি। দৰাই দলিচাত পৰি থকা চুৰিয়াখন ছোৱালীজনীৰ হাতত দিয়ে আৰু পাটৰ চাদৰখন গাত মেৰিয়াই দলিচাত বহে আৰু ফণিৰে সৈতে মূৰ ফণিয়াবলৈ ধৰে। প্ৰণৱৰ মাকে এখন ফুলাম ঠগিত পাটৰ চোলা-চাদৰ এসাজ লৈ সোমায় আৰু এটা হাঁহিৰে ছোৱালীহঁতক "আইহঁত, নাম এআষাৰকে শুনাচোন" বুলি ঠগিখন লৈ লাহে ল্যাহে ভিতৰলৈ যায়। তেওঁৰ মুৰত যথেষ্ট দীঘল ওৰণি। কোৱা মাত্ৰেই ছোৱালীহঁতে ফুচ্ ফুচাই নাম

আৰম্ভ কৰে—

অ'তে এতেবেলি, যাবা কেতেবেলি
হ'ব মথুৰাতে ৰাতি
—কি বৈয়া বৈ
কৰণিত কাপোৰ থৈ
ওলাই আহ কোমলদৈ।
যামেগৈ অৰণ্যে, পামগৈ পোহৰে
ল'মগৈ জানকীৰ গুৰি.... .... ....॥
'হেঙুল-হাইতালে' ফণি জিলিকিছে
চুলি যেন ফুলৰ হে পাহি.... .... ....।
কইনাৰ শাহুৰেক ওলাইছে সোমাইছে
মুখত এমোকোৰা হাঁহি .... .... ....॥

এনেতে চাহাবী সাজেৰে ভানু সোমাই আহে। মনোৰম ভাগৱতীয়ে "হেল্ল' মিষ্টাৰ বেৰ" বুলি হাত-বাউল দিয়ে। বন্ধুসকলে "হেল্ল' হেল্ল'" কৰি চিঞৰ-বাখৰ লগাই দিয়ে। ভানুৱে দুৱতে জোতা সোলোকাই সিহঁতৰ মাজলৈ সোমাই আহে। মনোৰমে "তোমাক এতিয়া চকি এখন দিলেহে হব" বুলি টানি নি প্ৰেণৱৰ দলিচাৰ ওচৰতে বহুৱায়।

ভানু : (প্ৰেণৱৰ) কি কৰিম, ভাই। অথনি ইয়াৰপৰা যোৱাৰেপৰা কইনা ঘৰত একেবাৰেই ব্যস্ত—ইটো কৰা, সিটো কৰা। আৰতিজনীয়ে ভাই দেখিবলৈ এনে ধুনীয়াজনী হৈ পৰিছে। তাইৰ লগত ডুআষাৰ চুপতি মাৰিহে আহিছো।

[এনেতে বিয়াখোৱা সাজ-পাৰ পিন্ধি মনচোকাই কাগজেৰে মেৰিওৱা এটা নতুন ছুট্-কেছ্ কান্ধত কৰি লৈ আহে।]

মনচোকা : ক'ত থ'ম, সৰুমইনা দেউতা।

ভানু : ভিতৰলৈ আইতাৰ ওচৰলৈ লৈ যাগৈ।

[মনচোকাই ভিতৰলৈ খোজ লব খোজোঁতেই মধু হাজৰিকাই

বিয়া-নামৰ ছেও ধৰি কথা কৈ ছুট-কেছ্‌টো মনচোকাৰ হাতৰপৰা কাঢ়ি বন্ধুসকলৰ মাজলৈ লৈ যায়। ]

মধু : মোকে দিয়াঁচোন, অ' ডাঙৰীয়া,

সখিৰে উপহাৰ চাওঁ কি ৰাম ৰাম।

[ বন্ধুসকলে হাঁহি-খিকিন্দালিৰে ছুট-কেছটো মেলি তাৰপৰা তিনিটা পুতলা উলিয়ায়. তাৰে দুটাৰ মত' মানুহৰ সাজ, আনটোৰ কইনাৰ সাজ। ]

মধু : (গীতৰ ছেৱে) ক'ৰপৰা আহিলা তিনি সোণামুৰা—(সাধাৰণ কথাৰে) ইয়াৰ অৰ্থ কি, ভানুৰঞ্জন?

কৃষ্ণ : তুমি নুবুজিবা সখী– (কইনা পুতলা আৰু এটা পুতলা হাতত লৈ) এই হ'ল ৰোমিও আৰু জুলিয়েট––those star-crossed lovers and (তৃতীয় পুতলাটো লৈ) this is that bloody fool of a Juliet's wooer. The Eternal Triangle.

[ সি পুতলা তিনিটা প্ৰণৱৰ আগত থয়হি আৰু ছুট-কেছটো কাঢ়ি লৈ আনি প্ৰণৱৰ কাষতে দি কয়––

কৃষ্ণ : This is cordially presented to—

মনোৰম : "বিষ্ণুৰূপায় বৰায় নমঃ।"

কৃষ্ণ : Right ho পণ্ডিত! (মনোৰমৰ পিঠিত চক এটা মাৰি নিজৰ ঠাইত বহে।) I feel constrained to remark––

মনোৰম : (থিয় হৈ) মই এআষাৰ কথা কব খোজো।

কৃষ্ণ : Sit down

হৰিপ্ৰসাদ : কোৱাঁ, কোৱাঁ

কৃষ্ণ : আচ্ছা. কোৱা, but don't go on like a never ending fountain for ever.

মনোৰম : 'বিষ্ণুৰূপায় বৰায় নমঃ।' সমবেত অতিথিবৃন্দ, এই মাত্ৰ জানিবলৈ পালোঁ, প্ৰণৱ দুৰবাৰ ভীষ্ম প্ৰতিজ্ঞা আছিল বিবাহ-পাশৰপৰা মুক্ত থাকিবলৈ। কিন্তু যেহেতু আজি

ছুৱবাৰ সেই principle বা নীতিৰ পৰাজয় ঘটিল—

কৃষ্ণঃ Sit down, you grass-widower, you irrelavent pundit, lavish of your allusions.

কেইবাজনোঃ বহক, বহক।

মধুঃ (থিয় হৈ, হাতৰ ভঙ্গী দি) আপ্ আইয়ে জী।

[মনোৰমক টানি ধৰি বহুৱাই থয়] প্ৰণৱ আৰু ভানু থিয় হয়। ভানুৱে ঠগিবৰপৰা পাটৰ চোলাটো আনি প্ৰণৱক দিয়ে।—ছোৱালী-হঁতে নাম আৰম্ভ কৰে। ভানুৱে ছুট-কেছৰপৰা এটা ঘড়ী উলিয়াই প্ৰণৱৰ হাতত পিন্ধাই দিয়ে। এখন চাদৰ উলিয়াই গাত মেৰিয়াই দিয়ে। এটা গোলাপ জলৰ চিচা উলিয়াই এটা দানীত অলপ ঢালি এজনী ছোৱালীৰ হাতত দিয়ে। ছোৱালীজনীয়ে বন্ধুসকলৰ গাত আৰু নামতীহঁতৰ গাত তাৰ ছাটি মাৰে।

আগেয়ে বোপাদেউ—অ'ৰাম জানেকী
ক'ই ফুৰিছিলা—অ'ৰাম জানেকী
মলা ল'ই সন্ন্যাসী হ'বা—ৰাম জানেকী
লক্ষ্মণ সাৰথি
ধেনু ল'ই
বনল'ই
যায় ৰাম জানেকী।

এতিয়া বোপাদেউ—অ' ৰাম জানেকী
ৰুকুনীৰ লগে পাই—অ' ৰাম জানেকী
ভীষ্মকৰ পুৰলৈ যাবা—ৰাম জানেকী··· ···॥
আগেয়ে ৰামচন্দ্ৰ—অ' ৰাম জানেকী
গাই ফুৰিছিলো—অ' ৰাম জানেকী
নেলাগে খুজিব সীতা—ৰাম জানেকী··· ···।
এতিয়া ৰামচন্দ্ৰ—অ' ৰাম জানেকী
জানেকীক দেখিয়ে—অ' ৰাম জানেকী

যাবল'ই লাগিছে চিঁতা—ৰাম জানেকী… …॥
হাতী আনো বুলি—অ' ৰাম জানেকী
নানিলা বোপাদেউ—অ' ৰাম জানেকী
ঘোঁৰাকো আহিলা এৰি—ৰাম জানেকী… …।
অতখন বাটল'ই—অ' ৰাম জানেকী
কেনেক'ই যাবাগ'ই—অ' ৰাম জানেকী
তিয়ঁহৰ জালি যেন ভৰি—ৰাম জানেকী… …॥

কালি, পেঁপা, ঢাকঢোল আদি বাদ্য-স্বৰৰ বৰ ঢৌ এটাই মঞ্চক নি অন্ধকাৰত পেলালেগৈ ;

যৱনিকা পৰিল।

# অলক্ষিতে

হৰিনাথ গাঁৱৰ গাঁওবুঢ়াৰ বৰ পুতেক। ল'ৰাটো দেখায়-শুনায় সকলোপিনে পাৰ্গত। কাম-কাজত তাক চেৰ পেলাব পাৰে এনে ডেকা জাকটোৰ ভিতৰত এটাও নাই। ৰাজহুৱা কামত সি সদায় আগৰণুৱা। আমনি আলি মূৰৰ পথাৰৰপৰা পাচ-ছখৰীয়াকৈ ডাঙৰি আনি ভঁৰাল ভৰাব পাৰে কোনে? হৰিনাথে। শাওণ মহীয়া কুকুৰা ডাকতে উঠি ভত্ত্ব দুপৰলৈকে হলীয়া ম'হেৰে হাল বাই মাটি বোকা কৰিব পাৰে কোনে? হৰিনাথে। বান-পানীত অকণমান নাও এখন লৈ হাবিৰপৰা কাঠ কাটি আনি ফুল্ল-চত্তিৰে ধুনীয়া ধুনীয়া ঘৰ সাজিব পাৰে কোনে? —হৰিনাথে। বান-পানীত বিপদগ্ৰস্ত ৰায়তক প্ৰাণ-পণে সহায় কৰিব পাৰে কোনে? —হৰিনাথে। আৰু তেওঁজ বছৰি গাঁৱত 'অভিমন্যু বধ' ভাওনা হওঁতে অভিমন্যুৰ ভাও লৈ দৰ্শকৰ চকু পানী টোকাইছিল কোনে? —হৰিনাথে। যোৱাবাৰে যেতিয়া গাঁৱৰ শিক্ষিত ডেকা পৰমাই থিয়েটাৰ বা বিলাতী ধৰণৰ ভাৱনা কৰায়হি তেতিয়া 'বুঢ়া বাপু'ৰ ভাও লৈ ৰাইজৰ মাজত হাঁহি-খলকনিৰ ঢৌ তুলিছিল কোনে?—নিৰক্ষৰ হৰিনাথে। কাৰ উদ্যোগত লহঙা গাঁৱৰ ৰাইজে নিজ পথাৰতে ভোগালি বিহুৰ দিনা নিতৌ মহৰ যুঁজ চাবলৈ পায়?—হৰিনাথৰ। ৰঙালী বিহুত মুখত ম'হৰ শিঙৰ পেঁপাটো লৈ একুৰি-ডেৰকুৰিকৈ ছেও একে উশাহতে বজাই ৰাইজক স্তম্ভিত কৰিব পাৰে কোনে?—হৰিনাথে। মুঠতে ক'বলৈ গ'লে ডেকা হৰিনাথৰ ষোল অনা গুণেই পূৰ আছিল। তাৰ অতবোৰ গুণ আছে, বুলিয়েই যে সি গপ-গাৰাপ কৰিব, এনেও নহয়। হৰিনাথৰ মনলৈ তেনে ভাব আহিবলৈ লেশ মাত্ৰও বিন্ধা নাছিল। সি ল'ৰাৰ মেলত ল'ৰা। ডেকা মেলত ষোলেটকীয়া। বুঢ়াৰ মেলত যেন এজন জ্ঞানী লোক। যোৱাবাৰ গাঁৱত যেতিয়া

থিয়েটাৰ হয় তেতিয়া হৰিনাথে 'বুঢ়া বাপু'ৰ ভাও লৈছিল বুলি আমি আগতে কৈ আহিছোঁ। যেতিয়া সাজ-পাৰ কৰি হৰিনাথ মঞ্চত থিয় হয়, তেতিয়া কোনে ক'ব পাৰিছিল যে সেইটো হৰিনাথ? মাতটোও তদ্রূপ, তাৰ বচন-ভঙ্গিমা এনে যে সুন্দৰ হৈছিল! কেইবাজনো নগৰৰ ভদ্ৰলোকে তাক 'ধইন্‌ ধইন্‌'' কৰি গৈছিল নহয়! এজনে এটা ৰূপৰ পদক দিবলৈকে গাত লৈছিল। যেতিয়া থিয়েটাৰৰ আঁৰ কাপোৰ পৰিল মানুহে বিচাৰি উলিয়ালে যে 'বুঢ়া বাপু' হৰিনাথহে। কেইবাদিনলৈকো সৰু সৰু ল'ৰাবোৰে "সোজন বুঢ়া বাপু" "দেউ, কোনফালে?'' ইত্যাদি অনেক কথাৰে হৰিনাথক দিগ্‌ দিছিল। কিন্তু হৰিনাথে মিচিকিয়া হাঁহি এটি মাৰি গুচি যায়। এনেটো মাটি যেন ল'ৰা, হৰিনাথ।

এইবাৰ হৰিনাথহঁতৰ অঞ্চলত ধানৰ প্ৰকোপ কি দেখিবা? চালেই চকু বৈ যায়, এনেকুৱা হৈছিল। হৰিনাথহঁতৰ ছপুৰামান মাটি ৰুইছিল। গয়'াহঁতে এইকেইদিন কোৱা-কুই কৰিছে, "হৰিনাথ-হঁতৰ ধান পথাৰখনৰ ভিতৰতে জিলিকা। এইবাৰ গাঁওবুঢ়াই এদাও মাৰিলে।" হৰিনাথক কয় "এইবাৰ পিতাৰাক মাত্ৰ ৰৰপেৰাটো ঠিক কৰি ৰাখিবলৈ ক'বা।"

ধানৰ প্ৰকোপ যিমান বেছি দাৱনীহঁতৰো প্ৰকোপ সিমান বেছি হ'ল। গাঁওবুঢ়াৰ ঘৰৰ দাৱনী—গাঁওবুঢ়ানী, গাঁওবুঢ়াৰে বাঁৰী বায়েক এজনী, এজনী গাভৰু জীয়েক; তাৰ উপৰি দুজনী সৰু সৰু ছোৱালী। আৰু গাঁওবুঢ়াই মাতিলে গাঁৱৰ আন মানুহেও লাগি-ভাগি দিয়েহি। ডেকা হৰিনাথ আৰু ভায়েক ৰামনাথে দিনৰ দিনটো ডাঙৰি আনে। গাঁওবুঢ়া ঘৰতে থাকে। পুহৰ পোন্ধৰ দিন যোৱাৰ দিনাখনেই হৰিনাঠহঁতৰ ধান-দোৱা শেষ হ'ল; ধানো ঘৰ সোমালহি। এটা তিনিকুথৰীয়া আৰু এটা দুকুঠৰীয়া ভঁৰাল ধানেৰে খুন্দ খাই ভৰি পৰিলহি।

গধূলি গাঁওবুঢ়া জুহালৰ গুৰিত বহি থাকোঁতে হৰিনাথে ক'লেহি "পিতাই, ন বুলি ৰাইজক চাউল একঠা খুৱাব লাগিছিল নহয়?"

"ল্যাগিল তো। আগতেই খুৰাব পৰা হ'লে ভাল আছিল। পিছে, কাহানিকৈ ধৰ, ভাবি চা।'

"চাউল ওলালে কাইলৈকে পাতি পেলাব পাৰোঁ। কাইলৈ বোলে ৰাইজে মাছলৈ যাবলৈ ওলাইছে। এই ছেগতে পাতি পেলাব পাৰিলে বেয়া নহয়।"

গাঁওবুঢ়াই "আইটী" "আইটী" বুলি মাতিলত জীয়েক ৰূপহী "কি" বুলি ভিতৰৰপৰা ওলাই আহিল। গাঁওবুঢ়াই কলে "পৰহিলৈ খুৰাবৰ দিহা হৈছে। তইঁতে চাউল উলিয়াই দিব পাৰিবি জানো?"

"উঁৰাই, কেলেই নোৱাৰিম? ধান-দোৱা শেষ হ'লেই। আৰু নো কি কামটো আছে? কাইলৈকে বৰষুণ-বাদল নহলে ধান মাৰি শুকুৱাই গধূলিকৈ চাউলকেইটি উলিয়াই পেলাব পাৰিম।"

"তেনেহলে পৰহিলৈকে দিহা হক।"

"হক।"

"মই তেনেহলে ৰাইজ মাছলৈ যায় নে নেযায় খবৰ করি আহোঁগৈ।" --হৰিনাথ গাঁৱলৈ ওলাই গ'ল। ৰূপহী ভিতৰ সোমাল। গাঁওবুঢ়াই কাপোৰখন ভালকৈ লৈ জুহালৰ গুৰিৰ বৰখুঁটাত আঁউজি লৈ গালে ঃ

"অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য কেন মতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥"

* * *

আজি হৰিনাথহঁতৰ ঘৰত বৰভোজ। গাঁৱৰ ল'ৰা-বুঢ়া সকলো আহিছিল। খোৱা-বোৱা শেষ হ'লত সকলো ঘৰা-ঘৰি গ'ল।

হৰিনাথহঁতৰ 'ন-খুওৱা কাম হ'ল। এতিয়া আৰু হৰিনাথৰ কি কাম বাকী থাকিল'? —মেজিলৈ খৰি কটা আৰু বিহুত যুঁজাবলৈ ঘাঁহ চাই 'চাই ম'হটো চৰাই গলধন ধৰোৱা। তাৰ সেই ম'হটো

যুঁজত মূৰ লগাবৰপৰা আজিলৈকে হাৰিছে বুলি আমি কব নোৱাৰোঁ। তাৰ উপৰিও সিইঁতৰ ভাল গেৰা ম'হ এটা উঠিছে। সিও বোলে এইবাৰ মূৰ পাতিব লাগে।

আবেলি সময়ত গাঁওবুঢ়া আৰু গাঁওবুঢ়ানী ৰ'দ লৈ চোতালৰ মূৰতে বহি আছে। হৰিনাথে ক'ৰবাৰপৰা আহি মাকক ক'লেহি "আই, মই খুঁটিৰপৰা ম'হটোকে আনোগৈ।"

"আনগৈ।"—হৰিনাথ ওলাই গ'ল।

গাঁওবুঢ়ানীয়ে বুঢ়াক ক'লে "ল'ৰাটো এতিয়া ভালকৈয়ে ঘৰ চলাই খাব পৰা হ'ল। বয়সো হৈছে। সোনকালে ঘৰখন পাতি দিব লাগিছিল। আপুনি দেখোন সেইবোৰলৈ সমূলিকে মন-কাণ নিদিয়ে।"

"কেলেই দিয়া নাই? মই তাৰ চেষ্টাতে আছোঁ। শইকীয়া-চুকৰ বাধা শইকীয়াৰ জীয়েক এজনী আছে। তোমালোকে দেখিছাই নহয় হ'ব পায়? সিদিনা শইকীয়াই মোক লগ পাই এই বিষয়ে কৈছিলেই। ময়ো 'দেখা যক' বুলি কৈ থৈছোঁ। ঈশ্বৰৰ হাততহে সকলো কথা। তেৰাই যদি কৃপা কৰে তেহে হৈছে।"

"মই আপোনাৰপৰা এই কথা শুনি বৰ ৰং পালোঁ। ছোৱালী যিজনী, আমি সকৰেপৰা দেখি আহিছোঁ। কামে-বনে স্বভাৱে-চৰিত্ৰয় সকলোপিনে ভাল। তাইৰ নিচিনা ছোৱালী এজনী আপুনি বেগেতেই পাব তাক আশাই নকৰিব।"

"যিমান সোনকালে কামটো হৈ যায়, সিমানেই মঙ্গল। মই কাইলৈকে শইকীয়াৰ ঘৰলৈ যাম। কথা-বতৰা হৈ সেইপিনে অনিৰুধ্ পণ্ডিতৰ ঘৰতো সোমাই আহিম।"

"অলপ খৰ্‌ধৰ্ কৰিব। ইফালে ছোৱালীজনী দিবৰো এটা দিহী-পোহা কৰিব লাগিছিল।"

* * *

পথাৰৰ মূৰত মহৰ খুঁটি। 'লহঙা গাঁৱৰ আটাইবোৰ ম'হ তাতে বান্ধে। হৰিনাথে তাৰপৰা ম'হটো লৈ আহিলগৈ। কাণিমূনি বেলিকা হৰিনাথ গাঁৱৰ সিমূৰতে।

ৰাধা শইকীয়াৰ পানী অনা ঘাটত কাষত কলহ এটা লৈ এটি গাভৰু হৰিনাথৰ ফালে চাই ৰৈ আছিল। হৰিনাথ আহি ওচৰ পালত দুয়োৰে চকুৱে চকুৱে পৰিল। সেই খন্তেকতে যেন দুয়ো দুয়োৰো হৃদয়ৰ এটি নতুন কথা বুজি পেলালে। দুয়ো থৰ হৈ ৰ'ল। গাল ৰঙা পৰি গ'ল। দুয়ো তল-মূৰ কৰিলে। গাভৰু লাজত ৰঙা-চঙা হৈ মাতোঁ মাতোঁ বুলিও মাতিব নোৱাৰি টোপনিৰপৰা উঠা মানুহৰ দৰে এখুজি দুখুজিকৈ নৈৰ ফালে গতি কৰিলে। হৰিনাথো নীৰবে নিজৰ বাটত আগ বাঢ়িল। অলপ পিছতে নৈৰ বুকুৰপৰা এটি করুণ-ৰাগিণী আহি হৰিনাথৰ কাণত পৰিলহি।

"কাৰ আগত কৈ যাম দুখৰ কথাষাৰি
কোনে পাতি যাব কাণ?
চকুত নাই টোপনি তোমালৈ চিন্তনি
দেহালৈ পৰিছে টান।"

সি যেন হৰিনাথৰ বুকুখন মোহাৰি পেলালেহি। সি ক'ব নোৱাৰাকৈয়ে তাৰ মুখৰপৰা এটি ৰাগিণী সৰি পৰিল। অৱশ্যে তাক হৰিনাথৰ বাহিৰে আনে নুশুনিলে।

"ব্ৰহ্মায়ে চজিলে বিষ্ণুৱে পালিছে
তুলিবৰ গৰাকী আই—
বনৰ বনে পছু দিছে জোৰা পাতি
আমাৰ জোৰা পাতোঁতা নাই।"

এয়ে সেই যুৱকৰ এটি তরুণ উদ্দীপনা! এয়ে সেই যুৱকৰ পূৰ্ব্বৰাগৰ পাতনি। এয়ে নে হৰিনাথৰ পোনৰ দেখা-দেখিত ওপজা প্ৰেম? ইয়েই নৈ হৰিনাথৰ হৃদয়ত প্ৰেমৰ এক নতুন স্পন্দন তুলি দিলে? আগেয়ে জানো হৰিনাথে শইকীয়াৰ জীয়েক জেতুকীক দেখা

পোৱা নাছিল ? কত শতবাৰ সি জেতুকীক ধেমালিৰ ছলেৰে জোকাই-ছিল ! কত সঁচা-মিছা কথা-বতৰা পাতিছিল । তেনেহ'লে আজিনো দেখা-দেখি হওঁতে ইটিয়ে সিটিৰ প্ৰতি এষাৰ কথা ওঁঠ দুটাৰ মাজৰ পৰা উলিয়াই আনিব নোৱাৰিলে কেলেই ? এনে সমস্যাত তো হৰিনাথ এদিনো পৰা নাছিল । সি বাটে বাটে আহি থাকোঁতে কি ভাবিছিল ? তাৰ চকুৰ আগত ঘনে ঘনে সেই জেতুকাবুলীয়া জেতুকীৰ মুখখনিহে জিলিকি উঠিছিল । ঘনে ঘনে তাৰ গাৰ নোম মুঞ্জৰি উঠিছিল । তাৰ কাণত যেন ঘনে ঘনে বাজি উঠিছিল সেই একেটি অ'কুল কণ্ঠৰ করুণ-ৰাগিণী । আৰু তাৰ মাধুৰ্য্যই হৰিনাথৰ হৃদিবৃন্দাবন খলক লগাই পেলাইছিল ।—

"কাৰ আগত কৈ যাম দুখৰ কথাষাৰি
কোনে পাতি যাব কাণ ?
চকুত নাই টোপনি তোমালৈ চিন্তনি
দেহালৈ পৰিছে টান ।"

নানা ভাবৰ খেলি-মেলিতে সি ঘৰ পালেহি । চোতালৰ আগৰ তামোল জোপাতে ম'হটো বান্ধিলে । "ৰূপে, ৰূপে" বুলি মাত লগালে । ভনীয়েক ৰূপহীয়ে ভিতৰৰ পৰাই মাত লগালে "কোন ? ককাইদেউনে কি ?"

"অঁ ।"

"ৰ'বা" বুলি ৰূপহীয়ে এহাতে চাকি এটা আৰু আন হাতে লোটা এটা আনি হাত-ভৰি ধুবলৈ দিলেহি । সৰু সৰু ছোৱালী দুজনীয়ে ম'হটো চাবলৈ লৰি আহিল । হৰিনাথে হাত-ভৰি ধুই এটালত সকলোটি ভিতৰ সোমাই গ'ল ।

হৰিনাথ বহাৰ লগে লগে ৰূপহীয়ে কোমল চাউলৰ জলপান কলে-গাখীৰে দি থৈ গ'লহি । হৰিনাথে খাওঁ নেখাওঁকৈ দুটামান খালে । বাকীখিনি ভনীয়েক দুজনীক দিলে । মুখ ধুই 'ফু'ৰবলৈ যাওঁ' বুলি বাহিৰলৈ ওলাই গল । অলপৰ পিছতে আকৌ সোমাই আহিল । ভনীয়েকক সুধিলে "ভাত ৰান্ধিছেনে কি ?"

"ৰান্ধিছে।"

"মই নেখাওঁ বুলি ক'বা!"

"কেলেই, ক'লৈ যোৱানো?"

"কলৈকো নেযাওঁ। ভাগৰ লাগি আহিছে, অলপ শোওঁগৈ।"

"তাকৰকৈয়ে খাব'া। আমি জগাম বাৰু।"

"নেখাওঁ" বুলি হৰিনাথ নিজৰ শোৱনি কোঠাত সোমালগৈ। পাটীত পৰি আকাশ-পাতাল গুণিব ধৰিলে। সঁচাকৈয়েনে তাৰ ভাগৰ লাগিছিল? হৰিনাথৰ দিনৰ দিনটো লেকাত লাগি কাম কৰি ভাগৰ নেলাগে, আজি সেই হৰিনাথৰ কিহৰ ভাগৰ মগৰ পিঠিত উঠি অহা বাবে?

পাটীত পৰি ছাটি-ফুটি কৰি বহুত পৰৰ মূৰত চিল্-মিল্কৈ টোপনি আহিল। অলপ পিছতে আৰু সাৰ পালে। মাকক কোৱা শুনিলে "আপুনি কাইলৈ ৰাহি-জোৰা আদি চাই সকলোটি ঠিক কৰিব, আমি এতিয়া শোওঁগৈ বলক।"

সি আকৌ ভাবৰ জুমুৰিত পৰিল। তাৰ টোপনি নাহিল। সেইদৰে থাকোঁতেই বাৰীৰ বৰগছ জোপাৰপৰা ফেঁচাটোৱে এটা দীঘল কুৰুলি মাৰি পুৱাৰ আগ-জাননী দিলে। হৰিনাথ আৰু পাটীত পৰি থাকিব নোৱাৰিলে। একে চাবেই উঠি দুৱাৰ মেলি বাহিৰ হ'ল। ঘৰৰ কোনো উঠালৈ বাট নেচালে। ম'হটো মোকোলাই পথাৰৰ ফাল খেদাই লৈ গ'ল। যাওঁতে শইকীয়াৰ পিছ দুৱাৰৰ ফালে চাই পঠিয়াই সি দেখিলে কি?—সেই একে যুৰি মোহিনী চকু তাৰ ফালে ভেবা লাগি চাই থকা।

সি মনক শান্তি দিবৰ কাৰণেই তাহানি মুখস্থ কৰা অভিমন্যুৰ বচনবোৰ গুণ্ গুণ্কৈ গাবলৈ ধৰিলে। যেতিয়া সি পথাৰৰ মাজত, তেতিয়াহে পুৱাৰ ধাগে পৃথিৱীক সাৰটি ধৰিছিলহি। সি গাই পেলালে—

"কপৌ কুঁকলিয়ায় ৰাতিকেচোন নুপুৱায়
কেঁচাই কুঁকলিয়ায় ডালত—
মোৰ ধন কুঁকলিয়ায় জেৰেঙা পথাৰত
শুনি যাওঁ বতাহৰ চালত"

* * *

প্ৰায় ভাত খাবৰ সময়লৈকে সি ঘাঁহ চাই ম'হটো চৰাই লৈ ফুৰাই পথাৰৰ ডাঙৰ হোলাটোৰ কাষ পালেহি। তাৰ মুখৰপৰা সৰি পৰিল—

"চৰাই মনোমতী মনকে মুহিলি
কোটাহি বেঙেনাৰ তলত;
কিনো মোহিনীৰে আমাৰ মন মুহিলি
থাকিব নোৱাৰোঁ ঘৰত!"

ক'ৰবাঁৰপৰা তাৰ সমিধান আহিল—

"বিলাতী সূতলৰ পানী তই বান্ধে ঐ
বিলাতী সূতলৰ পানী,
সূতা পকোৱাদি মোৰ মন পকালি
চিতৰ কথা নকলি গাঙি।"

হৰিনাথেও উত্তৰ দিয়াটিনো কোন নেচাই আকৌ এবাৰি গালে—

"কেলেই চজিলি চৰেজন দেৱতা
কেলেই তুলিলি আই?
মনৰে কামনা পূৰাব নোৱাৰি
মৰোঁ বৰেবিহে খাই।"

হাবিৰ মাজৰপৰা কাৰোবাৰ মাত এটি আহি হৰিনাথৰ কাণত পৰিলহি—

"চ'তে চ'তাই গই ব'হাগে পালেহি
কুলিয়ে ভেবেৰি লতা,—
মনে ডেই যায়, মনতে পৰিলে
লাহৰী লেডেঙৰ কথা।"

আকৌ হাবিৰ ফালৰপৰা,সেই মাত!—

"প্ৰথমে প্ৰণমো জয় সৰস্বতী
দ্বিতীয়ে প্ৰণমো হৰি,—
কোন জন ঈশ্বৰে আমাক চৰজিলে
এথানি-এবানি কৰি?"

'হৰিনাথে উভতি চাই দেখিলে যে তাৰ সমনীয়া টেকেলীয়া ম'হৰ পিঠিত উঠি হাবিৰ ফালৰপৰা ওলাই আহিছে। সি "আঃ উঈ—" বুলি টানি চিঞৰ এটা মাৰিলে। আগেয়ে গীত গাওঁতা-জনো কোন চাবৰ মনেৰে হৰিনাথে ইফাল সিফালে চকু ফুৰাইছে হোলাটোৰ ফালে মুখ কৰি দেখিলে দুটি ভেলেঙী শৰ জেতুকী আৰু লাহতীয়ে হাতত জকাই লৈ ভেলেঙা লাগি তাৰ ফালে চাই আছে।

"তোমালোকে এই ঠেটুৱাই ধৰা জাৰত কেলেই জকাই বাবলৈ আহিছা?"

দুয়োটি গাভৰু নিৰুত্তৰ। হৰিনাথে পুনৰ প্ৰশ্ন কৰিলে। জেতুকীয়ে কওঁ নকওঁকৈ তলমূৰ কৰি উত্তৰ দিলে "তুমি হলে ঠেটুৱাই ধৰা জাৰত ম'হ চৰাবলৈ আহিব লাগে?"

কথাষাৰ কোৱাৰ লগে লগে তাইৰ গাল দুখন ৰঙা পৰি গ'ল।

লাহতীয়ে লাজকুৰীয়াভাৱেৰেই ক'লে, "এঃ, বৰ মৰম!"

এইবাৰ তিনিও ৰঙা পৰিল। হৰিনাথে ৰঙা-চঙা পৰি সুধিলে "তোমালোকৰ ধান ছিগিলনে কি?"

"তোমালোকৰ?"

"ছিগিল।"

"আমাৰনো নিছিগিব কিয়?"

"ভালতোহে। তোমালোক এতিয়া ঘৰলৈ নোযোৱা কিয়? ভাত হ'বই পায় চাগৈ? ভোক লগা নাই?"

"আমাৰতো পাৰিছোঁ। তুমি?"

"ময়ো যাওঁ। সৌ টেকেলীয়া আহি পাওকহিচোন। তোমা-লোক যোৱাঁ।"

"বাৰু" বুলি দুয়োটি গাভৰু কাষত জকাই লৈ হোলাৰপৰা উঠি ঘৰমুৱা হ'ল। মাজে মাজে উভতি চাই চাই গাৱঁৰ দাঁতিত থকা গছবোৰৰ আঁৰ হ'লগৈ। হৰিনাথ আৰু টেকেলীয়া ম'হ চৰাই চৰাই আহি গাৱঁৰ কাষ পালেহি। করুণ সুৰেৰে হৰিনাথে গালে--

দ্রুপদ-নন্দিনী মনে গুণি, স্বামীসকলৰ বাক্য শুনি
ৰাজহংস-গতি চলি গৈলা ধীৰে ধীৰে।
যথাতে আছন্ত দেৱ হৰি, নৃপতিসকলে মধ্য কৰি,
তথাতে চলিলা বহে নয়নৰ নীৰ॥
নেতৰ বসন পৰিধান, মাথাত মালতী কৰে ঘ্ৰাণ,
প্ৰৱাসৰ কষ্টে তনু ভৈলা অতি ক্ষীণ।
যতেক বিপত্তি মনে স্মৰে শোকে নয়নৰ নীৰ জৰে,
পূৰ্ণচন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন॥
মাধৱৰ গৈয়া সমীপত দ্রুপদ-নন্দিনী উপগত,
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে।

হৰিনাথহঁত শইকীয়া-চুক পালেহি। হৰিনাথে গোৱা বন্ধ কৰিলে। টেকেলীয়াই মেজি খৰি কটা কথা উলিয়ালে। হৰিনাথে ক'লে, 'কাইলৈ ৰাতিপুৱা আমাৰ ফালে ওলাই যাবা। তেতিয়া কিবা এটা কৰিম।"

এনেতে টেকেলীয়াহঁতৰ পানী অনা ঘাট পালেহি। দুয়ো নৈলৈ গৈ ম'হ দুটাকো গা ধুৱালে, নিজেও ধুই দুয়ো ঘৰা-ঘৰি গ'ল। হৰিনাথ গধূলি আহি ঘৰ সোমালহি। সেইদিনাখনো তাক চিন্তনি-ভাবনিয়ে লগ এৰা নিদিলে। আগদিনাৰ দৰেই পাটীত পৰি ইচাটি-বিচাটি কৰি থাকোঁতে পুৱতীয়া নিশা টোপনিয়ে বাৰুকৈ হেচা মাৰি ধৰিলেহি।

* * *

ৰাতিপুৱা। ভালকৈয়ে পোহৰ হৈছে। টেকেলীয়া আহি বাহিৰৰ পৰা মাত লগালে "হৰি! হৰি!" হৰিনাথ সাৰ পাই উঠি ওলাই আহিল। দেখে যে ৰাতি-পুৱাৰৰ বহুত বেলি হল। টেকেলীয়াক

"ৰবা" বুলি মুখ-হাত ধুই মূৰক্ত পানী-গামোচাখন মাৰিলে, চুৰিয়াৰ আগেৰে কঁকালত কমৰ বান্ধি চোলাটো আৰু কাপোৰখন থলে। হাতত কুঠাৰখনে দা খনে লৈ "বলা" বুলি টেকেলীয়াৰ লগত ওলাই গ'ল।

ভাত খাবৰ সময়ত ঘৰত সোমালহি। ততাতৈয়াকৈ পুখুৰীতে জোবোৰা এটা মাৰি কাপোৰ-কানি সলাই ভাত দুটামান গিলিলে। ম'হটো মুকলি কৰি খেদাই লৈ পথাৰ ওলালগৈ।

এইকেইদিন হৰিনাথৰ এনেভাৱেই গৈছে। সি প্ৰায়েই জেতুকীক জকাই বাবলৈ যোৱা দেখা পায়। জেতুকীৰ জকাই বাই মাছ ধৰাতকৈও হৰিনাথক দেখিবলৈ পোৱাটোহে আচল উদ্দেশ্য যেন লাগে। জেতুকীৰ সমান মাছতী লহঙা হেন গাওঁখনতে নাছিল। কিন্তু এইকেইদিন জেতুকীৰ খালৈটো চালে দেখিবা তাত দুটা বা এটা মাছ মাত্ৰ ধৰফৰাই আছে। ছোৱালীহঁতে নাম গাই যেতিয়া ন'হ চৰোৱা ডেকাহঁতক জোকায়, জেতুকী তলমূৰকৈ ৰৈ থাকে। কেতিয়াবা ইজনী-সিজনীয়ে ধৰিলেহে গাওঁ নেগাওঁকৈ এষাৰ গায়।

*   *   *

কাইলৈ মাঘৰ ভোগালি বিহু। আজি উৰুকা। গাৱঁৰ ডেকাহঁতে মেজি-খৰি কাটি দ'ম বান্ধি থৈছে। আজি মেজি সাজিব। কাইলৈ পুৱঁতিনিশা জুই লগাই ফুৰাব। সকলো ডেকাই উখল-মাখল লগাই ওখ ওখ চাই কলগছ গোটাইছে। ৰাতি ভোজ খোৱাৰ দিহা কৰিছে। ডাঙৰ ডাঙৰকৈ দুই-তিনিখনকৈ ৰভা দিছে। কিছুমান ডেকা মাছ মাৰি আনিবলৈ গৈছে। কিছুমানে গাঁৱৰপৰা চাউল তুলিছে। কেইজনমানে বজাৰ কৰিবলৈ গৈছে। যেনিয়ে যোৱা সেইপিনেই দেখিবা ডেকাহঁতৰ উখল-মাখল। গাঁৱৰ জীয়াৰী-বোৱাৰী সকলোৱে পিঠা খুন্দাৰ উখল-মাখল লগাইছে। যি দুই-এঘৰৰ ধান বাকী আছে, আৰে সৈতে লাগি ধান চপাইছে। যেনিয়ে যোৱা সেইপিনেই খালি শুনিবা ঢেঁকীৰ মাত।

হৰিনাথ ছুপৰীয়া ম'হটো লৈ পথাৰলৈ গৈছে। বাটতে লাহতীক লগ পালে। তাই হৰিনাথক দেখি দূৰতে মিচিকিয়া হাঁহি এটা মাৰিলে।

"আহিছা ? বাৰু, আজি 'মজা' দিম বলা।"

"কি মজা দিবা ?"

"বলাঁচোন বাৰু।"

তাই অলপদূৰ আঁতৰি গৈযে হৰিনাথৰ ফালে চাই হাঁহি হাঁহি গালে -

"ধৰ ধৰ কলীয়া কলৈ পলায়।
নধৰিবি নধৰিবি ৰাধাৰ জোঁৱাই॥
ৰাধাৰ পদূলিয়ে কোন কোন যায়।
কণুক জুণুক কৰি নূপুৰ বজাই॥"

"বাৰু হয়।"

টেকেলীয়াই পিছফালৰপৰা মাত লগালে "ৰবা হে !" হৰিনাথ ৰল। টেকেলীয়াই হাতত ম'হৰ শিঙৰ পেঁপা এটা লৈ ওলালহি। পেঁপাটো হৰিনাথৰ হাতত দিলে। দুয়ো ম'হ লৈ পথাৰৰ মূৰ পালেগৈ।

*           *           *

জান এটি গাঁৱৰ সিমূৰৰপৰা ওলাই আহি শইকীয়াচুকৰ ওচৰেদিয়েই বৈ গৈছে। পাৰত ঘন ঘন বিৰিণাৰ জোপাবোৰ। দূৰৰপৰা চালে মানুহ যেন লাগে। বিৰিণানিয়ে নৈ পাৰৰপৰা বহুত ঠাই জুৰি আছে।

তেতিয়া আবেলি। হৰিনাথ আৰু টেকেলীয়া জানৰ সিপাৰতে। মেজি সাজিব লাগিব ভাবি দুয়ো ম'হ লৈ জান পাৰ হল। হৰিনাথে ওঁঠত পেঁপাটো লগাই এটি বনগীত টানিলে। টেকেলীয়াই সুৰটো বুজি লগতে গালে।

"বতাহৰ ঢালতে গোন্ধাই মলেমলি
কাৰ বাৰীৰ জনীয়া আম—"

নাম শেষ হ'বলৈ নাপালে টেকেলীয়া থমকি ৰল। হৰিনাথেও পেঁপা বজোৱা বন্ধ কৰিলে।

"বাৰীৰে চুকতে পাতোঁ তঁাতশালে
ওভোতাই মাৰিলো মাকো।
ইফালে পেঁপাৰ মাত সিফালে পেঁপাৰ মাত
মাজত কেনে কৰি থাকোঁ?"

টেকেলীয়াই কলে "সেয়া জেতুকীহঁত হ'ব পায়। পিছে এতিয়া আৰু চুপতি মাৰি নেথাকোঁ। মেজি পাতি আন বস্তুও দিহা-পোহা কৰিলেহে হ'ব। ঘৰলৈহে বেগাবোগকৈ যাব লাগে।"

"বাৰু তেনেহ'লে।" দুয়ো ম'হৰ পিঠিত হাতৰ চেকনিৰে ফতৰ ফতৰ কৰি দুচাট লগাই দিলে। ম'হ আগ বাঢ়িল।

এনেতে বিৰিণ্ডানিৰ মাজৰপৰা লাহৰী আৰু কেইজনীমান গাভৰু ওলাই আহিল। তাৰ ভিতৰত আমাৰ জেতুকী নাছিল। টেকেলীয়াই ঘূৰি চাই গালে

"তোমাক চাই আমনি নেলাগে লাহৰী
পেটতো নেলাগে ভোক—
তোমাৰ গঢ়ে-পিতে কোনে কৰি দিব
প্ৰেমৰে পুতলী মোক?"

লাহতীয়ে গালে—

"তোমালৈ যিমানটি চিন্তনি-ভাবনি
আনলৈ সিমানটি নাই—
আশা কৰাই কৰাই নিৰাশা কৰিলা
তোমাৰ মান নাৰকী নাই।"

টেকেলীয়াই গালে—

"চুকুলৈ চালে তই মুখলৈ নেচাৱ
ঈশ্বৰক কৰিছো সাক্ষী—
মই যদি তোলৈক অহিতে চিন্তিছো
ঈশ্বৰে নথ'ব ৰাখি!"

হৰিনাথে লগালে—

"পিৰীতি শুদা গুণ মণ্ডহৰ কেঁচা লোণ
ল'ব'া যতনেৰে বান্ধি,
কিবা মায়া কৰি হেৰাব লাগিলে
নেপাবা বিচাৰি কান্দি।"

টেকেলীয়াই গালে—

"গা কিনো চাবা মালী মাছে যেনে
কঁকালটি বীণৰে নলা,
মুখে কিনো চাবা জোনে বেলি যেনে
চকুযুৰি সৰগৰ তৰা।"

লাহতীয়ে গালে—

"মোকে নিওঁ নিওঁ কৰ তই চেনাই ঐ
মোৰো যাবৰে মন,—
বোপাই ন্‌ৰকীয়ে নকয় মুখে ফালি
নলয় হাতে পাতি ধন।"

হৰিনাথে পেপাটো মুখত লৈ এধাৰি গালে। টেকেলীয়াই শেষৰ ফাকি গাই শেষ কৰি দিলে—

"—কোনজন ঈশ্বৰে তোমাক চজিলে
চাইনো থাকিবৰ মন।"

গাভৰুজাকৰ মাজৰ কোনোবা এজনীয়ে গালে—

"চাইনোকৈ থাকিলে হাবিয়াহ নপলায়
নেখালে নুগুচে ভোক,—
যেন সৰি যাব বালিঘাটৰ বেঙেনা
দলিয়াই দি যাবা মোক।"

ক্ষন্তেকৰ কাৰণে দুয়ো পক্ষই নীৰৱ হল। তেতিয়া মৰীচিমালী ভগৱান সূৰ্য্যই পশ্চিম আকাশত শোণিত বৰণৰ হাঁহি এটি মুখত লৈ বিদায় লব খুজিছে। পথাৰৰ মাজৰ হোলাটোৰ পানীৰ ওপৰত

হেঙুলী বেলিৰ ৰশ্মি পৰি এচাকো শোণিত যেন কৰি পেলাইছে। গৰখীয়া ল'ৰাৰ লিপা-পোচা ঘৰটোৰে সূৰ্য্যক বিদায়-সম্ভাষণ জনাব খুজি তেওঁৰপৰা ধাৰলৈ লৈ এটি কাঠহাঁহি মাৰিছে। ওপৰেদি উৰি যোৱা বগলি জাকৰ ওপৰত ৰশ্মি পৰি সিহঁতক এটা সুন্দৰ ৰহণ সানি আৰু সুন্দৰ কৰি পেলাইছে। গাভৰু একজনীয়ে ক'লে, "সৌ কেইটা ৰঙা বগলি উৰি গৈছে।"

হৰিনাথে গালে—

'পূবৰে অৰুণে পশ্চিমত ঘূৰিলে
মলয়াত ঘূৰিলে বগ—
মনৰ কথাষাৰি মনতে ঘূৰিলে
ক'বলৈ নাপালো লগ।"

'এহে।" আটাইখনে কিৰিলি পাৰি দিলে।

হৰিনাথে লাজতে ৰঙা পৰি পেঁপাত ফুঁ দিলে। পেঁপাটোৱে গালে "তেহেতি-তেহেতি-তেহেতি অ'-তল ল-ল-ল-ল"। পেঁপা বন্ধ কৰিলে। টেকেলীয়াই গালে—

'ঘৰতো নপৰে মনে সমনীয়া
পথাৰত নপৰে মন—
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।"

গাঁৱৰ ওচৰ পালেহি। টেকেলীয়াই ম'হ লৈ ঘৰৰ পিছফালেদি গল। ছোৱালীজাকেও ঘৰা-ঘৰি বাট ললে। হৰিনাথ আৰু লাহতীয়েহে শইকীয়া-চুকৰ আগেদি বাট ললে! হৰিনাথে ক'লে "আজি কি মজা দিলা হে?"

"তুমি দেখোন নেমাতিলাই। জেতুকী নাই দেখি হবলা? আজি তাই যোৱা হলে ধুন চিটিকালোহেঁতেন।"

"তেতিয়াও নমতা হলে?"

"তেতিয়া নৈমাতি পাৰা?"

"বাৰু আমাক মাছ নিদিবা জানো?"

"আমিনো কিয় দিব লাগিছে। যি মাছ খুৱাব লগীয়া আছে খুৱাবই নহয়। যেতিয়া ঘৰ সুমাবগে তেতিয়াও খাব'চোন কিমান খোৱা।" এই বুলি লাহতী পদুলি এটাইদি সোমাই গল। হৰিনাথে ম'হটো ইযাতে ধুই লৈ যাওঁ বুলি শইকীয়াৰ ঘাটেদি নমাই লৈ গ'ল। পানী-জুৰলীত দেখিলে জেতুকীক থিয় হৈ থকা। কলহটো থৈ কিবা গুণগুণকৈ গাই আছে।

"কি কৰিছা" বুলিয়েই হৰিনাথে ম'হ পানীত নমালেগৈ। জেতুকী উচাপ খাই গল। ঘূৰি চাই দেখে যাৰ কথাই তাইৰ মন উগুল-থুগুল লগাইছে তেওঁ আহিছে। তলমূৰকৈ কলে, "ভাবিছো।"

"কি ?"

জেতুকী এইবাৰ একেবাৰেই জেতুক-বুলীযা হল। লাজক ঠেলি থৈ কোনোমতে কলে "তোমাৰে। মাঘৰ একুৰি চাৰি দিন যোৱাকৈ বিয়া ঠিক কৰিছে।"

অলপ পৰৰ কাৰণে দুয়োৰে মুখৰ মাত-বোল নাই। জেতুকীয়ে কলে 'কাইলৈ আহিবাচোন।"

'কেলেই ? মই আহিব নেপায় নহয়।"

"এঃ' বাৰু থৈ দিয়া সেইবোৰ। আহিবা খালি।"

"বাৰু দেখা যাব।"

হৰিনাথে ম'হটোৰ গা ঘঁহি ঘঁহি ধুৱাবলৈ ধৰিলে। জেতুকীয়ে একেৰাহে চায়ে থাকিল। এনেতে লাহতী কাষত কলহটো লৈ ওলালহি।

"এহে কি কৰিছা ?" হৰিনাথে উভতি চাই তলমূৰ কৰিলে। জেতুকীয়ে আকৌ ৰঙা গাল বোলাই আঙুলি কামুৰিবলৈ ধৰিলে। "দুয়ো আহি ইয়াত কথা পাতি আছেহি। তোমালোকৰ ভোগ আহিছে। আৰু বেছি দিন নাই।"

"এইজনী" বুলি লাহতীৰ পিঠিত জেতুকীয়ে ঢকা এটা মাৰিলে।

হৰিনাথে "থাকিবা সোণাইহঁত বুলি মহ লৈ উঠি গ'ল।

জেতুকী-লাহতীয়ে ভেবা লাগি চাহি থাকিল।

*  *  *

পথাৰত ম'হৰ যুঁজ চাবলৈ বহুত প্ৰজা বৈ আছেহি। হৰিনাথ ইমান পৰেও অহা নাই। এনেতে পথাৰৰ মূৰত কাৰোবাক ম'হটো লক্কৰাই অনা দেখিলে। ওচৰ পালত দেখা গল সেইটো হৰিনাথ। ওচৰ পালতে ইজনে সিজনে তাক ম'হ মেলি দিবলৈ কলে। হৰিনাথ অলপ অনিচ্ছুক আছিল যদিও ৰাইজে কৈছে বুলি নাকিডাল সোলোকাই লৈ ম'হ মেলি দিলে। লগতে গাঁৱৰ হৰনাথৰ মহটোও মেলি দিয়া হল। ৰাইজে উচ্চৈঃস্বৰে ধ্বনি কৰিলে "জয় হৰি বোলা। জয় হৰি বোলা।"

ম'হহালে এৰি দিয়া মাত্ৰকে মানুহ চাই ঘূৰি ফুৰিবলৈ ধৰিলে। যুঁজ নলগা দেখি 'লগাই দিয়া, লগাই দিয়া,' বুলি চিঞৰ পৰিল। হৰিনাথে গাতত থকা টোকোনডালেৰে ম'হটোৰ গাত মাৰ শোধাই দিলে। ম'হটোৱে চেঁাচা মাৰি গৈ ইটো ম'হৰ মূৰত এটা ভয়ানক খুন্দা লগাই দিলে; আকৌ উভতি আহিল। এইবাৰ হৰনাথৰ মহৰ পিঠিত টোকোনৰ কোব পৰিল; সি চেঁাচা মাৰি গ'ল। হৰনাথৰটোৱে মূৰ পাতি ধৰিলে। দুয়োৰো মাজত কাপ-যুঁজ লাগি গ'ল। ইটোৱে সিটোক শিঙৰ আগেৰে কাচিবলৈ ধৰিলে। তেজ বৈ গ'ল। হৰিনাথৰ মহটোৰ কাণত এটা বিন্ধা আছিল। ইটোৱে এবাৰ শিঙটো বিন্ধাত সুমুৱাই কাণখন ফালি পেলালে। মানুহৰ দেখি বেয়া লাগিল; "একৰাই দিয়া, একৰাই দিয়া," কৰি চিঞৰিবলৈ ধৰিলে। সকলোৱে হৰিধ্বনি দিলে। হৰিনাথহঁতে চাই চাই মাৰ লগাবলৈ ধৰিলে। হৰিনাথৰ মহটোৱে তৎক্ষণাৎ ঘূৰি ঢাপলি ধৰিলে। ইটোৱে ওৰ পিছ ল'লে। লাচতে হৰিনাথক বগৰাই পেলাই থৈ গল। অলপৰ পিছতে সি ৰল। ইটোৱে উভতি চাই হৰিনাথৰ অৱস্থা দেখিয়েই নেকি বৰ বেগেৰে খেদা মাৰি আহিল। হৰনাথৰ মহটোৰ মূৰত খুন্দা এটা মাৰি বহুৱাই দিলে। কোনোবাই মাৰ ধৰাতহে সি ম'হৰ খুটিৰ ফালে ঢাপলি ধৰিলে।

ইফালে হৰিনাথৰ অৱস্থা শোচনীয় হৈ উঠিল। প্ৰায় সকলো ঠাইৰেপৰা তেজ ওলাইছিল। কোনোবাই চুৰিয়া-কাপোৰ ফালি ঘাবোৰ বান্ধি দিলে। তেনে অৱস্থা দেখি সকলোৰে চকু চল্‌চলীয়া হল। হৰিনাথক সকলোৱেই ভাল পাইছিল আৰু মৰম কৰিছিল। সেই হৰিনাথৰে তেনে অৱস্থা দেখি চকুৰ পানী ৰখাব পাৰে কেনেকৈ?

দুজনমানে আলস্থুৰাকৈ ধৰি ঘৰলৈ নিবলৈ দিহা কৰিলে। ওচৰৰ জ্ঞানধ্বনিৰ বুকৰপৰা এজাউৰি বনগীত আহি সকলোৰে কাণত পৰিলহি।

"কিনো তোৰ অমাতৰ মাত ঐ লাহৰী
কিনো তোৰ অমাতৰ মাত!—
তোৰে মাতে শুনি এখানি-এখানি
এৰি যাওঁ পেটৰে ভাত।
"কেলেই ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি—
গুৰুতো নেলাগ ভকতত নেলাগ
থাক তলে ভৰি সৰি?"
"বকুল বৰাধানৰ আঁখৈ ভাজিছিলোঁ
ছপোৱা গাখীৰৰ দৈ,
তুমি যে নহলে খাবকে নোৱাৰোঁ
থাকোঁ মই আগতে লৈ।
'লাহীকৈ কেতেকীৰ পাহি ঐ মইনা
লাহীকৈ কেতেকীৰ পাহি
বুকুত দিয়ে গলি জ্বলা জুই একুৰা
মুখৰ লৈয়ে গলি হাঁহি।"

জেতুকীহঁতে বাৰীৰ পিছফালৰপৰা ঘূঁজ চাই আছিল। হৰিনাথৰ অৱস্থা দূৰৰপৰা দেখি সকলো চঞ্চল হৈ উঠিল। জেতুকীৰ হৰিণীৰ নিচিনা চকুযুৰিৰপৰা দুধাৰি চকুলো অলক্ষিতে জেতুকীয়া গাল দুখনি তোৱাই বৈ গল। তাই বিহাৰ আগেৰে মচি পেলালে। তাইৰ মন চাগে কিমান উতলা হৈ উঠিছে!

# জলো জুই একুৰা

কাম চৰাইৰ ৰঙা ঠোঁট, তাতে দিলে সেন্দুৰ ফোট। যৌৱনৰ কিবা এটা বুজিব নোৱৰা অথচ গোটেই দেহ বিয়পি পৰা উথল-মাথলৰ হেচা। সেই হেচাৰ পিৰপিৰণিত ৰঙচুৱা মুখখনি, গাল আৰু কপাল। ওঁঠত হঁাহিয়ে বোলোৱা ৰঙা ৰহণ। কপালৰ সেন্দুৰৰ ফোট কেতিয়াবাই নাচি থকা হাত লাগি গোটেই মুখখনৰ ঠায়ে ঠায়ে লাগিছে। জানিবা সেন্দুৰবোৰেহে নিজৰ বৰণেৰে দেখাত একে গাল দুখনৰ বাহাদুৰিকণৰ হিংসাত চেলেকা-চুবুৰীয়া হৈ বৈছেগৈ। দুডালমান চুলিয়ে আকৌ ফণিৰ আদেশ নামানি কলৈ যাওঁ গোপাল কলৈ যাওঁ কৃপালকৈ কপালৰ ওপৰত হৈ খেদিছেহি। নতুনকৈ জাপৰপৰা উলিওৱা পাটৰ্ডালি বচা মেখেলাখন। সিও বান্ধৰপৰা মেলি দিয়া গেবা মহে ঘুলত বাগৰ লোৱাৰ দৰে, পিন্ধতীয়ে বোকা মজিয়াত আঁঠু লোৱাৰ চিন দৰ্শাইছে।

নলিনে শিৱসাগৰৰ পাৰত ফুৰি কিবা ইচ্ছা নে অনিচ্ছাতে শিৱদ'লৰ ভিতৰলৈ সোমাই গ'ল। দ'লৰ মুখৰ ইটাৰ দেউলৰ কোঠাটোৰ এখন দুৱাৰ তেতিয়াও বন্ধ। এখনৰ সমুখত থিয় হৈ থকা মানুহৰ গাৰ ফাকেদি সৰকি অহা পোহৰকণে কোঠাটো পোহৰাই তুলিব পৰা নাই। মন্দিৰৰ ভিতৰৰ বন্তিৰ পোহৰেও তাৰ আন্ধাৰক ৰৰকৈ পৰশ কৰিব নোৱাৰি দেৱৰো আদি দেৱ মহাদেৱক স্তুতি কৰাত লাগিছে।

"নলিন ককাইদেউ।"

নলিনে সমুখলৈ চাই দেখিলে মাহীয়েকৰ জীয়েক পুতলীক। "পুতলী, মাহীদেউইতো আহিছে নেকি ?" নলিনে মন্দিৰৰ ভিতৰৰ ফালে চালে। পিঠিত ভিতৰৰ বন্তিৰ পোহৰ লৈ তিনিগৰাকী ওলাই আহিছে। "মাহীদেউ, দ'ললৈ আহিল ?" "হয়ে, নলিন মইনা নেকি ? এখা

বোপাই, মহাদেৱৰৰ সমন্ধীয়াকৈ।' মুক্তিনাথত ফুল এপাহি দিবলৈ আহিলোঁ।” বন্ধ হৈ থকা দুৱাৰখন মেলি দিয়াত এছাটি পোহৰ জাপ মাৰি আহি এখনি মুখ, এটি দেহ উজলাই তুলিলে। আৰু কাৰবাৰ মুখত সেই পোহৰ পৰিছিল নে নাই নলিনে খবৰ কৰিবলৈ আজৰি নাপালে। তাৰ চকুত উজলি উঠা দেহটি সেন্দুৰে, ছেগা-চোৰোকাকৈ বুলোৱা সেই মুখখনি, সেই পাতলি বছা, বোকাত লেট খোৱা মেখেলাখন, দুহাতে একতীয়াকৈ ধৰি থকা প্ৰসাদৰ খৰাহিতো, চকুত পোহৰ পৰা বাবে তললৈ মুখ কৰোঁতে সৰি পৰা বেলপাতখিনি। —নলিনৰ গাত তেতিয়া বিজুলী মাৰিছিল নে নাই, কব নোৱাৰিলোঁ।

“ককাইদেউ বাহিৰলৈ আহা”।

দ'লৰ কাষতে বহি নলিনে মাহীয়েক-ভনীয়েকৰ লগত কথা-বতৰা হ'ল। এমুঠি মগু-বুট মাহ, এপাৰ পুৰা কুঁহিয়াৰ, দুটা অসমীয়া মালভোগ কলক ডিঙিয়েদি বাট দেখুৱাই দিলে। সি আছিল লাজ-কুৰীয়া। অচিনাকি ই দুটি প্ৰাণীৰ চিনাকি নিবিচাৰিলে। কিবা কাৰণত জানো, সেইফালে চকু ফুৰাবলৈকে তাৰ সাহ নহ'ল। পুতলী-হঁতক ঘৰৰ বাটত এৰি সি আনফালে খোজ চলালে।

০ ০ ০

দিখৌৰ ওপৰৰ ডাঙৰ দলংখন। তাৰ কাষতে আমাৰ ঘৰ। পুতলীহঁতৰো। সিহঁত মোৰ একো নহয়। পুতলীয়ে মোক ককাইদেউ বুলি মাতে। তাইৰ মাকক মই সকৰে পৰা খুড়ীদেউ বুলি মাতোঁ। ইফালে তাইৰ জেঠায়েকৰ পুতেক নলিন মোৰ আছিল স্কুল কলেজীয়া সহপাঠী। কলিকতাত এম-বি বি এছ পাছ কৰি নিবনুৱা সমস্যাটো মোৰ ফালৰপৰা জটিল কৰি তুলিছোঁ।

জেঠৰ বাৰে থৰ। ৰ'দত চৰাই চিৰিকটিৰো জীৱ ডিঙিৰ নামনিতে কলচপ-কলচপকৈ উজান-ভাটি কৰিব লাগিছে।

মোৰ খোটালীটোৰ দুৱাৰ খিৰিকী মেলি ঘাম মচি মচি, বিচনী আৰু হাতৰ মাজত জেঠৈৰী-বৈনাইৰ লেৰেলা সাদৰৰে মিতিৰ পত্তাই মূৰটো কোনোবাই কৰি দিয়া গাৰুটোত থৈ মাজে মাজে মৈদাৰে

পিঠিত এবাইছ দিয়া মাগুৰ মাছটোৰ দৰে থবেবে থাকি মাজে মাজে জীয়াই মৈদাৰে ছেৰাই পকা খোলাত দিয়া চেং মাছৰ দৰে ধৰফৰ কৰি ডঙুৰা জীৱনৰ কেইঅঁৰামান দণ্ড-পলক অতীতৰ বুকলৈ গতিয়াব লাগিছো।

•বাহিৰত কোনোবাই এৰি থৈ যোৱা পিতলৰ চৰিয়াটোত পানী এটোপা দেখি শালিকা এটাই তাৰ গা পখালি পাখি কটালিবলৈ এয়ে সুবিধা বুজি পানীত ওপৰকৈ পৰিবলৈহে পালে. আকৌ উঠি আহিবলৈ তাৰ চুক্তি হেৰাল। পানী তপত।

ভাবিলো দেহি ঐ মৰুভূমিৰ শুকান বালিৰ জিলিমিলি দেখি মানুহৰ মনৰ লোভ নালাগিব কেলেই? পানীয়ে গা শীতল কৰে। শালিকাটোৱে আশা কৰিছিল পানীকণে তাক শীতলাব বুলি। আমিও হিয়া জুৰ পৰিব বুলি কতৰ বুকুৰ কাষ চাপি যাওঁ, কিন্তু সিবোৰে বুকুত দি যায় জ্বলা জুই একুৰা, মুখৰ কাঢ়ি নিয়ে হাঁহি। ভৰা কথাৰ ওৰ নপৰে। কলাঘুমটিয়ে তাকে হেচা মাৰি ধৰে।

উশাহ-নিশাহ নোপোৱাৰ নিচিনা হৈ সাৰ পালো। দেখিলো কাষতে পুতুলী। খুক-খুক-খুককৈ তাই হাঁহে।

চন্দ্ৰ ককাইদেৱে আজি হৰলা সপোনতে পিঠাগুৰি খাওঁ বুলি উটা-পুটাকৈ নাকে-কানে ভৰাইছিল? সপোনতে পিছে নবৌক দেখি হ'ব পায়, লুকাওঁ বুলি সপোনৰপৰা দিঠক পালেহি। হি-হি-হি।

মেজতে থিয়েটাৰলৈ আনি থোৱা পাউদাৰৰ টেমাটোৰ সাফৰখন মুকলি হৈ পৰি আছে। পুতলীৰ হাতত পাউদাৰৰ চিন। তাই মোৰ নাকত তাৰে অলপ দি মোৰ কলাঘুমটি ভাঙি এইদৰে ৰং চাইছে।

"ককাইদেউ।" মোক নমতা দেখি আকৌ মাত লগালে। "পুতলী, তই বৰ দুষ্ট হৈছ।"

"এহ্ এহ্ এহ্। আৰু নকৰা। মোৰ লাজ লাগিছে দেও।" তাই হাতু দুখনেৰে নাক-চকু ঢাঁকি ধৰিলে। আকৌ হাত আঁতৰাই আনিলে। তাইৰ গালে-মুখে পাউদাৰবোৰ বগা হৈ ৰ'ল।

"পুতলী, তই গাভৰুজনী হলিহি। তোৰ ল'ৰা-ধেমালি হ'লে নুশুচিল।" উ, এনে নগৰত জগৰত লাগিল একেবাৰেই। মই গাভৰু হ'লো বুলি আৰু ভনীটি শুচি পোকে খোৱা আম হৈ পেলনি যাব লগীয়া হলো নেকি? খোৱা খোৱা ককাইদেউ, নবৌ আহিলে তোমাৰ লগত এইদৰে ল'ৰা ধেমালি নকৰাকৈ এৰিব নেকি?

"থ থ পাগলী, বাৰু একণ বিচি দেচোন।" "নবৌৱে বিচিলে নহ'ব জানো? মালতীৰ হাতেহে মকুৰা তুলিলেহে ভাল হ'ব? তাই হঁাহি হঁাহি বিচনী হাতত ল'লে। "পিছে এই চৌফলীয়া ৰ'দত আহিবলৈ তোক কি খৰে খাইছিল? কিয় আহিলি?

'কি খৰে খাইছিল? জেঠৰ বাৰেখৰে। কিয় আহিলো? তোমাক চাবলৈ।' 'থ পেংলাইখন।' 'নথলেনো কি নেগুৰ কাটি বাঘ চোঙত মেলিবা?' তাই হঁাহিলে 'পিছে এইদৰে যে পাটী গুৰনি কৰিছা, সোণতৰাৰ পিতাকে বিচাৰিবলৈ কোৱা দৰা বিচাৰি পালা জানো?"

সোণতৰা আমাৰ ঘৰৰ দুই কোশমান আঁতৰৰ গাৱঁৰ গাভৰু। পুতলীৰ হেনো সখীয়েক। দুয়োজনীয়ে একেলগে আমাৰ ঘৰৰ ওচৰৰে ছাত্ৰবৃত্তি নে ছাত্ৰীবৃত্তি পঢ়াশালিখনৰ মূধচ ফুটাই একেলগে পঢ়াশলীয়া জীৱনৰ ওপৰত পৰ্দা পেলাইছিল। সোনতৰাৰ বাপেকে পঢ়া-শুনা নাজানে। খাচ চহা মানুহ। যেই সেই কথাৰে আও-ভাও বুজোঁতে বহুত সময় লয়। একেজনী জীয়েক সোণতৰা। কিমান যে আদৰৰ, আতোল-তোলকৈ পুতলাৰ দৰে তোলা ছোৱালী। তাতে গাঁৱত নোহোৱা কথা তাই পঢ়াশালিৰ পাঁচ খোপ বগালে। সোণতৰাৰ মাক-বাপেকে তেনেহলে তাইক থয় কত? মূৰত থ'লেও ওকণিয়ে খায়, মাটিত থলেও পৰুৱাই পায়। তাইৰ অনিচ্ছাতে সোণতৰাক ভুঁই ৰোৱা, ধান দোৱাৰ নিচিনা গেৰাৰি খটা কামৰপৰা হাত এৰুৱাই দিয়া হল। যিধা এটা স্কুল গাঁৱত পাতি দি তাইক সুমুৱাই দিয়া হৈছিল, সিও ছোৱালীৰ পঢ়া শুনাৰ মোল সুবুজা গঞ্জাহঁতৰ

আক্ৰোশত পৰি বছৰ ঘূৰিবলৈ নৌ পাওঁতেই খতম পৰিল। গতিকে সোণতৰাৰ এতিয়া লগৰী বেছি ভাগটি ত াঁত-শালখনেই। আজৰি-সময়ত গাঁও ফুৰা আৰু ছেগ বুজি পুতলীহঁতৰ ঘৰলৈ অহাৰ বাহিৰে সোণতৰাৰ জীৱনটো তাঁত-শালৰ ফেৰেকা ছুডালৰ লগতে ঘটং-মটংকৈ নাচিবলৈ ধৰিছিল।

সোণতৰাৰ বাপেক ভোগীৰামে মোক সকৰে পৰা চিনি পায়, মৰমো কৰে। এদিন পুতলীহঁতৰ ঘৰতে সোণতৰাৰ বিয়াৰ কথা ওলাল। দৰা ওলাইছে। পিছে ভোগীৰামৰ আপুতৰ পুত, কেঁচা সোণ যেন সোণতৰাকনো বাৰু যালৈকে তালৈকে বিয়া দিয়ে কেনেকৈ? চকুত লগা ই-সি ৰজা-ঘৰীয়া কাম কৰা দৰা এটা হ লে তেও যি নহওক। ভোগীৰামৰ মনে-পিঠে খোৱা দৰা ধৰা পৰা নাই। এতিয়ানো কত দিহিঙে দিপাঙে দীকছো বাট ঘূৰি তেজীমলাৰ বাপেক সাউদৰ দৰে পিলিঙা ডেকা এটা বিচাৰি আনে?

ভোগীৰামে কথাটো মোৰ কাণ চুৱাই থবলৈ বুলি কলে, 'বোপা, আমাৰ ছোৱালীজনী যি, আপোনাৰ ভনীয়েকহঁতো সেয়ে। পিছে, বোপাই জানো পাৰিলে তাইৰ কাৰণে কিবা একো উপায়—এহে—।

'বাৰু বাৰু, মোৰপৰা যদি কিবা হয়, সুখৰ কথাহে।' মই কথাটো পাতলক বুলিয়ে ভোগীৰামৰ মুখত বেজী লগাবলৈ চেষ্টা কৰিলোঁ। পুতলীয়ে কিন্তু মাজে মাজে সেই কথা লৈয়ে মোক খেজেলেনি দিবলৈ নাপাহৰা হ'ল। ভোগীৰামৰ হাতে দুই এচাৰ এঠা দৈয়ো আমাৰ ঘৰ সোমালাহি।

'পুতলী, তোৰনো তত্ নাইকিয়া হ'ল কিয়? সোণতৰাৰ নিচিনা ৰূপহী কইনালৈ ভাল দৰা এটা নাপাব নে আৰু?' 'জানো আজি চাৰি মাহ হ'ল। একেটা কথাকে পাগুলি পাগুলি চেপেটা কৰি মোৰো মুখ বুঢ়ী হ'ল। লখীৰ পিতাকেই বা এতিয়া কিটো মনত লৈছে!

'এইজনী পাগলী। মইনো ক'ত দৰা বিচাৰিছো তই গম লৈছ জানো? বম দিলো।' 'হে হে, বৰকৈ নিবিচাৰিব। ক'ৰবাত বিচাৰোঁতে বিচাৰোঁতে গেলা বৰালিত হাত পৰিবগৈ। লাগিলে মই বিচাৰি থোৱা দৰাটোকে ভালে বেয়াই সখীলৈ আগ বঢ়াওঁ। ''কতনো দেখিলা সেই আপুৰুগীয়া দৰাটি?' 'ক'ত দেখিবা আৰু! এয়া মোৰ চকুৰ আগতে চন্দ্ৰ ককাইদেউ।' তাই হাঁহি হাঁহি মাৰ ওচৰ-লৈ লৰ মাৰিলে। "নলিন আঙুলিত ফটাকানিৰ পাগুৰি দেখোন! 'কি কৰি ভাই, আজি কিবা ছুটা মিহলাই চাওঁতেই এছিড় পৰি বুঢ়া আঙুলিৰ এফাল উঠাই দিলে।"

''ইমান উটা-পুটাকৈ কাম কৰ নে? 'নহয় অ, কেইটামান মানুহৰ লগত ফুৰি ফুৰি দোকান পালোগৈ। ইফালে ঘৰৰ দুৱাৰ-খন যে তলা নলাগোৱাকৈ এৰি থৈ আহিলো সেইখিনিতহে মনত পৰিলগৈ। নলিনৰ মাক দেউতাক ঢুকোৱা বহুত দিন হ'ল। খুৰাকৰ লগত অতদিনে একেলগে থাকি আহিছিল যদিও, দুয়োৰো মাজৰ সম্বন্ধৰ ফয়ডাল নিগনি লগাত এৰা খাই গ'ল। সি লগুৱাটোৰে সৈতে ঘৰটোতে থাকে'।

'অ, সেই কাৰণেই হবলা আঙুলিত এছিড ঢালি তাক দুষ্টা-মিৰ শাস্তি দিলি? পিছে, দুৱাৰ-অধিকাৰিণী এটি লগ লগাই লগে জানো বেয়া হয়?

''সুখেৰ লাগিয়া এঘৰ বাঁধিনু, অনলে পুৰিয়া গেল।" তই দেখোন ঔষধৰ চুঙা তপতাবলৈ এৰি একেবাৰেই বিদ্যাপতি হলি? ভালেটিহে এছিডে আঙুলি গত লগাবলৈ পালে। পিছে ধুবুনী বামীক ক'ৰবাত লগ পাইছিলি জানো?

'এ কি ক'বি। মই দৰা সাজি কনিয়াৰ ঘৰলৈ ওলাই গলো। পিছে কনিয়াৰ ঘৰ কেনিবা পলাই পত্ৰং দিলে। বামীয়ে বা ক'ত কাপোৰ ধুইছে কেনেকৈ জানো।"

তই বেছি ভয় কৰিব নালাগে, মই ৰজকিনীৰূপ কিশোৰী-

স্বৰূপ এটি বিচাৰি থৈছো যোৰাও মিলিব বেছ-এটি কাণকটা, এটি চোৰ।"

দুয়োটাই হাঁহিলে। "হেৰ সেইজনীনো কোন ৰূপহী, মোৰ কাৰণে অতদিন সাধনা তপস্যা কৰিছে?

• "এৰা, ৰূপহীকে বোলচোন। পিছে সাধনা তপস্যা কৰিবলৈহে তোৰ শকুন্তলাৰ কাৰণে কণ্ব ঋষিৰ আশ্ৰম নাইকিয়া হ'ল।"

"মালিনী নৈ একা?"

."মালিনী নগলেও দিখৌ নৈ আছেহে তেওঁ।"

"হ'ব হ'ব হ'ব। এতিয়া কচোন কত পালি শকুন্তলাক নে ৰামীক।"

"শকুন্তলাও নহয় ৰামীও নহয়,—সোণতৰাহে।"

এঁকা বেঁকা দিখৌৰ মথাউৰিটো। একালে ভৰপূৰ দিখৌৰ বুকুৰ পানীৰ চপচপনি। আন ফালে বহল পথাৰখন প্ৰায় দু মাইল-মান আঁতৰলৈকে জুৰি আছে। তাৰে আধাখিনি ব্ৰহ্মপুত্ৰৰ ধলৰ পানীয়ে ঢাকি থৈছে। ম'হ-গৰুবোৰ জুমে জুমে ঘুৰি ফুৰিছে; জলাহৰ পানীত খৰি বিচৰা মানুহৰ নাওবোৰ দূৰৰপৰা ইকৰাৰ পাত যেন হে দেখা দিছে। দুচকৰীয়া পিলপিলীয়া গাড়ী দুখনত উঠি নলিনে মযে সোণতৰাক চাবলৈ গৈছোঁ।

'এৰা, ভৰা বাদৰ, মাহ ভাদৰ, শূন্য মন্দিৰ মোৰ' নলিনে গালে। 'অঙ্গনে আৱৰ যব ৰসিয়া'—মই গালো। দুয়ো হাঁহিলো 'সৌৱা দেখিছ নে চন্দ্ৰ, পানী অনা ঘাটত 'কাষতে কলসী লৈ যায় অ' ৰচকী বাই।'

'অ, সেইয়া কাষত কলহ লৈয়ে তোৰ সোণতৰা।' 'ধেত্, বুলি নলিনে ঘাটলৈ থৰ লাগি চাই ৰ'ল। সোণতৰাই হাঁহি থকা মুখখন ৰিহাৰ আচলেৰে ঢাকি লগৰ দুজনীমানৰে সৈতে দীঘলীয়া পদূলি-য়েদি খোজ ললে। বাটত যাওতে দুবাৰ নে এবাৰ আমাৰ ফালে ঘূৰি ঘূৰি চাইছিল। আন কালে তাহ দেখিলে মোক মাত লগায় 'কি হে বিদ্যাপতি, একেবাৰেই মন্ত্ৰ মুগ্ধ দেখেণন?'

'নহয় অ. চন্দ্ৰ. কোনোবা দিনা যেন এই মুখখন দেখিছিলো। অথচ দেখোন মোৰ মনত নপৰে কেতিয়া।' 'কত জনমৰে পৰা চাগে তোৰ লগত তেওঁৰ চিনাকি এতিয়া দেখা যেন দেখা যেন নালাগিছিল কিয়?' 'ঠাট্টা নকৰবচোন।' চিনি পাওঁ, চিনি পাওঁ, কোনোবা জনমৰ পৰা মই তোমাৰ অধৰ চুমি আহিছো'—মই শোণিতকুঁৱৰী নাটৰ অনিৰুদ্ধৰ বচন গাব খোজোঁতেই নলিনে 'আহ, এইখন হলিউড নহয় বুলি জোকাৰ মাৰি দিলে।' মোৰ অনিৰুদ্ধ পলাই উৰা মাৰিলে। 'কচোন বাৰু চন্দ্ৰা. ছোৱালীজনী দেখিয়েই মোৰ মনত এনে ভাৱ হ'ল কিয়? আন ছোৱালীতো তাইৰ লগতে আছিল। সিহঁতক যে মই দেখিলো তাকো এতিয়া ক'ব নোৱৰা হৈছো। "তাৰ কাৰণটোও বিচাৰি পোৱা নাই—নে? বিধাতাই ঠিক কৰি থৈছে তই এইজনীকহে বিয়া কৰিবি। আৰু সেইজনীয়েই হৈছে শ্ৰীমতী সোণতৰা।"

'বাবু জানিবা। তোৰ কথাই সঁচা। কোনোদিনে নেদেখাকৈয়ে শ্ৰীমতীক দেখা ধাৰণাটো হ'ল কিয়?'

মানুহৰ অবচেতনা বোলা এটা বস্তু আছে। আৰু মানুহৰ জীৱটোও অমৰ। এই অমৰ জীৱটোও আৰু অবচেতনাটো ৰোৱনীৰ গাত চেলাপেটী জোক লগা দি লাগি থাকে। তোৰ অবচেতনাত শ্ৰীমতীৰ মুখৰ ৰূপটো কোনোবা জনমৰেপৰা লাগি আছিছে। সেয়েহে চিনাকি চিনাকি যেন লাগিল। পিছে এতিয়া চকলংখন পতা হয় কাহিনীকৈ?'

'তইটো মোক কইনাৰ ঘৰ-দুৱাৰ, মাক-বোপায়েকৰ বিষয়ে একো কোৱা নাই। "মোকেই বোলাচোন মাক-বাপেক, ঘৰ-দুৱাৰ, আলি পদুলি, পানী অনা ঘাট যি বোলা। বিধাতাই যেতিয়া জন্মৰ আগন্তুৰপৰা চিনাকি কৰি থৈছে।

'বনৰ বনে পহু দিছে যোখা পাতি—'। 'আন্ধাৰৰ বুকৰ জলাহৰ নাওৰপৰা কোনোবাই গালে'। 'বোপাই দাগদাৰিৰ পৰা বা কিমান

পাই-পইচা আজিছে ?' ভোগীৰামে সুধিলে। 'ভালকৈ এখন ঘৰ চলাব পাৰিব।' মই মাত লগালো। 'হেৰ বোপাইঁতে চাহ-পানী খোৱা এই কপ-পেৰেত দুয়োৰ ভিতৰলৈ সুমুৰাই নেচোন। এওঁলোক ভিতৰলৈ যাবৰ হোৱা নাই নাই জানোতক ?'

সোণতৰাৰ মাকে 'সোণগুটিহঁত ভিতৰৰপৰা আহাচোন' বুলি নলিনকে মোকে ভিতৰ সুমুৰাই নিলে। বান-বাটিত সজাই থোৱা কোমল, থমথমীয়া দৈৰ শৰাধ কৰি আমি সোণতৰাৰ ফুলাম গামোচাৰে মুখ মচিলো।

'ককাইদেউ, সোণতৰাক ইয়ালৈকে আনো ?' পুতলীয়ে সুধিলেহি। 'আন' সোণতৰাক ওৰণা দি পুতলী আৰু ছুগৰাকীমান তিৰোতাই আমি জলপান খোৱা কোঠালৈ লৈ আহিল। পাৰি থোৱা পাটীদৈ চাবিতে সকলোটি বহিল।

'পুতলী অই এনেতসকলৰে সৈতে ভিতৰলৈ যা। আমি আমাৰ কাম কৰোঁ। মই কলো। 'নহব সেইটি। বাৰু মাহীদেউ ৰৰপেহী তামালোক ভিতৰলৈ যোৱা। ময়ে থাকো সখীৰ লগত।'

'নলিন ককাইদেউ, তুমি এতিয়া আঙঠি পিন্ধোৱাহি নিজে নিজেই।' 'তয়েই' 'আমি নোৱাৰিম' বুলি পুতলীয়ে সোণতৰাৰ ওৰণীখন টান মৰি গুচাই ভিতৰলৈ লৰ মাৰিলে। 'গৰু চুৰ কৰিবলৈ আহি পথা মেলিবলৈ লাজ কৰাটো যো হৈছে নলিন। 'নলিন বচা-চণ্ডা পৰিল। 'সোণতৰা, হাতখনি আগ বঢ়াই দিয়া' মই কলো। তাই কাপোৰৰ তলৰপৰা হাতখন উলিয়াই চাৰিৰ বাও চিকুটাত লাগিল।

'কোনোবা জন্মৰেপৰা মই তোমাৰ সাধনা কৰি আহিছো। বিধাতাৰ বোধহয় ইচ্ছা- তুমিয়েই মোৰ চিৰ জীৱনৰ লগৰীয়া হোৱা। মোৰ এই জীৱনটোও তোমাৰ কাৰণেই। মোৰ চেনেহৰ চিন এই আঙঠিয়ে আমাৰ প্ৰাণ দুটিও যেন একে কৰি গাঁথে।'

এই বুলি নলিনে সোণতৰাৰ পাজিসেৰীয়া যেন আঙুলিত আঙঠিটো পিন্ধাই দিলে। সোণতৰাই লাহেকৈ নলিনক সেৱা

কৰিলে। ভিতৰত বেৰৰ আঁৰৰপৰা টুকলি জোলোকা জোলোকে উঠিল। সোণতৰাৰ চকুৰ কোনেদি ছুটোপাল চকু পানী বিৰিঙি উঠিল---বোধহয় আনন্দৰ, বোধ হয় আন কিবা আৱেগৰ, বোধহয় চিৰ জীৱনৰ মিলনৰ বেদনাৰ। পুতলী হাঁহি হাঁহি আহি সোণতৰাক সাৱট মাৰি তুলি ভিতৰলৈ লৈ গ'ল। সোণতৰাৰ ওঁঠৰ কোণেদি হাঁহি এটি জিলিকি উঠিল—বৰষুণৰ পিছৰ ৰ'দ কাচলিৰ দৰে।

বাহিৰত সোণতৰাৰ মাহীয়েকৰ সৰু ছোৱালীয়ে গালে, "পিতাদেউ ঐ দূৰকৈ নিদিবি মোক ; কাম চৰাইৰ ।"

'চন্দ্ৰ মোৰ গাত দায় দেচোন। চা, মোৰ জীৱনটো এতিয়া একেবাৰে মাটি হোৱা যেন লাগিছে। মনত আছেনে তোৰ, সেই আঙঠি পিন্ধাওঁতে মই কোৱা কথা কেইযাৰ। মোৰ নিজৰ ইচ্ছাততো এইদৰে তোৰা বিয়াখন ভাগি নাযায়।' 'কি কৰিবি ভাই, ছোৱালীৰ বাপেক হ'ল অবুজ মানুহ। তোৰ মান-সন্মান, আশা-ভাৰসাৰ কথা, তোৰ প্ৰাণৰ কথা এনে মানুহে সহজে বুজা টান। তই মোকো দোষ নিদিবি। মই তোৰ কাৰণেহে ইমানখিনি যত্ন কৰি চাইছিলো। এতিয়া সিও তৈ মুঠিল মোতিয়া কিনো কৰো বাৰু?'

'অৱশ্যে তোৰ কৰিবলৈ একো নাই।"

এইবিলাক অবুজ মানুহে মাত্ৰ বুজে ছোৱালী দিব লাগে। গতিকে সিহঁতে বুজে টকা-পইচা, আধলি-সিকিৰ লেখ। নহলে টকা এশটা লৈ বিয়াখন ভগা সহজ কথা জানো?

'মই যে কাহানিবা আৰু বিয়া কৰাবলৈ সন্মতি দিব পাৰিম, সেই কথা এতিয়া স্বপ্নতো ভাবিব পৰা নাই।' বাৰু থ সেই কথা, সংসাৰত আৰু বিয়া নভঙাকৈয়ে আছে। এতিয়া সোণতৰাৰ মাকে আমাক মাতিছে, তাৰ পৰাই আহোঁগৈ। নোযোৱাকৈ থাকিলে জানো ভাল হ'ব? জলাহৰ পানীবোৰ তেতিয়া শুকাই বহুতখিনি পাইছেগৈ। ৰদৰ তাপত গৰুবোৰে পথাৰত নচৰি আলিৰ কাষৰৰ গছবোৰৰ ছাত শুই পৰিছেহি। আমি বাইক 'হুৰন ঠেলি' ঠেলি

দিখৌৰ মথাউৰিয়েদি সোণতৰাৰ ঘৰ ওলালোঁগৈ। তাই বাহিৰতে বৈ আছিল, আমাক দেখি সাঁউতকৈ ভিতৰ সোমাল।

আগৰ দৰেই সোণতৰাৰ মাকে আমাক দুয়োকে ভিতৰলৈ জলপান খাবলৈ সুমুৱাই লৈ গ'ল।

'চন্দ্ৰ এটা কথা মনত পৰিছে।'

'কি আঙঠি পিন্ধোৱা দিনাৰ কথা নেকি?' 'নহয় মই যে কৈছিলো—হেৰিয়াক চিনো চিনো যেন লাগিছে। আচলতে মই দেখিছিলো এদিন শিৱদ'লৰ মুখতহে।' সোণতৰাৰ মাক সোমাই আহিল। হাতত বটা দুটা লৈ এটাত থুৰিয়া তামোল চাৰিখন, আনটো শৰাই ঢাকনী এখনেৰে ঢাকি আনিছে। দুয়োটা আমাৰ কাষতে থৈ তেওঁ একো নোকোৱাকৈ ওৰণিখন দীঘলাই টানি লৈ আমাৰ কাষৰপৰা আঁতৰিলে।

সোণতৰাৰ মাহীয়েক সোমাই আহি চাকি খোৱা বটাটো নলিনলৈ আগবঢ়াই দি কলে, 'বোপা এইটি তোমাৰ বস্তু আমি যাক তাৰ গৰাকী বুলি ভাবিছিলো, তাই আচলতে তাৰ গৰাকী নহয়। আমি কি জানো? সকলো ভগৱন্ত প্ৰভুৰহে ছায়া-মায়া। তোমাৰ বস্তুটি তুমি লৈ গলেহে আমি সুখ পাম।

নলিনে শৰাই ঢাকখন আঁতৰাই আঙুঠিটো দেখি হাত কোঁচাই আনিলে। কিছু পৰ নিমাতে ৰ'ল। "এই আঙঠিটো নিব পৰা শক্তি মোৰ নাই। তাকে কৰিবলৈ কোনো প্ৰকাৰেই মোৰ সত নাযায়। আশা কৰিছিলো, বহুতখিনি। কিন্তু ঈশ্বৰে তাকে কৰি নুতুলিলে। সি যিয়েই হওক, তাৰ কাৰণে বেজাৰ কৰি এতিয়া লাভ নাই। মই যাক দিছিলো, এতিয়াও তেওঁৰে হৈ থক, মই তেওঁক আনভাৱে লব নোৱাৰিলেও এতিয়া ভনী বুলি লৈছো আৰু আঙঠিটো ভনী হিচাপেই স্নেহৰ চিন বুলি দিছো। তাৰ বাবে যেন বেয়া এটা ভাবি নলয়। মই—"

নলিনে আৰু একো নকলে। তাৰ মাত খোকা-থুকি হ'ল। সোণতৰাৰ মাহীয়েকৰ চকু চুলচুলীয়া হ'ল। একো নোকোৱাকৈ

আমাৰ ওচৰৰপৰা আঁতৰি গ'ল। ভিতৰৰপৰা কোনোবাই উচুপি উচুপি কন্দা শুনিলো।

"সোণ অ, নাকান্দচোন। কি কৰিবি. সকলো বিধাতাৰ হাতত্হে।"

"নলিনৰ কাণ থিয় হ'ল। সোণতৰাই কান্দিয়ে আছে, শোগ টানি টানি ,কানে বুজিব তাইৰ প্ৰাণৰ ব্যথা!

আন্ধাৰ বাটেদি নলিন আৰু মই নিমাতে আহি আছো। কাৰো মুখত মাত নাই। দূৰৰপৰা ওপঙি আহিল গৰখীয়াৰ নাম একাষাৰ---

"বুকুতে দি গলি জ্বলা জুই একুৰা
মুখৰ লৈযে গলি হাঁহি।"

"নলিন"

নলিন নিমাত। সন্ধিয়াৰ বতাহৰ লগত শুনা-নুশুনা এটি হুমুনিয়াহ মিলি গ'ল। কিমান চাগৈ তাৰ বেদনা। সি হয়তো ভাবিছে সোণতৰাৰ কথা, অবচেতনাৰ কথা. ছাইক'লজিৰ. মেটেৰিয়ামেডিকাৰ কথা— ।

[ 'আৱাহন'. ১০ম বছৰ. ষষ্ঠ সংখ্যা. জেঠ. ১৮৬১ শক ]

# জীৱনৰ আৰ্ট

CAESAR .. Are you ready for work ?
APOLLODORUS Ready for Art—the Art of work.
—G. B. SHAW

জীৱনতকৈও সুন্দৰ আৰ্ট। জীৱন সুন্দৰ, অতি সুন্দৰ; কিন্তু জীৱনতকৈও আৰ্ট অধিক সুন্দৰ। বুজিছা কিৰণ, বিশ্বৰ মহিমাময় সৌন্দৰ্যৰ দ্ৰষ্টা আৰু স্ৰষ্টা হৈছে আৰ্ট।

কিৰণে বুজেনে নুবুজে? তাই আৰ্টিষ্টৰ তেল নোহোৱা শুকান চুলিবোৰ নাচি নাচি থকা লক্ষ্য কৰি তাৰ মুখলৈ চাই থাকে।

—বাৰু, কিৰণ, মই যে এই মাটিৰে গঢ়িলোঁ অসমী আইৰ বিষয়ে মোৰ ধাৰণাৰ স্বৰূপটি, কেনে লাগে তোমাৰ? শৰীৰৰ উচ্ছল সৌন্দৰ্য্য, মুখৰ আনন্দই যে বিষাদৰ এটি মিহলি ৰেখা আৰু হাতত সেই লখিমীমুঠি; আজিকালিৰ ধাননি, অলপ অলপ ৰঙা পৰিব খোজা ধাননিলৈ মনত নপৰেনে?

কিৰণে নুবুজে চাগে, তাই লক্ষ্যহীন দৃষ্টিৰে চাই থাকে অসমীৰ মাটিৰ শৰীৰৰ ফালে; যেন সেই দৃষ্টি মাটিৰ লদাটোৰেদি সৰকি তাৰ পিছ ফালৰ বেৰৰ ওপৰতহে পৰিছেগৈ। আৰ্ট, আৰ্ট, আৰ্ট—মইনা ককাইদেউ আৰু অকল আৰ্ট লৈয়ে বলিয়া! তাৰ ধাৰণাৰ সেই অসমী আইৰ প্ৰতিকৃতি এজনী সুন্দৰী গাভৰু যেন, বুকুত কাপোৰ নাই, বৈ পৰা চুলিয়ে কেৱল তাকে অলপ ঢাকি ধৰিছে; মুঠিত ধান এমুঠি, দুই-এাচৰা সৰি কোলাত পৰিছে; মেখেলাৰ পাতলিত বাবৰি ফুল......। তাৰ ষ্টুডিওটো ভৰি থাকে তাৰ হাতৰ ছবি, কবিতা, মাটিৰ মূৰ্তি, কাঠত কটা ফুলেৰে; সি ফটো-ৰৰ ভাল নাপায়—কেমেৰাই হেনো সৌন্দৰ্য্যৰ ভিতৰৰ টানটো কুটাই তুলিব নোৱাৰে।

কিৰণে চকু ঘূৰাওঁতেই দেখে মইনাৰ চকুযোৰ তাইৰ মুখৰ ওপৰত মৌ-মাখিয়ে ফুল চুহিবলৈ বিচৰাৰ দৰে ব্যাকুল। তাইৰ মুখখন শেঁতা পৰি আকৌ ৰঙা পৰে।

—জানো, মইনা ককাইদেউ, এই আদুনাওঠী....

—থোৱা, থোৱা, তোমাৰ আৰু আর্ট বুজা শকতি, কেৱা কাহানিও উন্নত নহব। মাতৃ-স্তনা দেখি কু-ভাব কাৰ উপজিব— অৱশ্যে তেওঁ যদি ফ্রয়েডৰ ভক্ত নহয়? ফ্রয়েড এইবাৰ মৰিলেই নহয়, তাতে।

ফ্রয়েদ মৰাত যেন মইনাৰ বিপুল উৎসৱ।

—বুজিছা কিৰণ, আৱৰণহীন মানৱ শৰীৰটিৰ দৰে সুন্দৰ বস্তু আৰু পৃথিৱীত নাই। সিদিনা এমেৰিকাৰ প্রতিভা-নর্তকী ইছাডৰা ডান্‌কানৰ আত্মজীৱনীত সেই আষাৰ কথা পালো। অ, অ, বাৰু তুমি ইছাডৰাক কল্পনা কৰাচো—এটি পাতল জিলজিলীয়া টিউনিক পিন্ধি মন্ত্র-মুগ্ধ ৰুছ, জার্মান, নৰৱেজান দর্শকৰ চকুত পখিলাৰ দৰে, বতাহত নচা মাধৱী লতাৰ দৰে—

তিক্ততাৰ কল্পনা হেনো পুৰুষতকৈ অধিক। সেই কাৰণে কিৰণেও কল্পনা কৰে—নৃত্যশীলা ইছাডৰাৰ পদুম ফুলৰ দৰে এটি এটিকৈ মেলা পাতৰ ভঙ্গীৰ হাত, মৃণালৰ দৰে ভৰিৰ ঠাৱৰ কল্পনা নহয়—এইবাৰ পূজাৰ নৱমীৰ দিনা মইনা ককাইদেৱে অভিনয়ৰ আৰম্ভতে শ্রীহস্ত-মুক্তাৱলীৰ মতে নচা সৃষ্টি-নৃত্যৰ আৰু নায়কৰ ভূমিকাত আটি্ষ্ট মইনাৰ লয়লাস গতি আৰু মইনা-মধুৰ মাতৰ—। তাই নিজেই যেন মন্ত্রমুগ্ধ; মন্ত্রমুগ্ধ দর্শকৰ আগৰ ইছাডৰাৰ ৰূপৰ জেউতি কিন্তু তাইৰ চকুত জিলিকি উঠে।

—কিৰণ।

—ককাইদেউ। আপোনাৰ নাটকখনৰ এইবাৰ অভিনয় দেখা প্রায় নহয়। কি যে মোৰ আনন্দ! আপুনি তাৰ শ্রেষ্ঠ ভূমিকাত। মোৰ অন্তৰত কি যে চঞ্চলতা! মোৰ আনন্দৰ, মোৰ চঞ্চলতাৰ ভাগ লবলৈ লগৰীহঁতৰো সিদিনালৈ নিমন্ত্রণ থাকিব নহয়!

কিয় ? আনফালেওতো কিৰণে মইনাৰ অভিনয় দেখিছে। এইবাৰ পূজাৰ আকৌ ইমান বৈশিষ্ট্য কিহৰ ? মইনাই কিৰণৰ মুখলৈ চাই থাকে ; তাই যেন অলপ বেলেগ হৈ পৰিছে। তাইৰ কলা-সুলভ মুখৰ সৌন্দৰ্য্য আৰু তাত তাইৰ কলাবিশাৰদ হাতৰ প্ৰসাধনৰ পৰশ— তাতে যেন আৰু কিবা এটা পৰশ সোমাইছে। তাইৰ মুখখনিত বিকশিত হোৱা ৰূপ জ্যোতি তাৰ আৰ্ট- তাৰ ওপৰত আকৌ এই নজনা নুশুনা পৰশটো কিহৰ ? মইনাই ভাবে সি ইমানদিনে কিৰণৰ ৰূপটোৰ বাহিৰে তাইৰ শৰীৰৰ আৰ্টটোৰ বাহিৰে আৰু কিবালৈ মন দিছে বুলি। তাইৰ অন্তৰ,—তাইৰ তো অন্তৰ আছে - বা মইনাৰ তো অন্তৰ আছে- তাকে সি বাদ দি থৈছে—

—ককাইদেউ, আপুনি দেখোন আত্মাবিহীন সেই অসমী আইৰ মূৰ্ত্তিৰ আগত আৰ্টিষ্ট-পুত্ৰৰ পুত্তলিকা হৈ পৰিল। মই যাওঁ, বে'ল পৰিবই পায়।

তাই সাউং কৰে ৰঙৰ মেজৰপৰা কিতাপ জাপ হাতলৈ তুলি লয়। বহীখনত ৰং অকণমান লাগি যায় ; সি তাইৰ ভ্ৰূকুত উঠৈগে। তাই গুচি যায় ক'ব নোৱাৰাকৈয়ে। ছাতিটো দাঙোতেই ৰঙৰ পানীৰ বাকচটো আৰ্টিষ্টৰ কোলাত উবুৰি খাই পৰে। তাই তাকো ভু নলয়। গুচি যায়।

মইনাই চাই থাকে. চাই থাকে তুৱাৰ মুখলৈ, পদূলিলৈ, তাৰ পিছত আলিলৈ।

সি বুজে সি শূন্য দৃষ্টিৰে ক'ৰবালৈ চাইছে। কিৰণক আৰু চাবলৈ হেঁপাহ হয়--আন কাল যিটো হেঁপাহৰ জন্ম হোৱাই নাছিল।""

অ, এই ৰংবোৰে পাটৰ পঞ্জাবীটো নষ্ট কৰি দিলে। বাৰু কৰক।

* * *

ৰূপ-কোৱঁৰ মইনাৰ লীলায়িত ভঙ্গিমাত, পদুম-হাতৰ চম্পা-কলি যেন আঙুলিৰ লীলায়িত তৰঙ্গ গতিত, সেই গতিৰ পিছে পিছে উৰাৰ পিছত অকণে অনুসৰণ কৰাদি মইনাৰ তুলিকাৰ বোল সনা

বৈ পৰা চকুৰ গতি; প্ৰত্যেক খোজত লৰি লখি যোৱা ডিঙিৰ হাৰ আৰু শৰীৰৰ বসনৰ চঞ্চল কঁপনিত যেন কিৰণৰ চকুৰ আগত এক নতুন বিশ্বৰ পাতনি সৃষ্টি হল। মঞ্চৰ ৰঙা-নীলা পোহৰৰ সলনি পৰাৰ লগে লগে কিৰণৰ অন্তৰত ৰঙা-ৰঙীন আবেগ নতুন নতুন হৈ নাচিবলৈ ধৰিলে। ৰঙা-বগা বোলোৱা হাত দুখন সমান্তৰাল-ভাৱে ৰাখি, হাতৰ তলুৱাত ঢৌৰ নাচোন সানি যেতিয়া লীলায়িত-ভাৱে মইনাই সাগৰ সৃষ্টিৰ কল্পনাটো কিৰণৰ চকুৰ আগত নচুৱাবলৈ ধৰিলে, কিৰণৰ দুচকুৱে স্নেহ-বিগলিত দুখন সাগৰ ৰচনা কৰিলে। ইখন হাত সিখন হাতৰ ওপৰত জাপি বুঢ়া আঙুলি দুটা কঁপাই কঁপাই যেতিয়া মৎস্য-মুদ্ৰা কল্পিত কৰা হল, কিৰণৰ হিয়াখন এটি ৰূপ যেন বগা মাছ হৈ মইনাৰ ৰূপ-সমুদ্ৰৰ লীলায়িত তৰঙ্গত চিলমিলাই ফুৰাৰ উপক্ৰম কৰিলে। মইনাৰ নৃত্যৰ যেন একমাত্ৰ ৰসগ্ৰাহী দৰ্শক কিৰণেই হ। চিত্ৰ-পট নামি আহিল। কিৰণৰ হিয়াৰ চিত্ৰপট দাং খালে; তাই আগফালে চায়ে থাকিল। দৰ্শকৰ হাত-চাপৰিয়ে তাইৰ দৃষ্টিক দিশ-হেৰোৱা নকৰিলে। মধুলতা, কল্যাণী আৰু মলিনাৰ খুকখুকীয়া হাঁহি আৰু দুটামান চিকুটেহে কিৰাক নিজৰ জ্ঞানলৈ ঘূৰাই দিলে।

—সুন্দৰ, সুন্দৰ, কিৰণ, সুন্দৰ নৃত্য।

—তাৰ পিছতো, কিৰণ বাইদেৱে সেই দৃশ্য-পটৰ হাবিখনত যেন সেই দৃষ্টি ৰহস্যকে দেখি আছে।

কিৰণে নামাতে। তাইৰ হিয়াত অসীম আনন্দ, চকুৰেদি বাগৰি অহা চকুলোতে যেন তাৰ চিন। তাইৰ অসীম গৰ্ব—কিন্তু নৃত্যৰ মাজত এবাৰ যদি মইনা ককাইদেউৰ চকুযোৰ তাইৰ গাৰ ওপৰত পৰিলহেঁতেন! তাই নামাতে।

—ইমান ভাৱপ্ৰৱণ আবেগপূৰ্ণ—

—বুজিছা যদি, ককাইদেউৰ নৃত্যতকৈও তেওঁৰ যেন অভিনয় হে অধিক সুন্দৰ হ'ব, মোৰ এনেটোহে অনুভৱ হৈছে। নাটক

তেওঁ নিজেই লিখা, নায়ক তেওঁৰ নিজৰ হিয়াৰেই গঢ়া। গৰ্ব্বত উৎফুল্ল আপ্লুত হৈ তাই কয়।

—তুমি নায়িকা হোৱা হ'লে—

—ধেৎ।

দ্বিতীয় অঙ্কৰ প্ৰথম দৰ্শনতহে নায়কৰ প্ৰৱেশ। তেতিয়ালৈকে যেন কিৰণৰ হিয়াত আশা-আবেগৰ মেঘ-গৰ্জ্জন। দৃশ্য-পট পৰে। বেকগ্ৰাউণ্ড সুৰ সমলয় ধীৰে ধীৰে বাজি উঠে শূন্য পঞ্চৰ পাছ ফালে—মাজে মাজে বন্ধ হৈ যায়—বেহেলাৰ শকত তাঁৰত লত আঙুলিৰে বজোৱা টং টঙনিটোৱে মাত্ৰ অভিনয় বোৰৰ নিস্তব্ধতাক আৰু গুৰু কৰি তোলে।

নায়ক-নায়িকা মঞ্চৰ দুফালৰপৰা আহি ভেটা-ভেটি হয়। কিৰণৰ হিয়া কঁপি উঠে—আনন্দত, ল'ৰাটোৰ প্ৰতি ঈৰ্ষাত। কিন্তু আনফালে চকু, নাক, কাণ, গোটেই শৰীৰেৰে অভিনয় কৰা মইনাৰ শৰীৰ জৰী লগাই ঠেলি অনাৰ দৰে মাত্ৰ আগবাঢ়ে। চকুৱে যেন দৰ্শকৰ মাজত কাৰোবাক বিচাৰে।

নায়িকাৰ সুন্দৰ কথা আৰু লয়লাস ভঙ্গিমাৰ তুলনাত মইনাৰ অভিনয় লাহে লাহে অধিক নিৰ্জীৱ যেন অনুভৱ হয়। দৰ্শকৰ মাজত দুই-এজনে প্ৰথম ডোখৰ আশাত থাকি পিছত লাহে লাহে আপচোচ প্ৰকাশ কৰাত লাগে। কলাকুশল অভিনেতা আজি তৃতীয় শ্ৰেণীত পৰিণত! দৰ্শকৰ মাজত উমি উমি কোলাহল হয়। পলাশপতীয়া ওঁঠ যোৰ আগৰ দৰে হৃদয়ৰ আবেগৰ কঁপনি লাগি বতাহত কঁপা দৰে কঁপি নুঠে। সেই কাৰ্ত্তিক যেন নিৰুপম সৌন্দৰ্য্য, কন্দৰ্পৰ ধেনু যেন ভ্ৰু-যুগল, শিৰীষ ফুল যেন নাকটি, পাজিসেৰীয়া আঙুলি.... সকলো সুন্দৰ, কিন্তু তাৰ ভিতৰত অভাৱ প্ৰাণৰ। কিৰণৰ হিয়াত সৃষ্টি-নৃত্যই তুলি দিয়া উত্তাল তৰঙ্গ আপোনাআপুনি শুকাই যায়। তাইৰ আকৌ যেন বেদনাত কান্দিবৰ মন যায়। নায়কে নায়িকাক উদ্দেশ্য কৰি গাই যায়—

আউসী নিশাৰ কৃষ্ণ জেউতিৰে
নাচিছে নাচিছে সউ কৃষ্ণ চুলি-টাৰি।
তাৰেই কাষত জ্বলে অপৰূপ ৰূপ-জ্যোতি :
জোনৰ জেউতি সনা সুকুমাৰ মুখ,
বিজুলী-লহৰী উঠা চকুৰ পাহিটি
লাতুমণি দুটি ওঁঠ,
তাতেই উজলে সোৱা তৰাৰ হাঁহিটি।
সি হাঁহিত
বনে বনে ফুলি উঠে বনৰীয়া ফুল—অশোক, পলাশ।
উশাহতো উৰে হাচনাহানাৰ সুৰভি-চঞ্চল
বলিয়া বা ;
সি হাঁহিত
লৰে ঘনে ঘনে সেই নিপোটল বুকু।

নায়কৰ এই দিনৰ সপোন মইনাৰ মইনা চৰাইৰ কণ্ঠসুলভ মাতৰ মাজেদি সজীৱ হৈ উঠে—স্কুলীয়া ছাত্ৰৰ কবিতাৰ দৰে এই মধুৰ কবিতাটিও পন পেলীয়া সুৰত বাজি উঠে—কলাকুশল অভিনেতা আজি পাঠ আওৰোৱা স্কুলীয়া ল'ৰা! কিৰণে তললৈ মূৰ কৰি আঁচলৰ আগেৰে চকু পানী টোকে।

তৃতীয় অঙ্কৰ আৰম্ভৰ লগে লগে দৰ্শকৰ আসন আধাখিনি উদং হ'ল। কিৰণ, মদিৰাইতৰ মাজত একা-চেকা সুৰত কথা আৰম্ভ হ'ল। আশাক নিৰাশ কৰিও নতুন আশাৰ পোহৰৰ এটি জিলিঙনি কিৰণৰ চকুত বৈ বৈ কঁপিবলৈ ধৰিলে। কিন্তু পূৰ্ণ আৱেগৰ দৃশ্যবোৰো মইনাই সজীৱ কৰি তুলিব নোৱাৰিলে। ৰুছিয়াৰ কবি-শিল্পী মেয়া-কভস্কিয়ে আত্মহত্যাৰ আগতে লিখি থৈ যোৱা কথা কেইফাঁকিৰ অনুকৰণত আত্মহত্যা-উন্মত্ত নায়কৰ শেষ বচন ফাকি ৰচিছিল মইনাই ;—

গল্পত কোৱাৰ দৰে
'জীৱনৰ যৱনিকা নামিল হঠাতে।'
চেনেহৰ নাওখনি মোৰ

শিলত খুন্দাটি লাগি গ'ল ভাগি-ছিগি।
জীৱনৰ দুখবোৰ—
ডিঙিত সাৱটি ধৰি কন্দা
করুণ বেদনা,
কত কিযে আদৰৰ ঠেহ-পেঁচবোৰো—
ইবোৰৰ কথা ভবা নহয় সকাম আজি।
বিদায়—বিদায়— 'শুভমস্তু তে পন্থানঃ'।

সিও গুস্তৰ দৰে কিৰণৰ কাণত ঠহৰ ঠহৰ কৈ কোবাবলৈ ধৰিলে।

শেষ দৃশ্য-পট পৰিল। অন্তৰত এসোপা মান গধুৰ ভাৰৰ লৈ কিৰণ ঘৰলৈ উভতিল।—মইনা ককাইদেউৰ আজি কি হ'ল—গা অসুখ কৰিলেনেকি? নাচোনৰ পিছত ভাগৰ লাগিলনেকি? বান্ধৱীহঁতৰ আগত আজি মোৰ অপমান। —মইনাৰ কি হৈছিল? কিৰণৰ কি হ'ল? কি হ'ব?

কুমাৰ-মাটি, কুমাৰ-মাটি গোন্ধোৱা। কিন্তু অ'ডাইভ্‌বোৰ মুখৰপৰা ধুই ধুই মুখখন ৰঙা কৰি মইনা এঘাৰমান বজাত তাৰ ৰুমডিওত সোমায়। মেজত এখন চিঠি সেউজীয়া খামৰ ভিতৰেদি ভিতৰৰ সেউজীয়া চিঠি-লিখা কাগজখন জিলিকি থাকে। নিমন্ত্রণৰ নিশ্চয়, সি সন্দেহেৰে ভাবে। মেলে। পুৱা সাত মান বজাতে মইনাক 'এটা জৰুৰি কাম'ৰ কাৰণে মাতি কিৰণে লিখিছে। কিন্তু এতিয়া সময় যে অতীত। বাক, ভাত-পানী খাই উঠি যি হয় কৰা যাব।

অ' এই অসমী আইৰ হাতৰ লখিমী কেইঠোক কোনে পেলালে! ৰংবোৰ দেখোন এৰাই যাওঁ, এৰাই যাওঁ হৈছে। বাক থাওক এতিয়া।

অ, কালি কিৰণো গৈছিল নহয় অভিনয় চাবলৈ। ছিঃ এনে বেয়া অভিনয় কৰিব বুলি সিতো সপোনতো ভবা নাছিল। তাৰ মনে মনে লাজ লাগে, নিজৰ ওপৰত খং উঠে। ৰং থকা বাস্কচটো টান মাৰি আনি অলপ ৰং গুলি লেখনী ডালত লগাই লয়। কিন্তু ক'ত লগাব!—অ, এই কিৰণজনীয়ে জপনাখন মেলিছেহি। তাইৰ

মুখতে সানি দিয়া যাব। সিদিনা যে তাইৰ বুকুত কিতাপৰপৰা ৰংবোৰ লাগিছিল, বৰ ভাল হৈছিল।

—বুজিছা কিৰণ, ভিক্টৰ হিউগোৱে কৈছে প্ৰেমৰ সমান মহৎ বস্তু জগতত নাই; কাৰণ সি মহাজনৰ গোমস্তাকো দেৱতাৰ শাৰীত তোলেগৈ।

—থাওক, থাওক, ভিক্টৰ হিউগো। নাট্যকাৰৰ, অভিনেতাৰ পৰিচয় কালি দি থৈছে—এতিয়া আকৌ হিউগোৰ বাণী শুনাবলৈ আহিছে।

জোকাই লোৱা সৰু ল'ৰাটোৰ দৰে মইনাই লেখনীডাল কিৰণৰ গালত লগাই দিয়ে। কিৰণে ৰংবোৰ মোহৰাৰ প্ৰয়াস নিবিচাৰি ধীৰেধীৰে যেন বহি পৰে। তাইৰ চকু চল্‌চলীয়া হৈ আহে। মইনাই বলিয়াৰ দৰে হ হ' কৰি হাঁহিবলৈ ধৰে।

—সুন্দৰ অভিনয়, অভিমানিনী, তোমাৰো, মোৰো।

—কালিতো সুন্দৰ অভিনয় কুৎসিত হৈ গৈছে। আজি আকৌ অভিনয়ৰ 'মেনিয়া'টো পালে ক'ত? উস্ ইমান অপমান, ইমান লাঞ্ছনা, ইমান হতাশা।

মইনাই আকৌ প্ৰাণ খুলি হাঁহি এটা মাৰে। কিৰণৰ কাণত সি বিকট হৈ বাজি উঠে। তাই তাৰ হেঁচাত অপমান, লাঞ্ছনা, হতাশাৰ হেঁচাত দুই হাতত, মুখ গুজি চকিৰ কানত ঢলি পৰে। মইনাই আকৌ হাঁহে।

—শুনা কিৰণ, কালিয়েই মোৰ অন্তৰত লুকাই থকা অভিনয়ৰ প্ৰেতাত্মাটো উৰা মাৰিলে। বৰ সুন্দৰ, বৰ সুন্দৰ হৈছে; কিৰণ, তুমি—

কিৰণে মূৰ তুলি চায়। কিহৰ সুন্দৰ হৈছে! ককাইদেউটো নিষ্ঠুৰ ইমান, বলিয়াটো! বুকুত এশ ঠাইত বেদনাৰ ক'লা ৰং আঁকি কৈছে—সুন্দৰ হৈছে!!

—মনত আছেনে, কিৰণ, সিদিনাৰ কথাকেইটা? জীৱন আৰু আৰ্টৰ কথাকেইটা? মই কৈছিলোঁ। আৰ্ট জীৱনতকৈ সুন্দৰ। কিন্তু সেই আৰ্টক যে তুমি টেঁটু চেপি মাৰিছা। মাত্ৰ কালিৰ আগতে মোৰ জীৱনৰ ওপৰেদি অভিনয়ৰ কত গৌৰৱপূৰ্ণ নিশা পাৰ হৈ গৈছে। কিন্তু কালি? বৰ হাঁহি উঠে, নহয়?—সিদিনা কোনোবা এখন কাগজত অভিনয়ৰ বিষয়ে এটা সমালোচনামূলক প্ৰৱন্ধ পঢ়িছিলোঁ। তাত কৈছে অভিনয়-কুশলতাও কবিত্বৰ দৰেই অভিনেতাৰ জন্মগত শক্তি। অভিনয় কৰোঁতে অভিনয়েই অভিনেতাৰ এক মাত্ৰ অন্তৰৰ বস্তু হ'ব লাগিব; ৰমিও বা হেমলেটৰ, দুষ্মন্তৰ বা গদাপাণিৰ প্ৰাণৰ আৱেগ অনুভূতিয়েই অভিনেতাৰো বিশেষ সময়ৰ কাৰণে নিজৰ প্ৰাণৰ আৱেগ অনুভূতি হ'ব লাগিব। মোৰ কাৰণেও অতদিনে Acting was the only reality, হিউগোৱে কৈছে প্ৰেমে অনা-আৰ্টিষ্টকো আৰ্টৰ অনুপ্ৰেৰণা দিয়ে। কিন্তু মোৰ অভিনয়ৰ বাস্তৱটোক প্ৰেমে শূন্য কৰি পেলাইছে। আজি মোৰ বাস্তৱ হৈছে—প্ৰেম আৰু জীৱন। কিৰণৰ প্ৰেমৰ আগত নাটকৰ নায়ক-নায়িকাৰ প্ৰেম ৰঙ্গ-মঞ্চৰ ওপৰতো হৃদয়হীন যেন লাগিল। কথাবোৰ কওঁতে মোৰ একমাত্ৰ অনুভৱ হৈছিল—মই কিছুমান মোৰ অন্তৰত নথকা কথা ক'ব লাগিছোঁ। নিজকে ফাকি দিয়া যেন লাগিল। অভিনয়ৰ প্ৰেমৰ বাস্তৱ প্ৰকৃত প্ৰেমৰ বাস্তৱৰ চকুত নিষ্প্ৰভ শুকান হৈ পৰিল। তোমাৰ প্ৰাণৰ সঙ্কেত, দেহৰ সঙ্কেত—এইবোৰহে আজি মোৰ সত্য। এতিয়া তুমি আৰু মই তুমি আৰু মই—মাজত অভিনয়, আৰ্ট নাই।

প্ৰিয়ঙ্গু-কিৰণ-লতা আৰ্টিষ্টৰ ওচৰ চাপি গ'ল। তাইৰ গালৰ ৰং এধানমান মইনাৰ চোলাত লাগি গ'ল!

আৰ্ট আৰু জীৱন আৰ্ট—
তাত নিত্য-নৱ কিৰণ-সম্পাত॥

# ডাৱৰৰ সিপাৰে ধুনীয়া দেশ

বহুত যুগৰ আগৰ কথা। গ্ৰীচ তেতিয়াও এখন ধুনীয়া দেশ। তাৰ উপকূল সদায় সাগৰে ধোৱাই দিছিলহি। ওখ ওখ পৰ্ব্বতৰ শাৰীয়ে গ্ৰীচৰ প্ৰাকৃতিক সৌন্দৰ্য্য তুলি ধৰিছিল। পুৰুষ গ্ৰীকসকল আছিল সাহসী বীৰ। তিৰোতাসকলো আছিল এনেয়ে ধুনীয়া! পুৱাৰ পূবেৰুণ নিশাৰ জোনবাই আৰু প্ৰকৃতিৰ ঢালে চকু ৰোৱা পটবোৰ চাই তেওঁলোক ৰ্ধা লাগিছিল। ভাবিছিল, এনে সুন্দৰ, এনে মনোৰম দেশ জনমটো পাৰ কৰিলেও ক'তো বিচাৰি পাবলৈ নাই।

চাৰিওফালৰ প্ৰকৃতিৰ মনোহৰ ৰূপ চাওঁতে চাওঁতে জগত জিলিকি উঠিল। তেওঁলোকে ভাবিলে, আকাশৰ ডাৱৰৰ ওপৰত এখন ধুনীয়া দেশ আছে। তাৰ প্ৰজাসকল আমাতোকৈ ধুনীয়া, আমাতোকৈ বলী; আকাশৰ জোনবেলি, গ্ৰহ নক্ষত্ৰ, পৃথিৱীৰ নৈ-নিজৰা, সাগৰ-মহাসাগৰ, সকলোবোৰ সেইসকলৰ শাসন অনুসৰিয়েই চলিছে। তেওঁলোক চিৰ-সুখী আৰু অমৰ। তেওঁলোকে নিজ ইচ্ছামতে সকলো কৰিব পাৰে। তেওঁলোকৰপৰাই মানুহৰ সুখ-দুখৰ উদ্ভৱ হৈছে। সেইবাবে তেওঁলোকক পূজা কৰা আৰু তেওঁলোকৰ গুণ-কীৰ্ত্তন কৰা আমাৰ কৰ্ত্তব্য। ডাৱৰৰ ওপৰৰ এই ধুনীয়া দেশ প্ৰজাসকলক গ্ৰীক্‌বিলাকে বুলিলে দেৱতা।

গ্ৰীচৰ উত্তৰলৈ অলীম্পাছ্ পৰ্ব্বত্। তাৰ নামনি ভাগত গেজে-পনি মৰা ডাঠ হাবি। পৰ্ব্বতটো ইমান ওখ, তাৰ টিংবোৰে যেন

মেঘবোৰ ফুটুৱাই আকাশত খুন্দা মাৰিছেগৈ। সিমান ওখলৈকে চকুৰেও নমনে। কোনো মানুহে কেতিয়াও সেই পৰ্ব্বতৰ মূধলৈকে উঠি পোৱা নাই। সেইহে গ্ৰীকসকলে ভাবিছিল, সেই গিৰি-শৃঙ্গৰ ওপৰত, ডাৱৰ আৰু নক্ষত্ৰৰ মাজতেই দেৱতাসকলৰ দেশ।

সেই দেৱতাৰ দেশৰ ঘৰবোৰ মাৰ্ব্বল পাথৰৰ; স্তম্ভবিলাক চক্চকীয়াকৈ মিহি কৰা। আসনবিলাক সোণৰ আৰু ৰূপৰ। ঘৰৰ বেৰত ধুনীয়া ছবি। তেনে ছবি কোনো মানুহ চিত্ৰকৰে আঁকাতো নায়েই, চকুৰে দেখাও নাই।

সেই দেৱতাৰ দেশত চিৰদিন বসন্ত। তাত বৰষুণ-জাগৰ নাই, জেঠৰ বাৰ-খৰ নাই, নাই ঠেঁটুৰৈ ধৰা জাৰৰ প্ৰকোপ। পুৱাৰপৰা সাঁজলৈকে চৰায়ে গান কৰিছে আৰতি। গোটেই বছৰ জুৰি ৰমক্-জমক্কৈ ফুল ফুলি আছে।

মাজে মাজে জোনৰ, বেলিৰ দেৱতাসকল এই পৃথিৱীলৈও নামি আহিছিল। আটাইতকৈ লোক আহে কোনো জন্তু বা মানুহৰ ৰূপ ধৰি। কাচিৎ-কেতিয়াবাহে নিজ ৰূপত পৃথিৱীলৈ নামিছিল।

গ্ৰীক্বিলাকৰ দ বিশ্বাস আছিল মানুহে কিবা বেয়া কাম কৰিলে দেৱতাৰ ৰোষ জন্মে। পাপৰ পৰাচিত স্বৰূপে মানুহে বেমাৰ বা অন্য শাস্তি ভুঞ্জিব লাগে বা মৃত্যুৰ মুখত পৰে। মানুহৰ সজ কামৰ বাবে ঐশ্বৰ্য্য-বিভূতি, সুখ-সম্পদ দেৱতাই দান দিয়ে।

দেৱতাৰ প্ৰীতিৰ অৰ্থে গ্ৰীক্বিলাকে মাৰ্ব্বল পাথৰৰ ধুনীয়া ধুনীয়া ডাঙৰ মন্দিৰ সাজিছিল; আৰু তাত সোণ আৰু হাতী-দাঁতেৰে গঢ়া দেৱতাৰ প্ৰতিমূৰ্ত্তি থাপনা কৰিছিল। কোনো বিপদ-আপদত পৰিলেই সেই মন্দিৰবিলাকত দেৱতাৰ সহায় ভিক্ষা কৰিছিলহি আৰু আনন্দৰ উৎসৱতো বিগ্ৰহৰ চৰণত সেৱাৰ অঞ্জলি যাচিছিল।

আমাৰ ইন্দ্ৰৰ নিচিনাকৈ গ্ৰীক্ দেৱতাবিলাকৰ ৰজা জুপিটাৰ্। ইন্দ্ৰৰ নিচিনাকৈ জুপিটাৰৰো হাতৰ অস্ত্ৰ বজ্ৰ। তেৱেঁই আমাৰ

পৱন দেৱতাৰ নিচিনাকৈ বতাহৰ আৰু বৰুণৰ নিচিনাকৈ বৰষুণ আৰু পানীৰো গৰাকী। মুঠতে তেওঁ পৃথিৱী আৰু স্বৰ্গৰ অধীশ্বৰ। জুপিটাৰৰ পত্নীৰ নাম জুন' যেনেকৈ আমাৰ শচী। তেও স্বৰ্গৰ ৰাণী, জুপিটাৰৰ সকলো কামতে সো হাত। পিছে, জুন' আছিল আপোনপেটীয়া আৰু চকু-চৰহা, লোকৰ ভালটো কেতিয়াও চকু পাৰি দেখিব নোৱাৰিছিল। তেওঁৰ এটি মাথোন মৰমৰ বস্তু আছিল —এটা ম'ৰাচৰাই। সি কেতিয়াও ৰাণীৰ লগ নেৰিছিল।

জুপিটাৰ আৰু জুন'ৰ বাহিৰেও আৰু অনেক দেৱ-দেৱী আছিল। বাৰু, এতিয়া তাৰে লেখৰ দুজনমানৰ চিনাকি দিওঁ।

আমি যেলিৰ দেৱতাক বোলো সূৰ্য্য; গ্ৰীকবিলাক বুলিছিল এপ'ল'। এপ'ল' বেলি, সঙ্গীত আৰু প্ৰেমৰ দেৱতা। দেৱতা বুলিলেই অতি ধুনীয়া। কিন্তু এপ'ল' আছিল সৰাতো-শুৱনী পুৰুষ-দেৱতা, ৰূপতে বং চৰা। তেওঁ নিতৌ দিনৰ বেলিকা আকাশৰ ওপৰেদি তেওঁৰ ধুনীয়া সোণেৰে গঢ়া ৰথ কোবাই কোবাই যায়। তেওঁৰ আঙুলি-বুলনি লাগি হাতৰ বীণাখনিয়ে সুৰদি সুৰৰ জোঁকাৰ তোলে। যেনেকুৱা নগা ঘা বা গেলা ঘাই হওক লাগিলে, তেওঁৰ আশীৰ্ব্বাদত শুকনি-মুৰা হ'বই হ'ব। ইমানবোৰ গুণৰ উপৰিও তেওঁ আছিল নিপুণ চিকাৰী।

এপ'ল'ৰ যঁজা ভনীয়েক ডায়েনা, জোনৰ দেৱতা। ডায়েনাৰ ৰথখন আকৌ ৰূপৰ। যেতিয়া নিশা এপ'ল'ই পছিম আকাশত দিনটোৰ ৰথ কোবোৱা ভাগৰ পলায়গৈ, ডায়েনাই ৰূপৰ ৰথ লৈ আকাশেদি চুটি মেলে। তেওঁ আছিল চিকাৰৰো দেৱতা। দিনৰ বেলিকা কাঁড়েৰে ভৰা তূণটো কাণত পেলাই চোকা চিকাৰী কুকুৰ এজাক আৰু সুচতুৰা গাভৰু বন-দেৱতা এদল লগত লৈ বনে বনে চিকাৰ কৰি ফুৰিছিল।

পুৰুষসকলৰ ভিতৰত এপ'ল' যেনেকৈ সৰাতোকৈ শুৱনী, দেৱী-সকলৰ ভিতৰতো সেই দৰে প্ৰেম আৰু সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী ভেনাছেই

আটাইতকৈ ৰূপহী। কথিত আছে, ফেনিল সাগৰৰ ঢৌ খেলা বুকুৰপৰা ৰূপহী ভেনাছৰ জন্ম হৈছিল; সাগৰৰ অধিবাসী সকলো



তেওঁৰ আঙুলি-বুলোৱা লাগি হাতৰ বীণাখনিয়ে
সুৰদি সুৰৰ ঝংকাৰ তোলে

জীৱ, জলকোঁৱৰ জল-কুঁৱৰীহঁত আৰু সাগৰৰ ৰজা স্বয়ং নেপচুনে সেই নৱজাত সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তিক সুৰে-তালে আনন্দৰ অভিবাদন জনাইছিল।

পাঁচপাট শৰেৰে ফুলৰ ধেনুৰে, কাম প্ৰবৃত্তিৰ দেৱতা কামদেৱক আমিতো চিনি পাওঁৱেই। গ্ৰীক্‌বিলাকে তেওঁক বুলিছিল কিউপিড্। প্ৰেমৰ দেৱতা হিচাপেই তেওঁৰ প্ৰতিপত্তি। তাৰ উপৰি, তেওঁক শৰ ধনুৰ দেৱতা বুলি শুনা যায়। কাৰণ তেওঁ কস্মিন্‌-কালেও হাতৰপৰা সেই দুটি বস্তু নেৰিছিল। কিউপিডৰ আছিল চিৰযৌৱন। মুখখনি আছিল গোলাপৰ পাপৰিৰ দৰে। আন দেৱ-শিশুৰ দৰে তেওঁ বয়সৰ লগে লগে ডাঙৰ-দীঘল নহৈছিল। কিউপিড ভেনাছৰ লৰা।

জুপিটাৰৰ ভায়েক নেপচুন, পৃথিৱীৰ জলাশয়বিলাকৰ গৰাকী। সাগৰ আৰু নৈ-নিজৰাৰ দেৱতাবিলাক তেওঁৰ প্ৰজা। তেওঁৰে তলতীয়া জলকুঁৱৰীবিলাকো। জলকুঁৱৰীইতৰ কঁকালৰ ওপৰছোৱা ৰূপহী তিৰোতাৰ দৰে, তলছোৱা আকৌ মাছৰ ফিছাৰ নিচিনা। মহাসাগৰৰ তলিত শামুক, শঙ্খ, মণি-মুকুতা আৰু সাগৰৰ গছ-বনেৰে গঢ়া নেপচুনৰ কাৰেং।

আমাৰ আই সৰস্বতীৰ নিচিনা গ্ৰীচৰ জ্ঞানৰ দেৱী মিনাৰ্ভা। অকল সেয়ে নহয়, তেওঁ যুদ্ধ-বিগ্ৰহৰো গৰাকী। আমাৰ লক্ষ্মীদেৱীৰ বাহন ফেঁচা। মিনাৰ্ভাৰ লগতো এটা ফেঁচা সদায় আছিল। যুঁজ-বাগৰৰ মাজে মাজে কাপোৰ বোৱা, ফুল-জালী তোলা মিনাৰ্ভাৰ ৰহইচৰ কাম। মিনাৰ্ভাৰ বাহিৰেও যুদ্ধৰ দেৱতা তেওঁৰ ককায়েক, মাৰ্ছ। এওঁক আকৌ আমি মঙ্গল দেৱতা বুলিহে চিনো।

স্বৰ্গৰপৰা পৃথিৱীলৈ, পৃথিৱীৰপৰা স্বৰ্গলৈ বাতৰি অনা-নিয়া কৰিবলৈ দেৱতাসকলৰ কটকী আছিল মাৰ্কিউৰি। মাৰ্কিউৰিৰ আছিল এযোৰ পাখি লগা ফানাটি। সেই দেখিয়ে সৰাতো বেগৱন্ত চৰায়েও মাৰ্কিউৰিৰ সমান বেগেৰে উৰিব নোৱাৰিছিল। ইয়াৰ উপৰিও এই দেৱদূতজনৰ মূৰত এটি পাখি লগা টুপী। হাতত দুটা সাপ মেৰ খাই থকা এডাল যাদু লগা লাখুটি। লাখুটিডালেৰে কৰিব নোৱাৰি, এনে বুলিবলৈ কাম নাছিল। পৃথিৱীৰ মাজ-ভাগত

আন্ধাৰৰ দেশ পাতাল। গ্ৰীকবিলাকৰ বিশ্বাস, মানুহ মৰিলে সেই ঘোপমৰা মুলুকলৈ যাব লাগে। তাৰ ৰজা প্লুট' — আমাৰ যম।

গৰখীয়াতলি আৰু হাবি-বননিৰ গৰাকী পেন্। দেখাত দেৱতাজন যিহে কিম্ভূত-কিমাকাৰ! আধা মানুহ আধা ছাগলী। ছাগলীৰ দৰে ঠেং-ভৰি; ছাগলীৰ দৰে কাণ আৰু শিং। কিন্তু তেওঁক ভাল পায় সকলোৱেই। ভেৰাৰখীয়াবিলাকৰতো কথাই নাই; কাৰণ পেন দেৱতাই ভেৰাবোৰ হানি-বিঘিনিৰপৰা ৰক্ষা কৰিছিল; ভেৰা-ৰখীয়াহঁতেৰে লগ লাগি শিঙা-পেঁপা বজাই ধেমালি-ধুমুলা কৰিছিল।

# বৰ ভালুক, সৰু ভালুক

তোমালোকে ধ্ৰুৱ তৰাৰ নাম শুনিছা। এই তৰাটি আকাশৰ ঠিক উত্তৰত এধানিও ইফাল-সিফাল নকৰাকৈ থিৰ হৈ থাকে। সেই গতিকে আজ সাগৰত বাট হেৰুওৱা জাহাজৰ নাবিকে তৰাটি চায়েই নিজ বাট আকৌ উলিয়াই ল'ব পাৰে। এই বাবে ইয়াক লক্ষ্য-তৰাও বোলে। ইয়াৰ কাষৰতে কেঁকোৰা মাছ বছা মৈদাখনৰ নিচিনাকৈ লানি পাতি সাতোটা উজ্জ্বল তৰা জাৰৰ কেইমাহ এৰি সদায় ৰাতি দেখা দিয়ে। হিন্দু শাস্ত্ৰমতে এই সাতোটা তৰা ক্ৰতু, পুলহ, পুলস্ত্য, অত্ৰি, অঙ্গিৰা, বশিষ্ঠ আৰু মৰীচি নামে সাত গৰাকী ঋষিৰ পুণ্যৱান আত্মা; আৰু সাতোটাক একেলগে সপ্তৰ্ষিমণ্ডল বোলা হয়। এই তৰাশাৰী দেখিবলৈ এজনী গুঁইৰ নিচিনা। পুৰাণত কোৱা আছে, উত্তানপাদ ৰজাৰ পুতেক ধ্ৰুৱক ঈশ্বৰৰ প্ৰতি বেছি ভক্তি হোৱা বাবে সেই গুঁইজনীৰ নেজৰ ফালে এটি তৰা কৰি ভগৱানে থাপনা কৰিলে। শ্ৰীশ্ৰীশঙ্কৰদেৱে লিখিছে, "গোধিকাৰ পুচ্ছভাগে দেখিয়ো অদ্যাপি।" এই সপ্তৰ্ষিমণ্ডলক ইউৰোপৰ লোকসকলে 'বৰ ভালুক' নাম দিছে। ধ্ৰুৱ তৰাতে আৰম্ভ কৰি এই মণ্ডলৰ দৰে আৰু সাতোটা সৰু তৰাৰ এটি থুপি আছে। এই থুপিক তেওঁলোকে 'সৰু ভালুক' বোলে। তৰাৰ এই থুপ দুটিৰ বিষয়ে এটি ধুনীয়া সাধু আছে, শুনাহক।

এগৰাকী ৰাংঢালী-ৰূপহী তিৰোতা আছিল। তাইৰ নাম কেলিষ্ট'। কেলিষ্ট'ৰ একেটা মাত্ৰ ল'ৰা আৰ্কাছ্। সি এনেহে ধুনীয়া আছিল, চালেই চকু বৈ যায়। কেলিষ্ট' বৰ সৰ্বৰহী। পাহৰণিতো কাৰো কুটা এগছ নোছোৱে। ভু-ভাৰতত তাইক বেয়া বোলোঁতা সেইদেখি কেও নাছিল।

সেই কালৰ তিৰোতাসকলেও কানত কাৰ্ফাই আঁৰি হাবিত চৰাই-পক্ষ মাৰি ফুৰিছিল। কেলিষ্টৰ লগৰীইঁত যেতিয়া জুম বান্ধি বনলৈ যায়, সিহঁতে তাইকে আগ-বঢ়ুৱা কৰি লৈছিল। ল'বৰ কথাই ৰং-ধেমালিৰ আগ ভাগ লবলৈ তাইৰ নিচিনা একো-ৰাংচালী জানো ক'ৰবাত আছিল? কল্‌কলাই, খল্‌খলাই, জিৰ্‌জিৰকৈ বৈ যোৱা জান-জুৰি, মৌ-মিঠা মাতেৰে তোল-পাৰ লগাই থকা চৰাই-চিৰিকতি, মিঠা মুখৰ হাঁহিৰ নিচিনা ফুলবোৰ লৈ হাবি-বননিয়েও যেন সদায় কেলিষ্টৰ কাৰণেই হাটলৈ বাটলৈ চাই থাকে। সেই ধুনীয়া বস্তুবোৰলৈ চাই তাই মিচিকি মাৰি, খল্‌খলাই হাঁহে; প্ৰকৃতিয়ে যেন আকৌ তাইৰ হাঁহি ভোল গৈ, তাইৰ সুৱদি বনৰীয়া গীতৰ সুৰ শুনি লাপতে ৰং চৰাই পাহৰী হাহিৰে তাইক সমিধান দিয়ে।

এনেকৈ তাইৰ জাৱনটো অপাৰ আনন্দত উটি-বুৰি গৈ থাকে। তাইৰ বুকুৰ ৰতন আকাছৰ কথাকে নকওঁ, তাইৰ লগৰীইতৰ লোখকে নলওঁ, দেৱতাসকলেও কেলিষ্টক মৰমৰ চকুৰে চায়। কিন্তু পূৰ্ণিমাৰ জোনতো চেকা আছে। সকলোৱে কেলিষ্টক ভাল পালে হ'ব কি!--দেৱতাৰ ৰাণী জুনই তাইক চকু পাৰি দেখিব নোৱাৰিছিল। তাইৰ যেতেকে দিনক দিনে ৰূপ চৰিছিল, তেতেকে যেন জুনৰ চকুত কুটা পৰি আমনি কৰিছিল। কেলিষ্টই কিন্তু এইবোৰ একোৰে ভু নাপায়। এদিন তাই ৰঙতে আপোনভোলা হৈ হাবিত চিকাৰ বিচাৰি জাত জাতকৈ নাম গাই ফুৰিছে। এনেতে জুন' আহক সেই বাটেদিয়েই! কেলিষ্টক দেখিয়েই ৰাণীৰ গাত যেন সাতকুৰা আঠ-কুৰা জুই জ্বলি উঠিল। এক নিমিষো তাইলৈ চাই থকা অসহনী হৈ পৰিল। এখন হাত ওপৰলৈ তুলি ৰাণীয়ে কেইআষাৰমান মন্ত্ৰ মাতিলে। কেলিষ্টৰ লাহী শৰীৰ গুচি এজনী জাপৰী ভালুক হ'ল। তাই এতিয়া নিজৰ মাততে নিজে চক্‌ খাই উঠে'। ক'ৰবাত কেনে-বাকৈ খিৰিকৃকৈ শব্দ এটা হলেই তাই যেনি-তেনি ঢাপলি মেলে, পৰ্ব্বতৰ খোৰোং বা গছৰ আঁৰত লুকায়গৈ। তাইৰ শৰীৰটো যদিও

ভালুকৰ, মনটো এতিয়াও মানুহৰ দৰেই দোমল হৈ থাকিল ; হাবিৰ বনৰীয়া জন্তুবোৰ দেখিলেই তাইৰ বুকু চিৰিং কৰি উঠে।

নাযায়-নুপুৰায়কৈ পোন্ধৰটা বছৰ পাৰ হৈ গ'ল। তাই অকল-শৰে, আমনে-জিমনে দিনবোৰ কটায়। প্ৰকৃতিয়ে আৰু এতিয়া তাইৰ আনন্দৰ যোগান নধৰে। জান-জুৰিয়ে আগৰ উলাহতে নাচি-বাগি যায়। পুৰাৰ ৰ'দচেঙা পৰি আজিও গছ-পাতে হাঁহি বিলায়। চৰাইবোৰ আগৰ নিচিনাকৈয়ে গছ-লতাত পৰি সুঁহুৰিয়ায়, উৰুলি-য়ায়, কুৰ্কলিয়ায়। কেলিষ্টৈ'ই সিহঁতৰ একোৱে এধানিও সোৱাদ নাপায়। তাই এজনী জাপৰী ভালুক ; ধুনীয়া বস্তুৰ মোল তাই বুজে কি ?

তাই ভোকৰ বেলিকা গছৰ গুটি চোবায়, মৌৰ বাহ ভাঙি খায় ; পিয়াহ লাগিলে জুৰিৰ কাষলৈ যায়। ৰাতি হলে গছ বা পৰ্ব্বতৰ খোৰোঙত শোৱে। আগৰ সেই লগৰীহঁত যেতিয়া কিৰীলি পাৰি হাবি-বন ভাঙি আহে, তাই ভয়তে টেপা খাই গছৰ গাত লুকায়।

প্ৰায়টো সময়তে তাইৰ মনত পৰে তাইৰ নয়নৰ মনি আৰ্কাছৰ কথা ; তাৰনো এতিয়া কি গতি হৈছে ভাবি ভাবি তাইৰ পেঁপুৱা লাগে ; তাইৰ পেটতে হাত-ভৰি লুকায়।

ইফালে আকৌ পোন্ধৰখন বছৰৰ ডেওনা ডেই আৰ্কাছ আজি চফল ডেকা ; লিচ্‌পিচ্‌কৈ দীঘল, নিপোটল তাৰ দেহা। মাকৰ দৰে সিও চিকাৰ ভাল পায়। সি এনেহে পাকৈত চিকাৰী, সি এবাৰ যি জন্তুৰ গালৈ কাঁড় টোঁৱাইছিল, সি সাৰি যাব নোৱাৰিছিল।

এদিনাখন হাতত ধেনু-কাঁড় লৈ এটা বনৰীয়া হৰিণৰ পিছত লৰোতে লৰোতে এডোখৰ মুকলি পথাৰ পাই কেইহাতমান আঁতৰতে এজনী ভালুক দেখিলে। ভালুকজনীয়ে এতেপৰে আৰ্কাছৰ ভৰিৰ মাতো শুনা নাছিল। এতিয়া আৰু পলাবৰ সময় নাই। চকু ঘূৰাই আৰ্কাছক দেখা মাত্ৰকে ইমান বছৰে নেদেখা বুলিও ভালুকীয়ে

তাক নিজৰ পো বুলি চিনি পালে। কথা ক'বৰ মন গৈছিল; কিন্তু ভালুকৰ গোজৰণিত আৰ্কাছে ভয় খাব বুলি তাই একো শব্দ নকৰাকৈ তাৰ ফালে চকু থিয় কৰি চাই ৰ'ল।

ইমান ওচৰতে ভালুক এটা দেখি আৰ্কাছ পোনতে চক্ খাই উঠিছিল। কিন্তু ৰ' লাগি চাই থকা চকুযোৰ দেখি সি থৰ লাগিল।



নিজেই কি কৰিছে, উমান ধৰিব নোৱাৰাকৈ আৰ্কাছে ধনুত কাঁড় যুৰিলে!

সেই চকুহালিত যেন কিবা বেজাৰৰ ভাব ফুটি উঠিছিল। তাৰ মনটো কেনেবা কেনেবা লাগিল। সিনো নিজেই কি কৰিছে, উমান ধৰিব নোৱাৰাকৈ আৰ্কাছে ধনুত কাঁড় যুৰিলে!

এনেতে চিলাই-কোৱাই থাপ মৰাদি ক'ৰবাৰপৰা জুপিটাৰ আহি আৰ্কাছৰ হাতৰ ধনুখন থাপ মাৰি ল'লে। কেলিষ্ট'লৈ তেওঁৰ সদায়েই চেনেহ আছিল, তাতে আকৌ বেচেৰীক যিদৰে জুন'ই আলাই-আথানি কৰিছিল— সেইবোৰ দেখি-শুনি তেওঁৰ মনটো সদায় বিমৰিষ। সেই আলাই-আথানিৰ ক্ষতি পূৰাবৰ মনেৰেই দেৱৰাজে চকুৰ পচাৰতে মাক-পুতেক দুয়োকে চিক্‌মিক্ চিক্‌মিক্

কৰি তিৰ্‌বিৰাই থকা দুটি তৰাৰ থুপি কৰি পেলালে। এই থুপি দুটিকে আজিকোপতি বৰ ভালুক, সৰু ভালুক বলি মাতে, আৰু আমি বোলোঁ বৰ সপ্তৰ্ষি আৰু সৰু সপ্তৰ্ষি।

আমাৰ এই সাধুটোৰ মূৰত ইমানতে পানী এচলু দি আমি "কাপোৰ-কানি ক'লা হ'ল" বুলি সেইবোৰ ধোবাক দিবলৈ ঘৰলৈ গলোহেঁতেন। কিন্তু হ'ব, সেই গজমূৰী, দেৱতাৰ ৰাণীগৰাকী আছে নহয়। তেওঁৰ "মৰিলেও নেৰয় ধনঞ্জয় বায়ু"। উত্তৰ আকাশত দেৱালীৰ চাকিৰ দৰে দুটা নতুন তৰাৰ থুপি দেখি তেওঁৰ বুজিবলৈ বাকী নাথাকিল, "ঘাই শাক মৰলীয়া"। তেওঁ চকু পুৰিবলৈ ধৰিলে তৎকালে সাগৰৰ দেৱতা নেপচুনৰ কাষলৈ বিস্মাশবদে ঢাপলি মেলিলে; খাটনি ধৰিলে, নেপচুনে যেন এই ভালুকক তেওঁৰ সাত সাগৰৰ পানীত জোবোৰা মাৰিবলৈ নিদিয়ে। আজিলৈকে বৰ সপ্তৰ্ষি আৰু সৰু সপ্তৰ্ষিক সাগৰৰ পানীত বুৰ মৰা কোনোৱে দেখা নাই। সেয়েহে এই তৰাৰ থুপি দুটিক "অনস্তগ নক্ষত্ৰ" বোলে।

# কি কথা ?—বেং কথা

আগহানি কালত গ্ৰীচ দেশত আছিল এজনী বৰ ধুনীয়া তিৰোতা। লেট'না তাইৰ নাম। লিচ্‌পিচীয়া তাইৰ দেহাটি এনেনো লনী! বীণৰ নলা যেন কঁকালটি। হালধি বৰণ যেন গা ওৰনী কৰি তুলিছিল মুকুতাবৰণীয়া সুকোমল সাজ-পাৰে। মচোৱা সাপৰ নেগুৰ যেন কিচ্‌মিচ্‌কৈ ক'লা চুলিটাৰি। 'চকু দুটি আকৌ স্ফটিকৰ নিচিনাকৈ জলমলাই, জিৰ্‌বিৰাই থকা ধোঁৱা বৰণীয়া। সেতে আকৌ বিধতাই চকুহালিত বেজাৰৰ পাতল সাঁচ বোলাই দিছিল। কাৰণ লেট'নাৰ জীৱন আছিল দুখৰ জীৱন।

এই ধুনীয়া মানুহজনীৰ নাম শুনিলেও চকুচৰহা জুন' তিনি নাচ দি উঠিছিল। জুন'ই বহুতে-বহুতে উপায় উলিয়াই তাইক নিকাৰ ভুঞ্জায়। বেচেৰীয়ে এদিন-অ'ত-এদিন-ত'তকৈ ৰাণীৰ ৰোষৰ পৰা হাত সাৰিবলৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰিব লাগিছিল।

অনাই বনাই ফুৰোঁতে এদিন লেট'না এখন নৈৰ পাৰ পালেগৈ। ঘাটত এখন টুলুঙা নাও লগোৱা আছিল। নাৱত বঠা-লগি একো নাছিল। নৈৰ সৰু সৰু ঢৌবোৰে নাৱৰ কানত খুন্দা মাৰি চপ্‌-চপ্‌—চচ্‌প্‌ কৰি এটা সুৰীয়া মাত তুলিছিল।

দীকুচৌ বাটৰ ভাগৰে-জুগৰে বেচেৰীৰ গা ছিগি যাওঁ ভাগি যাওঁ লাগিছে। কোনোমতে নাওখনত উঠি নাওখন পাৰৰপৰা ঠেলা মাৰি এৰুৱাই দিলে। নাৱত এমূৰত আমনে-জিমনে বহি তাই ধাৰাসাৰে চকু-পানী টুকিবলৈ লাগিল।

লাহে লাহে বেলি পৰিল। সন্ধিয়াই ক'লা ওৰণি টানি দিয়াত পৃথিৱী আন্ধাৰত ঢাক খালে। নাওখন ভটীয়া পানীত টুলবুলকৈ

উটি উটি গৈ আছে। তাইলৈ পুতৌ উপজি ভৰাবোৰেও চকু-পানী সামৰিবলৈ চকু টিপিয়াবলৈ ধৰিলে।

অলপ পৰতে নাওখন আন্ধাৰৰ বুকুত পানীয়েদি গৈছে। কিন্তু সেইকণ সময়েই লেট'নাৰ মনত এযুগ যেন লাগিল। সময় নিজৰ গতিত আগ বাঢ়ি গ'ল।

ওৰে ৰাতি লেট'নাৰ চকুৰ নোমে নোমে নেলাগিল। লাহে লাহে ৰাতি পুৱাবৰ হ'ল। এনেতে হঠাৎ নাৱৰ শিংটোৱে পাৰত খুন্দা এটা মাৰিলে। লেট'নাই চকমক্ খাই চকু মোহাৰি দেখে, নাওখন আঁহি সাগৰৰ মাজৰ এটা সৰু দ্বীপত লাগিছে। ঠাইডোখৰ এনেয়ে ধুনীয়া! সাগৰৰ পাৰে পাৰে বাৰে বৰণৰ ফুলবোৰ দকমকৈ ফুলি আছে। ঠাইডোখৰ দেখি বুকু ভগা বেজাৰৰ মাজতো লেট'নাৰ মনলৈ যেন অলপ উলাহ ঘূৰি আহিল। তাই পাৰলৈ উঠি ইফাল-সিফালকৈ দ্বীপটো চাবলৈ ধৰিলে। কেয়োফালে আম, জামু আদি ফলবোৰ গছ দোঁ খুৱাই লনা-লনে লাগি আছে। দ্বীপটোৰ ঠিক সোঁ মাজতে গুহাৰ দাঁতিয়েদি ফটিক পানীৰ এটি জুৰি পোহৰত জিকমিকনি তুলি জিৰ্ জিৰ্ কৈ সৰু সৰু শিলগুটিবোৰৰ ওপৰেদি ঢৌ ধৰি ধৰি নাচি দ্বীপটোৰ ওপৰে ওপৰে আঁকাই-পকাই বৈ গৈছে। দেখি লেট'নাৰ বৰ ভাল লাগিল। জুৰিটিয়েও যেন তাইক ক'লে, "সখীটি ঐ, তুমি মোৰ কাষৰতে থাকিবা দেই।" মুঠতে সেই দ্বীপৰ এটা গুহাই হ'ল লেট'নাৰ নতুন, মনোৰম ঘৰ।

নতুন ঘৰত লেট'নাৰ দিন সুখেৰেই যাবলৈ ধৰিলে। তাই মনতে শান্তি লাভ কৰিছিল এই বুলি এনে আওহতীয়া ঠাইত জুন'ই আৰু কেতিয়াও তাইক বিচাৰি নাপায়হি। কোনো কোনো ভাল স্বভাৱৰ দেৱতাই তাইক মৰম কৰিছিল। তাৰে এজনৰ প্ৰসাদত লেট'নাৰ এহালি যঁজা ল'ৰা-ছোৱালী হ'ল। কেঁচুৱাকেইটা যেতিয়া সিহঁতে হাত-ভৰি জোকাৰি পাটীত কিৰীলি পাৰি থাকে, লেট'নাৰ আনন্দ থ'বলৈ হিয়াখনে নোজোৰা হয়। সিহঁত দুই

থাকোঁতে তাই একান্ত মনে সেই সৰগী শিশু দুটিলৈ ৰ' লাগি চাই থাকে।

এই আনন্দৰ মাজতে লেট'নাৰ এটা কু-দিন আহিল। ৰ'দ-কাঁচিয়লিত তাই ল'ৰা-ছোৱালীহালেৰে সৈতে বহি আছে। এনেতে দেখিলে ভয় লগা ক'লা ডাৱৰ এডোখৰে আকাশখন ছাটি পেলালে। ওপৰলৈ মু' কৰি লেটনাই দেখে সম্মুখত জুন' ঠিয় দি। কেটেৰা-জেঙেৰা মাতেৰে জুন'ই তাইক তৎক্ষণাৎ সেই দ্বীপ এৰিবলৈ ক'লে। লেট'নাৰ যদিও কেনিও যাবৰ মন নাছিল, তথাপি ৰোষত দেৱীয়ে বেচেৰীৰ আঁচলৰ ধন, নয়নৰ মণি ল'ৰা-ছোৱালী দুটিক কিবা কৰে বুলি দাৰপৰা বেজাৰ মনেৰে যাবলৈ ওলাল। দুখন হাতে কেঁচুৱা দুটি তুলি লৈ ঘৰ-খেদাকৈ ক'লৈ যাব নিজেই নজনাকৈ গুহাৰ বাহিৰ ওলাল। বহুত দূৰ বাটকুৰি বাই শেহত তাই এখন খৰাং ঠাই পালেগৈ। তাত তাইৰ চকু জুৰাবলৈ এখিলা বন-পাত বা এপাহ ফুলো ক'তো দেখিবলৈ নাছিল। ঠাইডোখৰ ওপত মৰুভূমি। তলৰ ওপত খোলা যেনে বালিয়ে তাইৰ ভৰিৰ তলুৱা দেই-পুৰি নিব লাগিছে, পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে। দিনৰ মান দিনটো অনাই-বনাই গাত যেন এখুদমানো বল নোহোৱা হৈছে; কাখৰ কেঁচুৱা দুটা শিল যেন গধুৰ লাগিছে। তাইৰ কাপোৰখন গাৰপৰা খহাই ল'ৰা-ছোৱালীহালৰ ওপৰত ছাঁ দি ল'লে। সিহঁতৰ কাৰণে বেচেৰীয়ে মৰিবলৈকো জানো কোঁচ খাব?

দিনৰ পিছত দিন পাৰ হৈ গৈছে। ভৰিৰ পোৰণি ভৰিতে আৰু ওঁঠৰ পিয়াহ ওঁঠতে মাৰ গৈছে। এদিন হঠাতে লেট'নাই এডৰা নীলা পানীৰ চিক্‌মিকনি দেখা পালে। এতিয়া পিয়াহ পলুৱাই পানী খাবলৈ পাব -এই ভাবটোৱেই তাইৰ গাত নতুন বল দিলে। খোজ দীঘলাই দি তাই সেই ঠাইডোখৰৰ ফালে গৈ দেখে এটা ধুনীয়া পুখুৰী; তাৰ আশেপাশে ওখ ওখ ইকৰা-খাগৰি গজি আছে। কেইটামান হজুৱাই সেইবোৰ কাটি কাটি পোলা বান্ধিছে।

তুইখন হাত ল'ৰা-ছোৱালীহালেৰে বন্দী হৈ থকা দেখি লেট'নাই মুখেৰে পানী এটোকা খাবলৈ কুঁজা হৈছে। এনেতে সেই হজুৱাবোৰে লুটা মাতেৰে পানী ছুবলৈ হাক দিলে।



তুহাতে কেঁচুৱা তুটি তুলিলৈ থৰ খেদাকৈ ক'লৈ যাব নিজেই নজনাকৈ গুহাৰ বাহিৰ ওলাল।

"কেলেই, ককাইটিহঁত, এই ফটিকৰ ধাৰ যেন পানীটোপা দেৱতাসকলে স্থজ্জন কৰিছে মানুহে খাবৰ কাৰণেহে। এই মৰু-ভূমিৰ ওপৰেদি আহোঁতে আহোঁতে মোৰ মুখ ডিঙিলৈকে পিয়াহত

ফুটি যাওঁ, ফুটি যাওঁ কৰিছে।” এই বুলি লেটৰাই পানী খাবলৈ মূৰটো হাওলালে। কিন্তু মানুহকেইটাৰ হিয়া আছিল কাঠৰ কঠুৱা; সিহঁতে আকৌ চমক্ খোধালে, ক'লে, সিহঁতৰ কথা নুশুনিলে লাইক শুদায় নেৰে।

লেটৰাই চকু-পানী টুকি টুকি জয়দেউ-কাকূতি কৰিবলৈ ধৰিলে; “মোক নিদিলেও এই লৰা-ছোৱালীহালৰ মুখলৈ চাই এসোঁহা পানী দিয়াঁ। চোৱাচোন, সিহঁতে কেনেকৈ হাত দুখন মেলিছে।”

মানুহকেইটাৰ সিমানতো হিয়া নগলিল। দলিয়াই-কঁপিয়াই গোটেই পুখুৰী পানী ঘোদালি বোকা তুলি পেলালে।

লেটৰাৰ মনত বৰ বেজাৰ-বিমৰিষ লাগিল। উপৰলৈ চকু তুলি কাতৰভাৱে চিঞৰি উঠিল, “মোৰ কাকূতি শুনোঁতা যদি কোনোবা অচাৰ দেৱতাৰ মাজত যদি নিয়াই-ধৰম আছে, এই চৰকা খোৱা মানুহকেইটা যেন বাবেঙনিকৈ সেই পানীৰ ডোবাটোত থাকিবলৈ পায়।”

লাইৰ কাণৰ মিনতিয়ে দেৱতাসকলৰ হিয়াত খন্দিলেগৈ। সেই মানুহকেইটা চকুৰে চাই থাকোঁতেই একোটাকৈ বৰ বৰ ভেকোলা হ'ল। আজিকোপতি সিহঁতক পানী বন্ধ যোৱা খালে-বিলে চেল-চেলাই খেদাখেদাই টোৰটোৰাই বেৰকোৰাই থকা দেখা যায়।

লেটৰাৰ দুখৰ দিন শেষ হৈ আহিল। লৰা-ছোৱালী হাল ডাঙৰ হৈ লাইৰ কষ্টৰ প্ৰতিকাৰ কৰিব পৰা হ'ল। দেৱৰাজ জুপিটাৰৰ কৃপাত সিহঁতৰ জন্ম। তেওঁৰ মৰমতেই এপিয়া সিহঁত দেৱতাৰ নিচিনা হৈ উঠিল। সিহঁতৰ মাকলৈ ইমান মৰম আৰু ভক্তি যে, মাকে কোনো একাষাৰ কথা ক'লেই সিহঁতে তাক শিলৰ ৰেখা বুলি ধৰি লৈ সেইমতে কাম কৰিছিল। এই লৰা-ছোৱালীহালেই শেহত হৈগৈ সুৰুজ দেৱতা এপ'ল' আৰু জোনৰ দেৱী ডায়েনা হ'লগৈ।

# যো দেৱোঽগ্নৌ—যি দেৱতা অগ্নিত

গ্ৰীচ্ দেশৰ অগ্নিদেৱতাৰ নাম ভাল্‌কান্। তেওঁ আছিল এক-ঠেকা বিধৰ দেৱতা, অলীম্পাছৰ আন আন দেৱতাসকলৰ লেখীয়া নহয়। দেৱতাৰ সমাহ-ভুকুষা, মেল-দোৱান হ'লে তেওঁ এলা-পেচাকৈ তেনে মেললৈ নগৈছিল। এটনা পৰ্ব্বতৰ টিঙত আমাৰ কাজিৰঙাৰ দৰে গোজেপীনি মথা ডাঠ হাবিৰ মাজতেই তেওঁ সমস্ত ভাগটি সময় খেদাইছিল। আমাৰ গেৰাম্ভ খটা হজুৱালোকৰ নিচিনাকৈ নেৰা-নেপেৰাকৈ আটাই সময়ত কামত লেকাটু লাগি থকাই ভালকানৰ সাজ। এচকৰা চাইক্ল'প্‌চ্ বোলা আচৰিত দৈত্যক লগত লৈ এটনা পৰ্ব্বতৰ গুহাত এখন বিয়াগোম কমাৰ-শাল পাতি ল'লে। তাত দিন নাই, নিশা নাই, কাৰিকৰ-যোগালী কেইটামানৰ সহায় লৈ, ভাউচ-ভাউচ্‌কৈ ভাটি জ্বলোৱাই, টং-টং ঠন-ঠনৰ্ কৰি নিয়াৰিত হাতুৰি পিটি ভাল্‌কানে দেশৰ মানে ধুনীয়া ধুনীয়া বস্তুবোৰ গঢ়িছিল।

ভালেদিন হ'ল, এদিনাখন জুপিটাৰ আৰু জুন'ৰ মাজত লাগক এখন থৈয়া-নথৈয়া কাজিয়া! বেচেৰা ভালকানো কিবা নলগা জেঙাত লাগি ফুৰে! জুন' নাতিনিয়েকৰ দুখত পমি ৰজা-ৰাণীৰ 'ঝাণ্ঠা ঝগড়া-'খন ভাঙি দিওঁ বুলি মাত এআষাৰ মাতিবলৈকে পালে, জুপিটাৰে খঙত একো-নাই হৈ তেওঁক জপটিয়াই ধৰি, স্বৰ্গৰপৰা দিলে ওভতাই ফৰ্ম্মুটিৰ দৰে মাৰি পঠিয়াই। তিনি কৰ্ফাল খাই পপীয়া তৰাটো খহি পৰাৰ নিচিনাকৈ এদিন এনিশা পৰ খহি খহি বেচেৰা লেম্নছ্ নামৰ দ্বীপ এটাত পৰিলহি। পথালি চকুৰা নৰ-মৰিছ হোৱা হ'লে সেইদিনা আইধাই পৰিলহেঁতেন। পিছে, দেৱতা দেখিহে ভালকান্

ৰক্ষা পৰিল। তেওঁ বুলি, ভালকান্ কমাৰৰ ভৰি দুটা খোৰা হ'ল।

সেই আপদীয়া দিনাখনৰেপৰা লেংচু-পেংচুকৈ দুপিয়াই দুপিয়াই খোজ কঢ়া দেখিলে নিলগৰেপৰা যেয়ে-সেয়ে ভাল্কানক চিনি



........ পৰ্ণীয়া ভৰাটো খহি পৰাৰ বিচনাকৈ এদিন এনিশা পৰ খহি খহি ...

পোৱা হ'ল। ঘটনাটোৰ পিছত ভাল্কানৰনো কি হ'ল, কি মেলিলে, মহাৰাণী জুন'ই ধুই পানী খাবলৈকে খবৰ-খাতি এটা নল'লে। মানুহে কয়েই নহয় বোলে, “যাৰ যতত শাঁখ-সেন্দূৰ, তাক পাতিছে ভোকোৰা এন্দুৰ।” ভালক বুলি ভাল্কানে জুন'ক কেটেৰা-জেঙেৰা মৰা দেখিব নোৱাৰি, কাজিয়া ভাঙিবলৈ গ'ল। ফল হ'ল সেই। সাপকতে জানিবাঁ গাখীৰ খুৱালে। সেই বাবেইহে হ'বলা 'ভাল্কানৰ

হিয়া হ'ল কঠুৱা -তেওঁৰ চিত্তত মৰম-চেনেহ বোলা বস্তুকেবাৰ বৰ আকাল ! আৰু সেই কাৰণেই নিজান এটুনাব টিঙত হ'ল বেচেৰাৰ বনবাস ।

আমাৰ বিশ্বকৰ্ম্মা বা বিহুকৰম্ দেৱতাৰ দৰেই ভাল্‌কানো আছিল পাকৈত শিল্পী । তেওঁ নানান তৰহৰ চালে-চকু-ৰোৱা বস্তুবোৰ নিৰ্ম্মাণ কৰিলে । সেই ধুন-লগা বস্তুবোৰৰ ভিতৰতো জাকত-জিলিকা হ'ল এখন সিংহ-পীৰা । পীৰাখন সুণীয়া । তাৰ এনেহে গুণ যে, যেয়ে বহক লাগিলে, তাৰে গা নিকপ্‌কপীয়াকৈ কাপ্ খাই পৰিছিল । সেইখন পিছে আচলতে কৰা হৈছিল জুনলৈ বুলিহে । তাক পাই জুনৰ ৰঙৰ পাৰ নোহোৱা হ'ল । টকচালি পাৰি যেই বচক্-পচক্‌কৈ ৰাণী সেইখনত বহিল, কালিকা লগা সিংহ-পীৰাই তেওঁক চেপা মাৰি ধৰিলে । একুৰাবৰ সাইধ নোহোৱা হ'ল ! জুনই চিঞৰত গগন ফালিলে ।

কথা বুলিলেই বতাহ । ইকাণ-সিকাণ-সহস্ৰ-কাণ হৈ, অন্ত-কাণে পল্ত-কাণে ৰাণীৰ বিলৈৰ খবৰ পাই উৰুক্-মুৰুক্‌কৈ দেৱতা-সকল ঢপলিয়াই আহিল । কিন্তু কোনেও একোহানপথ্যে পীৰাখনৰ কাছ-কামোৰ একুৰাব নোৱাৰিলে । মেঘে গাজিলেও হেনো কাছই তাৰ কামোৰ নেৰে ; ভাল কানৰ সিংহ-পীৰা হ'ল তাতোকৈও একাচি চৰা । গৈ মাৰি শেহত দেৱতাৰ বৰকমাৰক ফুচুলাই-মেলি কামটো সধাৰ বাহিৰে আন উপায় নৰ'লগৈ ।

বেদনিধি বাপুৰ দৰে টকচ্-টকচকৈ গৈ মাৰ্কিউৰি ভাল্‌কান্ কমাৰৰ ওচৰত হাজিৰ । ক'লে, দেৱতাসকলে মৰমতে তেওঁক অলী-ম্পাছখন চাবলৈ মাতিছে । 'হয় দৈ' বোলোঁতেই তাহানি ফৰিং সৰব্‌জানে হাৰডাল পোৱাৰ দৰে ভাল্‌কানে বুজিলে, উৰহী গছৰ ওৰ ক'ত । দেৱতাৰ চেনেহৰ সোঁতাৰ ধাৰ ধৰিব নোৱৰা বিধৰ ভেলেঙা লোক তেওঁ নহয় । মাৰ্কিউৰিৰ চহ্ দিয়া কথাত তেওঁ ভোল নগ'ল । মাৰ্কিউৰি যি বাটেদি আহিছিল, সেই বাটেদিয়ে উভতি

খোজ ল'লে। বৰকমাৰে এবাৰ 'ওহো'ৰ বাহিৰে 'হো' নকৰিলে।

এইবাৰ দেৱতাৰ কটকী উঠিল 'সোম-ৰস অৰ্থাৎ মদৰ গৰাকী বেক্কাছ্ দেৱ। তেওঁ আকৌ এইবাৰ আন এটা ফন্দি লগাবৰ দিহা কৰিলে। বাছক্-বনীয়া চাই বৰচাঙৰপৰা লাওপানীৰ ছোৰাহী এটা ল'লে আৰু ঠিক যিটি সময়ত ভাল্কান্ দুখে-ভাগৰে লাল্কাল্ দিব লগীয়া হয়, সেই সময়তে খুৰি বাটি এটাত লাওপানী এঢোকলোকা বাকি মুখৰ আগত আথে-বেথে দাঙি ধৰিলে। লাওপানীৰ মল্মলীয়া গোন্ধে একে টিলিকতে ভালকানৰ মন মুহি মহ্মহীয়া কৰি পেলালে। কেইবাবাটিও মদ ঢক্-ঢক্কৈ পেটৰ তলি পালেগৈ। তাৰ পিছত তেওক ফুচুলাই এক কথাৰপৰা পিছল্মাবলৈ সৰহ সময় নালাগিল। বিজুলী বেগে গৈ জুনক মুকলি কৰি দিলে আৰু মাক-বাপেকৰ লগত লেৰেবা দেৱতাৰ খৰিয়াল গুচি দুনাই সনা-পিঠা হ'ল।

অলীম্পাছত দুদিন থাকি যাবলৈও ভাল্কানৰ ইচ্ছা নগল। কোনেও তেওক খটু-বান্ধ দি ধৰিও নাৰাখিলে। অৱশ্যে দেৱতাসকলৰ লগত তেওৰ মিলিৰালি সদায় দিনৰ কাৰণেই থাকিল। এটনা পৰ্ব্বতলৈ ঘূৰি গৈ দেৱতাসকলৰ কাৰণে পদে পদে আচৰিত আচৰিত বস্তু তৈয়াৰ কৰিবলৈ ধৰিলে। তাৰ ভিতৰত বীৰ জেছনে হত্যা কৰা নাকৰপৰা জুই-আওনি ওলোৱা যাড়কেইটা আৰু বীৰ একিলিছে পিন্ধা যুদ্ধৰ বৰ্ম্মটোৱেই যাই। আজিকোপতি যেতিয়া ভাল্কানে কমাৰ-শালত নাই লো পিটিবলৈ লাগে, এটনা পৰ্ব্বতৰ বুকুৰপৰা নীলা আকাশৰ বুকুলৈ জুই-ধোঁৱা উগাৰি উঠে।

# আহানি কালৰ এজন মহাবীৰ

কথাতেই কয়, 'বালী বীৰ, বলি বীৰ, অঙ্গদ হনুমান; নহবও নুপাজিবও কর্ণৰ সমান'। পিছে আহানিখন কর্ণৰ নিচিনা আৰু এজন বৰ বীৰ আছিল। তেওঁৰ নাম হাৰ্কিউলিচ্। হাৰ্কিউলিছে পেন্দুকনা হৈ থাকোঁতেই দুহাতে দুটা ডাঙৰ সাপ মুচৰি মাৰিছিল। দেৱতাসকলৰ ৰাণী জুনই তেওঁৰ মাকক পেটে পেটে কিবা কাৰণত বেয়া পাই আছিল। তাৰে পোটক তুলিবলৈ বুলি জুনই দুমাহ নে এমাহৰ কেঁচুৱা হাৰ্কিউলিছক মাৰিবলৈ দুটা 'বয়াগোন্' সাপ পঠিয়ালে। সিহঁতক দেখি কেঁচুৱা ৰাখি থকা ধাইজনীয়ে টেটু ফলা চিঞৰ শোধালে। চক্‌মক্ খাই সাৰ পাই হাৰ্কিউলিছে এখান এখান হাতে দুখনেৰে সাপ দুটাৰ ডিঙি চেপি ধৰিলে। দুয়োটা অলপ পৰ ধৰ্‌ফৰ্ বাৰ্‌ফাৰ্ কৰি মৰি থাকিল। বটো বাতৰ কোনো দেখিছে, কোনো নেদেখিছে, নিজৰ চকুকে পতিয়াব নোৱৰা হ'ল।

ইয়াকেই বোলে, 'যি মূলা বাঢ়িব তাৰ দুপতীয়াতে চিন'। হাৰ্কিউলিচ্ ডাঙৰ হৈ এজন অদ্ভুত বীৰ হ'ল। বৰ বেছি বল বুজাবলৈ হ'লে আজিকোপতি য়ুৰোপৰ মানুহে 'হাৰ্কিউলিছৰ বল' বুলিহে কয় আমি যেনেকৈ কওঁ 'ভীমৰ বল'। আমাৰ মহাভাৰতৰ ভীম জানো এনেকুৱা বীৰ আছিল?

সকাতে হাৰ্কিউলিছক জুনই মাৰিব নোৱাৰিলে। সেই বুলি ৰাণীয়ে চেষ্টা এৰি নিদিলে। হাৰ্কিউলিছৰ গোটেই জীৱন নানা বিঘিনিৰে ভৰা। এখন যুঁজৰ পিছত আন এখন যুঁজ, এটা দৈত্য মৰাৰ পিছত আন এটা দৈত্য মৰাত লাগিবলৈ তেওঁ সদায় সাজু থাকিব লাগিছিল। কোনো বিপদলৈকে তেওঁ কেৰেপ্ নকৰিছিল

আৰু জুন'ই বিপদৰ ওপৰত বিপদে জাপি দিলেও তেওঁ সকলোবোৰ হেলাৰঙে পাৰ হৈছিল।

জুন'ৰ চকুত লাহে লাহে টোপনি নোহোৱা হৈ আহিল। এইবাৰ তাই নতুন এক কূট বুধি পাঙিলে। হাৰ্কিউলিছে সকলো দুখ-কষ্টকে সহিব পাৰে, কিন্তু সহিব নোৱাৰে লোকৰ গোলাম হোৱাটো। গতিকে জুন'ই বুকু চাই একামোৰ বন্দৱাই দিলে; হাৰ্কিউলিছক ৰাখিলে আৰ্গছ্ দেশৰ ৰজাৰ তলতীয়া কৰি। উতন্দুৱা প্ৰকৃতিৰ আমাৰ বীৰে গোলামিৰ বোজাখন বৈ দিনে-ৰাতিয়ে ভোত্‌ভোতাই, গোৰ্‌গোৰাই থাকিব লগীয়া হ'ল। এইবোৰ দেখি-শুনি তেওঁলৈ ৰজাৰ পুতৌ উপজিল আৰু তেওঁক মাতি আনি ক'লে, তেওঁ যদি বাৰটা অতি টান কাম কৰি দিব পাৰে, তেতিয়া হ'লেই আৰু ৰজাৰ চাকৰ খাটিব নালাগে। হাৰ্কিউলিছ্ তিনি জাপ মাৰি উঠিল; তেওঁতো সদায় টান, সাহসৰ কামকেইহে কৰিবলৈ বিচাৰে।

এটাৰ পিছত এটাকৈ হাৰ্কিউলিছ্ বাৰেওটা আচৰিত কাম কৰি অঁতালে। এই কামকেইটাৰ কথা ক'বলৈ গ'লে একো পৰ্ব্ব মহাভাৰত হ'ব। এক উশাহতে মাথো কৈ থওঁ, ৰজাই ভাৰ দিয়া কামৰ ভিতৰত দৈত্য-পিশাচ বধ কৰা, বায়ুৰ নিচিনা বেগী ঘোঁৰা আৰু আন বনৰীয়া জন্তু জীয়াই জীয়াই ধৰি অনা, তয়াময়া ৰণ কৰা, এইবোৰেই আছিল। এই আটাইবোৰ কাম ওৰ পেলাই হাৰ্কিউলিছ্ ৰং মনে দেশ চাবলৈ ওলাল।

আমাৰ বীৰ পুৰুষ গৈ গৈ এখন নতুন ৰাজ্য পালে। সেই ৰাজ্যৰ ৰজাৰ একেজনী ধুনীয়া জীয়েক, ডেয়েনিৰা। তাত অলপ দিন থকাৰ পিছতে হাৰ্কিউলিছে এই ধুনীয়া ৰাজকুঁৱৰীক বিয়া কৰিবৰ ইচ্ছা ৰজাক জনালে। ৰজাই কথাষাৰ শুনি পেটে পেটে ৰং পালেও লগতে বেজাৰো লাগিল। ডেয়েনিৰাক আগতেই এখন নৈৰ জলকোঁৱৰলৈ বিয়া দিম বুলি ৰজাই কথা দি থৈছিল; এতিয়া তেওঁ মহা বিপাঙত পৰিল। শেষত এয়ে ঠিৰাং হ'ল, হাৰ্কিউলিছ্

আৰু জলকোঁৱৰৰ মাজত এখন মালযুঁজ হ'ব; যিয়ে জিকে, ৰাজকুঁৱৰী তেওঁৰ হ'ব।



মালযুঁজ পাতি ধুনীয়া কুঁৱৰী বিয়া কৰিবলৈ যোৱাটো কেনেবা কেনেবা লাগে, নহয়নে? পিছে দুয়ো বীৰে এনেকৈ জেওঁ ভাঙিবলৈ পাই ৰংহে পাইছিল। হাৰ্কিউলিছে জানিছিল, তেওঁ জিকিবই জিকিব। জলকোঁৱৰো ইপিনে শুদা-শুদি বিধৰ লোক নহয়। তেওঁৰ যিহে মায়া,—চকুৰ টিপতে নিজৰ ৰূপ এৰি ডাঙৰ ডাঙৰ জন্তুৰ ভেশ ধৰিব পাৰিছিল। গতিকে তেওঁয়ে হাৰিব, এনে কথা সপোনতো নাভাবিছিল।

যুঁজৰ সময় হ'ল; দুয়ো বীৰ হাঁহি-মুখে যুঁজৰ ঠাইত থিয় দিলেহি। ৰজাই যুঁজ লাগিবৰ চিঞৰ দিলতে ইজনৰ ওপৰত সিজন জঁপিয়াই পৰিল। থৈয়া-নথৈয়া যুঁজ হ'ল। বাঘৰ আগত

ছাগে ডেৰা-ডেৰি কৰাৰ দৰে হাৰ্কিউলিছৰ আগত জলকোঁৱৰৰ জানো তিষ্ঠিব পাৰে? এবাৰ হাৰ্কিউলিছে তেওঁৰ দুই বাহুৰে চেপা মাৰি ধৰি মাটিত এঠেকোচা দিব খুজিছিলহে; এনেতে, জলকোঁৱৰে হৰণন্যুকি



হাৰ্কিউলিছে তাৰ দুই শিঙত ধৰি তাক ঘঁচালাৰিবলৈ ধৰিলে

মায়া কৰি এটা সাপ হ'ল আৰু চেঙেলী মাছ পিছলাদি হাৰ্কিউলিছৰ সাৱটৰপৰা সুলকি গ'ল। আমাৰ বীৰে এনে পান্দৰ-বুধ দেখি গৰজি উঠিল; কাষে হাঁহি এটা মাৰি ক'লে, "হেঃ, তই ভাবিছ, ইমান কৰিয়ে মোৰ হাতৰপৰা ৰক্ষা পাবি! তই জানো নাজান, পেন্দুকনা কালতে মই তোৰ তিনি জোখাৰ একোটাইত সাপৰ টেটুঁ চেপি আইধা পেলাইছিলো বলি?"

এতিয়াহে এই মায়া-সাপৰ ডিঙি মোচৰ খালেহেঁতেন কিন্তু হাৰ্কিউলিছে তাক ধৰিবলৈ নৌ পাওঁতেই সি ছাঁ হৈ উৰি গ'ল। তাৰ ঠাইত এতিয়া এটা ভটৰা বলধ শিং জোঁকাৰি জোঁকাৰি থিয় হৈ আছে। সি হাৰ্কিউলিছৰ কালে ভেৰোৱাকৈ চাই এটা চোচা ল'লে। হাৰ্কিউলিছেও তাৰ দুই শিঙত ধৰি তাক পেলাই লৈ বোন্দা-মেকুৰী-ঠেকেচা দিলে। খুঁজ চোৱা বাইজে হাৰ্কিউলিছৰে জয় হ'ল বুলি চিঞৰিবলৈ ধৰিলে।

জলকোঁৱৰৰ পুনৰ নিজৰ বেশ ধৰি আমাৰ বীৰৰ ওচৰত হাৰ মানি ল'লে। শুৱনী ৰাজকুঁৱৰী হাৰ্কিউলিছৰ বিয়াৰ কইনা হ'ল।

# বসন্তৰ পৰশ

গ্ৰীচৰ দক্ষিণ ফালে ঢৌৰে খলক তুলি থকা ভূমধ্য সাগৰৰ বুকুত মনোৰম দ্বীপ ছিচিলি। তাতে একালত আছিল এগৰাকী দেৱী। নামটি তেওঁৰ চিৰিছ্। তেওঁৰ এনেকুৱা শকতি, তেওঁ হুকুম বুলিলেই পৃথিৱী শস্যেৰে নদন-বদন হয়। তেওঁ নাই বুলিলেই পৃথিৱী খৰাং লাগি বন-পাত এডালো দেখিবলৈ নোহোৱা হয়। এই বহল পৃথিৱীখনৰ লাখ-নিলাখ মানুহৰ দুবেলা দুমুঠি মিলিছিল চিৰিছৰ প্ৰসাদতহে।

চিৰিছৰ আছিল এজনী ৰূপহী জীয়েক। তাইলৈ দেৱীৰ নিজৰ জীউটোৰ সমান মৰম। তাইৰ নাম প্ৰছাৰ্পিন।

প্ৰছাৰ্পিন যেনে ৰূপহী তেনে ধাতালীও। তাইৰ মুখখনি বগা কুসুম ফুলৰ নিচিনা। নীলা-বৰণীয়া চকুযুৰি দেখিলে শৰৎ কালৰ পুৱতী আকাশৰ কথা মনত পৰে। তাইৰ দীঘল সোণবৰণীয়া চুলিটাৰে মনলৈ আনে সোণোৱালী বেলিৰ পোহৰৰ কথা। নাকটিও যেন তিল-ফুলহে। মুঠতে তাইক দেখিলে এনেহে লাগে, যেন বসন্তৰ উচলি পৰা সকলোখিনি সৌন্দৰ্য্য গোট খাই তাইৰ ৰূপ ধৰি আছে।

প্ৰছাৰ্পিন যেনে ধুনীয়া, তাইৰ দিনবোৰো গৈছিল তেনে সুখ-উলাহৰ মাজেদি। কেতিয়াবা তাই মাকৰ লগত ধাননি পথাৰত ইখন-সিখনকৈ লাঙনি-পাচনি কৰিছে। কেতিয়াবা বা আকৌ ধেমালিৰ লগৰীহঁতেৰে ফুলনিৰ মাজে মাজে আৰু হাঁহিৰ খলকনি তুলিছে, জাউৰিয়ে জাউৰিয়ে নাম গাইছে; হিয়াৰ উলাহত নাচি-বাগি উত্ৰাৱল হৈছে।

পাতালৰ ৰজা প্লুট'—আগতে কৈ আহিছো। আন্ধাৰ দেশৰ

নিজান কাৰেওত বেচেৰাই দিনবোৰ নিয়ায়। ভূত-প্ৰেতৰ ছায়া-মূৰ্ত্তিৰ বাহিৰে দেখা পাবলৈ বা তুআষাৰ কথা পাতিবলৈকো কেও নাই। এনে ঠাইত ৰজা হ'লেই বা সুখ জানো কিবা আছে ? বেচেৰাই মাজে সময়ে তুই এগৰাকী দেৱীক তেওঁৰ সোণৰ আসনত লগ হৈ বহিবলৈ কাৰোকৈ খট্-বান্ধ দি মাতি আনে। পিছে কোনেনো বাৰু সৰগৰ নন্দন-ভোগ, বেলিৰ পোহৰ এৰি মৰা মানুহৰ আন্ধাৰ দেশত থাকিবলৈ ভাল পাব ?

এদিনাখন ৰথত উঠি বিন্ধ্যশবদে পৃথিৱীৰ ওপৰেদি প্লুট' যাব লাগিছে। হঠাতে ওচৰৰ ফুটুকানিৰপৰা ৰাংচালী মাত আৰু সুৰীয়া হাঁহিৰ ৰোল তেওঁৰ কাণত পৰিলহি। ৰথ ৰাখি, ৰথৰপৰা নামি, জোপোহা-বোৰ ফালি জুমি চাই দেখে, এ'চলমান গাভৰুৱে আমাৰ প্ৰছাৰ্পিনক বেঢ়ি লৈ হাঁহিৰ খলকনি তুলি মৌ-মেল পাতিছে ; তাইৰ গালে আটাই-বোৰ ফুল দলিয়াইছে। সিহঁতক দেখি ৰজাৰ গা বাইজাঁই লাগিল। প্ৰছাৰ্পিন আছিল জাকত-জিলিকা। প্লুট'ই তৎক্ষণাৎ তাইক বিয়া কৰোৱাটো খাটাং কৰিলেই। ভাবিলে তাইৰ পোহৰেৰেই আন্ধাৰী নৰকো পোহৰি থাকিব। 'মন কৰিলেই চন্' ভাবি তেও লাহেকৈ ছোৱালীহঁতৰ আগত গা দেখা দিলে।

ছোৱালীহঁতে ভয়ত চিঞৰি গছৰ পাত সকৰালে। যমৰ কিম্ভুত-কিমাকাৰ মূৰ্ত্তি দেখি বেচেৰীহঁতৰ চূৰ্ত্তি হেৰাল ; আখৈ ওফাৰাদি উফৰি চিটিকি পলাল। প্লুট'ই সেই ছেগতে প্ৰছাৰ্পিনৰ হাতত ধৰি ৰথত উঠিল। ভীম-বেগে ৰথৰ ঘোঁৰাই মাটিয়েদি ছুটি মেলিলে।

চিঞৰিছে কেনেবাকৈ গম পায় বুলি পোন বাট এৰি অঁকাই-পকাই প্লুট' যাবলৈ ধৰিলে। সৰ্বশেহত প্লুট' এখন নৈৰ পাৰ পাই-ছেগৈহে, বুৰবুৰণি কাঢ়ি থৌকি-বাথৌকিকৈ নৈখন যেন তিনিফাল-চাৰিফাল হ'বলৈ ধৰিলে। নৈৰ পানীত ৰথ ৰাখিবলৈ যমৰো সাহ নহ'ল। আন এটা বাটে যাবলৈও বহুত পৰ গহৰি হয় ! ইপিনে লাগিলে চিঞৰিছে ভু পাই সেইখিনি পকহিয়েই !

কাণ্ড বেগতিক দেখি প্লুট'ই হাতত থকা ৰাজদণ্ডডালেৰেই মাটিত চাৰিটা ঠোকৰ মাৰিলে। কিনো আচৰিত কথা! বসুমতীয়েও ফাট মেলিলে; ঘোঁৰাই-ৰথ-সমন্বিতে সকলো পাতালৰ আন্ধাৰৰ গৰ্ভত নোহোৱা হ'ল।

প্ৰছাৰ্পিনে বেছ বজিছিল যে সেই নৈখনত জলকুঁৱৰীয়ে তাইক চিনি পাইছে সেইদৰে উখল-মাখল লগাইছিল। সেই বাবে ৰথখন মাটিৰ ভিতৰলৈ সোমাওঁ নৌ-সোমাওঁতেই তাই কঁকালৰপৰা কৰ-ধনিডাল একুৱাই নৈখনৰ পানীলৈ মাৰি পঠিয়ালে! আশা কোনো-প্ৰকাৰে জানোচা কৰধনিডাল মাকৰ হাতত পৰেগৈয়ে। তেনেহলে তেওঁ মাকে শৰপৰাই তাইৰ উৱাদিহ উলিয়াব পাৰিব।



ভীম বেগে ৰথৰ ঘোঁৰাই মাটিয়েদি ছুটি মেলিলে

সাঁজ লাগিল। ঘৰে ঘৰে শলিতা লগালে। চিৰিছ ঘৰলৈ উভতি আহিল। কিন্তু ঘৰৰ দুৱাৰদলি পাওঁতেই মনটো যেন চেবাই গ'ল! আন দিনাখন হ'লে মাক অহা দেখিলেই প্ৰছাৰ্পিন লৰি পদূলি-মুৰ পায়গৈ। ইটোৰ পিছত সিটোকৈ চিৰিছে ঘৰৰ চুক-কোণ আটাইবোৰ চালি-জাৰি চালে। কিন্তু ক'তো জীয়েকৰ চিন-

মোকাম দেখা নেপালে। ওচৰৰ জুই ওলোৱা পৰ্ব্বত এটাৰ মুখৰ জোৰ একুৰা জ্বলাই, পথাৰবোৰ চ'লাথ কৰিবলৈ ধৰিলে। পল পলকৈ নিশা শেষ হৈ আহিল। পূবেদি বগা দাঁড় দেখা দিলে। ক'তো প্ৰছাৰ্পিনৰ শুং-স্বৰ নোলাল। দেৱীৰ বুকুত শোকে খুন্দা মাৰি ধৰিলে।

চিৰিছ ঘৰং আকণিকে নৰ'ল। জীয়েকক বিচাৰি এদেহে-বৈদেহে ঘূৰিবলৈ ধৰিলে। তিল-দ'ল ভাঙি দিনে-ৰাতিয়ে হাতত জ্বলা জোৰডাল লৈ ঘূৰিব লাগিছে। সংসাৰখন একেবাৰে পাহৰি গ'ল। নিজৰ কৰ্ত্তব্যলৈ কাণসাৰকে নকৰা হ'ল। ফলত দেশে দেশে খেতি পৰিল। কেয়োপিনে খৰাং হ'ল। যি এদিন শস্য-শ্যামল নন্দন-বদন হৈ উপচি পৰিছিল, সেই আকালে দেখা দিলে। খাবলৈ নেপাই মানুহৰ হাৰে-ছালে লাগিল। আলৈ-বিলৈ অসহনীয় হোৱাত মানুহবোৰে একগোট হৈ শস্যৰ কাৰণে কাণ দিবলৈ চিৰিছ দেৱীক স্তুতি-মিনতি জনালেহি। প্ৰছাৰ্পিনক বিচাৰি বিচাৰি ইপিনে দেৱী হাবা-থুৰি খাইছে। কোনো ফাললৈকে কাণ-মন দিবলৈ, কাৰো কথা শুনিবলৈ তেওঁৰ আহৰি নাই। তথাপি মানুহবোৰৰ কাতৰ মিনতি আওকাণ কৰিব নোৱাৰি, দেৱীয়ে তেওঁৰ অৱশ চকু দুটা তুলি প্ৰজাসকলক মাথোঁ ইয়াকেই ক'লে, প্ৰছাৰ্পিনক বিচাৰি নোপোৱালৈকে আন কোনো কথা ভাবিবলৈ তেওঁৰ আহৰি নাই। নিৰুপায় হৈ সকলো প্ৰজাই জুপিটাৰক প্ৰাৰ্থনা শুনালেগৈ, যেন সোনকালে চিৰিছে প্ৰছাৰ্পিনক ঘূৰাই পায়।

সাত সাগৰ তেৰ নদী পাৰ হৈ কিমান দিননো ঘূৰিছে, চিৰিছৰ নিজৰে লেখ নোহোৱা হ'ল। অনাই-বনাই বহুত দিনৰ মূৰত তেওঁ আকৌ ছিচিলি পালেহি। এদিনাখন এখন নৈৰ দাঁতিয়েদি যাওঁতে এটা ঢৌ আহি তেওঁৰ ভৰিৰ ওচৰতে কিবা এটা আছাৰ মাৰি পেলাই থৈ গ'ল। বুটলি চাই দেখে, সেইডাল জীয়েকৰ কঁকালৰ কৰধনি। ডুগালেদি হোৰ্‌হোৰ্‌কৈ চকুলোৰ গঙ্গা-যমুনা

ক'বলৈ ধৰিলে। এনেতে তেওঁ দেখা পালে, পানীৰ মাজত কিবা এটাই বৰ বেচিকৈ ধৰ্বৰণি কাঢ়িব লাগিছে। তাক যেন কৈছে, "মই এই নিজৰাটোৰ জলকুঁৱৰী। মই আহিছো পৃথিৱীৰ একেবাৰে তলিৰপৰা। হে দেৱী আই চিৰিচ, পাতালৰ ৰজাৰে সৈতে তোমাৰ জীয়েৰাক সিংহ-পীৰাত বহি থকা দেখিলোঁ। দেউতা! চাওঁ চকু মোৰ। সেই মুখখন দেখিলে বৰ দুখ লাগে দেও! তেনেই শেঁতা পৰি গ'ল। কান্দি কান্দি চকুযোৰ ৰঙা ফুল যেন হৈছে। বাৰু, মই এতিয়া আহিলোঁহে। মোৰ কাৰণে বেলিৰ পোহৰ, ধুনীয়া আকাশ, সকলোৱে বাট চাই আছে নহয়।"

চিৰিচে টটাভুকটাকৈ জুপিটাৰৰ কাষ পাই ক'বলৈ ধৰিলে "মোৰ ছোৱালীজনী কোনে ক'ত লুকুৱাই থৈছে, মই সকলো খবৰ পালোঁ। এতিয়া তাইক মোৰ ওচৰলৈ আনি দিয়া। মই তাইক পালেহে পৃথিৱী আকৌ শস্যৰে সেউজীয়া হ'ব। মানুহে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাব।"

চিৰিচৰ দুখ দেখি আৰু ভোকে-লাঘোণে শুকাই চিৰিচটা যেন হোৱা মানুহবোৰৰ কথা ভাবি জুপিটাৰৰ বুকু পুৰিবলৈ ধৰিলে। তথাপিও নিজৰ মনৰ ভাব প্ৰকাশ নকৰি তেওঁ ক'লে, "তোমাৰ জীয়েৰা পৃথিৱীলৈ উভতি আহিব পাৰে, যদিহে তাই মৃতৰ দেশত একোটিকে মুখত দিয়া নাই।"

কথাষাৰ শুনি আনন্দত উত্ৰাৱল হৈ দেৱী পোনচাটেই পাতাল পালেগৈ। কিন্তু, প্ৰচাপিনে ইমান দিনে একোকে খোৱা নাছিল যদিও, সেই দিনাখনহে ছটা ডালিমৰ গুটি মুখত দিছিল। এতিয়া তাৰে এটা এটা গুটিৰ ধাৰ শুজিবলৈ বছৰি একোমাহকৈ পাতালত থাকিবলৈ যাব লগীয়াত পৰিল।

এতিয়া বছৰৰ ছমাহ প্ৰচাপিন পাতালত থাকে। যিদিনাই তাই পাতাললৈ যায়, সেই দিনাৰপৰাই চিৰিচে ক'ৰবাত মুখ লুকুৱাই কান্দিবলৈ আৰম্ভ কৰে, পৃথিৱীখনো বেজাৰেৰে পূৰ হয়। গছৰ

পাতবোৰ তললৈ সৰি পৰে। ধুনীয়া ফুলবোৰ চকুত বাঁটি দিবলৈও নোহোৱা হয়।

কোনোৱে আকৌ কয় প্ৰছাৰ্পিন নিজেই হেনো বসন্ত কাল। তাই নেথাকিলেই পৃথিৱীখন মৰুভূমিৰ দৰে খৰাং আৰু আহি পালেই আকৌ মনোহৰ হৈ পৰে। পৃথিৱী ফুলেৰে ৰমক্-জমক্ হয়; চৰাই-চিৰ্কতিৰ মাতেৰে ৰজন্-জনাই যায়; ঋতুৰাজ বসন্তই প্ৰকৃতিৰ গাত সৌন্দৰ্য্যৰ পৰশ বুলাই দিয়ে।

# চিকাৰী ৰাণীৰ শাওপাত

চুটি-মুটি ব্যাধৰ সাজটো পিন্ধি, এজাক গাভৰু লগত লৈ ডায়েনাই বনে বনে চৰাই-পহু মাৰি ফুৰে। কিন্তু বাছক্-বনীয়া ৰূপহী হ'লে ডায়েনাৰ চিকাৰৰ লগৰী হ'বলৈ আশা কৰাটি দুৰাশা। কাৰণ উৰি-নাওঁ-পখিলা, ধুনতী নহ'লে আনৰে আকৌ চিকাৰী গাভৰু ডায়েনাৰ খুটি আহিলেই হৈছে! চিকাৰ কৰি কৰি যেতিয়া ভাগৰ লাগেগৈ, তেতিয়া গছৰ ছাঁ আৰু আঁৰ-বেৰ থকা জুৰিৰ পাৰত জিৰণি লয়। পাৰৰ পানীত থকা শিলত বহি, লৰি লৰি ঘামত তিতা হাত-ভৰিবোৰ ধোৱে আৰু শীতল পানী চুচলু খাই কোমল ঘাঁহনিৰ ওপৰত দীঘল দি দি পৰে। এই গাভৰু চিকাৰীহঁত জিৰোৱা গছে-বেৰা নিজান ঠাইত ভৰি দিবলৈ কোনেও সাহ নকৰিছিল।

এক্‌টিয়ন্ নামে আছিল এজন ডেকা। চৰাই-পহুৰ পিছে পিছে হাবি-বন চ'লাথ্ কৰি ফুৰাই আমাৰ ডেকাৰ জীৱনৰ যেন এটা মহৎ কাম। এক্‌টিয়নৰ কুকুৰকেইটাও বৰ দাইল। কেনেবাকৈ হৰিণাৰ গোন্ধ পালেই সিহঁতে তাক বগৰাই নেপেলায় মানে নেৰিছিল।

এদিনাখন নন্তুপৰ হাবিয়ে হাবিয়ে লৰি এক্‌টিয়নৰ শৰীৰ ভোকে-ভাগৰে জলাঞ্জলি দিব লগীয়া হ'ল। জিৰাবৰ কাৰণে এডোখৰ ঠাই বিচাৰি ইফালে-সিফালে চকু ঘূৰাই চাওঁতেই তেনেই কাষৰতে বোৱঁতী পানীৰ কলকলনি শুনিবলৈ পালে। পানীৰ শব্দ অহাৰ ফালে ঠাহ্ খাই থকা গছৰ ডাল কেইটামান আঁতৰাই কেইখোজমান গৈয়ে ভেওঁ ভৰি দিলেগৈ নৈৰ পাৰৰ সেই মুকলি ঠাইডোখৰত। দেখিলে, ডায়েনাৰ লগৰীহঁতে বননিত বহি-শুই জুৰ লৈছে! ঠিক সেই সময়তে চিকাৰী ৰাণী পানীলৈ নামিব খুজিছে। হঠাতে ডেকা

৩—

এজন দেখি ৰাণী থমকি ৰ'ল। খং আৰু লাজত মুখ ৰঙা-ক'লা পৰিল। চিঞৰি চিঞৰি ক'লে, "মৃত্যুৰ বশৱৰ্ত্তী নৰ-মনিছ হৈ কোনটো সাহেৰে তই মোৰ এই গুপ্ত গাইলৈ আহিছ? এইটো ঠিক জানিবি, আজিয়েই তোৰ আইধা পৰিল। তই আৰু কেতিয়াও মানুহৰ সমাজলৈ ঘূৰি গৈ আমাক এনেকৈ দেখাৰ কথা কৈ মালিতা মাৰিবগৈ নোৱাৰ।"

বিজুলী-ঢেৰেকনিৰ মাজেৰে ডায়েনাই এই কেইআষাৰ কথা কৈ ঢেকাৰ মুখলৈ কেইটোপালমানহে পানী মাৰি পঠিয়ালে, লগেলগেই মহা অঘটন ঘটিল। চিৰকুমাৰী ডায়েনাৰ ঠানুৰা শৰীৰ আৰু ভূৰকাঁসা মুনিৰ নিচিনা উগ্ৰ খং দেখি এনেয়ে একটিয়নক বাঘ-মোৰে ধৰা যেন কৰিছিল। এতিয়া আৰু কিবা এআষাৰ ক'ব খুজিও ক'বলৈ মুখ মেলিব নোৱৰা হ'ল। চাই থাকোঁতে থাকোঁতেই চিকাৰী ডেকা হৰিণ এটা হৈ পৰিল। ভয়ে-বিস্ময়ে নিজৰ শৰীৰটোলৈ বাৰে বাৰে চাবলৈ ধৰিলে। কেনে হৰিণৰ শৰীৰ কিমান দিন দেখিছে! অথচ, নিজৰ দেহা হৈও আজি সি একটিয়নৰ একেবাৰেই অচিনাকি। কিহে পালে, কিহে খালে, গুণোতে গাথোঁতেই নিজৰ চিকাৰী কুকুৰজাকৰ ভুকভুকনি দূৰৈৰ শুনা গ'ল। মৰণৰ শৰণ দি সি লৰিবলৈ ধৰিলে। পিছে, পলাই সাৰিবলৈ নৌ পাওঁতেই এটা কুকুৰে তাৰ শিংকেইটা দেখা পালে। কুকুৰটোৱে কুকুৰৰ দোৱানেৰে তাৰ লগৰ কেইটাক সেই বাতৰি দিলে। পিছ মুহূৰ্ত্তেই গোটেইজাক কুকুৰ হৰিণ ৰূপী একটিয়নৰ ওপৰত জঁপিয়াই পৰিল। মাৰোঁ-জীওঁ-সোঁ-আধিকৈ বেচেৰা লৰিবলৈ ধৰিলে। তীৰ-বেগে হাবিৰ মাজেদি গছ-বন ফালি আগ বাঢ়িছে, কিন্তু শিংকেইটা সৰু সৰু গছৰ খাজত জোঁপোটা খাই লাগি ধৰিলে। এককাবলৈ চেষ্টা কৰিলে হয়; কিন্তু সেইদৰে শিংকেইটা এককাবলৈ টনা আঁজোৰা কৰোঁতে অৱশ হৈ মাটিত পৰিহে গ'ল। লগে লগেই কুকুৰজাক একটিয়নৰ গাৰ ওপৰত পৰি বঁদো-বখলিওৱা দি চিৰাচিৰ কৰি পেলালে।

# মকৰাৰ জাল

ভূমধ্য সাগৰৰ দক্ষিণ দিশে টৌৰাই থকা মনোৰম গ্ৰীচ দেশ। দেশখনিৰ গছ-বন, নৈ-নলা সকলোৰে শোভা চালে চকু ৰোৱা। প্ৰকৃতি আয়েতে যেন নিজে তাত সেউজীয়া হাত বুলাই ৰূপালী ৰং চৰাইছে।

সেই মনোৰম গ্ৰীচ দেশৰে এখন মহানগৰীৰ কথা। আৰেকনী নামে তাত আছিল এজন নিপুণ শিপিনী। সোনতে আৰেকনীৰ মাক-বাপেক আছিল ডাল-দৰিদ্ৰ। কোনোমতে দিন যক, কাপোৰ নাফাটক কৰি পেটে-ভাতে মাথোন এমুঠি খাই থাকে। সিহঁত আছিল, সেই কাৰণে, পৃথিৱীৰ ভিতৰতে সৰাতোকৈ নিমাখিত প্ৰাণী। কৈছোৱেই নহয়, আৰেকনী গাভৰু আছিল নিপুণ শিপিনী। সূতা কটা, কাপোৰ বোৱা, কাপোৰত ফুল-জালী তোলা কামত তাইক কেৱে বলে নোৱাৰিছিল। আৰেকনীৰ এই কামিলা গুণৰ যহত মাক-বাপেকৰ টোকোৰা-পঁজা ধন-ধান আৰু সুখৰ হাঁহিৰে ভৰ-পূৰ হৈ পৰিল।

আমাৰ কাজী শিপিনী গাভৰুৱে ভেৰাৰ নোমৰ সূতাৰে এনেহে ধুনীয়া ধুনীয়া ঠগৰ ফুল-জালী বাছিছিল, তাই টাকুৰীটো লৈ সূতা কাটোঁতে এনেহে ৰূপহীজনী হৈ পৰিছিল যে, হিল-দ'ল ভাঙি দেশৰ মানে ডা-ডাঙৰীয়া, বা-বিষয়া, ফা-ফুকন আৰু আইচু-গাভৰুহঁত আহি কাষতে বহি তাই কাম কৰা চাই থাকে। গোটেই গ্ৰীচ দেশতে আৰেকনীৰ নাম যশস্যা মৃগনাভিৰ সুগোন্ধৰ দৰে বিয়পি পৰিল। আৰেকনীয়ে বোৱা, আৰেকনীয়ে কাজ কৰা কাপোৰ ৰজা-ৰাজকুমাৰ সাউদ-সদাগৰসকলেহে অতি সৰহ ধন দি কিনে। তাইৰ যহত

তাইৰ মাক-বাপেকে কোঢ়ানাৰে চপোৱাদি ধন-সোণ চপাবলৈ ধৰিলে।

সুখ-সন্তোষেৰেই আৰেক্‌নী, আৰু মাক-বাপেকৰ দিনবোৰ উকলি গৈছে। আৰেক্‌নীৰ মুখ সদায় হাঁহিৰ মোকোৰাৰে পূৰ। মাক-বাপেকৰ আশীৰ্ব্বাদত তাইৰ শিৰ উপচি পৰিল। বঢ়া-বুঢ়ীয়ে কেতিয়াবা জীৱনৰ দুখেভৰা আগচোৱাৰ কথা কৈ হুমুনিয়াহ কাঢ়ে। কিন্তু ভাবে, জীৱনৰ এই বাকী শেহ-চোৱা এনেদৰে ভালে-কুশলেই যাব। ভাবিলে হ'ব কি, 'বাঁহৰ একাল, মানুহৰ একাল'। মানুহৰ-পৰা দহোমুখে প্ৰশংসা পাই আৰেক্‌নী গপত ফেন্দি গঙ্গাটোপটো যেন হ'ল। তাইৰ মান চতুৰা শিপিনী কিনিও লোকত নহ'ব, এই দম্ভই তাইৰ মনত ইমানকৈ শিপাই ল'লে যে, সেই ভাবৰ বাহিৰে অইন কথাই তাইৰ মনত ঠাইয়েই নোপোৱা হ'ল। এদিন কথাৰ চলতে তাই এফাইডাল মাৰি কৈয়ে পেলালে, "মই যদিও এজনী সামাইন্ নৰ-মানিছৰ ছোৱালীহে, তেও বুলি শিপিনী-কামত মিনাৰ্ভা দেৱীয়েও মোৰ লগত ফেৰ মাৰিব নোৱাৰে।"

মিনাৰ্ভা দেৱীনো আকৌ কোন, জানিছানে নাই? মিনাৰ্ভা হ'ল আমাৰ সৰস্বতী আইৰ দৰে গ্ৰীকসকলৰ পুথি-পাঁজি আৰু জ্ঞানৰ গোসানী। তেৱেঁই আকৌ আমাৰ শ্ৰীচণ্ডী দেৱীৰ নিচিনাকৈ ৰণ-বিগ্ৰহৰ অধিষ্ঠাত্ৰী দেৱী। তাৰ উপৰি, আজৰি আহৰিৰ সময়ত মিনাৰ্ভা দেৱীয়ে আৰেক্‌নীৰ নিচিনা কামো কৰিছিল কপাহী আৰু উন্ সূতাৰ কাপোৰত ফুল-বুটা তুলিছিল। এই তেন কালিকা লগা দেৱীৰ লগত আৰেক্‌নীৰ দৰে ভেঁটকলি ছোৱালী এজনীয়ে আকৌ ফেৰিয়া-ফেৰি কৰিবলৈ যায়!

দেৱতাসকলে সকলো কথাকেই সহিব পাৰে; কিন্তু দম্ভালি মৰা কথা তেওঁলোকৰ অসহনী হৈ উঠে। আৰেক্‌নীৰ কথা শুনি মিনাৰ্ভাই পোনতে আচৰিত মানিছিল। পিছত আৰেক্‌নীৰ ইমানটো ফিটাহিৰ কি কাৰণ হ'ব পাৰে, তাকে চাওঁ বুলি পৃথিৱীলৈ নামি অহাকে ঠিৰাং কৰিলে।

যেনে মন, তেনে কাম। তিলেকৰ ভিতৰতে লচ্‌পচী মিনার্ভা হৈ পৰিল এজনী সুঁতুৰী বুঢ়ী। মূৰত মৰাপাট যেন শুকুলা চুলি। লাখুটিৰ ওপৰত ভৰ দি হেকেৰ্-পেকেৰ্‌কৈ খোজ পেলালে; যেন ভৰি চলাব নোৱৰা অলৰ অৱস্থাহে।

আৰেকনী বহি আছে সূতা কাটি কাটি ঘৰৰ নিজ খোটালিটোত। চাৰিওকাষে পাইৰ ফোপযন্ত্ৰী-ৰঙাইৰ কথা। একাণপতীয়াকৈ শুনি হয়ভৰ দি মূৰ লৰাই থকা তাইৰ উপাসকৰ জুম। সোণোৱা-মুৰ্হ মিনা ভাও বহকহি সেই জুমৰ মাজত। আৰেকনীৰ মুখ নিজৰ প্ৰশংসাত লাওপানী-কচ্‌পাত। খৰিকাত খৰিকা বঢ়াই কাণৰ বিদ্ধা ভাঙৰ কৰাৰ দৰে, কথাত কথা বাঢ়ি গৈ, তাইযে মিনার্ভাতকৈও বোৱা-কটাত একাঠি চৰা, সেই কথা শুনালে।

এতিপাৰে নিতাল মাৰি থকা আমাৰ বুঢ়ীৰ ফটা মুখ ইমানতে মেল খালে। আৰেকনীৰ কানত আলফুলকৈ হাত বুলাই মাত লগালে, "মোৰ আই, মোৰ সোণকণি, এই বঢ়ায়ে সংসাৰৰ এবুৰি-এৰ্জৰা খুন্দা-খুন্দালি খাই এইকোচা চুলি পকালোঁ। ইয়াৰ ভিতৰত বহুত ঠেকিলোঁ, বহুত দেখিলোঁ, বহুত শিকিলোঁ। আইটী, এই পেলাই থোৱা বুঢ়ীৰ কথা শুনা। পিথপাখনৰ কাটনী তিৰোতাহঁতৰ মাজত, বোৱনাইতৰ ভিতৰত তুমি মহাৰাণীৰ দৰে হৈ থাকা কিন্তু সোণটি, সেই বুলি, দেৱতাৰ লগত নিজক ৰিজাবলৈ যোৱাটো নুশুৱায় হ'লে দেই, মই ক'লোঁ এক। তুমি এতিয়া মোৰ আগতে মিনার্ভা গোসানীক লেটিয়াই যি কেইআষাৰ কথা ক'লা, সেইকিষাৰ শুনিবলৈ বৰ অকুৰ্ৰূপ হৈছে। বাক, গোসানীৰ ওচৰত যি অপৰাধ লগালা, লগালা আৰু। গোসানীৰ খেমা বিচাৰাঁ। তেওঁৰেই ইবাৰৰ দোষ খেমিবহে খেমিব, এই কথা মই ন দি ক'ব পাৰোঁ।"

কিন্তু ফলে বিপৰীত হ'ল। বুঢ়ীৰ সজ কথা মদগৰ্ব্বী আৰেকনীৰ কাৰণে সাপক গাখীৰ দিয়াৰ দৰে হ'ল। তাইৰ কপালৰ শাঁঠিয়ে থোপা পাতিলে, খঙত মুখৰ গঢ় কুঞ্চিত হৈ পৰিল। তাইৰ মুখৰপৰা

ছুটা-মুটাকৈ মাত ওলাল, “কুঠনী বুঢ়ী, কথা নাই কথা ক'বলৈ আহিছ, গৰু পেলাই গা ধুবলৈ আহিছ। প্ৰকিতি লৰিলে মানুহৰ এনেকুৱাই হয় হ'ব পায়। তোৰ মিনাৰ্ভা সতিনীয়েৰেক পঠিয়াই দিবি, মোৰ লগত এবাৰ তাইৰ শকতি জুখি চকহি। তেতিয়া তয়ো জানিবি মই সঁচাই কৈছোনে মিছাই মাতিছো। তাই দেখোন এতিয়াই মোৰ ভয়ত ভগৱন্ত পলোৱাদি পলাই আছে। নহ'লে ইমান 'দিনে মোৰ ওচৰলৈ নাহিলহেঁতেননে?”

বুঢ়ীৰ হাতৰপৰা লাখুটিডাল সৰি পৰিল। মুখৰপৰা ওলাল, “চা চোনেহঁতে, আহিল মিনাৰ্ভা!”

চকুৰ পচাৰতে বুঢ়ী নোহোৱা হ'ল। আৰেক্নীৰ চকুৰ আগত দিব্য জেউতিৰে ঠিয় দি ৰ'ল সাক্ষাৎ মিনাৰ্ভা গোসানী। কোঠাত থকা সকলোৱেঁ মাটিত পৰি গোসানীক সেৱা জনালে, পাৰত পৰি কাকুতি কৰিলে। কিন্তু আৰেক্না?

আৰেক্নীৰ মুখ এধানিকে দোঁ নাখালে। তাইৰ মুখত ভয়-শঙ্কাৰ একণি চিনো কোনেও দেখা নাপালে। মূৰ্খৰ দৰে, অহঙ্কাৰীৰ দৰে, মিনাৰ্ভাক মাতিলে ৰণ দিবলৈ।

আৰু এটি কথাও খৰচ নকৰাকৈ সেই দেৱতা আৰু পথালি-চকুৱা মনিহ ছোৱালীজনী দুখন তাতৰ পাটত বহিল। মুহূৰ্ত্তৰ ভিতৰতে গৰকাৰ ঘট্ ঘট্, বাঁচৰ চট্ চট্, মাকোৰ চৰট্ চৰট্ শব্দ উঠিল দুয়োখন শালৰপৰা। চুলিৰ আগতে জীউটো বান্ধি কোঠাৰ মানুহবোৰ ভেলেঙা লাগি থিয় দি চাই ৰ'ল। দেহি ঐ, কিবা হয়, কিবা নহয়! সকলোৰে অৱস্থা—ফাট দিয়া বসুমতী, পাতালে লুকাওঁ।

ঘট্ ঘট্, চট্ চট্, চৰট্ চৰট্—গৰকা, বাঁচ, মাকোৰ মাতৰ উখল-মাখল লাগিল।

চাই থাকোঁতেই মিনাৰ্ভাৰ তাতৰ তোলোঠা ঘূৰিল। কাপোৰৰ মাজ ভাগত তাহানিৰ দেৱতাই যুঁজ কৰা ৰণৰ ছবি ওলাল।

চাৰিও কাষৰত আকৌ দেৱতাৰ দ্ৰোহ আচৰা নৰ-মনিছৰ কি দশা হয়, তাৰ চিত্ৰ ফুটি উঠিল। এতিয়া আৰু কাৰো বুজিবলৈ বাকী নাথাকিল, আৰেকনীক গোসানীয়ে সামৰিবৰ উপক্ৰম হৈছে।



আগত দিব্য জেউতিৰে থিয় দি থকা
সাক্ষাৎ মিনাৰ্ভা গোসানী

ইফালে বেচেৰী আৰেকনীও উজুটিত পৰি মৰা বিধৰ প্ৰাণী নহয়। তাঁইৰ গাল ৰঙা পৰিবলৈ ধৰিলে। উশাহ-নিশাহ ঘন হৈ

আছিল। তাইৰ পাঁজি-সেৰা যেন আঙুলি কেয়োটি বতাহত চঁপা-কলি লৰাব দৰে খৰকৈ লৰিবলৈ ধৰিলে। তাইৰ কাপোৰৰ চৰাই-বোৰৰ উৰণীয়া পাখিৰ চট্‌চটনি যেন কাষৰত থিয় হৈ থকাসকলৰ কাণত পৰিল। তাইৰ কাপোৰৰ পানীৰ ঢৌৱে যেন গোটেইখন খলক্ লগালে সাগৰৰ পাৰৰ গৰাত খুন্দিয়াই খুন্দিয়াই। ডাৱৰ-বোৰেও যেন সঁচাসঁচি আকাশৰ ওপৰে ঢাপলি মেলিলে। কিন্তু তাই কিহৰ চিত্ৰ তুলিলে, ক'ব পাৰা? প্ৰত্যেকটো চিত্ৰই যেন ক'লে, দেৱতাবো ভুল হয়। হায় আৰেক্‌নী!

আৰেক্‌নীয়ে মাকো থৈ দেৱীৰ ফালে মুখ ঘূৰাই চালে। পিট্-কলি ছোৱালীজনীৰ দম্ভালি দেখি যদিও খঙৰ ভমকুত মিনাৰ্ভা তমোময় হৈ আছিল. তথাপি তেওঁ সৈমান হৈ ক'লে. "অঁৰিয়া-অঁৰিত আৰেক্‌নীয়েই জিকিল।" কিন্তু এইদৰে সৈমান হ'ব লগীয়া হোৱাত গোসানীৰ খং এগুণৰ ঠাইত হ'ল তিনিগুণ। মিনাৰ্ভাৰ খঙে-ৰাগে উতলি থকা মুখখন দেখি হঠাৎ আৰেক্‌নীৰ চেতনা আহিল. দেৱতাৰ লগত ফেৰ মাৰি তাই কি মহাভুলকে নকৰিছে! কিন্তু নিজৰ মূৰ্খতা বুজি অনুতাপ কৰিবৰ কাৰণে এতিয়া আৰু সময় ক'ত? ইয়াকেই কয়. খঙত পেট কাটি ছমাহলৈ শুকনী খোৱা।

মিনাৰ্ভা গোসানীয়ে শালৰপৰা আৰেক্‌নীৰ কাপোৰখন আঁজোৰ মাৰি আনি চিৰাচিৰ্ কৰি ফালি পেলালে। নিজৰ শালখনৰপৰা মাকোটো হাতত লৈ দেৱীয়ে আৰেক্‌নীৰ মূৰত তিনিটা মাৰ মাৰিলে।

আৰেক্‌নীও আকৌ শুদাশুদি বিধৰ ছোৱালী নহয়। তাইৰ যেনে অহঙ্কাৰ, দেৱতাৰ হ'লেও এনে অতপালি সহি থকা টান হৈ পৰিল। মজিয়াত পৰি থকা ডোল এডাল হাতত তুলি ল'লে। তাইৰ লাজ-অপমানৰ ওৰ পেলাবলৈ সেইডালেৰে ফাঁচ লৈ মৰিলেইহেঁতেন। পিছে, মিনাৰ্ভাইহে জানিবা তাইক ধৰি ৰাখিলে।

গোঁসানীয়ে ক'লে, "মূৰে ভৰি কঢ়া ছোৱালী, তই মৰিব নেলাগে। এতিয়াৰপৰা তই এডাল সূতাত ধৰি ওঁলমি থাকিবি; আৰু বংশ-

অনুক্ৰমে তোৰ ঘৰৰ সকলোৰে সেই একে শাস্তিয়েই হ'ব।"

কথা-আষাৰ কৈ উশাহ সলাবলৈ নৌ পাওঁতেই আৰেকুনাৰ চুলিবোৰ ডালি ডালি হৈ সৰি পৰিল। মুখটোও হৈ পৰিল ইমান ইমান সৰু যে শৰীৰটো তাৰ তুলনাত হাবিত লাগি থকা ৰঙালাওটোৰ লেখীয়াকৈ পৰ এটা যেন লগা হ'ল। শৰীৰটোও অৱশ্যে আগতকৈ বহুত সৰু হ'ল। তাইৰ পাঁচটা সেৰা যেন আঙুলি গুচি কুঞ্চিত মকৰাৰ ঠেং হৈ পৰিল। তাই সূতা এডালত ধৰি ওলমি আগৰ দৰে সূতা কাটিয়েই থাকিল।

ভূমধ্য সাগৰৰ বুকুত কত ঢৌ উঠিল আৰু ঢৌ মাৰ গ'ল। কিন্তু সেই কাজো কাটনী, বোৱনী, শিপিনী আৰেকুনী গ'ল ক'লৈ? ঘৰৰ আওহতীয়া চুকত আজিও তাই মকৰাৰ বেশে সূতা কাটি কাটি, জাল বৈ বৈ, তাইৰ পূৰ্ব জনমৰ অপৰাধৰ পৰাচিত কৰণ লাগিছে।

# প্ৰতিধ্বনিৰ জন্ম

প্ৰতিধ্বনি দেখিছানে ?

বহুতেই চাগৈ প্ৰশ্নটো শুনি উচাপ খাই উঠিব। প্ৰতিধ্বনিও আকৌ দেখে! আমি সৰুতে দিখৌ নৈৰ বালিৰপৰা কাৰবাক চিঞৰি মাতিলেই সিপাৰৰ গৰাৰপৰা কোনোবাই শিঞৰি দিছিল। কোন দুষ্টই শিঞৰিছিল বাৰু? প্ৰতিধ্বনিয়ে। শিৱসাগৰৰ শিৱ-দ'ল জয়-দ'ল চাবলৈ গৈ ভিতৰ সোমাই, অলপকৈ কথা এটা ক'লেই চাৰিওফালৰ বেৰৰপৰা কোনোবাই ফুচ্ফুচাই শিঞৰি দিছিল। ই আকৌ কি কথা! ৰহস্য কথা ক'বৰ শক্তি আছেনেকি? নহয়, সেয়া প্ৰতিধ্বনিহে। তেনেহ'লে প্ৰতিধ্বনিক দেখা নাপাও কিয়? এইদৰে সদায় লুকাই থাকি মানুহৰ কথায় কথায় শিঞৰাটো তাইৰ ভাল কথা হৈছে জানো? প্ৰতিধ্বনি অশৰীৰী এটা মাত মাত্ৰ।

আজি প্ৰতিধ্বনি অশৰীৰী মাত এটা মাথোন। এদিন কিন্তু প্ৰতিধ্বনি আছিল এজনী ৰূপহী অপেচৰা। আন অপেচৰাৰ দৰে তাইয়ো এদিন নিজান বনত হাঁহি আৰু গীতৰ খলক্ তুলিছিল; তাইৰ নাচোনৰ সময়ত নেপুৰৰ শবদত গছ-লতা নাচি উঠিছিল। নামটি তেতিয়া তাইৰ আছিল ইক'। দেহা ঐ! এনেজনী লাহতী অপেচৰানো কেনেকৈ অশৰীৰী হ'ল? তাইনো নগৰত কি জগৰ লগালে যে, এনে বিলাই হ'ল? তাইৰ জগৰৰ ভিতৰত এয়ে যে, তাই আছিল বৰ কথা-চহকী ভলৃভলীয়া। তাই এনে ৰং লগাই কথা ক'ব পাৰিছিল যে তাইৰ সাধু শুনি লোকে কাম-বন পাহৰি ৰ' লাগি শুনি থাকিছিল।

কোনোদিনাখন দেৱতাৰ ৰাণী জুন'য়ো পৃথিৱীলৈ নামি আহি ইক'ৰ সোৱাদ লগা সাধুবোৰ শুনি শুনি সময় নিয়াইছিল। এদিনাখন

পিছে, জুন'ই ভাবি পালে, জুপিটাৰক সন্তুষ্ট কৰিবলৈহে ইক'ই সাধু-কথাৰে ৰাণীক তেনেকৈ ভোল নিয়াই থয়। কাৰণ অনেক সময়ত জুন' কাষত থকাত জুপিটাৰে আমনি পাইছিল আৰু তেনে সময়ত ৰাণী আঁতৰি গ'লেই যেন তেওঁ সকাহ পায়।

ইক'ৰ আচল মতলব ধৰা পেলাব পাৰি জুন'ৰ খং চুলিৰ আগ পালেগৈ। যি গুণৰ বলত ইক'ই বৰ বচকীজনী বোলাইছিল, সেই মিঠা কথা ক'ব পৰা শক্তিকণ মুহূৰ্ত্তেকতে দেৱ-ৰাণীয়ে শাও দি নোহোৱা কৰিলে। এতিয়া আৰু ইক'ই সমূলিকে কথা ক'ব নোৱৰা হ'ল ; মাথোন আনৰ কথাৰ শেষৰ শব্দটো শিঙ্গাৰিব পাৰে।

নাৰ্চিছাছ নামে আছিল এজন ডেকা। সি দেখাত যেনে কাৰ্ত্তিক তেনে গুৱনী গাৰ বলতো আছিল সেইদৰে আগৰণুৱা। যেয়ে তাক এবাৰ দেখিছে, সেয়ে ভাল পাইছে। কিন্তু সেই ধুনীয়া, বলী ডেকাজনৰ হিয়া এখন যেন নাছিল! নিজৰ বাহিৰে আন কাকো নাৰ্চিছাছে ভাল নাপাইছিল।

এদিনা নাৰ্চিছাছ্ এখন হাবিত কেইজনমান লগৰীয়াৰে সৈতে ঘূৰি ফুৰিছে। বাটতে এপাহ বনৰীয়া ফুল ধুনীয়া হৈ ফুলি থকা দেখি ছিঙিব খোজোঁতেই তাৰ লগৰীয়াইত কেনিবা আগ বাঢ়ি গ'ল। নাৰ্চিছাছ্ অকলশৰীয়া হ'ল। লগৰীয়াইতক বিচাৰি অলপ দূৰ গৈয়ে নাৰ্চিছাছ্ ইক' থকা হোলোং গছজোপাৰ তল পালেগৈ। তাক দেখা মাত্ৰই ইক'ৰ প্ৰেম সম্পজিল ; হাবিয়ে হাবিয়ে নাৰ্চিছাছৰ পিছে পিছে খোজ ল'লে। তুআষাৰ কথা ক'বৰ কাৰণে তাইৰ মন উত্ৰাৱল হ'ল। কিন্তু হায়! ইক'ই যে এতিয়া কথা ক'ব নোৱাৰে।

নাৰ্চিছাছে লগৰীয়াইতক বিচাৰি চাপৰলৈ ওলমি থকা গছৰ ডালবোৰ হাতেৰে আঁতৰাই বাট উলিয়াই উলিয়াই গৈছে। ইক'ই হাতত সাৰে ভৰিত সাৰে নাৰ্চিছাছৰ পিছ লৈছে। এনে গতিৰেই বহুতো সময় গ'ল।

শৈহান্তৰত নাৰ্চিছাছে বাটৰ উভতিদিহ নোপোৱা হ'লগৈ। কি কৰিব, উপায় নাপাই শূইনলৈ চাই মাত লগালে, "কোনোবা আছেনে ইয়াত ?" ইক'ই পুংকৈ গছ এজোপাৰ আঁৰত লুকাই টুপ্ কৰি মাত দিলে, "ইয়াত।"

নাৰ্চিছাছে ভাবিছিল, সেই নিৰ্জন হাবিত তেওঁৰ বাহিৰে আন কোনো নাই। কোনোবাই মাত লগোৱা শুনি আচৰিত হ'ল! চাৰিওফালে চালে। কাকো নেদেখি আকৌ মাতিলে, "এইফালে আহা।" ইক'য়ো মাতিলে, "আহা।"

ডেকা দোধোৰমোৰত পৰিল। চকুৰে কাকো দেখিবলৈ নাই! অথচ তাৰ প্ৰতি আষাৰ কথাৰ উত্তৰ দিছে কোনোবাই, তাকো তেনেই কাষৰপৰাই! সি মাত লগাই, নানা প্ৰশ্ন সুধি ইফালে সিফালে ঘূৰিলে। ইক'ই প্ৰত্যেক কথাৰে একোটা সমিধান দিলে। কিন্তু দেখা দিবলৈ তাইৰ সাহ নহ'ল, জানোচা সেইদৰে শিএৰাৰ বাবে নাৰ্চিছাছৰ খং উঠে। ইফালে আকৌ দেৱতাৰ শাওপাতৰ হেতুকে তাই নিশিএৰাৰিও নোৱাৰে। বেচেৰী!

নাৰ্চিছাছ অতিপাত অধৈৰ্য্য হ'ল। ক'লে, "দেখা দিয়া চোন, দেখা নিদিয়া কিয় ?" ইক'ই ৰংমনে কথা আষাৰৰ সমিধান দি গছজোপাৰ আঁৰৰপৰা ওলাই নাৰ্চিছাছৰ ফালে লৰ দিলে।

তাই নাৰ্চিছাছৰ নিচেই কাষ পালেগৈ। কিন্তু হিয়াৰ চেনেহ বুজাবলৈ যে তাইৰ জিভা দোৰোল নাখায! তাই ভাবিলে, নাৰ্চিছাছৰ ডিঙিত সাবটি ধৰি তাইৰ মনৰ কথা বুজাব। কিন্তু আমাৰ ডেকাৰ সেই কথা পছন্দ নহ'ল। কোনোবাই তাৰ ওচৰত প্ৰেম নিবেদন কৰিব, এই কথা তাৰ সহ্য নহয়। সি ইক'ক ঠেলা মাৰি উচাট্ মাৰি হাবিৰ মাজত সোমালগৈ।

বেচেৰী ইক'ৰ হিয়া নাৰ্চিছাছৰ নিমৰমিয়াল আচৰণে তেনেই মুজুৰা-পেলালে। তাই হুমুনিয়াহ কাঢ়ি চকুলো টুকি বেজাৰ কৰি, হাবিৰ মাজত মুখ লুকুৱাই বু'ল। সেই নিমৰমিয়াল ডেকাৰ কথা

ভাবি তাইৰ হিয়া দহিবলৈ ধৰিলে, তাইৰ মুখৰ তেজ নপৰা হ'ল। দিনে-নিশায় তাই কান্দিলেহে কান্দিলে; তথাপি তাইৰ হিয়া নাপাতলিল। অন্ নামেৰে এটা খুদ-কণো পেটলৈ নগ'ল। মুখৰ বৰণ শেঁতা পৰিল। শৰীৰ শুকাই সোণৰ খৰিকা যেন হ'ল। সৰ্বশেষত তাইৰ দেহটো একেবাৰেই লোপ পালে। মাতটোৰ বাহিৰে ইক'ৰ একোৱেই নোহোৱা হ'ল।

সেই দিনৰ পৰা ইক' হাবি-বননিৰ আঁৰত লুকাই থাকিবলৈ ধৰিলে। আজিলৈকে কোনেও তাইৰ লাৱণ্য-ভৰা তাৰ মুখনিৰ ছাটো পৰ্যন্ত দেখা পোৱা নাই। কিন্তু আজিও তাইৰ মাতটো পৰ্বতৰ গৰাত লুকাই আছে। আজিও কোনোবাই ডাঙৰকৈ কথা ক'লে মাতটোৱে কথাষাৰৰ সমিধান দিয়ে।

# প্ৰতিবিম্বৰ ভালপোৱা

যি নাৰ্চিছাছে ইক' নামৰ ৰূপহীৰ ভালপোৱা ভৰিৰে ঠেলি আঁতৰি গ'ল, সেই নাৰ্চিছাছ এদিন নিজৰ ভাল পোৱাতে নিজে মগন হ'ল।

কথিত আছে, নাৰ্চিছাছৰ জন্ম হোৱাৰ পিছত মাকে তাক কোলাত লৈ এজন দৈৱজ্ঞৰ কাষ পালেগৈ। সুধিলে, "কেঁচুৱাটো বয়সলৈকে জীয়াই থাকিবনে নাথাকে?" গণিপঢ়ি চোৱাৰ পিছত দৈৱজ্ঞই ক'লে, "যদি সি নিজকে চিনি নাপায়, তেনেহ'লে থাকিব পাৰে।" কথা আষাৰৰ সাৰ-মৰ্ম্ম তেতিয়া কোনেও টং কৰিব নোৱাৰিলে। কিন্তু এতিয়া আমি জানিম, কেনেকৈ নাৰ্চিছাছে নিজকে চিনি পাই জীৱনৰ ওৰ পেলালে।

চৰাই-পখী মনাৰ দৰে ডেকা নাৰ্চিছাছৰ আহ্লাদৰ কাম অইন একো নাছিল। পুৱাৰপৰা নিশা এডোখৰলৈকে কান্ধত কাৰ্ফাই আৰু কাঁড় একোকোচা পেলাই লৈ হাবিয়ে-বননিয়ে পিট্‌পিটাই ফুৰাই তাৰ স'ত।

এদিনাখন এটা পহুৰ পিছে পিছে এবেলামান পৰ ঢপলিয়াই ঢপলিয়াই ফুৰাৰ ফলত ভাগৰত, উত্তাপত নাৰ্চিছাছৰ শৰীৰ তেনেই জঞ্জলি দিলে; সি হাবিৰ মাজত গছৰ ছাঁৰে আৱৰা এটুকুৰা শীতল ঠাইত লুকাই থকা এটি নিজৰাৰ কাষ চাপিল।

নিজৰাটিৰ দোঙা বান্ধি থকা পানীডৰা আছিল ফটিকৰ দৰে নিৰ্ম্মল। নাৰ্চিছাছে পানী খাবলৈ মুখখন হাওলাইছে। এনেতে পানীত এখন আটক-ধুনীয়া মুখ দেখি চক খাই উঠিল। যিমানে সি মুখখনলৈ ঘূৰি ঘূৰি চালে, সিমানে মুখখন অধিক ধুনীয়া দেখিবলৈ

ধৰিলে। চাওঁতে চাওঁতে নাৰ্চিছাছ্ পৰিল ভালপোৱাৰ জালত! কিন্তু সেই ভালপোৱা হ'ল নিজৰ প্ৰতিবিম্বৰ প্ৰতি !!

পানীৰ মনোমোহা প্ৰতিবিম্বটিলৈ চাই নাৰ্চিছাছে মৰম লগাই কথা ক'লে। পানীৰ ভিতৰত পোৱাল-ৰঙা ওঁঠ দুটিয়ে একে কোমলভাৱে যেন উত্তৰ দিবলৈ যত্ন কৰিলে। নাৰ্চিছাছে মিচিকিয়াই হাঁহিলে। পানীৰ সেই ভোটা তৰা যেন চকু দুটিয়েও মিচিকিয়া হাঁহিৰে নিমাত সম্বিধান জনালে। নাৰ্চিছাছে ঠাঁৱে-চিঞঃাৰে প্ৰতি-বিম্বক মাতিলে। প্ৰতিবিম্বয়ো ঠাঁৱে-শিঞঃাৰে নাৰ্চিছাছক মাতিলে। নাৰ্চিছাছি মূৰটো চপৰাই প্ৰতিবিম্বৰ কাষৰি চাপিল। প্ৰতিবিম্বয়ো সেইদৰে নাৰ্চিছাছৰ মুখত মুখ লগাবলৈ চাপি আহিল।

নাৰ্চিছাছে তাৰ চেনেহৰ পাত্ৰক হাতেৰে পৰশ কৰিবলৈ হাতখন আগ বঢ়াই দিলে। কিন্তু কি আচৰিত কথা! স্নেহাস্পদ কেনিবা আঁতৰি গ'ল! পানীত হাত লাগি ঢৌ তুলি দিয়াত খেলিমেলি লাগি প্ৰতিবিম্ব নোহোৱা হ'ল। পানীখিনি থিৰ হ'লত আকৌ প্ৰতিবিম্বই দেখা দিলে।

দেহী বেচেৰা নাৰ্চিছাছ! কিমান গাভৰুৱে তাক স্নেহ যাচিছিল। এই সকলো তুচ্ছ কৰি এৰি থৈ এতিয়া সি নিজৰ ছাঁটোৰে ভাল পোৱাত মচগুল!

সিদিনাৰেপৰা বেচেৰাৰ ভোক-পিয়াহ হৰিল। শয়নত নিদ্ৰা নহা হ'ল। মনত দুখত ভোজন হ'ল অসমৰ্থ।

দিন নাই, নিশা নাই, নিজৰাৰ পাৰত থাকনিত দীঘল দি পৰি একেৰাহে পানীত নিজৰ ছাঁটো চাব লাগিছে। ৰাতি পুৱাইছে। সাঁজৰ ছাঁ নামি আহিছে। সেইবোৰলৈ আমাৰ ডেকাই কেৰাহিকৈও চাবলৈ আজৰি পোৱা নাই। উদয়গিৰিৰ ওপৰেদি যেতিয়া পুৱাতে এপ'লই ৰথ চলাবে, পানীদোভাৰ মুখখনি পুৱতীয়া বেলিৰ সোণালী পোহৰেৰে ৰঙচৰা হৈ উঠে। নিশা হ'লে, ডায়েনাই ৰূপালী ৰথত উঠি যাত্ৰা শুৰু কৰিলে; বেচেৰাই নিজৰ ৰূপত ৰং চৰা সৌন্দৰ্যালৈ

ৰ' লাগি চাই ৰ'ল। হিয়া মতলীয়া হৈ উঠিল।

দিনক দিনে নাৰ্চিছাচ খীণাই-শুকাই খেৰৰ সণি যেন হ'ল। গালৰ ৰঙচুৰা বোল নোহোৰা হ'ল। শেহান্তৰত এদিন বন-কুঁৱৰী, জল-কুঁৱৰীহঁতে দেখা পালে, বেচেৰা মৰি পৰি আছে।



পানীৰ মনোমোহা প্ৰতিবিম্বটিলৈ চাই নাৰ্চিছাচে
মৰম লগাই কথা ক'লে।

নাৰ্চিছচাৰ নিমৰমিয়াল স্বভাৱেই হৈছিল ইক'ৰ মৰণৰ কাৰণ। তেও বুলি, বেচেৰীয়ে তাৰ বলিয়ালি আৰু দুৰ্দ্দশা দেখি মনে মনে

বৰ বেজাৰ পাইছিল। তেতিয়া হতাশাত নাৰ্চিছাছে হুমুনিয়াহ কাঢ়ি কৈছিল, "হায়! কি হ'ল!" অশৰীৰী ইক'ই বেজাৰ মনা মাতেৰে সেই কথাষাৰকে দোহাৰি কৈছিল, "কি হ'ল!" নাৰ্চিছাছে শেষ নিশাহ পেলোৱাৰ আগতে পানীৰ ছাঁটোলৈ চাই কৈছিল, "হায় ধুনীয়া ডেকা, মিছাতেই তোক ভাল পালোঁ। আজি আৰু বিদায়।" গছৰ আঁৰৰপৰা ইক'য়ো মেলানি মাগিলে, "বিদায়।"

গ্ৰীকসকলে হিন্দুৰ দৰেই মৃতকৰ শৱ-সংকাৰ কৰিছিল চিতা-দাহ কৰি। জল-কুঁৱৰী, বন-কুঁৱৰীহঁতেও নাৰ্চিছছাক পুৰিবলৈ কাঠ-কুঠ গোটাই এখন চিতা সজালে। যেতিয়া সকলো ঠিক-ঠাক হ'ল, কুঁৱৰীহঁতে হাতে হাতে ফুলৰ মালা লৈ চিতাৰ কাষ চাপিল; কিন্তু দেখে, মৰা শটো তাত নাই। তাৰ ঠাইত এপাহি অতি ধুনীয়া ফুল ফুলি আছে। ফুলপাহিৰ মাজখন সোণ-বৰণীয়া। পাহিবিলাক সুকোমল, বগা। ফুলপাহি নিজৰাৰ পানী-যুঁৰলিতে থিয় দি পানীত পৰা নিজৰ ছাৰ কালে চাউলি হালি-জালি আছে।

আজিও নিজান বনৰ নিজৰাৰ পানী-যুঁৰলিত সেই ফুলপাহিক পানীত পৰা নিজৰ ছাঁলৈ চাই থকা দেখা যায়। ফুলপাহিৰ নাম নাৰ্চিছাছ।

# শিলৰ চকুলো

থিৰছ্ নামে আছিল এক মহানগৰী। তাৰ ৰজা-ৰাণীৰ গজহস্তী যেন সাতটি পুত্ৰেক আৰু দীপ-লিপ সাতজনী ছোৱালী। ৰাণীৰ নামটি নায়ৰী। ধন-জন ঐশ্বৰ্য্য-বিভূতিৰ মাজত নায়ৰীৰ আনন্দ থ'বলৈ যেন ক'তো ঠাই নাই। তাতে আকৌ গজ্-গজ্কৈ সাতোটা ল'ৰা, চিত্ৰৰ পুতলা যেন সাতজনী ছোৱালী। সিহঁত 'কেয়োটাতে ৰাণীৰ মৰম একোপাচিমান। সিহঁতক মূৰত ল'লেও উকণিয়ে খায়, মাটিত থ'লেও পকৰাই পায়! এধানমানি আতৰি-আহৰি পালেই ৰাণীয়ে সিহঁতৰ লগত কিমাননো ধেমালি নকৰিব, কিমানযে আতোপুতো নকৰিব, সিহঁতক কিমানবোৰ সাধু কৈ শুনাব! কেতিয়াবা ক'ৰবাত ঠেহ-পেঁচ পাতিলে কেনেবাকৈ যদি চকুপানী এটোপা দেখা দিলেই চুমাৰেই সেইটোপা ৰাণীয়ে মোহাৰি দিয়ে।

থিৰছ্ ডাঙৰ নগৰ বুলিও অতি ডাঙৰ নগৰ। গতিকে ৰজা-ৰাণীৰ চিন্তা-চৰ্চ্চা কৰিব লগীয়া বিষয়ো আছিল নানা তৰহৰ, নানা বৰণৰ। পিছে, ৰাজাৰ চিন্তাই যিমানেই মূৰত চলুৰে চলুৰে তেল-পানী ল'ব লগীয়া নকৰক লাগিলে, ল'ৰা-ছোৱালীহঁতৰ হাঁহি-খিকিন্দালি কাণত পৰিলেই বা সিহঁতৰ লাহৰী-লুহুৰা হাতৰ এক নিমিষলৈ এটি কোমল পৰশ পালেই ক'ৰবাৰ চিন্তা ক'ৰবালৈ পলাই ঢাপলি মেলিছিল। সেই সময়ত ৰাণী যেন নিজেই ডেও দুপাল পাৰি ফুৰা ছোৱালীজনীহে।

ৰাণীলৈ প্ৰজাৰ বাঘৰ মান ভয়। সেই বুলি ভয়ৰ পৰিমাণে কোনেও তেওঁক ভক্তি নকৰিছিল। ইয়াৰ ঘাই কাৰণটোও আকৌ শুনিলে আচৰিত হ'ব। গোমালোকে জানা, ঘৰখনৰ ভিতৰত নায়ৰীৰ

মান মৰমিয়াল ক'তো পাবলৈকে নাছিল। কিন্তু যেই চালে চকু-ৰোৱা ৰমক্-জমক্ সাজ-পাৰ পিন্ধি ৰাণী ঘৰৰ বাহিৰ ওলাল, তেওঁৰ মান গপত-গেলা, খিংখিঙীয়া আন কোনো হ'ব নোৱাৰে। তেওঁৰ এনেহে মদগৰ্ব্বী মন, তেওঁক দেখিলেই যেন সকলোৱে আঁঠুৰে চুঁচৰি সেৱা ল'ব আৰু ক'ব, "মহাৰাণীৰ সমান চৈধ্য ভুৱনত কোনো নাই। মহাৰাণী-য়েইহে আচল মহাৰাণী।"

থিব্ছ্ চহৰত বছৰি বসন্ত কালি এপ'ল'-ডায়েনাৰ মাক লেট'না দেৱীৰ পূজা-সেৱাৰ উছৱ হয়। সেইবছৰো চলতি নিয়ম ৰাখি চহৰৰ সকলো বুঢ়ী-থেৰী, জীয়ৰী-বোৱাৰী গোট খাই হাতত ফুলৰমালা লৈ পূজাৰ দেউললৈ গৈছে। তিৰোতাৰ সমদলৰ শেহত মহা পয়োভৰে মহাৰাণী। গাত জিক্মিকাই থকা সোণালী বন-কৰা সাজ। অহঙ্কাৰত মুখ ওকন্দাই ভগা পাচিটো যেন কৰি ৰাণী দ'লৰ কৰাপাটত থিয় হ'লগৈ। দ'লৰ ভিতৰত গোট খোৱা আইসকলে তেওঁৰ ফালে মুখ ঘূৰাই মূৰ দোঁৱালে।

নায়ৰীয়ে হাত দাঙি সকলোকে মনে মনে থাকিবলৈ চিঞৰ দিলে। ৰাণীৰ ভয়ত যেয়ে য'তে আছিল ততে তাপ মাৰিলে। বেজী এটা পৰিলেও শুনা হ'ল। মদগৰ্ব্বী ৰাণীয়ে মেঘৰ মাতেৰে বুলিবলৈ ধৰিলে, "থিব্ছৰ তিৰোতাইঁতে যি লেট'নাক এবাৰো চকুৰে দেখাকে নাই, সেই লেট'নাৰ পূজাত ইমান মতলীয়া হৈছহঁক কিয়? মই সোঁ-শৰীৰে তহঁতৰ চকুৰ আগতে থিয় দি আছোঁ। মোৰ ধন নাইনে, মান নাইনে, কি নাই? সেই ধন-মানৰ বহুত মই লেট'নাতকৈ ডাঙৰ নহয়নে? মই ৰাণী; তাই এজনী সামান্য তিৰী। তাইৰ এহাল মাথোন ল'ৰা-ছোৱালী; মোৰ তেনে সাতহাল লহংপহং ল'ৰা-ছোৱালী আছে। মোৰ ল'ৰা-ছোৱালী প্ৰতিটিয়েই এপ'ল'-ডায়েনাতকৈ ধুনীয়া। মই লেট'নাতকৈ অনেক গুণে ডাঙৰ। মোৰ সকলো ধন-দৌলত, আৰু কি ৰাজ-ক্ষমতাকো যদি হাতৰপৰা কোনোবাই কাঢ়ি নিয়ে, তথাপি লেট'নাৰ সাতগুণ ল'ৰা-ছোৱালী

মোৰ থাকিব। যদি কণা বিধতাই সিহঁতৰ আধাখিনিও মানি নিয়ে. সিমানতো মই লেট'নাতকৈ কেতিয়াও সৰু হ'ব নালাগিব। তইঁতে মোৰ কথা শুন; এই মূহূৰ্ত্ততে লেট'নাৰ পূজাৰ থাপনালৈ পিঠি দে, মালাবোৰ দলিয়াই পেলা। এক মাথোন মোকেই তইঁতে পূজা কৰিব লাগিব।"

ৰাণীৰ দম্ভালি দেখি আটাইৰে গা কঁপিবলৈ ধৰিলে, মুখবোৰ জামৰি গ'ল। হাতৰ মালাবোৰ খতাই থৈ সকলো আমনে-জিমনে ঘৰ-মুৱা হ'ল।

ইফালেদি আকৌ থিব্‌ছৰ তেনেই কাষৰতে থকা পৰ্ব্বত 'এটা'ত উঠি লেট'নাই উছৰৰ গতি-বিধি চাই আছিল। বেচেৰীয়ে পৃথিবীত জীয়াই থকা কালত এখানিকে সুখ চাকি চাবলৈ নাপালে দেখি এতিয়া তেওঁক উদ্দেশ্য কৰি গোৰা স্তুতি-গীত শুনিবলৈ লব হেঁপাহ।

নায়ৰীৰ কাণ্ড-কাৰখানা দেখি লেট'নাৰ মনতে বৰ চোট লাগিল আৰু পোন কোবেই এপ'ল' আৰু ডায়েনাৰ কাষ পালেগৈ। তেওঁলোকে ৰাণীৰ দম্ভালিৰ প্ৰতিকাৰ কৰিবলৈ গাত লৈ মাকক নিচুকাই নিজ ঠাইলৈ পঠিয়ালে।

ডাৱৰৰ মাজত সোমাই শৰীৰৰ জেউতি ঢাকি এপ'ল'-ডায়েনা থিব্‌ছ্‌ পালেহি। থিব্‌ছৰ সাতোজন কোঁৱৰ সাতোটা তেজী ঘোঁৰাত উঠি খেল-মাটিত ধেমালি কৰি আছে। এপ'ল'ই এপাটৰ পিছত এপাটকৈ সাতপাট চোকা কাঁড় তূণৰপৰা উলিয়াই সাতোজন কোঁৱৰক ধৰাশায়ী কৰিলে।

কথা বুলিলেই বতাহ। বেয়া বাতৰিৰতো কথাই নাই। সাতোটা কাৰ্ত্তিক হেন ল'ৰা মৰা ভু পাই ৰাণী বলিয়া হোৱাৰ দৰে হ'ল। যেন আছিল তেনেই খেল-মাটিলৈ লৰ ধৰিলে। ৰাজ-কুঁৱৰীহঁতেও মাকৰ পিছ ল'লে। মৰা-শ কেইটা দেখি "মোৰ বোপাইহঁতক'নো কোনে ইমান শত্ৰুৰ শালিলি" বুলি নায়ৰী ঢাঁচকৈ মাটিত পৰি গ'ল আৰু চিঞঁৰত গগন ফালিবলৈ ধৰিলে।

কিন্তু ইমানতো অহঙ্কাৰী নায়বী বইছ্ নহ'ল। দুই হাত জোঁকাৰি জোঁকাৰি চিঞৰি উঠিল, "কাঠ-চিৰীয়া লেট'না, তই মোৰ ওপৰত ভাল হোৰ ৎলিলি! ভাবিছ হ'বলা, ইয়াকে কৰিয়েই তই মোৰ বুকু চূৰমাৰ কৰিবি বুলি? এতিয়াও মোৰ সাতজনী ছোৱালী আছে, লেখ-জোখ নোহোৱা ধন-সোণ আছে। তোৰ আছে লাই-লেচাই দুটা ল'ৰা-ছোৱালীহে।"

নায়বীৰ দুখ দেখি পোনতে এপ'ল' আৰু ডায়েনাৰ পুতৌ উপজিছিল আৰু অলপ অনুতাপৰ ভাবো হৈছিল। কিন্তু যেই নায়বীৰ এই বলকনিবোৰ শুনিলে, দুইৰো খ নুমাৰ খোজা জুইত ঘিউ ঢলাৰ দৰে পুনৰ দুগুণ জলি উঠিল। ডায়েনাই ছপাট বিহ-লগা কাঁড় উলিয়াই ছজনী ৰাজকুঁৱৰীক ককায়েকহঁতৰ লগতে মাটিত শুৱাই দিলে। এজনী মাথোন থাকিল এতিয়া। ৰাণীয়ে তাইক কোলাত লৈ বুকুৰ মাজত চেপা মাৰি ধৰি আটাহ পাৰি কলে, "হে দেৱতাসকল, এই একেজনী মাথোন ছোৱালী মোৰ বুকু জুৰ কৰিবলৈ ৰাখা।" কিন্তু দেৱতাই সেই মিনতি শুনিবলৈ পোৱাৰ আগতেই ডায়েনাৰ ধেনুৰপৰা সপ্তমপাট কাঁড় এৰা খাই আহিল। ৰাণীৰ কথাষাৰ শেষ হ'বলৈ নৌ পাওঁতেই নায়বীৰ সেই পেট-মচা নুমলী ছোৱালীজনীক কাঁড়পাটে বুকুৰে-পিঠিয়ে সী ধৰিলে। তাই এবাৰ মাথোন 'আই' বুলি মাকৰ ভৰিত লুটি খাই পৰি শেষ বাৰলৈ চকু মুদিলে।

সন্তান-সন্ততিহীনা নায়বী মৰা-শ কেইটা আগত লৈ ঠৰঙা লাগি বহি পৰিল। বিনাবলৈ মুখত মাত নাই। পলৰ পিছত পল, দণ্ডৰ পিছত দণ্ড, দিনৰ পিছত ৰাতি, আকৌ দিন বাগৰি গ'ল। এদিন সন্তানৰ গৌৰৱত দেউ-ব্ৰহ্মা কাকো নমনা নায়বী সেই মৰা-শ কেইটালৈ একে ঠাৰে চায়ে থাকিল। বেজাৰে লাহে লাহে শৰীৰক ঠৰঙাতকৈ ঠৰঙা কৰি আনিলে। গাত জীয়া তেজৰ চিন নোহোৱা হ'ল। সেই একেটা বেজাৰৰ চাৰনিৰে চকু দুটা অচল হৈ ৰ'ল। নায়বীৰ

গোটেই শৰীৰ অহল্যাৰ দৰে শিলত পৰিণত হ'ল। দুচকুৰে দুধাৰি চকুৰ পানী।

বহুত দিনলৈকে সেই শোকৰ প্ৰতিমূৰ্ত্তি একে চিনে একে সাচে ভৈয়ামতে আছিল। এবাৰ থিবচ্ছত ভয়ঙ্কৰ ধুমুহা হৈ শিলডোখৰ বা-মাৰলীৰ কোবত থিবচ্ছৰ কাষৰৰ পৰ্ব্বতটোত বহুৱাই দিলেগৈ। আজিকোপতি সি তাতে আছে। চাৰনি শকতি নোহোৱা চকু দুটাৰপৰা এতিয়াও পানীৰ ধাৰ উজৰি-নিজৰি বৈ থাকে। নায়বীৰ যেন আজিও দুখ এধানিকে পাতলা নাই।

# প্ৰতিমাৰ পালা জানো প্ৰাণ

এক

## পাষাণী প্ৰেয়সী

চাইপ্ৰাছ্ দ্বীপৰ দক্ষিণ উপকূলত এমেথাছ্ বুলি বৰ বন্দৰটো। এমেথাছত আছিল এজন পকৈত শিলাকুটি, পিগ্‌মেলিন্। নিজ হাতে কটা শিলাকুটিজনৰ জীৱনত আন আনন্দৰ সামগ্ৰীয়ে ঠাই নাপাইছিল। তেওঁৰ নিখুঁত কামবোৰ দেখি সকলোৱে দহ মুখে শলাগিছিল। কিন্তু সেই শলাগত তেওঁৰ হিয়া ওফন্দি নুঠিছিল। কতজনী গাভৰুৱে এই নিপুণ ভাস্কৰক বিয়া কৰি গৌৰৱ অনুভৱ কৰিবলৈ বিচাৰিছিল! কিন্তু তেওঁ আকৌ তাইহঁতলৈ চকু ঘূৰালেহে হৈছে।

পিছে পিগ্‌মেলিয়নৰ জীৱন-সোঁতত এটা দিন নামি আহিল। সেইদিনা তেওঁৰ ভাস্কৰী সপোন ভাগিল। মনৰ উলাহ কেনিবা উৰা মাৰিলে। তেওঁ যে অকলশৰীয়া, এই কথা মনত লাগিল ভাস্কৰৰ সেইদিনা। পিছে মনত লাগিল বুলিও অতিপাত বেয়াকৈ লাগিল! বাজআলিৰ আৰু জাহাজ-শালৰ মানুহৰ সমাগমলৈ সেইদিনা পিগ্‌মেলিয়নে একেৰাহে চাই আছে। চাই থাকোঁতে থাকোঁতে তেওঁৰ এটা ভাব হ'ল, সংসাৰত একমাত্ৰ তেওঁৰ নিজৰ জীৱনটোৱেইহে নীৰস কৰ্কশ, কঠুৱা। হঠাতেই পিগ্‌মেলিয়নৰ থকা ঘৰটো আকাশৰ দৰে শূইন্ যেন লাগিল। লাহে লাহে এই ভাব বেছি হ'বলৈ ধৰিলে। এই ধুনীয়া ধুনীয়া শিলত কটা দেৱতাৰ মূৰ্ত্তিবোৰে তেওঁক কি দিছে? সিহঁতৰ মাজত থাকি পিগ্‌মেলিয়ন যে অকলশৰীয়া!

বেজেকুৰা ভাববোৰে শিলাকুটিকে বেছি পৰ হেঁচা মাৰি ধৰি ৰাখিব নোৱাৰিলে। ৰাতিপুৱা বেলি উঠোঁতে যেনেকৈ এচাটি সোণোৱালী পোহৰ জঁাপ মাৰি ভৈয়ামলৈ নামি আহে, ঠিক তেনেকৈয়ে এটি স্বৰ্গীয় অনুপ্ৰেৰণা আহি তেওঁৰ অন্তৰত প্ৰৱেশ কৰিলে। ভাস্কৰে এচপৰা বৰফ যেন বগা মাৰ্ব্বল লৈ খৰধৰকৈ কামত লাগিল। অভ্যাসৰ হাতৰ চালনাত হাতুৰী-বটালী কট্-কট্ কুট্-কুট্কৈ চলিল। আকৃতি নোহোৱা শিলে জীৱন্ত যেন হৈ গঢ় ল'বলৈ ধৰিলে। লগে লগে শিলাকুটিৰ মুখত যেন আপোনা-আপুনি ওলাই পৰিল, "হে প্ৰেমৰ দেৱী, এধানমান অনুপ্ৰেৰণা দিয়াঁ। মোৰ হাতত এনে শকতি দিয়াঁ, যেন এই শিলৰপৰাই তোমাৰ গ্ৰহণীয়, তোমাৰ পূজাৰ যোগ্য, এজনী গাভৰুৰ সৃষ্টি হয়।"

কিন্তু পিগ্‌মেলিয়নে তেতিয়াও বুজা নাছিল, ভবা নাছিল, তেওঁৰ সেই সাধনাই সিদ্ধিলাভ কৰিব আৰু তেওঁৰ প্ৰাৰ্থিত বৰ লাভ হ'ব। দেৱীয়ে তেওঁৰ মিনতি শুনিলে, শিল্পীৰ হিয়াত এগৰাকী তিলোত্তমা যেন নিৰুপমা সুন্দৰী কন্যাৰ ছায়া-পুতলা আঁকি দিলে, আৰু সেই ছায়া-পুতলাকে কায়া-পুতলাত পৰিণত কৰিবলৈ হাতত শকতি দিলে। পিগ্‌মেলিয়নৰ হিয়াৰ সেই ছবিখন মাৰ্ব্বলৰ গাত ৰূপ লৈ উঠিল লাহে লাহে। লগে লগে শিল্পীৰ প্ৰাণ সেই মূৰ্ত্তিৰ সৌন্দৰ্য্যত উতলি উঠিল। তেওঁ ভেনাছৰ অনুপ্ৰেৰণাৰ সোঁতত নিজকে এৰি দিলে। কট্ কট্ কট্, কুট্ কুট্ কুট্। হাতুৰী-বটালী যেন আপোনা-আপুনি চলিল।

পিগ্‌মেলিয়ন নিতৌ উপজি পুৱাতে উঠি, বেলিৰ পোহৰ নোহোৱা হোৱালৈকে ওৰেও দিনটো একেটি কামতে নিমগন হৈ থাকে। তেওঁৰ মানত ৰাতিৰ আন্ধাৰ লাগে বৰ নিঠুৰ যেন। কাৰণ, ৰাতি আহে মাত্ৰ তেওঁৰ কামত ব্যাঘাত জন্মাবলৈ। দিনৰ সজাগ অৱস্থাৰ সেই মোহিনী মূৰ্ত্তিৰ ভাববোৰেই যেতিয়া নিশাৰ সপোন হৈ দেখা দিয়ে, তেতিয়াই মাথোন শিল্পীৰ অৱচেতনা অলপ শাঁত পৰে।

মূৰ্ত্তিৰ কাম সম্পূৰ্ণ হওঁ হওঁ। এদিনা হঠাতে আমাৰ শিলাকুটিৰ মনত খেলালে, তেওঁ বহুত দিন এই মূৰ্ত্তিটোত নিমগন হৈ সকলো পাহৰি আছে। কথাটো মনলৈ অহা মাত্ৰকতে তেওঁৰ যেন বৰ লাজ লাগিল। ঠিক কৰিলে, কাইলৈ মূৰ্ত্তিৰ কাম কাতি কৰি থৈ ধনু-কাঁড় লৈ বনলৈ যাব। নতুন দৃশ্য দেখিলে আৰু কামৰ সলনি হলে নিশ্চয় মনত নতুন বল পাব। কিন্তু সেই আশা মিছা হ'ল। পিগ্-মেলিয়নে কলা-ভৱন এৰি বনে বনে ঘূৰিলে হয়, কিন্তু একোতেই তেওঁন মনে শান্তি নেপালে। পছিমৰ বতাহচাতিয়ে সুগন্ধি ফুলৰ সুৰভি উৰুৱাই দিলেহি। ফুলৰ বুকুত বহি বহি ভুন্-ভুনাই মৌ চুহি মৌ-মাখি মতলীয়া হ'ল। ঘাঁহীৰ কাচিয়ে চপ্ চপ্ কৰি ঘাঁহনিত চিক্‌মিকালে। কিন্তু গধুৰ মনেৰে পিগ্‌মেলিয়ন ৰ'ল বহি। তেওঁৰ চকুৰ আগত যেন সমস্ত বিশ্ব শিলত পৰিণত হৈ গৈছে! জীৱ-জগতত তেওঁৰ বাবে যেন ৰস নাই; তেওঁৰ মন-প্ৰাণ সকলো মাৰ্ব্বলৰ প্ৰাণহীন টুকুৰা এটাত সঁপি দিছে!

বেলি বুৰিবলৈ নৌ পাওঁতেই শিল্পী খৰ্‌খেদাকৈ ঘৰলৈ ঘূৰিল। বাটে বাটে ভোৰ্‌ভোৰাই ক'লে, "ময়ো যে আৰু ভাল মূৰ্খ! তাইক এৰি থৈ আহিলো কিয় বাৰু? যদি মই নাথাকোঁতেই তাই কেনিবা গুচি যায়, তেতিয়া কি হ'ব বাৰু?"

হঠাতে শিলাকুটিৰ ভাব হ'ল, তেওঁ এটা মূৰ্ত্তিৰ কথাকে তেজ-মঙহৰ মানুহৰ বিষয়ে কোৱাৰ দৰে কৈছে। নিজৰ বলিয়ালি নিজেই ধৰা পেলাই, তিতা-টেঙা লাগি পিগ্‌মেলিয়নে ওঁঠ দুটা বলেৰে কামুৰি ধৰে।

ঘৰ সোমোৱা মাত্ৰকতে হাতত বটালী লৈ পিগ্‌মেলিয়ন মূৰ্ত্তি কটাত লাগি যায়। খট্ খটাখট্ খট্। খৰকৈ বটালী চলিবলৈ ধৰে। মনৰ উছাহত এক মনেৰে পিগ্‌মেলিয়ন কামত লাগিয়েই থাকে।

ৰাতি তেতিয়াও নৌ পুৱায়! পাকৈত শিল্পীৰ নিপুণ কাৰিকৰী হাতৰ শেষ পৰশ লাগি মূৰ্ত্তি মূৰ্ত্তিমতী সৌন্দৰ্য্য হৈ উঠে—পৃথিৱীৰে

যেন এটি অভিনৱ আশ্চৰ্য্য! সাইলাখ যেন বিশ্বকৰ্ম্মাৰ তিলোত্তমাহে।
মূৰ্ত্তিৰ নিৰুপমাই এখনি হাত মেলি দিছে যেন শিল্পীক সাবটি ধৰিবলৈহে! আনখনি হাতত আকৌ সৰো সৰো হোৱা পাহৰে



মূৰ্ত্তিৰ নিৰুপমাই এখনি হাত মেলি দিছে।

এপাহি বচোৰাৰ গোলাপ। ওঁঠ দুটি যেন অলপ লৰিছে, কিন্তু হাঁহিৰ ভাবত নহয়। শান্ত, গম্ভীৰ মুখখনিত যেন মানুহ-অন্তৰৰ চেনেহ লেপি থৈছে কোনোবাই। শিল্পৰ সুন্দৰীৰ করুণ চকুযুৰিয়ে

শিল্পীৰ কালে অবিৰল করুণাৰ চাটি বৰষিব লাগিছে। কি যে মনোৰম !

আৰু পিগ্মেলিয়ন ? —তেওঁ উত্‌ৰাৱল হৈ চিঞৰি উঠিল, "হায় হায় ঐ, কিয়নো বাৰু মই তোক ৰূপ দি তুলিলো ! তয়েহে মোক শিকালি প্ৰেম-গীতি কি। আনেও প্ৰেমৰ পাঠ শিকে ভাল ; আৰু ময়ো শিকিছো ভাল। দেৱতাই প্ৰাণৰ বুদ্‌বুদ সানি সুন্দৰী নাৰীক পঠিয়াই দিয়ে মানুহক স্নেহ দিবলৈ। দুৰ্ভগা মইহে নিজ হাতে কটা মূৰ্ত্তি এটাৰ ভালপোৱাকে লৈ সন্তুষ্ট থাকিব লাগিব। হায়, যদি এই মূৰ্ত্তিটোক নিখুঁত কৰি লৈ, প্ৰাণ দিব পাৰিলোহেঁতেন !"

কথা কেইষাৰ কোৱাৰ লগে লগে পিগ্মেলিয়নে বুজিলে, তেওঁ এটা মিছা আশা মনত পুহিছে মাথোন। ভালেমান সময় শিল্পীক বেজাৰে খুন্দা মাৰি ধৰি ম্ৰিয়মাণ কৰি থ'লে। শেষত মনটোত অলপ সান্ত্বনা পালে এই বুলি যে তেনে নাহোৱা-নোপজা সৌন্দৰ্যৰ মূৰ্ত্তি একমাত্ৰ তেওঁৰেইহে দিনে-নিশা চাবলৈ পাব, আনে নাপায়। জানোচা আন মানুহ আহি কেতিয়াবা সেই অমূল্য বস্তুৰেখা ছোৰেগিয়েই, এই ঈৰ্ষা আৰু আশঙ্কাত তেওঁ কেইটামান বলী মানুহ মাতি আনি মূৰ্ত্তিটো শোৱনী কোঠালৈ নিয়ালে। তাতে জালী-কটা দেৱালৰ গাত মূৰ্ত্তিটো আতো-পুতোকৈ থাপনা কৰিলে। পেৰা-বোৰ মুকলি কৰি সৰাতোকৈ দামী আ-অলঙ্কাৰ কেইপদ উলিয়াই আনিলে। কিন্তু সেইবোৰো শিলাময়ী সুন্দৰীৰ যোগ্য নহ'ব বুলি ভাবি, এমেথাছ্ বন্দৰৰ প্ৰত্যেকজন সোণাৰীৰ সোণৰ শাললৈকে গ'ল। তাত যিমান পালে সোণ, পোৱাল, মুকুতা, হীৰাৰ আপুৰুগীয়া অলঙ্কাৰ কিনি লৈ শিল্পী ঘৰলৈ ঘূৰিল। লোহোৰা-লুহুৰী পদুমী হাতৰ ঠাৰিত আঁৰি দিলে খাৰু আৰু গুলিয়া। পাঁজিসেৰা-যেন হাতৰ দহো আঙুলিত খুৰাই দিলে বস্তি যেন উজ্জ্বল আঙঠি। ফুল-কুমলীয়া ডিঙিটিত মেৰিয়াই দিলে বাছক-বনীয়া মুকুতা খটোৱা হাৰু। কিন্তু ইমানবোৰ আঁ-আভৰণ পিন্ধায়ো শিল্পী ক্ষান্ত থাকিব

নোৱাৰিলে। প্ৰেমৰ নিৱেদন আৰু মধুৰ কৰিবলৈ ৰাতি পুৱাল-নুপুৱালতে ফুলনিলৈ গৈ সুগন্ধি ফুল এবোকোচামান তুলি আনিলে মূৰ্ত্তিৰ দুটি চৰণত অঞ্জলি দিবলৈ বুলি।

ভক্তি-প্ৰেমৰ আকুল কণ্ঠেৰে শিলাকুটিয়ে শিলাময়ী প্ৰিয়-পাত্ৰীক কাকুতি কৰিলে, "হে নাৰী সৌন্দৰ্যাৰ মোৰ সুখৰ সপোন, মই জানো, কিমান ভালকৈ জানো, তোৰ চলৎ-শক্তি নাই, কথা ক'ব পৰা শকতি নাই। কিন্তু আমৰণ মই তোকেই ভাল পাম; জীৱন্ত নাৰীৰ লগত জীৱন্ত নৰৰ যি সম্পৰ্ক, তোৰে-মোৰে সেই সম্পৰ্ক হ'ল।" মূৰ্ত্তিৰ চৰণ-তলত কোনোবা চহকী খৰিদ্দাৰৰ বাবে গঢ়া সোণ খটোৱা এখানমান বেদী এখনি থাপিলে। বেদীত সুগন্ধি চন্দন জ্বলালে। সেই জুইত আকৌ আৰবীস্তানৰপৰা অনা বহুমূলীয়া ধূপ-ধূনা ছটিয়াই দিলে। শিল্পীয়ে এইদৰে প্ৰিয়পাত্ৰীৰ চৰণত দেৱতাৰ সন্মান নিৱেদন কৰিলে। ভাবিলে, তাই সঁচায় সেই সন্মানৰহে গৰাকী, তাইৰ সৌন্দৰ্য্যৰ লগত জগতৰ শ্ৰেষ্ঠা সুন্দৰীৰো ৰূপৰ তুলনা কৰিব নোৱাৰি।

পুৱা আৰু সন্ধিয়া শিলাকুটিয়ে সেই নন্দনৰ বন্দনীয়া সৌন্দৰ্যাৰ আৰাধনা কৰে। কিন্তু দিনৰ বেলিকা হ'লে পিগ্‌মেলিয়নে মূৰ্ত্তিক তিৰোতা বুলিয়ে ভাবি লয়। কোনো সময়ত তাইৰ ৰূপৰ প্ৰশংসা কৰে; কেতিয়াবা আকৌ ধেমালিৰ ছলেৰে তাইৰ নিবুকা স্বভাৱৰ বাবে মস্কৰা কৰে, কতো বেলা বা নিজকে তিৰস্কাৰ কৰি ক'ব, "মই তোৰ অসাৰ্থক নীৰস লগৰীয়া।" এই বুলি প্ৰেমৰ কাহিনী থকা পুথি এখন মেলি, তাবে এক আধ্যা নিমাতী প্ৰতি-মাক পঢ়ি শুনায়।

পিগ্‌মিলিয়নে যি প্ৰেম কোনো নাৰীক দিব নোৱাৰিলে, সেই প্ৰেম ঢালি দিলে পাষাণী গাভৰুৰ চৰণত।

## দুই

# পাষাণৰ প্ৰাণ

পিগ্‌মেলিয়নে মূৰ্ত্তিটো শোৱনী কোঠালৈ অনাৰ পিছ দিনা। ৰাতি পুৱাবৰ সময়ত বাজ-আলিৰ গীতৰ ৰোল উঠি তেওঁক জগাই দিলেহি। খকামকাকৈ চকু দুটা মোহাৰি খিৰিকীৰ ওচৰত থিয় হৈ দেখিলে, এমেথাছৰ পুৰোহিতসকলে ভেনাছ দেৱীৰ মূৰ্ত্তি এটি এখন ৰথত তুলি লৈ যাব লাগিছে। সেই মূৰ্ত্তিক কাটিছিল পিগ্‌মেলিয়নেই নিজ হাতে। জুই আগুনিৰ বৰণৰ পাটৰ চেলেং এখন মূৰ্ত্তিৰ কান্ধত মাটিলৈকে পেলাকৈ ওলমাই দি পুৰোহিতসকলে ফুৰাবলৈ আনিছে।

এমেথাছৰ এটা প্ৰচলিত ৰীতিয়েই আছিল, বছৰেকত তিনিবাৰকৈ নগৰীয়া প্ৰজাক এনে সমদলে জগাই ফুৰিব লাগে। চাইপ্ৰাছ্ দ্বীপৰ অধিষ্ঠাত্ৰী ভেনাছ গোসানীৰ মূৰ্ত্তি ৰথত তুলি ডেকা-গাভৰুৱে গীত গাই উত্ৰাৱল হৈ নাচি-বাগি ফুৰিছিল।

পিগ্‌মেলিয়নৰ ঘৰৰ আগেদি লাহে লাহে সমদল পাৰ হৈ গ'ল। শিল্পীৰ মনত পৰিল, দেৱী গোসানীয়ে কত হতভাগা প্ৰেমত আতুৰজনক করুণা কৰিছে, কত লেৰকৰ বাঞ্ছিতজনৰ স্নেহ হাতত মিলাই দিছে। আজি দেখোন পিগ্‌মেলিয়নেও দেৱীৰ ওচৰত সহায় ভিক্ষা কৰিবলৈ পাৰে। তেওঁ আজিলৈকে এনে উছৱত যোগ দি পোৱা নাই। কিন্তু আজি মনৰ এক নতুন উলাহত তেওঁৰ গা নাচি উঠিল। এসাজ চকুত লগা কাপোৰ পিন্ধিলে; কপালত মেৰিয়াই ল'লে এধাৰ মালা। পাষাণী প্ৰেয়সীৰ চেঁচা চৰণ দুটিত হেঁপাহৰ দুটা চুমা সানি দি আমাৰ শিলাকুটি বাহিৰ ওলাল উছৱৰ সমদলত যোগ দিবলৈ। সমদল নগৰীৰ আঁকোৱা-পকোৱা বাটে আগ বাঢ়িল।

পিগ্‌মেলিয়নৰ মন অতি অথিৰ-অবিৰ। সমদলটো যেন এমেথাছৰ সৰু-ডাঙৰ আটাইবোৰ আলিয়েদি ঘূৰিফুৰাকৈ নেৰিছে! গোসানীৰ মন্দিৰৰ দুৱাৰ-মুখ পোৱাৰ আগতে তেওঁৰ গালৈ অলপ চেতনা আহিল

আৰু নিজৰ চাৰিওফালে চেংেৰা ডেকা-গাভৰুবোৰ দেখি দীঘল নাকত যেন অলপ লাজ লাগিল। যথাসময়ত বেদীৰ ওপৰত ভেনাছ দেৱীক থাপনা কৰা হ'ল। সেৱক-সেৱিকাসকলৰ ভক্তি-বিগলিত স্তুতি-নতিৰে মন্দিৰ মুখৰিত হ'ল। কিন্তু পিগ্‌মেলিয়নৰ মনত তেতিয়াও থাকিল মাত্ৰ উছ্‌পিচনি! কেতিয়া মন্দিৰৰপৰা সকলোটি আঁতৰ হয়, কেতিয়া অকলশৰীয়াকৈ তেওঁ দেৱীৰ চৰণত একান্তভাৱে কাপুৰ্ণা কৰিব পাৰিব, এই চিন্তাত বেচেৰাৰ মন থৰ্‌মবাবলৈ লাগিল।

ভালেখিনি বেলিৰ মূৰত পূজা-সেৱাৰ ওৰ পৰিল। দুই-এগৰাকী পুৰোহিত আৰু দুই নে এজন দূৰণিবটীয়া সেৱকৰ বাহিৰে মন্দিৰত আৰু কোনো নাই। নানাবিধ ফুলেৰে উপচি থকা মজিয়াৰ ওপৰেৰে আগ বাঢ়ি পিগ্‌মিলিয়ন দেৱীৰ সমুখত দণ্ডায়মান হ'ল, বেদীৰ অগ্নিত সুগন্ধি ধূপ অৰ্পণ কৰিলে।



হে প্ৰেমৰ অধিষ্ঠাত্ৰী গোসানী

"দেৱী ভেনাছ, হে প্ৰেমৰ অধিষ্ঠাত্ৰী গোসানী, তোমাৰ কাৰত কোনো অদেয় নাই, কোনো অশক্য নাই। মোৰ কাতৰ মিনতি পাৰেৰে ঠেলি আঁতৰাই নেপেলাবা। আজি দোকমোকালিৰেপৰা মই তোমাৰ সেৱক-সেৱিকাসকলৰ পাছে পাছে ঘূৰি ফুৰিছো, প্ৰেমাহত জনৰ প্ৰতি তোমাৰ অপাৰ কৰুণাৰ প্ৰশস্তি-বাণী ওৰেও দিনটো কাণেৰে শুনিছোঁ। চকুৰ পানীৰে তোমাৰ পাও মলচোঁ, হে দেৱী, মোকো তেনে একেৰি কৰুণা দিয়াঁ। প্ৰাণহীন প্ৰতিমা এটাৰ প্ৰণয়ত মই উন্মত্ত। মোক এখানি পুতৌ কৰাঁ। মোক মোৰ হিয়াৰ বাঞ্ছিত ফল দিয়াঁ। মোৰ পাষাণী প্ৰেয়সীক প্ৰাণ দি সঞ্জীৱিত কৰাঁ।"

শিল্পীৰ আকুল কণ্ঠৰ আতুৰ প্ৰাৰ্থনা শেষ হওঁ নহওঁতেই বেদীৰ

জুইকুৰা দপ্‌দপ্‌ কৰি উঠি যেন মন্দিৰৰ মূধ চুলেগৈ। শিল্পীৰ প্ৰাণত আশাৰ দীপক ৰাগ সাৰ পাই উঠিল। তেওঁৰ করুণ প্ৰাৰ্থনাৰ সমিধান স্বৰূপেই যেন বেদীৰ জুই সেইদৰে ভমক্‌কৈ উঠিল; তাতকৈ কোনো আৰু সুখৰ লক্ষণ কি হ'ব পাৰে? কেইখেণমান পিছতেই এচটা ডাঠ ক'লা ডাৱৰে বেদীয়ে সৈতে দেৱীৰ মূৰ্ত্তিটো আৱৰি ধৰিলে। সিলো দেৱীৰ কি ছয়া-মায়া, ভাবি থাকোঁতেই ডাৱৰ লগেপৰা নোহোৱা হ'ল। শিলাকটিৰ মনৰ আশা যিদৰে লহপহকৈ হঠাতে বাঢ়ি আহিছিল, সেইদৰে সি পুনৰ মৰহি মনতে শুকাই পৰিল। তেওঁ মন্দিৰৰপৰা ওলাই পদূলি-বাটৰ দুকাষৰ ফুলৰ শাৰী, গছ-লতিকাৰ মাজেদি ৰাজ-আলিত ভৰি দিলেগৈ। বাটত দেখা পালে উচ্ছৱৰ আনন্দত মতলীয়া জমে জমে নৰ-নাৰী। তেওঁৰ মন বেয়া লাগিল। এই আনন্দৰ মাজত তেওঁ অকলে খোজ-পেলাই আগ বাঢ়িছে কেবল কিছু-নোহোৱা নিৰ্জ্জন ঘৰটোলৈ। কোনেওতো তেওঁক পদূলিৰ পৰা হাঁহি-মুখে আগ বঢ়াই নিনিবহি!

সঙ্গীবিহীন জীৱন হায়, কি কষ্টৰ!

নিজৰ ফুটা কপালৰ কথা ভাবি পিগ্‌মেলিয়নে ঘনে ঘনে হুমুনিয়াহ পেলালে। তেওঁৰ অন্তৰত হেঁপাহ জাগিবলৈ ধৰিলে, প্ৰবল হ'বলৈ ধৰিলে, প্ৰেয়সীৰ মুখখনি তুনাই দেখা পাবৰ কাৰণে। কিন্তু সেই মুখ! সেই মুখায়ে তাৰ স্নেহ পাই আৰু জী উঠে।

এইবোৰ ভাবি-চিন্তি আহোঁতে আহোঁতে পিগ্‌মেলিয়ন থিয় হ'ল নিজ ঘৰৰ দুৱাৰদলিত। হঠাতে তেওঁৰ মনত নতুন এক ভাৱৰ উদয় হ'ল। তেওঁ কটফটীয়াকৈ অন্তৰ-চকুৰে দেখা পালে, এটা মূৰ্ত্তিৰ প্ৰেমৰ কাৰণে গলিয়া-বলিয়া হোৱা অশোভন কথা। মুহূৰ্ত্তকতে তেওঁৰ হৃদয়-ৰোগ যেন আঁতৰি গ'ল।

"হে ভেনাছ দেৱী, তোমাক মই হিয়া ভৰা শলাগ জনাইছোঁ। তুমি মোৰ প্ৰাৰ্থিত অদ্ভুত বৰ নিদিলা। কিন্তু মোৰ মিনতিৰ যি সমিধান জনালা, তাৰ বাবে মই অতিকৈ কৃতাৰ্থ মানিছোঁ। মোৰ

অন্তৰত যেতিয়া ভালপোৱা উপজিলেই, তুমিনো মোক এদিন তেজ-মঙহৰ এটা লগৰী নিদিবানে?”

পিগ্‌মেলিয়ানে এইদৰে তেজ-মঙহৰ তিৰোতাৰ কথা ভাবিলেও, চেৰেং চেৰেংকৈ মনত পৰিল তেওঁৰ পাষাণী প্ৰিয়পাত্ৰীৰ কথাহে। বলেৰে চকু আঁতৰাই ৰাখিবলৈ যত্ন কৰিলেও হঠাতে শিল্পীৰ চকু পৰিল মূৰ্ত্তিটি থকা বেদীখনৰ ওপৰত। চকু চম্‌চমাই গ'ল। মূৰ্ত্তি বেদীৰ ওপৰত নাই! পিগ্‌মেলিয়নৰ পাষাণ-প্ৰেয়সী নাই!!

কোঠাটোৰ চিৰন্তন নিজম ভাব ভাঙি কোনোবাই কোমল মাতেৰে সম্বোধন কৰিলে, “পিগ্‌মেলিয়ন্!”

মাতটি অহা ফালটো মূৰ ঘূৰাই শিল্পীয়ে দেখে, পূছিম ফালৰ কুন্দ্ৰাক্ষৰ জালৰ মাজেদি অহা মাৰ যোৱা বেলিৰ ৰঙা পোহৰৰ আগত থিয় হৈ তেওঁৰ প্ৰেয়সী এতিয়া আৰু প্ৰতিমা নহয়, সাক্ষাৎ তেজ-মঙহৰ জীৱ। শিল্পীৰ সপোন দিঠকত পৰিণত হ'ল।

# নিজৰ ৰূপেই নিজৰ বৈৰী

গ্ৰীচ দেশত আছিল এক ৰজা। ৰজাৰ ছোৱালী তিনি জনী। কেয়োজনী জাকত জিলিকা। ছোৱালী নহয় জানিবা তিনিপাহি সৰগৰ মন্দাৰেই কি পাৰিজাত! তিনিওজনীৰ ভিতৰত সৰুজনীয়েই হ'ল আটাইতকৈ চকুত লগা। তাই যেতিয়া ৰাজ-আলিয়েদি খোজ কাঢ়ি যায়, আলিবাটৰ দুইকাষে সকলো মানুহ তাইৰ বাটত ফুল চটিয়াই, তললৈ মূৰ কৰি থিয় দি থাকে। দূৰ-দূৰণিৰপৰা, সাত সাগৰ তেৰ নদী পাৰ হৈ মানুহ আমাৰ ৰজাৰ নগৰলৈ আহে ছাইকিক ক'বলৈ পাহৰিছো, সুমলী ৰাজকুঁৱৰীৰ নাম ছাইকি— এবাৰ মাথোন দুটা চকুৰে চাবৰ কাৰণে। কিন্তু ছাইকিৰ ৰূপেই হ'ল তাইৰ বৈৰী।

ছাইকিৰ বেহ-ৰূপৰ কথা শুনি আমাৰ প্ৰেমৰ ৰাণী ভেনাছৰ গা টি-টিয়াই জলজলাই উঠিল। পুতেক কিউপিডক মাতি আনি পৃথিৱীৰ ফালে আঙুলি টোঁৱাই ক'লে, "চাচোন পোনা, ছাইকিৰ কাৰণেই আজি মোৰ মন্দিৰ উদং। কোনেও আজি মোক পূজা দিবলৈ নাহে। সকলো যায় ছাইকিক চাবলৈহে। মোৰ এই লাঞ্ছনাৰ তই হোৰ তোলগৈ পৃথিবীৰ আটাইতকৈ কুৰূপ মানুহটোৰ লগত তাইৰ ভালপোৱা ওপজাই।"

তেতিয়া টোপনিত লালকাল হৈ পৰি থকা ছাইকিৰ ওপৰত চকু পেলাই কিউপিডৰ মাত-বোল হৰিল। এনে হেন পৃথিৱীৰ পাৰিজাত-পাহক বাৰু তেওঁ অন্যায় কৰে কেনেকৈ! নাই, তেওঁৰপৰা সেই কাম নহ'ব।

চাই থাকোঁতেই ছাইকিৰ দুই বায়েকৰ দুঠাইত বিয়া হ'ল। বিয়াৰ লায়ক গাভৰু ছোৱালী ঘৰত ৰাখি থ'ব নাপায় বুলি আমাৰ

ৰজাই মন্ত্ৰী-পাত্ৰ ডাঙৰীয়াসকলক মাতি পৰামৰ্শ কৰিলে। পাত্ৰসকলে ক'লে, "স্বৰ্গদেউ ঈশ্বৰ, মাইলটছ চহৰত এপ'ল' দেৱৰ মন্দিৰৰ বৰঠাকুৰৰ আজ্ঞা আপুনি বিচাৰক। তেতিয়া হ'লেই ছোৱালীটীৰো কুশল হ'ব, আৰু ৰাইজৰো হ'ব মঙ্গল।"

নিজৰ জীউটো যেন জীয়ৰীৰ মঙ্গল কামনা কৰি ৰজা নিজে গ'ল এপ'ল'ৰ দ'ললৈ। কিন্তু হায়! পুৰোহিতে ক'লে কি! ছাইকিক কইনাৰ দৰে সজাই-পৰাই এটা ওখ পৰ্ব্বতৰ টিঙত এৰি থৈ আহিব লাগে। তাতেই এক কিম্ভূত-কিমাকাৰ দ'ৰৰ লগত ৰাজকুঁৱৰীৰ বিয়া হ'ব।

ৰজা বিমবিষ মনে কাৰেঙলৈ ঘূৰিল। এই ভয়ঙ্কৰ বাতৰি পাই ৰাজ্যত যেন কাঁহ পৰি জাঁণ গ'ল। ছাইকি যেন পাৰিজাতপাহিৰ থান হ'ল নৰকত!! সংসাৰতনো বিধাতাই কি হ'বলৈ বাকী ৰাখিলে! সুখেৰে-ধনেৰে নদন-বদন ৰাজাখনত কোৱাই কান্দোনকৰা হ'ল, জিলীয়ে জাঁ কৰিবলৈ এৰিলে। সকলো প্ৰজাৰে চকুত চকুলো!

আপদীয়া দিন সোনকালেই কাষ চাপে। সেই কালবিয়াৰ দিনো আহি আগত থিয় দিলে। ৰজাই মুকুটৰ হীৰাটুকুৰা যেন মৰমৰ জীয়েকক পৰ্ব্বতৰ টিঙত থৈ আহিলেগৈ চকুৰ পানীৰে বাট নেদেখা হৈ। জানি-শুনি যেন যমৰ বুকুতহে জীয়েকক দিলেগৈ। বেচেৰী ছাইকি! তাই উচুপি উচুপি কান্দোতে কান্দোতে কেতিয়া টোপনি আহিল, ক'বই নোৱাৰিলে।

সাজলী আন্ধাৰে কেয়োফাল আন্ধাৰি পেলালে। এনেতে কিউপিডৰ আজ্ঞা পাই তেওঁৰ লিগিৰা মলয় বতাহ জেফিৰে ৰাজকুঁৱৰীক পিঠিত তুলি দূৰণিৰ এক দেশলৈ উৰা মাৰিলে।

ছাইকিৰ যেতিয়া টোপনি ভাগিল, চকু মেলি দেখে, তাই এটি পোহৰেৰে জলমলাই থকা শোৱনী কোঠাত। কোঠাটোৰ বেৰবোৰ বৰফ-শুকুলা শিলেৰে সজা। তাৰ ওপৰতে হাতী-দাঁত আৰু সোণৰ সুৱলা কাজ। কোমল হংস-তুলিত তাই শুই আছে। এখন খিৰিকীয়েদি

ৰঁদৰ জিলিঙনি বাগৰি আহি কোঠাটোতে সিঁচৰতি হৈ পৰিছে। ছাইকি গৈ খিৰিকীখনৰ কাষত থিয় দিলে। দেখিলে বাৰীৰত ৰমক্-জমক্ এখন ফুলনি। শুনিলে, পুৱাৰ পথীয়ে কেনিবা বহি কৌ ৰাগ টানিছে।

আচৰিত হৈ চাই থাকোঁতে থাকোঁতেই, তাইৰ মুখত এটা প্ৰশ্ন ওলাল, "মই ক'লৈ আহিলোঁ এয়া?" কোনোবাই টপ কৰে সমিধান দিলে, "কুঁৱৰী, তুমি নিজৰ কাৰেঙত আছা। চাৰিকাষে যি দেখিছা সকলো তোমাৰ। আমি তোমাৰ লগৰীহঁত তোমাক কি লাগে কোৱা। লাগে বুলিলেই আমি সকলো আনি দিম।

ছাইকিয়ে কাক কথা কৈছে ক'ব নোৱাৰাকৈয়ে উত্তৰ কৰিলে, "মোৰ পেটে কলমলাব লাগিছে। খাবলৈ লাগে।" ছাইকিৰ কথা কোৱা শেষ নহ'লেই, চকুৰ নিমিষতে চাৰিফালৰপৰা বিধে বিধে খোৱা-বস্তু আহি হাজিৰ। তাই খাই বৈ ফুলনি-বাৰীলৈ গ'ল। নিয়ৰে নিকাকৈ খোৱা ফুল কেইপাহমান ছিঙি খোপাত গুজি ল'লে।

লাহে লাহে বেলি লহিয়ালে। পছিম ফালৰপৰা ৰঙা মুখে ৰঙা বেলি মাগিলে বিদায়। সন্ধিয়াৰ আন্ধাৰে পৃথিৱী ঢাকি ধৰাৰ দৰে কোনোবাই ছাইকিৰ কাণত ঢালি দিলে মৌ-মিঠা চেনেহ-কথা, "ছাইকি, এই কাৰেং তোমাৰ কাৰণেই সাজিছোঁ মই। তুমি ইয়াত মনৰ সুখত বাস কৰা।" ইমান সোৱাদ মাত ছাইকিয়ে জীৱনত শুনি পোৱা নাই।

ৰাতিৰ পিছতে ৰাতি কৰি কুঁৱৰীৰ কাণত পৰে সেই অশৰীৰী মিঠা মাত আৰাৰ। অৱশেষত ছাইকি ৰাজী হ'ল সেই মিঠা মাতৰ গৰাকীক বিয়া কৰিবলৈ।

বিয়াখন হ'ল। ছাইকিৰ দিন বাগৰি গ'ল মৰম আৰু সুখৰ পিছল হংস-তুলিৰ ওপৰেদি। চকুৰে দেখাকৈ নোপোৱা দৰাই ছাই-কিক এদিন ক'লে, "কুঁৱৰী, এই কাৰেঙৰ সকলো সুখৰ গৰাকী পাতিছোঁ তোমাক। কিন্তু মোৰ শপত, কোনো দিনে মোক দেখা

পাবলৈ যতন নকৰিবাঁ। তেনে কৰিলেই মোক আৰু তুমি নেপাবা।”
ছাইকি ৰাজী নহৈ নোৱাৰিলে। মাজে মাজেহে তাইৰ বেজাৰ লাগে,
স্বামীক কোনো দিনে দেখা নাই বুলি।

এদিনাখন ছাইকিয়ে চকুৰে নেদেখা স্বামীক ক'লে দুদিনমানৰ কাৰণে বায়েকহঁতক কাৰেঙলৈ আনি দিবলৈ। দিনৰ বেলিকা অকলে অকলে থাকি মনটো বৰ উকুণ্ডা উকুণ্ডা লাগে। তাইৰ কথামতে দুই বায়েকক কাৰেঙলৈ অনা হ'ল। বায়েকহঁতে ছাইকিয়ে এতিয়াও জীয়াই আছে, ভাবিব পৰা নাছিল। ভনীয়েকক পাই সিহঁতৰ আনন্দৰ সীমা নোহোৱা হ'ল। কিন্তু ছাইকিৰ ঐশ্বৰ্য্য দেখি মনে মনে হিংসাৰ তুঁহ-জুই জ্বলিবলৈ ধৰিলে। এদিন ডাঙৰ বায়েকে সুধিলে, ছাইকিৰ গিৰিয়েকক দেখা নাই কিয়? ছাইকিৰ মুখ প্ৰশ্নটো শুনিয়ে কেঁহেৰাজ-বটা যেন হ'ল। তাই ক'লে, “বাইদেউ, আজিলৈকে তেওঁক মই চকুৰে দেখা নাই!”

বায়েকহঁতে ছল পাই ক'লে, “তোৰ বিয়া হৈছে এটা দ'ত্যৰ লগত। সিনো বাৰু তোৰ আগতে মুখ দেখুৱায় কেনেকৈ? আই, আমি সকলো বুজিলোঁ এতিয়া।”

ইয়াৰ দুদিনমানৰ পিছতে বায়েকহঁত আকৌ নিজ ঘৰলৈ গ'ল। ছাইকিয়ে অকলে অকলে থাকি মনতে ভাবিবলৈ ধৰিলে, “সঁচায় দৈত্যৰ লগতেহে মোৰ বিয়া হ'লনেকি! ইমান মিঠা মাতো দৈত্যৰ থাকিব পাৰেনে! নাই, কেতিয়াও হ'ব নোৱাৰে। তথাপি, কিজানি . । নাই, সি কথাই কথা নহয়, আজি ৰাতি চাবই লাগিব তেওঁনো কেনে।”

ৰাতি মনৰ উচ্‌পিচনি, খু-দুৰনি গুচাব নোৱাৰিলে তাই। গিৰিয়েকৰ টোপনি অহা গম পাই, হাতত-সাৰে ভৰিত-সাৰে উঠি তেল-শলিতাগছ জলাই দাঙি ধৰিলে। কিন্তু ই কি! এয়া যে দ'ত্য-দানৱ একো নহয়। ৰূপৰো ৰূপ অপৰূপ ধুনীয়া তাইৰ স্বামী! তাইৰ স্বামী স্বয়ং কিউপিড। আনন্দৰ উত্তেজনাত তাইৰ সৰ্বাঙ্গ

শৰীৰ কঁপি উঠিল। হাতখন কঁপিল। হাতৰ চাকিটোৰপৰা এটোপা তপত তেল পৰিল কিউপিডৰ বাউসিত। কিউপিডে হঠাতে সাৰ পাই চিঞৰ মাৰি উঠিল। ছাইকিলৈ চাই এখোজ দুখোজকৈ খোটালি-টোৰ বাহিৰ ওলাই ক'লে, "মোৰ প্ৰাণেশ্বৰী ছাইকি কুঁৱৰী, কি কৰিলা? মই আৰু ইয়াত থাকিব নোৱাৰোঁ। আইৰ কথা নুশুনি তোমাক বিয়া কৰিলোঁ। তোমাৰপৰাও পালোঁ এই পুৰস্কাৰ? এয়ে শেষ, এয়ে শেষ, বিদায়!"

ছাইকিয়ে এতিয়াহে বুজিলে, নিজৰ ভৰিত নিজে কেনেকৈ কুঠাৰ মাৰিলে। তাই এটা বিকট চিঞৰ মাৰি মাটিত চাঁচ কৰি পৰি মূছকছ গ'ল। ভালেটিপৰৰ মূৰত চেতনা পাই উঠি বহিল। বহুত সময় ভল-মূৰ কৰি গুণি ঠিক কৰিলে, যেতিয়ালৈকে বঙহুৰ দেও কিউপিডক নাপায়, তেতিয়ালৈকে তাই গোটেই পৃথিৱী পিটি-পিটাই সকলো দেশ চ'লাপাত কৰিব। তাই একে চাবে উঠি অন্ত নোহোৱা ৰাজ-আলিত ভৰি দিলে। গৈ আছে, গৈ আছে।

ইফালে আকৌ কিউপিডৰ টালি-বাজীৰ কথাৰ ভু পাই ভেনাছ খঙত একো-নাই হ'ল। তেওঁক ধৰি আনি থ'লে পোতাশালত বন্দী কৰি। ছাইকিক ধৰি আনিবলৈ কেয়োফালে পিয়াপি দি পঠিয়ালে নিজৰ অনুচৰবোৰ।

চিকাৰী কুকুৰে সুগৰীৰ পিছত লৰাৰ দৰে ভেনাছৰ অনুচৰ কেইটামানে খেদি গৈ ৰাজ-বাটৰ মাজতে ছাইকিক পাই ধৰিলে তাইৰ ছুলিকোঁচাত ঠাপ মাৰি। লৈ আহিল ভেনাছৰ বিচাৰৰ তামুলী-চ'ৰালৈ। দেৱীয়ে হাতৰ মুঠিত শতুৰুক পাই অনুচৰবোৰক আদেশ দিলে—এটা এখুদমান খোটালিত বন্দী কৰি থে দিনে দিনে নতুন শাস্তি দিবলৈ। তাৰ উপৰি, ভেনাছ দেৱীয়ে তাইৰ ওপৰত একো-টাইঁত কাম জাপি দিয়ে যাতে তাৰ চেপাতে তাইৰ জীৱনৰ ওৰ পৰে। কিন্তু বনৰ চৰাই-পহুৰেও ভাল পায় ছাইকিক! সেইহে পখীহঁত আহি সখীৰ দৰে সুময়মতে, কামটো শেষ কৰাত তাইক

সহায় কৰে। ভেনাছুৰ আৰু বলকিৰ লগীয়া একো নথকা হয়।

এদিন ভেনাছে সংসাৰৰ ঘিমানবোৰ শস্য আছে একে লগে মিহলাই —“বেলি পৰাৰ আগতে এইবোৰ বাছি বেলেগ বেলেগ কৰিব নোৱাৰিলে তই জীয়াই থাকিবলৈ আশাটি এৰ” বুলি দি গ'ল। দেৱী যাবলৈহে পালে, ক'ৰপৰানো পৰুৱা এমখা আহিল! চাই থাকোঁতেই শস্যবোৰ বেলেগ বেলেগ হৈ পৰিল। আন দিনেকা দেৱীয়ে ছাইকিক এটা কলহ দিলে আৰু দূৰৰ পৰ্ব্বত এটাৰ ওপৰৰ নিজৰা এটাৰপৰা পানী আনিবলৈ আদেশ কৰিলে। নিজৰাটো আকৌ ৰখি থাকে এটা বিয়াগোম বিষাল সাপে। ছাইকিৰ পেটতে হাতভৰি লুকাল। তাইৰ দুখ দেখি এটা ঈগল চৰাই আহিল সহায় কৰিবলৈ আৰু সাপৰ চকুত খুলি মাৰি ঠোঁটেৰে কলহটোৰে একলহ নিজৰাৰ পানী ছাইকিৰ ওচৰত থৈ গ'লহি।

এদিন ভেনাছে ক'লে, “ছাইকি, এইটো বাকচৰ টেমি লৈ পাতাল-পুৰীৰ ৰাণী প্ৰছাৰ্পিনৰ কাষলৈ যা। তেওঁক মোৰ কথা ক'লে ইয়াতে এটেমি অক্ষয় সৌন্দৰ্য্য ভৰাই দিব। তই লৈ আহিবি।”

জীয়াই থকা কালত কোনো নৰ-মনিছ পাতাললৈ যাব নোৱাৰে আৰু গ'লেও তুনাই পৃথিবীলৈ আহিবৰ কথা কোনেও ক'তো শুনা নাই। ছাইকিয়ে এতিয়া কৰে কি, ভাবি কিংকৰ্ত্তব্যবিমূঢ়। তাই ইয়াকে ঠিৰাং কৰিলে, ওচৰৰ সেই পৰ্ব্বতটোৰ টিংখোপলৈ উঠি তললৈ জপিয়াই পৰি দুখে-ভৰা, দুখে-গঢ়া জীৱনৰ অন্ত পেলাব।

কিন্তু ছাইকিক পৰ্ব্বতেও নিদিলে মৰিবলৈ। পৰ্ব্বতে ক'লে, “কুঁৱৰী ভয় নকৰিবা। এই কাম সম্পূৰ্ণ অসাধ্য নহয়। ইয়াৰপৰা অলপ দূৰতে লেছেডামন্ ৰাজ্য। তাৰ তেনেই কাষৰতে টিনেৰাছ্ নগৰ। তালৈকে গৈ—বতৰা ল'লেই পাতালপুৰীলৈ যোৱা এটি বাট পাবা। পিছে এটা কথা। শুদা হাতে পাতাললৈ নেযাবা আকৌ দেই। দুখন পিঠা আৰু দুটা পইছা হাতত ল'বা। আৰু এটা কথা। পাতালত থকা সময়খিনিৰ ভিতৰত কাৰো লগত কথা নাপাতিবা। নহ'লে আৰু

ঘূৰি এইপৃথিৱী নেদেখিবাহি ।”

ছাইকিয়ে জীৱনৰ নতুন আশা বুকুত বান্ধি টিনেৰাছ্ পালেগৈ। বহুত পৰ বিচৰাৰ মূৰত পৃথিৱীৰ তললৈ নামি যোৱা এটা সুৰুঙা পালে। সেই পিনে নামি গৈ থাকোঁতে থাকোঁতে এখন নৈ পালে। নৈখন ফেনে-ফোটোকাৰে বাটি ৰাও-ৰোৱাব লাগিছে। ইফালে-সিফালে টাওঁতেই এটা ঘাটৰ পানী-ঘূঁৰলিত এখন ক'লা নাও দেখা পালে। নাৱৰ ওপৰত মূৰে-গায়ে ক'লা কাপোৰ এখন মুৰিয়াই-ঘূৰিয়াই লৈ এজন পাৰঘাটে থিয় দি আছে। লগত অনা পইচা এটা তাৰ হাতত দিলতে লি সাউৎ কৰি ছাইকিক পাৰ কৰি দিলে।

ছাইকি নাৱৰপৰা নামি আকৌ বাট বুলিলে। কিছু দূৰ গৈ প্ৰছাৰ্পিনৰ কাৰেঙৰ কাষ পাইছে। এনেতে ক'ৰবাৰপৰা তিনিমূখীয়া এটা কুকুৰ আহি ঘেং ঘেং কৰি ছাইকিক খাওঁ যেন খাওঁ যেন কৰিলে। তাই খোচোনাৰপৰা পিঠা এখন উলিয়াই কুকুৰটোৰ মুখত দিলে। সি নেজ লৰাই লৰাই বাট এৰি দিলে।

ছাইকি এখোজ দুখোজকৈ ৰাণীৰ কাৰেঙৰ ভিতৰলৈ সোমাই গ'ল। দেখিলে, প্ৰছাৰ্পিন বহি আছে এখন বৰ সিংহ-পীৰাৰ ওপৰত। নিতাল মৰা চাৰিওফালৰ কুৰলী সনাৰ নিচিনা বেৰবোৰ আৰু ক'লা ছাঁময় দৃশ্যবোৰ দেখি ছাইকিৰ মূৰ আচন্দ্ৰাই কৰি আনিলে। তাই মাটিত পৰিয়ে গ'লহেঁতেন ; এনেতে, ক'ৰবাৰপৰা স্বামী কিউপিডৰ মাতটো তাইৰ কাণত পশিলেহি, “ভয় নকৰিবা, শেহত তোমাৰেই কুশল !”

কিউপিডৰ কথাত বল পাই ছাইকি দুখোজ আগুৱাই প্ৰছাৰ্পিনৰ সমুখত আঁঠু কাঢ়ি বহি পৰিল। কিবা এক চিৰকলীয়া বেজাৰৰ সুৰত প্ৰছাৰ্পিনে সুধিলে, “কোন সাহসত মৰ-লোকৰ প্ৰাণী হৈ পাতালৰ ৰাণীৰ কাৰেং সোমাইছহি ?”

উত্তৰ দিবলৈ মুখ মেলোঁতেই ছাইকিৰ হঠাতে মনত পৰিল সেই পৰ্ব্বতটোৰ কথা ! তাই হাত ওপৰলৈ কৰি ৰাণীৰ চকুৰ আগত ৰূপৰ টেমিটো দাঙি ধৰিলে।

"টেমিটো লৈ আহ ইয়ালৈ ।"

ছাইকি বহাৰপৰা উঠি কাষলৈ ৰাণীৰ হাতত টেমিটো দিলে । ৰাণীয়ে টেমিৰ সাঁফৰখন গুচাই কিবা এটা সুমাই দিলে; ছাইকিৰ সাহ নহ'ল সেইপিনে চাবলৈ ।

"নে, এইটো টেমি ।"

ৰাণীৰ হাতৰপৰা টেমিটো তাইৰ হাতত পৰা মাত্ৰকতে ছাইকিয়ে কোনো ফালে চকু নুঘূৰাই পৃথিৱীলৈ ঘূৰি বাট ল'লে । তিনিমুখীয়া কুকুৰে আকৌ পদূলিতে ভৌ ভৌ কৰি ধৰিলে । ছাইকিয়ে বাকী পিঠাখন তাৰ মুখত দি তাক ক্ষান্ত কৰি, বাকী পইছাটো মাজিক দি বৈতৰণী পাৰ হৈ সুৰুঙ্গেইদি আহি আহি পুনৰ সেউজী পৃথিৱীৰ ওপৰত ভৰি দিলে ।

এতিয়া ছাইকিৰ ৰং চায় কোনে ? উলাহত ভৰি দুটি ফৰিং ফুৰাৰ দৰে উফৰিবলৈ ধৰিলে ! তাইৰ হঠাতে মনত পৰিল, হাতত থকা টেমিৰ ভিতৰৰ অক্ষয় সৌন্দৰ্য্যলৈ । ভাবিলে, "এবাৰ চাই লওঁ-চোন কেনেকুৱা সৌন্দৰ্য্য এইটো ।" আকৌ ভাবিলে, "চালে বা আকৌ কি অপায় হ'বলৈ আছে ।" তৃতীয়বাৰ ঠিৰাং কৰিলে, "নাই, চায়েই লোৱা ভাল ।" তাই টেমিটোৰ সাঁফৰখন লাহেকৈ আঁতৰাই দিলে । কিন্তু তেনে কৰা মুহূৰ্ত্ততে তাই মূচ্ছ গৈ মাটিত পৰিল । তাত অনন্ত সৌন্দৰ্য্য নাছিল; আছিল অন্ত নোহোৱা টোপনিৰ ধোঁৱা ।

ইফালে কিউপিড বন্দীশালৰ পৰা পলাই ছাইকিৰ লগে লগেই ফুৰিছিল । এতিয়া বেচেৰীক পৰি যোৱা দেখি বুকুত সাবট মাৰি ধৰি লৈ, পাখি মেলি আকাশলৈ উৰা মাৰিলে । ফুল-ধেনুৰ পৰশ সানি প্ৰাণ সঞ্চাৰ কৰিলে আৰু একেবাৰেই অলীম্পাছ পৰ্ব্বতৰ ওপৰলৈ ছোঁ মেলিলে ! অলীম্পাছৰ দেৱতাসকলক মাতি একেলগ কৰি সকলোৰে ওচৰত নিজ অপৰাধৰ বাবে ক্ষমা ভিক্ষা কৰিলে । দেৱতাসকলেও কিউ-পিড-ছাইকিৰ দুখ-কষ্টৰ কথা শুঁৱৰি ক্ষমা কৰিলে দুইকো ।

ছাইকিৰ সৌন্দৰ্য্যই হৈছিল তাইৰ দুখৰ কাৰণ । দেৱতাৰ বৰমতে এতিয়া তাই ঠাই পালে সৰগত । ইমানবোৰ আলৈ-আথানিৰ অন্তত সুখ সৰগৰ অমৃততকৈও মধুৰ যেন লাগিল ।